# কথাশিল্পী হিতেশ ডেকা
# জীৱন আৰু কৃতি

সম্পাদক মণ্ডলী

ড° গজেন্দ্ৰ অধিকাৰী
ড° দিলীপ বৰা
ড° নীলমোহন ৰায়
ড° মুকুল চক্ৰৱৰ্তী
ৰেজিনা বেগম



উত্তৰ-পূব ভাৰত ভাষা-সাহিত্য অধ্যয়ন পৰিষদৰ হৈ
চন্দ্ৰ প্ৰকাশ, পাণবজাৰ, গুৱাহাটী-১

**KATHASILPI HITESH DEKA ; JIVAN ARU KRITI ;** a book on life and works of Eminant Novelist Hitesh Deka, edited by Dr Gajendra Adhikary, Dr D Bora, Dr N M Roy, Dr M Chakravarty and Regina Begum, and published by Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Ghy-1, Ph 511946 on behalf of UPBBSAP

---

Year 2001 Price 280,00

উপদেষ্টাদ্বয়
ড উমেশ ডেকা
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা

প্ৰথম প্ৰকাশ ঃ ৩০ আগষ্ট ২০০১

প্ৰচ্ছদ ঃ প্ৰদীপ নাথ

ডি টি পি ঃ বাজু কম্পিউটাৰ চিষ্টেম
পল্টন বজাৰ, গুৱাহাটী ৮,
ফোন ঃ ৬০০৭১৮

ছপা ঃ বি ডি এণ্ড কোম্পানী
ছাত্ৰীবাৰী, গুৱাহাটী ৮

মূল্য ঃ ২৮০.০০ টকা (দুশ আশী টকা)



মাটিৰ মানুহ হিতেশ ডেকা

জন্মঃ ১৮ ফেব্ৰুৱাৰী (সোমবাৰ) ১৯২৪ মৃত্যুঃ ৩০ আগষ্ট (বুধবাৰ) ২০০০

# প্ৰকাশকৰ একাষাৰ

অসমীয়া উপন্যাসৰ প্ৰস্তুতিকালীন সময়তে **'আজিৰ মানুহ'** নামৰ উপন্যাসখনৰ প্ৰকাশেৰে সাহিত্য চৰ্চাত মনোনিৱেশ কৰা হিতেশ ডেকাদেৱে এই উপন্যাসখনৰ মাজেৰে নিজকে প্ৰতিষ্ঠা কৰাই নহয় অসমীয়া উপন্যাস সাহিত্যকো জনমানসত প্ৰতিষ্ঠা কৰাত অগ্ৰণী ভূমিকা লৈছিল। উল্লেখনীয় যে ১৯৫২ চনত প্ৰকাশ পোৱা উপন্যাসখনৰ বৰ্তমানলৈকে ষোল্লটা সংস্কৰণ হৈছে আৰু এইখনেই বৰ্তমানলৈকে আটাইতকৈ জনপ্ৰিয় অসমীয়া উপন্যাস। ইয়াৰ পিছতেই তেওঁ নিৰবচ্ছিন্নভাৱে জীৱনৰ অন্তিম দিনলৈকে ৰচনা কৰি যায়। **'নতুন পথ'**, **'ভাৰাঘৰ'**, **'এয়েতো জীৱন'**, **'আচল মানুহ'**, **'বৈৰী মানুহ'**, **'গাঁৱৰ মানুহ'**, **'ত্যাগ'** প্ৰভৃতি কালজয়ী উপন্যাসসমূহ। অসমীয়া সাহিত্যৰ ধৰাতলক সমৃদ্ধ কৰা আৰু অসমীয়া জাতীয় চেতনাক উদ্দীপিত কৰা এইবোৰ উপন্যাসৰ পৰ্যাপ্ত আলোচনা ঔপন্যাসিকৰ জীৱনকালত নহ'ল। সেয়েহে আজি তেখেতৰ প্ৰথম মৃত্যু বাৰ্ষিকী উপলক্ষে আমি কথাশিল্পী গৰাকীৰ জীৱন আৰু কৃতিৰ বিভিন্ন দিশ সম্বলিত আলোচনাৰে সমৃদ্ধ এই গ্ৰন্থখন অসমৰ সুধীজনলৈ আগবঢ়াবলৈ পাই এক জাতীয় কৰ্তব্য পালন কৰা বুলি অনুভৱ কৰিছোঁ। সদাশয় পঢ়ুৱৈ সমাজে গ্ৰন্থখনি আন্তৰিকতাৰে গ্ৰহণ কৰিলে প্ৰকাশক ধন্য হ'ব।

৩০ আগষ্ট ২০০১ ইং

## সম্পাদকীয়

কিছুবছৰ আগলৈকে বিশিষ্ট ব্যক্তিসকলৰ মূল্যবান কৰ্মৰাজিৰ স্বীকৃতি আছিল তেওঁৰ জন্ম অথবা মৃত্যু তিথিত একোখন সোঁৱৰণী সভা পাতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰা। আন দুই-এটা ভাল কৰ্ম হ'লেও মূলতঃ এনেধৰণৰ অনুষ্ঠানবোৰেই অধিক গুৰুত্ব পাইছিল। কিন্তু আজি কিছুবছৰৰ পৰা এনে ব্যক্তিসকলৰ জীৱন আৰু কৃতিৰ এক নিৰপেক্ষ মূল্যায়ন কৰি উত্তৰ পুৰুষৰ বাবে এক চানেকি প্ৰস্তুত কৰাৰ লগতে সমাজ-জীৱনত তেওঁৰ কৰ্মৰাজিয়ে আগবঢ়োৱা বৰঙণি, ইয়াৰ ভাল বেয়া দিশ আৰু বৰ্তমানত সেইবোৰৰ প্ৰাসংগিকতা আদি বিষয়বোৰ খৰচি মাৰি আলোচনা কৰাৰ প্ৰয়াস চলিছে। আনকি সম্প্ৰতি ব্যক্তিৰ জীৱনকালতে এনেধৰণৰ গ্ৰন্থ প্ৰণয়ন হৈছে। ই আমাৰ জাতিটোৰ বাবেই এক অতি গুৰুত্বপূৰ্ণ কথা।

আমাৰ জাতীয় জীৱনৰ বৰেণ্য আৰু আদৰ্শনীয় ব্যক্তিসকলৰ ভিতৰত হিতেশ ডেকাও অন্যতম, যাৰ সৃজনী প্ৰতিভাই পঞ্চাশৰ দশকৰ পৰা আজিলৈকে অসমীয়া পাঠকৰ অকৃপণ আদৰ আৰু সন্মান পাই আহিছে আৰু যাৰ অফুৰন্ত কৰ্ম শক্তি, সততা আৰু সৰলতাই অসমীয়াৰ শ্ৰমবিমুখ, চকু-চৰহা মনোভাবক প্ৰত্যাহ্বান জনাই এক আদৰ্শ জীৱন বোধৰ পৰিচয় ৰাখি থৈ গৈছে। ব্যক্তিগত প্ৰতিষ্ঠা, চৰকাৰী বঁটা-বাহন আদিৰ প্ৰতি কেতিয়াও লালায়িত নোহোৱা শ্ৰদ্ধেয় ডেকা আছিল অসমৰ আপামৰ মনৰ মানুহ। জীৱনকালত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা ডেকাৰ জীৱন কৃতি পিছে এতিয়াও সম্পূৰ্ণভাৱে আলোচিত নহ'ল। সেয়েহে তেখেতৰ প্ৰথম মৃত্যু বাৰ্ষিকীৰ লগত ৰজিতা খুৱাই উত্তৰ পূব ভাৰত ভাষা সাহিত্য অধ্যয়ন পৰিষদে আয়োজন কৰিবলৈ লোৱা বক্তৃতানুষ্ঠানৰ লগতে তেখেতৰ জীৱন আৰু কৃতিৰ এক বিস্তৃত মূল্যায়ন কৰাৰ মানসেৰে এখন গ্ৰন্থ প্ৰকাশৰ আয়োজন কৰা হৈছিল। সেই আয়োজনৰ ফলেই হ'ল **"কথাশিল্পী হিতেশ ডেকা : জীৱন আৰু কৃতি'** নামৰ গ্ৰন্থখন।

আজিৰ পৰা অৰ্দ্ধশতিকাৰ আগতেই **'আজিৰ মানুহ'** (১৯৫২) নামৰ উপন্যাসখনিৰে সাহিত্য জগতত প্ৰৱেশ কৰা হিতেশ ডেকাই এই উপন্যাসখনিৰ পাতনিত লিখিছিল –

> 'মাতৃ মন্দিৰৰ দুৱাৰ-দলিত থিয় দিছো
> নাচাওঁ মান, যশ, ঐশ্বৰ্য বিভূতি
> চাওঁ মাথোঁ মাতৃৰ একেটি আশীৰ্বাদ।'

সঁচাকৈয়ে তেওঁ মান-যশ বিচৰা নাছিল। ভাষা-জননীৰ মন্দিৰত এখনি ফুলৰ শৰাই আগবঢ়াবলৈ যোৱা হেঁপাহেই আছিল তাৰ মূল প্ৰেৰণা। তেওঁৰ চৌপাশৰ সমাজখন, তেওঁ দেখা ঘটনাবোৰ আৰু তেওঁৰ উপলব্ধি তথা অভিজ্ঞতা ভাষাৰে প্ৰকাশ কৰি উলিওৱাতেই আছিল তেওঁৰ আনন্দ। এই প্ৰেৰণা আৰু আনন্দই তেওঁক মৃত্যুৰ আগমুহূৰ্তলৈকে দুৰ্বাৰ কৰ্ম-শক্তি প্ৰদান কৰিছিল আৰু তেওঁ কোনোদিনেই থমকি নোৰোৱাকৈ চলাই গৈছিল মাতৃ মন্দিৰৰ এই পূজাভাগ। পাৰ্থিৱ মান-যশ বা অৰ্থ সম্পদৰ লালসাই তাৰ গতিৰোধ কৰিব পৰা নাছিল।

উল্লেখনীয় যে ১৯৪৭ চনৰ পৰা ১৯৬০ চনলৈ অসমীয়া উপন্যাসৰ এই 'প্ৰাৰম্ভিক প্ৰস্তুতিৰ' সময়ছোৱাৰ মাজত প্ৰকাশিত হিতেশ ডেকাৰ প্ৰথম উপন্যাসখন অসমীয়া উপন্যাস জগতৰ সবাতোকৈ জনপ্ৰিয় উপন্যাস হিচাপে প্ৰতিষ্ঠিত হৈছে আৰু বৰ্তমানলৈকে ইয়াৰ যোল্লটা সংস্কৰণ হৈছে। অসমীয়া সাহিত্য জগতলৈ নতুনকৈ অহা এই সৃষ্টিধৰ্মী শিল্পক জনগণৰ মাজলৈ লৈ যোৱাৰ **'আজিৰ মানুহ'ৰ** যি বৰঙণি সি সদায় স্মৰণীয় হৈ থাকিব। দ্বিতীয় মহাযুদ্ধই টোৱাই থোৱা সমকালীন সমাজখনত ভয়াবহতাৰ পোৱা উদ্ধাৰ পোৱাৰ প্ৰয়াস, সদ্যপ্ৰাপ্ত স্বাধীনতাই সৃষ্টি কৰা গভীৰ প্ৰত্যাশা ৰাজনীতিৰ জগতত ক্ৰমবৰ্দ্ধমান সমাজবাদী চিন্তা-চেতনাৰ বিস্তাৰ, তাৰ ফলস্বৰূপেই প্ৰকট হৈ উঠা ধনী-দুখীয়াৰ বৈষম্য, নতুন আভিজাত্যৰ অন্তঃসাৰশূন্যতা ইত্যাদি অনেকবোৰ বৈচিত্ৰ্যই গঢ়ি তুলিছিল **'আজিৰ মানুহ'**

ভাব বস্তুক। উল্লেখনীয় যে এই সমস্ত বৈচিত্ৰৰ মাজত মূল সত্তা হিচাপে প্ৰতিষ্ঠিত হৈছে অসমৰ গ্ৰাম্য সমাজখনক গঢ়ি তোলাৰ দুৰ্বাৰ আকাংক্ষা। উপন্যাসৰ এই কেন্দ্ৰীয় সত্তাই শেষলৈকে ডেকাৰ নিজৰ জীৱনৰ লগতো একাত্মতা ৰক্ষা কৰিছে। পিছলৈ তেওঁৰ লেখনিত নানান সমস্যা, নানান চিন্তাই ভুমুকি মাৰিছে; কিন্তু এই সকলো চিন্তাক নিয়ন্ত্ৰণ কৰিছে— তেওঁৰ গ্ৰাম্য সমাজখনৰ প্ৰতি, অসমীয়া জাতিটোৰ প্ৰতি থকা নিভাঁজ ভালপোৱাই। ভাৰতীয় মহান জাতীয়তাৰ আদৰ্শ, পৰম্পৰাৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা আৰু মানৱতাবাদৰ প্ৰতি থকা প্ৰবল আস্থাই এই কেন্দ্ৰীয় সত্তাৰ সৈতে অনবৰতে খোজমিলাই তেওঁক আগুৱাই নিছে।

আমাৰ সমাজ এতিয়া ক্ষিপ্ৰ গতিত পৰিবৰ্তন হ'ব ধৰিছে। এই পৰিবৰ্তনৰ নতুন বতাহজাকে তাহানিৰ গ্ৰাম্য সমাজখনক ধৰি ৰখা বহুবোৰ প্ৰমূল্যকে এতিয়া প্ৰত্যাহ্বান জনাইছে। পাশ্চাত্য ভোগবাদী আদৰ্শৰ বতাহে অনা নতুন প্ৰমূল্যৰ সমুখত আমাৰ ভালেমান পুৰণি ৰীতি-নীতি বা নীতি কথা অথবা জীৱন ধাৰণৰ বহুবোৰ প্ৰক্ৰিয়া অচল যেন হৈ পৰিছে। পিছে পাশ্চাত্যই যি অফুৰন্ত কৰ্ম-শক্তিৰ সহায়ত আৰু অৰ্থৰ বলত আজি সমগ্ৰ বিশ্বকে প্ৰভাৱিত কৰিছে সেই কৰ্মশক্তিৰ প্ৰতি থাকিব লগা উদ্যম আমাৰ সমাজত নাই। অৱশ্যে অকল কৰ্মশক্তি বা আদৰ্শ জীৱন প্ৰণালীৰেই এনে প্ৰভাৱ ৰোধ কৰিব নোৱাৰি বা আমাৰ সমাজখনলৈ আহি পৰা কেৰোণবোৰো আঁতৰাব নোৱাৰি। কিন্তু সীমাবদ্ধতা থকা সত্ত্বেও 'এনেবোৰ কথাই আমাক মেৰুদণ্ড পোণ কৰি থিয় হৈ থাকিবলৈ, সমুখৰ পিনে সদম্ভে আগুৱাই যাবলৈ প্ৰেৰণা দিব পাৰে। জাতীয় অস্মিতাৰে ভৰা তেওঁৰ জীৱন প্ৰণালী আছিল তেনে এক প্ৰেৰণাৰ উৎস।

শ্ৰদ্ধেয় ডেকা কৃষক সংগ্ৰাম বা সৰ্বহাৰাৰ সংগ্ৰামৰ তত্ত্বৰে পুষ্ট ব্যক্তি নাছিল। কিন্তু তেওঁ কৃষকৰ বা সৰ্বহাৰাৰ জীৱনটোক অতি ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছিল। সেয়েহে তেওঁলোকৰ জীৱনৰ মংগলসাধন, তেওঁলোকৰ অৱস্থাৰ বিকাশ সাধন আদিৰ ক্ষেত্ৰত থকা সমস্যাবোৰ তেওঁ সঠিকভাৱে প্ৰত্যক্ষ কৰিব পাৰিছিল। এনে প্ৰত্যক্ষ অভিজ্ঞতাৰেই তেওঁ ৰচনা কৰিছিল **'মাটিকাৰ'**ৰ দৰে উপন্যাস, য'ত 'নাঙল যাৰ মাটি তাৰ' এই নীতিক বলিষ্ঠভাৱে সমৰ্থন কৰা হৈছে। "মাটি খেতিয়কৰ হ'ব লাগে, যাতে দেশত উৎপন্ন বৃদ্ধি হয় আৰু এই উৎপন্নৰ সহজ পন্থা হ'ল সমবায় ফাৰ্ম (collective firm) পদ্ধতি।' এই দৃষ্টিভংগীত ভাৰতীয় সমবায় আন্দোলনৰ প্ৰভাৱ থাকিলেও তেওঁ এই সমবায় গঢ়িব বিচাৰিছিল হাতে হাতোনাসকলক লৈ। পিছে তেওঁৰ এই উপন্যাসখন লৈ পশ্চিমবংগত ভালেখিনি হৈ চৈ হ'ল। ডেকাই এতিয়া আত্মপক্ষ সমৰ্থন কৰি ৰচনা কৰিলে **'পশ্চিম বংগত মাটিকাৰ'** নামৰ পুস্তিকা। ইয়াত তেওঁ তেওঁৰ দৃষ্টিভংগী স্পষ্টভাৱে দাঙি ধৰিলে আৰু ক'লে যে ইয়াৰ আদৰ্শ হ'ল মানৱতাবাদ আৰু ইয়াতেই তেওঁ ঘোষণা কৰিছে প্ৰকৃত কৃষক ঐক্যৰ কথা। "পৃথিৱীৰ সকলো খেতিয়ক এক, সকলো উৎপন্নকাৰী মানৱজাতিৰ ৰক্ষক"। "বঙালী, অসমীয়া, উৰিয়া, নেপালী, চাওতাল যিয়ে নহওক সকলো খেতিযক শ্ৰেণীমানুহ আৰু সকলো উৎপন্নকাৰী লোক।" দেখা যায় যে শ্ৰেণী সংগ্ৰামৰ তত্ত্বৰে পুষ্ট নহ'লেও ডেকাই স্পষ্টভাৱে বুজিছিল যে পৃথিৱীৰ সকলো কৃষকৰ শ্ৰেণী এটাই আৰু উল্লেখনীয় যে তেওঁ সদায় এই শ্ৰেণীৰ পক্ষত আছিল। কাৰ্যকাৰণৰ বিশ্লেষণত উজুটি খাই কেতিয়াবা তেওঁ নিজে তৎকালীনভাৱে চিনাক্ত কৰা শত্ৰুৰ প্ৰতি ৰূঢ় মন্তব্য কৰিলেও ব্যক্তি হিচাপে প্ৰত্যেকৰে প্ৰতি অন্তৰত আছিল শ্ৰদ্ধা আৰু অকৃত্ৰিম ভালপোৱা। আমি নিজেই অভিভূত হৈ পৰিছোঁ যে এই গ্ৰন্থখনৰ প্ৰসংগতে আমি মাজতে তেওঁৰ ঘৰলৈ যাওঁতে দেখিলো যে এজন ইচলামধৰ্মী লোক তিনি চাৰিদিন ধৰি তেওঁলোকৰ ঘৰত আছেহি। পত্নীৰ চিকিৎসাৰ বাবে আহিছে। ডেকাদেৱ জীয়াই থাকোঁতে এনেলোকৰ চিকিৎসাৰ বাবে নিজেই আয়ুৰ্বেদিক মহাবিদ্যালয়লৈ গৈ ব্যৱস্থা কৰি দিছিল। এতিয়া ডেকাৰ পত্নীয়ে তেখেতক থকা-খোৱাৰ ব্যৱস্থা কৰি দিছে। আমি ডেকাদেৱৰ জ্যেষ্ঠপুত্ৰ ড' উমেশ ডেকাৰ লগত তালৈ গৈছিলোঁ। তেওঁ মানুহজনক চিকিৎসাৰ বাবে টকা এশ দি আহিল। ঘটনাটো সৰু হ'লেও চিন্তনীয়। অসমৰ মাটিত দলে দলে আহি দখলদাৰী

ধৰা মুছলমান বহিৰাগতসকলৰ প্ৰতি তেওঁ কঠোৰ, কিন্তু ব্যক্তিগত স্তৰত এনে বহুলোকক তেওঁ নানানভাৱে সহায় কৰে। আজিৰ সমাজত গুৱাহাটী মহানগৰত এনেধৰণৰ সেৱা সঁচাকৈয়ে বিৰল। আনকি ঘৰখনৰ অন্যান্য ব্যক্তিসকলৰ মাজতো ডেকাৰ এই মহৎ গুণৰ প্ৰভাৱ বিদ্যমান। সেইফালৰ পৰা ডেকা আছিল খাটি মানুহ মুখত মানৱতাৰ কথা, দুৰ্বলী, নিস্বজনক পৰিত্ৰাণ কৰাৰ বক্তৃতা দি নিজৰ পাল পৰিলে ভিৰাই লৰ মৰা লোক তেওঁ নাছিল। এনেবোৰ সেৱা সেয়েহে তেওঁ অতি আদৰেৰে কৰিছিল। এনে ঘটনাই তেওঁৰ ব্যক্তিত্বৰ মহত্বক আজিও সজীৱ কৰি ৰাখিছে। সেয়েহে হিতেশ ডেকাৰ মৃত্যুত লোকে লোকাৰণ্য হৈছিল শ্ৰাদ্ধৰ ঘৰত হিন্দু মুছলমান আটায়ে দায়িত্ব লৈ কামকাজ পৰিচালনা কৰিছিল। মাটিৰ মানুহৰ প্ৰতি থকা অকৃত্ৰিম ভালপোৱাৰ গুণতে মাটিৰ মানুহেই কান্ধ পাতি লৈছিল এই দায়িত্ববোৰ।

আমাৰ সমাজত মাটিৰ মানুহৰ প্ৰতি অৱহেলা চিৰাচৰিত কথা। সেয়েহে এনেবোৰ মহৎ গুণৰ অধিকাৰী এই ব্যক্তিজনৰো জীৱন আৰু কৃতিৰ যথোপযুক্ত আলোচনা হোৱা নাই, বঁটা বাহনতো দূৰৰে কথা। দুই এজন খ্যাতিমান সাহিত্যিকে আক্ষেপ কৰি লিখিছে ডেকাই কিয় সাহিত্য অকাডেমী বঁটা নাপালে কিয়নো বঁটা, বাহনৰ কথা বাদেই দিলো, কিন্তু তেওঁৰ সাহিত্যকৰ্মৰো বিত বৌদ্ধিক আলোচনা হোৱা নাই। জনপ্ৰিয়তাৰ শীৰ্ষত থকা এজন ব্যক্তিৰ কৃতিসমূহক সেয়েহে পুংখানুপুংখভাৱে বিশ্লেষণ কৰি তেওঁৰ মনৰ মানুহৰ মাজলৈ লৈ যোৱাই হ'ল আমাৰ মূল উদ্দেশ্য।

এই উদ্দেশ্য সন্মুখত ৰাখি পুথিখন প্ৰস্তুত কৰাৰ বাবে এটি আঁচনি যুগুতোৱা হৈছিল। এই মতে পুথিখনিত তিনিটা শিতান সন্নিবিষ্ট কৰা হৈছে। প্ৰথমটো শিতান হ'ল **জীৱনকৃতি** য'ত পাৰিবাৰিক আৰু ব্যক্তিগত জীৱনৰ লগত ওতপ্ৰোতভাৱে জড়িত বা সমাজজীৱনত তেখেতক জনা বা বুজিপোৱা ব্যক্তিসকলৰ স্মৃতিচাৰণ, কাৰ্যৰ মূল্যায়ন আদি কৰাৰ দিহা কৰা হৈছে। দ্বিতীয়টো শিতান হ'ল **সাহিত্য কৃতি**। এই শিতানত ডেকাৰ সমস্ত সাহিত্যকৰ্মৰ বিভিন্ন দিশৰ পৰা বিচাৰ কৰি চোৱাৰ প্ৰয়াস কৰা হৈছে আৰু এনে বিচাৰ বিশ্লেষণ যাতে বৌদ্ধিক ধৰণৰ হয় তাৰ প্ৰতি দৃষ্টি ৰখা হৈছে। তৃতীয়টো শিতান– **'অপ্ৰকাশিত ৰচনা সম্ভাৰৰ চিনাকি আৰু অন্যান্য'**ত তেখেতৰ বাল্যকালতে আৰম্ভ কৰা বিভিন্ন লিখনি, নথি-পত্ৰ, সম্বৰ্দ্ধনা ইত্যাদি বিভিন্ন দিশ সামৰিবৰ যত্ন কৰা হৈছে। আমাৰ আঁচনিৰ পৰিধিৰ ভিতৰত সকলোখিনি দিশ সামৰিবৰ যত্ন কৰা হৈছিল যদিও মূৰকত লেখনি আহি নোপোৱাত দুই এটি দিশ বাদ পৰি গ'ল। এনেবোৰ অসম্পূৰ্ণতাৰ বাবে সম্পাদকসকল নিশ্চয় ক্ষমাৰ যোগ্য। পুথিখনে শ্ৰদ্ধেয় ডেকাৰ জীৱন আৰু কৰ্মৰাজিৰ পাঠকৰ মাজলৈ লৈ যাব পাৰিলেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। পুথিখনক আঁচনিৰ স্তৰৰ পৰা গ্ৰন্থৰ আকাৰলৈ অনাত আটাইতকৈ মুখ্য ভূমিকা হ'ল লেখকসকলৰ। নিজৰ নানান ব্যস্ততাৰ মাজতো তেখেতসকলে আমাৰ অনুৰোধ ৰক্ষা কৰি পুথিখন সম্পূৰ্ণ কৰাত আগবঢ়োৱা অৰিহণাৰ বাবে আমি সদায় ঋণী হৈ ৰ'লো। কৃতজ্ঞতাৰে এই ঋণ সুজিব নোৱাৰি। গ্ৰন্থখনৰ বিভিন্ন দিশত পৰামৰ্শ দি আমাক সহায় কৰিছে ড প্ৰমোদ ভট্টাচাৰ্য, ড হীৰেন গোহাঁই, ড নগেন চন্দ্ৰ শৰ্মা আদি গুণী ব্যক্তিসকলে। তেখেতসকলৰ প্ৰতি আমি চিৰকৃতজ্ঞ। এডভোকেট বিষ্ণুপ্ৰসাদ চৌধুৰী, শৈলেন কলিতা, নয়নমণি মেধি, অজিতপ্ৰসাদ শৰ্মা আদি শুভাকাংক্ষীয়ে অনবৰতে বিভিন্ন দিশত সহায়ৰ হাত আগবঢ়াইছে। তেওঁলোকো আমাৰ কৃতজ্ঞতাৰ পাত্ৰ। শেষত চন্দ্ৰপ্ৰকাশৰ স্বত্বাধিকাৰী ৰাজেন্দ্ৰমোহন শৰ্মাদেৱে গ্ৰন্থখন প্ৰকাশৰ দায়িত্ব লৈ মূল কাম ফেৰা সমাধা কৰিছে। তেখেত সকলোৰে শুভাশিসৰ পাত্ৰ। অতি খৰতকীয়াকৈ এই বিশালায়তনিক গ্ৰন্থখনিৰ ছপাকাৰ্য সমাধা কৰিবলগীয়া হোৱা বাবে আমাৰ অনিচ্ছাসত্ত্বেও বহুতো মুদ্ৰণ-প্ৰমাদ ৰৈ যোৱাৰ বাবে অদোষদৰ্শী পাঠকসমাজৰ ওচৰত আমি ক্ষমাপ্ৰাৰ্থী হৈ ৰ'লো।

□□□□□

# সূচীপত্ৰ



## প্ৰথম তৰংগ

## হিতেশ ডেকাৰ জীৱন-কৃতি

## দ্বিতীয় তৰংগ
## হিতেশ ডেকাৰ সাহিত্য-কৃতি

## তৃতীয় তৰংগ
## হিতেশ ডেকাৰ অপ্ৰকাশিত ৰচনাৰাজিৰ নমুনা আৰু অন্যান্য



□□□□□

# সাহিত্য-সাগৰ-স্নাতো হিতেশো ধীমতাং বৰঃ

**অধ্যাপক শ্ৰীউমাকান্ত দেৱ শৰ্ম শস্ত্ৰি তৰ্কব্যাকৰণ-তীৰ্থেন।**

ৰবিৰামঃ পিতা যস্য মাতা চ সুন্দৰী প্ৰিয়া।
ৰবি-সুন্দৰ সান্নিধ্যাদীশঃ স্যাদ্ধিত সাধকঃ।। ১ ।।
সমুদিতো হৃদাকাশে ৰৱেৰ্বৰিৰ্জগৎপতিঃ।
ৰমিত্বা ৰবিনা সাৰ্দ্ধং যামেতি শাশ্বতীং প্ৰীতিম্।। ২।।
সৰ্বে কৃষীবলো লোকে ধন্যো ৰবি-প্ৰসাদতঃ।
ৰবিনা ৰমণাদ্ যোহয়ং ৰবিৰামঃ প্ৰজায়তে।। ৩।।
কাশ্যপগোত্ৰসম্ভূতঃ ডেকাকুলাব্ধিকৌস্তুভঃ।
সাৰল্যৌদাৰ্য্য নিষ্ঠাভিৰ্লোকানাং ৰচনেস্থিতঃ।। ৪।।
ইতিহাসপ্ৰসিদ্ধেহস্মিন্ সৰ্থেবাৰীতি সংজ্ঞকে।
সমজন্যসমে ৰম্যে হিতেশঃ কুলসম্ভৱঃ।। ৫।।
ধন্যো হি ৰবিৰামোহয়ং ধন্যা সা সুন্দৰীপ্ৰিয়া।
হিতেশং পুত্ৰৰূপেণ লব্ধা খ্যাতিমৱাপ্নুতাম্।। ৬।।
সাহিত্য-সেৱয়া পুত্ৰো হিমাংশোৰিৱ সৰ্বদা।
প্ৰাপ্নোতু ৱিপুলাং খ্যাতিমিতি নৌ মনসস্তৃষা।। ৭।।
পূৰ্ণং ভৱতি তৎসৰ্বং পুত্ৰ-ৱিত্তৈৰ্যদীপ্সিতম্।
লোকে ন ৱৰ্ত্ততে ৱিত্তং গৃহিণাং হ্যাত্মজো ধনম্।। ৮।।
শুক্লপক্ষে ত্ৰয়োদশ্যাং কুম্ভৰাশি-স্থিতে ৰবৌ।
যুগ-নেত্ৰ-গ্ৰহাদিত্য খৃষ্টাব্দেহভূদ্ৰৱেঃ সুতঃ।। ৯।।
দীয়তে শুক্লপক্ষেণ সমজ্যা তে নিশাপতেঃ।
তদা দত্তং ত্ৰয়োদশ্যা সৰ্বস্বং সৰ্বসিদ্ধিদম্।। ১০।।
মেষাদি ৰাশয়ঃ সৰ্বে দাস্যামঃ কিংৱিচিন্ত্য তে।
ৱদন্তি নিকষা কুম্ভং কৰ্ত্তব্যন্তে মহন্নুনম্।। ১১।।
জ্ঞানেন পৰিপূৰ্ণস্তু কুম্ভস্তস্মৈ প্ৰদীয়তে।

জ্ঞানকুম্ভং হৃদি ধৃত্বা হিতেশোহভূদ্ বুধাৰ্চিতঃ।। ১২।।

সাহিত্য-গগনে ধ্ৰুৱনক্ষত্ৰঃ সন্ বিৰাজতে।

বিৰচ্যাৰিবিধান গ্ৰন্থান্ কাব্যশাস্ত্ৰে মহোৎসাহঃ।। ১৩।।

শ্ৰদ্ধয়া সংস্মৰিষ্যন্তি দেশস্যাহসমৱাসিনঃ।

সাহিত্য সাগৰস্নাতং হিতেশং কৃতিশিক্ষকম্।। ১৪।।

সাহিত্য সংস্কৃতি ক্ষেত্ৰে পুষ্পোদ্যানং ত্বয়া কৃতম্।

তত্ৰোদ্ভৱেষু পুষ্পেষু প্ৰণেয়া নিপুনালয়ঃ।। ১৫।।

কৃতিশিক্ষক ৰূপেণ ভৱতো মহতীং স্থিতিম্।

দৃষ্ট্বা তু সৰ্বকাৰেণ দীযতে মানপত্ৰকম্।। ১৬।।

ভাষা সাহিত্য কোষে বৈ গ্ৰন্থাস্তে মণিৱিদ্ৰুমাঃ।

গ্ৰৈবেযকমিতি ধৃত্বা শোভন্তে চেহ পাঠকাঃ।। ১৭।।

প্ৰাপ্তং ত্বয়া শ্ৰেষ্ঠপদং যথাৰ্থং,

সভাপতেৰ্বৈ নিজজন্মভূমৌ।

সাহিত্য সংসদ বচনং জনেষু

হিৰণ্য ৰেখেব চিৰং বিভাতি।। ১৮।।



# হিতেশ ডেকাৰ সাধনা

ড' হীৰেন গোহাঁই

হিতেশ ডেকা বুলিলেই মোৰ মনলৈ আহে এনে এজন মানুহৰ কথা, যিজনে অকলশৰে গাড়ীগাঁৱৰ পৰা জালুকবাৰীলৈ কেতিয়াবা কোবাকুবিকৈ কেতিয়াবা চিন্তামগ্নভাবে খোজ কাঢ়ি অহাযোৱা কৰিছিল। সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু নানা সন্মানেৰে বিভূষিত এইজন মানুহে নিজৰ মান মৰ্যাদা ৰক্ষা কৰিবলৈ কিবা যান বাহন ব্যৱহাৰ কৰাৰ কথা ভবা নাছিল তেনে সামন্তযুগীয় মান মৰ্যাদাৰ ধাৰণা তেওঁৰ নাছিল। শাৰীৰিক পৰিশ্ৰম কৰি (নিশ্চয় মেলাত তেওঁৰ বাবে একধৰণৰ শ্ৰম আছিল) জীৱিকা অৰ্জন কৰাত তেও বিশ্বাসী আছিল। শ্ৰমৰ মৰ্যাদা ঘোষণা কৰিবলৈই সচৰাচৰ তেও যাবতীয় কামকাজ পদব্ৰজে ভ্ৰমণ কৰি সমাধা কৰিছিল। দৰকাৰ পৰিলগীয়া হ'লেহে যানবাহন ব্যৱহাৰ কৰিছিল।

অসমীয়া সমাজত প্ৰবল হৈ থকা মধ্যযুগীয় সামন্তবাদী ধ্যান ধাৰণা কেতবোৰৰ বিপৰীতে কৃষকসন্তান হিতেশ ডেকাই ব্যক্তিগত পুৰুষাৰ্থ আৰু আত্মনিৰ্ভৰশীলতাৰ আদৰ্শ দাঙি ধৰিছিল। তেও কঠোৰ জীৱন সংগ্ৰামৰ জৰিয়তে জীৱনত সিদ্ধিলাভ কৰিছিল আৰু আলস্য, পলায়নবাদী মনোভাৱ আৰু শোষণ আৰু অন্যায়ৰ বিপৰীতে ব্যক্তিগত আকাংক্ষাক সৎ পৰিশ্ৰমেৰে সাফল্যমণ্ডিত কৰিবলৈ অসমীয়া মানুহক পৰামৰ্শ দিছিল। অসমীয়া শ্ৰমবিমুখ পৰজীৱী মনোভাৱ তেওঁৰ ধাৰণাত কানি ভাঙৰ দৰেই জাতীয় উন্নতিৰ প্ৰধান অন্তৰায় আছিল।

এই উদ্যোগী, কষ্টসহিষ্ণু মনোভাৱ জাতীয় আদৰ্শত পৰিণত কৰিবলৈ তেও হাতে কলমে চেষ্টা কৰিছিল। জাতিৰ প্ৰতি ভালপোৱা আৰু দায়িত্ববোধ আছিল তেওঁৰ চৰিত্ৰৰ দ্বিতীয় মহৎ গুণ। অসমীয়া মানুহে আনৰ লগত প্ৰতিযোগিতা কৰি মূৰৰ ঘাম ভৰিত পেলাই সম্পদ উৎপাদন আৰু উপাৰ্জন কৰক আৰু সিয়েই জাতীয় উন্নতিৰ ভিত্তি হওক, সেয়েহে আছিল তেওঁৰ কাম্য। তেও নিজে সাতমাইলৰ বজাৰখনক উৎসাহ দি আৰু ক্ষুদ্ৰ বেপাৰী সকলক সহায় কৰি সেইখন প্ৰতিষ্ঠা কৰাত আগভাগ লৈছিল। ঘৰৰ বন-বাৰী কৰাতো তেও আছিল ক্লান্তিহীন।

অৱশ্যে আমি প্ৰত্যেকেই আন কথালৈ মন নিদি এটা জীৱিকা বাচি লৈ দেহে কেহে শ্ৰম কৰিলেই জাতীয় বিকাশ সুনিশ্চিত হ'ব, তেনে ধাৰণা সৰলীকৃত হ'ব। জাতীয় বিকাশৰ কিছু ব্যৱস্থাগত ত্ৰুটি বা অন্তৰায় থাকিব পাৰে। ব্যৱস্থাগত ত্ৰুটিৰ ভিতৰত আৰ্থ-সামাজিক দিশবোৰৰ প্ৰতি তেওঁ বেছি মনোযোগ দিয়া নাছিল। কিন্তু মূল্যবোধৰ ক্ষেত্ৰত থকা ভুল ভ্ৰান্তি, বিভ্ৰম আৰু মোহৰ বিৰুদ্ধে তেওঁ আছিল খড়্গহস্ত। কঠোৰ জীৱন সংগ্ৰামৰ জৰিয়তে সাফল্য অৰ্জন কৰা ডেকাই অবাস্তৱ বা আত্মপ্ৰবঞ্চনামূলক ধ্যান-ধাৰণাৰ বিৰুদ্ধে জাতিক সাঁকিয়াই আছিল। ভাববিলাসৰ ঠাইত বাস্তৱমুখী জীৱন সংগ্ৰামক তেওঁ গুৰুত্ব দিছিল।

কিন্তু জাতীয় সংগ্ৰামৰ ক্ষেত্ৰত শত্ৰু-মিত্ৰ নিৰ্বাচন কৰোঁতে স্বাভাৱিকতে অন্যান্য জাতিৰ প্ৰতিদ্বন্দ্বিতাই তেওঁৰ ধাৰণাত প্ৰধান বিপদৰূপে প্ৰতিভাত হৈছিল। সেয়ে তেওঁ লিখা **'মাটি কাৰ?'** উপন্যাসৰ বিৰুদ্ধে এচাম সাংসদ লোকসভাত সৰৱ হৈছিল। পিছলৈ অৱশ্যে অসম-আন্দোলন আৰু তাৰ পৰৱৰ্তী কালছোৱাত এইবোৰ ধাৰণাৰ সীমাবদ্ধতা সম্পৰ্কে তেওঁ সজাগ হৈছিল, আৰু মুকলিকৈ তাক স্বীকাৰ কৰিছিল।

ব্যক্তিগত আৰু জাতীয় আত্মসন্মানৰ যি আদৰ্শ তেওঁ দাঙি ধৰিছিল, তাক হেয় কৰা টান।

কাৰণ বাস্তৱ সংগ্ৰামৰ কষটি শিলত তেওঁ এই বিশ্বাসৰ সত্যতা পৰীক্ষা কৰিছিল। আমি সেই ধাৰণাৰ সীমাবদ্ধতা লক্ষ্য কৰিব পাৰোঁ, কিন্তু তাক মূল্যহীন বুলি উৰাই দিব নোৱাৰোঁ। বিশেষকৈ সম্প্ৰতি বহিৰাগত বস্তু, অভ্যাস, আচাৰ আৰু ধাৰণা মাত্ৰেই সত্য বা শুদ্ধ বুলি ভবাৰ যি বিকৃত মনোভাৱ আমাৰ উদীয়মান প্ৰজন্মৰ মাজত গঢ় লৈছে, তাক বাধা দিবলৈ এই আত্মসন্মানৰ অনুশীলন কৰা প্ৰয়োজন।

ডেকাৰ সাৰস্বত-সাধনাও তেখেতৰ জীৱনৰ এক উল্লেখযোগ্য শিক্ষা। সাধাৰণ মানুহৰ মাজৰ পৰা ওলাই আহি শ্ৰম আৰু কুশলতাৰে আত্মপ্ৰতিষ্ঠাৰ যি আদৰ্শ তেখেতে সাব্যস্ত কৰিলে সি দেশৰ স্বাধীনতা সংগ্ৰাম আৰু গণতন্ত্ৰ প্ৰতিষ্ঠাৰ সংগ্ৰামৰ অংশ আছিল। কিন্তু সেই সংগ্ৰামক বাণীময় কল্পনাৰে এক অবিনাশী ৰূপ দিবলৈ তেখেতে আত্মনিয়োগ কৰিছিল। তেখেতৰ উপন্যাসসমূহ আছিল তেখেতৰ অভিজ্ঞতা আৰু উপলব্ধিৰ শোধিত ৰূপ। মুক্তি আৰু প্ৰগতিৰ বাবে ভাৰতৰ তথা অসমৰ আপামৰ জনগণে যি আকাংক্ষা কৰে, যি কষ্ট আৰু ত্যাগ কৰে, ডেকাৰ উপন্যাসত তাৰ নানা যন্ত্ৰণা আৰু সপোন ফুটি উঠিছে। গতিকে সকলো সীমাবদ্ধতা সত্বেও কেঁচাসোণৰ দৰে কিছু ভুলভ্ৰান্তিৰ তৰপৰ আঁৰত লুকাই আছে সিহঁতৰ সাৰ্থকতা।



# প্ৰাণ-বন্ধু গৈল এৰি হিতেশ ডেকাৰ সোঁৱৰণ

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

চাওঁতে চাওঁতে দিনবোৰ পাৰ হৈ গ'ল মাহবোৰেও বাগৰ সলালে। মোক সততে 'মিত্ৰ' বুলি সম্বোধন কৰি ভাল পোৱা অসমৰ কাৰু শিল্পৰ বিখ্যাত ঠাই সৰ্থেবাৰীৰ জনপ্ৰিয় ঔপন্যাসিক **'আজিৰ মানুহ'**ৰ খ্যাতিৰে অবিভক্ত কামৰূপ জিলা সাহিত্য পৰিষদৰ (কামৰূপ জিলা সাহিত্য সভা) পলাশবাৰী অধিবেশনৰ গগন গম্ভীৰ সভাপতি অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ থলুৱা সভাপতি, কৃতী শিক্ষক অসামৰিক প্ৰতিৰক্ষাৰ সাৰ্থক বিষয়া, সামাজিক বীৰপুৰুষ হিতেশ ডেকাই (হিতেশ্বৰ ডেকা হিতেশ চন্দ্ৰ ডেকা) আমাক এৰি যোৱাৰ এবছৰ হয়াহি এখোনঃ প্ৰাণবন্ধু গৈল এৰি।

সৰ্থেবৰীয়া লোটা হাজেলীয়া ফোঁটা কমাৰকুছীয়া আপী মূৰিকোনীয়া জাপী এই ধৰণৰ পটন্তৰ বচন আমি সৰুতে শুনা। আমাৰ ঘৰ নলবাৰী নগৰৰ কাষৰ এখন জলাতক গাঁও পাগলদিয়া নদীৰ পছিম পাৰে অৱস্থিত দীঘেলী গাঁও বালিলেছা গাঁওৰ সৈতে লগালগি। সৰ্থেবাৰীৰ কাঁহৰ বাচনৰ বেপাৰীবোৰ আমি সৰুকালিতে অৰ্থাৎ ১৯৩০ চন মানৰ পৰাই (মনত পৰা সময়) লগ পাইছিলোঁ। তেওঁলোকে আমাৰ চ'ৰাঘৰত আহি কথা বতৰা কোৱা, দৰ দাম কৰা, ৰাতি আমাৰ ঘৰতে পাগ্‌ কৰি ভাত খাই বাহিৰা ঘৰত শুই থকা সেই ল'ৰালিৰ স্মৃতিবোৰ যোৱা তিনি কুৰি দহ বছৰেও পাহৰিব পৰা নাই। সৰ্থেবাৰীৰ কাঁহৰ বাচন, কাঁহী, বাটি লোটা ঘটি, তাল, ঠগা বাতি, বটা শৰাই আদি আমাৰ ঘৰে ঘৰে আছিল। সেই সৰ্থেবাৰীৰ প্ৰয়াত হলীৰাম ডেকা, জীৱিত ভূপেন্দ্ৰনাৰায়ণ চৌধুৰী আদিৰ লগতে মিত্ৰ বৰ হিতেশ ডেকা তেওঁৰ গুণৱতী ভাৰ্যা ৰন্ধনবিদ্যাত নিপুণা ডেকা, গুণধৰ পুত্ৰ উমেশ ডেকা আৰু শিক্ষিতা বোৱাৰী গীতা ডেকাৰ উপৰিও বিবাহিতা জীয়াৰীসকলৰ ভিতৰত শিৱসাগৰত বহা হীৰক জয়ন্তী অধিবেশনত লগ পোৱা আয়ুৰ্ম্মতি জনৈকা ডেকা আদিৰ সৈতে জালুকবাৰীৰ ঘৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয় চৌহদ প্ৰিয়জনৰ কৰ্মক্ষেত্ৰ হৈ পৰিছিল। বয়সত মোতকৈ দুবছৰে ডাঙৰ যদিও ঘৰুৱা আৰ্থিক দুৰৱস্থা আৰু বিয়াল্লিশৰ গণবিপ্লৱৰ ভুক্তভোগীৰূপে হিতেশ ডেকাই কলেজীয়া জীৱন আৰম্ভ কৰে ১৯৪৫ চনত স্থাপিত নলবাৰী কলেজতঃ অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী (দুবাৰকৈ অসম সাহিত্য সভাৰ সভাপতি মীৰ্জা, পলাশবাৰী আৰু গোৱালপাৰা), অধ্যাপক প্ৰভাতচন্দ্ৰ গোস্বামী, অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱা, অধ্যাপক উমাকান্ত শৰ্মা আদিৰে অসমৰ 'নৱদ্বীপ' স্বৰূপ নলবাৰীত ডেকাই শিক্ষা গ্ৰহণ কৰেঃ ওচৰতে সংস্কৃত কলেজখন-- অধ্যক্ষ আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী আৰু প্ৰখ্যাত নলবাৰী গৰ্ডন হাইস্কুল— য'ত নাট্যকাৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৰায়চাহাব মণিৰাম দাস আদিয়ে প্ৰধান শিক্ষকৰ পদ শোভিত কৰিছিলঃ মই ১৯৪৩ চনতে গৰ্ডনৰ পৰা প্ৰৱেশিকাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ বি বৰুৱা কলেজত আই-এ (কমাৰ্চ) আৰু পিছত কটন কলেজত বি-এ পঢ়ো। সেয়েহে সৰ্থেবাৰীৰ হিতেশ ডেকাই নলবাৰী কলেজত বিদ্যা লাভ কৰি অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ আশীষ-চন্দন লৈ **'আজিৰ মানুহে'**ৰে বাতৰি কাকত আলোচনীত (দৈনিক অসমীয়া, নতুন অসমীয়া, ৰংঘৰ-ৰামধেনু কাল) খ্যাত হোৱাৰ পিছতহে মোৰ সৈতে

ব্যক্তিগত সান্নিধ্য ঘটে।

বিশেষকৈ অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ ঢিং অধিবেশনৰ সভাপতিত্বৰ পৰৱৰ্ত্তী কালত ৰঙিয়া নগৰীত কামৰূপ জিলা সাহিত্য সভাৰ প্ৰথম অধিবেশন অনুষ্ঠিত হোৱা কালতে ডেকাৰ সৈতে আমাৰ সান্নিধ্যৰ সূত্ৰপাত ঘটে। এয়া সান্নিধ্য শাৰীৰিক মানসিক স্তৰ ভেদি কেতিয়া যে জ্ঞান স্পৰ্শী হ'ল— গমকে নেপালোঁ।

সম সাময়িক লোকৰ প্ৰতি সম-সাময়িক সমালোচক বিশ্লেষক সাংবাদিক সকল যে নিৰপেক্ষ নিৰ্ভুল নহয়, সেই বিষয়ে কলিকতা বিশ্বদ্যিালয়ৰ অধীনত ইংৰাজী পাঠ্যক্ৰমৰ নিবন্ধ এটিত পঢ়িছিলোঁ হিতেশ ডেকাৰ **'আজিৰ মানুহ', 'ভাৰাঘৰ'** আদি উপন্যাস তথা, প্ৰবন্ধ-অভিভাষণ মযো কাৰ্যাস্থৰত ওপৰে ওপৰে পঢ়িছিলোঃ দৈনিক অসমীয়া, নতুন অসমীয়া মণিদীপ আদি কাকত আলোচনীত সতীৰ্থ (ড) বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, সদানন্দ চলিহা, অগ্ৰজ কীৰ্ত্তিনাথ হাজৰিকা আদিৰ নিৰ্দেশনাত পুথি পৰিচয় ৰূপে অসমীয়া সাহিত্যৰ সমালোচনামূলক ৰচনাতো হাত দিছিলোঁ-- হিতেশ ডেকাৰো উপন্যাসৰ সমালোচনা লিখিছিলোঁ চন তাৰিখ কথাবোৰ মনত নাই। ১৯৯৩ চনত আনন্দৰাম বৰুৱা ভাষা কলা সংস্কৃতি সন্থাৰ দ্বাৰা প্ৰকাশিত **অসমীয়া সাহিত্যৰ বুৰঞ্জী** (ষষ্ঠ খণ্ড) পুথিখনৰ ১৬৭ পৃষ্ঠাত হিতেশ ডেকাৰ বিষয়ে লিখা ছেদটি পঢ়ি মোৰ অসন্তুষ্টি ৰাজহুৱাকৈ ব্যক্ত কৰিছো' 'হিতেশ ডেকাই (জ ১৯১৮) পঞ্চাশৰ দশকৰ প্ৰথমটিত তেওঁৰ উপন্যাস (১৯৫৪)ৰ দ্বাৰা প্ৰকৃত জনপ্ৰিয়তা অৰ্জন কৰিছিল। এটা প্ৰেম আৰু বিচ্ছেদৰ কাহিনী আত্মত্যাগ আৰু সমসাময়িক গান্ধীবাদী সামাজিক সংগঠনৰ আদৰ্শৰ লগত জড়িত কৰি এই উপন্যাস সেই সময়ৰ পাঠক সমাজৰ অন্তৰ স্পৰ্শ কৰিছিল। কিন্তু অন্তৰ পৰশা কাহিনীৰে সামাজিক আৰু মানবীয় আদৰ্শ দাঙি ধৰাত ডেকাৰ এইখিনি উপন্যাসত যি কৃতকাৰ্যতা দেখা গৈছিল, ইয়াৰ পৰৱৰ্ত্তী উপন্যাসবোৰত এওঁৰ এই কৃতকাৰ্যতা সমানে ধৰা নপৰিল। ডেকাই যদিও সামাজিক আদৰ্শৰ ওপৰত গুৰুত্ব অটুট ৰাখিলে, তথাপি তাৰ প্ৰকাশ কলাৰ মাধ্যমত সাৰ্থকভাৱে আৰু স্বতঃস্ফূৰ্ত ৰূপত পিছৰ উপন্যাসবোৰত যেন প্ৰকাশিত নহ'ল। " যিহেতুকে হিতেশ ডেকাৰ জীৱন আৰু দৰ্শনৰ বিষয়ে মোৰ নিজস্ব দীঘকালীন অভিজ্ঞতা আছে – কোনো ধৰণৰ অভিযোগ নকৰাকৈয়ে মই অনুভৱ কৰিছোঁ হিতেশ ডেকা তেওঁৰ কীৰ্ত্তিতকৈও মহৎ। তেওঁৰ দৰে জাতীয়তাবাদী সংগঠক, দেশপ্ৰেমিক, ৰাজৰ্ষি পুৰুষ কুৰি শতিকাৰ অসমত দহজনৰ নাম উল্লেখ কৰাও সহজ নহয়। অকল সভা সমিতি, জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলন, বিয়া সবাহ আৰু ব্যক্তিগত আবাসতে নহয় তেও আৰু তেওৰ পৰিয়ালৰ সৈতে "উৎসবে ব্যসনে উচৈব " থকা সান্নিধ্যৰ স্মৃতিবোৰে ডেকাৰ অপূৰণ আশা, পৰিকল্পিত আঁচনি ৰূপায়ণৰ বাবে অসম সাহিত্য সভা, কামৰূপ জিলা সাহিত্য সভা, স্থানীয় ৰাইজ আৰু সমাজক দায়বদ্ধ কৰি ৰাখিছে। ২০০০ খৃষ্টাব্দৰ ২ ফেব্ৰুৱাৰী তাৰিখে 'কামৰূপৰত্ন' উপাধি প্ৰদানেৰে কামৰূপ জিলা সাহিত্য সভাই ফাটাবজাৰ গুৱাহাটী অধিবেশনত মোক সন্মান যাচোঁতে বাৰে বাৰে প্ৰয়াত মিত্ৰবৰ হিতেশ ডেকাৰ ছবিখন মোৰ হিয়াত জাগি উঠিছিল। প্ৰয়াত ডেকাৰ সৈতে মই শিবসাগৰ, গোৰেশ্বৰ, আজাৰা, জালুকবাৰী, পলাশবাৰী, কুৰুৱা, ৰূপনগৰ, সৰ্থেবাৰী আদিৰ বিবিধজনসমাবেশতে নহয় - ঘৰে-পৰে সদায় মই অভিমত দি আহিছোঁ-- জয় আই অসমৰ হকে পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, অম্বিকাগিৰীয়ে নহয়- পৰৱৰ্ত্তী বেণুধৰ শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, গিৰিধৰ শৰ্মা, হেম বৰুবা, হিতেশ ডেকা আদিয়েও মনে-প্ৰাণে, দেহে কেহে বহুখিনি কাম কৰি গৈছে। তেনে কামৰ ভালেমান অথলে গৈছে আৰু ভালেখিনি সম্পন্ন হবলৈকে বাকী।

হিতেশ ডেকা সোঁ শৰীৰে আমাৰ মাজত নহলেও নিৰ্দ্ধাৰিত কৰ্ম সূচী-পৰিকল্পনাৰ

মাজত নিবদ্ধ হৈ কৰ্মযোগৰ বাণীৰে আমাক তেওঁ হাত বাউল দি সকীয়াই আছেঃ আমি যাতে শুনিও নুশুনাৰ ভাও নধৰোঁ। জয়তু অগ্ৰজ হিতেশ ডেকা।

পলাশবাৰী নগৰত অনুষ্ঠিত কামৰূপ সাহিত্য পৰিষদৰ (অবিভক্ত) বাৰ্ষিক অধিবেশনত নিৰ্বাচিত সভাপতি প্ৰয়াত হিতেশ ডেকাৰ হাতত মই পূৰ্ববৰ্তী তামুলপুৰ অধিবেশনৰ সভাপতিৰূপে কামৰূপ জিলা সাহিত্য পৰিষদৰ কাৰ্যভাৰ সমৰ্পণ কৰা স্মৃতিবোৰ, এতিয়াও সজল-সজীৱ হৈয়ে আছে। এই উপলক্ষে ৰচিত 'কবিতা' এটি তেতিয়াৰ **'পলাশী'** নামৰ পত্ৰিকা এখনত লিখি প্ৰকাশ কৰিছিলোঁ। প্ৰাসংগিকতালৈ লক্ষ্য ৰাখি কবিতাটি প্ৰয়াত ডেকাৰ স্মৃতিত নিবেদন কৰিলোঁঃ

পলাশ ফুলিল ঐ          মদাৰ ফুলিল ঐ
শিমলুৰ তেজীৰঙা ফাকুৱাৰ বোল,
গুৱাহাটীৰ পছিমতে          পলাশবাৰী নগৰতে
ভাষা জননীৰ দেখোঁ উঠে জয়ৰোল।
ধন্য ধন্য কামৰূপ          ধন্য এই প্ৰাচ্যভূমি
মহাভাৰতৰ মাজে বীৰৰ প্ৰাচীৰ,
শঙ্কৰে বন্দিলা যাক          মাধৱে সেৱিলা তাক
এইখন পুণ্য তীৰ্থ স্মৃতি শতাব্দীৰ।
অসম যে মনোৰমা          গীতে মাতে মাধুৰিমা
পদ্মনাথ-লক্ষ্মীনাথে বজালে মন্দিৰা;
মহাসমৰৰ শিঙা          বাজিছিল যদিওবা
সাহিত্যৰ সুৰভিৰে ঢালি সুধাধাৰা।
পুৰুষ বাগৰি যায়          চেনেহীয়ে গীত গায়
লক্ষ লক্ষ সন্তানৰ বেদনাৰ ছবি,
এইখন লুইতৰে          দখিন কোনত দেখো
সাহিত্যৰ মূৰ্চ্ছনাৰে গায় কৃত কবি।
ভাষাৰ বেদীত অৰ্ঘ্য          যাচিলে ত্ৰৈলোক্যনাথে
অৱলাক স্তৱ স্মৃতি সজল সমল,
চিৰ চেনেহীৰ বাবে          শ্বহীদে সাজিলে সেতু
অতুলৰ আৱাহন নব সম্বল।
বৰলীয়াৰ পাৰতেই          ৰঙ্গিয়া যে নগৰত
কামৰূপ-বন্দনাৰ কৰি আৱাহন,
যোগেশে বজালে বীণা          নলিনীৰ নিৰ্মালিৰে
গোবিন্দই গুৰু নাম কৰে উচ্চাৰন।
সোনাপুৰৰ সোনমণি          কামৰূপৰ আদৰণি
দুৰ্গেশ্বৰে দুৰ্গানাম কৰিলে সাধন,
তীৰ্থনাথে সঞ্চাৰিলে          গিৰিধৰে নিনাদিলে
ভাষা-জননীৰ পদে কৰে জয়গান।
সৌখন কি গাঁও          শোৱাল কুছিলৈ যাওঁ
হাজোৰ মাধৱে দেখো মাতে ৰিঙিয়াই,
আনন্দৰ উঠে ৰোল          মহেন্দ্ৰৰ জয়-ঢোল
গিৰিধৰে আদৰিলে শঙ্খটি বজাই।
আহা ভাই আহা ভনী          ৰাঙা গাঁও গুৱনী
হানাঘোঁৰা উছৱৰে সাজি ৰভাখনি;

প্ৰবীৰৰ দল নামে নবীনৰ চামে চামে
বকো নগৰীত সেয়া সাহিত্য-ফুলনি।
জয়গুৰু শঙ্কৰ বৰপেটা মহাধাম
উত্তৰে সাজিলা সেয়া সাহিত্য-তোৰণ;
বাজি উঠে ঢাক-ঢোল পথে পথে জন-ৰোল
ৰজনীকান্তক লৈ যাত্ৰা সুশোভন।
অসমৰ আকাশত যি ধুমুহা বজ্ৰপাতে
ভাষা-জননীৰ বেদী শ্বহীদৰ মূৰ আনি;
ৰক্তেৰে ৰাঙলী কৰি হিয়া-মন বিদাৰি
পৰিয়াল সমন্বিতে জ্বলালে অগনি।
মনিয়া বেহাৰৰ তেল হৰি হৰি
মনিয়া বেহাৰৰ তেল,
অম্বৰীৰ বোপাটি আগবাঢ়ি আহা
এয়া তামুলপুৰীয়া মেল।
বাম্বোল পিটিবা যায় মোৰ ৰাইজ ঔ
তামুল পুৰলৈ যায়,
কি চাই আছা প্ৰসন্ন-ৰমেশ ঐ
সতীশে শিঙা বজায়।
বড়ো নামি আহে ৰাভা নামি আহে
দূৰতে ভুটীয়াৰ চাং মোৰ ৰাইজ ঐ
সেয়া যে মটঙাৰ পাৰ।
ভয় নকৰিবা প্ৰমোদ কাননতে
চিফুং বাঁহীটি বজাইছে ককাইটি
আগীই নাচিবলৈ যায়;
ৰাইজৰ জয়গান উঠে মোৰ ভনীটি
খগেন-যতীনে গায়।
পলাশবৰীয়া ৰাইজে কিনো চাই থকা
লুইতৰ পাৰ ভাঙি যায়।
আহা সবে আগবাঢ়ি হিতেশ ডেকাক আদৰি
ৰাইজ যে আছে বাট চাই;
পলাশবাৰী নগৰতে পলাশ ফুলিল ঐ
ভঙা পাৰ মঞ্চে সাজি উলিয়াই;
মীৰ্জাখন ধুনীয়া পলাশবাৰী সুনীয়া
কাঠেৰে ৰংঘৰ দিম যে বনাই।
লুইতৰ আগাৰি চেনেহৰ চাপৰি
"আপুনি আহিলি বাপা"
— মৰমৰ মাত
"ৰবা কাকা, ৰবা বৌ" উঠিছে কিহৰ ঢৌ
ফাগুনৰ পাৰ ভঙা

□□□□□

# হিতেশ ডেকাৰ প্ৰসংগত

ড° পৰীক্ষিত হাজৰিকা

নিজৰ অফুৰন্ত কৰ্ম-স্পৃহা, অদম্য শক্তি আৰু সৃষ্টিধৰ্মী প্ৰতিভাৰ গুণত আমাৰ অসমত বিখ্যাত হৈ পৰা এমুঠিমান মানুহৰ ভিতৰত হিতেশ ডেকাও এজন। অসমীয়া বুদ্ধিজীৱী আৰু পঢ়ুৱৈ সমাজৰ বাবে তেওঁ এজন ভাললগা ঔপন্যাসিক, স্বাৱলম্বী গৃহস্থী লোকৰ পক্ষে তেওঁ এগৰাকী আত্মনিৰ্ভৰশীল আদৰ্শ পুৰুষ আৰু দুখীয়া নিছলা হতাশাগ্ৰস্থ মানুহৰ চকুত হিতেশ ডেকা আছিল আশাৰ প্ৰেৰণাস্থলি, গাঁৱলীয়া আৰু নাগৰিক সমাজৰ সংযোগী সেতু।

এইজন সৰ্ৱেবৰীয়া মানুহক মই লগ পাও ১৯৫১ চনৰপৰা নলবাৰীত, তেওঁ নলবাৰী কলেজৰ ছাত্ৰ, আৰু মই তেতিয়া গৰ্ডন হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ আছিলোঁ। আমাৰ দুযোৰে মাজত তেতিয়া ঘনিষ্ঠতা গঢ়ি উঠা নাছিল, কাৰণ তেতিয়াৰ দিনত আমি স্কুলীয়া ছাত্ৰবোৰে কলেজীয়া ছাত্ৰক সবিশেষ চিনাকি নাথাকিলে মাত বোল কৰিবলৈ সংকোচ বোধ কৰিছিলোঁ। ভলীবল আৰু ফুটবলত ভাল খেলুৱৈ বুলি হিতেশ ডেকাক আমি তেতিয়াৰ পৰাই জানিছিলোঁ। তদুপৰি সাহিত্য চৰ্চাকাৰী হিচাপে ডেকাৰ আন এটা পৰিচয়ো আছিল। সেই পৰিচয় আমাৰ মনত দৃঢ় হৈছিল যেতিয়া তেওঁৰ **'আজিৰ মানুহ'** উপন্যাসখন ১৯৫২ চনৰ শেষৰ পিনে ওলায়। উপন্যাসখন ওলোৱাৰ পিছতেই সমগ্ৰ অসমৰ পঢ়ুৱৈ সকলৰ মাজত এক ৰোমাণ্টিক আলোড়নৰ সৃষ্টি কৰিছিল। আমি হাইস্কুলীয়া ছাত্ৰবোৰে **'আজিৰ মানুহ'** পঢ়ি ৰঙীণ কল্পনাত উটি-বুৰি ফুৰিছিলোঁ। কিতাপখন আমি আনৰ দ্বাৰা কিনাই মনে মনেহে পঢ়িছিলোঁ, উপন্যাস দেখা-দেখিকৈ কিনিবলৈ বা পঢ়িবলৈ লাজ কৰিছিলোঁ। উপন্যাস পঢ়া দেখিলে আন মানুহে আমাক বেয়াছাত্ৰ বুলি ভাবিব— তেনেকুৱা ধাৰণা হৈছিল।

ডেকাৰ বাস্তৱ অভিজ্ঞতা ব্যাপক আৰু নিৰীক্ষণ শক্তি প্ৰখৰ আছিল। গাঁৱৰ পৰিবেশত ডাঙৰ দীঘল হোৱা বাবে আৰু গাঁওবাসীৰ সৰু-ডাঙৰ বিভিন্ন সমস্যাৰ লগত মুখামুখি হোৱা বাবে স্বাভাৱিকতে তেওঁ সেইখন সমাজৰ মনস্তাত্বিক দিশটো হৃদয়ঙ্গম কৰিব পাৰিছিল। আনহাতে তেওঁ স্কুলীয়া জীৱনতে ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। তাতে আকৌ তেওঁৰ ঘৰুৱা আৰ্থিক অৱস্থাটো দুৰ্বল হৈ পৰা হেতুকে উপাৰ্জনৰ পথ বিচাৰি নানা ঠাইত গৈছিল আৰু বিবিধ কাম কৰিব লগা হৈছিল। গতিকে গাঁৱ আৰু চহৰৰ নাড়ী-নক্ষত্ৰ তেওঁ বুজি উঠিছিল। এনেকুৱা পুৱঠ অভিজ্ঞতাৰেই ফলশ্ৰুতি হ'ল তেওঁৰ **'আজিৰ মানুহ'** আৰু পৰৱৰ্তী উপন্যাসৰাজি। প্ৰথম প্ৰথম লাভ কৰা বাস্তৱ অভিজ্ঞতা আৰু জীয়া কলা-কৌশল মননশীলতাৰে প্ৰয়োগ কৰিব পৰা কাৰণেই তেওঁৰ **'আজিৰ মানুহ'** এখন সাৰ্থক উপন্যাসলৈ উন্নীত হ'ব পাৰিছে। হিতেশ ডেকাৰ **'আজিৰ মানুহ'** তেওঁৰ মনৰ পুঞ্জীভূত অভিজ্ঞতাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। তেওঁৰ বাকীবোৰ উপন্যাস প্ৰথমখনৰ প্ৰেৰণাৰ ফল মাথোন। **'আজিৰ মানুহ'ৰ** বিপুল জনপ্ৰিয়তা লাভ কৰাৰ পিছত ডেকাৰ কলমৰ পৰা ভালেকেইখন উপন্যাস ওলায়। বাকীকেইখন উপন্যাসেও পঢ়ুৱৈ সমাজৰপৰা সমাদৰ লাভ কৰে। প্ৰতিখন উপন্যাসৰ কেবাটাও তাঙৰণ ওলোৱা কাৰ্যই এই কথা প্ৰমাণ কৰে। কিন্তু মন কৰিব লগীয়া কথা হ'ল যে— ডেকাৰ জনপ্ৰিয় উপন্যাসকেইখনৰ কোনো এখনেও ৰাজ্যিক বা ৰাষ্ট্ৰীয় পুৰষ্কাৰ লাভ কৰিব পৰা নাই। অথচ বহু স্বনামধন্য সমালোচকে ডেকাৰ উপন্যাসক মানবিশিষ্ট স্মৃতিগ্ৰন্থ, আলোচনী, বাতৰি কাকত আদিত ভূয়সী প্ৰশংসা কৰিছে। অসম সাহিত্য সভাৰ সভাপতিৰূপে

নিৰ্বাচিত হওঁতে অসমৰ বিভিন্ন ঠাইত তেওঁক ৰাজহুৱা ভাবে সম্বৰ্দ্ধনা জনাইছে, ১৯৯৫ চনৰ ২২ ২৬ ফেব্ৰুৱাৰীত কোঁহিৰাম হলীৰাম ক্ষেত্ৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ৬১ তম অধিবেশনত পৌৰহিত্য কৰা হিতেশ ডেকাৰ ৬ণ বখানি দামী গ্ৰন্থ উলিওৱা হৈছে, ২০০০ চনৰ ৩০ আগষ্ট তাৰিখে তিৰোধান কৰা ডেকাৰ শোকত অসমৰ নানান অনুষ্ঠান প্ৰতিষ্ঠান, বুদ্ধিজীৱী, ৰাজক্ষমতাশালী ব্যক্তি খ্ৰিয়মান হৈছে, তেওঁৰ আদ্যশ্ৰাদ্ধৰ দিনা প্ৰকাশিত স্মৃতিগ্ৰন্থত অনেকে সীমাহীন দুখ প্ৰকাশ কৰিছে। মুঠতে সাহিত্যিক হিচাপে আৰু ব্যক্তিত্বসম্পন্ন মানুহ হিচাপে স্বৰ্গীয় হিতেশ ডেকা এজন জনপ্ৰিয় ঔপন্যাসিক, নিৰ্ভীক অসম প্ৰেমিক অক্লান্ত কৰ্মী আৰু সমদৰ্শী গুণী পুৰুষ আছিল বুলি প্ৰশংসা কৰা হৈছে। পিছে, এনে এজন জনপ্ৰিয় ঔপন্যাসিকৰ কোনো এখন উপন্যাসেই বঁটা লাভ কৰিব নোৱাৰিলে, ইয়াৰ ৰহস্য কি? ডেকাৰ প্ৰতি সমব্যথী আৰু তেওঁৰ উপন্যাসৰ প্ৰশংসাকাৰী বুদ্ধিজীৱী সকলৰ ভিতৰত ৰাজ্যিক বা ৰাষ্ট্ৰীয় পৰ্যায়ৰ বঁটা বাছনি সমিতিত কোনো নাছিল নেকি? যিজন মানুহৰ উপন্যাসে অসমীয়া পঢ়ুৱৈ সমাজক ১৯৫২ চনৰ পৰা বৰ্তমান সময়লৈকে আনন্দ দান কৰি আহিল আৰু যাৰ উপন্যাসে অসম বিধান সভা আৰু লোকসভাত অসম বিৰোধী নেতাৰ বুকু কঁপাই তুলিলে সেইজন সাহসী বীৰ ঔপন্যাসিকে উপন্যাসৰ কাৰণে পুৰস্কাৰ নোপোৱাটো আক্ষেপৰ কথা নহয়নে? তথাপি, কৃতী শিক্ষক হিচাপে ১৯৮৪ চনত তেওঁ ৰাজিক বঁটা লাভ কৰিছে, ১৯৮৫ চনত তেওঁ অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন পাইছে আৰু ২০০০ চনৰ ১৫ আগষ্টত ভাৰত চৰকাৰৰ অসামৰিক প্ৰতিৰক্ষা শিতানত ৰাষ্ট্ৰপতিৰ বঁটাও লাভ কৰিছে। কিন্তু ডেকাৰ প্ৰথম আৰু প্ৰধান পৰিচয়েই আছিল 'ঔপন্যাসিক হিতেশ ডেকা' হিচাপে, অথচ উপন্যাসৰ কাৰণে তেওঁ পুৰস্কৃত বা সন্মানিত নহ'ল।

এইগৰাকী সুসাহিত্যিক হিতেশ ডেকাৰ সংগ্ৰামী জীৱনধাৰা, কৃতি আৰু কৃতিত্ব সম্পৰ্কে বিচাৰ বিশ্লেষণ কৰি চোৱাৰ প্ৰয়োজনীয়তা নিশ্চয় আছে। সৎ সাহসী, স্পষ্টবাদী, নিৰ্ভীক, দৃঢ়মনা, কৰ্মনিষ্ঠ সমাজ সেৱক, শিক্ষাবিদ আৰু সাহিত্য সাধক হিতেশ ডেকাই আমাৰ সমাজৰ বহুকেইটা দিশৰ প্ৰতিনিধিত্ব কৰিছিল। আত্মনিৰ্ভৰশীল হৈ তেওঁ বহুতক প্ৰেৰণা যোগাইছিল আৰু হতাশাগ্ৰস্তক উদগনি দিছিল। শূণ্য অৱস্থাৰ পৰা আহি তেওঁ পৰিশ্ৰমৰ বলত চহকী হ'ব পাৰিছিল। এনে এজন আদৰ্শ ব্যক্তিৰ জীৱন ধাৰাৰ তথ্য নিৰ্ভুল ভাৱে দাঙি ধৰাটো বাঞ্চনীয়। কিন্তু বিচাৰ কৰি চালে গ'ল যে তেওঁৰ বিষয়ে লেখা বহুকেইজনে ঘটনাৰ চন তাৰিখ আন্দাজতে লিখিছে, যেনে 'হিতেশ ডেকাই ১৯৫২ চনত নলবাৰী কলেজৰ পৰা বি এ পাছ কৰিছিল' কিন্তু প্ৰকৃততে সেই চনত তেওঁ ২য় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকি আই এ পৰীক্ষা দিছিল। ১৯৫৩ চনত তেওঁ বি এ মহলাৰ ৩য় বাৰ্ষিকৰ ছাত্ৰ আৰু নলবাৰী কলেজ আলোচনীৰ সম্পাদক আছিল। সেই বছৰত ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক আছিল হৰেশ্বৰ বৰ্মন, Mutual Aid Fund ৰ সম্পাদক হিৰণ্য কুমাৰ ভট্টাচাৰ্য, সঙ্গীত শাখাৰ সম্পাদক সুৰেণ দত্ত, আলোচনী সহকাৰী সম্পাদক— তাৰিণীসেন ডেকা, ৪ৰ্থ বাৰ্ষিকৰ পৰা ১ম বাৰ্ষিকলৈ শ্ৰেণীকোঠাৰ প্ৰতিনিধি আছিল- মহম্মদ ৰহমত আলী, তাৰিণী শৰ্মা, প্ৰমোদ ভট্ট, খগেন গোস্বামী। খেল-বিভাগৰ সম্পাদক- অম্বিকা চক্ৰবৰ্তী, কমন ৰুমৰ সম্পাদক—নবীন বৰ্মন, আগৰ বছৰৰ কমন ৰুমৰ সম্পাদক— গোলোক চন্দ্ৰ দত্ত, সঙ্গীত শাখাৰ সম্পাদক— অমূল্য দাস। ১৯৫৩ চনত নলবাৰী কলেজৰ অধ্যক্ষ আছিল স্বনামধন্য সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী আৰু অধ্যাপক মণ্ডলী আছিল— উমাকান্ত শৰ্মা, দেৱকুমাৰ বেনাৰ্জী, বীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী, লক্ষ্মীকান্ত ত্ৰিপাঠী, নলিনীকান্ত ভৌমিক, প্ৰভাত চন্দ্ৰ গোস্বামী, প্ৰবোধ চন্দ্ৰ গোস্বামী, ঈশ্বৰ চন্দ্ৰ বৰুৱা, অশোক কুমাৰ মুখাৰ্জী, তাৰিণীকান্ত বৈশ্য, কৃষ্ণপ্ৰসাদ বৰা ইত্যাদি। বহুজনৰ জ্ঞাতাৰ্থে ১৯৫২-৫৩ চনৰ গ্ৰুপ-

ফটো এখন প্ৰকাশ কৰা হ'ল। *

প্ৰসঙ্গক্ৰমে কব পাৰি যে হিতেশডেকাই ১৯৫৪ চনত বি এ পৰীক্ষা দিছিল। কিছুমানে উল্লেখ কৰা মতে হিতেশ ডেকাৰ **'প্ৰায়শ্চিত্ত'** পুথিখন উপন্যাস নহয়— চুটিগল্পৰ সমষ্টিহে। ডেকাৰ **'আজিৰ মানুহ'ৰ** ৩য় তাঙৰণ লযাৰ্চ বুক ষ্টলে প্ৰকাশ কৰা মোৰ মনত পৰে। বৰ্ত্তমানলৈ পোন্ধৰটা তাঙৰণ ওলোৱা পাঠ্য-ক্ৰম বহিৰ্ভূত **'আজিৰ মানুহ'** অসমীয়া উপন্যাস হিচাপে এক অভিলেখ স্থাপন কৰিছে বুলি কব পাৰি। অৱশ্যে যোৱা বছৰৰ পৰা **'আজিৰ মানুহ'ক** গুৱাহাটী বিশ্ববিদ্যালয়ে বি এ মহলাৰ অসমীয়া পাঠ্যক্ৰমৰ অন্তৰ্গত কৰিছে।



* কাৰিকৰী বিজুতিৰ বাবে ফটোখন ছপা কৰিবপৰা নগ'ল।

# এগৰাকী শিক্ষকক সুঁৱৰি

ড° কেশৱানন্দ দেৱগোস্বামী

দীৰ্ঘদিন সান্নিধ্য লাভ কৰি অথবা সংশ্ৰৱলৈ আহি কেতিয়াবা কোনো ব্যক্তি বিশেষৰ সম্পৰ্কে এটা স্পষ্ট ধাৰণা কৰিব পৰা নাযায়, বাহিৰে-ভিতৰে মানুহজনৰ বিষয়ে সম্পূৰ্ণভাৱে অৱগত হ'ব নোৱাৰি। তাৰ কাৰণ হৈছে মানুহজনৰ সততা সৰলতাৰ অভাৱ। তাৰ বিপৰীতে কেতিযাবা কোনোজনৰ খন্তেকীয়া সান্নিধ্যই মানুহজনক প্ৰকৃতভাৱে বুজাত সহায় কৰে। এই কথাযাৰ উপলব্ধি কৰাৰ ঘটনাটো বা সুবিধাটো ঘটিছিল অসম সাহিত্য সভাৰ মৰিগাঁও অধিবেশনৰ সময়ত।

বাচনাঘাট ডাক বঙলা। গডকাপ্তানী বিভাগৰ অনাডম্বৰ এটি ডাক বঙলাৰ লগা লগি দুটা কোঠাত যথাক্ৰমে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিতেশ ডেকা আৰু মই। প্ৰাক্তন সভাপতি স্বৰূপে তেখেত বিশেষ ব্যক্তি, আমাক মাতিছিল আলোচনা চক্ৰৰ সভাপতি স্বৰূপে। চকা পাটত বহাৰ সময়ত দুয়োৰে আছিল প্ৰথমবাৰৰ বাবে অন্তৰঙ্গভাৱে লগ পোৱাৰ সুযোগ। তাৰ আগতে সভাই সমিতিত খন্তেকীয়াকৈ লগ পোৱা বা তেখেতৰ বক্তৃতা শুনাহে মনত পৰে। বক্তৃতা অনেকৰে শুনা হয়। কোনোৰে কোৱা কথাৰ শৈল্পিক গুণৰ বাবে আকৰ্ষণীয হয আৰু কওঁতাজনৰ বাক্‌পটুতা, দৃষ্টিভঙ্গী, বিষযৰ জ্ঞান-গভীৰতা আদিয়ে কেতিযাবা মোহিত কৰে। কিন্তু তাৰে কোনো জনৰ যেতিযা 'সেযা সভাত কোৱা কথাহে' হৈ দেখা বা ধৰা দিয়ে, তেতিযা মন টেঙাই যায। তেনেবোৰ কাৰণতে মধুৰ কথা বা বক্তৃতাই সদায মনত স্থায়ী ছাপ এটা বহুৱাব নোৱাৰে। কোনোৰে আকৌ বক্তৃতা বা সভাৰ অন্তত শ্ৰোতা ৰাইজৰ পৰা, শ্ৰদ্ধাকে ধৰি জহা চাউলৰ টোপোলা অথবা মিঠাইলৈকে গামোচাৰ লগতে কটিয়াযো নিযে। সেইবোৰ দেখা শুনা কথা। গতিকে বক্তৃতাৰ মোহিনীজালত সততে পৰাৰ পৰা সতৰ্ক থকা যায। যি গৰাকীৰ বিষয়ে ক'বলৈ লোৱা হৈছে, সেই গৰাকীৰ ক্ষেত্ৰত এইবোৰ কথা অৱশ্যে প্ৰযোজ্য নহয।

বৃত্তিত শিক্ষক হিতেশ ডেকাদেৱৰ লগত একে বৃত্তিৰ বাবে সম্পৰ্ক থকাটো এক সৌভাগ্য বুলি পৰিগণিত হৈছিল। বাস্তৱিকতে এই কথা সত্য যে এৰাতি দুৰাতিৰ সান্নিধ্যই মানুহজনক চিনি পোৱাৰ, বুজাৰ সুযোগ দিলে। শিক্ষকৰ বৃত্তিক, শিক্ষাক সমাজে মূৰত তুলি লৈ দেখুৱায আৰু কেতিযাবা আকৌ সময়ত তাক থেকেচা মাৰি পেলাযো দিযে। সুবিধাবাদী এনে মনোবৃত্তি আমাৰ সমাজত বিৰল নহয। শিক্ষক গৰাকীৰ লগত শিক্ষা বিষয়ক শিক্ষক-ছাত্ৰ বিষযক অনেক কথাই আলোচনা কৰা হৈছিল। তাৰে কেইটিমান জুকিযাই চাব খুজিছোঁ। এইযাৰ কথাও লগতে জনাই থোৱা ভাল হ'ব যে এগৰাকী লোকৰ দেহাৱসানৰ পিছত অনেকেই অনেক ভাল কথা জনায় আৰু 'শূৰ্পৱৎ দোষমুৎসৃজ্য' ৰূপে বেয়া খিনি আঁতৰাই থয। নামঘোষাৰ 'অল্পগুণ কৰয বিস্তাৰ' সকল যিহেতু উত্তমোত্তম, সেইবাবে সেই পৰ্য্যায় নোপোৱা পৰ্যন্ত আমি তেনে কৰিবৰ যোগ্য বা সমৰ্থ নহওঁ, কিন্তু মানুহজনৰ জাৰি পেলাব লগীয়ানো কি দোষ আছে বুলিলে যে উত্তৰ একো নাই। সেইবাবেই প্ৰথমতে উল্লেখ কৰা হৈছে - সততা আৰু সৰলতাৰ কথা। তেনে চৰিত্ৰত ঢাকিবলৈ বা লুকুৱাবলৈ দহোটা ফাঁকিৰ প্ৰয়োজন হয়। যি সময়ত ভেজাল বস্তুৰ প্ৰচলন নাছিল, মানুহে বুজি নাপাইছিল, নাজানিছিল, সেই সময়ত 'খাটি' বুলি বস্তুটোৰ ওপৰত মাৰ্কা মৰাৰো কোনো প্ৰয়োজন নাছিল। হিতেশ ডেকা সেই যুগৰ, সেইকালৰ মানুহ। 'আজিৰ মানুহ'ৰ ছবিয়ে মগজুত ক্ৰিয়া কৰিছিল,

বিষণ্ণ কৰি তুলিছিল বাবেই, সি ঘৰ এৰি পেটৰ তাড়নাত গৈ 'ভাৰাঘৰ' বিচাৰি ফুৰিছিল। আৰু কত আছে! সেইবোৰ যাওক। মিতব্যয়ী সকলক কোনোৱে কৃপন বুলি ভাবে। কিন্তু দুটা কথা - ইংৰাজীৰ 'কাট ইয়ৰ কোট' আৰু দানশীলতা, বদান্যতাৰ কথা পাহৰিলে নহ'ব। সৎ পথেৰে নিজৰ সীমিত উপাৰ্জনেৰে তেখেতে উদাৰভাৱে যি কৰি গৈছে, তাৰ প্ৰমাণ গাড়ীগাঁৱত বাসস্থানৰ আশে পাশেই আছে। ঘৰখন নেচাই দেশখন ভাল কৰিবলৈ ওলোৱা আদৰ্শৰ তেখেত পৰিপন্থী লোক। আৰু অন্যায় - অসৎভাৱে গোটোৱাই পাপ খণ্ডন কৰিবলৈ সমাজ হিতৈষী, দেশহিতৈষী হোৱাৰ লালসাৰে আগবঢ়োৱাৰ নিচিনা কাম কৰিবলৈ দুই নম্বৰী কাৰবাৰ থাকিলেহে পাৰি।

যি সকলৰ সাহিত্য কৰ্মই জাতীয় সাহিত্য সমৃদ্ধ কৰি তোলে, সেই সকলৰ সামাজিক তথাকথিত অৱস্থান বা স্থিতিৰ ওপৰতো ভিত্তি কৰি ওপৰলৈ উঠাৰ সুবিধা এচামে দিয়ে। কেতিয়াবা তেনে 'স্থিতি' অনুযায়ী যোগ্যজনো বঞ্চিত নোহোৱাকৈ নাথাকে। এজোটা চামৰ টনা আৰু ঠেলাত তেনেজন উঠা নমা কৰিবলগীয়া হয় সঁচা, কিন্তু শেষ ৰায়টো ৰাইজে আৰু সময়েহে দিব।

শিক্ষক ছাত্ৰৰ কথা ক'বলৈ গৈ এইখিনি ওলাইছে। আচল কথালৈ আহোঁ। এই দুইৰ মাজত সম্পৰ্কৰ কথা আলোচনা কৰি উপলব্ধি হোৱা আৰু নিজৰো একেৰাহে দুকুৰি বছৰৰ বৃত্তি অভিজ্ঞতাৰ আধাৰত অৱগত হোৱা কথাখিনিকে পুনৰ বিশ্লেষণ কৰি চাওঁ। শ্ৰদ্ধেয় হিতেশ ডেকাদেৱৰ লগত এই বিষয়ে ধাৰণা আৰু মনোভাৱৰ সাদৃশ্যই আজি আমাক নৰকৈ উদগাইছে। কথাবোৰ এনে ধৰণৰ ছাত্ৰ ছাত্ৰীৰ বুদ্ধি বৃত্তিৰ স্তৰ অনুসৰি কেইটামান ভাগত ভগাব পাৰি। তীক্ষ্ণ মেধাসম্পন্ন সকলৰ বাবে শ্ৰেণীকোঠাত কোনো এটা কথা বা বিষয়ৰ ইঙ্গিত বুজালেই যথেষ্ট, ভোদা বা ভোটাৰ কাৰণে পেঘেনিয়াই থাকিলেহে মূৰত সোমায়। গতিকে সৰহ সংখ্যককে তলৰ আৰু মাজৰ বুলি ধৰি ল'লে, তেনে চামটোৰ বাবে ইঙ্গিতেৰে কোৱাজন সাৰ্থক বা সফল শিক্ষক বুলি পৰিগণিত নহয়। আনহাতে যি শিক্ষকৰ নিজৰ মগজতে সহজে কথা নোসোমায়, তেওঁ নিজৰ মানসিকতাৰেই আনৰো বিচাৰ কৰে। সাধাৰণৰ বাবে তেওঁ কৃতবিদ্য। ওদা চাম ছাত্ৰই নিজৰ দোষ দুৰ্বলতাৰ ভয়ত শিক্ষকৰ কায নাচাপে আৰু শিক্ষকেও কেতিয়াবা হয়তো ছাত্ৰৰ সেইবোৰ নিৰাময়ৰ বাবে উদগনি নিদিয়ে বা মনকাণ নকৰি মাথোন 'নকৰী' হে কৰে। কাষ চাপিবলৈ নিবিচৰা সকলৰ কাৰোবাৰ সৎ সাহসৰ অভাৱ - নিজৰ চৰিত্ৰৰ দোষৰ বাবে, কেনেবাকৈ অৱগত হোৱাৰ ভয়ত। এচাম আছে সুবিধা আদায়ৰ বাবে অত্যুৎসাহী। সেই দুষ্ট প্ৰকৃতিৰ চামৰ পৰা আকৌ সাৱধান নাথাকিলে বিপদ। তেনেবোৰক সততে চিনি পোৱাও টান।

ওপৰৰ ফালে বিচাৰ কৰিলে দেখা যায় যে এচাম শিক্ষকে ব্যৱধান ৰক্ষা কৰাত বৰ সচেষ্ট হৈ থাকে। তেনে ব্যৱধান ৰক্ষাৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি, কিন্তু তাৰো কিছুমান কাৰণ বিশ্লেষণ কৰা যায়। কোনোৱে নিজৰ ভঁৰালৰ শূলি উদং বাবে বাহিৰা আড়ম্বৰ আৰু ব্যৱধান ৰক্ষা কৰে। গতিকে নিজৰ সীমাবদ্ধতা সম্পৰ্কে আনে অৱগত নহ'বলৈ সেই সকল সদা সতৰ্কৰূপে দূৰত অৱস্থান কৰে। কোনোজনে নিজৰ দোষ দুৰ্বলতাখিনি আনৰ আগত প্ৰকাশ হোৱাটো কেতিয়াও নিবিচাৰে, গতিকে তেওঁলোক নিৰাপদ দূৰত্বত থাকে। আৰু এচাম হ'ল নোপোৱাই পোৱা, কিম্বা স্বৰূপে খিতাপ - পদবী পাই 'তৃণ মন্যতে জগৎ' হৈ পৰে। তেনে জনে আনৰ, ছাত্ৰ-ছাত্ৰীৰ কোনো সমস্যাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰে। সেইখিনি কৰিলেও বা নকৰিলেও 'জীৱিকা' চলি থাকে বাবে সেইবোৰ 'বাটৰ কচু গাত ঘঁহি লোৱা' কাম বুলি অব্যাহতি বিচাৰি নিজৰ দায়িত্ব আৰু পবিত্ৰ কৰ্তব্যৰ পৰা সচেষ্ট ভাৱেই আঁতৰি বা অৱজ্ঞা কৰি ৰয়। কোনোৱে আকৌ সস্তীয়া জনপ্ৰিয়তাৰ কাৰণে বা হাতিয়াৰৰূপে ব্যৱহাৰ কৰি স্বাৰ্থ-সিদ্ধিৰ হকেও ছাত্ৰৰ মাজত সোমায় আৰু মৌলিক উদ্দেশ্যৰ পৰা

ফালৰি কটাই ডাঙৰ অনিষ্ট সাধন কৰে। এনে ধৰণেৰে বিভিন্ন, বিচিত্ৰ চৰিত্ৰৰ শিক্ষক ছাত্ৰৰ সমাজ একোখনে প্ৰকৃতাৰ্থত সমাজৰ উন্নতি আৰু উপকাৰ সাধন কৰাতকৈ অধোগতি আৰু অপকাৰহে সাধিত কৰি অহা দেখা যায়। তেনে ব্যৱস্থাৰে শিক্ষাৰ প্ৰসাৰ প্ৰচেষ্টাৰ কোনো অৰ্থ নাই। বেয়া দিশলৈ চালে এই সম্পৰ্কৰ আৰু এশ এবুৰি দৃষ্টান্ত ওলাব

স্বৰ্গীয় হিতেশ ডেকাৰ লগত দুটি সন্ধিয়াৰ আলোচনাত যিখিনি কথা ওলাইছিল, সেইখিনিৰ সৈতে আমি সম্পূৰ্ণৰূপে সহমত পোষণ কৰিব নোৱাৰিলেও ভাবৰ যি মিল বা সাদৃশ্য পোৱা হৈছিল, তাত অভিভূত নহৈ নোৱাৰিছিলোঁ। তেনে গৰাকী কৃতী শিক্ষকৰ চিন্তা আৰু আদৰ্শই উত্তৰসূৰীৰ পাথেয় হওক। সেইজনেই আমাৰ সমাজৰ 'আচল মানুহ'



# ঔপন্যাসিক হিতেশ ডেকাৰ বিষয়ে এষাৰ

ড° নবীন চন্দ্ৰ শৰ্মা

"হে শৰ্মা' কি প্ৰবন্ধ লিখি থাকেহে' আপুনি প্ৰবন্ধ লিখৰ বুলি সকলোৱে জানে। আনৰ কিতাপত প্ৰবন্ধ লিখি থাকিলে কি লাভ' আপুনি প্ৰবন্ধটো আৰু অলপ দাঘলকৈ লিখি চন্দ্ৰপ্ৰকাশক দি দিয়ক, কিতাপ হৈ ওলাব পৰিয়াহে আপোনাৰ কামত লাগিব, ৰাইজৰো কামত লাগিব। তাকে নকৰি কোনোবা এগৰাকী অপৰিচিত লিখকে সম্পাদনা কৰা কিতাপ এখনত ইমান দাঘলীয়া প্ৰবন্ধ লিখি নিজৰহে নাম ডাঙৰহৈ আপোনাৰ কি লাভ?"

এগৰাকী লিখকে সম্পাদনা কৰা কিতাপ এখনত মোৰ এটা গৱেষণাত্মক প্ৰবন্ধ ছপা হৈছিল আৰু সেই প্ৰবন্ধটো পঢ়ি আমাৰ সকলোৰে প্ৰিয় লেখক আপোন, প্ৰসিদ্ধ সাহিত্যিক হিতেশ ডেকাদেৱে গুৱাহাটীৰ প্ৰসিদ্ধ গ্ৰন্থ প্ৰতিষ্ঠান চন্দ্ৰ প্ৰকাশৰ কাৰ্যালয়ত এই প্ৰতিষ্ঠানৰ অন্যতম স্বত্বাধিকাৰী শ্ৰীযুত ৰাজেন শৰ্মাৰ সন্মুখতেই এই দৰে কৈছিল।

শ্ৰদ্ধেয় ডেকাৰ কথাখিনি শুনি হঠাতে মই হয় না কৰিব পৰা নাছিলোঁ। তেনে অৱস্থাত হেখেতৰ কাষতে থকা চিয়াৰ এখনত বহিলো' আৰু লগে লগে এগিলাছ লাল চাহ অৰ্থাৎ ফিকা চাহ আনি দিলে। ডেকা আৰু শৰ্মাযো চাহ খাই আছিল মযো চাহৰ গিলাছটো হাতত লৈ এঢোপা মাৰিলোঁ। এইদৰে চাহ খাই থাকোঁতেই মোৰ মনৰ মযুৰী উৰা মাৰিলে বহু দিন পিছলৈ।

এদিন আবেলি পণ্ডিতপ্ৰবৰ তীৰ্থনাথ শৰ্মাদেৱৰ ঘৰলৈ গৈছিলোঁ। (হেখেত তেতিয়া গুৱাহাটী প্ৰাগজ্যোতিষ কলেজৰ অধ্যক্ষ আছিল আৰু মই' এই কলেজতে শিক্ষক আছিলোঁ) মই গৈ অধ্যক্ষ শৰ্মাছাৰক মাত দিয়াৰ আগমুহূৰ্তত হেখেতে এটা প্ৰবন্ধ লিখি শেষ কৰিছিল মাথোঁ। ছাৰে মোক ওপৰলৈ মাতিলে। গলোঁ। কাষতে বহিবলৈ দিলে বহিলোঁ। সন্মুখৰ মেজখনত ছাৰে লিখা প্ৰবন্ধটো আছিল। দেখা পাই মই কলো –

"প্ৰবন্ধটো এইমাত্ৰ শেষ কৰিলে নেকি ছাৰ?"

ছাৰে ক'লে, এৰা। সম্পাদক বিলাকে চিনাজোক লগা দিয়েহে আলোচনী, স্মৃতিগ্ৰন্থ, কাকত পত্ৰ আদিৰ সম্পাদক আৰু জীৱন বীমাৰ এজেণ্টসকলৰ মাজত বৰ মিলহে। নকৰিলে এজনেও এৰি নিদিয়ে। আৰু এটা কথা বুজিছা কোনো এটা বিষয়ৰ এটা প্ৰবন্ধ লিখাতকৈ সেই বিষয়টোত এখন কিতাপ লিখাই ভাল। প্ৰবন্ধ এটা লিখাৰ বাবে কিতাপ এখন লিখাৰ সমানেই পঢ়িব লগা হয়। প্ৰবন্ধটো লিখাৰ পিছত সেই বিষয়ত আৰু এখন কিতাপ লিখা কোনো দিনে নহয়। এতেকে কোনো এটা বিষয়ত প্ৰবন্ধ লিখাতকৈ সেই বিষয়ত এখন কিতাপ লিখাই ভাল।"

অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাছাৰৰ অৱধাৰণাৰ সৈতে শ্ৰীহিতেশ ডেকাৰ অৱধাৰণাৰ সাদৃশ্য দেখি কিছুসময় নীৰৱে থাকি মযো কথাষাৰৰ সাৰবস্তু ভালদৰে উপলব্ধি কৰিবলৈ সক্ষম হলোঁ।

শ্ৰীডেকাই নীৰৱতা ভংগ কৰি পুনঃ ক'লে—

"কাকত পত্ৰ, আলোচনী-মুখপত্ৰ আদিত মই নিলিখোঁ— বা অতি কম লিখোঁ। মই সম্পূৰ্ণ পুথি বা গ্ৰন্থ এখন লিখাতহে গুৰুত্ব দিওঁ। কাকত-পত্ৰ, আলোচনী-পত্ৰিকা আদিত লিখা ছপা কৰা মানে অশান্তি গোটোৱাহে। লিখাটোৰ কিছু কিছু অংশ ছপা নহয়, ইমূৰৰ শাৰী এটা

আনি সিমূৰত লগাই দিয়ে। তাৰ ফলত কিম্ভুত-কিমাকাৰ হৈ পৰে, অৰ্থৰ বিসংগতিয়ে এনেদৰে লিখাটোক আবৰি ধৰে যে, পাঠকৰতো কথাই নাই, লিখকেই তাৰ সৈতে হৃদয় সংযোগ কৰিবলৈ অক্ষম হৈ পৰে। তেনে অৱস্থাত আলোচনী-মুখপত্ৰ, কাকত-পত্ৰ আদিত লিখা প্ৰকাশ কৰা মানে শেষ নোহোৱা অশান্তি কিছুমানহে গোটোৱা। সেইবাবে পাৰ্যমানে মই প্ৰুফ চাব নোপোৱা মাধ্যমত প্ৰকাশৰ বাবে প্ৰবন্ধ-পাতিৰ যোগান নধৰোঁ।"

শ্ৰীডেকাৰ কথাখিনি আছিল ক্ষোভৰ ভাবসিক্ত। চাহ গিলাছ শেষ নকৰাকৈ তেখেতৰ কথা বিনাবাক্যব্যয়ে শুনি আছিলোঁ আৰু ভাবিছিলোঁ এবাতো আমাৰ প্ৰকাশ মাধ্যমবোৰ, কোনো এটা প্ৰবন্ধ বা কবিতা বা গল্প শুদ্ধ আৰু নিৰ্ভুলভাৱে ছপোৱাত মুঠেই গুৰুত্ব নিদিয়ে, গুৰুত্ব দিবলৈ যত্ন নকৰে, বা গুৰুত্ব দিবলৈ নিশিকে। তেওঁলোকৰ মুখ্য উদ্দেশ্য কোনো এটা বিশেষ প্ৰসংগত গ্ৰন্থ বা আলোচনী বা স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবই লাগিব - ভুল ত্ৰুটি যিমানেই নাথাকক কিয়। তেওঁলোকে কয় বোলে— কিতাপত, আলোচনীত ভুল থাকিবই দ্বিতীয় সংস্কৰণত সেইবোৰ নোহোৱা হ'ব।

শ্ৰীডেকাই পুনঃ ক'লে

"কি ভাবিছেহে শৰ্মা? কিতাপ ছপোৱাটো মানুহে যিমান সহজ বুলি ভাবে, আচলতে সিমান সহজ নহয়। কিতাপ প্ৰকাশ হোৱাটো জাতিৰ বাবে শুভ লক্ষণ কিন্তু ভুল ত্ৰুটিৰে ভৰা কিতাপ এখন ছপা কৰি কোনো লাভ নাই। এইবোৰ জাতীয় অবমাননাহে।" তেওঁ আৰু কৈছিল "আমাৰ প্ৰকাশক সকলে কিতাপহে ছপায়, তেওঁলোকে কিতাপ ছপোৱাৰ যি নান্দনিক দিশ আছে তাৰ প্ৰতি সচেতন নহয়। প্ৰকৃতাৰ্থত পাঠকে কিতাপ পঢ়িবলৈ যোৱাতকৈ কিতাপেহে পাঠকক পঢ়িবলৈ বাধ্য কৰাব লাগে

শ্ৰীডেকাৰ মন্তব্যৰ তাৎপৰ্য কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰি। অসমীয়া ভাষাত বিভিন্ন উপলক্ষ্যত বৃহৎ সংখ্যক কিতাপ আলোচনী ছপা হৈছে কিন্তু এই বোৰৰ আংগিক, বৈষয়িক (Themetic) নান্দনিক আদি বিভিন্ন অপৰিহাৰ্য দিশত চকু দিয়া নহয় অথবা চকু দিবলৈ মুঠেই অৱকাশ নাই।

শ্ৰীডেকাই আৰু কৈছিল

মোৰ কিতাপ মই চন্দ্ৰ প্ৰকাশক ছপাবলৈ দিছো কিন্তু মই প্ৰুফ নোচোৱাকৈ কেতিয়াও কিতাপ ছপাবলৈ নিদিওঁ। কোনোবা প্ৰুফ ৰীডাৰৰ জৰিয়তে মোৰ কিতাপৰ প্ৰুফ চোৱা নহয়, মই নিজেই প্ৰুফ চাওঁ। নিৰ্ভুল নোহোৱালৈকে মই প্ৰুফ চাওঁ। মই জানো যে, ভুল চুকেৰে ভৰা এখন কিতাপ পাঠকক বা ল'ৰা ছোৱালীক পঢ়িবলৈ দিয়াটো অতিকৈ দোষণীয় কাম। সেই ভুল ত্ৰুটিবোৰ ল'ৰা ছোৱালীয়ে শিকিব - কিতাপ পঢ়াৰ পৰা তেওঁলোকৰ অপকাৰহে হ'ব। গতিকে লিখক-প্ৰকাশক, মুদ্ৰক অৰ্থাৎ মুদ্ৰণ যন্ত্ৰৰ সৈতে জড়িত ব্যক্তিসকল সাৱধান আৰু সচেতন নহ'লে ভাল কিতাপ এখন প্ৰকাশ কৰিব নোৱাৰি।"

শ্ৰীডেকাৰ কথাখিনি যথাৰ্থতে সকলোৱে মনত ৰাখিবলগীয়া। আমাৰ অসমীয়া ভাষাত অনেক কিতাপ ওলাইছে— সেইবোৰৰ প্ৰচ্ছদ-পট, অংগৰাগ অতিকৈ আকৰ্ষণীয়— চালে চকু ৰৈ যায়, কিন্তু ভিতৰত প্ৰৱেশ কৰিব নোৱাৰি, তেনেই 'অখাদ্য'। প্ৰকাশিত গ্ৰন্থখনৰ নিৰ্ভুলতাত গুৰুত্ব দিবৰ বাবে আমি বিভিন্ন প্ৰসংগত বিভিন্ন জনক অনেক কথাই কৈ আহিছোঁ, কিন্তু কোনোৱে গুৰুত্ব নিদিয়ে, আমাৰ কথা উৰুৱাই পেলায়। অলপতে ছপা হোৱা এখন কিতাপৰ বিষয়ে কোবাৰ লোভ সামৰিব নোৱাৰিলোঁ। কিতাপখনত মোৰো এটা প্ৰবন্ধ আছে। D T P কৰা প্ৰবন্ধটো লৈ আহিল— প্ৰুফ চাই দিব লাগে, বিজুলি চাকি নুমাই গৈছিল— কেৰাচিনৰ চাকি জ্বলাই কিছু চাই দিলোঁ। অজস্ৰ ভুলেৰে

ছপা হ'ল, প্ৰসিদ্ধ লিখকে উন্মোচন কৰিলে, কিন্তু পঢ়িব নোৱাৰি, অখাদ্য, দ্বিতীয় চিন্তা— প্ৰবন্ধবোৰৰ ভুল-ত্ৰুটিবোৰ আঁতৰাই পুনঃ কিতাপখন ছপোৱাৰ পৰিকল্পনা— যেন 'বন নোহোৱা বুঢীৰ বন'। সেই কাৰণে মনীষীসকলে কয় বোলে— 'শতং বদেৎ মা লিখেৎ।' অৰ্থাৎ শ বাৰ কোৱা, কিন্তু নিলিখিবা, কাৰণ লিখাৰ লগে লগেই প্ৰমাণযুক্ত এক ইতিহাসৰ সৃষ্টি হয়। শ বছৰৰ মূৰত আমাৰ উত্তৰপুৰুষ সকলে কব বোলে আমাৰ আতাহঁতে বা ককাহঁত ইমান মূৰ্খ আছিল নে? ব্যাকৰণৰ দিশৰপৰা শুদ্ধ শব্দ-ৰূপ বাক্য-ৰূপো লিখিব জনা নাছিল নে?

স্বৰ্গীয় ডেকা হাতে-কামে লিখক, শিক্ষক আৰু পৰ্যবেক্ষক আছিল। তেখেতৰ লেখাবোৰ কল্পনাৰ বালিঘৰ নহয়, ই বাস্তৱতাৰ লৌহ গৃহ। নিজৰ জীৱনৰ গভীৰ অভিজ্ঞতাৰ ভাষাময় ৰূপেই তেখেতৰ উপন্যাসৰাজি। স্বৰ্গীয় ডেকা কেৱল লিখক বা ঔপন্যাসিকেই নাছিল, তেখেত বিভিন্ন ঘৰুৱা কামতো ওস্তাদ আছিল, যেনে— খৰি ফলা, কোৰমৰা, খেতিকৰা, মাছমৰা, গৰুৰখা, ম'হ ৰখা, কাঁহ কোৰোৱা আদি সকলো কামকে তেখেতে নিষ্ঠাৰে কৰিব পাৰিছিল। আমাৰ সমাজত বা আমাৰ ঘৰুৱা জীৱনত পৰম্পৰাগতভাবে চলি অহা এই কামবোৰ বৰ আনন্দদায়ক আনফালে শান্তিদায়ক আকৌ সেই বিবিধ অশৰীৰী আনন্দ আৰু শান্তিয়ে অহৰহ প্ৰকাশ প্ৰাৰ্থনা কৰি থাকে আত্মপ্ৰকাশৰ বাবে— সেই প্ৰকাশ প্ৰাৰ্থনাকাৰী অনুভূতিৰাজিক তেখেতে ভাষাময়ৰূপ দিয়ে আজৰি সময়ত, নিশা, দুপৰ নিশালৈ, শেহ নিশ্বাসলৈ।

আঘোণ মাহৰ শেহ নিশাৰ নিৰ্যঁৰেৰে সিক্ত হৈ উঠে তেখেতৰ অনুভূতিৰাজি, মৰ্তিৱন্ত হৈ উঠে সেই অনুভূতিৰাজি, অশৰীৰী চিৰন্তন আবেগ-অনুভূতিৰাজি বাস্তৱ অভিজ্ঞতাৰে ঋদ্ধ হৈ উঠে, সজীৱ হৈ উঠে, প্ৰাণৱন্ত হৈ উঠে ঔপন্যাসিক ডেকাৰ কৰ পৰশত। এইদৰেই তেখেতৰ নিৰ্মিতৰাজিৰ জন্ম, পৰিপুষ্টি তথা পৰিবৰ্ধন হয়।

এদিন আকৌ চন্দ্ৰপ্ৰকাশতেই মই তেখেতক সুধিছিলো
"আপুনি কেতিয়া আৰু কিমান সময় সাহিত্য চৰ্চা কৰে?"

তেখেতে কৈছিল—

'দোকমোকালিতে মই টোপনিৰপৰা উঠি মুখ হাত ধুই এঘণ্টাৰ বাবে ফুৰিবলৈ যাওঁ। তাৰপৰা আহি শীতল পানী খাই লিখা পঢ়া আৰম্ভ কৰোঁ। অন্ততঃ দিনৰ ৯/১০ বজালৈ মই লিখোঁ। ৰাতিও ৮ মান বজাৰ পৰা প্ৰায় ১ মান বজালৈ লিখোঁ। মুঠতে দিন ৰাতিৰ ভিতৰত মই অতিকমেও ফুলস্কেপ কাগজৰ ১০/১২ পৃষ্ঠা লিখিব পাৰো।"

এই সন্দৰ্ভত আমি জানো যে, মৃত্যুৰ আগদিনা নিশাও প্ৰায় ১ বজালৈ তেখেতে লিখি আছিল আৰু গা-বেয়া লগা যেন পাইহে লিখিবলৈ আশা এৰি শয়ন কৰিবলৈ বাধ্য হৈছিল আৰু ইয়েই হৈছিল তেখেতৰ অনন্ত শয়ন।

স্বৰ্গীয় ডেকা আছিল এক নিষ্ঠাবান, আস্থাশীল, দায়িত্বশীল, পৰম্পৰাপ্ৰেমী, সমাজ সচেতন আৰু প্ৰতিশ্ৰুতিশীল ঔপন্যাসিক তথা সাহিত্যিক। তেখেতৰ উপন্যাসত প্ৰেম আছে, প্ৰণয় আছে, যৌৱন আছে ৰঙা জবা আছে, কামনাও আছে, বাসনাও আছে, কিন্তু নাই ভোগেচ্ছা, নাই কলুষতা, নাই উন্মাদনা, নাই বাসনাৰ বাতুলতা। ত্যাগৰ গংগা জলেৰে ধৌত সেই কামনা-বাসনা, প্ৰেম-প্ৰীতি, যৌৱনোচ্ছলতাই মাটিৰ পৃথিৱী ধূলিৰ ধৰণীখনিক দ্বিতীয় এখন স্বৰ্গলৈ পৰিবৰ্তন কৰিব খোজে। স্বৰ্গীয় ডেকাৰ চৰিত্ৰসৃষ্টিৰ আদৰ্শই আমাৰ দৃষ্টি আকৰ্ষণ কৰে ঔপন্যাসিক-সম্ৰাট স্বৰ্গীয় ৰজনীকান্ত বৰদলৈদেৱৰ উপন্যাসৰাজিৰ চৰিত্ৰসৃষ্টিৰ আদৰ্শলৈ। স্বৰ্গীয় ডেকাই প্ৰাত্যহিক জীৱন, ঘৰুৱা জীৱন আৰু সামাজিক জীৱনত যি পবিত্ৰতা, সাধুতা, দৃঢ়তা আৰু সততা অবিচলিতভাৱে ৰক্ষা কৰিছিল, সাহিত্য নিৰ্মাণৰ ক্ষেত্ৰতো এই গুণাৱলী নিঃসন্দেহে ৰক্ষা কৰিবলৈ প্ৰয়াস কৰিছিল আৰু সাৰ্থকতা লাভ কৰিছিল

বিস্ময়কৰভাৱে। ৰুচিবোধ স্বৰ্গীয় ডেকাৰ এক অবিস্মৰণীয় গুণ। বাস্তৱজীৱনত তেখেতে কোনোদিনে অশালীন কথা কোৱা নাছিল, অথবা কোনোদিনে ৰুচি বিগৰ্হিত আচৰণ প্ৰকাশ কৰা নাছিল। অতিশয় আনন্দ বা অতিশয় দুখত বা অতিশয় ক্ৰোধতো তেখেতে কোনো দিনে কাকোকে ৰুচিবিহীন গ্ৰাম্যৰুচিযুক্ত কথা কোৱা নাছিল আৰু আচৰণো দেখুওৱা নাছিল। সেইবাবে তেখেতক বিনাদ্বিধাই ৰুচিবান লোক আখ্যা দিব পাৰি। ব্যক্তিগত ৰুচিবোধ আৰু সামজিক ৰুচিবোধ উভয় দুৰ্লভ গুণেই স্বৰ্গীয় ডেকাৰ চৰিত্ৰ মহিমান্বিত কৰি তুলিছিল আৰু ব্যক্তিগত ৰুচিবোধ আৰু সামাজিক ৰুচিবোধৰ পূৰ্ণ ৰূপায়ণ সম্ভৱ হৈছে তেখেতৰ ৰচনাৰাজিত। সেইবাবে তেখেতৰ নিৰ্মিত সাহিত্যৰাজি সৰ্বশ্ৰেণীৰ পাঠক পাঠিকাই উচ্চৰুচিবোধ অদমিত নকৰাকৈ পঢ়িব পাৰে পিতৃ মাতৃ, পুত্ৰ-কন্যা সকলোৱে পঢ়িব পাৰে। এই ৰুচিবোধৰ স্থিতিয়ে তেখেতৰ সৃষ্টিৰাজিক দিছে এক অনন্য সন্মান আৰু পবিত্ৰতা।

স্বৰ্গীয় হিতেশ ডেকাক মই সকলো ক্ষেত্ৰতে অবিচলিত দেখিছিলো। ১৯৫৯ চনৰ চেপ্টেম্বৰ আৰু অক্টোবৰ এই দুটি মাহ মই স্বৰ্গীয় ডেকাৰ সৈতে জালুকবাৰী হাইস্কুলত চাকৰি কৰাৰ সময়তো তেখেতক প্ৰতিক্ৰিয়া বিহীন আৰু অবিচলিত লোক যেন ধাৰণা হৈছিল। মই জালুকবাৰী হাইস্কুলৰ পৰা আঁতৰি যাবলৈ বাধ্য হলোঁ সময় সোঁতৰ টানত কিন্তু তেখেতৰ স্মৃতি মোৰ হিয়াত হে থাকিল নগৰীয়া মাজে মাজে লগ পাইছিলো, গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰিত সোমাই জালুকবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ গৈছিলোঁ। তেতিয়া জালুকবাৰী হাইস্কুল, হাইস্কুল হৈ থকা নাই, উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হৈছে, স্বৰ্গীয় ডেকা তেতিয়া অধ্যক্ষ, মোক দেখা পাই তেখেতে সাৱট মাৰি ধৰিলে। টাহ একাপ নোখোৱাকৈ আহিব নোৱাৰিলো কি যে সৌহাৰ্দভৰা সেই বাহু বন্ধন। প্ৰায় ২২ বছৰ আগতে একেলগে চাকৰি কৰা সৰ্বানন্দ ডেকা লৰা এজনক নানা পৰিবৰ্তনৰ মাজতো চিনি পালে, অন্তৰৰ পৰা চিনি পালে, বাহু বন্ধনেৰে আপোন কৰি ললে কি যে তেখেতেৰ প্ৰখৰ স্মৃতি শক্তি আছিল, কি যে আছিল তেখেতৰ আন্তৰিকতাভৰা প্ৰীতিভৰা সৌহাৰ্দভৰা এখন হৃদয়, এখন সৰস হিয়া। আৰু এইবাবেই তেখেতক মই বিবাদহীন, প্ৰতিক্ৰিয়াহীন অবিচলিত এক বিৰল মানুহ বুলি কবলৈ প্ৰয়াস কৰিছোঁ। অনেক নামজ্বলা সাহিত্যিক, ঔপন্যাসিক, কবি, পণ্ডিত আদিক লগ পাইছো তেওঁলোকৰ কথাত তেওঁলোকৰ বাবেহে ক্ষোভৰ অন্ত নাই, উষ্মাৰ সীমা নাই, আত্মম্ভৰিতাৰ অৱধি নাই। স্বৰ্গীয় ডেকাৰ চৰিত্ৰত এনে বিৰল ক্ষোভ, উষ্মা, আত্মম্ভৰিতা লক্ষ্য কৰা নাযায় তেখেত জল আৰু থলৰ দৰে বিকাৰহীন। জীৱনত তেখেতে পাবলগীয়া আছিল, কিবা হ'ব লগীয়া আছিল, কিন্তু 'কালসাপ কুটিলাগতি'ত তেখেতে হ'ব নাপালে বা একো নহ'ল তালৈ ভ্ৰূক্ষেপ কৰা বিৰল মানুহ নাছিল 'আচিৰ মানুহ' হিতেশ ডেকা তেখেতে কৈছিল

> "কিবা পোৱাৰ আশাতে কিবা হোৱাৰ আশাত মই গ্ৰন্থ ৰচনা কৰা নাই, জাতীয় প্ৰীতি আৰু প্ৰাণৰ প্ৰেৰণাত মই লিখোঁ, আৰু লিখিম, মৃত্যুৰ আগমুহূৰ্তলৈ লিখিম (কথাষাৰ বাস্তৱত পৰিণত হৈছে)। কিবা পাবৰ কাৰণে কিবা হ'বৰ কাৰণে সম্প্ৰদায় বা গোষ্ঠী অৰ্থাৎ লবিৰ ('lobbying) প্ৰয়োজন। মোৰ তেনেধৰণৰ সা সুবিধা নাই। মোৰ গভীৰ বিশ্বাস কামত, কামৰ ফলত মই উদাসীন। কাম কৰিবলৈ জন্ম লৈছোঁ, কাম কৰিছোঁ আৰু কৰিম। মোৰ অৱসাদ নাই, আছে অনুৰাগ, মোৰ বিৰক্তি নাই আছে আসক্তি। "

স্বৰ্গীয় ডেকাই কৈছিল— নিজৰ উপলব্ধিৰপৰা, আনৰ কিতাপ পঢ়ি বা আনৰ বক্তৃতা শুনি তেখেতে বক্তৃতা দিয়া নাছিল। এবাৰ আমি দুয়ো গৈছিলোঁ নগাভূমিলৈ— মাইবঙলৈ, মাইবং সাহিত্য সভালৈ। স্বৰ্গীয় ডেকাই সেই সময়ত অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। আমি দুয়ো আন দুজন বিষয়ববীয়াৰ সৈতে নৈশ বাছত মাইবং অভিমুখে যাত্ৰা কৰিছিলোঁ আৰু পিছদিনা দোকমোকালিতে মাইবঙত উপস্থিত হৈছিলোঁ গৈ। সেই অধিৱেশনত ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ উৎসৱ-

অনুষ্ঠান বিষয়ৰ এটি আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। সেই আলোচনা চক্ৰৰ সভাপতি আছিল স্বৰ্গীয় ডেকাদেৱ। সভাপতি স্বৰূপে তেখেতে সংস্কৃতি সম্পৰ্কে যি মনোজ্ঞ বক্তৃতা দিলে শুনি মই আচৰিত মানিবলৈ বাধ্য হলোঁ। কোনো বিশেষ গ্ৰন্থৰ বিষয়বস্তুৰে সমৃদ্ধ নাছিল সেই বক্তৃতাটো, আছিল মাটিৰ মানুহ স্বৰূপে ধূলিৰ ধৰণীৰ ধূলিকণা বিজড়িত জীৱনৰ গভীৰ উপলব্ধি আৰু অনুভৱৰ আধাৰত পল্লৱিত হোৱা বক্তৃতা। স্বৰ্গীয় ডেকাৰ জীৱনবোধৰ গভীৰতা, অনুভৱৰ বৈচিত্ৰ্য প্ৰশংসনীয়। তেখেতৰ বক্তৃতাত এফালে আছে বিষয়বস্তুৰ গভীৰতা আৰু বৈচিত্ৰ্য আনফালে আছে যুক্তিনিষ্ঠতা, সৰসতা, প্ৰাঞ্জলতা আৰু প্ৰণালীবদ্ধতা। যুক্তি তৰ্ক আদিৰ মাধ্যমেৰে উপস্থাপিত তেখেতৰ বক্তৃতাত ব্যংগ হাস্য আদিৰো সংমিশ্ৰণ লক্ষ্য কৰা যায়।

মানৱ প্ৰীতি স্বৰ্গীয় হিতেশ ডেকাৰ এক উজ্জ্বলতম চাৰিত্ৰিক বৈশিষ্ট্য। বাস্তৱ জীৱনত আমি সকলোৱে তেখেতৰ অগুহী বগুহী আৰু অতিথি আলহী প্ৰীতি দেখা পাইছোঁ। তেখেতৰ বংশ গোষ্ঠী আৰু অগুহা বগুহীৰ পৰিসীমাই লৰা ছোৱালীক আনি নিজৰ ঘৰত ৰাখি খুৱাই ধুৱাই, পঢ়াই শুনাই মানুহ কৰি চাকৰি বাকৰিৰ সন্ধান দি ঘৰ গৃহস্থী পৰ্যন্ত পাতি দিছিল। তেনে এগৰাকী অধ্যাপকৰ নাম উল্লেখ কৰিব পাৰোঁ আৰু তেওঁ হৈছে ড জীৱন চন্দ্ৰ পাঠক, ড পাঠকে টংলা কলেজত চাকৰি কৰে। স্বৰ্গীয় হিতেশ ডেকাই অগুহী বগুহীৰ ঘৰলৈ গৈও বৰ আনন্দ পাইছিল আৰু তেওঁলোকৰ ঘৰলৈ গৈ, খা খবৰ লৈ, দুই এৰাতি থাকি তেখেতে বৰ তৃপ্তি পাইছিল, সন্তোষ পাইছিল, উপন্যাসৰ সমল সংগ্ৰহ কৰিবলৈও সক্ষম হৈছিল। দৰঙৰ উদৰে অঞ্চলত আজি কেইবছৰমান আগতে বড়ো আন্দোলনে সাংঘাতিক (Serious) ৰূপ লৈছিল। টংলা অঞ্চলো এই আন্দোলনৰ ধুমুহাৰ দ্বাৰা বেয়াকৈ ক্ষতিগ্ৰস্ত হৈছিল। টংলাত শ্ৰীজীৱন পাঠক আছে পৰিয়ালবৰ্গৰ সৈতে। স্বৰ্গীয় হিতেশ ডেকাৰ মন প্ৰাণ চঞ্চল হৈ উঠিল। পুত্ৰ সদৃশ শ্ৰীজীৱন পাঠক বা কেনে অৱস্থাত আছে? বিপদ বিঘিনিলৈ কেৰেপ নকৰি কিবা উপায়েৰে গৈ তেখেত টংলাত ওলালগৈ। জীৱনক কুশলে মংগলে থকা দেখা পাইহে তেখেত ঘূৰি আহিল। জীৱনৰ ঘৰত স্বৰ্গীয় হিতেশ ডেকা প্ৰায় ১০/১২ দিন আছিল। বিপ্লৱ সাম কটাৰ পিছতহে তেখেত গুৱাহাটীলৈ ঘূৰি আহিছিল। জীৱনৰ পিতা পঢ়াতো স্বৰ্গীয় হিতেশ ডেকাই যি ভূমিকা গ্ৰহণ কৰিছিল অনেক ক্ষেত্ৰতে পিতাকেও সেই ভূমিকা গ্ৰহণ নকৰে। এবাৰ আমি দুয়ো দলগাঁও ঘাটলৈ সভা পাবলৈ গৈছিলো উদালগুৰিত। দলগাঁও ঘাটৰপৰা টংলালৈ প্ৰায় ১০/১২ মাইল বাট সভা শেষ কৰি উভতোতে মুখ আন্ধাৰ লাগিল তেখেতে কঁকালত টঙালি বান্ধি উঠিল "নাই নাই জীৱনৰ তাত যাব লাগিব। তাৰ খবৰ কেইদিনো পোৱা নাই।

ঔপন্যাসিক ডেকাৰ মৃত্যুৰ বাতৰি পাই জীৱন বতাহৰ দৰে দৌৰি আহিছিল আৰু কুসুম শোভিত ডেকাৰ নিঠৰ শৰটোৰ ওচৰত বহি কান্দি কান্দি কৈছিল- "আজিহে মোৰ আচল পিতাক চিৰদিনৰ বাবে হেৰুৱালোঁ।"

শ্ৰীতৰুণ ডেকা, স্বৰ্গীয় হিতেশ ডেকাৰ ডাঙৰ ককায়েকৰ পো, স্বৰ্গীয় ডেকাৰ ভতিজাক। তৰুণৰ খুড়াকে সৰুৰেপৰাই নিজৰ ঘৰলৈ আনিছিল নিজৰ ঘৰলৈ পঢ়ালে, শুনালে, বি এছ ছি পৰ্যন্ত পঢ়ুৱালে, চকু গজিল, চাউল খুটিবাই খাব পৰা হ'ল, বিয়া কৰাই দিলে। এতিয়া তৰুণেই স্বৰ্গীয় ডেকাৰ ঘৰৰ মালিক। এয়াই হ'ল স্বৰ্গীয় ডেকাৰ মানৱ প্ৰীতিৰ এক নিদৰ্শন।

স্বৰ্গীয় ডেকাৰ বন্ধুৰ অভাৱ নাই। ড শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ড' শ্ৰীশৈলেন ভৰালী, শ্ৰীভদ্ৰ বৰা, ড' শ্ৰীদুৰ্গেশ্বৰ শৰ্মা, ড' হেমন্ত কুমাৰ শৰ্মা, ড শ্ৰীভগবান চন্দ্ৰ মডল, শ্ৰীসুশীল শৰ্মা, ড শ্ৰীপৰীক্ষিত হাজৰিকা, ড' শ্ৰীনগেন ঠাকুৰ, শ্ৰীকনকসেন ডেকা, ড শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী আদি বিশিষ্ট পণ্ডিত, কবি-সাহিত্যিক আদিৰ সৈতে স্বৰ্গীয় ডেকাৰ আছিল নিবিড় বন্ধুত্ব। ড' ভট্টাচাৰ্যছাৰ ড' শ্ৰীদুৰ্গেশ্বৰ শৰ্মাছাৰ, স্বৰ্গীয় ড হেমন্ত কুমাৰ শৰ্মা আদি সাহিত্যিকসকলে স্বৰ্গীয় ডেকাৰ ঘৰত সঘনে ভাত খাইছিল। তেখেতে আলহী অতিথিক যিদৰে অতিকৈ ভাল পাইছিল, তদ্ৰূপ

তেখেতৰ পত্নীয়েও আলহী-অতিথি আহিলে আনন্দ পাইছিল আৰু বিধে বিধে পৰম্পৰাগত আঞ্জা-ব্যঞ্জন ৰান্ধি আলহী-অতিথিক খুৱাই বৰ তৃপ্তি পাইছিল। স্বৰ্গীয় ডেকাৰ ৰান্ধনী ঘৰটো অতিথিশালাৰ দৰে। অতিথি আহিলেই হ'ল— খোৱাৰ চিন্তা নাই। স্বৰ্গীয় ডেকাৰ পত্নীয়ে ৰন্ধা আঞ্জা-ব্যঞ্জন যিয়ে এবাৰ চাকি চাইছে— কোনোদিনে পাহৰিব নোৱাৰে। সেইহে ড° জীৱন পাঠক টংলাৰ পৰা গুৱাহাটীলৈ আহিলে গাড়ীগাঁৱলৈ যাবই আৰু খুড়ীয়েকে ৰন্ধা এমুঠি ভাত খাই পৰম তৃপ্তি লাভ কৰে।

স্বৰ্গীয় ডেকাৰ বাস্তৱ মানৱ-প্ৰীতিয়ে সাহিত্য-নিৰ্মিতিতো তাৎপৰ্যপূৰ্ণ স্থান লাভ কৰিছে। মানৱ আৰু মানৱিকতা সম্পৰ্কে তেখেতৰ গভীৰ বিশ্বাস আৰু প্ৰগাঢ় শ্ৰদ্ধা আছিল তাৰ প্ৰমাণ তেখেতৰ উপন্যাসৰাজিত পোৱা যায়। তেখেতৰ উপন্যাসৰাজিৰ কথাবস্তুৰ উপস্থাপন, চৰিত্ৰ অংকন তথা বিশ্লেষণ তথা পৰিৱেশ বৰ্ণনত গভীৰ অনুভূতি আৰু প্ৰগাঢ় মানৱীয় সহানুভূতিৰ অভাৱ নাই। দৰাচলতে স্বৰ্গীয় ডেকা আছিল মানৱিকতাবাদী স্ৰষ্টা। তেখেতৰ দৃষ্টিত মানৱ মহামহত্বৰ অভিলাষী। মানৱ ঈশ্বৰৰ অনুপম আৰু সৰ্বশ্ৰেষ্ঠ সৃষ্টি। মানৱ ভিন্ন আন সৃষ্টিয়ে সত্য-শিৱ-সুন্দৰৰ অভিব্যক্তি প্ৰকাশ কৰিব নোৱাৰে। মানৱৰ বাসস্থান মাটিৰ পৃথিৱী, ধূলিৰ ধৰণীখন সুন্দৰৰ লীলা ভূমি হোৱা উচিত— য'ত থাকিব প্ৰেম-প্ৰীতি, মৰম্-চেনেহ, দয়া-ক্ষমা, অহিংসা-বন্ধুত্ব, শান্তি-মৈত্ৰী আদি। মানৱে মানৱীয় কৰ্মৰাজিৰদ্বাৰা মাটিৰ পৃথিৱীক দ্বিতীয় স্বৰ্গলৈ ৰূপান্তৰ কৰিব পাৰে।

স্বৰ্গীয় ডেকা আছিল জাতীয়তাবাদী, তেখেত আছিল জাতীয়-চেতনাৰে উদ্বুদ্ধ। ভাৰতীয় সমাজ আৰু সংস্কৃতিৰ পটভূমি অসমীয়া সমাজ আৰু সংস্কৃতিৰ ৰূপান্তৰ সংৰক্ষণ-সংবৰ্ধন আৰু পৰিবৰ্ধনতো তেখেতে অত্যাধিক গুৰুত্ব প্ৰদান কৰিছিল। অসমীয়া ভাষাৰ বিকাশ, প্ৰসাৰ আৰু প্ৰচাৰত স্বৰ্গীয় ডেকাই বিশেষভাৱে গুৰুত্ব প্ৰদান কৰিছিল। মাইবঙত অনুষ্ঠিত সাহিত্য সভাৰ এখন সভাত উপস্থিত থকা দৰ্শকসকলৰ ভিতৰৰ দুজন মানে হিন্দী বা ইংৰাজীত বক্তৃতা দিবলৈ মোক অনুৰোধ কৰিছিল। মই ইংৰাজীত বক্তৃতা দিবলৈ আৰম্ভ কৰিলোঁ। স্বৰ্গীয় ডেকাই তৎক্ষণাৎ হস্তক্ষেপ কৰি মোক অসমীয়া ভাষাত বক্তৃতা দিবলৈ অনুৰোধ কৰিলে। সভাপতিৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি মই অসমীয়া ভাষাত বক্তৃতা প্ৰদান কৰিলোঁ। সভাপতি ডেকাৰ মতে অসমত অসম সাহিত্যসভাৰ শাখা মাইবং সাহিত্য সভাৰ অধিবেশনত অসমীয়া ভাষাতহে বক্তৃতা দিয়া বিধেয়, ইংৰাজী ভাষাত বক্তৃতা দিয়াৰ কোনো প্ৰয়োজন নাই।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে, স্বৰ্গীয় ডেকাৰ ভাৰতীয় পৰম্পৰাৰ ওপৰত গভীৰ শ্ৰদ্ধা আছিল। সৰ্বধৰ্মৰ প্ৰতি তেখেতৰ আছিল উদাৰ মনোভাৱ। হিন্দুধৰ্মৰ বিভিন্ন শাখা-প্ৰশাখাৰ প্ৰতিও আছিল তেখেতৰ শ্ৰদ্ধা। তেখেতৰ দৃষ্টিত বৈষ্ণৱ শৈৱ, শাক্ত আদি ধৰ্মমাৰ্গৰ মুখ্য উদ্দেশ্য এক ব্ৰহ্ম বা এক ঈশ্বৰৰ উপাসনা। এক সত্য ব্ৰহ্মাই বিভিন্নৰূপত অৱতীৰ্ণ হয়; গতিকে তাত আপত্তি কৰিবলগীয়া একো নাই। শিৱ-শক্তি, বিষ্ণু-লক্ষ্মী আদিৰ ধ্যান-ধাৰণা মানৱ সমাজৰ ধ্যান-ধাৰণাৰ আধাৰত জন্ম। আমাৰ বাস্তৱ জীৱনতো আমাৰ বাবে আই-পিতা উভয়ে সত্য, আই নহ'লেও নহয়, পিতা নহ'লেও নহয়।

কেইবছৰমান আগতে পাণ্ডুমন্দিৰত এখন ধৰ্মসভা অনুষ্ঠিত হৈছিল। স্বৰ্গীয় ডেকা আছিল সেই ধৰ্মালোচনী সভাৰ সভাপতি আৰু ময়ো গৈছিলোঁ বিশিষ্ট অতিথি স্বৰূপে। সভাপতিৰ ভাষণত ওপৰোল্লিখিত কথাখিনি কোৱাৰ উপৰিও সভাত উপস্থিত থকা আইসকলক লক্ষ্য কৰি তেখেতে কৈছিল— "আপোনালোকে আপোনালোকৰ স্বামীসৱক এৰি থাকিব পাৰিব জানো? অথবা আপোনালোকৰ স্বামীসকলে আপোনালোকক এৰি থাকিব পাৰিবনে? নিশ্চয় নোৱাৰে।"

আইসকলেও হাঁহি হাঁহি কৈছিল— হয় আমিও নোৱাৰোঁ, তেওঁলোকেও নোৱাৰে।"

গতিকে বাস্তৱ জীৱনত যিটো সম্ভৱ নহয়, আদৰ্শাত্মক স্তৰত সেইটো কেনেকৈ সম্ভৱ হ'ব?

এতেকে বৈষ্ণৱ-শাক্ত-শৈৱ আদি বিষয়ক কেন্দ্ৰ কৰি অবাবতে তৰ্ক-বিতৰ্ক কৰি থকা অনুচিত। ধৰ্মৰো মূল লক্ষ্য শান্তিপূৰ্ণ সহ অৱস্থান।

সৌজন্যবোধ স্বৰ্গীয় ডেকাৰ চৰিত্ৰৰ আন এক আকৰ্ষণীয় ভূষণ। অভ্যাগতৰ সৈতে তেখেতে বৰ আত্মীয়তাৰ সৈতে কথা-বতৰা পাতিছিল। অতিথি আলহীক আন্তৰিকতাৰে ব্যৱহাৰ কৰিছিল। চিনাকি-অচিনাকি সকলো ধৰণৰ লোককেই তেখেতে সমভাৱে ব্যৱহাৰ কৰা আমি দেখিবলৈ পাইছোঁ। বহুজনে তেখেতলৈ নানা কাৰণবশতঃ চিঠি-পত্ৰ লিখিছিল, প্ৰতিখন চিঠিৰেই তেখেতে উত্তৰ দিছিল, উত্তৰ দিয়াৰ ক্ষেত্ৰত স্বৰ্গীয় ডেকাই কোনো ধৰণৰ কাৰ্পণ্য কৰা নাছিল।

স্বৰ্গীয় ডেকাৰ মন-প্ৰাণ সততে অসমৰ কেঁচামাটিৰ গোন্ধেৰে সিক্ত হৈ আছিল, আৰু এই অসহজলভ্য মাটিৰ গোন্ধেৰে তেখেতৰ সাহিত্য নিৰ্মিতিৰাজিও আমোলমোলাই আছে। মাটিৰ গোন্ধে মাজে মাজে তেখেতক বিপ্লৱী কৰি তুলিছিল, দ্ৰষ্টা ৰূপত অৱতীৰ্ণ কৰাইছিল, নায়কৰূপে বা নেতাৰূপে ভূমিকা গ্ৰহণতো অৰিহণা যোগাইছিল। মাটিৰ গোন্ধৰ আকৰ্ষণে তেখেতক খেতিয়ক স্বৰূপে, গোৱালৰূপে, কঁহাৰৰূপে, শিক্ষকৰূপে, বিপ্লৱীৰূপে, সংস্কাৰকৰূপে, জাতি ধৰ্ম বৰ্ণৰ সংযোজক সেঁতুৰূপে, কবিৰূপে, গাল্পিকৰূপে, ঔপন্যাসিকস্বৰূপে আত্মপ্ৰকাশ কৰাৰ পৰিপ্ৰেক্ষাত সুদূৰপ্ৰসাৰী ভূমিকা গ্ৰহণ কৰিছিল।

স্বৰ্গীয ডেকাৰ দুই এটা দোষ-ত্ৰুটিৰ কথা নকলেও কিঞ্চিৎ কিঞ্চিৎ পাপে চুব। তেখেতে পৰিস্থিতি বিশেষে আকোৰগোজ মনোভাব প্ৰকাশ কৰিছিল। অনেক ক্ষেত্ৰত এনে মনোভাবে তেখেতৰ বিৰুদ্ধবাদীসকলক নিৰস্ত্ৰ কৰিব পাৰিলেও অনেক ক্ষেত্ৰত আকৌ এনে মনোভাবে তেখেতৰ শত্ৰুৰ সংখ্যা বৃদ্ধি কৰিছিল।

অসমৰ চৰকাৰী ভাষাৰ ক্ষেত্ৰত তেখেতে পোষণ কৰা ধাৰণা সৰ্বজন গ্ৰাহ্য হোৱা নাছিল।

এনে ধৰণৰ দুইএটা ত্ৰুটি-বিচ্যুতি থাকিলেও তেখেতৰ চাৰিত্ৰিক বৈশিষ্ট্যত সদ্ গুণাৱলীৰ পয়োভৰ অত্যন্ত বেছি। সেইফালৰ পৰা তেখেতক গুণী-জ্ঞানী আখ্যা দিব লাগিব দ্বিধাবিহীনভাৱে।

স্বৰ্গীয হিতেশ ডেকা যশস্যাশালী ব্যক্তি। যশস্যাশালী ব্যক্তিয়েই নিৰবধিকাল আৰু বিপুলা পৃথিৱীত জীয়াই থাকে। স্বৰ্গীয় ডেকাকো সংসাৰত চিৰ অমৰ কৰি ৰাখিব তেখেতৰ দীপ্ত-প্ৰদীপ্ত কীৰ্তিৰাজিয়ে, যশস্যাৰাজিযে— ।

সৰ্বজনৰ হিতসাধনকাৰী হে মহান!<br>
তুমি থাকিবা চিৰ অমৰ হৈ,<br>
তুমি থাকিবা উদ্দীপ্ত ভাস্বৰ হৈ,<br>
তুমি থাকিবা অচিৰ জগতত<br>
চিৰ নবীন হৈ, আজিৰ মানুহ হৈ।।



# ঔপন্যাসিক হিতেশ ডেকাৰ সাহিত্য সভা প্ৰীতি

ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

অসমীয়া সাহিত্য জগতত হিতেশ ডেকা এগৰাকী সুপ্ৰসিদ্ধ ঔপন্যাসিক ৰূপে সৰ্বজন ৰূপে সৰ্বজন সমাদৃত সাহিত্যিক। এই কথাত কাৰো দ্বিমত নাই। এই গৰাকী সাহিত্যিকৰ জীৱনৰ আগছোৱা বহু সংঘাতপূৰ্ণ আছিল। মাত্ৰ সাত বছৰ বয়সতে পিতৃ বিয়োগ হোৱাত ককায়েকৰ অভিভাৱকত্বত জীৱনৰ গঢ় লৈছিল যদিও ঘৰুৱা আৰ্থিক দৰিদ্ৰতাৰ বাবে স্কুলীয়া বিদ্যাৰম্ভও পলমকৈ হৈছিল। আঠবছৰ বয়সতহে তেওঁ নিজৰ জন্মগাঁও সৰ্থেবাৰীৰ প্ৰাথমিক বিদ্যালয়ত ভৰ্তি হৈছিল। সেয়া ১৯৩২ চনৰ কথা। সেই সময়ত সৰ্থেবাৰী এখন খেতি-বাতিৰ লগতে কাঁহৰ বাচন বৰ্তন নিৰ্মাণ কৰা এখন প্ৰসিদ্ধ শিল্পকেন্দ্ৰ। আজিও সেই ব্যৱসায় সৰ্থেবৰীয়াসকলৰ একচেতীয়া উদ্যোগ, সমগ্ৰ দেশতে ইয়াৰ এক বিশিষ্ট মৰ্যাদা আছে। সেইদিনত গাঁৱৰ ল'ৰা ছোৱালীৰ সৰু কালৰে পৰা এই উদ্যোগৰ লগত পৰিচয় ঘটিছিল আৰু কিবা প্ৰকাৰে হলেও তাৰ লগত জড়িত হৈ পৰিছিল, হয় বাচন নিৰ্মাণৰ কমাৰশালত, কিম্বা তাৰ সা সামগ্ৰী আহৰণত অথবা সেইবোৰৰ বেপাৰত। তাহানি কালৰেপৰা অসমত ইমূৰৰ পৰা সিমূৰলৈ আনকি মণিপুৰ, কোচবিহাৰ আদি ঠাইতো সৰ্থেবৰীয়া বেপাৰীয়ে গাঁৱৰ সেই উৎপাদিত সামগ্ৰী দোকানত দি অথবা কান্ধেৰে ভাৰ কঢ়িয়াই গাঁৱে গাঁৱে বা চহৰে চহৰে বেপাৰ কৰাৰ বহু প্ৰমাণ আছিল, আজিও সেই পৰম্পৰা অটুট আছে। ডেকাৰ সেই হেন ঠাইত জন্ম লাভ কৰি গ্ৰাম্য পৰিৱেশত নিজৰ মানসিকতাই গঢ় লৈছিল। তদুপৰি ঘৰৰ সৰু ল'ৰা হিচাপে বাপমৰাযা বুলি সকলোৰেপৰা লাভ কৰা মৰম স্নেহৰ কাৰণে মাত্ৰাধিক পৰিমাণে স্বাধীন হৈ পৰিছিল, কিছু উদণ্ড আছিল বুলিলেও ভুল নহয়। লগৰ ল'ৰাজাকৰ মাজত তেওঁ আছিল 'ৰাজা' ৰূপে খ্যাত, সিহঁতে ভাল-বেয়া সকলো কাম কৰিছিল 'ৰাজা'ৰ কথামতে। তেনেকৈয়ে গ্ৰাম্য পৰিৱেশত তেওঁ স্থানীয় এম ভি স্কুলৰ পৰা অসমীয়া বিষয়ত অসমৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ লাভ কৰি পৰীক্ষাত উত্তীৰ্ণ হৈছিল। কিন্তু সেই একে উদ্যমেৰে তেওঁ শিক্ষা আহৰণ কৰাত যথেষ্ট অসুবিধা পাইছিল। ইয়াৰ মূল কাৰণ আছিল অৰ্থসংকট। তাৰ মাজতে নতুনকৈ পতা গাঁৱৰ হাইস্কুলতে নাম ভৰ্তি কৰিলেও কাঁহৰ কমাৰশালত কয়লা যোগানকে ধৰি কিছু কাম কৰি উপাৰ্জন কৰিবলগীয়া হৈছিল। তাৰ মাজতো কিন্তু সমনীয়া সকলৰ মাজত নেতৃত্বদান অব্যাহত আছিল। এনেতে আহিল মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষত উখল মাখল লগোৱা স্বাধীনতাৰ আন্দোলন। সেই সময়ত আঞ্চলিক ছাত্ৰসকলৰ তৰফৰ পৰা আগভাগ লৈ ইংৰাজ চৰকাৰৰ বিপক্ষে তেওঁলোকৰ দৃষ্টিত তথাকথিত কূটাঘাতমূলক কাম কাজ যেনে- দলং পোৰা, ৰাস্তা-ঘাটত প্ৰতিবন্ধক সৃষ্টি কৰা কামত সক্ৰিয় হৈ পৰিছিল। সেই অপৰাধতে ডেকা পুলিচৰ বোযত পৰি গা ঢকা দিবলগীয়া হৈছিল। সেই কালছোৱাও কম নহয়, প্ৰায় তিনিটা বছৰ। সেই সময়তে তেওঁ ছয়গাঁও, বকো আদি অঞ্চলৰ ভিতৰুৱা ঠাইত ইটো সিটো কৰি লুকাই আছিল। তাতো পুলিচৰ নজৰত পৰাত তেওঁ উজনি পাইছিলগৈ আৰু গোলাঘাট অঞ্চলৰ গাঁও-ভূঁই চহৰত কান্ধেৰে ভাৰ বৈ কাঁহৰ বাচন বিক্ৰী কৰি জীৱিকা উলিয়াই জীৱন যাপন কৰিছিল। সেই একেদৰে তেওঁ ডিমাপুৰলৈ গৈছিল। তাত আজাদ হিন্দ ফৌজৰ লগত ইংৰাজ সৈন্যৰ সংঘৰ্ষৰ ভয়াবহতাৰপৰা আঁতৰি আহি একেবাৰে বৰমা পাইছিল আৰু ইয়াত বি কে ভাণ্ডাৰীৰ সেৱাশ্ৰমত সেৱক হিচাপে কাম কৰাত লাগি গৈছিল। লাহে লাহে আন্দোলনৰ উষ্মা নাইকিয়া হোৱা যেন দেখি ঘৰৰ ল'ৰা ঘৰ পালেহি। এইবাৰ ডেকাই লগ সমনীয়া কেইজনমানৰ সহযোগত যাত্ৰাপাৰ্টী গঠন কৰিলে। কামৰূপৰ যাত্ৰাপাৰ্টী সেই সময়ত বৰ বিখ্যাত আছিল। তেওঁ সেই উদ্দেশ্য আগত ৰাখি বিখ্যাত অসমৰ গাঁও ভূঁই ঘূৰি লাভ কৰা অভিজ্ঞতাৰে 'গাঁৱলীয়া' নামৰ এখন নাটক লিখাৰ যো-যা কৰিছিল।

অৱশ্যে সেইখনে ছপাৰ মুখ নেদেখিলে। তাতো ডেকাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁৰ কাৰ্য কলাপ দেখি ডেকাক দিয়া পৰামৰ্শমতে পুনৰ সৰ্থেবাৰী হাইস্কুলৰ অষ্টমমান শ্ৰেণীত ভৰ্তি হয় আৰু ১৯৪৮ চনত তাৰ পৰাই মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ নতুনকৈ পতা নলবাৰী কলেজত নাম লগাবলৈ আহিল। কলেজত সেইসময়ত অধ্যক্ষ আছিল ত্ৰৈলোক্যনাথ গোস্বামী আৰু উপ অধ্যক্ষ আছিল চন্দ্ৰ গোস্বামী। দুযোগৰাকীয়ে সমাজ কৰ্মী আৰু ব্ৰতী, অৱশ্যে অধ্যক্ষ গোস্বামী সেই সময়তে অসমৰ এগৰাকী সমালোচক সাহিত্যিক ৰূপে পৰিচিত হৈ পৰিছিল। তেখেতৰ সান্নিধ্য ডেকাৰ জীৱনত এটা বিশেষ উল্লেখযোগ্য ঘটনা। কলেজ পতাৰ আযোজন হলেও নলবাৰীয়ে তেতিয়াও নগৰীয়া ৰূপ লোৱা নাছিল, গ্ৰাম্য পৰিবেশেই তাত বিৰাজ কৰিছিল, কিন্তু সকলো দিশতে এটা নতুন জাগৰণৰ চাপ স্পষ্ট হৈ পৰিছিল।

ডেকাই কলেজত ভৰ্তি হৈ পাঠ্যক্ৰমৰ পঢ়া শুনাৰ মাজতে পূৰ্বৰ কাঁহৰ কমাৰশালত কয়লা যোগানৰ ব্যবসায় চলায়ে আছিল, নহ'লে যে কলেজৰ পঢ়া-খৰচ নোলায়। আকৌ তাৰ মাজতে অধ্যক্ষ গোস্বামীৰ লগত সকলো সময়তে সাহিত্যালোচনা কৰি গান্ধীজীৰ বাণী 'গাঁৱেই হ'ল ভাৰতবৰ্ষৰ প্ৰাণ' আদিয়ে ডেকাৰ মনত নতুন এক উৎসাহ উদ্দীপনাৰ সৃষ্টি কৰিছিল। উজনি নামনি অঞ্চলৰ গাঁৱৰ সমাজ জীৱনৰ লগত হোৱা পৰিচয় আৰু অভিজ্ঞতাৰ আলমত উপন্যাস ৰচনা কৰাৰ সপোন দেখিছিল আৰু তাৰেই বাস্তৱ ৰূপায়ণ তেওঁৰ প্ৰথম উপন্যাস **'আজিৰ মানুহ'**।

এই উপন্যাসখন কামৰূপৰ ভিতৰুৱা গাঁওৰ সমাজৰ পটভূমিত ৰচনা কৰি ডেকাই নিজৰ অভিজ্ঞতাৰাজিৰে ইযাক জীৱন্ত কৰি তুলিছিল। উপন্যাসৰ চৰিত্ৰসৃষ্টি, কাৰ্য কলাপ, ঘটনা প্ৰবাহ, চৰিত্ৰৰ মুখৰ নানা ভক্তি বচন সকলোতে গ্ৰাম্য সমাজৰ সৰলতা, কৰ্ত্তব্য পৰায়ণতা, অৰ্থচিন্তা, ওচৰ চুবুৰীয়াৰ প্ৰতি মৰম স্নেহ সহানুভূতিশীলতা, দয়া কৰুণা আৰু পৰোপকাৰিতা, আদি কেওপিনৰ পৰা অতি মনোৰম হৈ পৰিছে। অৱশ্যে এই উপন্যাস ৰচনা কালত ডেকা নলবাৰী কলেজৰ ছাত্ৰ, সকলো কথাতে তেওঁ লাভ কৰিছিল অধ্যক্ষ গোস্বামীদেৱৰ বুধি পৰামৰ্শ। গোটেই পাণ্ডুলিপিটো পঢ়ি তেখেতে ডেকাক অসমৰ গ্ৰাম্য সমাজৰ অৱলম্বনত এলানি উপন্যাস ৰচনা কৰিবলৈ উদগনি দিছিল। সেই সময়ত এই প্ৰবন্ধ লিখক নলবাৰী কলেজৰ আই এ শ্ৰেণীৰ ছাত্ৰ, ডেকাৰ লগত ঘনিষ্টতাও যথেষ্ট বৃদ্ধি পাইছিল। একেলগে হোষ্টেলত থকা বাবে প্ৰায়ে একো একোটা অংশ লিখি উঠাৰ পিছত তেওঁ সেইবোৰ পঢ়ি শুনোৱাৰ লগতে কিয়, কিহৰ আধাৰত লিখিলে সেইবোৰ কথাও ব্যাখ্যা কৰিছিল

ডেকাৰ সেই সকলো কথাৰ মূলতে আছিল তেওঁ যে গাঁৱৰ ল'ৰা। সৰ্থেবাৰীৰ ল'ৰা হিচাপে স্বাধীন চিন্তা এটা আছে। নলবাৰী কলেজত হাটে বজাৰে, ঘৰে বাহিৰে সকলোতে এটা নিজৰ মতামত চিন্তা সাধনা এৰি নিদিয়া চিন্তা চৰ্চাৰ পৰিবেশত তেওঁৰ মনটোৱেও তেনে এটা আত্মসচেতনতাৰ ভাব আনি দিছিল। কিন্তু সেই সকলোবোৰৰ অন্তৰালত আছিল আমি অসমীয়া, অসম আমাৰ দেশ। আমাৰ পৰিচয় বিদেশত ভাৰতীয়ৰূপে, কিন্তু নানা জাতি-উপজাতি আৰু নানা ভাষা উপভাষাৰে সমৃদ্ধ বিবিধ ধৰ্ম সংস্কৃতিৰ দেশ ভাৰতবৰ্ষত আমাৰ বিভিন্ন আঞ্চলিকতাবাদৰ গুণ গৰিমাৰে ভিন্ন ভিন্ন জাতিৰ পৰিচিত ভাৰতীয় সকলৰ মাজত আমাৰ পৰিচয় হ'ল অসমীয়া ৰূপে। আমাৰ দেশ অসম, ভাৰতৰ এটা অবিচ্ছেদ্য অঙ্গ, জাতিত আমি অসমীয়া— এটা আঞ্চলিক ৰূপত চিনাকি, ভাষা আমাৰ অসমীয়া— সিয়ো আঞ্চলিক ৰূপত, সামগ্ৰিক ৰাষ্ট্ৰীয় ৰূপত আমাৰ চিনাকি ভাৰতীয়, ভাষিক ৰূপত হিন্দী আমাৰ ৰাষ্ট্ৰীয় ভাষা। ডেকাৰ মনত এই ধাৰণা অতি স্পষ্টভাৱে প্ৰকট হৈ পৰিছিল। সেই ধাৰণাকে তেওঁৰ এটা দাৰ্শনিক সিদ্ধান্ত বুলিও কব পাৰি। সেই কাৰণেই তেওঁ সকলো সময়তে অগ্নিকাগিকী ৰঘুনাথ চৌধাৰী, কমলাকান্ত ভট্টাচাৰ্য্য আদিৰ দৰে অসম তথা অসমীয়াৰ উন্নতিকল্পে কৰ্মকেন্দ্ৰত ব্ৰতী হৈছিল। কথা প্ৰসঙ্গত তেওঁ কৈছিল মহাত্মা গান্ধীয়ে গুজৰাটী ভাষাত সকলো কথা ৰচনা কৰিছিল। উমাশংকৰ যোশীৰ নিচিনা লোকেও নিজৰ মাতৃভাষা গুজৰাটীতে সাহিত্য চৰ্চা কৰি বিখ্যাত হৈ পৰিছিল। তেওঁৰ বিখ্যাত হোৱাৰ অভিপ্ৰায় নাছিল। কিন্তু অসমীয়া ভাষা সাহিত্যৰ চৰ্চাৰে নিজৰ জাতিটোক প্ৰেৰণা যোগোৱাই আছিল তেওঁৰ লক্ষ্য। সেয়ে

তেওঁৰ মতে অসমীয়া বুলিলে অসমত স্থায়ীভাৱে বসবাস কৰা অসমকে নিজৰ দেশ, নিজৰ ঘৰ জ্ঞান কৰি ইয়াৰ বুকুত ইয়াৰ সমাজত নিজকে বিলীন কৰি দিয়া সকলেই অসমীয়া। সি জনজাতিয়েই হওক, কথা অজনজাতিয়েই হওক অথবা ভাৰতৰ অন্যান্য প্ৰান্তীয় দেশৰ লোকেই হওক কাৰণ ভাষা-সংস্কৃতি সকলো বিষয়তে তেওঁলোক এই দেশ তথা অঞ্চলৰ থলুৱা সংস্কৃতিৰ বুকুত জাহ গৈছে, কোনো পৃথকত্ব নাই। যিসকলৰ সেই ধাৰণা নাছিল সেই সকলক কিন্তু ডেকাই সদায়ে অসমৰ পৰা বিতাৰিত কৰাৰ বাবে ব্যস্ত হৈ পৰিছিল। অসম আৰু অসমীয়াৰ প্ৰতি তেওঁৰ প্ৰাণভৰি ভালপোৱাৰ বহু নিদৰ্শন আছে— যিবোৰ আমি তেওঁৰ উপন্যাসত স্পষ্টভাৱে দেখিবলৈ পাওঁ।

এই প্ৰসঙ্গতে ব্যক্তিগত এটা অভিজ্ঞতাৰ কথা কব খুজিছোঁ। যাঠিৰ অসমৰ ভাষা আন্দোলনৰ সময়ত হঠাৎ মোৰ প্ৰফেছাৰ ড° সুকুমাৰ সেন মহোদয়ে মোক সুধিলে— হিতেশ ডেকা, কোন, তেওঁৰ চিনাকি লাগে, **'মাটিকাৰ'** উপন্যাসখন পঢ়িছনে, তাত থকা 'আহ ভাই বঙাল খেদোঁ আহ' গীতটোৰ 'বঙাল' শব্দটোৱে বাঙালীক বুজাইছে নেকি ইত্যাদি। সেইবোৰৰ উত্তৰ দিয়াৰ আগতে ছাৰক এইবোৰৰ প্ৰয়োজন সম্পৰ্কে সোধাত ছাৰে কৈছিল, পশ্চিমবংগৰ উভয় সদনতে এই কথা লৈ এক হুলস্থুলৰ সৃষ্টি হৈছে আৰু সেইবাবে নেছনেল প্ৰফেচাৰ আচাৰ্য ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে টেলিফোন কৰি এই সন্দৰ্ভত সবিশেষ জানিব বিচাৰিছে আৰু কলিকতাত ডক্টৰেটৰ বাবে গৱেষণা কৰা অসমীয়া গৱেষক থকা বুলিও তেখেতে জানে। সেইবাবে এই কথাৰ সত্যতাৰ বিচাৰ কৰিছে। ছাৰৰ প্ৰশ্নবোৰৰ যথাযথ ব্যাখ্যা দিয়াৰ পিছত পুথি-পাঁজিত 'বিদেশী' অৰ্থত 'বঙাল' শব্দৰ প্ৰয়োগ ক'ৰবাত আছেনে? সেই কথাও সুধিছিল; আচলতে 'ডোকুমেণ্টৰী' প্ৰমাণৰ দৰকাৰ। তেতিয়া পিছদিনা 'পিয়লি ফুকন' নাটকখন নি তাত থকা পিয়লিৰ সংলাপত উল্লেখ কৰা 'বগা বঙাল' শব্দ ব্যৱহাৰ কৰি 'বিদেশী ইংৰাজ চাহাব'ক বুজোৱা কথাটো দেখুৱাইছিলোঁ। চাৰে সেই যুক্তিত সন্তুষ্ট হৈ আচাৰ্য চট্টোপাধ্যায়দেৱক সবিশেষ জনাইছিল আৰু তাৰ পাছৰেপৰা তেখেতৰ লগতো মোৰ এটা আন্তৰিকতা পূৰ্ণ ঘনিষ্ঠ ভাব গঢ়ি উঠিছিল। এই ঘটনাটো ডেকাক জনোৱাত তেওঁ উৎফুল্লিত হৈ পৰিছিল এই বুলিয়েই যে অসমক এফালৰপৰা গিলি শেষ কৰিবলৈ লোৱা বিদেশীক দেশৰপৰা খেদি পঠোৱাৰ এই আহ্বানেই হ'ব মোৰ উপন্যাসৰ লক্ষ্য। এই ঘটনাটো উল্লেখ কৰাৰ উদ্দেশ্য হ'ল ডেকাৰ অসম প্ৰীতি তথা অসমীয়া জাতীয়তাবাদী চিন্তা-চৰ্চাৰ গভীৰতাৰ আভাস দিয়া। এই চিন্তাৰে তেওঁ একাধিক উপন্যাস ৰচনা কৰি গৈছে। নকলেও হ'ব যে তেওঁৰ উপন্যাসৰ মূল বস্তু আছিল অসমৰ গ্ৰাম্য-সমাজজীৱন আৰু অসমক বিদেশীৰ কৰালগ্ৰাসৰ পৰা মুক্ত কৰা। এনেবোৰ কাৰণতে তেওঁ অসমৰ অৰাজনৈতিক একমাত্ৰ জাতীয়তাবাদী ৰাজহুৱা অনুষ্ঠান অসম সাহিত্য সভাৰ লগত অতি ঘনিষ্ঠ সহকাৰে জড়িত হৈ পৰিছিল।

অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনৰ সময়ত দেখিছিলোঁ ডেকা অভ্যৰ্থনা সমিতিৰ লগত ঘনিষ্ঠ হৈ পৰিছিল। নলবাৰী কলেজৰ প্ৰাক্তন ছাত্ৰ সকলৰ প্ৰায়বোৰেই তাত সক্ৰিয় ভূমিকা লৈছিল। শশী শৰ্মা, হিতেশ ডেকা, হৰেশ্বৰ বৰ্মন আদিয়ে নানাভাৱে সেই অধিবেশনৰ দায়িত্ব লৈ ব্যস্ত হৈ পৰিছিল। তাৰ মাজতে ডেকাক বিষয় বাছনী সভাত ড° হেমন্ত কুমাৰ শৰ্মাৰ লগত যুক্তিপূৰ্ণ কথাৰে কৰ্মকৰ্তা সকলৰ সমালোচনা কৰিছিল। পৰৱৰ্তী প্ৰায়বোৰ বাৰ্ষিক অধিবেশনতে ডেকাই যোগদান কৰিছিল এজন প্ৰতিনিধি হিচাপে আৰু সেই সকলো ঠাইতে বিষয় বাছনী সভাত মূল অসম সাহিত্য সভাৰ গঠনমূলক কাম-কাজ, অৰ্থ-সংকট আৰু বিভিন্ন অঞ্চলত সাহিত্য সভাৰ বিবিধ কামৰ আঁচনিৰ ৰূপায়ণ সন্দৰ্ভত সহানুভূতিশীল দৃষ্টিভঙ্গীৰে গঠনমূলক সমালোচনা দাঙি ধৰি কৰ্মকৰ্তাসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। আকৌ কোনো কোনো সময়ত তেওঁ সেই সমালোচনাৰ গয়না লৈ অন্যান্য প্ৰতিনিধিয়ে একো একোবাৰ বিষয় বাছনী সভাৰ পৰিবেশ উত্তপ্ত কৰি তুলিছিল। তেওঁৰ মতে সভাই অসমীয়া জাতি আৰু ভাষা-সাহিত্যৰ উন্নতি কৰিবলৈ হ'লে শাখা সভা বিলাকক সক্ৰিয় কৰি তুলিব লাগে আৰু সিবোৰৰ নিজৰ নিজৰ ঠাইৰ লিখক-লিখিকাসকলৰ ৰচনা প্ৰকাশত উৎসাহ যোগাব লাগে। শাখা সভাবোৰক সক্ৰিয় কৰিবলৈ যোৰহাট বা

গুৱাহাটীৰ কাৰ্যালয়ৰ পৰা যোগাযোগেই যথেষ্ট নহয়, আচলতে আঞ্চলিক গোট একোটাৰ দৰ্কাৰ আৰু সেই আঞ্চলিক গোটবোৰে নিজ নিজ এলেকাৰ শাখা সভাবিলাকৰ লগত পোনপটীয়া সম্পৰ্ক ৰাখি কাম কৰিলেহে সভাৰ উদ্দেশ্য সফল হ'ব পাৰে আৰু অসমীয়া ভাষা সাহিত্যৰ উন্নতিও সম্ভৱ। ইতিমধ্যে জিলা ভিত্তিত তেনে দৃষ্টিভঙ্গীৰে জিলা সাহিত্য পৰিষদ গঠন হৈছিল, কিন্তু শাখা সভাৰ লগত সেইবোৰৰ কোনো কৰ্তৃত্ব নাছিল কিম্বা শাখাবোৰে জিলা পৰিষদৰ লগত যোগাযোগ ৰখা নৰখাটোৱো বহু পৰিমাণে শাখাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছিল। এনে জিলা পৰিষদ গঠিত হৈছিল পোন প্ৰথমে ডিব্ৰুগড জিলাত, তেতিয়া এই জিলা আছিল অবিভক্ত। জিলা পৰিষদে ঘাইকৈ নিজৰ এলেকাধীন জিলাখনত নতুন নতুন শাখা প্ৰতিষ্ঠা আৰু শাখাবোৰক সক্ৰিয় কৰাৰ বাবে চেষ্টা কৰিছিল, কিন্তু মূল শাখাৰ লগত পোনপটীয়া সম্পৰ্ক আৰু কৰ্তৃত্ব থকা বাবে জিলা পৰিষদৰ কোনো মৰ্য্যাদাপূৰ্ণ স্থান নাছিল - শাখাই জিলা পৰিষদৰ লগত সম্পৰ্ক নাৰাখিলেও একো কৰিব নোৱাৰিছিল। ডিব্ৰুগড জিলা পৰিষদৰ এই অভিজ্ঞতাৰ কথা শুনি কামৰূপৰ সাহিত্যপ্ৰেমী উদীয়মান এদল সাহিত্যিকে কামৰূপ জিলা সাহিত্য পৰিষদ গঠনৰ কথা ভাবিছিল।

ধিং অধিবেশনৰ থলীত ড° হেমন্ত কুমাৰ শৰ্মা, দুৰ্গেশ্বৰ শৰ্মা, হিতেশ ডেকা, পণ্ডিত গিৰিধৰ শৰ্মা, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য আদিয়ে জিলা পৰিষদৰ প্ৰয়োজনীয়তাৰ বিষয়ে বিষয়বাছনী সভাত বক্তব্য উপস্থাপন কৰাৰ উপৰিও আচুতীয়াকৈ আলোচনা কৰি সেই বছৰতে গুৱাহাটীলৈ আহি কিছু আলোচনা বিলোচনাৰ পিছত নিয়মাৱলী প্ৰস্তুত কৰি "কামৰূপ জিলা সাহিত্য পৰিষদ" গঠন কৰিছিল। ইয়াৰ কেইবছৰমানৰ পাছত অসম সাহিত্য সভাই জিলা ভিত্তিক সাহিত্য সভাৰ একোটা অনুষ্ঠানৰ কথা বাৰুকৈয়ে উপলব্ধি কৰি পৰৱৰ্তী কালত শাখা সভাৰ ওপৰত জিলা ভিত্তিত জিলা সাহিত্য সভা গঠনৰ ব্যৱস্থা বিধিভুক্ত কৰি গৈছিল। ডেকাক এই বিষয়ত অতি আন্তৰিকতাৰে লাগি থকাত সেইসময়ৰ কামৰূপৰ ভালেমান নবীন প্ৰবীণ অসম সাহিত্য সভাপ্ৰেমী লোকে পূৰ্ণ সমৰ্থন কৰিছিল। বিশেষকৈ পণ্ডিত গিৰিধৰ শৰ্মা, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ড° উপেন্দ্ৰনাথ গোস্বামী, ড° প্ৰতাপচন্দ্ৰ চৌধুৰী, অধ্যাপক ৺বিনয়ভূষণ চৌধুৰী, অধ্যাপক ৺নন্দ তালুকদাৰ আদিৰ দিহা পৰামৰ্শ তথা সক্ৰিয় ভূমিকাৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। সাহিত্য সভাৰ নিয়মাৱলীত জিলা সাহিত্য সভাৰ অন্তৰ্ভুক্তিত ডেকাৰ ভূমিকা মুক্ত কণ্ঠে স্বীকাৰ কৰিব লাগিব। এয়া দৰাচলতে অসম দেশ অসমীয়াজাতি আৰু ভাষাৰ প্ৰতি থকা ডেকাৰ প্ৰাণাধিক প্ৰীতিৰ অন্যতম জ্বলন্ত দৃষ্টান্ত।

অসম সাহিত্য সভাৰ লগত অতি আন্তৰিকতাপূৰ্ণ প্ৰাণৰ সম্পৰ্কৰ কথা উপলব্ধি কৰিয়ে তেওঁক এৰা ধৰাকৈ দুবাৰ প্ৰতিনিধি সকলে সভাৰ উপ-সভাপতি ৰূপে নিৰ্বাচিত কৰি সংগঠনৰ কামত অধিক মনোযোগ আৰু আন্তৰিকতাৰে সক্ৰিয় ভূমিকা লবলৈ সুযোগ দিছিল। সেই কালতে তেওঁ অসমৰ ইমূৰ-সিমূৰ তথা নগাৰাজ্য, বৰাক উপত্যকাৰ নানা ঠাইত সভা-সমিতিত যোগদান কৰি অসম সাহিত্য সভাৰ প্ৰচাৰ কাৰ্য্যত সহায় কৰিছিল। সেই একেদৰে কামৰূপ জিলা পৰিষদৰো সভাপতিৰ আসন অলংকৃত কৰি কামৰূপ জিলাৰ অতি ভিতৰুৱা ঠাইবোৰতো সভাৰ শাখা খোলাৰ আঁচনি হাতত লৈছিল, আনকি বৰ লুইতৰ বুকুৰ চৰ অঞ্চলতো সাহিত্য সভাৰ আদৰ্শ, কামৰ আঁচনি উদাত্ত কণ্ঠেৰে ঘোষণা কৰিছিল। সেইবোৰ ঠাইত গাঁৱলীয়া ৰাইজে ডেকাৰ হাস্যমধুৰ বক্তৃতা শুনি আপ্লুত হৈছিল আৰু সভাৰ বাবে মুক্তহস্তে দান বৰঙণি আগবঢাইছিল। সেই সময়ত জিলাপৰিষদৰ লগত শাখা সভাবিলাকেও সুন্দৰ সম্পৰ্ক ৰাখি কাম কৰিছিল সাহিত্য সভাৰ যি কোনো কামত সভা-সমিতিত যোগদান কৰাৰ ক্ষেত্ৰত ডেকা আছিল আগৰণুৱা। সভাৰ কামত ব্যক্তিগত ঘৰুৱা কামবিলাকো বিসৰ্জন দিবলৈ তেওঁ কুণ্ঠা বোধ নকৰিছিল। অসমৰ বিদেশী বিতাৰণ তথা অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ সময়ত অসম সাহিত্য সভাক প্ৰতিনিধিত্ব কৰি ডেকা বাৰবাৰকৈ দিল্লীলৈ গৈ কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনাত যোগদান কৰিছিল। ইয়ো তেওঁৰ অসম সাহিত্য সভাৰ প্ৰীতিৰ কথাৰে প্ৰমাণ দিয়ে।

ডেকাৰ সাহিত্য সভাৰ প্ৰতি থকা প্ৰগাঢ় শ্ৰদ্ধা আৰু আন্তৰিকতাৰ লগতে সংগঠনৰ কামত

বিচক্ষণতাৰ বাবে অসম সাহিত্য সভাৰ ১৯৯৫ চনৰ অধিবেশনৰ সভাপতি ৰূপে নিৰ্বাচিত কৰিছিল। সাহিত্য সভাৰ প্ৰতিনিধিবৰ্গই ডেকাৰ সেই নিৰ্বাচনত একো আচৰিত হবলগীয়া নাছিল, যোগ্য কৰ্মৰ যোগ্য সিদ্ধান্ত বুলিব পাৰি। সভাৰ মুকলি মঞ্চত দাঙি ধৰা তেওঁৰ অভিভাষণেও ডেকাৰ অসম প্ৰীতি, অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ প্ৰতি তেওঁৰ ব্যক্তিগত দায়বদ্ধতা, অন্তৰৰ স্নেহ-প্ৰীতি আৰু শ্ৰদ্ধাৰ কথাৰে প্ৰমাণ দিয়ে।

অভিভাষণত অসমৰ জনসাধাৰণ তথা অসমীয়াৰ যি ব্যাখ্যা দাঙি ধৰিছে সি নিঃসন্দেহে এক তাৎপৰ্য্যপূৰ্ণ বৰ্ণনা। নানা জাতি উপজাতি, নানা ভাষা সংস্কৃতিৰ মিলনভূমি অসমক তেওঁৰ কথাৰ জেৰ টানি 'মিনি ইণ্ডিয়া' আখ্যা দিব পাৰি। সেই বিভেদৰ মাজত, বহুধা ৰূপৰ মাজত এক ঐক্য সূত্ৰই সকলোকে একতাৰ ডোলেৰে বান্ধি ৰাখিছে। কেৱল ৰাজনৈতিক বস্তু বীভৎসতাই তাত সময়ে সময়ে আচুৰি-আজুৰি ক্ষত বিক্ষত কৰাৰ চেষ্টা কৰিছে। অসমত স্বাধীনোত্তৰ কালৰ বিদেশী নাগৰিকৰ অনুপ্ৰবেশ কাকতি ফৰিঙৰ জাকৰ দৰে অসম মুলুকত বিৰাজ কৰি কেওপিনে অসমীয়াক নিশকতীয়া কৰাৰ উপক্ৰম কৰিছে। তেওঁৰ 'ভোট ভিক্ষাৰী ৰাজনৈতিক দলৰ মৌন সম্মতিয়ে বিদেশীক যথেষ্ট সুযোগ দিছে' বোলা কথাষাৰ কিমান তাৎপৰ্য্যপূৰ্ণ আৰু কিমান সত্য তাৰ ব্যাখ্যা নিষ্প্ৰয়োজন। সেইদৰে অসমৰ দুৰ্নীতি, ভ্ৰষ্টাচাৰ, পাপাচাৰৰ কথা উল্লেখ কৰি তেওঁ কোৱা 'এফালে বেচৰকাৰী সন্ত্ৰাসবাদ, আনফালে চৰকাৰী সন্ত্ৰাসবাদ' কথাষাৰো প্ৰণিধানযোগ্য। এনে দুৰ্যোগৰ মাজতো সাহিত্যিক, শিল্পী, সাংবাদিক সকলোকে নৈতিক আদৰ্শ আগত ৰাখি কৰ্মত ব্ৰতী হবলৈকে ডেকাই আহ্বান জনাইছিল।

বিশ্বৰ ২৭৬০টা ভাষাৰ ১৬৫২টাই ভাৰতত বৰ্তি আছে। ইয়াৰে সংবিধানে স্বীকৃতি দিয়া ১৬টা ভাষাৰ ভিতৰত অসমীয়াও অন্যতম। সেই অসমীয়া মাগধী প্ৰাকৃতৰ অংগস্বৰূপ কামৰূপী প্ৰাকৃতৰ পৰা উদ্ভৱ ব্যাখ্যা দাঙি ধৰি ৰত্নকাম স্বৰ্ণসৌমাৰ পীঠত তাহানি কালত কেনে মৰ্যাদা লাভ কৰি পৰৱৰ্তী কালত তাৰপৰাই অসমীয়াভাষাৰ প্ৰকাশ হ'ল তাৰ ইংগিতো দি গৈছে। অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ হকে কাম কৰাৰ উপৰিও সাহিত্য সভাৰ "ভাষা সমন্বয় মঞ্চ, অসম"ৰ যোগেদি অসমৰ জনজাতীয় ভাষাৰ স্বতন্ত্ৰতা ৰক্ষা কৰি উত্তৰোত্তৰ উন্নতি সাধনৰ কথাও সদৰী কৰিছিল। একেদৰে "অসম ভাষা বিজ্ঞান সমিতি"ৰ কাৰ্য্য আৰু দায়িত্বৰ কথাও সৌৱৰাই থোৱাটো মন কৰিবলগীয়া।

অসমত অসমীয়া ৰাজ্যভাষা ৰূপে স্বীকৃতি পোৱাৰ ত্ৰিশ চল্লিশ বছৰৰ পাছতো চৰকাৰ অনাচৰকাৰী পৰ্য্যায়ত সকলো ক্ষেত্ৰতে অসমীয়া ভাষাৰ প্ৰয়োগ নোহোৱা বাবে তেওঁ আক্ষেপ কৰা কথাও এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। অসমতে যদি অসমীয়া ভাষাই পাব লগীয়া মৰ্যাদা নাপায় তাৰ বাবে ৰজাঘৰ প্ৰজাঘৰ উভয়েই জগৰীয়া নহবনে? ইংৰাজী মাধ্যমৰ স্কুল দ্ৰুত গতিত বৃদ্ধি পোৱা কথাৰ কথাও তেওঁৰ ভাষণত উল্লেখ কৰিছে। সেইদৰে ধৰ্মৰ গোড়ামি আৰু ভাষাৰ গোড়ামিৰ ফলত অসমত কেনে দুৰ্য্যোগ ঘটিছে তাৰো ব্যাখ্যা দাঙি ধৰি তেওঁ সকলোকে সাৱধান হবলৈ সকিয়াই গৈছিল।

ডেকাই দিয়া কিছুমান মন্তব্য শুনিবলৈ বেয়া যেন লাগিলেও তাৰ সত্যতা অস্বীকাৰ কৰিব নোৱাৰি। যেনে 'অসমীয়া সাহিত্যৰ ইতিহাস লেখা আলোচক সকলৰ বেছিভাগেই পূৰ্ববৰ্তী সকলৰ লেখাখিনিৰে ইফাল সিফাল কৰি কিতাপ লিখে।' --এই কথাৰ সত্যতা সম্পৰ্কে ব্যাখ্যা নিষ্প্ৰয়োজন।

অসম সাহিত্য সভাৰ মঞ্চৰ সুবিধা লৈ বহুতেই যে ৰাজনৈতিক সা-সুবিধা লৈ ব্যক্তিগত স্বাৰ্থপূৰণৰ চেষ্টা কৰিবলৈ ইচ্ছুক সেই কথাও নুই কৰিব নোৱাৰি। সেইবাবেই তেওঁ পোনপটীয়া ভাষাৰে কৈছিল-- 'অসম সাহিত্য সভা কাৰো ব্যক্তিগত সম্পত্তি নহয়।' সাহিত্য সভা 'মুলতঃ সাহিত্য সংস্কৃতিৰহে অনুষ্ঠান।' এনেহেন অসমৰ সৰ্ববৃহৎ অৰাজনৈতিক অনুষ্ঠানটো তেওঁৰ 'শাখা সভা' জিলা-সভা আৰু মূল সভা এই তিনিখলপীয়া ব্যৱস্থাৰে অসম সাহিত্য সভা নিয়াৰিকৈ চলিব লাগে' বুলি ডেকাই মুক্তকণ্ঠে ঘোষণা কৰা কথাষাৰ সকলোৰে গ্ৰহণযোগ্য। সেই প্ৰসংগতে সভাৰ পুঁজিগঠনৰ উপায়ৰ পৰামৰ্শৰ লগতে অসমৰ বিদেশীৰ প্ৰশ্ন, কৰ্ম আৰ্চনি আৰু সাহিত্য সভাৰ প্ৰকাশন সম্পৰ্কে তেওঁ যি মন্তব্য দাঙি ধৰিছিল

অভিভাষণখনিত তাক নিঃসন্দেহে সকলোৰে গ্ৰহণযোগ্য সিদ্ধান্ত বুলিবৰ মন যায়।

ডেকাৰ সাহিত্য সভাৰ লগত যি সম্পৰ্ক আৰু প্ৰাণৰ যি আকৰ্ষণ তাৰ বিস্তৃত ব্যাখ্যা দাঙি ধৰাৰ কোনো আৱশ্যক নাই। চমুকথাত ওৰেজীৱন সংঘাতৰ মাজেৰে কটাই প্ৰতিমুহূৰ্ততে সহজ সৰল অসমীয়া ৰূপে পৰিচয় দাঙি ধৰি ডেকাই যি এক অভিলেখ ৰাখি গ'ল তাৰ তুলনা নাই। তেওঁ অসমৰ গ্ৰাম্য সমাজৰ সহজ সৰল জীৱন, মাত কথা আৰু চিন্তা-চৰ্চাৰ মাজতে অসমীয়া জাতিৰ ভবিষ্যত সম্পৰ্কে যথেষ্ট সচেতন হৈ পৰিছিল আৰু অতি উদ্বিগ্নতাৰে হাতে কামে কৰ্মত প্ৰবৃত হৈছিল। সেই কাৰণেই তেওঁৰ মুখত গ্ৰাম্যজীৱনত সততে ব্যৱহৃত ফকৰা যোজনা খণ্ড বাক্য আখৈ ফুটা দিছিল, তেনে কথাত নগৰীয়া কৃত্ৰিমতা বিজড়িত শালীনতা অশালীনতাৰ ভেমত থকা বহু লোকে ডেকাৰ ওপৰত বিৰূপ মন্তব্য দিয়াও শুনিছিলোঁ, কিন্তু ডেকা আছিল নিৰহংকাৰী চাধাচধা লোক। কাম কাজ, কথা-বতৰা, চিন্তা চৰ্চা সকলোতে তেওঁ পোনপটীয়া আৰু স্পষ্টবাদী। তেনে ব্যক্তিত্বৰ অধিকাৰী হোৱাবাবেই প্ৰচুৰ সুবিধা থকা সত্বেও তেওঁ ৰাজনীতি কৰিবলৈ নগৈ শিক্ষকতা আৰু সাহিত্য সেৱাকে জীৱনৰ ব্ৰতৰূপে লৈছিল। সেই সূত্ৰেই তেওঁ অসম সাহিত্য সভা অনুষ্ঠানটিক প্ৰাণতকৈও অধিক ভাল পাইছিল। ডেকাৰ সেই সাহিত্য সভা প্ৰেম সকলোৰে বাবে এক আদৰ্শ।



# হিতেশ ডেকাঃ মই জনা মানুহজন

ড° শৈলেন ভৰালী

মোৰ ঘৰলৈ মাজে সময়ে অহা এজন ভদ্ৰলোকে কথা প্ৰসংগত সুধিলে, "আপোনাৰ ঘৰলৈ যেতিয়াই তেতিয়াই পিছফালৰ বাৰাণ্ডাত এজন মানুহ বহি থকা লক্ষ্য কৰিছোঁ। কোননো তেখেত?" মই টপৰাই উত্তৰ দিলোঁ— হিতেশ ডেকা। সেই 'আজিৰ মানুহ'ৰ লেখকজনেই নে?' হয়, সেইজনেই। এইটো আছিল কেইটামান বছৰৰ আগৰ কথা। এতিয়া সেই প্ৰশ্ন আৰু কোনেও নকৰে। ইতিমধ্যে, আত্মীয় স্বজনকে আৰম্ভ কৰি আমাৰ ঘৰলৈ অহা প্ৰতিজন মানুহৰেই তেওঁৰ লগত চা চিনাকি হৈ গৈছে। ইয়াৰ ভিতৰৰ দুই এজনে স্বপ্নভংগ হোৱা বুলিওকৈছে। কাৰণ, হিতেশ ডেকাক তেওঁলোকে এজন চৌখিন, ৰোমাণ্টিক প্ৰকৃতিৰ মানুহ বুলি ভাবি আছিল। মানুহজনক লগ পোৱাৰ পাছত তেওঁলোকৰ পূৰ্বৰ ধাৰণা ভুল বুলি ধৰি ল'লে। কিন্তু তেওঁলোকৰ ধাৰণা যে ভুল নহয় সেই কথা মই ভালদৰে জানো। হিতেশ ডেকা সচাঁকৈয়ে এজন চৌখিন মানুহ কিন্তু তেওঁৰ চখ কানি কাপোৰ বা সাজপাৰত নহয়, মাটি-বাৰী আৰু খেতি বাতিত। এডৰা আহল-বহল মাটিত সৰহ পৰিমাণে শাক পাচলিৰ খেতি কৰা, গৰু গাই ৰখা, পুখুৰী খান্দি মাছ পোহা এইবোৰৰ কাৰণে হিতেশ ডেকাৰ সময়, শক্তি আৰু অৰ্থৰ নাটনি নহয়, তেও ৰোমাণ্টিকো। তেওঁৰ কল্পনা জল্পনাৰ অন্ত নাই। নিতৌ নতুন নতুন পৰিকল্পনা। এই পৰিকল্পনা ভঙা পতাৰ – এটা ভাঙি আন এটা গঢ়াৰ, এটাৰ ঠাইত আন এটা সজাৰ। এই পৰিকল্পনাসমূহ কাৰোবাৰ কামত লাগক বা নালাগক, আনে ভাল পাওক বা নাপাওক তালৈ তেওঁৰ লক্ষ্য নাই। ৰাতিৰ ভিতৰতে ভঙা গঢ়াৰ সপোন ৰচনা কৰি ধল পুৱাতে সেই সপোনক বাস্তৱ ৰূপ দিবলৈ কামত লাগি যোৱা এয়াই তেওঁৰ স্বভাব। সেই কাম হয়তো আধাডুখৰীয়া হৈয়ে ৰ'ব। কামৰ পূৰ্ণতা আৰু উৎকৃষ্টতালৈ ডেকা বৈ নাথাকে। তাৰ আগতে আন এঠাইলৈ লৰি গৈ আন এটা কামত লাগি যাব লাগিব মাটি খুচৰিব লাগিব। মাছ নাপালেও অন্ততঃ পানী অলপ ঘোলা কৰি আহিব লাগিব।

হিতেশ ডেকাক যি সকলে অলপ সময়ৰ বাবে পাইছে তেওঁলোকে হিতেশ ডেকাৰ বিষয়ে কৰা ধাৰণা শুদ্ধ নহ'ব বুলিয়েই মোৰ বিশ্বাস। তেওঁৰ লগত যাৰ ঘনিষ্ঠতা গঢ়ি উঠিছে তেওঁহে হিতেশ ডেকা নামৰ আচল মানুহজনক চিনি পাইছে। মই বিশ্ববিদ্যালয়ৰ চৌহদত থকা দিনৰেপৰা মোৰ ঘৰলৈ প্ৰতিদিনে ডেকাৰ আহ-যাহ - কেতিয়াবা দিনটোত এবাৰ, কেতিয়াবা দুবাৰ আৰু কেতিয়াবা তিনিবাৰো— ৰাতিপুৱা, আবেলি, গধূলি— যি কোনো সময়তে। আমাৰ আলোচনা মাজে-সময়ে তিনি ঘণ্টামানলৈকে চলে। ঘৰুৱা বিষয়ৰ পৰা আৰম্ভ কৰি ভাষা-সাহিত্য, ৰাজনীতি ইত্যাদি কোনো বিষয়েই বাদ নপৰে। মোৰ ঘৰৰ সকলো চুক-কোণ যিদৰে তেওঁৰ চিনাকি, সেইদৰে তেওঁৰ অন্তৰৰ প্ৰতিটো চুক কোণৰ লগতেই মোৰ পৰিচয় আছে।

মানুহ হিচাপে হিতেশ ডেকাৰ কেইটামান বৈশিষ্ট্য তেওঁৰ তেজৰ লগত মিহলি হৈ আছে। হিতেশ ডেকাক ওচৰৰ পৰা জনা মানুহে সকলো ক্ষেত্ৰতে তেওঁৰ জাতীয়তাবাদী মনটোৰ পৰিচয় পাব। অসম আৰু অসমীয়াক তেওঁ অন্তৰেৰে ভাল পায়। এই অনুৰাগে কেতিয়াবা কেতিয়াবা ডেকাক আবেগিকো কৰি তোলে। অসম আৰু অসমীয়াৰ প্ৰতি অবিচাৰ কৰা যেন দেখিলে, অসমীয়া ভাষা-সাহিত্যৰ অনিষ্ট কৰিব পৰা কোনো মন্তব্য দিলে তেওঁ অসহিষ্ণু আৰু অশান্ত হৈ পৰে। আচলতে, হিতেশ ডেকা হাডে-হিমজুৰে এজন অসমীয়া গাঁৱলীয়া মানুহ— সাজ-পাৰৰ পৰা আৰম্ভ কৰি খোৱা-

বোৱালৈকে। পিন্ধা-উৰা আৰু থকা-মেলাত যিদৰে সৰল, খোৱা-বোৱাতো সেইদৰে তেওঁ অনাড়ম্বৰ। যিকোনো মানুহৰ লগতেই অতি সাধাৰণ পৰিস্থিতিতো তেওঁ অতি সহজেই মিলি যাব পাৰে। মান-অভিমান তেওঁৰ নাই। তেওঁৰ বমভোলা প্ৰকৃতিয়ে যে তেওঁৰ ক্ষতি কৰা নাই, সেইটো নহয়। বহুতে তেওঁৰ এই প্ৰকৃতিৰ সুবিধাও লৈছে। 'হিতেশ ডেকাক অৱজ্ঞা কৰিলেও চলি যাব, তেওঁৰ পৰা একো অনিষ্ট নহয়'— এনে এটা ধাৰণা লৈ ডেকাক প্ৰাপ্য মৰ্যাদাৰপৰা বঞ্চিত কৰিছে। হিতেশ ডেকাই অভিমান-অহংকাৰ যিদৰে নকৰে, সেইদৰে সৰু-বৰৰ পাৰ্থক্যও নকৰে। এজন শিক্ষিত লোকক তেওঁ যিদৰে জ্ঞান কৰে এজন শ্ৰমিককো ঠিক একেদৰেই জ্ঞান কৰে। সেই কাৰণে আন মানুহে ঘৰ-বাৰীৰ কামৰ বাবে শ্ৰমিক বিচাৰি নাপালেও হিতেশ ডেকাই কাম-বন কৰা মানুহৰ অভাৱ-অনুভৱ নকৰে। একে আষাৰে কব পাৰি, হিতেশ ডেকা অসমীয়া গ্ৰাম্য জীৱনৰ প্ৰতিনিধি। আমাৰ ৰাজনীতিক সকলে তৃণমূল পৰ্যাযৰ কথা কৈ ফুৰে। কিন্তু তৃণমূলৰ লগত তেওঁলোকে সম্পৰ্ক নাৰাখে। হিতেশ ডেকাৰ ৰাজনীতি নাই। কিন্তু তেওঁৰ প্ৰধান সম্পৰ্ক সেই তৃণমূল পৰ্যায়ৰ লগত। গ্ৰাম্যজীৱন ধাৰাৰ লগত তেওঁৰ পৰিচয় কিমান নিবিড তাৰ প্ৰমাণ তেওঁৰ উপন্যাসসমূহৰ পৰাই নহয, তেওঁৰ কথা-বতৰা আৰু দৈনন্দিন জীৱন-যাত্ৰাৰ পৰাও পাব পাৰি। মোৰ ধাৰণা, অসমীয়া গ্ৰাম্য জীৱনক শতকৰা এশ ভাগেই প্ৰতিনিধিত্ব কৰা এগৰাকী ব্যক্তিয়ে পোন প্ৰথমবাৰৰ কাৰণে অসম সাহিত্য সভাৰ সভাপতিৰ আসন লাভ কৰিছিল।

হিতেশ ডেকাক সৰ্বসাধাৰণ লোকে ভাল পোৱাৰ এটি কাৰণ হ'ল, তেওঁ দুখীয়া নিছলাৰ প্ৰতি আৰু বিশেষকৈ ৰোগত আক্ৰান্ত হোৱা মানুহৰ প্ৰতি অতি উদাৰ আৰু সহানুভূতিশীল। ৰুগীয়া মানুহৰ ওচৰলৈ যোৱা, তেওঁলোকৰ অৱস্থাৰ বুজ-বাজ লোৱা আৰু প্ৰয়োজন হ'লে টকা-পইছাৰে সহায় কৰা— এইবোৰত ডেকা সদায়ে আগ্ৰহী। ৰুগীয়া বুলিযেই নহয, তেওঁৰ সহায বিচৰা কোনো বিপদগ্ৰস্ত মানুহকেই তেওঁ বিমুখ নকৰে— ধন আৰু শ্ৰম দুয়োটাই দান কৰে। মইতো মোৰ সামান্য অসুবিধাতেই তেওঁৰ পৰা সহায় পাইছোঁ আৰু পাইছোঁ নিবিচৰাকৈয়ে, মোৰ দৰে আন ভালেমান লোকেও সেই সুবিধা পাইছে। তেওঁ অত্যন্ত মিতব্যযী। আপুনি দেখিব, ক'ৰবাত পঞ্চাছ পইচাৰ কাৰণেও তেওঁ কেৰজেৰ কৰি আছে আৰু ক'ৰবাত পঞ্চাছ টকাও নিসংকোচে দি দিছে। কেতিযাবা দেখিব, এটকা অথবা দুটকা খৰছ কৰিবলগীযা হোৱা কাৰণে তেওঁ বৰকৈ চিন্তা কৰিছে, সেই কথাটোকে দোহাৰি দুখ কৰিছে আৰু কেতিযাবা ক্ষতিৰ আশংকা থকা বুলি জানিও দহ হাজাৰ টকা ব্যয কৰিছে। সেই কাৰণেই মই মাজে সময়ে তেওঁক কওঁ— আপুনি বেজিৰ জলা মনে, কিন্তু কুঠাৰৰ জলা নমনে।

হিতেশ ডেকাৰ লগত সামান্য পৰিচয থকা মানুহেও ভালদৰে জানে যে তেওঁ কঠোৰ পৰিশ্ৰমী। শাৰীৰিক পৰিশ্ৰম তেওঁ কিমান কৰে, দেখিলে তবধ মানিব লাগে। খোজ কঢ়াৰ পৰা কোৰ-কুঠাৰ মৰালৈকে আটাইবোৰ কামেই ডেকাৰ দৈনন্দিন কাৰ্যক্ৰমৰ পৰা বাদ নপৰে। প্ৰতিদিনে দহ-বাৰ কিলোমিটাৰ খোজ কঢ়াটো তেওঁৰ কাৰণে কোনো কথাই নহয। এইটো কাম আমৃত্যু তেওঁ কৰিয়েই গৈছে। মাজে সময়ে হিচাবত কিঃ মিঃ তাতকৈও অধিক হয। কেইবছৰমান আগতে আপদীয়া ডাইবেটিছ ৰোগটো তেওঁৰ কাষ চাপিছিল। প্ৰথমতে চিকিৎসকৰ পৰামৰ্শ ল'লে। কিন্তু হিতেশ ডেকাই খোৱা-লোৱাত চিকিৎসকৰ নাম নলয়। কিন্তু সন্মুখত পৰিলে ৰক্ষা নাই। আনকি, মিঠাই, পায়স আদিও সাৰি নাযায়। মোৰ ঘৰত সাধাৰণতে মিঠা বস্তু তেওঁক খাবলৈ দিয়া নহয়। কিন্তু এদিন ইয়াৰ ব্যতিক্ৰম হ'ল। মোৰ পৰিবাৰে মোৰ লগতে তেওঁক অলপ পায়স খাবলৈ দিলে। মই লগে লগে বাধা দিলোঁ। তেওঁ বাধা পোৱাৰ লগে লগে 'ঘৰত কৰা পায়স অলপ খালে একো নহয়' বুলি কৈ বাটিটো হাতত তুলি ল'লে। নিমিষতে পাযস গৈ পেটত সোমাল। এইহেন ৰোগীক চিকিৎসকে কি সহায় কৰিব? সেইটো তেওঁ নিজেও বুজি পাইছিল । গতিকে, অলপ দিনৰ পাছতেই ডেকাই সকলো দৰব-পাতি এৰি একমাত্ৰ শাৰীৰিক পৰিশ্ৰমৰ ওপৰতেই নিৰ্ভৰ কৰিবলৈ লৈছিল । বোধকৰো এই পৰিশ্ৰমৰ বলতেই তেওঁ সেই ৰোগৰ পৰা মুক্ত হৈছিল। তেওঁৰ কথাঃ 'ডাইবেটিছ পলাল, খোৱা-

লোৱাত কোনো ধৰণৰ বাছ-বিচাৰৰ প্ৰশ্ন মোৰ সন্মুখত নাই।

শাৰীৰিক শক্তিত ডেকা আছিল বহুতৰে আগত, কিন্তু আৰু বেছি আগত মানসিক বলত। প্ৰবল মনৰ জোৰৰ বাবেই তেওঁ যি কোনো কামতে হাত দিব পাৰিছিল । আনৰ কাৰণে অসম্ভৱ যেন লগা কামো তেওঁৰ কাৰণে সম্ভৱ হৈ উঠিছিল। এবাৰ মটৰ দুৰ্ঘটনাত তেওঁৰ কৰঙণৰ ওপৰ ভাগৰ এহাল হাড় ছিগি গৈছিল। অতি কমেও ছমাহৰ আগতে তেওঁ উঠিব পৰা হ'ব বুলি কোনেও ভবা নাছিল, আনকি চিকিৎসকসকলেও। কিন্তু সকলোকে আচৰিত কৰি আঠাইছ দিনৰ পাছতেই তেওঁ হাস্পাতালৰ পৰা ঘৰলৈ গুচি আহিছিল নিজে সকলো ব্যৱস্থা লোৱাৰ দৃঢ়তাৰে। ঘৰতে এডাল বাঁহ ওলোমাই লৈ বাঁহডালত ধৰি ধৰি ইমূৰৰ পৰা সিমূৰলৈ যোৱাৰ যত্ন আৰম্ভ কৰি দিছিল। এইদৰে প্ৰতিদিনে কেইবাবাৰো কছৰৎ কৰি কৰি ঠিক দুমাহৰ মূৰত আগৰ দৰে দুই কিঃ মিঃ পথ খোজ কাঢ়ি হিতেশ ডেকা মোৰ ঘৰতে উপস্থিত হৈছিল। আমি ঘৰৰ আটাইকেইজন অবাক। ডেকাই আগৰ সেই একেটা হাঁহি মাৰি ক'লে- 'ঠিক হৈ গ'ল।' সিমানেই নহয়, প্ৰায় তিনি মাহৰ পাছত আমি তেওঁক দেখিছিলোঁ আঁতৰৰ পৰা দৌৰি গৈ বাছত উঠা, দৌৰ মাৰি ৰাস্তা অতিক্ৰম কৰা, সাত আঠ কিঃ মিঃ দূৰত্ব খোজ কাঢ়ি ফুৰাৰতো কথাই নাই। এইবোৰ দেখি থকা দুই এজনে মন্তব্য দিছিল হিতেশ ডেকা সঁচাকৈয়ে বীৰ পুৰুষ। মই কৈছিলোঁ, বীৰ নহয়, মহাবীৰ।

হিতেশ ডেকাৰ লগত কথা পাতিলেই মানুহ হিচাপে তেওঁৰ এটা ডাঙৰ বৈশিষ্ট্য ওলাই পৰে। ওলাই পৰে তেখেতৰ দুৰন্ত আশাবাদী মনটো। তেওঁৰ একান্ত বিশ্বাস আছিল, তেওঁৰ কল্পনা সমূহ কাৰ্যকৰী হ'বই। কাৰণ, তেওঁ অতি কমেও আৰু ২৫ বছৰ জীয়াই থাকিব। মৃত্যুৰ কথা তেওঁৰ মনলৈ কেতিয়াও অহা নাছিল। যি কোনো সংকটময় পৰিস্থিতিকেই তেওঁ সহজভাৱে গ্ৰহণ কৰি লব পাৰিছিল। দুখ কষ্ট পৰাজয় আদিয়ে হিতেশ ডেকাক হতাশ কৰিব নোৱাৰিছিল। কেতিয়াবা বৰ প্ৰতিকূল পৰিস্থিতিৰ চাকনৈয়াত তেওঁৰ মুখলৈ সামান্য মলিনতা আহিলেও এটা মুহূৰ্তৰ পাছতেই সেই মলিনতা নাইকীয়া হৈ গৈছিল। আগৰ অৱস্থালৈ ঘূৰি আহিবলৈ এটা মুহূৰ্তৰো যেন প্ৰয়োজন নহৈছিল। মোৰ মনত আছে, এবাৰ এটা নকৰিবলগীয়া কামত তেওঁৰ ভালেখিনি টকা নষ্ট হ'ল। তেওঁৰ মনৰ বেদনা মোক জনালে। কিন্তু মোৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবলগীয়া নহ'লেই তাৰ আগতে তেওঁ ক'লে, 'টকা গৈছে টকা আকৌ আহিব। চিন্তা কৰিলেনো কি হ'ব?' এই বুলি কৈয়েই সেই প্ৰসংগটো এৰি হাঁহিমুখে আনটো বিষয়লৈ আঁতৰি গ'ল। যি এৰিলে এৰিলেই। ইয়াৰ পাছত কোনোদিনেই সেই বিষয়টোৰ অৱতাৰণা নকৰিলে। আন এটা কথা সাহিত্য সভাৰ সভাপতি পদৰ বাবে তেওঁৰ নামটো কেইবাবাৰো ৫ জনীয়া তালিকাত অন্তৰ্ভুক্ত হৈছিল। দুবাৰমান নিৰ্বাচনৰ ফলাফল মোৰ ঘৰত বহি থকা অৱস্থাতেই পাইছিল। মই ভাবিছিলোঁ, পৰাজয়ৰ বতৰা শুনি অলপ বিচলিত হ'ব। কিন্তু নহ'ল। এই বিষয়ে দুআষাৰমান কথা পতাৰ পাছতেই সেই সম্পৰ্কীয় সকলো চিন্তা আঁতৰ কৰি দিছিল এই বুলি কৈ— 'সাহিত্য সভাৰ সভাপতি হ'লেহে মানুহে আদৰ কৰিবনে? মই সভাপতি নোহোৱাকৈয়ে জণসাধাৰণৰ পৰা মৰম-চেনেহ পাইছোঁ। সৰ্ব সাধাৰণ মানুহে মোক ভাল পায়। মোৰ কিতাপ কেইখনৰ বিক্ৰীৰ ডাঙৰ অংকটোৱেই তাৰ প্ৰমাণ।' এইজনেই হিতেশ ডেকা— সুখ, দুখ, জয়-পৰাজয়, মান-অপমানক একেদৰে চাব পৰা সুস্থিৰ, ৰসজ্ঞ ব্যক্তি। যশ লাভৰ হেঁপাহ তেওঁৰ নথকা নহয়, কিন্তু লগতে আছে আনৰ পৰা জনাৰ, শিকি-বুজি লোৱাৰ প্ৰবল আগ্ৰহ। ডেকাই নিজকে সদায় কম বুদ্ধিৰ, নিজেই কম কথা জনা মানুহ বুলি ভাবে। লিখা-পঢ়া বিষয়ত আনৰ পৰামৰ্শ ল'ল অকণো সংকোচ নকৰা সত্তৰ বছৰীয়া এই ডেকাজনে জীৱনৰ অন্তিম দিনলৈকে তেওঁৰ লেখাখিনি ছপাশাললৈ যোৱাৰ আগতে মোৰ সন্মুখত এবাৰ পাঠ কৰিছিল। মোৰ সন্তুষ্টিয়েই যেন তেওঁৰো সন্তুষ্টি। মই দুই-এটা বাক্য পোনাই দিলেই যেন তেওঁৰ লেখাখিনি আৰু বেছি উন্নত হ'ব। এয়া এজন আজীৱন ছাত্ৰৰ ধাৰণা আছিল।

□□□□□

# কথা-সাহিত্যিক হিতেশ ডেকাৰ জীৱন-বীক্ষা

ড° ভৃগুমোহন গোস্বামী

"হে মোৰ চিৰপূজ্য মানৱ দেৱতাসকল আপোনালোকৰ চৰণৰ ধূলিৰে মোৰ শিৰ পবিত্ৰ কৰক। মানুহ মোৰ মানত দেৱতা মানুহৰূপী দেৱতা। মোৰ অতি প্ৰিয়। মানুহকে মই ভাল পাওঁ। মানুহেই মোৰ আৰাধ্য, মানুহে মোৰ ভগৱান। মানৱ সেৱাই মোৰ ধৰ্ম। ঈশ্বৰ মই দেখা নাই, কিন্তু মানুহৰূপী ঈশ্বৰ মই দেখিছোঁ। জীৱ, জগত, ঈশ্বৰ, আল্লাহ, গড্। এই ঈশ্বৰ জ্ঞানে মই সবাকো প্ৰনিপাত জনাইছো।"

এয়া অসম সাহিত্য সভাৰ ৬১ তম কোঁহিৰাম হোলিৰাম ক্ষেত্ৰ ঃ সৰ্থেবাৰী অধিবেশনৰ (২৫ ফেব্ৰুৱাৰী, ১৯৯৫) সভাপতি হিতেশ ডেকাৰ অভিভাষণৰ আৰম্ভণিতে কৰা মানৱ বন্দনা। তেওঁৰ জীৱন দৰ্শনেই আছিল- "মানুহ, মাটি, দেশ জাতি, ভাষা, কৃষ্টি সাহিত্য সংস্কৃতি অধ্যয়ন।" এইজনা মহৎ ব্যক্তিৰ যোৱা ৩০ আগষ্ট (২০০০ চন) বুধবাৰে পুৱা ৭ ৩০ হৃদৰোগত আক্ৰান্ত হৈ গুৱাহাটীত মৃত্যু হয়।

কথা-সাহিত্যিক হিতেশ ডেকাই এটা প্ৰতিজ্ঞা লৈ সাহিত্য জগতত প্ৰৱেশ কৰিছিল আৰু সেই মতেই মৃত্যুৰ আগলৈ কাম কৰি গৈছিল। তেওঁৰ শ্ৰেষ্ঠ উপন্যাস 'আজিৰ মানুহ'ৰ দুৱাৰ মুখতে (পাতনি) লিখিছিল—

"মাতৃ-মন্দিৰৰ দুৱাৰডলিত থিয় দিছো।
নাচাওঁ মান যশ ঐশ্বৰ্য বিভূতি।
চাও মাথো মাতৃৰ এফেৰি
আশীৰ্বাদ।

ইয়াত 'মাতৃ' শব্দটো তেওঁ শ্লেষ হিচাপে ব্যৱহাৰ কৰিছে। ভাষা জননীৰ আশীৰ্বাদ বিচাৰি তেওঁ সাহিত্য কৰ্মত হাত দিছিল। তেওঁ ডেকা কালতে লিখা তেওঁ প্ৰথম উপন্যাস 'আজিৰ মানুহ' (১৯৫২) পঢ়ি ভূমিকাত বিখ্যাত সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীয়ে লিখিছিল,

"ন আৰু ডেকা লেখক হ'লেও জীৱনৰ ঘাত প্ৰতিঘাতৰ লগত তেওঁৰ পৰিচয় নঘটাকৈ থকা নাই। নিচেই কোমল বয়সৰ পৰা এইবোৰৰ লগত যুজিবৰ বাবে যি দৃঢ়তা আৰু সাহস লাগে তেওঁৰ ব্যক্তিগত জীৱনত তাৰ অভাৱ হোৱা নাই। হিতেশ ডেকাৰ উপন্যাসবাজিৰ মাজতে তেওঁৰ ব্যক্তিত্ব বিচাৰি পোৱা যায়।"

তেওঁক ধন-দৌলতে শৃংখলিত কৰিব পৰা নাছিল। "আজিৰ মানুহ" উপন্যাসত 'বিজয়লক্ষ্মী' ফাৰ্মৰ যি নিয়মাৱলী এই উপন্যাসৰ নায়ক প্ৰতাপৰ যোগেদি উপস্থাপন কৰিছে তাৰ মাজতো হিতেশ ডেকাৰ জীৱন-দৰ্শনৰ কথা বিচাৰি পোৱা যায়। 'বিজয়লক্ষ্মী ফাৰ্ম'ৰ উপবিধিখন এনেধৰণৰ ঃ

(১) ফাৰ্মৰ সকলো সম্পত্তি উমৈহতীয়া। খৰচ উমৈহতীয়া।
(২) প্ৰতিজনৰে সমান ভাগ-সমান অধিকাৰ।
(৩) ফাৰ্ম চলাবলৈ এখন সভা থাকিব আৰু সভাই প্ৰত্যেকৰে কাম ভগাই দিব। সভাৰ এজন সৰ্বসন্মতিক্ৰমে মনোনীত সভাপতি থাকিব।
(৪) খৰচপাতিৰ হিচাপ ৰাখিবলৈ এজন হিচাপ পৰীক্ষক থাকিব।

(৫) ফাৰ্মত কাৰো নিজা অধিকাৰ নাথাকিব।

(৬) প্ৰত্যেকৰে ৰুচি অনুযায়ী কৰ্ম নিৰ্বাচন হব।

(৭) ফাৰ্মৰ আইন-বিৰোধী কাম কৰিলে বাহিৰ হব লাগিব আৰু সম্পত্তিৰ ভাগ নাপাব।

প্ৰতাপে 'বিজয়লক্ষ্মী' ফাৰ্মৰ সভাপতি হৈ সেই ফাৰ্মৰ যি কাৰ্যসূচী প্ৰস্তুত কৰিলে সেই কাৰ্যসূচীখনো আজিৰ মানুহৰ কাৰণে মন কৰিবলগীয়া। কাৰ্যসূচীখন এনে ধৰণৰঃ

(১) পুৱা ৫টাৰ পৰা প্ৰাতঃকৰ্ম।

(২) ৫.৩০ টাৰ পৰা ১০.৩০ টালৈ নিজৰ কৰ্মত প্ৰবৃত্ত থাকিব।

(৩) ১০.৩০ টাৰ পৰা ১১.৩০ টালৈ অফিচত অধ্যয়ন।

(৪) ১১.৩০ টাৰ পৰা ১ টালৈ খোৱা লোৱা কৰ্ম।

(৫) ১ টাৰ পৰা ২ টালৈ বিশ্ৰাম গান বাদ্য।

(৬) ২ টাৰ পৰা ৬ টালৈ আকৌ নিজৰ কৰ্ত্তব্য।

(৭) ৬ টাৰ পৰা ৮.৩০ টালৈ বিশ্ৰাম গান বাদ্য।

(৮) ৮.৩০ টাৰ পৰা ৯.৩০ টালৈ দেশ বিদেশত খবৰ বাতৰি কাকত আদি শ্ৰবণ অধ্যয়ন।

(৯) ১০ টাৰ পিচত শয়ন।

ভূমিহীন সৰ্বহাৰাৰ কাৰণে এই আঁচনি হিতেশ ডেকাই কুৰি শতিকাৰ পঞ্চম দশকতেই দাঙি ধৰিছিল। আগতেই কৈ অহা হৈছে যে হিতেশ ডেকাৰ জীৱন দৰ্শনেই হ'ল, " মানুহ, মাটি, দেশ, জাতি, ভাষা, কৃষি, সাহিত্য সংস্কৃতি অধ্যয়ন।

হিতেশ ডেকাৰ স্বাভাৱিক কথা বতৰাত হাস্য ব্যঙ্গ যিদৰে মিশ্ৰিত আছিল তদ্ৰূপ তেওঁৰ লেখাৰ মাজতো তাৰ ছিটিকনি পৰিছিল। 'আজিৰ মানুহ'ৰ পৰাই তেনে সংলাপ কেইটামান দেখুওৱা হ'ল।

"মহেশৰ মাকে হাঁহি মাৰি (প্ৰতাপক) ক'লে "সেই আগৰ পেংলাই কৰা স্বভাৱটো তোমাৰ নুগুচিল নহয়।"

"জলকীয়াৰ জ্বলানো কোনদিনা গুচিব মাহীদেউ? ই চিৰদিন থাকিব কেঁচাযো শুকালেও।

সৰলা ওলাই আহে তাইৰ ৰূমৰ পৰা।

প্ৰতাপক দেখি হাঁহি মাৰি কয়— "বোধহয় আজি পথ ভুল হ'ল।"

মহেশে ততালিকে মাত লগালে, "পথ ভুল কৰা নাছিল, পিছে মোক পদধূলা এফেৰি দিবৰ আশাৰে বাটৰ পৰা আহিল।"

"তাৰ পূৰ্বেই কিন্তু মই বন্ধুস্থান বিচাৰি আহিলোঁ।"

প্ৰতাপে কয়।

"বন্ধুস্থান?" সৰলাই সকৌতুকে প্ৰশ্ন কৰে।হিন্দু থাকিলে হিন্দুস্থান, মুছলমান থাকিলে পাকিস্থান যদি হয়, তেন্তে বন্ধু থাকিলে বন্ধুস্থান নহ'ব কিয়? .. .. পিছে পদধূলাৰ যে কথা কৈছে, মই হ'লে পদধূলা দিব নোৱাৰিম। কাৰণ 'পিচ' ঢলা ৰাস্তাৰে আহিছোঁ, ধূলা নাপালোঁ। লাগিলে পদ-জ্বলা দিব পাৰিম, কাৰণ - তপত আলকাতৰাৰ তাপে চেণ্ডেলৰ ওপৰতো ভৰি জ্বালা কৰি জ্বলা ফুটাইছে।"

বন্ধু বান্ধৱৰ লগত কথা পাতিলে এই ৰীতি হিতেশ ডেকাই ব্যৱহাৰ কৰিছিল।

হিতেশ ডেকাৰ সংলাপত কাব্যিক ৰূপ এটাও মাজে মাজে ধৰা দিয়ে। **"ভাৰাঘৰ"** (১৯৫৭) উপন্যাসৰ আৰম্ভনিতে তেওঁ ৰাতিপুৱাৰ আগমুহূৰ্ত্তৰ বৰ্ণনা এটা দিবলৈ যাওঁতে এইদৰে কাব্যিক ৰূপ প্ৰকাশ কৰিছে ঃ

"প্ৰভাতৰ মৃদুমন্দ সমীৰণ। গছে পাতে মলযাৰ মৃদু পৰশন। শান্তস্নিগ্ধ প্ৰকৃতিৰ বুকু। নিমজ্জ নিদ্ৰামগ্ন জগত। মাজে মাজে শুনা যায এটি-দুটি কুকুৰাৰ ডাক। লাহে লাহে পুবে দিয়ে ধলফাট। নিশাচৰ পক্ষীৰ কলকণ্ঠ যায ধীৰে ধীৰে শূন্যত বিলীন হৈ। কাউৰীযে কিৰিলি পাৰি ৰাতিপুৱাৰ জাননী দিযে তন্দ্ৰামগ্ন জীৱন জগতক। সাৰ পাই উঠে মানুহ। লাহে লাহে পুবাকাশ হেঙুলীযা হৈ উঠে। ৰবিৰ উদয।"

হিতেশ ডেকাৰ গল্প উপন্যাসৰ মাজে মাজে এইদৰে কাব্যিক ৰূপ থকা সংলাপ পাওঁ। হিতেশ ডেকাৰ উপন্যাসত গাঁও আৰু চহৰৰ চিত্ৰ সুন্দৰভাৱে ফুটি ওলাইছে। ধনী-দুখীযাৰ মাজত দেখা দিয়া সংঘাতে স্পষ্ট ধৰণে ধৰা দিছে। হিতেশ ডেকাৰ উপন্যাস সম্পৰ্কে সমালোচক ড সত্যেন্দ্ৰনাথ শৰ্মাই তেওঁৰ **"অসমীয়া উপন্যাসৰ গতিধাৰা"** (পৃ ২৯) পুথিত ঠিকেই লিখিছে -

"হিতেশ ডেকা উপন্যাসৰ ক্ষেত্ৰত কিছুদুৰ দৈবচন্দ্ৰ তালুকদাৰৰ সমগোত্ৰীয। সামাজিক দুৰ্নীতি আৰু অজ্ঞতাৰ চিত্ৰ অংকন কৰি এখন সুস্থ সমাজৰ আদৰ্শই মাজে মাজে তেওঁৰ উপন্যাসত ভুমুকি নমৰাকৈ থকা নাই আৰু কেতিযাবা সেযে সমাজবাদৰ ৰূপতো প্ৰকাশ পাইছে। কিন্তু সমাজবাদৰ এক স্পষ্ট আৰু নিশ্চল ধাৰণা থকা যেন অনুভৱ নহয। গ্ৰাম্য জীৱনৰ অজ্ঞতা, কুসংস্কাৰৰ চিত্ৰ যেনেকৈ এহাতে অংকন কৰিছে তেনেকৈ তাৰ বিপৰীতে সৰলতা, বিশ্বাসপ্ৰৱণতা আৰু ধৰ্মভীৰুতাৰ চিত্ৰও ৰূপাযিত কৰিছে। ধনীৰ ধনগৰ্ব, দুৰ্বলীৰ ওপৰত অত্যাচাৰ, যৌনক্ষুধা আৰু দুৰ্নীতিপৰাযণতাৰ সহজ ৰূপাযণ সৰহভাগ উপন্যাসৰ অন্যতম প্ৰধান বিষযৰূপে দেখা দিছে।"

হিতেশ ডেকাই প্ৰযোজন সাপেক্ষে তেওঁৰ লিখনিত মন্তব্য আগবঢ়ায। এই মন্তব্যৰ মাজত একোটা সিদ্ধান্ত প্ৰকাশ পায। তেনে সংলাপ কেইটামানৰ উদ্ধৃতি দিয়া হ'ল।

"নাৰীৰ এটিবাৰ মধুৰ চাৱনিয়ে পুৰুষৰ অন্তৰত চিৰকালৰ কাৰণে এটা ৰেখাপাত কৰে।"

এজনৰ ছলনা আৰু আনজনৰ মূৰ্খামি ইযাকে লৈযে সৰহভাগ হাঁহিৰ ৰোল উঠে।"

হিতেশ ডেকাৰ উপন্যাসত জীৱনৰ অভিজ্ঞতা কল্পনাৰ পৰশত সজীৱ হৈ উঠিছে। বাস্তৱ অভিজ্ঞতাই তেওঁৰ উপন্যাসৰ উপজীব্য। তেওঁৰ **'ভাৰাঘৰ'** উপন্যাসৰ 'মোৰ কথা'ৰ আৰম্ভনিতে তেওঁ নিজেও লিখিছে ঃ

"বাস্তৱ অভিজ্ঞতা নাথাকিলে উকা কল্পনাক লৈ লিখা সাহিত্য সপোনবুলীযা হ'লেও হৃদয়গ্ৰাহী হোৱা কঠিন। সেয়েহে লিখকৰ বাস্তৱ অভিজ্ঞতা লিখাৰ ক্ষেত্ৰত অপৰিহাৰ্য। অভিজ্ঞতা যিমানেই পুৰঠ হ'ব, কল্পনা হ'ব তিমানেই তীব্ৰ— সৃষ্টি হ'ব তিমানেই প্ৰাণস্পৰ্শী।

উপন্যাস সম্পৰ্কে অতি চমু কাব্যিক ৰূপেৰে তেওঁ এইদৰে কৈ গৈছে ঃ

"কল্পনাৰ কুহেলিকা নোহে উপন্যাস ঃ
ই যে সমাজৰ সত্য জীৱন বিন্যাস।"

কথা সাহিত্যিক হিতেশ ডেকাই বাস্তৱৰ লগত কল্পনাক সাঙুৰি লোৱা বাবেই তেওঁৰ প্ৰতিখন উপন্যাসেই নাটকৰ প্ৰাণস্পৰ্শী হৈ উঠিছে।

হিতেশ ডেকাৰ **'আজিৰ মানুহ'** ১৯৫২ চনত প্ৰথম প্ৰকাশ হৈ বৰ্তমান ত্ৰয়োদশ সংস্কৰণ

পাইছোঁহি। অসমীয়া উপন্যাসৰ ক্ষেত্ৰত ই এক ব্যতিক্ৰম। পঞ্চাশৰ দশকত উপন্যাসৰ ক্ষেত্ৰত নমাসকলৰ ভিতৰত হিতেশ ডেকা অন্যতম। তেতিয়াৰে পৰা বৰ্ত্তমানলৈ তেওঁ উপন্যাস আৰু চুটিগল্প একেৰাহে লিখি আছিল। 'আজিৰ মানুহে' তেওঁক ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত কৰে। ইয়াৰ পাছত তেওঁ লিখা উপন্যাসসমূহ হ'ল 'নতুন পথ' (১৯৫৪), 'ভাৰাঘৰ' (১৯৫৮), 'মাটিকাৰ' (১৯৫৬), 'এযেতো জীৱন' (১৯৬০ প্ৰথমখণ্ড, দ্বিতীয়খণ্ড, তৃতীয়খণ্ড), 'সীমাৰ কাজিয়া' (১৯৬২), 'আচল মানুহ' (১৯৬৩), 'বৈৰী মানুহ' (১৯৬৫), 'জীৱন সংঘাত' (১৯৬৯), 'ইতিহাসে সকীয়ায' (১৯৬৭), 'সুখৰ সংসাৰ' (১৯৭৫), 'নিৰ্যাতিতা সতী' (১৯৮০), 'কাম-পত্নী' (১৯৮০) 'গাঁৱৰ মানুহ' আদি। হিতেশ ডেকাই 'মাটিকাৰ' উপন্যাসখনৰ বাবে ৰাজৰোষতো পৰিছিল। তেওঁৰ গল্প সংকলনৰ পুথিসমূহ হ'ল 'প্ৰায়শ্চিত্ত' (১৯৪৯), 'গৰাখহনীয়া' (১৯৫৪), 'এইখন আমাৰ সমাজ', (১৯৭২), 'এথুপি গল্প' (১৯৮২), 'আকৌ গৰাখহনীয়া' (১৯৯২), আৰু 'গল্পটো লিখা নহ'ল' (১৯৯২)।

ডেকাই লিখা নাটসমূহ হ'ল 'মন্ত্ৰীৰ হুকুম' (১৯৭২), 'শীৰ্ষ সন্মিলন' (১৯৭৮) আৰু 'বিহুৱান' (১৯৭৬)। তেওঁলিখা প্ৰবন্ধৰ পুথিকেইখন হ'ল— 'পশ্চিম বংগত মাটিকাৰ' (১৯৬০), 'জাতীয় চৰকাৰ' (১৯৮০), আৰু 'অসমীয়া জাতি টিকিবনে' (১৯৮২)।

১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত হিতেশ ডেকাৰ জন্ম হয় কাঁহ বাচনৰ বাবে বিখ্যাত সৰ্থেবাৰী গাঁৱত (বৰ্ত্তমান টাউন)। সৰ্থেবাৰী গাঁৱৰ বিষয়ে থকা কিংবদন্তিটো তেওঁ এনেদৰে জনাইছিলঃ

> কিংবদন্তিমতে সৰ্থি দেবীৰ নামেৰে এই গাঁৱৰ নাম ৰখা হয়। সোৰথপুৰ ৰাজ্যৰ ৰাজধানী আছিল সুৰথপুৰ। ৰজা সুৰথৰ জীয়াৰী সৰ্থি দেবীৰ নামেৰে ৰাজধানীৰ নাম ৰখা হৈছিল সৰ্থিপুৰ। কালক্ৰমত এই সৰ্থি নাম মুখ পিছলি সৰ্থে হয় আৰু পিছত সৰ্থেবাৰী হয়।"

ডেকাৰ পিতৃ স্বৰ্গীয় ৰবিৰাম ডেকা আৰু মাতৃ স্বৰ্গীয় সুন্দৰী প্ৰিয়া ডেকা।

হিতেশ ডেকাৰ শিক্ষা আৰম্ভ হয় সৰ্থেবাৰী এম ভি স্কুলত। এই স্কুলৰ পৰাই ১৯৪০ চনত প্ৰথম বিভাগত এম ভি পাছ কৰে আৰু অসমৰ ভিতৰত অসমীয়াত সৰ্বোচ্চ নম্বৰ লাভ কৰে। ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ নলবাৰী কলেজত পঢ়িবলৈ যায়। ১৯৫২ চনত নলবাৰী কলেজৰ পৰা বি.এ পাছ কৰে তেওঁ এম এ আৰু আইন পঢ়িবলৈ লৈছিল যদিও বিভিন্ন কাৰণত এই শিক্ষা তেওঁ সম্পূৰ্ণ কৰিব নোৱাৰিলে। ১৯৪২ চনত ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দি কাৰাবৰণ কৰিছিল।

১৯৫৪ চনৰ পৰা তেওঁ শিক্ষক হিচাপে কৰ্মজীৱন আৰম্ভ কৰে। ১৯৫৭ চনত জালুকবাৰী হাইস্কুলত সহকাৰী প্ৰধান শিক্ষক হিচাপে কাম কৰি ১৯৮৪ চনত এই স্কুলৰ প্ৰধান শিক্ষকলৈ পদোন্নতি হয় আৰু ১৯৮৫ চনত স্কুলৰ পৰা অৱসৰ লয়। তেওঁৰ জালুবাৰীৰ গাড়ীগাঁৱত (বেজপাৰা) স্থায়ী বাসস্থান সাজি লৈছিল। তেওঁৰ ভাষাত— "সৰ্থেবাৰী মোৰ জন্মস্থান, নলবাৰী মোৰ শিক্ষাস্থান আৰু জালুকবাৰী মোৰ কৰ্মস্থান। এই বিভিন্ন স্থান বা বাৰীত মোৰ জীৱনবৃত্ত ঘূৰি আছে।"

হিতেশ ডেকাৰ সাহিত্যিক জীৱনত অংকুৰ মেলাৰ সময়ত তেওঁলোকৰ গাঁও সৰ্থেবাৰীত সাহিত্যিক পৰিবেশে গঢ় লৈ উঠা নাছিল। তেওঁ কেইজনমান ছাত্ৰ বন্ধুৰ লগত হাতেলিখা আলোচনী 'ৰেণু' আৰু 'নৱ-জাগৰণ'ৰ যোগেদি সাহিত্য কৰ্মত হাত দিছিল।

হিতেশ ডেকাৰ সাহিত্য প্ৰতিভা সহজাত আছিল। জীৱনৰ নানা ঘাত প্ৰতিঘাতৰ মাজেদি আজীৱন সাহিত্য চৰ্চা কৰি তেওঁ আমাৰ মাজৰ পৰা চিৰবিদায় ল'লেও তেওঁৰ সাহিত্যকৰ্মই তেওঁক অমৰ কৰিলে। মৃত্যুৰ সময়ত তেওঁৰ পত্নী শ্ৰীমতী বাসন্তী ডেকা, দুই পুত্ৰ (ড° উমেশ ডেকা, যোগেশ ডেকা আৰু চাৰিগৰাকী কন্যা (নিভা, ইভা, আভা, শোভা) এৰি থৈ গৈছে।

**এই চুটি লেখাৰে প্ৰয়াত ডেকালৈ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ।**

□□□□□

# চল্লিশ বছৰ লগ পোৱা মোৰ শ্ৰদ্ধাৰ শিক্ষাবিদ-ঔপন্যাসিক হিতেশ ডেকা

**ৰাম গোস্বামী** *সেউজীয়া দেশ*

১৯৫২ চনত কিতাপৰ দোকানত ওলাল হিতেশ ডেকাৰ "আজিৰ মানুহ"। অসমৰ মানুহে 'আজিৰ মানুহ'ক অতি সাদৰেৰে গ্ৰহণ কৰিছিল। অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ প্ৰেৰণা লাভ কৰা এইজনা শিক্ষাবিদ, ঔপন্যাসিক, সমাজ সেৱক হিতেশ ডেকা এজন নিজৰ ভৰিত থিয় হোৱা, নিজা বলেৰে সাঁতোৰা-মানুহ— এইজন হিতেশ ডেকা অসমৰ সৰ্ববৃহৎ অৰাজনৈতিক সাহিত্য সাংস্কৃতিক অনুষ্ঠান সাহিত্য সভাৰ সভাপতি হৈছিল।

এজন অতি আত্মবিশ্বাসী পুৰুষ, কৰ্মপ্ৰাণ হিতেশ ডেকাক অসমৰ ৰাইজে বৰ ভাল পাইছিল। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ঔপন্যাসিক হিতেশ ডেকা দেৱক মই যোৱা ৪০ বছৰে লগ পাই আহিছোঁ। আগতে বছৰত এবাৰ লগ পাইছিলো। সাহিত্য সভাৰ অধিবেশনৰ সময়ত। '৯৬ চনৰ পৰা মৃত্যুৰ এসপ্তাহৰ আগলৈকে সঘনে লগ পাইছিলো। '৯৬ চনত মই সাহিত্য সভাৰ উপসভাপতি আছিলো। লক্ষ্মীনন্দন বৰা সভাপতি আছিল। সতীশচন্দ্ৰ চৌধুৰী সম্পাদক আছিল। '৯৬ বছৰটোত আমাৰ কাৰ্যবৰ্ষৰ ভালেকিখন সভালৈ তেখেতক নিয়া হৈছিল। সভাৰ প্ৰাক্তন সভাপতি মহেন্দ্ৰ বৰা পৰলোক হোৱা পৰত ১১ দিনৰ দিনা ডিব্ৰুগড়ত পতা অনুষ্ঠানৰ বাবে বৰাদেব আৰু চৌধুৰী গ'ল। মই আৰু সহকাৰী সম্পাদক শ্ৰীমান সুমন্ত চলিহা গুৱাহাটীত থাকিলো। গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱাভৱনত আয়োজন কৰা সেই অনুষ্ঠানলৈ চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱকো নিমন্ত্ৰণ কৰা হৈছিল। ঁডেকাদেৱক সভাখন পৰিচালনাৰ বাবে মতা হৈছিল। তেখেতক ৯ বজাত পোৱাকৈ আহিবলৈ কোৱা হৈছিল। কিন্তু মই প্ৰাৰ্থনা সভা পৰিচালনা কৰি থকা সময়তেই ৮/১৫ মানতেই ভগৱতী প্ৰসাদ বৰুৱা ভৱন পাইছিলহি। ঁডেকাদেৱৰ বাবে কোনোদিনে বৈ থাকিব লগা নহৈছিল। এবাৰ শিৱসাগৰলৈ ঁপদ্মধৰ চলিহাদেৱৰ নামত আয়োজন কৰা এটা অনুষ্ঠানলৈ যাবলৈ আমি ৰাতি ৭-১৫ মানত ভগৱতী প্ৰসাদ বৰুৱা ভৱনত গোট খোৱা কথা। মই ৬/৫০ মানত ভৱন পালোগৈ। তলতে কৰ্মচাৰী ৰমেশক সুধিলো,কোন কোন পালেহি। ৰমেশে কলে ডেকা ছাৰ ৫ বজাতে পালেহি। আলহী কোঠাত (ওপৰত) টি-ভি চাই বহি আছে আৰু বোলে ৭ বজাত বাতৰি চাইহে উঠিব।

এবাৰ বৰহাপজান এম্-ই স্কুললৈ ড' বৰা ছাৰ, ঁডেকা ছাৰ আৰু মই গৈছিলো। আমাৰ ডাঙৰ ল'ৰা বিকাশে পুৱা ৬ বজাত গাড়ীৰে মোৰ গুৱাহাটীৰ বাহৰলৈ তেখেতক আনিলৈগৈ, আমাৰ বাহৰত ডেৰ ঘণ্টা বকি ড' বৰাছাৰক লৈ আমাৰ গাড়ী চলিল। তেখেতৰ বাবে বিকাশ তেখেতৰ ঘৰত বৈ থাকিব লগা নহ'ল। গুৱাহাটীৰ পৰা বৰহাপজানলৈকে যাওঁতে আমি কাজিৰঙা, যোৰহাট আৰু মাকুমত জিৰাইছিলো। মাকুমত আমাৰ ঘৰত মোৰ মাতৃক দেখিযেই ঠিয় হৈছিল আৰু পিচত গোসাঁইঘৰীয়া সত্ৰীয়া নীতিৰে মোৰ মাতৃক প্ৰণাম কৰিছিল। এনে এক যুগমীয়া দৃশ্য মোৰ মনত সদায় জীৱন্ত হৈ থাকিব। আমি বৰাহাপজানত ৩ দিন থাকিলো। তেখেত মুকলি সভাত সভাপতিত্ব কৰিব। শোভাযাত্ৰাত তেখেতক এখন সজাই থোৱা গাড়ীত নিয়া হ'ব। তেখেত গাড়ীত নুঠেহে নুঠে। বোলে ৰাইজ খোজ কাঢ়িব। মই বাট এমাইল ৰাইজৰ লগত খোজেৰেই যাম। বৰাছাৰে বুজালে, ৰাইজে আগ্ৰহ কৰিছে, আপুনি গাড়ীত যাবই লাগিব। আপোনাক ৰাইজে চাবলৈ ইচ্ছা কৰিছে। নাই নুঠে।

অৱশেষত মই ক'লো, ছাৰ— এতিয়া আপোনাৰ বয়সো হৈছে। ৰাইজৰ আশাকো বাদ দিয়া ভাল নহ'ব। তেতিয়াহে তেখেত গাড়ীত উঠিল। তেখেত যে এজন সৰল সহজ মানুহ— এই উদাহৰণবোৰৰ পৰা সম্পূৰ্ণকৈ জানিব পাৰি।

ড° লক্ষ্মীনন্দন বৰাদেৱৰ এষাৰ কথাৰে, মোৰ বক্তব্য সঁচা বুলি প্ৰমাণ কৰিব খুজিছো। বৰাছাৰে লেখিছিল, —"হিতেশ ডেকাই সভালৈ মাতিলে কেতিয়াও নোযোৱাকৈ থকা নাছিল। আনকি দেহ ভাল নেথাকিলেও গৈছিল। তেওঁ মানুহৰ সমাগম ভাল পাইছিল।"

ড° পৰীক্ষিত হাজৰিকাই লেখা এটা বাক্য ক'লেই, মোৰ বোধেৰে ঁডেকাদেৱৰ বিষয়ে এখন সত্য ছবি অংকন কৰা হ'ব। ড° হাজৰিকাই লেখিছিল,—"তেখেত আছিল আদৰ্শ কৰ্মী, নিভাঁজ অসম প্ৰেমিক, নিৰ্ভীক সত্যবাদী, অদম্য সাহসী আৰু সম্পূৰ্ণ স্বাবলম্বী।"

৩৯/৪০ বছৰ মান তেখেতক মই লগ পালোঁ, কোনো দিন টান মাত এটা নুশুনিলো। এটা ঘৰুৱা ভাব। ইমান উমাল হিয়া— ইমান তেজাল স্পিৰিট থকা মানুহ খুউব কমেহে লগ পোৱা যায়। সাজপোচাক সৰল, কথাবাৰ্তাত সহজ, অকণো অহংকাৰ নাই। বোকাখাতত বহা কাৰ্যনিৰ্বাহকৰ প্ৰাথমিক বৈঠকত প্ৰাক্তন স্বৰূপে তেখেতৰ ভূমিকা মোৰ সৰ্বদা মনত থাকিব। এজন অহংকাৰ নথকা সহজ সৰল মানুহ হিতেশ ডেকাৰ ছবিখন সৰ্বদা মোৰ চকুৰ আগত জিলিকি থাকিব।

১৯৬৮ চনৰ ২৭/২৮ জানুৱাৰীত তেজপুৰত অসম সাহিত্য সভাৰ অধিবেশন হৈছিল। পুৱাৰ বতৰে ঁডেকাক মোহিত কৰিছিল। মই সুধিছিলো ডেকাদেৱক যে সভাপতি জ্ঞাননাথ বৰা ডাঙৰীয়াৰ বিষয়ে ক'বলৈ হ'লে একোটা বাক্যতে কি ক'ব পাৰি? ডেকাদেৱে কৈছিল, "জ্ঞাননাথ বৰা এজন জ্ঞানী অসমীয়া নিভাঁজ ডাঙৰীয়া।" ধৰ্মকান্ত গোহাঁই আৰু আব্দুলহক চৌধুৰীয়ে অতি সঁচা কথা বুলি সেই ঠাইতেই কৈছিল।

বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাদেৱক ডেকাদেৱে বৰ সন্মান কৰিছিল। ঁডেকাদেৱৰ মতে এইজনা কবি প্ৰকৃততেই এজন আপোন ভোলা সৰল কবি।

'৬৯ চনৰ ফেব্ৰুৱাৰী মাহৰ ৭/৮/৯ তাৰিখে সাহিত্য সভাৰ অধিবেশন বৰপেটাত বহিছিল। সভাপতি আছিল বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱা। মই ডেকাদেৱৰ লগত বৰপেটাৰ কীৰ্ত্তনঘৰ চাইছিলোগৈ। এজন ভকতে সুধিছিল "এখেত কোন?" মই কৈছিলো— হিতেশ ডেকা। মানুহজনে ঘপহকৈ কৈছিল—"অ'— এইজনেই মাটিৰমানুহ।"

হিতেশ ডেকাক বুজিবলৈ হ'লে, তেখেতৰ এটা কবিতাৰ কেইটামান শাৰীতেই যথেষ্ট বুলি মই ভাবো। তেখেতৰ 'মুক্তি' নামৰ কবিতাটিৰ এই শাৰীকিটা মোৰ বৰ আপোন।

—"মানুহ— হে' বন্ধু সকলো মানুহ
সুখী-দুখী, য'ত ধনী-নিৰ্ধনী
সকলো একেই তনু—"

মই ভাবো; হিতেশ ডেকাক সেয়ে মানুহে শ্ৰদ্ধা কৰে, মানুহে অতিপাত ভাল পায়।

ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ সভাপতিত্বত তিতাবৰত সাহিত্য সভাৰ অধিবেশন বহিছিল। চাপৰণিৰ ওপৰে ওপৰে খোজকাঢ়ি গৈ থাকোতে সিদ্ধেশ্বৰ তামুলী বাগৰি পৰিছিল। আমি তুলি দিছিলো। পিচত বহুদিনলৈ ঁডেকাদেৱে বৰ ৰসালকৈ সেই কথা প্ৰকাশ কৰিছিল। তিতাবৰ অধিবেশনৰ সভাপতি শৰ্মাদেৱক এটা শব্দেৰে কি বুলি ক'লে ভাল হ'ব বুলি মই ডেকাদেৱক সুধিছিলো। ঁডেকাদেৱে কৈছিল "ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাক এটা শব্দত কোৱা টান। তথাপি, গোসাঁই, আপুনি সুধিলে যেতিয়া কওঁ বাৰু" মই ক'লো— কওঁক। ডেকাদেৱে ক'লে, —"কলম"।

মই '৯৪ ত মৰিগাঁও অধিবেশনত কবি সন্মিলনত সভাপতিত্ব কৰিলো। ঁডেকাদেৱে মোলৈ লেখা এখন চিঠিত মোক সৃষ্টিৰ বাটত সৰ্বদা ভ্ৰমি থাকিবলৈ পৰামৰ্শ দিছিল। বোকাখাত অধিবেশনৰ

বিষয় বাচনিৰ সভাত মই সভাৰ উপ-সভাপতি হোৱা নিৰ্বাচনৰ ঘোষণাও ঁ ডেকাদেৱে ঘোষণা কৰিছিল। আচলতে মই উপ-সভাপতিৰ নিৰ্বাচনী প্ৰক্ৰিয়াত তেখেতৰ পৰামৰ্শ মতেই অংশ গ্ৰহণ কৰিছিলো। উপ-সভাপতিৰ নাম ঘোষণাৰ পিচত তেখেতে কৈছিল— "গোসাঁই, মই বৰ আনন্দ অনুভৱ কৰিছোঁ। আপোনাৰ কৰ্মপ্ৰাণ কৰ্মত খটুৱাওক।" তেখেত সভাপতি হৈ থকা বছৰত মই দুটামাত্ৰ অনুষ্ঠানত যোগদান দিছিলো। তেখেত সুখী হৈছিল। তেখেতৰ মনৰ বল আছিল অসীম। সকলোকে তেখেতে উৎসাহ যোগাইছিল। মই কোনোদিন তেখেতৰ খং উঠা দেখা নাছিলো।

১৯৯৫ চনৰ ২২/২৩/২৪/২৫/২৬ ফেব্ৰুৱাৰীত সাহিত্য সভাৰ একষষ্ঠীতম অধিবেশনৰ সভাপতি আছিল এইজন ঔপন্যাসিক, ভাষাজননীৰ একান্ত সেৱক আমাৰ পূজনীয় হিতেশ ডেকা। অন্যায়ৰ লগত কোনোদিন আপোচ নকৰা, দুষ্টৰ ওচৰত কোনোদিন হাৰ নমনা ঁডেকাদেৱে সাহিত্য সভাক প্ৰাণৱন্ত কৰি তুলিবলৈ চেষ্টা কৰিছিল। জয়কান্ত গন্ধীয়াৰ ভাষাত হিতেশ ডেকা এজন 'নহৰা খেলুৱৈ'।

'আজিৰ মানুহ' প্ৰকাশ হৈছিল ১৯৫২ চনত। অসমৰ ৰাইজে সেইকালতেই হিতেশ ডেকাক জানিছিল। ১৯৫৮ চনত প্ৰকাশ হোৱা ঁডেকাদেৱৰ "ভাড়াঘৰ" উপন্যাসখন অতি জনপ্ৰিয় আছিল। ১৯৮৪ চনত ৰাজ্যিক শিক্ষক বঁটা আৰু ১৯৮৫ চনত সাহিত্যিক পেঞ্চন লাভ কৰিছিল। এই অভা- -জনে পেঞ্চন পোৱাৰ খবৰ পাই ঁডেকাই মোলৈ এখন চিঠি দি, আৰু লেখি থাকিবলৈ উৎসাহ দিছিল। চিঠি দিয়াৰ উপৰি ১৯৯৬ ৰ ১৪ আগষ্টৰ সন্ধিয়া টি-ভি বাতৰিৰ পিছতেই তেখেতে ফোন কৰিমোক উৎসাহ দিছিল। সেযে মই ক'ব খুজিছোঁ— হিতেশ ডেকা এজন মানুহৰ প্ৰকৃত বন্ধু।

ৰহা অধিবেশনত শোভাযাত্ৰা নহ'ল। বৰষুণে বৰ অসুবিধাৰ সৃষ্টি কৰিছিল। ১৯৮০ ৰ মাৰ্চৰ ২১/২২/২৩ তাৰিখত যতীন্দ্ৰ নাথ গোস্বামীদেৱৰ সভাপতিত্বত সেই অধিবেশন হৈছিল। ঁডেকাদেৱে কৈছিল, "যতীন গোসাঁই কামৰ মানুহ, তেখেত সভাপতি হোৱাত ভাল পালোঁ।।" শোভাযাত্ৰা নোহোৱাত তেখেতে আক্ষেপৰ সুৰত কৈছিল, এজন ভাষাজননীৰ সেৱকক এই সন্মানৰ পৰা আঁতৰাই ৰখা ভাল নহ'ল। উপায় নাই— আন্দোলনৰ সময়। ১৯৭৭ ৰ ৫/৬ ফেব্ৰুৱাৰীত সাহিত্যসভাৰ অধিবেশন হৈছিল— আব্দুল মালিকৰ সভাপতিত্বত। ৰগৰ কৰি ঁডেকাদেৱে কৈছিল, মালিকৰ চুলি পকাই নাই, একেবাৰে চফল ডেকা হৈ আছে। সভাৰ বিষয়বাছনি সভাবোৰত ঁডেকাদেৱ সদায় উপস্থিত আছিল। প্ৰতিনিধি সকলক মাতবোল কৰি ফুৰিছিল। ঘৰুৱা খা-খবৰ লৈছিল। সকলো প্ৰতিনিধিয়েই — এই আপোন ভোলা অম্লান লোকজনক বৰ ভাল পাইছিল।

অসমৰ জাতীয় জীৱনলৈ নিজৰ কৰ্ম আগবঢ়াই অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ সপোন দেখা হিতেশ ডেকাদেৱক অসমীয়া ৰাইজে সদায় মনত ৰাখিব। যেতিয়াই মই এইজন লোকক লগ পাইছিলো, তেতিয়াই মোৰ মনলৈ এটা বল আহিছিল। মানুহক উৎসাহ দিয়াৰ তেখেতৰ এটা অদ্ভুত ক্ষমতা আছিল। তেখেতে অনাহকত মানুহক উঠাই নিদিছিল। তোষামোদ ভাল নেপাইছিল। মানুহক ভাল পোৱা, মানুহৰ কাৰণে লেখা এইজনা সাহিত্যিকক মই দুকুৰি বছৰ লগ পাইছিলো এক সাধাৰণ পোচাকত। চুৰিয়া, কুৰুতা, এড়ি চাদৰ সাধাৰণতে। বৰ জাৰ হ'লেহে এটা দীঘল কোট। মুখত সদায় হাঁহি আছিল।

এটা সৰু মনত থকা কথাৰে মোৰ এই লেখাটো শেষ কৰিব খুজিছোঁ। বৰহাপজান এম্-ই স্কুলৰ সোণালী জয়ন্তী উৎসৱৰ শেষৰ দিনা মই ছাৰক ক'লো যে আমি আজি ৰাতিয়েই যাম। ছাৰে ক'লে, নহ'ব, ৰাতি থাকিম; কাইলৈ পুৱা যাম। মই ক'লো বাহী বিয়াত আলহী থাকিব নেলাগে। গাড়ীখনো কাইলৈ গুৱাহাটীত মালিকক চমজাই দিলে ভাড়াৰ অৱস্থাৰ পৰা ৰেহাই অলপ পাম। ছাৰে ক'লে, "অতি সুন্দৰ। তেনেহ'লে কিমান সময়ত?" মই ক'লো, শেষ হওঁতে সন্ধিয়া হ'ব। চাহ তাহ খাই ৮/৩০ মানত যাম। তেতিয়া ছাৰে ক'লে লক্ষ্মীনন্দন বৰাক কোৱা হ'লনে? মই ক'লো, ক'লো।

তেতিয়া ছাৰে ক'লে— প্ৰভুৰ আদেশক মানিলো। সেইদিনা ছাৰ বৰ ব্যস্ত। মাজতে এঘণ্টাৰ বাবে অধ্যক্ষ ৰবীন চৌধুৰীয়ে ডুমডুমাত ঘূৰাই আনিলেগৈ। ছাৰক আহিবৰ সময়ত বৰ আৱেগিক দেখা গ'ল। মুনুহঁতে বৰ আদৰ সাদৰ কৰি তিনিদিন ৰাখিছিল। আমি ৮-৪৫ মানত বৰহাপাজানত গাড়ীত উঠিছিলো। ছাৰে মোক সুধিছিল— বৰহাপাজান এৰি যাবলৈ আপোনাৰ বেয়া লগা নাই। মই ক'লো "ছাৰ, গুৱাহাটীলৈ এতিয়া যাবই লাগিব যেতিয়া বেয়া লগা নাই। আৰু ছাৰ— মই ২ মাহত এবাৰ দেখোন আহোঁৱেই। তেতিয়া ৰাতি ৮-৪৫ মান হৈছিল। মানিক গগৈ, প্ৰদীপ বৰুৱা আদি বহু কেইজনে আমাক বিদায় দিলে। গাড়ী চলিল। ছাৰে মোক ক'লে, "কিবা প্ৰাৰ্থনা এটা কৰক।"

মই ক'লো — "অবিঘ্নং কুৰুমে নিত্যং বিঘ্নঞ্চ প্ৰতিহন্যতাং যাত্ৰা মঙ্গল সিদ্ধাৰ্থং একদন্তং নমস্তুতে।"

প্ৰয়াত হিতেশ ডেকাদেৱৰ পবিত্ৰ স্মৃতিত মোৰ অন্তৰৰ শ্ৰদ্ধাঞ্জলি আগবঢ়ালো।



# অসম সাহিত্য সভাৰ সভাপতি হিতেশ ডেকাৰ নেতৃত্বত দিল্লী ভ্ৰমণ ঃ এক মধুৰ সোঁৱৰণ

**ড° গজেন্দ্ৰ অধিকাৰী**

১ঃ১ প্ৰথিতযশা ঔপন্যাসিক শ্ৰীযুতহিতেশ ডেকাৰ সভাপতিত্বত গঠিত অসম সাহিত্য সভাৰ ১৯৯৫-৯৬ বৰ্ষৰ কাৰ্যনিৰ্বাহক সমিতিয়ে এই লেখকক "বিশেষভাৱে আমন্ত্ৰিত সদস্য" মনোনীত কৰি ভাষা জননীৰ বেদীত সেৱা এটা জনাবলৈ সুযোগ দিছিল। প্ৰথম সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীয়ে মোৰ সন্মতি বিচাৰি প্ৰেৰণ কৰা চিঠিখনৰ (৬ মাৰ্চ, ২০০১ ইং) উত্তৰত মই নিজেই গৈ সভাপতি ডেকা চাৰক গাড়ীগাঁৱৰ ঘৰত সাক্ষাৎ কৰোঁতে চাৰে কৈছিল—

> "আহ্বায়ক হেমন্ত বৰ্মনৰ সৈতে তুমি জাতীয় ন্যাস পুঁজি টনকিয়াল কৰিবলৈ যত্ন কৰা। বিশেষভাৱে আমন্ত্ৰিত সদস্য হিচাপে অসম সাহিত্য সভাৰ প্ৰতি আন বিশেষ কি কাম কৰিব পাৰিবা দুই এদিনতে মোক জনাবা।"

ইতিমধ্যে দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ উদ্যোগত অনুষ্ঠিত ভাষাবিদ বাণীকান্ত কাকতি শতবৰ্ষ অনুষ্ঠানত (১-৩ মাৰ্চ, ১৯৯৫) ভাগ লৈ উভতি আহোঁতে, বিশেষকৈ তাত অধ্যয়নৰত অসমীয়া ছাত্ৰসকলৰ একাংশৰ লগত হোৱা কথা-বতৰা আৰু তেওঁলোকৰ সৈতে গঢ়ি উঠা মোৰ বন্ধুত্বৰ পিছত মোৰ মনত অনবৰতে এটা চিন্তাই বাহ লৈছিল। অকণো নভবা নিচিন্তাকৈ সেয়ে তৎক্ষণাৎ ডেকা চাৰৰ আগত মোৰ চিন্তা ব্যক্ত কৰিলো, "চাৰ, দিল্লীত অসম সাহিত্য সভাৰ এটা শাখা গঠন কৰিব নোৱাৰিনে?" মোৰ প্ৰস্তাৱত চাৰে লগে লগে সন্মতি জনাই ক'লে, "সুন্দৰ প্ৰস্তাৱ। অসম আৰু অসমীয়াৰ স্বাৰ্থত দেশৰ ৰাজধানী দিল্লী মহানগৰীত সাহিত্য সভাৰ শাখা এটা গঠন কৰিবলৈ তুমি বিশেষভাৱে যত্ন কৰা।"

১ঃ২ দিল্লীত অধ্যয়নৰত ছাত্ৰ-বন্ধুসকলৰ বাহিৰেও উক্ত কামৰ বাবে আমাক সহায় কৰিব পৰা ব্যক্তিগৰাকী হ'ল দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা ইন্দিৰা গোস্বামী (ড° মামনি ৰয়চম গোস্বামী)। সকলো দিশ চালি-জাৰি চাই মই মামনি বাইদেউৰ সৈতে সঘনে আলোচনা কৰিবলৈ ল'লো— কেতিয়াবা মই নিজেই দিল্লীলৈ গৈ, কেতিয়াবা তেখেত গুৱাহাটীলৈ আহোঁতে ইয়াতে লগ ধৰি আৰু প্ৰায়েই চিঠি আৰু টেলিফোনেৰে। এনে সঘন যোগাযোগৰ অন্তত বাইদেৱে ২/৮/১৯৯৫ তাৰিখে মোলৈ লিখিলে, ".....ইতিমধ্যে মই সাহিত্য সভাৰ সভাপতি ডেকালৈ লিখিছোঁ। তেওঁ rule আৰু regulation খিনি পঠিয়াই দিলেই মই কামত আগবাঢ়িব পাৰিম।" চিঠিখন পোৱাৰ মুহূৰ্ত্ততে মই গৈ চাৰক জনালোঁ। চাৰেও লগে লগেই বাইদেউলৈ চিঠি এখন লিখি মোৰ হাততে দিলে। দিল্লীত অসম সাহিত্য সভাৰ শাখা এটা গঠন কৰাৰ ঐতিহাসিক দায়িত্ব অৰ্পণ কৰি চাৰে বাইদেউলৈ এই বুলিও লিখিলে যে "এই কামত তোমাক শ্ৰীমান গজেন আৰু শ্ৰীমান উমেশে সহায় কৰিব।" আমাৰ এই সৎ উদ্দেশ্যৰ প্ৰতি সন্দেহ প্ৰকাশ কৰা এচাম লোকে মাজে মাজে বাইদেউক বিপৰীত কথা কোৱা বুলিও বাইদেৱে জনাইছিল তেখেতে পিছে এনে অসৎ লোকৰ কথাত কাণ দিয়া নাছিল।

১ঃ৩ ১৯৯৫ চনৰ ডিচেম্বৰ মাহৰ ৯ তাৰিখে আবেলি চাৰে মাতি পঠিয়ালে গুৱাহাটীৰ কাৰ্যালয়লৈ। ইতিমধ্যে তাত জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক হেমন্ত বৰ্মন আৰু প্ৰধান সম্পাদক সতীশ

চন্দ্ৰ চৌধুৰী সভাপতি ডেকা চাৰৰ সৈতে মিলিত হৈছিল। মই গৈ পোৱাৰ লগে লগে ক'লে, পৰহি (১১ ডিচেম্বৰ' ৯৫) দিল্লীলৈ যাব লাগিব— চাৰিটা কাম লৈ— (১) মুখ্যনিৰ্বাচনী আয়ুক্তক সাক্ষাৎ কৰি অসমৰ ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম কৰ্ত্তন কৰি শুদ্ধ তালিকা প্ৰস্তুত কৰাৰ দাবী জনাবলৈ। (২) বিশ্ববিদ্যালয় অনুদান আয়োগলৈ গৈ অসম সাহিত্য সভাৰ প্ৰস্তাৱিত অসম তত্ব গৱেষনা সংস্থানৰ বুজবাজ ল'বলৈ আৰু এই সম্পৰ্কে আয়োগৰ সভাপতিৰ হাতত স্মাৰক-পত্ৰ প্ৰদান কৰিবলৈ। (৩) সাহিত্য সভাৰ আগন্তুক বোকাখাট অধিবেশনৰ মুখ্য অতিথি হিচাপে বিশিষ্ট সাংবাদিক আৰু অসম হিতৈষী কুলদীপ নায়াৰক আমন্ত্ৰণ জনাবলৈ আৰু (৪) দিল্লীত অসম সাহিত্য সভাৰ শাখা গঠন কৰিবলৈ।

আমি দিল্লীত শাখা গঠনৰ প্ৰস্তুতি প্ৰায় সম্পূৰ্ণ কৰি তুলিছিলো যদিও বিশেষ দিন এটা ঠিক কৰা হোৱা নাছিল আৰু সভালৈ কাক কেনেদৰে নিমন্ত্ৰণ কৰা হ'ব তাৰ খচৰা প্ৰস্তুত কৰা হোৱা নাছিল। মাজত মাথোন দুটা দিন বাকী। সভাপতি হিতেশ ডেকাৰ সন্মুখত কোনো কথা কোৱাৰ সাহস মোৰ নহ'ল। সভাপতিৰ কোঠালিৰ পৰা ওলায়েই সেয়ে বাইদেউলৈ ফোন কৰিলো। ক্ষন্তেক চিন্তা কৰি বাইদেৱে ক'লে, "ঠিক আছে, তোমালোক আহা।" মোৰ দোধোৰ মোধোৰ অৱস্থা দেখি প্ৰধান সম্পাদক চৌধুৰীয়ে সাহস দিলে, "একো ভয় নাই— সব ঠিক হৈ যাব। এতিয়া ব'লক ৰেল ষ্টেচনলৈ— টিকট কাটোগৈ।"

ৰেলৰ টিকট কাটিলো হয় কিন্তু অপেক্ষা তালিকাৰ দুশৰ ওপৰত আমাৰ নম্বৰ। ইফালে দিল্লীত মুখ্য নিৰ্বাচনী আয়ুক্ত আৰু কুলদীপ নায়াৰক সাক্ষাৎ কৰাৰ দিন আৰু সময় ঠিক হৈ আছে। ইতিমধ্যে তেওঁলোকৰ দ্বাৰা আয়োজিত আলোচনা চক্ৰ এখনৰ বাবে তাত গৈ বাহৰ পাতি থকা সদৌ অসম ছাত্ৰ সংস্থাৰ উপদেষ্টা, সভাপতি আৰু সম্পাদক ক্ৰমে সত্যব্ৰত কলিতা, সৰ্বানন্দ সোণোৱাল আৰু সমুজ্বল কুমাৰ ভট্টাচাৰ্যই তেওঁলোকৰ কামৰ ফাঁকে ফাঁকে সময় উলিয়াই উক্ত সাক্ষাৎকাৰ দুটাৰ (তথা আৰু অনাতাঁৰ মন্ত্ৰী পি, এ, চাংমাৰ লগত আন এটা ওপৰঞ্চি সাক্ষাৎকাৰ সহ) সকলো ব্যৱস্থা সম্পূৰ্ণ কৰি থৈছিল। সেয়ে আমি ততাতযাকৈ মালিগাঁৱলৈ গৈ উত্তৰ পূৱ সীমান্ত ৰেলৱেৰ মুখ্য বাণিজ্যিক বিষয়া সুখ্যাত ক্ৰিকেট খেলুৱৈ হাজৰিকা মহাশয়ক সাক্ষাৎ কৰিলোঁ। তেখেতে আমাৰ টিকট নিশ্চিত কৰি দিয়াৰ ভাৰ ল'লে।

২ঃ১ নৰ্থ-ইষ্ট এক্সপ্ৰেচৰ দ্বিতীয় শ্ৰেণীৰ ডবা এটাত উঠি আমি চাৰিজনীয়া দলটো (সভাপতি ডেকা চাৰ, প্ৰধান সম্পাদক চৌধুৰী, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক হেমন্ত বৰ্মন আৰু এই লেখক) গৈ ১৩ ডিচেম্বৰ তাৰিখে ৰাতি ১-৩০ বজাত দিল্লী ষ্টেচন পালোগৈ। ভীষণ ঠাণ্ডা। কঁপি কঁপি পাহাৰগঞ্জৰ হোটেল এখনৰ কোঠালি এটাত উঠি হাতমুখ ধুই বিচনাতে চাৰিজন অথালি পথালিকৈ শোৱাৰ ব্যৱস্থা হ'ল। অসম সাহিত্য সভাৰ নমস্য সভাপতি প্ৰায় ৭২ বছৰীয়া চাৰৰ সৈতে এনেকৈ শুবলৈ আমি ইতস্তত কৰা দেখি চাৰে ক'লে, "এই মুহূৰ্ত্তত আমি সাহিত্য সভাৰ একোজন কৰ্মী। ৰাতি পুৱাবলৈ আৰু মাত্ৰ ৩ / ৪ ঘণ্টা বাকী। এইখিনি সময় কষ্টে-মষ্টে পাৰ কৰি দিয়া। ইয়াতকৈ বেছি আৰাম বিচাৰি ৰাজহুৱা ধন অপচয় কৰিব নাপায়।" চাৰৰ আগত তেতিয়া আমিনো আৰু কি ক'ব পাৰোঁ?

২ঃ২ ৰাতিপুৱা বাইদেউৰ বন্দোবস্ত মতে চাণক্যপুৰীত থকা অসম ভৱন পালোঁগৈ। সেই সময়ত দিল্লীত থকা অসমৰ সাংসদসকলৰ একাংশ, ছাত্ৰ (ছাত্ৰী প্ৰায় নাছিলেই), আন চৰকাৰী-বেচৰকাৰী কৰ্মচাৰী আৰু অসম এচোচিয়েচনৰ সদস্যসকলৰ উপস্থিতিত অসম ভৱনৰ সভাকক্ষত আমাৰ সভা অনুষ্ঠিত হ'ল। সেই সভাতেই অসম সাহিত্য সভাৰ দিল্লী শাখা গঠন কৰা হয় আৰু ড° মলয়া খাওন্দক সম্পাদকৰ দায়িত্ব অৰ্পণ কৰা হয়। আমাৰ সভাৰ বিশিষ্ট অতিথিৰ আসন গ্ৰহণ কৰিছিল দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ মুৰব্বী গৰাকীয়ে। উক্ত সভাৰ

সভাপতিৰ ভাষণত ডেকা চাৰে কৈছিল—

"ভাৰতবৰ্ষৰ ৰাজধানী দিল্লীত কোন থাকে? দেশৰ সকলো প্ৰান্তৰ পৰা উচ্চ বুদ্ধি-বৃত্তি থকা আৰু মেধাসম্পন্নসকল আহিহে দিল্লীত থাকে। সেই অৰ্থত তেওঁলোক গছ এডালৰ ডাল-পাত, ফল-মূল। আপোনাসকলো সেয়ে অসম বৃক্ষৰ ডাল পাত। আমি অসমৰ গাঁৱে ভূঁয়ে থকাসকল তাৰ শিপা। সাৰ-পানী যোগাবলৈকে আমাৰ গতি মাটিৰ তললৈ। আপোনাসকল শিপাই যোগান ধৰা সাৰ পানীকে লৈ জ্ঞান বুদ্ধিৰ সূৰ্যৰ পোহৰ আৰু তাপৰ সহায়ত হৰিৎকণা তৈয়াৰ কৰিব লাগিব। তেহে অসম আৰু অসমীয়া বটবৃক্ষ ফলে ফুলে জাতিষ্কাৰ হ'ব। আজি আমি দেশৰ ৰাজধানীত অসম সাহিত্য সভাৰ শাখা এটি গঠন কৰিয়েই ক্ষান্ত থাকিলে নহ'ব। ইয়াক আপোনাসকলে গতিশীল কৰি ৰাখি অসম সাহিত্য সভাৰ ইতিহাসত নিজৰ দায়িত্ব আৰু কৰ্তব্য পালনৰ সুযোগ গ্ৰহণ কৰক। মই ইয়াকেই বাঞ্ছা কৰোঁ।"

টেলিফোনেৰে পোৱা নিমন্ত্ৰণ ৰক্ষা কৰিয়েই সিদিনাৰ সভাত উপস্থিত থকা সৰহ সংখ্যক লোকক শলাগৰ শৰাই আগবঢ়াওঁতে মামনি বাইদেৱে ক'লে যে এই কথাই এইটোকে প্ৰতিপন্ন কৰে যে অসম সাহিত্য সভাৰ প্ৰতি সকলো স্তৰ আৰু শ্ৰেণীৰ অসমীয়াৰে গভীৰ আস্থা আৰু বিশ্বাস আছে। সিদিনাৰ সভাত উপস্থিতসকলক চাহ একোকাপ যাচি কৃতজ্ঞ কৰিছিল সাংসদ বিজয়কৃষ্ণ সন্দিকৈদেৱে।

'বিশেষভাৱে আমন্ত্ৰিত সদস্য'ৰ ওপৰত ন্যস্ত কৰা 'বিশেষ দায়িত্ব' এইদৰে অনেকজনৰ চেষ্টা আৰু আগ্ৰহত ফলৱতী হোৱাৰ আনন্দত সভাৰ পিছতে আমি শ্ৰদ্ধেয় সভাপতি ডেকাচাৰক ক'লো - চাৰ, ৰাতিলৈ এটা প্ৰীতিভোজৰ আয়োজন কৰোঁনে?" ৰাজহুৱা ধন খৰচৰ বেলিকা অত্যন্ত মিতব্যয়ী চাৰে এক আষাৰে এনে প্ৰস্তাৱ নাকচ কৰিলে। কিন্তু ছাত্ৰ বন্ধু কেইবাজনকো ইতিমধ্যে প্ৰীতিভোজৰ কথা কলোঁৱেইযে? পুত্ৰসুলভ অভিমানেৰে আমিও জেদ ধৰিলো, " আমি এই গধুৰ দায়িত্ব সমাপন কৰিব পৰাৰ আনন্দতে আমাৰ নিজৰ ধনেৰে এই সভাৰ উদ্যোক্তা কৰ্মী আৰু দিল্লী শাখাৰ কাৰ্যনিৰ্বাহক সদস্যসকলৰ লগত এসাজ খোৱাৰ অনুমতি দিবনে?" আমাৰ সভাৰ এই অৱস্থা সতীশ চন্দ্ৰ চৌধুৰী আৰু হেমন্ত বৰ্মনে লক্ষ্য কৰিছিল। মই তেওঁলোককো অনুৰোধ কৰিলোঁ সভাপতিৰ অনুমতি আদায়ৰ বাবে। সম্পাদক চৌধুৰীয়ে মোক পিঠিত থপৰিয়াই ক'লে, "সাহিত্য সভাৰ শিশু জনকতো নিচুকাবই লাগিব।" (দিল্লীগামী যাত্ৰাৰ কাণছোৱাত তেঁওনিও গৰাকীয়ে মোক মাজত বহুৱাই লৈ সাহিত্য সভাৰ ইতিহাস, চৰিত্ৰ, কাৰ্যপ্ৰণালীৰ বিষয়ে আদ্যোপান্ত বিৱৰি কৈছিল আৰু মোৰ শুনাৰ আগ্ৰহ দেখি এটা সময়ত সভাপতি ডেকা চাৰে কৈছিল, "এও আমাৰ সাহিত্য সভাৰ শিশু।" মই এনে বিশ্লেষণ আনন্দেৰে গ্ৰহণ কৰিছিলোঁ।)

শেহত ৰাতিলৈ অসম ভৱনৰ কেন্টিনতে নৱগঠিত দিল্লী শাখাৰ বিষয়ববীয়া আৰু আমাৰ সভাখনৰ উদ্যোক্তা-কৰ্মীসকলৰ বাবে এই লেখকৰ নিজৰ ধনেৰে এটা অনুষ্ঠুপীয়া প্ৰীতিভোজৰ আয়োজন কৰা হৈছিল। প্ৰীতিভোজত উপস্থিত থকা ডেকা চাৰে মোৰ মুখলৈ চাই হাঁহিছিল। সেয়া আছিল সাফল্যৰ হাঁহি।

২ঃ৩ পিছদিনাখন (১৫ ডিচেম্বৰ ১৯৯৫) আমি মুখ্য নিৰ্বাচনী আয়ুক্ত জি, ভি, জি, কৃষ্ণমূৰ্তিক সাক্ষাৎ কৰি আমাৰ দাবীচনদ প্ৰদান কৰাৰ পিছত বিশ্ববিদ্যালয় অনুদান আয়োগলৈ গ'লো। তাত আমাক ভাষা বিভাগৰ দায়িত্বত থকা বিষয়া এগৰাকীৰ ওচৰলৈ যাবলৈ কোৱা হ'ল। আমাৰ স্মাৰকপত্ৰখন পঢ়ি উঠি বিষয়া গৰাকীয়ে সুধিলে— 'Assamese ----- Is it a classical language.' বিষয়া গৰাকীৰ এনে প্ৰশ্নত আমাৰ খং উঠা উমান পাই চাৰে হাতত চেপা মাৰি মনে মনে থাকিবলৈ নিৰ্দেশ দিলে। তাৰ পাছত অত্যন্ত ধীৰ স্থিৰ ভাৱে চাৰে বিষয়াগৰাকীক সকলো

বুজাই দিলে। তেখেতৰ পৰা বিদায় লৈ আয়োগৰ আন কেবাগৰাকীও বিষয়া কৰ্মচাৰীৰ লগত আলোচনা কৰি 'অসম তত্ব গৱেষণা সংস্থান'ৰ বিষয়ে বিতংকৈ বুজি পাই উভতি অহাৰ পথত চাৰে কৈছিল,

> "খং নামে চাণ্ডাল। খঙেৰে একো কাম নিসিজে। বিষয়া গৰাকীৰ অসমীয়া ভাষা ক্লাচিকেল নে চহকী আৰু জীৱন্ত ভাষা, তাক নজনাটো তেখেতৰ অজ্ঞতা। অজ্ঞক খং কৰা আৰু শিলত গুৰিওৱা (লঠিওৱা) একে কথা।"

২ঃ৪ সিদিনাখনেই তথ্য আৰু অনাতাঁৰ মন্ত্ৰী পি, এ, চাংমাক সাক্ষাৎ কৰিবলৈ গৈছিলো। অসম, অসমীয়া আৰু পূৰ্বোত্তৰ সম্পৰ্কে চাংমাদেৱৰ লগত হোৱা আন্তৰিক আলোচনাৰ মাজতে চাৰে চাংমাদেৱক সুধিলে, "পুৰীৰ ৰথযাত্ৰা দূৰদৰ্শনে পোনপোটীয়াকৈ প্ৰচাৰ কৰাৰ দৰে অসম সাহিত্য সভাৰ অধিৱেশনৰ কাৰ্যসূচীসমূহো প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰিব পাৰি নেকি? "মন্ত্ৰী চাংমাদেৱে উৎফুল্লিত কণ্ঠেৰে ক'লে, "আপোনালোকে আমাৰ বিভাগলৈ আবেদন কৰক— মই নিজেই আগভাগ লম।"

গধূলিলৈ আমাক ছাত্ৰনেতাত্ৰয়ে (সত্যব্ৰত কলিতা, সৰ্বানন্দ সোণোৱাল আৰু সমুজ্জ্বল কুমাৰ ভট্টাচাৰ্য) কুলদীপ নায়াৰৰ ঘৰলৈ লৈ .গ'ল। তেখেতে বোকাখাট অধিৱেশনৰ নিমন্ত্ৰণ আনন্দেৰে গ্ৰহণ কৰিলে। বিভিন্ন কথা বতৰাৰ মাজতে তেখেতে আমাক সুধিলে, "অসমৰ আগন্তুক নিৰ্বাচনত যদি আছুৱে নিজাববীয়াকৈ প্ৰতিদ্বন্দ্বিতা কৰে, চৰকাৰ গঠন কৰিব পৰাকৈ জিকি অহাৰ সম্ভাৱনা আছেনে?" এনে সম্ভাৱনাৰ প্ৰতি চাৰে সন্দেহ প্ৰকাশ কৰিলে। তেতিয়া তেখেতে পুনৰ ক'লে, মই অলপতে জ্যোতি বসুৰ লগত কথা পাতিছিলো। এ, জি, পি, সম্পৰ্কে তেখেতৰ দৃষ্টিভংগী সলনি হৈছে। এইবাৰ চি. পি, এম,ৰ সৈতে এ, জি, পিৰ নিৰ্বাচনী মিত্ৰতা হোৱাৰ সম্ভাৱনা আছে।" সভাপতি ডেকা চাৰে ক'লে, "সেইটো হ'লে বৰ ভাল কথা হ'ব।"

সভাপতি ডেকা চাৰৰ সৈতে কৰা দিল্লী ভ্ৰমণৰ এই অভিজ্ঞতা আৰু স্মৃতি মোৰ বাবে অতুলনীয়। 'সাহিত্য সভাৰ শিশু'ৰূপে এই লেখকৰ দৰে অনেকজনক পুনৰ জন্ম দিয়া এইগৰাকী কৰ্মযোগী পিতৃৰ শূন্যস্থান পূৰণ কৰিবলৈ ওলাবনে আৰু এজন **'আচল মানুহ'**, **'আজিৰ মানুহ'**?



# হিতেশ ডেকাৰ জীৱন ঃ এটি অনুভৱ

ড° কৃষ্ণবল্লভ ডেকা

খবৰটো কলেজত পাইছিলো। সেইদিনা ক্লাচ নবজাত আছিল। সেয়ে ৰাতিপুৱাই গৈছিলো। কনিষ্ঠ সহকৰ্মী ইংৰাজীৰ প্ৰবক্তা জেউতী ডেকাযো কলেজলৈ আহিছিল। হিতেশ ডেকাদেৱৰ মৃত্যুৰ খবৰ তেওঁৰ পৰাই পাওঁ। আগদিনা তেওঁৰ জীৱন সংকটৰ খবৰ পাইছিলো। সেয়ে মৃত্যুৰ বাতৰিয়ে বিচলিত কৰিব নোৱাৰিলেও শোক বিহ্বল কৰিছিল। সেইদিনাই কলেজত শোকসভা পতা হৈছিল। সেইদিনাৰ শোকসভাত ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ উপস্থিতি অধিক আছিল। সভাপতিৰ আসনৰ পৰা অধ্যক্ষ লোহিতচন্দ্ৰ তালুকদাৰে হিতেশ ডেকাদেৱৰ বিষয়ে প্ৰথমে কবলৈ মোক অনুৰোধ জনাইছিল। মই ডেকাদেৱৰ বিষয়ে যি জানো সংক্ষেপে সভাত কৈছিলো। হিতেশ ডেকাৰ গুণমুগ্ধ অসমীয়া বিভাগৰ মুৰব্বী প্ৰবক্তা জ্যোতিষ ভাগৱতীযে ডেকাৰ কৃতিৰ বিষয়ে মূল্যৱান চমু ভাষণ দিছিল। পিচদিনা ডেকাদেৱৰ গুণমুদ্ধ অসমীয়া বিভাগৰ প্ৰবক্তা বাবুলডেকাই মোৰ ভাষণটো প্ৰৱন্ধকাৰে লিখিবলৈ অনুৰোধ জনাইছিল।

হিতেশ ডেকাদেৱক সৰুৰে পৰা পাইছো। কথা চহকী ভলভলীযা লোক। এবাৰ এখন সভাত এজন বন্ধুৰ সৈতে মোক পৰিচয কৰি দি কৈছিল- "ইযাক মই কোলাত লৈ ডাঙৰ কৰা ল'ৰা"। সেইটো মনত নাই। কিন্তু মোতকৈ বযসত ১৫/১৬ বছৰ মান ডাঙৰ। ডাঙৰ ককাইদেউ হৰবল্লভ ডেকাৰ বাল্য বন্ধু। আই আৰু ককাই পুত্ৰবৎ স্নেহ কৰিছিল। আমাৰ ঘৰখন থকা খোৱাৰ ঘৰ আছিল। সৰুতে ডেকাদেৱক আমাৰ পৰিযালৰ এজন নাছিল বুলি ভাবিব পৰা নাছিলো।

পাণ্ডুপুত্ৰৰ নিচিনা হিতেশ ডেকাৰ জীৱন আছিল সৎ আৰু সংগ্ৰামী। পিতৃ বিযোগ কেতিযা হৈছিল নাজানো। কিন্তু বাল্যকালৰেপৰা সংগ্ৰাম কৰি নিজকে প্ৰতিষ্ঠা কৰা দেখিছো। নিজৰ পঢা খৰছৰ উপৰি পৰিযালৰ ভৰণ-পোষণৰ দাযিত্ব লব লগা হৈছিল। ককাযেক এজন আছিল। কিন্তু বিশেষ কামৰ নাছিল। কঁহাৰ শালত কাম কৰিও অৰ্থ উপাৰ্জন কৰিছিল। এণ্ডাৰৰ ব্যৱসায অইন এটি উল্লেখযোগ্য জীবিকাৰ পথ আছিল। পলাশবাৰীৰ পৰা শালকাঠৰ এণ্ডাৰ আনি কঁহাৰশালত যোগান ধৰা ব্যৱসায় কৰিছিল। তেতিযা আমাৰ বজাৰত থকা মাটিত ঘৰ সজা নাছিল। বাবাই চালি এখন বান্ধি তেওঁক তাতে এণ্ডাৰৰ ষ্টক কৰাৰ সুবিধা কৰি দিছিল।

ঘৰুৱা কাম-কাজত হিতেশ ডেকাৰ ব্যক্তিত্বৰ পৰিচয পোযা যায। তেওঁৰ এইটো দিশ বাল্যকালৰেপৰা গঢলৈ উঠিছিল। সেইকালত ঘৰুৱা কামৰ ভিতৰত বিজাৰ্ভত খৰি কটা আৰু বিলত মাছ ধৰা কামে প্ৰধান। উভযতে তেওঁ অতি পাৰ্গত আছিল। মাছ ধৰাৰ আনন্দৰ ভাগলোৱাৰ উদ্দেশ্যে মযো সৰুকালতে এদিন বৌমাৰি বিললৈ গৈছিলো। মই ভাবিছিলো প'লৰে ডাঙৰ মাছ ধৰিব। কিন্তু কাৰৈ, মাগুৰ মাছহে ধৰিছে। প'লৰে এই মাছ ধৰা মোৰ পক্ষে সম্ভৱ নাছিল। লাজে অপমানে পাৰতে বহি আছিলো। হিতেশ ডেকাদেৱে হিল-দল ভাঙি প্ৰকাণ্ড একুক (খালৈ) মাছ ধৰিছিল। মোৰ অৱস্থাটো দেখি তেওঁৰ পুতৌ জন্মিছিল। লগৰ এজনক কৈছিল— "তাৰ হালিছাত পাঁচটা কাৱৈ মাছ গাঠি দে।" লগৰ জনে মোৰ হালিছা ডালত পাঁচটা কাৱৈ মাছ গাঠি ভোৰ ভোৰাই কৈছিল— "এইবিলাক ল'ৰাকো মাছ ধৰিবলৈ পঠায"। ডেকাই তৎক্ষনাৎ উত্তৰ দিছিল— "ধেৎ, সেইখন ঘৰে পঠাবনে? ই পলায আহিছে"। সৰুকালৰ এই অভ্যাস মৃত্যুৰ আগলৈকে আছিল। তেওঁৰ

বৰপুত্ৰ উমেশ ডেকাই এই লেখাৰ অনুৰোধ জনাবলৈ আহোতে কথা প্ৰসংগত কৈছিল—"মই যেতিয়াই ধৰলৈ গৈছিলো পিতাক বাৰীৰ ভিতৰত কিবা এটা কৰি থকাহে দেখিছিলো"।

হিতেশ ডেকা এজন ভাল খেলুৱৈ আছিল। সেইকালতে ফুটবল আৰু ভলীবল প্ৰিয় খেল আছিল। ভলীবল খেলা দেখা নাছিলো। আমি স্কুলত থাকোতে সহকাৰী প্ৰধান শিক্ষক অনাথবন্ধু শৰ্মাই প্ৰত্যক্ষ কৰা এখন খেলৰ বিষয়ে আমাক কৈছিল। সেইখন খেলৰ প্ৰধান খেলুৱৈ আছিল টি, আওঁ। আওঁৰ গতি, 'পাছ' দিয়াৰ নিপুণতা আৰু কলাসুলভ নিয়ন্ত্ৰণ দেখি দৰ্শক মুগ্ধ হৈছিল। হিতেশ ডেকা টি, আওঁ নাছিল। কিন্তু ভাল খেলুৱৈ আছিল। খেল পথাৰত দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা এজন খেলুৱৈ আছিল। সুস্বাস্থ্যৰ অধিকাৰী নহলে ফুটবল বা ভলীবল খেলিব নোৱাৰি।

ছাত্ৰ কালৰে পৰা নেতৃত্ব প্ৰদান হিতেশ ডেকাৰ চাৰিত্ৰিক বৈশিষ্ট্য। হৰবল্লভ ডেকা আৰু হিতেশ ডেকাই সৰুক্ষেত্ৰী ছাত্ৰ সন্মিলনৰ আগশাৰীৰ ছাত্ৰ নেতা আছিল। বাৰ্ষিক অধিবেশন পতা, স্বৰাজ আন্দোলনৰ সভা আহ্বান কৰা, শোভাযাত্ৰা উলিওৱা, হৰতাল, চাফাই আদি কামত উভয়ে নেতৃত্ব দিছিল। বিভাজনৰ সময়ত আত্মপ্ৰতিৰক্ষাৰ কাৰণে আৰ, এছ, এছৰ মেজৰ এজনে দিয়া কুচ-কাৱাজৰ প্ৰশিক্ষণতো আগভাগ লৈছিল। কিন্তু আন বহুতৰ দৰে মুক্তি যোদ্ধা আছিল বুলি দাবী কৰা নাছিল।

হৰবল্লভ ডেকা আৰু হিতেশ 'ডেকাক গাঁওৰ এজন হিংসুক আৰু স্বাৰ্থান্ধ নেতাই কমিনিষ্ট বুলি লগাই দিছিল। কিন্তু গোপন অনুসন্ধানসূত্ৰে একো নোপোৱাত উভয়ে নিগ্ৰহৰ পৰা ৰক্ষা পাইছিল। ক্ষমতা হস্তান্তৰৰ কেবা বছৰ পিচলৈ কৰ্মিনিষ্ট উত্থানৰ শংকা আছিল। এইটো কমিংটাৰ্ণৰ প্ৰভাৱতে হৈছিল। নলবাৰীত কমিনিষ্টৰ ধৰ-পাকৰ অভিযান তীব্ৰ হৈ উঠিছিল। শ্ৰদ্ধেয় গৌৰীশংকৰ ভট্টাচাৰ্যই সেই সময়ত নলবাৰী কলেজক পিটনি কলেজ নাম দিছিল। কিন্তু নলবাৰী ৰাইজৰ বিপ্লৱী দৃষ্টিভংগী কোনো কালে শেষ কৰিব পৰা নাছিল।

সাহসিকতা হিতেশ ডেকাৰ স্বভাৱজাত। তেতিয়া যাতায়ত ব্যৱস্থা অতি কষ্টকৰ আছিল। টিহু ষ্টেচনত নামি সৰ্থেবাৰীলৈ খোজ কাঢ়ি আহিব লাগিছিল। ভূতৰ ওপৰত দানহৰ দৰে বাটত এখন ভয় লগা শ্মশান। নিশা কায়েৰে পাৰ হৈ আহোতে ভয়ত ভগৰন্ত কঁপে। কিন্তু মলিন শৰ্মা ছাৰে ছাত্ৰ কালত মৰা মানুহ দাহন কৰাৰ শেষত ভূতনাথলৈ আগবঢোৱা মাহ প্ৰসাদৰ লগত থকা কলটো খাইছিল। চাৰৰ কাৰ্যই পথচাৰীক সাহস যোগাইছিল। এদিন নিশা হিতেশ ডেকাই দুজন নে তিনিজন ল'ৰাৰ লগত সেই বাটেৰে আহি আছিল। সেই গভীৰ নিশাৰ এন্ধাৰ পোহৰৰ চিকমিকনিত শ্মশানখনত সঁচাকৈয়ে এজনী তিৰোতা দেখিছিল। লগৰ কেইজনে ভয়তে কঁপিবলৈ ধৰিছিল। কিন্তু হিতেশ ডেকাই-- "কোন তই, কোন তই—" বুলি চিঞৰি চিঞৰি শ্মশানৰ মাজ পাইছিল। উভতি আহি লগৰ কেইজনক কৈছিল– "ধেৎ, এনেয় ভয় খাইছ, সেইজনী এজনী পাগলী"।

অভিনয়ত হিতেশ ডেকাৰ খ্যাতি বৈ বৈ যোৱা। তেওঁ এটি পেশাদাৰী যাত্ৰাদলত যোগদান কৰিছিল। কেৱল অৰ্থোপাৰ্জনৰ প্ৰয়োজনতে যোগ দিয়া নাছিল। অভিনয় প্ৰতিভা প্ৰদৰ্শনৰ আগ্ৰহেও প্ৰেৰণা দিছিল। সৰ্থেবাৰী তামুলী চুপাত এটি পেশাদাৰী যাত্ৰাদল গঠন হৈছিল। ইংৰাজী আৰ্হিৰ নাটক প্ৰদৰ্শন কৰা নাট্য দলসমূহৰ ভিতৰত এইটো আগশাৰীৰ দল আছিল। অৱশ্যে পেশাদাৰী থিয়েটাৰ দল বহু আগৰে পৰা আছিল। ফনীশৰ্মাদেৱে 'চিবাজ' আৰু ধৰণী বৰ্মণে ৰাজা হৰিশ্চন্দ্ৰৰ চৰিত্ৰৰ অভিনয়ত যি খ্যাতি অৰ্জন কৰিছিল হিতেশ ডেকাই দূৰ্গামাসুৰৰ ভাওঁত সেই খ্যাতি অৰ্জন কৰিছিল। অৱশ্যে এইবোৰ ,শুনিছো। কিন্তু তাজৰ ৰচনা নামৰ নাটৰ পৰিচালনা আৰু অভিনয় কৰা দেখিছো। তেতিয়াহে বুজিছিলো প্ৰকৃততে অভিনয় কি? কেৱল বচন আওৰাটোৱে অভিনয় নহয়। ভাৱৰ সৈতে সংগতি ৰাখি অংগ সঞ্চালন কৰা আৰু সেইমতে বচন মতাটোহে অভিনয়। হিতেশ ডেকাই "মাটিকাৰ" নামৰ এখন নাটকো লিখিছিল। পিচত সেইখন উপন্যাস আকাৰে প্ৰকাশ কৰে।

ছাত্র হিচাবে হিতেশ ডেকা মজলীয়া বিধৰ আছিল। তেওঁৰ হাতৰ আখৰ বৰ ভাল নাছিল। পৰীক্ষাৰ বহী মূল্যায়ণত ইয়াৰ প্ৰভাৱ নিশ্চয় পৰিছিল। লগৰ কেইজন মানে এবাৰ নকৰিবলগীয়া ৰগৰ এটি কৰিছিল। মানুহজনক বুজিযে তেওঁলোকে ৰগৰ কৰিছিল বি, এ, পৰীক্ষাত পাছ কৰা বুলি মিছা খবৰ দি তেওঁৰ পৰা চাহ খাইছিল। আনে কথাটো জনাৰ পিছত নিশ্চয় উগ্ৰমূৰ্ত্তি ধৰিলেহেঁতেন। কিন্তু পৰাজয় স্বীকাৰ নকৰা চৰিত্ৰৰ হিতেশ ডেকাই কি কৈছিল জনাৰ বাবে উদগ্ৰীৱ হৈছিলো তেওঁ হেনো কৈছিল— "ঠিক আছে, অহাবাৰ পাছ কৰি দেখুৱাম। যিমান কষ্ট কৰিব লাগে সিমান কষ্ট কৰিম"। কথামতে কাম। কৰিছিল।

খুড়া এজনৰ সৈতে বনগাঁৱলৈ গৈছিলো। তেতিয়া শৈলেন মেধি পৰীক্ষা দি আহি ঘৰতে আছে। বনগাঁৱত এটি এম, ই, স্কুল আছিল। মেধিৰ দেউতাক সেই স্কুলৰ চেক্ৰেটাৰী আছিল। খুড়াই খালি পদত দৰখাস্ত কৰাৰ কাৰণে বনগাঁৱলৈ গৈছিল। হিতেশ ডেকা এই স্কুলৰ প্ৰতিস্থাপক প্ৰধান শিক্ষক আছিল। সেইপদ এৰি পিচত কনিহা হাইস্কুলত নিযুক্ত হৈছিল। তেওঁ সৰ্থেবাৰী হাইস্কুলতো এবছৰ নে দুবছৰ শিক্ষকতা কৰিছিল। শেষতহে জালুকবাৰী হাইস্কুলত নিগাজীকৈ শিক্ষকতা কৰে।

হিতেশ ডেকাই সংসদী নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। জনসমৰ্থন লাভ কৰিছিল। কিন্তু জয়লাভ কৰিব পৰা নাছিল। বাক্‌পটু আৰু বুদ্ধিদীপ্ত হিতেশ ডেকা সংসদী ৰাজনীতিৰ যোগ্য ব্যক্তি আছিল। কিন্তু নিৰ্বাচনী হেঙাৰ অতিক্ৰম কৰাৰ কাৰণে যোগ্যতাই যথেষ্ট নহয। ধন আৰু বলৰ কৌশলৰ অতি প্ৰযোজন। উভযতে হিতেশ ডেকা নিঃকিন আছিল।

এদিন তেওঁ মই থকা নৱগ্ৰহৰ 'কোচিনুক মেচ'ত গৈ ওলাইছিল। খা খবৰ কৰাৰ পিচত— 'হু, ল'— বুলি পঞ্চাশ টকা হাতত গুজি দিছিল। সেই সময়ত আমাৰ পৰিয়ালৰ পূৰ্বৰ অৱস্থা নাছিল। সম্ভৱত মোৰ আৰ্থিক কষ্টৰ কথা তেওঁৰ অজ্ঞাত নাছিল। অইন এদিন ডাঙৰ ককাইদেউৰ লগত তেওঁ পুনৰ মোৰ মেচলৈ গৈছিল। তেওঁ মোক কৈছিল-- "মোৰ টকা কেইটা তই নিদিলি দেখোন"? বোধহয কথাটো ককাইদেউক শুনাই কৈছিল। ককাইদেউৱে লগে লগে উত্তৰ দিছিল— "সি কৰ পৰা দিব? মযে দিব লাগিব"। হিতেশ ডেকাৰ জীৱিকা শিক্ষকতা। উপাৰ্জনৰ আন পথ নথকা শিক্ষকৰ জীৱন অতি কষ্টকৰ। কিতাপ লিখি কি পইচা পায সেইটো লিখক সকলে ভালদৰে জানে। শিক্ষকতাৰ উপাৰ্জনেৰে ল'ৰা-ছোৱালীক মানুহ কৰাৰ দায়িত্ব উজু নহয। জালুকবাৰীত ঘৰ নকৰাহলে হিতেশ ডেকাদেৱেও সেই দায়িত্ব সুকলমে পালন কৰিব নোৱাৰিহেঁতেন। সেই ঠাইত ঘৰ সাজি দূৰদৰ্শিতাৰ পৰিচয় দিছিল।

এদিন জালুকবাৰীলৈ যাওঁতে জীৱন পাঠকক লগ পাইছিলো। তেতিয়া তেওঁ বিশ্ববিদ্যালয়ৰ ছাত্ৰ। বৰ্তমান টংলা কলেজৰ অসমীয়া বিভাগৰ মূৰব্বী অধ্যাপক। মোক তেওঁৰ ঘৰলৈ মাতি নিছিল। তেওঁ থকা ঘৰটো হিতেশ ডেকাদেৱৰ ভাৰা ঘৰ। ঘৰটোত কেবাটাও কোঠা। দেখিলে বুজিব পাৰি ডেকাদেৱৰ বুদ্ধিৰ প্ৰখৰতা। ভালঘৰ সাজিবলৈ ধনৰ অভাৱ। সাধাৰণভাৱে সজা হলেও নিজৰ সামান্য উপাৰ্জন হৈছে। লগতে জীৱন পাঠকৰ দৰে মেধাৱান দুখীয়া পৰিযালৰ ছাত্ৰই ভাবিব নোৱাৰা ধৰণে উপকৃত হৈছিল। সেইদিনাই মই ডেকাদেৱৰ ঘৰলৈ গৈছিলো। তেওঁ ঘৰত নাছিল। লগ নাপালো। ডাঙৰ ল'ৰা উমেশ আৰু বোৱাৰী গীতাৰ বাহিৰে মোক পৰিয়ালৰ আন কোনোৱে চিনি নাপায়।

জালুকবাৰীতে অইন এদিন তেওঁক লগ পাইছিলো। খোজ কাঢি গৈ থাকোতে মোৰ কাষেৰে আগবাঢ়িছিল। তেওঁ খোজকাঢি ভাল পায। খোজকঢাৰ গতি গান্ধীজীৰ পৰা ধাৰ কৰা যেন লাগে। পিচলৈ উভতি চাই বৈ গৈছিল। খা-খবৰ কৰাৰ পিছত কৈছিল, "তই জান নে? মই অৱসৰ পালো। সেইদিনা ডি, পি, আই চাৰৰ তালৈ গৈ কৈ আহিলো— "মই 'টায়াৰ' নৌহওঁতে মোক ৰিটায়াৰ কৰি দিলে"। জীৱন সংঘাটক ৰসিকতাৰে ঢাকি তেওঁ হাঁহি মাতি কথা ক'ব পাৰিছিল।

গৱেষণাৰ কামত জালুকবাৰীলৈ সঘনাই গৈছিলো। ফুটপাথতে তেওঁক লগ পালো। মোৰ খবৰ

সুধিছিল। মই কৈছিলো— "গৱেষণাৰ কামত আহিছো। আৰু নাহো"। কিয় বুলি সুধিছিল। মই এটি সাধাৰণ উত্তৰ দিয়ে বিষয়টো সামৰণি মাৰিছিলো। প্ৰণৱজ্যোতি ডেকাৰ এটি কথাৰে মনত পৰিছিল— "কৃষ্ণ, কিবা যদি কৰিব খোজা নিজেই কৰিবা। ইউনিভাৰ্চিটিৰ পৰা একো সহায় নোপোৱা"। শেষত মোৰো উপলব্ধি এইটোৱেই হৈছিল। "তই এটা কথা শুনিছ নে? মোক পুলিচে চৰিয়ালে"। অতি সাধাৰণ ভাবে ডেকাদেৱে কৈছিল। "বিহাৰী পুলিচ বিষয়াৰ দ্বাৰা অপমান কৰা কথাটো অসমৰ কোনে শুনা নাই"-- বুলি উত্তৰ দিছিলো। তেওঁ কৈছিল— 'বুজিছ, বুঢ়াকালত দাঁত দুপাৰি সৰুৱাতে কষ্ট হ'ব বুলি ভাবি সহজ কৰি দিলে"। কি অদ্ভুত মানুহ এইজন? চূড়ান্ত প্ৰতিশোধ এটিকো ৰগৰেৰে ঢাকিছে। এতিয়াও আন্দোলনত বিশিষ্ট ভূমিকা লোৱা কোনো কোনোৰ ওপৰত প্ৰতিশোধ লবলৈ এৰা নাই। পিছত যিবোৰ ক'লে তাৰ পৰা মই বুজিছিলো— তেওঁ ক্ষোভ আৰু হতাশাত এটি জ্বলন্ত অগ্নিকুণ্ড হৈ উঠিছে।

প্ৰকৃতাৰ্থত হিতেশ ডেকাৰ জীৱন আছিল সংগ্ৰামী। সৰুকালৰ আৰ্থিক স্বাৱলম্বিতাৰ সংগ্ৰামে ৰাজহুৱা সংগ্ৰামলৈ উত্তৰণ কৰিছিল। হিতেশ ডেকাৰ জীৱন সংগ্ৰামত স্বৰাজ আন্দোলনৰ প্ৰভাৱ অতি স্পষ্ট। অসমৰ গণতান্ত্ৰিক আৰু জাতীয়তাৰ আপোচহীন সংগ্ৰামী। স্বাধীনোত্তৰ আন্দোলনৰ পটভূমিত এই সংগ্ৰামে গঢ়লৈ উঠিছিল। গোপীনাথ বৰদলৈ। ইমিগ্ৰেচনত বাধা প্ৰদান আৰু থলুৱা ঐক্য ৰক্ষা আৰু প্ৰতিষ্ঠা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্গত অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰধান লক্ষ্য আছিল। সাধাৰণ হোজা চহাৰ পৰা আৰম্ভ কৰি ৬ বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰমুখ্যে বিশিষ্ট পণ্ডিত, সাংবাদিক আৰু সাহিত্যিক সকলোৰে ওপৰত এই আন্দোলনৰ প্ৰভাৱ পৰিছিল। হিতেশ ডেকাদেৱে এই সংগ্ৰামক জীৱন সংগ্ৰাম ৰূপে গ্ৰহণ কৰিছিল। কোনো পৰিস্থিতিতে পিচ হুহঁকি অহা নাছিল। অসম সাহিত্য সভাৰ প্ৰতিনিধি ৰূপে অসম আন্দোলনৰ নেতৃত্বত অংশ গ্ৰহণ কৰিছিল। গোপীনাথ বৰদলৈৰ নেতৃত্বত জাতীয় কংগ্ৰেছে আৰম্ভ কৰা স্বাধীনতা সংগ্ৰামৰে এটি শীৰ্ষস্তৰ আছিল অসম আন্দোলন। হিতেশ ডেকাদেৱৰ অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণতো এই সংগ্ৰামৰ ৰেঙনি আছে।

সাহিত্য কৃতিয়ে হিতেশ ডেকাৰ জীৱনৰ আটাইতকৈ মূল্যৱান কৃতি। ইয়াৰ কাৰণে হিতেশ ডেকা অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছিল। এই নিৰ্বাচনে তেওঁৰ সাহিত্য কৰ্মৰাজিক স্বীকৃতি দিছে। গল্প আৰু প্ৰবন্ধ ৰচনা কৰিলেও হিতেশ ডেকা প্ৰধানতঃ ঔপন্যাসিকহে। সচৰাচৰ অসমীয়া উপন্যাসৰ বিষয়বস্তুৱে আছিল হিতেশ ডেকাদেৱৰ উপন্যাসৰ প্ৰধান বিষয়বস্তু। প্ৰেমৰ কাহিনীকে সাধাৰণ মানুহৰ মনোগ্ৰাহীকৈ লিখিছিল। হিতেশ ডেকাদেৱ আছিল প্ৰকৃতাৰ্থত জনপ্ৰিয় ঔপন্যাসিক। ডেকাদেৱৰ উপন্যাসত জীৱন সংগ্ৰাম প্ৰতিফলিত হোৱা নাছিল বুলি ক'ব নোৱাৰি। 'মাটিকাৰ' আৰু 'নতুন পথ' নামৰ উপন্যাসত ইয়াক বিশেষভাৱে প্ৰতিফলিত হোৱা দেখা যায়। ১৯৫৬ চনত প্ৰকাশ পোৱা 'মাটিকাৰ' উপন্যাসত ব্যক্তিগত সংগ্ৰামে ৰাজহুৱা সংগ্ৰামলৈ উত্তৰণ কৰে। ১৯৬০ চনৰ ভাষা আন্দোলনত এই পুথিখন নিষিদ্ধ ঘোষিত হৈছিল। এই নিষিদ্ধকৰণে অসমৰ জাতীয় সমস্যাৰ স্বৰূপ প্ৰকৃততে কি আৰু কেন্দ্ৰীয় চৰকাৰৰ এই সমস্যাৰ প্ৰতি দৃষ্টিভংগী কেনেধৰণৰ আছিল সেইটো স্পষ্ট কৰি দিছিল।

হিতেশ ডেকাদেৱৰ উপন্যাসত সমবায় আন্দোলনৰ প্ৰভাৱ পৰিছিল। এই আন্দোলনৰ মূল উদ্দেশ্য ৰুচ সাম্যবাদ। ষ্টেলিনে কৰা প্ৰথম পঞ্চবাৰ্ষিক (১৯২৭-২৮) পৰিকল্পনাত ছোভিয়েট গণৰাজ্যত বহু কৃষি আৰু উদ্যোগ পাম প্ৰতিষ্ঠিত হৈছিল। ইয়াৰ ফলত উদ্যোগজাত সামগ্ৰীৰ উৎপাদন দুই তিনিগুন বৃদ্ধি হৈছিল। হিতেশ ডেকাৰ লিখনিৰ ওপৰত এই প্ৰভাৱ সম্ভৱত পণ্ডিত কৌঁহিৰাম দাসদেৱে পেলাইছিল। দাসদেৱৰ জাৰ তান্ত্ৰিক ৰাছিয়াৰ ছোভিয়েট তান্ত্ৰিক গণৰাজ্যলৈ পৰিবৰ্তনৰ ইতিহাসৰ অধ্যয়ন গভীৰ আছিল। তাৰোপৰি হিতেশ ডেকাৰ ঘৰ কৌঁহিৰাম দাসদেৱৰ ঘৰৰ ওচৰতে

আছিল। কৌঁহিৰাম দাসদেৱে কাঁহশিল্পক মহাজনৰ শোষণৰ পৰা ৰক্ষা কৰাৰ অৰ্থে ১৯৩৩ চনতে 'অসম সমবায় কঁহাৰ সংঘ' স্থাপন কৰে। তেতিয়া পঞ্জীয়ন আইন নথকাত ১৯৩৮ চনতহে পঞ্জীয়ন কৰা হয়। আজিলৈকে এই সমবায়ে কাঁহশিল্পটোৰ ৰক্ষা কবচ হৈ আছে।

ডেকাদেৱৰ উপন্যাসত বিশেষকৈ "মাটিকাৰ" আৰু "নতুন পথ"ত সমবায় আন্দোলনে মুখ্যস্থান অধিকাৰ কৰিছে। অসমৰ ৰক্ষা আৰু উন্নয়নৰ এইটোৱে নতুন আদৰ্শৰ পথ ৰূপে এই দুখন পুথিত প্ৰতিফলন হৈছে।

অসম সাহিত্যসভাৰ একষষ্ঠীতম্ সৰ্থেবাৰী অধিবেশনৰ হিতেশ ডেকা সভাপতি নিৰ্বাচিত হৈছিল। মই সেই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ দুজন কাৰ্যকৰী সভাপতিৰ ভিতৰৰ এজন আছিলোঁ। টিহু অধিবেশনৰ সংস্কৃতি শাখাৰ দুজন সম্পাদকৰো এজন আছিলোঁ। অভ্যৰ্থনা কমিটিৰ কাম তেতিয়াতকৈ বৰ্তমান বহু কঠিন। বিষয়ববীয়া আৰু স্থান নিৰ্বাচনক লৈ সৃষ্টি হোৱা সমস্যাৰ কম-বেছি পৰিমাণে সকলো অভ্যৰ্থনা সমিতিয়ে সন্মুখীন হ'ব লগা হয়। শেষত মুখ্যমন্ত্ৰীক নিমন্ত্ৰণ জনোৱাক্ লৈ অভ্যৰ্থনা সমিতিয়ে জুৰুলা হ'ব লগা হৈছিল। সাহিত্য সভাই নিমন্ত্ৰণ নজনালে অভ্যৰ্থনা সমিতিয়ে সাহায্যৰ পৰা বঞ্চিত হয়। কিন্তু স্থানীয় ৰাইজে অভ্যৰ্থনা সুকলমে হোৱাৰ উপৰি দুই এটা উন্নয়নমূলক কাম হোৱাটোও বিচাৰে। নিৰ্বাচিত হোৱাৰ পিচতে সভাপতিজনৰ মুখ্য কাম হয় অভিভাষণ লিখা। হিতেশ ডেকাদেৱেও ব্যস্ততাৰ মাজতে অভ্যৰ্থনা সমিতিক সুপথে চালিত হোৱাত সহায় কৰিছিল।

সাহিত্য সভাৰ দুবছৰ পিচত এখন বিয়ালৈ আহোতে তেওঁক লগ পাইছিলো। সৰ্থেবাৰীৰ সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিত মনে বিচৰা পদ নোপোৱা অসন্তুষ্ট হোৱা বহুজনে মোৰ বিৰুদ্ধে ষড়যন্ত্ৰমূলক বহুকথা লগাইছিল। কিন্তু মোৰ প্ৰতি থকা মনোভাব পৰিবৰ্তন হোৱা নাছিল। তেওঁৰ মোৰ প্ৰতি থকা পূৰ্বৰ ভাল ভাবৰ পৰিবৰ্তন নোহোৱাৰ কথা জানিব পাৰি সুখী হৈছিলো।

অঞ্চলটোৰ বাহিৰত থকা মানুহ আৰু বংশদ্ভোৱে সৰ্থেবাৰীৰ সভাৰ সময়ত গাওঁলৈ আহে। বছৰেকৰ মূৰত এবাৰ আপোনজনক লগ পোৱাৰ সুযোগ গ্ৰহণ কৰে। হিতেশ ডেকাদেৱৰো সভালৈ অহা বাদ পৰা নাছিল। জীৱনৰ শেষবাৰলৈ আহোতে মোৰ ঘৰলৈ আহিছিল। সেইবাৰে মোৰ ঘৰলৈ অহা প্ৰথম আৰু শেষ। মোক লগ পোৱা নাছিল। কিয় আহিছিল জানিব নোৱাৰিলো। ঘৰত খা-খবৰ লৈ মোৰ প্ৰবন্ধ প্ৰায়ে পাই থকাৰ কথা কৈছিল হেনো। অহাৰ কাৰণ জানিবলৈ উৎসুক হৈছিলো। ভাবিছিলো জালুবাৰীলৈ গৈ ঘৰতে লগ কৰি আহিম। কিন্তু ভবামতে নহ'ল। তাৰ আগেয়ে মোৰ অতি শ্ৰদ্ধাৰ ককাইদেৱে ইহ সংসাৰৰ পৰা বিদায় ললে। মোক বিচাৰি কিয় আহিছিল জানিব নোৱাৰাৰ বেদনা মোৰ চিৰ সহচৰী হৈ ৰ'ল।



# পূৰ্ণমানৱ হিতেশ ডেকা

তীৰ্থলোচন তামুলী

মানুহ নিজৰ কৰ্ম, শক্তি, জ্ঞান গৰিমা, বুদ্ধি প্ৰজ্ঞা, নীতি-নিষ্ঠতা, চিন্তা ভাৱনা, সামাজিকতা, মানৱ প্ৰেম, জাতি প্ৰেম, দেশ প্ৰেম আৰু চিন্তাৰ প্ৰকাশ, সাহিত্য-কৃতি আদিৰ গুণত দিশৰ লোক সমাজৰপৰা এক়োটি বিশিষ্ট পৰিচিতি লাভ কৰে। নিজৰ জীৱন আৰু চিন্তাক যিয়ে জীৱন কালতেই উচিতভাৱে ব্যৱহাৰ কৰি জীৱনৰ মাধুৰ্য বিকশিত কৰি উজ্বল জীৱনৰ চানেকি ৰাখি থৈ যাব পাৰিছে, তেঁৱেই এক়োটি বিশিষ্ট পৰিচিতিৰ অধিকাৰী হয়। হিতেশ ডেকাৰ জীৱনৰ গৰিমা পূৰ্ণ বিকাশও তেওঁৰ দ্বাৰাই স্ব কৰ্ম, জ্ঞান বুদ্ধি চিন্তা প্ৰকাশৰ মাধ্যমেৰেই হৈছে, ই স্বীকৃত।

অসমীয়া লেখকৰ ঐতিহ্য সু প্ৰাচীন আৰু মহান। সপ্ত শতিকাৰ ডাক, নৱম দশম শতিকাৰ মীননাথ, মচ্ছিন্দ্ৰ নাথ, সৰহপাদ, চতুৰ্দশ শতিকাৰ মাধৱ কন্দলি আদিৰ পৰা আৰম্ভ কৰি আজি একৈছ শতিকাৰ প্ৰাৰম্ভৰ সময়লৈকে আমাৰ এই মহান ঐতিহ্য সমৃদ্ধ। এই সু প্ৰাচীন মহান ঐতিহ্যৰ উত্তৰাধিকাৰ হিচাপে মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ ভট্টদেৱ, হেমচন্দ্ৰ বৰুৱা, গুনাভিৰাম বৰুৱা, পদ্মনাথ গোহাঁঞিবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা চন্দ্ৰকুমাৰ আগৰৱালা হেমচন্দ্ৰ গোস্বামী ৰজনীকান্ত বৰদলৈ, হিতেশ্বৰ বৰবৰুৱা, ড সূৰ্যকুমাৰ ভূঞা কনকলাল বৰুৱা, বেণুধৰ শৰ্মা, ড বিৰিঞ্চি কুমাৰ বৰুৱা অম্বিকাগিৰী ৰায়চৌধুৰী ৰঘুনাথ চৌধাৰী ডিম্বেশ্বৰ নেওগ, ড মহেশ্বৰ নেওগ, ড বাণীকান্ত কাকতি কালিৰাম মেধি, জ্যোতিপ্ৰসাদ আগৰৱালা বিষ্ণু ৰাভা, তীৰ্থনাথ শৰ্মা, সত্যেন্দ্ৰনাথ শৰ্মা, আব্দুল মালিক প্ৰভৃতি আৰু বহুজনৰ লগতে হিতেশ ডেকাৰ নামো উচ্চাৰিত হ'ব।

আধুনিক অসমৰ যিসকল সাহিত্যিকে যি যি মহান সৃষ্টিৰে অসমীয়া ভাষা সাহিত্যক সমৃদ্ধ কৰি জাতিৰ গৌৰৱ বঢ়াই গ'ল, সেই সৃষ্টিৰ বাবে ভাৰতবৰ্ষৰ সাহিত্য সংস্কৃতিৰ ইতিহাসত অসমীয়াৰ কৃতিত্বৰ গৌৰৱ সত্যনিষ্ঠ ঐতিহাসিকৰদ্বাৰা নিশ্চয় স্বীকৃত হ'ব। অসমীয়াৰ অস্তিত্বৰ প্ৰমাণ বল বিক্ৰম পৰাক্ৰম ধৰ্মনীতি বা ৰাজনীতিতেই নিহিত হৈ থকা নাই আমাৰ মহান সাহিত্যৰাজিয়েও অসমীয়া জাতিৰ অস্তিত্বৰ প্ৰমাণ দিব পাৰিছে। আমাৰ জাতীয় সমাজ ধৰ্ম সংস্কৃতিৰ মানসিক অস্তিত্বৰ প্ৰমাণ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ কৃত কৰ্মৰাজিয়ে সুন্দৰ ভাৱে দি গৈছে। আধুনিক অসমীয়া জাতিৰ প্ৰতিষ্ঠা আৰু বিকাশত তেওঁৰ কৃতিত্বৰ প্ৰভাৱ সৰ্বজন স্বীকৃত। তেওঁৰ কৃতিত্বৰ প্ৰেৰণা অসমীয়া সাহিত্যিক সকলৰ ভাণ্ডৰ সম্পদ। শংকৰ মাধৱ ভট্টদেৱ আদি মহাপুৰুষসৱৰ অমূল্য সম্পদৰাজিৰ জৰিয়তে লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা আৰম্ভ কৰি হিতেশ ডেকা আদিলৈকে অসমৰ মহান সাহিত্যিকসকলে আমাৰ জাতীয় সাহিত্য সংস্কৃতিৰ অস্তিত্ব অক্ষুণ্ণ ৰাখি অসমীয়া জাতিক বিশ্ব দৰবাৰত অধিষ্ঠিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰি গৈছে।

হিতেশ ডেকা এক সৰ্বগুণী মহান ব্যক্তি সত্তা। তেওঁ সৰ্বগুণী হ'লেও 'সৰ্বগুণাকাৰ' নহয়। অসমৰ মহান সন্তান একমাত্ৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱহে এই আখ্যাৰ অধিকাৰী। সৰ্বগুণাকৰ শংকৰদেৱে 'মহাপুৰুষ' আখ্যা পালেও 'সৰ্বগুণী' হিতেশ ডেকাক বঙালী সাহিত্যিক বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ক 'মহাপুৰুষ' আখ্যা দিয়াৰ নিচিনা আমি তেওঁক সেই আখ্যা দিব খোজা নাই। এই আখ্যা শংকৰদেৱক দিয়া হৈছিল – তেওঁ হয়তো অলৌকিক জ্ঞান আৰু শক্তিসম্পন্ন ঈশ্বৰ অংশে অৱতাৰী পুৰুষ বুলি। এনেকুৱা অসাধাৰণ গুণসম্পন্ন ব্যক্তি বিশেষকে আমি মহাপুৰুষ হিচাপে আৰোপিত কৰোঁ। কাৰণ সামগ্ৰিক অসমীয়া জাতিৰ জাতীয় ইতিহাসত শংকৰদেৱ এজন অবিনশ্বৰ কালজয়ী পুৰুষ।

আন্তৰ্জাতিক খ্যাতিসম্পন্ন প্ৰধানতম বাংলা লেখক প্ৰয়াত নীৰদচন্দ্ৰ চৌধুৰী (১৮৯৭-১৯৯৭) য়ে বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ক এজন অসাধাৰণ গুণসম্পন্ন ব্যক্তি বুলিয়েই 'মহাপুৰুষ' আখ্যা দিছিল।

মহাপুৰুষসকলৰ দৰে মৃত্যুয়ে হিতেশ ডেকাক আৰু মহান কৰিলে। মৃত্যুৰ পিছত বহুজনৰ বহু আখ্যাৰে তেওঁ গুণান্বিত হ'ল। বিশিষ্ট পণ্ডিত সাহিত্যিক শ্ৰীভৱপ্ৰসাদ চলিহাদেৱে প্ৰয়াত হিতেশ ডেকাক 'কৰ্মযোগী' ড° শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যদেৱে 'চিৰশ্ৰী', সাংবাদিক-সাহিত্যিক শ্ৰীকনকসেন ডেকাই 'যুক্তিবাদী', ড° শ্ৰীসত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে 'সুসাহিত্যিক', শ্ৰীদয়ানন্দ পাঠক ডাঙৰীয়াই 'জনগণৰ লেখক', ড° শ্ৰীভৃগুমোহন গোস্বামীয়ে 'কথা-সাহিত্যিক', হাফিজ আহমেদে 'মাটিৰ-মানুহ' শ্ৰীগোকুল ডেকাই 'অজেয় শক্তি', এম্. এম্. হুছেইন আহমেদে 'মানৱ দৰদী', শ্ৰীপখিলা কলিতাই 'গণবন্ধু', শ্ৰীমহেন্দ্ৰমোহন দাসে 'প্ৰবাদ পুৰুষ' আৰু শ্ৰীউৎপল ৰায়মেধিয়ে 'দেৱতুল্য পুৰুষ' আদি আখ্যাৰে বিভূষিত কৰি হিতেশ ডেকাদেৱক চিৰঞ্জিৱী পুৰুষ কৰি তুলিলে।

যিসকল চিন্তাবিদ বিশিষ্ট সাহিত্যিকে তেওঁলোকৰ শ্ৰদ্ধা-ভক্তিৰ মানসিক সুবাসৰ আলোকময় উজ্জ্বল সোণালী ৰহনেৰে বোলাই হিতেশ ডেকাক চিৰশ্ৰী মানৱদৰদী গণবন্ধু জনগণৰ লেখক সু-সাহিত্যিক অজেয় শক্তিৰ যুক্তিবাদী দেৱতুল্য প্ৰবাদ পুৰুষ মাটিৰ মানুহ হিচাপে বিভূষিত কৰিলে, সিয়েই তেওঁক ব্যক্তি সত্ত্বাৰ পূৰ্ণতাৰ উচ্চ শিখৰত অধিষ্ঠিত কৰি পূৰ্ণ মানৱৰ স্বৰ্ণ আসনত বহুৱালে।

হিতেশ ডেকাৰ জীৱন, এক বিচিত্ৰ জীৱন। তেওঁৰ পিতাক ৰবিৰাম ডেকাৰ ১৯১৭ চন মানত মৃত্যু হয়। তেওঁৰ অকাল বিয়োগত পৰিয়ালটোৱে দুৰ্দশাৰ অতল গৰ্ভত পৰি কক্‌বকাই থাকিব লগা হৈছিল। তেতিয়া ডেকাৰ বয়স ছয়-সাত বছৰ। শৈশৱ কাল। পৰিয়ালটোৰ নাজল নাথল অৱস্থাই তেওঁক বাৰুকৈ আক্ৰান্ত কৰিছিল। তেওঁৰ পিতৃৰ জীৱন্ত অৱস্থাত যি নোদোকা অৱস্থা তেওঁৰ আছিল, সি ক্ৰমে ক্ৰমে মৰহি যাব ধৰিছিল। জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় আহাৰ খিনি পৰিয়ালটোৱে পোৱা নাছিল। এসাজ কিবা প্ৰকাৰে মিলালে দ্বিতীয় সাজ মিলোৱা টান হৈ পৰিছিল। ককায়েক ঁথানপতি ডেকাও তেওঁতকৈ ছয় বছৰমানহে ডাঙৰ আছিল। পিতাকৰ মৃত্যুযে তেওঁকো বিপাঙত পেলাইছিল। তেওঁ কি কৰিব কি নকৰিব— একো উৱা-দিহ নোপোৱা হ'ল।

তেওঁলোকৰ এনেকুৱা পৰিস্থিতিত শিশু হিতেশ ডেকাৰ যি অৱস্থা হৈছিল, সেই কথা মনত পৰিলে, আজিও আমাৰ চকু সেমেকি উঠে। আযে কৈছিল— 'আজি হিতো দাদেৰ যি হিত্ হিত্ দেহ, সৰুতে তেনে নাছিল। দেখিলে বৰ দুখ লগা আছিল। হাত-ভৰি-ডিঙি শুকাই গৈছিল, সেই হিচাপে পেটটো ডাঙৰ হৈ ওলাই আহিছিল।' পিতাকৰ মৃত্যুৰ পিছতে তেওঁৰ অৱস্থাটো এনেকুৱা হৈছিল। কিন্তু মানুহৰ মৰম-চেনেহতে মৰহি যাব ধৰা হিতেশ ডেকা লাহে লাহে ঠন ধৰি উঠি সেউজ বুলিয়া হৈ লহপহকৈ বাঢ়িব ধৰিলে। হিতেশ ডেকাদেৱৰ ঘৰৰ কাষতে একেচ'তালতে এঘৰ বৰ দয়ালু পৰিয়াল আছিল। পৰিয়ালটোৰ মূল মানুহজন আছিল ঁৰাধাৰাম তামুলী। এখেত বৰ মৰমীয়াল আৰু দয়ালু লোক আছিল। ঁৰবিৰাম ডেকা আৰু ঁৰাধাৰাম তামুলী নিজৰ ভাই ককাই যেন আছিল। ৰবিৰাম ডেকাৰ মৃত্যুৰ পিছত ৰাধাৰাম তামুলী বৰ অকলশৰীয়া যেন হৈ পৰিল। তদুপৰি ৰবিৰাম ডেকাৰ পৰিয়ালটোৰ পানীত হাঁহ নচৰা যেন অৱস্থাই তেওঁক বৰ আঘাত দিছিল। পৰিয়ালটোক তেওঁ পাৰ্যমানে সহায় কৰাৰ উপৰি হিতেশ ডেকাক খোৱাৰ সময়ত প্ৰায়েই নিজৰ উপৰি হিতেশ ডেকাক খোৱাৰ সময়ত প্ৰায়েই নিজৰ ঘৰতেই খুৱাইছিল। ঁৰাধাৰাম তামুলীৰ ঘৈণীয়েকজনীও বৰ দয়ালু আৰু মৰমীয়াল গৃহিনী আছিল। তেৰোঁ হিতেশ ডেকাক পুত্ৰৰ দৰে মৰম কৰিছিল। এওঁলোকৰ যত্নতেই হিতেশ ডেকা লাহে লাহে সতেজ হৈ উঠিল। মানুহৰ মৰম-চেনেহত ডেকা, মানুহ হ'ল। তেওঁ মানুহক এৰিব নোৱাৰে। তেওঁ মানুহৰহে মানুহ। মানুহৰ আপ্‌ডালত তেওঁ যেনেকৈ মানুহ হ'ল; তেৰোঁ মানুহক আপ্‌ডাল কৰিব ধৰিলে। মানুহকে তেওঁ ৰূপায়িত কৰিব ধৰিলে বিভিন্ন ৰূপেৰে, তেওঁৰ চিন্তা-চিয়াঁহিৰ অন্তহীন প্ৰবাহেৰে।

তেওঁ লাহে লাহে আঠ-দহ বছৰ বয়সীয়া হ'ল। মাছ-পুঠি মাৰিব পৰা হ'ল। বন-খৰি কাটিব পৰা হ'ল। ঘৰৰ ওচৰৰে আলপা নদীলৈ মাছ মাৰিবলৈ যায়। হিৰাবডীলৈ বতা, খাগৰি, নল আদি কাটিবলৈ যায়। মাছ মাৰোঁতে, খৰি কাটোতে তামুলী চুপাৰ ঁৰামমোহন তামুলী(দৰ্জী), শ্ৰীমহাত্মা তামুলী, শ্ৰীচিদানন্দ তামুলী, ঁখগেন তামুলী, ঁপ্ৰাণকান্ত ডেকা, ঁঅনন্ত ডেকা, শ্ৰীবানপাল ডেকা, শ্ৰীকবিধৰ ডেকা (শিক্ষক), ঁপিতাম্বৰ তামুলী, ঁকৰুণা তামুলী, ঁঘণকান্ত তামুলী, ঁভবেন্দ্ৰ তামুলী, ঁউপেন তামুলী, চণ্ডীচৰণ তামুলী, ঁৰজনী তামুলী, ঁনন্দেশ্বৰ ডেকা, ঁলোহিত ডেকা, ঁমথুৰ ডেকা, শ্ৰীগম্ভীৰ ডেকা, শ্ৰীঅৰবিন্দ ডেকা, ঁহলধৰ তামুলী (কহাৰ) শ্ৰীহলধৰ তামুলী (গোঁসাই) আদি মনে প্ৰাণে মিলা সমনীয়া বন্ধুসকলক লগ পায়। কৃষ্ণই যেনেকৈ তেওঁৰ লগ সমনীয়া দাম সুদাম, শ্ৰীদাম, উদ্ধৱ প্ৰভৃতি বন্ধুসকলৰ লগত গোকুল-বৃন্দাবন মথুৰাত শৈশৱলীলা, কৈশোৰলীলা উপভোগ কৰিছিল, হিতেশ ডেকাইও উক্ত বন্ধুসকলৰ লগত তেওঁৰ কৈশোৰ কৰ্ম বৰ আনন্দেৰে সমাপন কৰি অতি আনন্দ উপভোগ কৰিছিল।

উক্ত বন্ধুবৰ্গৰ সু সঙ্গ লাভ কৰি ডেকাদেৱে নিজৰ ঘৰুৱা দুঃখ কষ্ট, অভাৱ অনাটনৰ কথা পাহৰি গ'ল আৰু তেওঁ বন্ধুসকলৰ লগত এনেভাৱে মিলি গ'ল যেন প্ৰতিজন বন্ধুৰ পৰিয়ালৰ তেৱোঁ এজন হৈ পৰিল। তামুলীচুপাৰ বন্ধুসকলৰ সঙ্গ আৰু তেওঁলোকৰ পৰিয়ালৰ জ্যেষ্ঠসকলৰ মৰম চেনেহে ডেকাক মানসিক ভাৱে আবদ্ধ কৰি ৰাখিলে।

বন্ধুসকলৰ সান্নিধ্যত হিতেশ ডেকাই নতুন জীৱনৰ সন্ধান পালে। ওপৰত উল্লেখ কৰা বন্ধু বান্ধৱসকলে দল বান্ধি স্কুললৈ যায়। সৰ্থেবাৰীৰ সম্ভাৰ খোলাৰ কাষৰ মজলীয়া বিদ্যালয়লৈ যায়। স্কুললৈ যোৱাৰ সময়ত তামুলীচুপাৰ বেছিভাগ ছাত্ৰ শ্ৰীচিদানন্দ মহাত্মা তামুলীহঁতৰ চোতালত জুম বান্ধে আৰু লগৰ ল'ৰাবোৰৰ সকলো আহি উপস্থিত হ'লে, সকলোৰে স্কুললৈ যাওনা হয়। ডেকাদেৱেও এওঁলোকৰ লগত এই স্কুল যাত্ৰাৰ নিয়মীয়া সংগী হৈ পৰে। স্কুললৈ যাওতে এওঁলোকৰ দলটোক নোচোৱা মানুহ নাই। কোনোৱে এওঁলোকৰ লগত দাঁত ওঠ লৰাবলৈ সাহস কৰা নাছিল। কোনোবাই কেতিয়াবা কিবা কাৰণত এওঁলোকৰ কোনোজনক কোনোৱে ধৰা বৰি কৰিব খুজিলে, এওঁলোকৰ আটায়ে উৰ্বুৰি খাই পৰে আৰু প্ৰতিপক্ষক এশিকনি দিহে এৰে। ইমানেই আছিল এওঁলোকৰ চাত। স্কুললৈ যাওঁতে ডেকাদেৱে নানা উপকথা কৈ দলটোক আমোদিত কৰিছিল। তেখেতও বন্ধুসকলৰ আগত কোৱাৰ বাবে নানা কথাৰ অৱতাৰণা কৰি বৰ ৰ পাইছিল।

ডেকাদেৱৰ লগত এই দলটোৰ অকল স্কুললৈ যাওতেই চাত নাছিল, খৰি কাটিবলৈ যাওঁতে, মাছ মাৰিবলৈ যাওতে, বল খেলিবলৈ যাওতে নাও খেলিবলৈ যাওতেও একেই চাত আছিল। দলটোৰ কোনোজনক এৰি তেওঁলোকে কোনো কাম কৰা নাছিল। হিৰাবড়া বিজাৰ্ভৰপৰা খৰি কাটি আহোতে এনেহে লাগে যেন তেওঁলোকে গোটেই হাবিখনকে তুলি আনিলে— এনেহে লাগে যেন ছেকছপিয়েৰৰ মেকবেথ্' নাটত উল্লেখ কৰা 'বিৰনাম হাবিখনহে উঠি আহিল। আল্পা নদী, কুমুৰি কটা নদী, তাভা কাপলা বৰবিলা-চিচাঁ-ৰৌমাৰি আদি বিললৈ মাছ মৰিবলৈ যাওঁতেও হিতেশ ডেকা সমন্বিতে এই দলটোৰ এৰা-এৰি নাই। ফুটবল খেলোঁতেও এওঁলোকৰ দলটোক কোনো দলেই পৰাস্ত কৰিব নোৱাৰিছিল। ফুটবল খেলোঁতে ডেকা আৰু মহাত্মা তামুলী প্ৰায়েই 'বেক' আছিল। প্ৰতিপক্ষক 'গোল' দিব নোৱাৰা যেন পালে, ডেকাদেৱে 'বেক'ৰ পৰা গৈ 'চেণ্টাৰ' খেলি 'গোল' দিহে এৰিছিল। তেখেতে 'ভলি' বলো খেলিছিল। বিহু আহিলে, বিহুৰ সময়ত ওজন-দলিওৱা, হাফ্লা দিয়া (Jump), দৌৰা আদি খেল খেলিও তেখেতে প্ৰতিযোগীসকলক পৰাস্ত কৰিহে এৰিছিল। এইদলটোৰ আন এজন বিশিষ্ট ফুটবল খেলুৱৈ আছিল তালুকদাৰ চুপাৰ শ্ৰীদেৱানন্দ তালুকদাৰ (দাইনা)। দাবোৰ চুপাৰ ঁগিৰিশচন্দ্ৰ ভূঁঞাও এওঁলোকৰ লগৰে এজন ভাল খেলুৱৈ আছিল।

নাওখেল সৰ্থেবাৰীৰ এটি বৰ আমোদজনক খেল আছিল। কুৰি শতিকাৰ তৃতীয় দশকৰপৰা

সপ্তম দশকলৈ সৰ্থেবাৰীত নাওখেলৰ বেচ পযোভৰ আছিল। আতাথেৰ চুপাৰ ঁভূৱনেশ্বৰ সদাগৰৰ খেল নাওৰপৰা আৰম্ভ কৰি ঁগোলক মিস্ত্ৰিৰ খেল নাওলৈকে অকল সৰ্থেবাৰীতেই ১২/১৪ খন বৰ খেল-নাও আছিল। নাওখেলত তামুলীচুপাৰ ডেকাসকল যিখন নাওত উঠিছিল, সিখন নাওক কোনোৱে পৰাস্ত কৰিব নোৱাৰিছিল। তামুলীচুপাৰ ডেকাসকলে বিশেষকৈ ঁপ্ৰাণহৰি ভঁড়ালী, ঁৰঘু মেধি আৰু ঁগোলক মিস্ত্ৰিৰ বৰ নাও কেখন খেলিছিল। এই নাও খেলত তেৰোঁ তামুলীচুপাৰ লগ-সমনীয়াৰ লগত সম্পূৰ্ণৰূপে অংশগ্ৰহণ কৰি বিজয় ধ্বজা উৰুৱাই নাওখেলৰ পুৰস্কাৰ 'চিল' লাভ কৰি নাওৰ মালিকৰ সন্মান বঢ়াইছিল। নাওখেলত ডেকাসকলৰ বিক্ৰম, পৰাক্ৰম অথবা পৰাভৱ দেখি আন নাও খেলুৱৈ বা বাইচাসকল স্তম্ভিত হৈছিল। দৰ্শকসকলেও এওঁলোকৰ বিজয়ত উৎফুল্লিত হৈ উঠিছিল।

এনেদৰে হিতেশ ডেকাই খৰি-কাটি, মাছ মাৰি, বল খেলি, নাওখেলি আলপা নদীত সাঁতুৰি নাদুৰি স্কুললৈ গৈ ১৯৪০ চনত সৰ্থেবাৰী মজলীয়া স্কুলৰ ষষ্ঠ শ্ৰেণীৰ শিক্ষান্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। মজলীয়া স্কুলৰ শেষ পৰীক্ষাত তেখেতে অসমীয়া বিষয়ত অসমৰ সকলো পৰীক্ষাৰ্থীৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল। এম, ভি পাছ কৰি ডেকাদেৱে ঘৰৰ পৰিস্থিতি চাই এজন প্ৰাইমেৰী স্কুলৰ শিক্ষক, মণ্ডল বা পুলিচ হব পাৰিলেহেঁতেন। কিন্তু ডেকা সিমানতে ক্ষান্ত থকা লোক নাছিল। তেওঁৰ মনৰ একান্ত হাউচ আছিল ইংৰাজী শিক্ষাৰে উচ্চ শিক্ষিত হোৱাৰ। ইতিমধ্যে সৰ্থেবাৰীৰ দুগৰাকী মহান ব্যক্তি ঁকোঁহিৰাম দাস আৰু হলীৰাম ডেকাই বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা লাভ কৰি সৰ্থেবাৰীলৈ সন্মান কঢ়িয়াই আনিছিল। এই দুগৰাকী মহান ব্যক্তিক আদৰ্শ হিচাপে মনতে লৈ ডেকাইও কলেজীয়া শিক্ষাৰ স্নাতক ডিগ্ৰী লবলৈ মনোনিৱেশ কৰিলে।

সৰ্থেবৰীয়া ৰাইজে ১৯৪০ চনত সৰ্থেবাৰী হাইস্কুল স্থাপন কৰে। এইখন হাইস্কুলতেই ডেকাই হাইস্কুলীয়া শিক্ষাৰ জীৱন পঞ্চম শ্ৰেণীৰ পৰা আৰম্ভ কৰে। ইতিমধ্যে দেশব্যাপী ১৯৪২ চনত ভাৰতবৰ্ষৰ পূৰ্ণস্বাধীনতাৰ দাবীত ইংৰাজৰ বিৰুদ্ধে 'ভাৰত ত্যাগ' আন্দোলনৰ জোঁৱাৰ উঠে। ১৯৪২ চনৰ আগষ্ট মাহৰ ৭ ৮ তাৰিখে বোম্বাইত (মুম্বাই) অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশনত ভাৰতৰ পূৰ্ণস্বাধীনতাৰ দাবী গৃহীত হয়। সেই দাবি মৰ্মে দেশত ব্যাপক গণ আন্দোলনৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু ইংৰাজ সকলৰ 'ভাৰত ত্যাগ' জোৰদাৰভাৱে দাবী কৰা হয়। গান্ধীজীৰ নেতৃত্বত এই আন্দোলন অহিংস আৰু নিৰস্ত্ৰ আছিল যদিও দেশবাসীৰ এই আন্দোলনৰ মূল লক্ষ্য আছিল 'দেশ উদ্ধাৰ কৰিম, নহ'লে মৰিম'। গোটেই দেশতেই এই আন্দোলন সৰ্বাত্মকভাৱে বিয়পিছিল। দেশৰ চুকে কোণে, গাঁৱে-ভূঁয়ে, নগৰে-চহৰে এই আন্দোলন বিয়পি পৰাত ভাৰতবাসী জিকাৰ খাই উঠিছিল। সৰ্থেবাৰীতো এই আন্দোলনৰ জোৱাৰ বাৰুকৈ উঠিছিল। সেই সময়ৰ সৰ্থেবাৰীৰ স্কুল কলেজৰ ছাত্ৰ ছাত্ৰীসকলে গণ আন্দোলনতে হাত উজান দিছিল। আন আন ছাত্ৰ বন্ধু সকলৰ লগত হিতেশ ডেকাইও স্কুল বৰ্জন কৰি আন্দোলনত যোগ দিয়ে। আমি তেতিয়া ৫/৬ বছৰ বয়সীয়া। আমাৰ ঘৰতে আমাৰ খুৰা শ্ৰীমহাত্মা তামুলী আৰু শ্ৰীচিদানন্দ তামুলী সমন্বিতে চুপাৰ আন আন ছাত্ৰসকলৰ লগত ডেকাদেৱে আন্দোলনৰ আখৰা কৰিছিল আৰু প্ৰায়েই ৰাতি ৰাতি সভা-সমিতিও কৰিছিল। তেওঁলোকে তেতিয়া প্ৰত্যেকেই একোডাল মকাল বাঁহৰ লাঠি কৰি লৈ লাঠি শিক্ষাৰো আযোজন কৰিছিল। সেই সময়ত ডেকাদেৱ সৰ্থেবাৰী ছাত্ৰ সন্মিলনৰো সম্পাদক আছিল আৰু ছাত্ৰ-বন্ধুসকলৰ সহযোগত সৰ্থেবাৰী বঙলা, ৰাষ্টা ঘাটৰ দলং আদি ভঙা কিছু অঘটন কামো কৰা বুলি শুনা যায়।

গোটেই দেশতে আন্দোলন তীব্ৰতৰ হ'ব ধৰাত ১৯৪২ চনৰ ৯ আগষ্টত ৰাতিপুৱাতেই জাতিৰ জনক মহাত্মা গান্ধী, বল্লভ ভাই পেটেল, জৱাহাৰলাল নেহৰু, আব্দুল কালাম-আজাদ প্ৰমুখ্যে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ নেতাসকলৰ লগত আন আন দেশ নেতাসকলকো গ্ৰেপ্তাৰ কৰি কংগ্ৰেছক বে-আইনী ঘোষণা কৰে। তেতিয়া কংগ্ৰেছ আৰু 'ভাৰত ত্যাগ-আন্দোলন' নেতৃত্ববিহীন হৈ পৰে।

কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰা খবৰ দেশত লগে লগে প্ৰচাৰ হ'ল। বিদেশী ইংৰাজসকলৰ বিৰুদ্ধে বিক্ষুব্ধ হৈ উঠিল। অহিংসাৰ আদৰ্শই জনসাধাৰণক বান্ধি ৰাখিবলৈ নোৱাৰিলে। দেশত হিংসাৰ দাবানল জ্বলি উঠাত দেশবাসী সশস্ত্ৰ প্ৰতিৰোধৰ প্ৰতি আগ্ৰহান্বিত হ'ল। এনেতে অসমত 'ভাৰত ত্যাগ আন্দোলন' আৰম্ভ হোৱাৰ আগে আগে কংগ্ৰেছৰ প্ৰায় সকলো নেতাকে গ্ৰেপ্তাৰ কৰে। উল্লিখিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বাই অধিবেশনৰপৰা উভতি আহি থকা অৱস্থাত লোকপ্ৰিয় গোপীনাথ বৰদলৈ আৰু ঁসিদ্ধিনাথ শৰ্মাদেৱক ধুবুৰীত গ্ৰেপ্তাৰ কৰে। এওঁলোকৰ পাছত অসমৰ অন্যান্য দেশ নেতাসকলকো গ্ৰেপ্তাৰ কৰি জেলত ভৰায়। অসমৰ নেতাসকল জেলত থাকিবলগীয়া হ'লেও, অসমত কিন্তু আন্দোলন বন্ধ নহ'ল। অসমৰ ৰাইজেই এই আন্দোলন তীব্ৰতৰ কৰি আগবঢ়াই নিছিল।

সৰ্থেবাৰীৰ ছাত্ৰসকলো কম নাছিল। তেওঁলোকৰ মানসিকতাৰ পৰা, তেওঁলোকৰ দেহৰপৰা ১৮৯৪ চনৰ সৰ্থেবাৰীৰ পানাগাঁওৰ টুপৰ ইংৰাজ চৰকাৰ বিৰোধী 'ৰাইজমেল'ৰ অনুভূতি আঁতৰা নাছিল। সেই অনুভূতিয়ে সৰ্থেবৰীয়া ডেকা ছাত্ৰসকলক ইংৰাজৰ বিৰুদ্ধে কৰা 'ভাৰত ত্যাগ' আন্দোলনত দেশৰ আন ঠাইৰ ডেকাসকলতকৈও বেছি উত্তেজিত কৰিছিল। হিতেশ ডেকা প্ৰমুখ্যে সৰ্থেবাৰীৰ কেবাজনো ছাত্ৰই এই আন্দোলনৰ নেতৃত্ব লৈছিল আৰু শেষলৈ তেওঁলোকে আত্ম গোপন কৰি থাকিবলগীয়া হৈছিল এনেকুৱা পৰিস্থিতিত ডেকাদেৱেও আত্মগোপন কৰি নিজ গাঁও সৰ্থেবাৰীৰ পৰা আঁতৰত থাকিবলগীয়া হৈছিল। এনেদৰে স্বাধীনতা সংগ্ৰামী হিতেশ ডেকাই অসমৰ গাঁৱে-ভূঁয়ে, হাবিয়ে জঙ্গলে, পাহাৰে কন্দৰে আত্মগোপন কৰি দেশৰ বিভিন্ন জন গোষ্ঠীৰ মাজত থাকিবলগীয়া হোৱাত অশেষ জাঁযাতু ভুগিবলগীয়া হৈছিল। এনেকুৱা পৰিস্থিতিত হিতেশ ডেকা প্ৰমুখ্যে সৰ্থেবাৰীৰ ছাত্ৰ সকলৰ শিক্ষা দীক্ষা আতালত উঠিল। বহুজনৰ জীৱন ব্যৰ্থ হৈ গ'ল। সেই সময়ৰ বহুজন ছাত্ৰই এম ভি পাছ কৰি মেট্ৰিক পাছ কৰিও স্বাধীন বৃত্তি বুলি কাঁহ কোবাবলৈকে ধৰিলে। বৰ দুখৰ কথা দেশ স্বাধীন হোৱাৰ পিছত দেশৰ মুক্তিৰ আন্দোলনত খেৰ-কুটা এডালো নিদিয়া বহু লোকে ৰাজনৈতিক নিৰ্যাতিতৰ পেঞ্চন ভোগ কৰি আছে, কিন্তু সৰ্থেবাৰীৰ সঁচা ৰাজনৈতিক নিৰ্যাতিত হিতেশ ডেকা, নবীন পাঠক, শ্ৰীমহাত্মা তামুলী, শ্ৰীচিদানন্দ তামুলী, যাদৱ ডেকা, শ্ৰীদেবানন্দ তালুকদাৰ, শ্ৰীমুকুন্দ বৰ্মণ, ঁদয়া বৰ্মন, ঁগিৰীশ ভূঞা, পৰ্বানন্দ ডেকা, শ্ৰীতৰণী ডেকা, ঁবানেশ্বৰ তালুকদাৰ শাহবল্লভ ডেকা, শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা, শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰী প্ৰমুখ্যে আৰু বহুজনৰ খবৰ স্বাধীন চৰকাৰে আজিলৈ লব পৰা নাই। অকল সেয়ে নহয় অসমৰ বিশিষ্ট শিক্ষাবিদ চন্দ্ৰকান্ত অভিধানৰ মুখ্য সংকলক হেমচন্দ্ৰ গোস্বামী/কোহিৰাম দাসদেৱে ১৯২১ চনৰ অসহযোগ আন্দোলনত জেলৰ ভাত খাই থকাতো স্বাধীন চৰকাৰে তেখেতক ৰাজনৈতিক নিৰ্যাতিত বুলি স্বীকৃতি দিব নোৱাৰিলে।

সমাজ সচেতন লেখক স্বদেশ অগ্নি শিখাৰ জ্যোতিৰে জ্যোতিষ্মান সাহিত্যিক পেঞ্চনাৰ শ্ৰীযুতপ্ৰসন্ন কুমাৰ ডেকাদেৱে '৪২ চনৰ গণ আন্দোলনৰ প্ৰভাৱে সৰ্থেবৰীয়া যুৱ-ছাত্ৰসমাজকে সেই সময়ত কেনেদৰে প্ৰভাৱান্বিত কৰিছিল, তাৰ এটি খণ্ড চিত্ৰ স্বভাৱ কবি ঁগদাধৰ তামুলীৰ দ্বিতীয়খন কবিতাৰ পুথি **'প্ৰগতিৰ ফুল'ৰ** মন্তব্য প্ৰসংগত এনেদৰে উল্লেখ কৰিছে—

> "শিল্প সাহিত্যৰ উপৰিও এওঁলোকৰ (ঁগদাধৰ তামুলী অহাৰ) ভিতৰ চোতালত বহা যুৱকসকলৰ আড্ডাত গাঁও সংগঠন, দেশ সেৱা আদিৰ বিষয়ে নানান আলোচনা বিলোচনা আদি হৈছিল। '৪২ ৰ গণ আন্দোলনত এওঁলোকৰ ভিতৰ চোতালত মাজ নিশা স্থানীয় ভলণ্টিয়াৰসকলে কৰা পিছদিনা কৰিবলগীয়া কামৰ আলোচনাত এদিন আমি নিজেও ছাত্ৰ-প্ৰতিনিধি হিচাপে যোগ দি পোৱা অনুপ্ৰেৰণাৰ স্মৃতি আমাৰ মনত যুগমীয়া হৈ ৰ'ব।"

শ্ৰীযুত ডেকাদেৱৰ কিতাপখনৰ মন্তব্য প্ৰসংগত আমাৰ ভিতৰ চোতালত বহা যুৱকসকলৰ আড্ডাত যোগ দিয়া যুৱকসকলৰ নাম অপ্ৰাসংগিক বুলি উল্লেখ নকৰিলেও, তাত যে হিতেশ ডেকা

প্ৰমুখ্যে আন যুৱকসকল নাছিল, এনে নহয়, তাত বহু কেইজন যুৱকৰ লগত হিতেশ ডেকাও আছিল। কাৰণ আমাৰ ঘৰত হোৱা যুৱকসকলৰ ৰাজনীতি, সমাজনীতি, খেল ধেমালি, অভিনয় আনকি 'লগভাত' আদি খোৱা কাৰ্যতো হিতেশ ডেকাদেৱ আমাৰ ঘৰখনৰ লগত বিশেষকৈ তেখেতৰ সমনীয়া বন্ধু আমাৰ খুৰা শ্ৰীমহাত্মা-শ্ৰীচিদানন্দ তামুলী আদিৰ লগত সম্পূৰ্ণৰূপে জড়িত হৈ থকা আমি দেখি আহিছোঁ।

ইতিমধ্যে '৪২ চনৰ গণ বিক্ষোভ লাহে লাহে স্তিমিত হ'ব ধৰিলে। এই আন্দোলনৰ ফলত দেশখনত শিক্ষা-দীক্ষা, ব্যৱসায়-বাণিজ্য, সমাজ জীৱন আদি সকলো দিশতে এক অভাৱনীয় পৰিস্থিতিয়ে দেখা দিলে। কৰ্মোদ্যমী যুৱকসকলৰ মনত কামৰ স্পৃহা নোহোৱা হ'ল। স্কুল কলেজত পঢ়া ছাত্ৰ ছাত্ৰীসকলে নীৰৱ হৈ পৰিল। বস্তুত ছাত্ৰই চিৰদিনৰ বাবে শিক্ষা সামৰিব লগা হ'ল। সৰ্থেবাৰীৰ ছাত্ৰ সকলৰ জীৱনতো এনে অৱস্থাৰ প্ৰভাৱ বাৰুকৈ পৰিছিল। তেনেকুৱা পৰিস্থিতিত কোন ক'লৈ গৈ কি কৰিছিল, তাৰ একো উবা দিহ নোহোৱা হৈছিল। হিতেশ ডেকাইও গদাধৰ সিংহই ৰাজঅত্যাচাৰৰ ভয়ত উজনি-নামনি, দিহিঙে দিপাঙে ঘূৰি ফুৰাৰ দৰে ইংৰাজ চৰকাৰৰ ভয়ত ঘূৰি ফুৰি শেষত ঘৰৰ ল'ৰা উপায় বুদ্ধি হেৰাই ঘৰমুৱা হৈ ঘৰলৈ আহিল। আহি দেখে যে আন্দোলনৰ আগতে ছাত্ৰসকলে যেনেদৰে আনন্দ-উৎসাহেৰে দলবান্ধি স্কুললৈ গৈছিল সেই পৰিস্থিতি নোহোৱা হ'ল। গাঁৱৰ আৰু চুবুৰীৰ যুৱক ছাত্ৰসকলে কামত ধৰিলে।

সৰ্থেবাৰীৰ যুৱক ছাত্ৰসকলৰ বাবে কামৰ সুযোগ আজিও আছে। আমাৰ কাঁহশিল্পটো আমাৰ বৰ ভাল কৰ্মস্থলী। কথাতে কয় 'সৰ্থেবৰীয়াৰ ধন (টকা) নিযাৰি মুৰত'। অৰ্থাৎ নিযাৰি মুৰত কাঁহ কোবাই কাঁহী-বাটি গঢ়ালেই ধন ওলায়। এই ব্যৱসায়টোৰ জৰিয়তে সৰ্থেবৰীয়াসকলে কোনো অভাৱ অনাটন নোহোৱাকৈ সুন্দৰকৈ পিন্ধি-উৰি, উৎসৱ পাৰ্বন বিহু আদি পালন কৰি এটি পৰিমাৰ্জিত মান বিশিষ্ট সুন্দৰ জীৱন যাপন কৰি থাকিব পাৰিছে। এই কাঁহ শিল্পটোৰ জড়িয়তে সৰ্থেবাৰীত এটি ভাল ব্যৱসায় চক্ৰও গঢ় লৈ উঠিছে। সেইবাবে ৪২ চনৰ আন্দোলনৰ সময়ৰ বহুত ছাত্ৰই শিক্ষক, মহৰি, মণ্ডল, চিপাহী চন্তৰী আদি হোৱাৰ বাবে উপযুক্ত শিক্ষা দীক্ষা পোৱা সত্বেও কাঁহ শিল্প তথা আনুষংগিক বিভিন্ন ব্যৱসায় কৰিবলৈ লৈছিল। হিতেশ ডেকাই ঘৰলৈ আহি কৰ্মহীনভাৱে বহি নাথাকিল। কঁহাৰসকলৰ বাবে প্ৰয়োজনীয় চিৰিচ বাৰত, বেটি (অ'), এভাৰ আদিৰ ব্যৱসায় কৰিবলৈ লয়। এনেদৰে ব্যৱসায় কৰি তেখেতে সুন্দৰভাৱে জীৱিকা নিৰ্বাহ কৰিব পাৰিছিল। কাঁহ শিল্পৰ ব্যৱসায় কৰি হিতেশ ডেকা আজি হয়তো এগৰাকী আঢ্যৱন্ত ব্যৱসায়ী হ'ব পাৰিলেহেঁতেন, কিন্তু তেখেতৰ মনৰ শিক্ষা লাভৰ প্ৰতি থকা অদম্য স্পৃহাৰ প্ৰশমিত কৰিব পৰা নাছিল। তেখেতে মজলীয়া বিদ্যালয়ত হাইস্কুলৰ মজলীয়া শাখাতকৈ অংক, সাহিত্য, জ্যামিতি পৰিমিতি, ভূগোল আদি বিষয়ৰ বিশেষ শিক্ষা লাভ কৰাৰ বাবে মাত্ৰ ইংৰাজী বিষয়টো জোৰকৈ পঢ়ি ১৯৪৬ চন মানত এম্ ই-পৰীক্ষাত উত্তীৰ্ণ হৈ হাইস্কুলত প্ৰৱেশ কৰি ১৯৪৮ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

হাইস্কুলত পঢ়ি থাকোতেই তেখেতে এভাৰ আদিৰ ব্যৱসায় কৰাৰ উপৰি সৰ্থেবাৰীৰ স্বনামধন্য হোমিও চিকিৎসক ড' যাদৱ চন্দ্ৰ ডেকাৰ ফাৰ্মাচীত ঔষধ দিয়া কামো কৰিছিল। ডেকাদেৱে সৰুৰে পৰা সৰ্থেবাৰী তামুলীচুপাৰ অগ্ৰজ যুৱকসকলৰ অভিনয় কলা দেখি বৰ উৎসাহিত হৈছিল। তামুলীচুপাৰ অভিনয় কলাৰ স্বনাম ধন্য অগ্ৰণী পুৰুষ আছিল চেনীৰাম বায়ন। তেখেতে অংকীয়া নাটৰ আৰ্হিত ৰাধাৰ কলংক মোচন, ৰুক্মিণী হৰণ, পাঁচতি, ভীমৰ দৰ্প চূৰ্ণ প্ৰভৃতি কেবাখনো ধুৰানাট ৰচনা কৰি নিজে সূত্ৰধাৰ আৰু বায়ন হৈ অভিনয় প্ৰদৰ্শন কৰাই সৰ্থেবাৰী অঞ্চলৰ ৰাইজৰ অভিনয় কলাৰ আনন্দেৰে চমৎকৃত কৰি তুলিছিল।

ইয়াৰ পিছত সৰ্থেবাৰী তামুলীচুপাৰ যুৱক সকলক সংগঠিত কৰি অসমৰ অভিনয় জগতৰ বিপ্লৱী অভিনেতা ব্ৰজনাথ শৰ্মাদেৱে তেখেতৰ ভাতৃ কৃষ্ণনাথ শৰ্মাৰ লগত লগ লাগি 'ডায়মণ্ড

অপেৰা' নামৰ এটি নাট্য দল প্ৰতিষ্ঠা কৰি কেবাখনো নাট অভিনয় কৰি দৰ্শকক বিমোহিত কৰি সুনাম অৰ্জন কৰিছিল। 'ডায়মণ্ড অপেৰা'ৰ অভিনেতা সকল আছিল— ˚জলতিমোহন তামুলী, গোলাপ চন্দ্ৰ তামুলী, গৰ্গৰাম তামুলী, ˚চিকন তামুলী, কেশৱ চন্দ্ৰ তামুলী, ˚সদানন্দ তামুলী, ˚গদাধৰ তামুলী, ˚বিদ্যুত ৰাম তামুলী, ˚ৰমেশ দাস, ˚হৰিচৰণ তামুলী, ˚প্ৰতাপ তামুলী, ˚গজেন্দ্ৰ নাথ তামুলী, ˚হেমকান্ত তামুলী, ৰমাকান্ত ডেকা, ˚সীতাকান্ত ডেকা, ˚দেৱকান্ত ডেকা, ˚গোপীকান্ত ডেকা, ˚অম্বল চন্দ্ৰ ভুঞা, মাধৱ ডেকা, ˚সৰ্বেশ্বৰ ডেকা (প্ৰঃ শিঃ), প্ৰভৃতি অভিনয়প্ৰেমী সেই সময়ৰ যুৱক সকল।

উক্ত অগ্ৰজসকলৰ অভিনয় দেখি ˚হিতেশ ডেকাই সকৰেপৰা অভিনয় কৰাৰ অদম্য স্পৃহা মনতে পোষণ কৰি ৰাখিছিল। ফলস্বৰূপে তেখেতে হাইস্কুলীয়া ছাত্ৰ হৈ থাকোঁতেই তেখেতৰ অভিনয় স্পৃহা পূৰণৰ সুযোগ পালে। জেঠা জলতিমোহন তামুলীয়ে ১৯৪৬ চনমানত ˚হিতেশ ডেকাৰ সমনীয়া নিজৰ চুপাৰ যুৱকসকলক লৈ 'নৱজাগৰণ ব শীবদন সেবক পাৰ্টী' নামৰ এটি নাট্য দল গঢ়ে। এই নাট্যদলৰ অভিনেতা সকল আছিল ডেকাদেৱ প্ৰমুখ্যে আগতে উল্লেখ কৰা তেওঁৰ সমনীয়া স্কুলীয়া বন্ধুসকল। তদুপৰি এওঁলোকৰ লগত আছিল পিপলিবাৰীৰ প্ৰখ্যাত শিল্পী ˚ৰামমোহন ওস্তাদ, পিছলৈ নাৰী চৰিত্ৰৰ অভিনয়েৰে দৰ্শকক বিমুগ্ধ কৰা চিনাদাৰ শ্ৰীভুবনেশ্বৰ ঠাকুৰীয়া প্ৰভৃতি শিল্পীসকল। এই নাট্যদলটোৱে কেবাখন পাঁচঅংকীয়া অনুবাদ নাটৰ অভিনয় কৰিছিল। নাটসমূহ বঙালী ভাষাৰপৰা অনুবাদ কৰিছিল, আমুখোৱাৰ পৰা গৈ নিত্যানন্দৰ ওচৰত স্থায়ীভাৱে বসতি কৰি থকা সুশিক্ষক শিৱনাথ ডেকাদেৱে। অভিনীত নাটসমূহ আছিল **'দানৱ দলন বা দুৰ্গামাসুৰ', 'আত্মাহুতি', 'গন্ধেশ্বৰী'** প্ৰভৃতি। দুৰ্গামাসুৰ নাটখনৰ মুখ্যচৰিত্ৰ 'দুৰ্গামাসুৰ'ৰেই চৰিত্ৰ ডেকাদেৱে সুন্দৰভাৱে নিখুঁত অভিনয় কলা কৌশলেৰে ৰূপায়ণ কৰি দৰ্শকৰ মন জয় কৰি প্ৰশংসা লাভ কৰি কৃতিত্ব অৰ্জন কৰিব পাৰিছিল। এইখন নাটকতে প্ৰতিপক্ষৰ মুখ্য চৰিত্ৰ স্বৰ্গৰ ৰজা ইন্দ্ৰৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল শ্ৰীমহাত্মাৰাম তামুলী। ইন্দ্ৰ ৰজাৰ যুৱৰাজৰ ভাওঁ লৈছিল শ্ৰীতামুলীৰে ককায়েক শ্ৰীচিদানন্দ তামুলীদেৱে। এই নাটখনতে মহাদেৱৰ ভাওঁ ৰূপায়ণ কৰিছিল প্ৰখ্যাত কৈহাৰ হলধৰ তামুলীয়ে। তামুলীদেৱক সাইলাখ মহাদেৱ যেন লাগিছিল। মহাদেৱৰ অনুচৰ নান্দ ভৃংগিৰ ভাওৰ হুবহু অভিনয় কৰিছিল ˚চণ্ডীচৰণ তামুলীদেৱে। শ্ৰীঅৰবিন্দ ডেকাইও মহাদেৱৰ অনুচৰ হিচাপে বেচ সুন্দৰ ভাও প্ৰদৰ্শন কৰিছিল। প্ৰাণকান্ত ডেকাদেৱে কৃষ্ণৰ ভাওত অৱতীৰ্ণ হৈ হুবহু কৃষ্ণ হৈ নিখুঁত অভিনয় প্ৰদৰ্শন কৰিছিল।

হিতেশ ডেকাদেৱৰ অভিনয় কৃতিত্বৰ কথা সেই সময়ৰ সৰ্থেবাৰী অঞ্চলৰ মানুহে আজিও নোকোৱাকৈ থাকিব নোৱাৰে। তেওঁলোকৰ যাত্ৰা দলটোৱে সৰ্থেবাৰীৰ উপৰি নলবাৰী, গোৰেশ্বৰ, টংলা, ক্ষেত্ৰী, মঙলদৈ আদি সেই সময়ৰ কামৰূপ দৰং আদি জিলাৰ বিভিন্ন ঠাইত অভিনয় প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰিব পাৰিছিল। নলবাৰী গোৰেশ্বৰ, মঙলদৈত দুৰ্গামাসুৰ নাটৰ অভিনয় দেখি দৰ্শক কাঁহপৰি জিন গৈছিল।

হিতেশ ডেকাই প্ৰৱেশিকা পৰীক্ষা পাছ কৰাৰ আগে আগে সৰ্থেবাৰীৰ সু-সন্তান বিশিষ্ট দাৰ্শনিক পণ্ডিত মনীষী ˚কোহিৰাম দাসদেৱক লগ পায়। নিজৰ ঘৰৰ কাষৰে ˚দাসদেৱক পাই ˚হিতেশ ডেকা বৰ উপকৃত হৈছিল। শিক্ষাবিদ দাসদেৱৰ সহায়ত প্ৰৱেশিকা পাঠ্যক্ৰমৰ ইংৰাজী, গণিত, ভূগোল, বুৰঞ্জী, সংস্কৃত, অসমীয়া আদি বিষয় আয়ত্ত কৰি অনায়াসে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিছিল। ডেকাদেৱৰ লগত সহযোগী শিক্ষাৰ্থী হিচাপে শিক্ষা গ্ৰহণ কৰা আন দুজন শিক্ষাৰ্থী আছিল বজালী মহাবিদ্যালয়ৰ উপাধ্যক্ষ প্ৰয়াত অনন্ত তালুকদাৰ আৰু ˚খগেন ডেকা। ডেকাদেৱে তেখেতৰ সহজ-সৰল জীৱন যাপন আৰু মেধা শক্তি দেখি তবধ মানিছিল। আৰু তেখেতক এজন আদৰ্শ পুৰুষ হিচাপে মান্য কৰিছিল। হিতেশ ডেকাদেৱৰ দ্বিতীয়খন উপন্যাস **'আজিৰ মানুহ'** খনৰ প্ৰথম সংস্কৰণত ˚কোহিৰাম দাসদেৱৰ এটি 'গুৰুত্বপূৰ্ণ মন্তব্য প্ৰকাশ কৰা হৈছিল। ˚তালুকদাৰদেৱেও ˚দাসদেৱৰ জীৱনৰ আদৰ্শতেই দৰ্শন শাস্ত্ৰৰ এম.এ ডিগ্ৰী লাভ কৰিছিল। তেখেত দৰ্শন শাস্ত্ৰৰ এগৰাকী অবিসম্বাদী

অধ্যাপক আছিল।

শিক্ষক হিচাপে ডেকাদেৱ, কৃতী শিক্ষক আছিল। সৰ্থেবাৰী হাইস্কুলত শিক্ষকতা কৰা সময়ত ১৯৫৫ চন মানত আমি ৭ম-৮ম শ্ৰেণীৰ ছাত্ৰ। তেখেতে আমাক অসমীয়া আৰু বুৰঞ্জী বিষয় শিকাইছিল। তেখেতে সাৱলীল কথন ভংগিৰে বিষয় বস্তুৰ অন্তৰ্নিহিত ভাৱ এনে সুন্দৰ ভাৱে প্ৰকাশ কৰি বুজাইছিল যে তাক আমি আজিও পাহৰিব পৰা নাই। তদুপৰি শ্ৰেণীকোঠাত বিষয়বস্তু আলোচনা প্ৰসংগত তেখেতৰ বাক্-চাতুৰ্যেৰে ভৰা বিভিন্ন প্ৰাসংগিক কথাৰে আমাক এনেভাৱে মুগ্ধ কৰিছিল যে তেতিয়া আমাৰ মনলৈ কোনো বিসদৃশভাব আহিব নোৱাৰিছিল।

সৰ্থেবাৰীত থকা সময়ত হিতেশ ডেকা যে অকল খেলা ধূলা, অভিনয় কৰা, শিক্ষকতা কৰা কামতে জড়িত আছিল, এনে নহয়, তেখেত সৰ্থেবাৰীৰ সমাজ জীৱনৰো এজন বিশিষ্ট কৰ্মী আছিল। সৰ্থেবাৰীৰ ৰাষ্টা-ঘাটকে ধৰি সামগ্ৰিক উন্নয়নৰ বাবে 'সৰ্থেবাৰী পৰিচালনা সমিতি' নামৰ এটি অনুষ্ঠান আছে। ১৯৫৬ চনত তেখেত এই অনুষ্ঠানটোৰ প্ৰধান সম্পাদকৰ দায়িত্ব পালন কৰি বহু উন্নয়নমূলক কাম কৰিছিল। সৰ্থেবাৰী পৰিচালক সমিতিৰ সম্পাদক সভাপতি সৰ্থেবাৰীৰ গণ্যমান্য লোকসকলেই হয়। এতিয়া এই অনুষ্ঠানটো 'সৰ্থেবাৰী উন্নয়ন সমিতি' হিচাপে অভিহিত হৈছে।

সৰ্থেবাৰীৰ কেগৰাকীমান বিশিষ্ট ব্যক্তিয়ে এটি বৰ ভাল অনুষ্ঠান গঢ়িছিল। সেই অনুষ্ঠানটো আছিল 'চানেকি প্ৰতিষ্ঠান'। 'চানেকি প্ৰতিষ্ঠান' আছিল সমগ্ৰ সৰ্থেবাৰী অঞ্চলৰ এটি বিশিষ্ট কিতাপ পত্ৰ বিক্ৰি কেন্দ্ৰ আৰু প্ৰকাশন প্ৰতিষ্ঠান। এই প্ৰতিষ্ঠানটোৰ অংশীদাৰসকল আছিল হেড পণ্ডিত ˚হৰিচৰন তালুকদাৰদেৱ, সমাজ কৰ্মী, শিক্ষক লোহিতচন্দ্ৰ ডেকাদেৱ সৰ্থেবাৰী হাইস্কুলৰ বিশিষ্ট প্ৰধান শিক্ষক ˚চন্দ্ৰমোহন শৰ্মাদেৱ আৰু আনগৰাকী আছিল শিক্ষাবিদ ঔপন্যাসিক হিতেশ ডেকাদেৱ। এই অনুষ্ঠানটোৱে অঞ্চলটোৰ ছাত্ৰ ছাত্ৰীৰ কিতাপ পত্ৰ আদি যোগান ধৰাৰ উপৰি ই এটি বেচৰকাৰী শিক্ষা প্ৰতিষ্ঠান যেন আছিল। এই অনুষ্ঠানটোৰ যোগেদি সৰ্থেবাৰীৰ মানুহে দিনৰ বাতৰিকাকত দিনে পোৱা হ'ল। আগতে ডাকযোগে লোৱাৰ বাবে পঢ়ুৱৈসকলে দৈনিক বাতৰি কাকত এদিন পিছতহে পাইছিল। অনুষ্ঠানটোৱে অসমত প্ৰকশ হোৱা দৈনিক, সাপ্তাহিক, তিনিদিনীয়া, অসমীয়া ইংৰাজী বাতৰি কাকত যোগান ধৰাৰ উপৰি আলোচনী— ৰামধেনু, আমাৰ প্ৰতিনিধি, বিস্ময় আদিৰ উপৰি সৰ্বভাৰতীয় ইংৰাজী আলোচনী 'কেৰিয়াৰ কোৰ্চেজ', 'কাৰেণ্ট ইভেণ্টচ' আদি আলোচনী পঢ়ুৱৈ সমাজক দি সৰ্থেবাৰীত পঢ়ুৱৈ সমাজ গঢ়ি শিক্ষা সংস্কৃতিৰ আধুনিক পৰিৱেশ এটি সৃষ্টি কৰিছিল। 'চানেকি প্ৰতিষ্ঠান'ৰ কৰ্মচাৰী ˚গোবৰ্দ্ধন চৌধুৰীদেৱে নিষ্ঠাৰে অনুষ্ঠানটো পৰিচালনা কৰিছিল। এই অনুষ্ঠানটোৱে অকল পঢ়ুৱৈ সমাজকেই সৃষ্টি কৰা নাছিল, কেবাজন সাহিত্যিককো গঢ়িছিল। ইয়েই প্ৰকাশ কৰিছিল ˚হৰিচৰন তালুকদাৰৰ **'চানেকি ধাৰাপাত'**, শ্ৰীভূপেন চৌধুৰীদেৱৰ **'ধুনীয়া ল'ৰা-ছোৱালী'** শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাৰ **'জীৱন জেউতি'** আৰু তেখেতৰ অক্ষয়কীৰ্ত্তি **'প্ৰিয়তমাসু'** পত্ৰধৰ্মী উপন্যাসখন। এই **অনুষ্ঠানটোৰ সৰ্বোপৰি উল্লেখযোগ্য প্ৰকাশন** আছিল ˚হিতেশ ডেকাদেৱৰ **'মাটিকাৰ?'**— যি **'মাটিকাৰে'** **পশ্চিমবঙ্গৰ চিন্তাবিদ, সাহিত্যিক, বাতৰি কাকতক ১৯৬০ চনতে তোলপাৰ লগাই অস্থিৰ কৰি তুলিছিল। 'মাটিকাৰ?'— উপন্যাসখন হিতেশ ডেকাদেৱৰ ব্যক্তি সত্বাৰ উজ্জ্বল চানেকি। আমাৰ ১৯৬০ চনৰ ৰাজ্যভাষা আন্দোলনৰ চেলু লৈ হিতেশ ডেকাৰ 'মাটিকাৰ?'ক আশ্ৰয় কৰি বঙ্গ সম্প্ৰসাৰণবাদ আৰু সংকীৰ্ণ প্ৰাদেশিকতাবাদৰ ধ্বজাধাৰী 'যুগান্তৰ', 'আনন্দ বজাৰ পত্ৰিকা' আদি বাতৰি কাকতে আৰু অলপ ধতুৱা বঙালী চিন্তাবিদ কিছুমানে অসমত এটি প্ৰতিবিপ্লৱৰ সৃষ্টি কৰি অসমক খণ্ড-বিখণ্ড কৰি ৰাজনৈতিক, ভাষিক, আৰ্থিক আৰু সামাজিক সুযোগ লবলৈ অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু অসমৰ বুদ্ধিজীৱিসকলৰ আগত ঠাৱৰিব নোৱাৰি বঙালী কু-চক্ৰীসকল শৰাইঘাটৰ ৰণত মোগল ছিটিকা দি ছিটিকি গ'ল। তদুপৰি ডেকাদেৱে বঙালীসকলৰ প্ৰতিবিপ্লৱৰ বিৰুদ্ধে পশ্চিমবংগত 'মাটিকাৰ?' পুস্তিকাখনেৰে যি ৰণহুংকাৰ দিলে, তাত মানৱতাবাদী কোনো সৎ বঙালীয়ে মনে মনে**

নাথাকি নোৱাৰে। ডেকাদেৱে পুস্তিকাখনেৰে যি বুদ্ধিনিষ্ঠতা, বাক পটুতা, যুক্তি নিষ্ঠতাৰ অমোঘ বাণী দেশবাসীৰ মাজত নির্ভয়ে প্রকাশ কৰিলে, সিয়েই সৰ্থেবৰীয়া ডেকাৰ শক্তি-দর্শন প্রতিষ্ঠা কৰি সর্থেবৰীয়া যুৱকৰ শক্তি সত্বাৰ উজ্জ্বল নিদর্শন দাঙি ধৰি অসমীয়া ডেকাসকললৈ মনোবলৰ জৰিয়তে দেশ প্রেম, জাতি-প্রেম আৰু ভাষা প্ৰেমৰ অপূর্ব চানেকি থৈ গ'ল।

**'মাটিকাৰ?'** ডেকাদেৱৰ সাধনা লব্ধ উপন্যাস। এই উপন্যাসখন লেখোঁতে তেখেতে এক কঠোৰ ব্ৰত পালন কৰিছিল। উপন্যাসখন সম্পূর্ণ নোহোৱা পর্যন্ত তেখেতে লেখা ঠাইৰপৰা বাহিৰ হোৱা নাছিল। তদুপৰি মৌন ব্ৰত পালন কৰিছিল। শৌচকৰা-গাধোৱা সময়খিনিত বাহিৰে বাহিৰ ওলোৱা নাছিল। আল্লানদীৰ পাৰলৈ শৌচ কৰিবলৈ যাওঁতেহে মানুহে তেখেতক দেখা পাইছিল। বাকী চাহ ভাত খোৱা সময়ত মাক আৰু বোৱাৰীয়েকে সময়মতে যোগান ধৰিছিল। কোনোবা মানুহে তেখেতক বিশেষ কামত লগ ধৰিব খুজিলে, উদ্দেশ্য আৰু কাৰণ কাকতত লেখি দিব লাগিছিল আৰু তেখেতেও সেইমতে লেখিহে কথাৰ উত্তৰ দিছিল। **'মাটিকাৰ?'** উপন্যাসখন প্ৰথমে ডেকাদেৱে 'নাটক' আকাৰে লেখিছিল। পিছে 'চানেকি প্রতিষ্ঠান'ৰ মুখ্য পৰিচালক, শিক্ষক লোহিত চন্দ্ৰ ডেকাদেৱৰ পৰামর্শ মতেহে উপন্যাস আকাৰে প্ৰথমে 'চানেকি প্রতিষ্ঠানে'ই প্ৰকাশ কৰে।

ডেকাদেৱে জালুকবাৰী গাড়ীগাঁৱত নিগাজিকৈ থাকিবলৈ লোৱাতো জন্মভূমি সর্থেবাৰী আৰু নিজ ঘৰখন কোনো দিন এৰা নাছিল। সদায় উৎসৱে আত্মীয় স্বজনৰ বিয়া বিহুলৈ প্ৰায়েই আহিছিল। সর্থেবাৰীৰ ঘৰত ˚মাক আৰু ককায়েক ˚থানপতি ডেকা সপৰিয়ালে আছিল। কাঁহ কোবাওঁতে ককায়েকে কষ্ট পোৱা দেখি সর্থেবাৰীৰ পৰা প্ৰায় ৬/৭ কিলোমিটাৰ দূৰৰ মালজানাৰ পাৰত ১০/১২ বিঘা মাটি কিনি দি গৰু বাচুৰ কৰি দি এখন পাম কৰি দিছিল। পামত আহু আৰু বাওঁ ধানৰ খেতি কৰিছিল। ডেকাদেৱে ঘৰলৈ আহিলে নিজেও হালবাই মাটি চাহ কৰাই ককায়েকক সহায় কৰিছিল। পথাৰতে এটি ডাঙৰ পুখুৰী খান্দি দিছিল, যাতে ককায়েকে খালত সোমোৱা বাহিৰা মাছ, মাছমৰিয়াৰ ওচৰত বিক্ৰী কৰিও ধন ঘটি ঘৰখন চলাব পাৰে। তদুপৰি তেখেতে এপাল ম'হ কিনিও ককায়েকক দিছিল। এই ম'হৰ পালটোও মালজানাৰ পামতে ৰাখিছিল। এই সকলোবোৰ কৰি দিয়া সত্বেও, ˚থানপতি ডেকাই একোতেই আগবাঢ়িব নোৱাৰিলে, বৰং বছৰে বছৰে লোকচানহে হৈছিল। তেনে অৱস্থাত ডেকাদেৱে কেতিয়াবা কথা প্ৰসংগত আমাক কৈছিল —

> 'ই (ককায়েকে) মোৰ কাৰণে শেহত কিছুমান শূন্যহে এৰি গ'ল। কিন্তু সি এৰি যোৱা শূণ্যবোৰ মোৰ সংখ্যাৰ সোঁহাতে বহুৱাই অলেখ ধন ঘটি ককাই দি যোৱা শূণ্যবোৰেৰেই তেওঁক সুৱৰি থাকিম'।

ভতিজা শ্রীমান তৰুণ ডেকাদেৱৰ পুত্ৰ স্বৰূপে হৈ আছে আৰু শ্রীমান উমেশ আৰুযোগেশেও নিজৰ ভাই যেন দেখি পিতৃ গৃহতে ৰাখিছে। ১৯৭০ চনত ˚থানপতি ডেকাদেৱে এটি চাৰিফুটমান ওখ আঁহতৰ পুলি সর্থেবাৰী তামুলীচুপাৰ প্ৰাথমিক বিদ্যালয়ৰ ওচৰত ৰুবলৈ আনিছিল। পুলিটো মই ভালকৈ ৰুই দিছিলোঁ। এতিয়া সেই আঁহতজোপা প্ৰকাণ্ড মহীৰুহ হৈ উঠিছে। ৰ'দে-বতাহে মানুহৰ আশ্রয় স্থল হৈ পৰিছে। ইয়েই ˚থানপতি ডেকাৰ স্মৃতি ৰাখিব।

নিজৰ কাম কৰি, ঘৰৰ কাম কৰি, সমাজৰ কাম কৰি ডেকাদেৱে দেশৰো কাম কৰিবলৈ মন মেলিছিল। সেই উদ্দেশ্যে তেখেতে ১৯৬২ চনৰ লোক-সভাৰ নিৰ্বাচনত বৰপেটা সমষ্টিৰ অন্যতম এজন প্ৰাৰ্থী হিচাপে প্রতিদ্বন্দ্বিতা কৰিছিল। সেই প্ৰতিদ্বন্দ্বিতাৰ পৰিপ্ৰেক্ষিতত আমিও ব্যক্তিগত ভাৱে জড়িত হৈ পৰিছিলোঁ আৰু সমষ্টিৰ বিভিন্ন ঠাই ঘূৰি-ফুৰিব লগা হৈছিল। কিন্তু প্ৰতিদ্বন্দ্বিতাত জয়ী হ'ব নোৱাৰিলেও তেখেতে হতাশ হোৱা নাছিল। ১৯৭২ চনৰ শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষাক প্ৰবৰ্ত্তন কৰিবলৈ লোৱা আন্দোলনত ডেকাদেৱে উঠি-পৰি লাগিছিল। এই সময়তে তেখেতে

১৯৭২ চনৰপৰা ১৯৭৪ চনলৈ একেৰাহে তিনিবাৰলৈ সদৌ অসম হাইস্কুল শিক্ষক সংস্থাৰ উপ-সভাপতি হিচাপে নিৰ্বাচিত হৈ শিক্ষকসকলৰ নানা অসুবিধা দূৰীকৰণৰ কামত ব্ৰতী হৈছিল।

১৯৭৫ চনত তেখেত কামৰূপ সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হয়। কামৰূপ সাহিত্য সভাৰ জালুকবাৰী স্থিত কাৰ্যালয় ভৱনটো তেখেতৰ যত্নতেই হয়। কিন্তু ই তেখেতৰ ইচ্ছা অনুসৰি আজিলৈ পূৰ্ণ ৰূপ ল'ব পৰা নাই। ১৯৬৭ চনত ডেকাদেৱ অসম সাহিত্য সভাৰ উপ সভাপতি নিৰ্বাচিত হৈ সাহিত্য সভাক গতিশীল কৰাত তেখেতৰ অৱদান কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এই বছৰতেই তেখেত সদৌ অসম সাংস্কৃতিক সন্মিলনৰ উপদেষ্টা হিচাপেও নিৰ্বাচিত হয়। ১৯৮১ চনত তেখেত আকৌ দ্বিতীয়বাৰৰ বাবে অসম সাহিত্য সভাৰ উপ সভাপতি নিৰ্বাচিত হয়।

১৯৯৭ চনত সদৌ অসম ছাত্ৰ সংস্থাই সূচনা কৰা বিদেশী বিতাৰণ জাতীয় আন্দোলনত হিতেশ ডেকাই সম্পূৰ্ণৰূপে জড়িত হৈ পৰিছিল। এই আন্দোলনতে তেখেত পুলিছৰ অত্যাচাৰত জ্বালা কালা হৈছিল। অসমৰ জনতাৰ ঔপন্যাসিক মানব দৰদী হিতেশ ডেকাৰ নিচিনা ব্যক্তিক অসমৰ পুলিছে তেখেতৰ মুখত খুন্দিয়াই দাঁত দুপাৰি সৰুৱাইছিল। দাত গ'লেও, তেখেত সেইবোৰক কেৰেপ কৰা লোক নাছিল। অসমীয়াৰ এটা পৰম দুভাগ্য যে হক কথাত মাতি মাৰ খাব লাগে। মৰিব লাগে। স্বাধীনতাৰ পিছৰেপৰা ভাৰতীয় ৰাজনীতিৰ এই মহা ব্যাধিটোৱে আজিও বৃহত্তৰ অসমৰ পূৰ্বাঞ্চলৰ জনসাধাৰণক হাৰাশাস্তি কৰি আছে। কিন্তু প্ৰাচীন প্ৰাগজ্যোতিষ কামৰূপৰ মানুহ ইমান ক্ষমতাশালী, বুদ্ধিমান, শিক্ষিত আৰু ৰাজনীতিবিদ আছিল যে এই দেশ কোনোদিন কোনো দেশ জাতিৰ অধীন নাছিল। ভাৰতৰ মোগল পাঠান বা আন কোনো হিন্দু সাম্ৰাজ্যৰ মানুহ অসমীয়াৰ লগত তিকিব পৰা নাছিল। ড বাণীকান্ত কাকতিয়ে তেখেতৰ **'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'** গ্ৰন্থত উল্লেখ কৰিছে যে -

> 'ৰাম ৰাজ্যৰপৰা আৰম্ভ কৰি মোগল সাম্ৰাজ্যলৈকে কেনো ভাৰতীয় সাম্ৰাজ্যৰ ভিতৰত পুৰণি অসম অন্তৰ্ভুক্ত হোৱা নাছিল।'

অসমৰ অসমীয়াৰ এনে শক্তি সামৰ্থ, সৌয বীৰ্য, বুদ্ধি বৃত্তি, ৰাজনীতি-সমাজনীতিৰ আদৰ্শেৰে জাতীয় সাহিত্যিক হিতেশ ডেকাই বিদেশী বিতাৰণ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি দিল্লীৰ মছনদ কঁপাই তুলি অসমীয়াৰ অসমীয়াত্ব বুজাই দিছিল। এই আন্দোলনত তেখেতে নিজেই নিৰ্যাতিত হৈ ১৯৮০ চনত **'নিৰ্যাতিতা সতী'** উপন্যাসখন প্ৰকাশ কৰে।

ডেকাদেৱে নিজৰ জীৱন কালতেই অসমৰ বিভিন্ন সমাজ, অনুষ্ঠান প্ৰতিষ্ঠান, চৰকাৰ আদি সকলোৰে পৰা পাব লগা সন্মান পাই গৈছে। তেখেতে ১৯৮৪ চনত কৃতী শিক্ষক হিচাপে অসম চৰকাৰৰপৰা ৰাজ্যিক বঁটা লাভ কৰে। পিছৰ বছৰতে আকৌ ১৯৮৫ চনত সাহিত্যিক পেঞ্চনো লাভ কৰে। মৃত্যুৰ আগে আগে ২০০০ চনৰ ১৫ আগষ্টত ঘোষণা কৰা ভাৰত চৰকাৰৰ অসামৰিক প্ৰতিৰক্ষা শিতানৰ ৰাষ্ট্ৰপতি বঁটা পোৱাৰ কথাও শুনি যায়। কিন্তু দুখৰ বিষয় তেখেতে এই বঁটাটো গ্ৰহণ কৰিবলৈ আৰু সমৰ্থ নহ'ল। তেখেতে অসামৰিক প্ৰতিৰক্ষা সেৱক হিচাপে ১৯৭২ চনৰপৰা নিযুক্ত হয়। প্ৰথমে তেখেতে গুৱাহাটী মহানগৰৰ ১ নং ওৱাৰ্ডৰ পোষ্ট ওৱাৰ্ডেন হিচাপে সেৱা আগবঢ়ায়।

ডেকাদেৱৰ জীৱনৰ সবাতোকৈ উল্লেখযোগ্য ঘটনা হৈছে, অসম সাহিত্য সভাৰ একষষ্টিতম্ সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিচাপে নিৰ্বাচিত হোৱাটো। ল'ৰালি কালত যি হিৰাবড়ী ৰিজাৰ্ভত খৰিকাটি, 'গৰকা মাছ' ধৰি আনি খাইছিল, সেই ঠাইতে তেখেতে অসমীয়া জাতীয় জীৱনৰ শ্ৰেষ্ঠ সন্মান অসম সাহিত্য সভাৰ সভাপতি পদৰ অধিকাৰী হৈ তেখেতৰ অমোঘ বাণী প্ৰকাশ কৰিছিল। নিজৰ জন্মভূমিতেই অসম সাহিত্য সভাৰ সভাপতিৰ নিচিনা শীৰ্ষতম পদত অধিষ্ঠিত হোৱাটো অকল

তেখেতৰেই সৌভাগ্য নহয়, সৰ্থেবাৰীৰো ই পৰম সৌভাগ্যৰ কথা। অসম সাহিত্য সভাৰ ইতিহাসত এনেকুৱা সংযোগ, বিশেষকৈ গ্ৰাম্য জীৱনত এয়ে প্ৰথম।

অসম সাহিত্য সভাৰ নিচিনা অধিবেশন পৰিচালনা কৰা তেনেই সহজ কাম নহয়। জিলাৰ সদৰ নোহোৱা, মহকুমাৰ সদৰ নোহোৱা, কোনো চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান নথকা, কোনো উদ্যোগ তথা উদ্যোগপতি নাইবা ডাঙৰ ব্যৱসায়ী লোকেৰে সমৃদ্ধ নোহোৱা সৰ্থেবাৰীৰ নিচিনা এখন ক্ষুদ্ৰ নগৰে এই জাতীয় মহান অনুষ্ঠানটো সম্পাদন কৰা সঁচাকৈ ভাবিব নোৱাৰা দুঃসাধ্য কৰ্ম। এপিনে চৰকাৰৰ এপইচাও সাহায্য নোপোৱা পৰিস্থিতি, আনপিনে হিংসা-দ্বেষ-অসূয়া-দাহ-বিদ্বেষৰ চৌদিশে আবৰা দুষিত বায়ু প্ৰবাহেৰে আবৃত পাৰিপাৰ্শ্বিক অবস্থা ভেদ কৰি অসম সাহিত্য সভাৰ সভাপতিৰ সন্মান ৰক্ষা কৰিবলৈ, তদুপৰি এগৰাকী সৰ্থেবৰীয়া সভাপতিৰ মৰ্যাদা অক্ষুন্ন ৰাখিবলৈ সৰ্থেবৰীয়া বাইজে গভীৰ আত্মবিশ্বাস, ধৰ্ম বিশ্বাস, ধৈৰ্যৰে অধিবেশনখন সু শৃঙ্খলাৰে সকলোৰে মনোগ্ৰাহী কৰি তুলিবলৈ আগবাঢ়িছিল।

সৰ্থেবাৰী অধিবেশন অনুষ্ঠিত হৈছিল ১৯৯৫ চনৰ ২২, ২৩, ২৪, ২৫ আৰু ২৬ ফেব্ৰুৱাৰী তাৰিখে সৰ্থেবাৰীৰ কোহিৰাম হলীৰাম ক্ষেত্ৰত। আমি অসম সাহিত্য সভাৰ ৬১তম্ সৰ্থেবাৰী অধিবেশনৰ আদৰণি সমিতিৰ এগৰাকী উপ সভাপতি হিচাপে অসম সাহিত্য সভাৰ সভাপতি মহোদয়ৰ অসমৰ সাহিত্য সেৱী, সাহিত্য প্ৰেমী অতিথি আলহীসকলৰ মৰ্যাদা অক্ষুন্ন ৰাখিব পাৰিছোঁ নে নাই, এই সম্বন্ধে বুজ লবলৈ কেগৰাকীমান বিশিষ্ট সাহিত্যিক বন্ধুৰ ওচৰ চাপিছিলোঁ। তেওঁলোকৰ ভিতৰত আছিল - মৰিগাঁও অধিবেশনৰ আদৰণি সমিতিৰ সভাপতি শ্ৰীযুত নৰেন্দ্ৰ নাথ ডেকাদেৱ, তেজপুৰৰ প্ৰদীপ ভূঞা, শোৱালকুছিৰ শ্ৰীৰাম চন্দ্ৰ দত্ত, নগাঁও জিলা সাহিত্য সভাৰ সভাপতি শ্ৰীযুত বেন বৰাদেৱ, বিখ্যাত ঔপন্যাসিক শ্ৰীযুত ৰ, গ, টেৰং, ডিব্ৰুগড়ৰ উপকল্যাণ আযুক্ত শ্ৰীযুত গনেশ চন্দ্ৰ কুৰ্মিদেৱ, ডিফুৰ এজন প্ৰতিনিধি (নামটো ধৰিব নোৱাৰিলোঁ), কাৰ্বি আংলঙৰ কাৰ্যনিৰ্বাহক সদস্য শ্ৰীযুত সুত ৰাম দাস, বৰমপুৰ-মঙলদৈৰ শ্ৰীযুত ভবেশ ডেকা, কটন কলেজৰ দৰ্শন বিভাগৰ শ্ৰীযুত জগদীশ পাটগিৰীদেৱ, সদৌ অসম কেন্দ্ৰীয় অৰ্দ্ধ কেন্দ্ৰীয় কৰ্মচাৰী পৰিষদৰ সাধাৰণ সম্পাদক শ্ৰীযুত খনীন চন্দ্ৰ দাসদেৱ, ডিগবৈৰ শ্ৰীযুত জয়ন্ত গন্ধীয়া, বৰহাপজান-সেউজীয়া দেশৰ শ্ৰীযুত ৰাম গোস্বামীদেৱ, যোৰহাট ৰজামৈদামৰ শিশু সাহিত্যিক ঔপন্যাসিক শ্ৰীযুত বিনন্দ বৰুৱাদেৱ, গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ শ্ৰীযুত মিণ্টুমনি শৰ্মা, সাহিত্যিক পেঞ্চনাৰ শ্ৰীযুত জীৱন দাস, নাহৰকটীয়াৰ শ্ৰীযুত মানিক গগৈ, ভূধনৈ কলেজৰ প্ৰবক্তা শ্ৰীযুত জীবেশ্বৰ কোচদেৱ, গোলাঘাটৰ ডি আৰ কলেজৰ ড' হেম বৰাদেৱ, বোকাখাত পুৱতি সাহিত্য সভাৰ সভাপতি শ্ৰীযুত সুৰেন্দ্ৰ নাথ গগৈ, বৰকুৰিহা-নলবাৰীৰ শ্ৰীযুত কৃষ্ণ ৰাযমেধী, সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ উপসভানেত্ৰী শ্ৰীযুতা অন্নদা শইকীয়া, সাহিত্যিক শ্ৰীযুত চিদানন্দ শইকীয়া আৰু দগাঁও ৰাজজ্যোতি সাহিত্য সভাৰ সম্পাদক শ্ৰীযুত হৰেন বৰা বন্ধুদেৱ ইত্যাদি। এওঁলোকৰ ভিতৰৰে সাহিত্যিক-ঔপন্যাসিক শ্ৰীযুত বিনন্দ বৰুৱাদেৱৰ মন্তব্যটি আহি মন্তব্য হিচাপে ইয়াত উল্লেখ নকৰি নোৱাৰিলোঁ। তেখেতে লেখিছিল—

প্ৰতি,

শ্ৰদ্ধেয় তীৰ্থলোচন তামুলী<br>
উপ-সভাপতি, আদৰণি সমিতি<br>
৬১তম সৰ্থেবাৰী অধিবেশন।

মহোদয়,

শ্ৰদ্ধা গ্ৰহণ কৰিব। অসম সাহিত্য সভাৰ পূৰ্বৰ অধিবেশনসমূহতকৈ সৰ্থেবাৰীৰ ৬১তম অধিবেশন মই অধিক তাৎপৰ্যপূৰ্ণ বুলি ভাবোঁ, কাৰণ সৰ্থেবাৰী এখন সৰু ঠাই। খুউব সীমিত সংখ্যক বাসিন্দাৰে পৰিপূৰ্ণ এই সৰ্থেবাৰীৰ ৰাইজে জীয়াই থাকে অহৰহ পৰিশ্ৰমৰ মাধ্যমেদি। তেজক পানী

কৰি পৰিশ্ৰম কৰা এই মানুহখিনিযে অসম সাহিত্য সভাৰ দৰে সৰ্ব বৃহৎ জাতীয় অনুষ্ঠানক আমন্ত্ৰণ জনাই যি অভুতপূৰ্বভাবে সকলো দিশ সামৰি কৃতকাৰ্যতাৰ মহৎ বাণীৰে গৌৰৱান্বিত হ'ব পাৰিলে, সেয়া অকল সৰ্থেবাৰী ৰাইজৰে গৌৰব নহয়, ই অসমীয়া জাতিৰ কাৰণে প্ৰেৰণাৰ উৎসৰ, গৌৰৱৰ বিষয়।

সৰ্থেবাৰীৰ ৰাইজে অকৃত্ৰিম ভাবে সাহিত্য সংস্কৃতিৰ এই জাতীয় অনুষ্ঠানটিক যে ভাল পায় তাক অসম সাহিত্য সভাৰ বুৰঞ্জীত সৰ্থেবাৰীৰ অধিবেশনে সোণালী আখৰেৰে চিৰকাল জিলিকাই ৰাখিব বুলি ভাবোঁ। সহজ সৰল, আপোনভোলা মানুহখিনিৰ আচাৰ ব্যৱহাৰত অতি আনন্দিত হৈছে— প্ৰতি গৰাকী প্ৰতিনিধি, অতিথি। গাঁৱৰ সুন্দৰ অথচ সাধাৰণ পৰিবেশত সৰ্থেবাৰী অধিৱেশন সফল হোৱাৰদ্বাৰা ইয়াকে প্ৰমাণ কৰিলে যে মানুহৰ মন থাকিলেই, আন্তৰিকতাৰে কিবা কৰিলে তাৰ ফলশ্ৰুতি সুন্দৰ হয়। তাৰ প্ৰমাণ এই ৬১তম সৰ্থেবাৰী অধিবেশনখনি।

সৰ্ব শেষত এই অধিবেশনৰ মাত্ৰ প্ৰত্যক্ষ আৰু পৰোক্ষ ভাবে লাগি সহায় কৰি অসমীয়া ৰাইজৰ হিয়াৰ আপোনাৰ আপোন হিয়াৰ আমাৰ সদস্য অসম সাহিত্য সভাৰ ৬১তম অধিৱেশনখনি সাফল্যমণ্ডিত কৰাত যি সহায় সহযোগ ইয়াৰ আদৰণি সমিতিয়ে লাভ কৰিলে সেইয়া গৌৰৱৰ বিষয়। 'ৰাইজৰ নাও তৰেদি যায়', তাৰেই প্ৰমাণ সৰ্থেবাৰী অধিবেশন।

মুঠতে সৰ্থেবাৰী অধিবেশনখনি সৰ্বাঙ্গসুন্দৰ হৈছে বুলি মই মনে প্ৰাণে ভাবোঁ, উপলব্ধি কৰোঁ।

সমূহ সৰ্থেবাৰী ৰাইজলৈ আন্তৰিক শ্ৰদ্ধাৰে

'চিৰ চেনেহী ভাষা জননী'।

স্বাঃ/শ্ৰীবিনন্দ বৰুৱা

ৰজামৈদাম, ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিশু সাহিত্যিক

যোৰহাট। ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত ঔপন্যাসিক

২৫/২/৯৫ (প্ৰাক্তন ভাষাজ্ঞান পৰীক্ষা সংস্থাৰ সচিব, অসম সাহিত্য সভা।)

অসমৰ জাতীয় বুৰঞ্জীত সৰ্থেবাৰীৰ পৰিচয়, সৰ্থেবাৰীৰ মানুহৰ চাৰিত্ৰিক বৈশিষ্ট্য উজ্জ্বলৰ পৰা উজ্জ্বলতৰ কৰি তুলিলে সাহিত্য সভাৰ ৬১তম অধিবেশনে। এই অধিবেশনখনিয়ে আধুনিক সৰ্থেবাৰীৰ এটি উজ্জ্বল পৰিচয়ৰ দৃষ্টান্ত ডাঙি ধৰিলে। এইখন অধিবেশনৰ সভাপতি আছিল, অসম মাতৃৰ সুযোগ্য সন্তান, ভাষা জননীৰ অন্যতম এগৰাকী বৰপুত্ৰ একান্ত নিৰলস সেৱক সৰ্থেবাৰীৰ মহান পুৰুষ প্ৰয়াত হিতেশ ডেকাদেৱ, যিযে এইখন অধিবেশনৰ জৰিয়তে নিজৰ অক্ষয় কীৰ্ত্তি প্ৰতিষ্ঠা কৰি, জন্মভূমি সৰ্থেবাৰীৰ ধূলি-বালি, গছ-বনক পবিত্ৰ কৰি গ'ল। চৰাই-চিৰিকতিৰ ক্ষুধাৰ্ত-তৃষ্ণাৰ্ত্ত আত্মাক পৰিতৃপ্ত কৰি গ'ল, আন পক্ষে যাৰ কৰ্ম-কীৰ্ত্তিয়ে সৰ্থেবাৰীক মহিমামণ্ডিত কৰি সৰ্থেবাৰীৰ জনসাধাৰণৰ উন্নত শিৰত গৌৰৱ স্বৰ্ণ মুকুট পিন্ধাই নিজকো এগৰাকী মহান সৰ্থেবৰীয়া হিচাপে প্ৰতিষ্ঠা কৰি গ'ল।

হিতেশ ডেকা আছিল এক আভিজাত্যবিহীন জীৱন যাত্ৰাৰ ব্যতিক্ৰমধৰ্মী সাহিত্য সভাৰ সভাপতি। অসমৰ সাধাৰণ মানুহৰ জীৱন যাত্ৰাৰ দৰে তেখেতৰো জীৱন যাত্ৰা পদ্ধতি আছিল সহজ-সৰল আৰু আড়ম্বৰবিহীন। দেশৰ সৰলচিতীয়া হোজা-চহাৰ হজুৱা জীৱনকে তেখেতে জীৱনৰ অলংকাৰ হিচাপে গ্ৰহণ কৰি তাকেই যেন অসমীয়া জনসাধাৰণক জীৱন চানেকিৰ পটন্তৰ দি গ'ল। সভাই-সমিতিয়ে ঘূৰি ফুৰোঁতে দেখিছিলোঁ, থকা-খোৱাত তেখেত এনে সদ্‌গুণী ব্যক্তি আছিল যে তেখেতে য'তে ৰাতি ত'তে কাতি হ'ব পাৰিছিল। আৰু খোৱা প্ৰসংগত তেখেতে নিজেই কৈছিল, "শাকে-পাতে ভক্ষণ, সি পুৰুষৰ লক্ষণ'। খোৱাত তেখেত অলপতে যথেষ্ট সন্তুষ্ট হৈ গৃহস্থক সন্তোষ

দিছিল আৰু ৰান্ধনীকো উৎসাহিত কৰি তুলিছিল। তেখেত কায়িক শ্ৰমৰ কৰ্ম আৰু মানসিক চিন্তাৰ কৰ্ম সমানে কৰি জীৱন নিৰ্বাহ কৰি গৈছে। অসম সাহিত্য সভাৰ কোনোজন সভাপতিৰ জীৱনতে তেখেতৰ দৰে সহজ-সৰল হজুৱা জীৱনৰ চানেকি দেখা নাযায়। তেখেতৰ মাত-কথা আনকি উপন্যাসৰ ভাষাতো অসমৰ সহজ-সৰল-চহা জীৱনৰ মাত-কথাই উজাৰ দি উঠে। সেই বাবেই তেখেতৰ গল্প উপন্যাস সাহিত্যই সকলো শ্ৰেণীৰ লোকৰ মনত অকৃত্ৰিম তৃপ্তি দিব পাৰিছে।

শ্ৰদ্ধেয় ডেকাদেৱে নো জীৱনত কি কৰা নাছিল। এজন মানুহে নিজৰ জীৱন কালতে কৰিব নোৱাৰা অথচ কৰিব লগা সকলো কাম তেখেতে নিজৰ জীৱনতে সম্পূৰ্ণ কৰি গ'ল। খৰিকটা, মাছমৰা, খেলা ধূলা কৰা, অভিনয় কৰা, নাটক লেখা, হোমিও চিকিৎসাৰ সেৱা আগবঢ়োৱা, গৰু-ম'হ চৰোৱা, কৃষি-কৰ্ম কৰা, বেপাৰ-বণিজ কৰা, সাংসাৰিক বিভিন্ন কৰ্ম কৰি ল'ৰা-ছোৱালীক প্ৰতিপালন কৰি, শিক্ষা-দীক্ষা দি, শিক্ষকতা কৰি, স্কুলৰ দায়িত্ব পালন কৰি, দেশ বা জাতিৰ বিপৰ্যযৰ সময়ত উদ্ধাৰ কাৰ্যত মনে প্ৰাণে জপিয়াই পৰি, দেশৰ-জাতিৰ কল্যাণ-কৰ্মত আত্ম নিয়োগ কৰা, অসামৰিক প্ৰতিৰক্ষাৰ কামত নিজকে ব্ৰতী কৰা, সাধনাৰ ব্ৰতত ব্ৰতী হৈ নিজৰ চিন্তা-কল্পনাক বাস্তৱ ৰূপ দিবলৈ প্ৰায় পঁয়ত্ৰিছখন মান গল্প, উপন্যাস আৰু প্ৰবন্ধমূলক গ্ৰন্থ লেখি থৈ গৈছে। আন বহুতে কৰিব নোৱাৰা ইমান কাম ডেকাদেৱে নিজৰ চমু অথচ খন্তেকীয়া জীৱনতে অনায়াসে কৰি আঁতাইছিল। সেইবাবেই আমাৰ দৃষ্টিত হিতেশ ডেকা এগৰাকী পূৰ্ণমানৱ। পূৰ্ণমানৱ হিতেশ ডেকাৰ কীৰ্ত্তি উদ্ভাসিত হওঁক। তেখেতৰ আদৰ্শ বিস্তাৰ হওঁক। তেখেতৰ চিন্তা বিকশি উঠি দ্বিজত্ব লাভ কৰক! জয়তু আদৰ্শ পুৰুষ হিতেশ ডেকাদেৱ!



# প্ৰেৰণাৰ উৎস ঃ হিতেশ ডেকা

ৰাজেন্দ্ৰ মোহন শৰ্মা

মোৰ সন্মুখত থকা চকীখন-যিখন চকী মূলতঃ এগৰাকী বিশেষ ব্যক্তিৰ বাবে সংৰক্ষিত হৈছিল সেই চকীখন এতিয়া মোৰ বাবে অসহ্য বেদনাদায়ক, স্মৃতিৰ শ্মশানস্বৰূপ। সেইখন চকীত বহিবলৈ আৰু তেওঁ কোনো দিনে নাহে, আহিবও নোৱাৰে – কালে তেওঁক দূৰ-দূৰণিলৈ লৈ গ'ল। তথাপি মোৰ মনে নামানে-চকীখনত যেন সেইগৰাকী ব্যক্তি অহৰহ বহিয়েই আছে। গভীৰ অনুভূতিৰ কোনো এক শুভমুহূৰ্তত মই অনুভৱ কৰো তেওঁ যেন মোৰ সন্মুখত বহি কথা পাতিয়েই আছে পূৰ্বৰ দৰে, আৰু দেখা পাওঁ তেওঁ যেন মোৰ সন্মুখত বহি চেনি বিহীন ৰঙা চাহ কাপ পৰম আন্তৰিকতাৰে খাই আছে।

সেই গৰাকী মানুহেই আমাৰ অতিকে প্ৰিয় ঔপন্যাসিক হিতেশ ডেকা। মোৰ সন্মুখৰ চকীখনত বহি তেওঁৰ নিজৰ জীৱনৰ নিলিখা অনেক কথাকেই অনৰ্গল কৈ গৈছিল। বহু কথা কোৱা হ'ল, বহু কথা কোৱা নহ'ল, বহু কথা ক'বলৈ ইচ্ছা আছিল, বহু কথা লিখিব খুজিছিল, সেইবোৰ কথা কোৱা ন'হল, লিখাও নহ'ল। শ্মশানৰ ছাইবোৰৰ সৈতে সেই কথাবোৰ মিহলি হৈ গ'ল— নিৰ্বাক হৈ গ'ল তেওঁৰ চেতনা, তেওঁৰ আকাঙ্ক্ষা, তেওঁৰ ভাবানুভূতি।

তেওঁ আছিল খং-ৰাগ শূন্য, মান অভিমান মুক্ত। পিন্ধন-উৰণ, খোৱা লোৱাত বিলাস নাই, ওজৰ-আপত্তিও নাই, সুখ-দুখ, হৰ্ষ-বিষাদ আদিতো বিকাৰহীন, ঠিক যেন **'গীতা'ত** উল্লেখ থকা **'স্থিতপ্ৰজ্ঞ'** ব্যক্তি এগৰাকীহে। মানুহজনে সাধাৰণ মানুহক ভাল পায়, সাধাৰণ মানুহেও তেওঁক ভাল পায, শ্ৰদ্ধা কৰে, কিন্তু এইগৰাকী সাধাৰণ মানুহ আছিল অসাধাৰণ প্ৰতিভা আৰু ব্যক্তিত্বৰ অধিকাৰী, যিগৰাকী প্ৰতিভাশালী ঔপন্যাসিকে ৰচনা কৰিছিল এনে এখন উপন্যাস, যিখনৰ পঞ্চদশ সংস্কৰণ কেতিয়াবাই শেষ হৈছে। এইখন উপন্যাসৰ নামেই **'আজিৰ মানুহ'**— যিখন উপন্যাস কে'বাটিও দিশত অসমীয়া উপন্যাসৰ অভিলেখ ভংগকাৰী।

হিতেশ ডেকাই আন মানুহক প্ৰায়ে কৈছিল—

ঃ মোৰ ডাঙৰ ল'ৰাজন প্ৰকাশক, থাকে পাণবজাৰত, নাম ৰাজেন্দ্ৰমোহন শৰ্মা।

আমিও ডেকাক পিতৃজ্ঞান কৰিছিলো, আনকি বৰ্তমানো তেওঁক পিতৃজ্ঞান কৰিয়েই আছো।

তেওঁ আমাক সদায়েই পুত্ৰৰ দৰে মৰম কৰিছিল। এতিয়াও আমাৰ মনত আছে— আমাৰ শৈশৱ কালত তেওঁ জালুকবাৰীৰ পৰা আমাৰ ঘৰলৈ গৈছিল আৰু আমাক কোলাত লৈ পিতৃৰ দৰে মৰম-চেনেহ কৰিছিল। তেওঁৰ মৃত্যুত আমি বাস্তৱিকতে দ্বিতীয়বাৰৰ বাবে পিতৃহাৰা হ'লো।

হিতেশ ডেকাৰ মতে তেওঁৰ জীৱন-পৰিক্ৰমা, বিকাশ-সাফল্য আৰু পৰিপূৰ্ণতাত তিনিগৰাকী ব্যক্তিৰ গভীৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী ঃ হেডপণ্ডিত অৰ্থাৎ হৰিচৰণ তালুকদাৰ, ছাৰ অৰ্থাৎ আমাৰ পিতৃ চন্দ্ৰমোহন শৰ্মা আৰু গোস্বামী ছাৰ অৰ্থাৎ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী। তেওঁৰ ভাষাত ঃ 'হেডপণ্ডিত, ছাৰ আৰু গোস্বামী ছাৰৰ পৰা মই যি শিক্ষা লাভ কৰিছো— সেই শিক্ষাই মোৰ জীৱন আৰু প্ৰতিভাৰ মূল ভেটি।'

মৃত্যুৰ দুদিন আগত তেওঁ আমাৰ পাণবজাৰৰ চন্দ্ৰ প্ৰকাশলৈ আহিছিল আৰু মোৰ সন্মুখৰ চকীখনত বহি কথা প্ৰসংগত কৈছিল ঃ 'মই এখন উপন্যাস লিখিম, প্ৰাণ ঢালি লিখিম। সেই উপন্যাসখন উছৰ্গা কৰিম ছাৰ (অৰ্থাৎ আমাৰ পিতৃ চন্দ্ৰমোহন শৰ্মা)ৰ পবিত্ৰ স্মৃতিত। তুমি খুব

ভালকৈ কিতাপখন উলিয়াব লাগিব। তোমাৰ আৰু মোৰ উভয়ৰে অনুভূতি জড়িত হৈ থাকিব এই উপন্যাসখনত। উপন্যাসখনৰ নাম এতিয়াও ঠিক কৰা নাই।'

মই ক'লোঃ উপন্যাসখনৰ নাম 'ঋদ্ধ মানুহ' ৰখা ভাল হ'ব।

তেওঁ ক'লেঃ ভাল নাম হ'ব।

নিয়তিৰ পৰিহাস— মনে খনা পুখুৰীত পানী নোলাল। মৃত্যুৰ প্ৰায় দুসপ্তাহ আগত হিতেশ ডেকাই লিখি উলিয়ালে এখন উপন্যাস নাম **'সাহসী ল'ৰা'**। **'সাহসী ল'ৰা'**ৰ ছপা ৰূপ তেওঁ দেখিবলৈ নাপালে। মৃত্যুৰ আগমুহূৰ্তত তেওঁ সম্পূৰ্ণ কৰিছে— **'ত্যাগ'** তেওঁৰ জীৱন আৰু সাধনাৰ প্ৰতীকাত্মক অভিব্যক্তি। তেওঁ সৰ্বস্ব ত্যাগ কৰি অৱশেষত জীৱন ত্যাগ কৰিলে।

২৫ আগষ্ট, শুকুৰবাৰ, ২০০০ চন সেইদিনা আবেলি দিনৰ প্ৰায় ২.৩০ বজাত হিতেশ ডেকা আমাৰ প্ৰতিষ্ঠানলৈ আহিছিল আৰু গধূলি প্ৰায় ৬.৩০ বজালৈ বহিছিল। কথা প্ৰসংগত মই কৈছিলোঃ **'আজিৰ মানুহ'**ৰ ৰূপালী জয়ন্তী সংস্কৰণ আপোনাৰ জীৱিত কালতে উলিয়াব লাগিব।'

তেও ক'লেঃ 'চিন্তা নকৰিবা। মোতকৈ ২০ বছৰে ডাঙৰ বাই (বাইদেউ) এতিয়াও ৯৭ বছৰ বয়সতো সুস্থ শৰীৰে জীয়াই আছে। মই ১০০ বছৰ জীয়াই থাকিম।'

সদায় সঁচা কথা কোৱা ছাৰে কিন্তু কথা ৰাখিব নোৱাৰিলে। ১০০ বছৰে জীয়াই থাকিবলৈ প্ৰতিশ্ৰুতি দি মাত্ৰ পাঁচদিন পাছতেই কেৱল ৭৬ বছৰ বয়সতেই তেওঁ আমাক এৰি থৈ চিৰদিনৰ বাবে নজনা নুশুনা দিকচৌ বনলৈ যাত্ৰা কৰিলে।

হিতেশ ডেকাৰ নশ্বৰ দেহৰ অৱসান হ'ব পাৰে, কিন্তু তেওঁৰ আদৰ্শ আৰু চেতনাৰাজি আমাৰ বাবে সদায়েই প্ৰেৰণাৰ উৎস হৈ থাকিব।

চন্দ্ৰ প্ৰকাশ আৰু হিতেশ ডেকাৰ মাজত দৰাচলতে কোনো পাৰ্থক্য নাই ডেকা ছাৰ বিহীন চন্দ্ৰ প্ৰকাশ নিষ্প্ৰাণ হ'লেও চন্দ্ৰ প্ৰকাশ থাকে মানে তেওঁ জীয়াই থাকিব। তেওঁৰ ভাষাত ৰাজেন্দ্ৰ মোহন শৰ্মাই চন্দ্ৰ প্ৰকাশ বাদ দিলেও হিতেশ ডেকাই বাদ নিদিয়ে।' চন্দ্ৰ প্ৰকাশ থকালৈকে হিতেশ ডেকাও চিৰসেউজীয়া হৈ থাকিব। শুভেচ্ছা, প্ৰেৰণা আৰু উদ্দীপনা স্বৰূপেই হিতেশ ডেকা চন্দ্ৰ প্ৰকাশত জিলিকি থাকিব।

চন্দ্ৰ প্ৰকাশৰ পিতৃ স্বৰূপ হিতেশ ডেকা চিৰ অমৰ হওঁক। ভগৱন্তৰ ওচৰত এয়ে আমাৰ প্ৰাৰ্থনা। জয়তু হিতেশ ডেকা।।



# হিতেশ ডেকা ঃ ব্যক্তি আৰু ব্যক্তিত্ব

মৃণালমল্ল পাটোৱাৰী

হিতেশ ডেকা— এটা শুৱলা নাম। এটা মিঠা নাম। নামটোৱে ডেকা লোককো শুৱায, বুঢ়া লোককো শুৱায। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ হিতেশ ডেকাক নজনা নুশুনা মানুহ নাই। টেক্সী ড্ৰাইভাৰৰ পৰা মন্ত্ৰী এম এল এ লৈকে, ছাত্ৰৰ পৰা শিক্ষক-পণ্ডিতলৈ, দোকানীৰ পৰা খেতিয়কলৈ, শ্ৰমজীৱীৰ পৰা বুদ্ধিজীৱীলৈকে সকলোৱে হিতেশ ডেকাক জানে। জানে অতি জনপ্ৰিয ঔপন্যাসিক হিচাপে। জানে বিখ্যাত উপন্যাস 'আজিৰ মানুহ'ৰ স্ৰষ্টা হিচাপে। হিতেশ ডেকাৰ বিষয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড' মহেন্দ্ৰ বৰাই এষাৰ বৰ সুন্দৰ কথা কৈছে। কথাষাৰ হ'লঃ 'টেক্সী ড্ৰাইভাৰেও যে কিতাপ পঢ়ে হিতেশ ডেকাই তাক প্ৰমাণ কৰি দেখুৱাইছে। হিতেশ ডেকাৰ লেখনী কিমান জনপ্ৰিয আৰু জনতামুখী ড বৰাৰ এই কথাষাৰেই তাৰ প্ৰমাণ। সঁচাকৈয়ে ক'বলৈ গ'লে হিতেশ ডেকাই এগৰাকী লেখক, যাৰ লেখনীয়ে সকলো শ্ৰেণীৰ লোকক আকৰ্ষণ কৰি আছে।

হিতেশ ডেকাৰ সৈতে বাৰীৰ এক মধুৰ, সম্পৰ্ক আছে। পৃথিবীৰ পোহৰ দেখাৰ পৰা জীৱনৰ অন্তিম পৰলৈ। ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত কাহঁশিল্পখ্যাত সৰ্থেবাৰীত তেওঁ জন্মগ্ৰহণ কৰে। ভূমিষ্ঠ হয বাৰীৰ মাজত। হিতেশ ডেকাৰ মাক সুন্দৰীপ্ৰিয়া গৰ্ভত থকা অৱস্থাত এদিন তেওঁলোকৰ ঘৰৰ বাৰীখনলৈ যায। এনেতে সন্দিৰীপ্ৰিয়াৰ আৰম্ভ হয প্ৰসব বেদনা আৰু সেই প্ৰসব বেদনাতেই অটব্য বাৰীৰ মাজতেই ভূমিষ্ঠ হয হিতেশ ডেকা। সৰ্থেবাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি নলবাৰীত কলেজীযা শিক্ষা গ্ৰহণ কৰে। কিছুদিনৰ বাবে সৰ্থেবাৰীৰ কহাঁৰসকলক এঙাৰ যোগান ধৰাৰ বাবে এঙাৰৰ ব্যবসায় কৰিলে পলাশবাৰীৰ পৰা। জীৱনৰ শেষৰ চাকৰিটো কৰিলে জালুকবাৰীত আৰু সাহিত্য সভাৰ সভাপতিও হ'ল তেওঁৰ নিজৰ গাঁও সৰ্থেবাৰীৰ অভিবেশনতেই। ইয়াৰ আগতে কামৰূপ জিলা সাহিত্য পৰিষদৰো তেওঁ সভাপতি হৈছিল- পলাশবাৰী অধিৱেশনত। এইদৰে দেখা যায যে হিতেশ ডেকাৰ জীৱনত 'বাৰী' শব্দটো নিবিড়ভাবে সাঙোৰ খাই আছে। ঔপন্যাসিক ডেকাই নিজেও তেনেদৰেই কৈছিল।

হিতেশ ডেকাৰ দেউতাক স্বৰ্গীয় ৰবিৰাম ডেকা এগৰাকী গৰীৱ কঁহাৰ শিল্পী আছিল। হিতেশ ডেকা, তেওঁৰ এগৰাকী ককায়েক আৰু বায়েকক লৈ দেউতাক স্বৰ্গীয় ৰবিৰামৰ এখন সৰু সংসাৰ। ইতিপূৰ্বে হিতেশ ডেকাৰ দুই ভ্ৰাতৃ উভেশ্বৰ আৰু ধাতুৰামৰ অকাল বিয়োগ ঘটে। হিতেশ ডেকা সৰু কালত বৰ উৎপতীয়া আছিল। সমনীয়াবোৰে তেওঁক 'হিতো' বুলিও মাতিছিল। সমনীয়াৰ মাজত তেওঁ সদায সকলোৰে আগত আছিল। সেই সময়ত সৰ্থেবাৰী আছিল জলাতন ঠাই। প্ৰায় বছৰটোৱে পানীৰ তলত থাকে। সৰ্থেবাৰীৰ চৰণ পখালি আছে আল্পা জানে। পূৰ্বে বৰবিল, দক্ষিণে বিখ্যাত কাপ্লা বিল, পশ্চিমে তাভা বিল আৰু উত্তৰে সিচা বিল আৰু টিহু নদী। এই সকলোবোৰতে মাছহে মাছ। পানীত মাছ, বিলত মাছ, খালত মাছ, নৈত মাছ। হিতেশ ডেকাই কান্ধত জাকৈ লৈ সমনীয়াৰ সৈতে যায মাছ মাৰিবলৈ। তেওঁ সকলোৰে আগত। যেন কথাছবিৰ নায়কহে। হাতত জাল লৈ যায় মাছ মাৰিবলৈ। সমুখৰজন হিতেশ ডেকা। সৰ্থেবাৰীৰ পশ্চিম সীমান্তত থকা পাকা ৰিজাৰ্ভৰ অটব্য হাবিৰ পৰা (য'ত সাহিত্য সভাৰ অধিৱেশন হৈছিল) ল'ৰাবোৰে নল-খাগৰি কাটি সদলবলে ওলাই আহিছে। দলৰ আগত মূৰত নল-খাগৰিৰ বোজাৰে হিতেশ। খেল পথাৰত দলৰ অধিনায়কৰূপে সকলোৰে আগত হিতেশ। গান থিয়েটাৰ? তাতো দেখিব হিতেশ ডেকাই নায়কৰ বা ৰজাৰ অভিনয়

কৰি সকলোকে মুগ্ধ কৰিছে।

হিতেশ ডেকা সৰুৰে পৰা বৰ পৰিশ্ৰমী, স্বাবলম্বী, স্পষ্টবাদী আৰু নিৰ্ভীক আছিল। পিতাক স্বৰ্গীয় ৰবিৰাম ডেকাৰ আৰ্থিক অৱস্থা ভাল নাছিল বাবে তেওঁ নিজৰ পঢ়াশুনা, পোছাক-পৰিচ্ছদ আদিৰ খৰচ-পাতি নিজেই যোগাৰ কৰি লৈছিল। তেওঁ আগবেলা কহঁাৰ শালত কাঁহ কোবাই স্কুললৈ গৈছিল। কাঁহ কোবাই পোৱা সামান্য পইচা আৰু লগতে যাত্ৰা-পাৰ্টিত অভিনয় কৰি পোৱা পইচাৰে তেওঁ পঢ়াৰ খৰচ উলিয়াইছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে আগবয়সত হিতেশ ডেকা এগৰাকী সু-অভিনেতা আছিল। নলবাৰী মহাবিদ্যালয়ত আই এ পঢ়ি থাকোঁতেও তেওঁ যাত্ৰাপাৰ্টিত অভিনয় কৰি আছিল। তেওঁ অভিনয় কৰা যাত্ৰা দলকেইটা হ'লঃ সৰ্থেবাৰীৰ 'নৱ জাগৰণ অপেৰা', ৰাউলী আৰু কমাৰপাৰা গাঁৱৰ যাত্ৰা দল। এই দলবোৰৰ পৰা প্ৰতি নিশাৰ অভিনয়ৰ বাবে তেওঁ সামান্য ধনগুণি লৈছিল আৰু তেওঁ মাহটো চলাইছিল। সৰ্থেবাৰীৰ 'নৱ জাগৰণ অপেৰা'ত হিতেশ ডেকাই 'শ্ৰীদুৰ্গা' নাটকত দুৰ্গমাসুৰ আৰু গন্ধেশ্বৰী নাটকত গন্ধাসুৰৰ চৰিত্ৰত যি বলিষ্ঠ অভিনয় কৰিছিল সেই কথা তেওঁৰ সেই অভিনয় দেখাসকলে এতিয়াও কৈ থাকে। এইখিনিতে আমি স্কুলীয়া ছাত্ৰ থাকোঁতে ডেকাৰ সৈতে অভিনয় কৰাৰ কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। ১৯৫৭ চনত অধুনালুপ্ত সৰ্থেবাৰী সাহিত্য সভাৰ দ্বাৰা 'তাজৰ ৰচনা' নাটখন অভিনীত হৈছিল। হিতেশ ডেকা তেতিয়া আমাৰ শিক্ষক (সৰ্থেবাৰী হাইস্কুল)। তেওঁ অভিনয় কৰিছিল কৃপাল দস্যুৰ চৰিত্ৰত আৰু মই কৰিছিলো চাহজাহানৰ চৰিত্ৰত। তেওঁ নাটখন পৰিচালনাও কৰিছিল। তেওঁৰ সুন্দৰ অভিনয় আৰু পৰিচালনাত নাটখন বেছ উপভোগ্য হৈছিল। যাত্ৰাপাৰ্টিত তেওঁৰ সৈতে অভিনয় কৰা ভালেকেইগৰাকী লোক এতিয়াও জীৱিত আছে। সেইসকল লোকে এতিয়াও কয় যে তেওঁলোকে হেনো হিতেশ ডেকাৰ দৰে অভিনেতা খুব কমেই পাইছে। হিতেশ ডেকা সৰু থাকোঁতেই তেওঁৰ দেউতাকৰ পৰলোক ঘটে। দেউতাকক তেওঁ যথেষ্ট শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। এবাৰ দেউতাক ৰোগশয্যাত থাকোঁতে তেওঁৰ মাছ খাবলৈ মন যোৱাৰ কথা পুত্ৰ হিতেশৰ আগত প্ৰকাশ কৰিলে। হিতেশ ডেকাই লগে লগে সেই দুপৰ নিশা দেউতাকৰ বাবে মাগুৰ মাছ মাৰি আনে। তেওঁৰ লগৰবোৰৰ মতে, তেওঁ বৰ কষ্টসহিষ্ণু লোক। মাছ আদি মাৰোঁতে শিঙি মাছে বিন্ধিলেও তেওঁ তাৰ অসহ্য বিষ গাত লৈও মাছ মাৰি থাকে। পিছ হুহঁকি নাহে। এনে গুণৰ বাবেই হয়তো পিতাকক দোভাগ নিশা মাছ মাৰি আনি দিব পাৰিছিল।

হিতেশ ডেকাক সদায় আৰ্তজনৰ ওচৰত পোৱা গৈছিল। য'তে কান্দোন ত'তে হিতেশ ডেকা। তেওঁ স্কুলীয়া ছাত্ৰ থাকোঁতে সৰ্থেবাৰীৰ কাৰোবাৰ ঘৰত বেমাৰ আজাৰ হ'লে নিশা বেমাৰীক পৰ দিছিল আৰু ডাক্তৰ-কবিৰাজ আনি দিছিল। প্ৰয়োজন অনুসৰি টিহু, নলবাৰী, বৰপেটা আদি দূৰণিবটীয়া চহৰবোৰলৈ খোজকাঢ়ি গৈ (যিহেতু সেই সময়ত সৰ্থেবাৰীলৈ কোনো বাছ নচলিছিল) ঔষধ কিনি আনি দিছিল। আৰ্তজনক সহায় কৰাৰ বাবে লগৰীয়াবোৰক লৈ তেওঁ এটা বাহিনীও গঠন কৰিছিল। ডেকাই এইদৰে মানুহৰ পৰিচৰ্যাত ব্যস্ত থকাৰ বাবে নিজৰ ঘৰত কম সময়হে থাকিব পাৰিছিল। মাহটোৰ অধিক দিন ঘৰৰ বাহিৰতেই খোৱা-লোৱা হৈছিল।

ল'ৰালি কালৰ তেওঁৰ এটা ঘটনা। সেই সময়ত সৰ্থেবাৰী পানীৰ তলত বুলিয়েই ক'ব পাৰি। যাতায়তৰ প্ৰধান যান নাও। তিৰোতাবোৰে পানীৰ মাজেৰে অহা-যোৱা কৰিবই নোৱাৰিছিল। এদিন কেইজনীমান তিৰোতা আহিল কুটুমৰ ঘৰৰ পৰা। গাঁৱৰ ভিতৰৰ এটা ডাঙৰ ডোঙা পাৰ হ'ব নোৱাৰি পাৰতে ৰৈ থাকিল। তেনেকৈয়ে এটা বেলি পাৰ হ'ল। চেমনীয়া হিতেশ ডেকাই সেইপিনেৰে কৰবালৈ যাবলৈ আহি তিৰোতাকেইগৰাকীৰ বিপদটো জানিব পাৰি লগে লগে এঘৰ মানুহৰ নাও এখন আনি তেওঁলোকেক ডোঙাটো পাৰ কৰি দিয়ে। ইপিনে নাৱৰ গৰাকীয়ে হিতেশ ডেকাক নাওখন নিয়াৰ বাবে গালি-গালাজ কৰে। ডেকাই তেওঁৰ লগৰীয়া এজনেৰে সৈতে লগ হৈ এদিন মনে মনে নি

নাওখন সৰ্থেবাৰীৰ তিনি মাইল পশ্চিমে থকা তাভা বিলত ডুবাই মানুহগৰাকীক গৈ খবৰ দিয়ে যে তেওঁ তাভা বিলত মাছ মাৰিবলৈ যাওঁতে বিলৰ বুকুত নাওখন দেখি আহিছে।

হিতেশ ডেকা সৰুৰে পৰা নিৰ্ভীক আৰু স্পষ্টবাদী আছিল। সেয়েহে বহুতে তেওঁক ভয় কৰে। আনহতে, এইটো কাৰণতে বহুতৰ মনত তেওঁ অপ্ৰিয়ও। সেইবাবে বাল্যকালত তেওঁ নিজৰ কামিজটোৰ পিছপালে ডাঙৰ আখৰেৰে এনেদৰে লিখি লৈছিল 'অপ্ৰিয় হিতেশ'। বিধিৰ কি লিখন যে সেই অপ্ৰিয় হিতেশেই পৰৱৰ্তীকালত হ'ল অসমৰ আটাইতকৈ লোকপ্ৰিয় লেখক, জনপ্ৰিয় ঔপন্যাসিক। তেওঁৰ লেখনীয়ে যিমান জনপ্ৰিয়তা লাভ কৰিছে আন কোনো সাহিত্যিকৰে লেখনীয়ে সিমান জনপ্ৰিয়তা লাভ কৰা দেখা পোৱা নাযায়। তেওঁৰ এই লোকপ্ৰিয়তা সম্পৰ্কে জনপ্ৰিয় সাপ্তাহিক 'ৰংপুৰ' কাকতৰ সম্পাদকীয়ত সম্পাদক ড° লক্ষ্মীনন্দন বৰাই এনেদৰে লিখিছে- 'হিতেশ ডেকা সঁচাকৈয়ে লোকপ্ৰিয় ঔপন্যাসিক। আজি যদি ডেকা-ডেকেৰীৰ মাজত অসমীয়া ঔপন্যাসিকৰ জনপ্ৰিয়তাৰ জৰিপ লোৱা হয় তেন্তে দেখা যাব যে তেওঁৰ নামটো প্ৰথম তিনিজনৰ ভিতৰত পৰিব। এই সত্যক অতি ছিৰিয়াছ সমালোচকসকলেও অস্বীকাৰ কৰিব নোৱাৰে।' (ৰংপুৰ, তৃতীয় বছৰ, ৩৩শ সংখ্যা, ২০ পৃষ্ঠা, ৭ ডিচেম্বৰ ১৯৯৪) সহজ জীৱন যাপন আৰু উচ্চ চিন্তা (Simple living and high thinking) এই আদৰ্শ হিতেশ ডেকাৰ মাজত ল'ৰালি কালৰ পৰাই দেখা যায়। এনে জীৱনধাৰাৰ মাজেৰে জীৱনক আগুৱাই নিয়াৰ আৰু প্ৰতিষ্ঠিত কৰাৰ বাবে তেওঁ অবিৰত সংগ্ৰাম কৰি আহিছে। ইয়াৰ বাবে তেওঁ অশেষ দুখ-কষ্ট আৰু কঠোৰ শ্ৰম কৰিবলগীয়া হৈছে। এটা সৰু উদাহৰণ দাঙি ধৰা যাওক। আগতে গাঁওবোৰৰ প্ৰায়বোৰ আঢ্যৱন্ত মানুহৰে চৰাঘৰ এটিৰে টিনৰ ঘৰ আৰু ম'হৰ বাথান আছিল। এইবোৰ দেখি গৰীব পৰিয়ালৰ ল'ৰা হিতেশ ডেকাৰো পৰম ইচ্ছা কেনেকৈ এটি টিনৰ ঘৰ আৰু এপাল ম'হৰে এখন বাথান পাতিব পাৰি। তেওঁৰ স্বভাৱজাত নাটকীয় ভংগীৰে সমনীয়াবোৰক প্ৰায়েই কৈছিল, 'চাই থাক, এদিন টিং আৰু শিং কৰিহে এৰিম।' টিং হ'ল টিনপাতৰ ঘৰ, শিং হ'ল ম'হ। সঁচাকৈয়ে এদিন কঠোৰ পৰিশ্ৰমৰ ফলত হিতেশ ডেকাই গাঁৱত এটি টিনৰ ঘৰ সাজে আৰু সৰ্থেবাৰীৰ পশ্চিমে তাভা বিলৰ পাৰত মাটি কিনি পাম পাতে। পামত ককায়েক স্বৰ্গীয় থানেশ্বৰ ডেকাক থয়। কিছুদিন পিছত তেওঁ কেইটামান ম'হ কিনি সেই পামত ৰাখে। এনে দৃঢ় মনৰ মানুহ আছিল হিতেশ ডেকা।

সৰ্থেবাৰী বালক এম ভি (এতিয়াৰ কেন্দ্ৰীয় বালক মাধ্যমিক বিদ্যালয়) স্কুলৰ পৰা সুখ্যাতিৰে এম ভি পাছ কৰাৰ পিছত সৰ্থেবাৰী হাইস্কুলত (এতিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়) পঢ়িবলৈ লয়। ১৯৪২ চনত দেশত আন্দোলন তীব্ৰতৰ হোৱাত আন বহুতৰ লগতে তেওঁ শিক্ষানুষ্ঠান ত্যাগ কৰে আৰু সৰ্থেবাৰীৰ বিশিষ্ট ব্যৱসায়ী স্বৰ্গীয় সোণাপতি তালুকদাৰৰ সহায়ত ব্যৱসায়ত নামে। ইয়াৰ পিছত তেওঁ ব্যৱসায় এৰি স্বৰ্গীয় ডাঃ যাদৱ চন্দ্ৰ ডেকাৰ (সাহিত্যিক হলীৰাম ডেকাৰ ভাতৃ) সহায়কাৰী হিচাপে ডাঃ ডেকাৰ 'হোমিঅ' ফাৰ্মাচীত থাকে। ডাঃ ডেকা হিতেশ ডেকাৰ অগ্ৰজৰ দৰে আছিল। স্বাধীনতা আন্দোলন শাম কটাত তেওঁ পুনৰ কিতাপ-পত্ৰ হাতত লয়। ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰে। তেতিয়াৰ পৰা তেওঁৰ প্ৰকৃত সংগ্ৰামী জীৱন আৰম্ভ হয়। নলবাৰী মহাবিদ্যালয়ত আই এ পঢ়া অৱস্থাত তেওঁ যাত্ৰা পাৰ্টিত অভিনয় কৰাৰ উপৰি এণ্ডাৰ ব্যৱসায় কৰিছিল। তেওঁ প্ৰতি দেওবাৰে পলাশবাৰীলৈ গৈ তাৰ পৰা এণ্ডাৰ আনি সৰ্থেবাৰীৰ কঁহাৰ শালবোৰত দিছিল। এনেদৰে পঢ়িয়েই তেওঁ ১৯৫২ চনত আই এ পাছ কৰে। তেওঁ কলেজত পঢ়োতে প্ৰথম অৱস্থাত আত্মীয় মানুহ এঘৰত থাকি পঢ়িছিল। বিছনাৰ অভাৱত বাঁহৰ চাঙতেই শুইছিল।

শিক্ষা সাং কৰি হিতেশ ডেকাই কনিহা হাইস্কুল, বনগাঁও হাইস্কুল, সৰ্থেবাৰী আৰু শেষত জালুকবাৰী হাইস্কুলত শিক্ষকতা কৰে। জালুকবাৰী হাইস্কুলত প্ৰধান শিক্ষক হৈ তেওঁ তাৰ পৰা অবসৰ

লয়। ছাত্ৰাৱস্থাৰ পৰাই হিতেশ ডেকাই সাহিত্য চৰ্চা কৰিছিল। জীৱনৰ নানা ঘাত-প্ৰতিঘাত মাজতো ছাত্ৰাৱস্থাতেই তেওঁ যি কলম হাতত তুলি লৈছিল সেই কলম অবিৰতভাৱে চলিয়েই আছিল। সৰ্থেবাৰীৰ কেইজনমান ছাত্ৰই 'Favourable Staff' নামেৰে এটা অনুষ্ঠানৰ পাতিছিল। ১৯৪১-৪২ চনত এই অনুষ্ঠানৰ পৰা **'ৰেণু'** নামৰ এখন হাতেলিখা দুমহীয়া আলোচনী প্ৰকাশ পাইছিল। এই আলোচনীখনেই হিতেশ ডেকাৰ সাহিত্যৰ চহ কৰা প্ৰথম পথাৰ। এওঁ ইয়াৰ নিয়মীয়া লেখক আছিল। আৰু ইয়াতো বেছিভাগ ব্যংগ ৰচনা লিখিছিল। সৰ্থেবাৰীৰ আন এটা সংঘৰ জৰিয়তে 'নৱ জাগৰণ' নামৰ আন এখন হাতেলিখা দুমহীয়া আলোচনী ১৯৪১ চনৰ পৰা ১৯৪৫ চনলৈ প্ৰকাশ পাইছিল। ইয়াতেই তেওঁৰ **'গাঁৱলীয়া'** নামৰ উপন্যাস এখন ধাৰাবাহিকভাৱে প্ৰকাশ পায়। ছপাশালৰ ছেপা নোপোৱা এইখনেই আচলতে তেওঁৰ প্ৰথম উপন্যাস। ১৯৪৮ চনত **'প্ৰায়শ্চিত্ত'** নামৰ এখন চুটি গল্পৰ কিতাপ প্ৰকাশ পায়। এইখন তেওঁৰ প্ৰথম ছপা পুথি। পুথিখন সৰ্থেবাৰীৰ ভাতৃ সংঘৰ নামত তেৱেঁই প্ৰকাশ কৰিছিল। ১৯৫২ চনত তেওঁৰ কালজয়ী উপন্যাস **'আজিৰ মানুহ'** প্ৰথম প্ৰকাশ হয়। উপন্যাসখন তেওঁ নিজে প্ৰকাশ কৰে আৰু বন্ধু-বান্ধৱৰ সৈতে লগ হৈ কিতাপৰ দোকানে দোকানে বিক্ৰী কৰি ফুৰে। এনে কৰোঁতে জনৈক প্ৰকাশকৰ পৰা বিদ্ৰূপো পাইছিল। প্ৰকাশকগৰাকীৰ পৰা উল্লিখিত **'আজিৰ মানুহ'** নামৰ 'উপন্যাসখনে ১৬টা সংস্কৰণ প্ৰকাশ পাই অসমীয়া উপন্যাস প্ৰকাশৰ ক্ষেত্ৰত এক অভিলেখ সৃষ্টি কৰে। **'আজিৰ মানুহ'** হিতেশ ডেকাৰ সাধনাৰ ফল। উপন্যাসখনৰ ৰচনাৰ কালছোৱাত ডেকাই দেওবাৰে দেওবাৰে মৌনব্ৰত পালন কৰিছিল। ১৯৬০ চনত সৰ্থেবাৰীৰ 'চানেকী প্ৰতিষ্ঠান' নামৰ পুস্তক প্ৰতিষ্ঠান এটিযে প্ৰকাশ কৰা তেওঁৰ **'মাটি কাৰ?'** নামৰ উপন্যাসখনে ৰাজ্যখনত এক তুমুল আলোড়নৰ সৃষ্টি কৰে। আনকি লোকসভাতো উপন্যাসখন বন্ধ কৰাৰ বাবে দাবী উত্থাপিত হয়। পশ্চিমবংগত উপন্যাসখন বন্ধ কৰিবলৈ পশ্চিমবংগ বিধানসভাই প্ৰস্তাৱ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত কিতাপবোৰ হ'লঃ গল্প সংকলনঃ **'প্ৰায়শ্চিত্ত'**, **'গড়াখহনীয়া'**, **'এইখন আমাৰ সমাজ'**, **'হিতেশ ডেকাৰ এথুপি গল্প'**, **গল্পটো লিখা নহ'ল'**; উপন্যাসঃ **'আজিৰ মানুহ'**, **'নতুন পথ'**, **'মাটি কাৰ?'**, **'ভাৰাঘৰ'**, **'এয়েতো জীৱন'**, **'সীমাৰ কাজিয়া'**, **'আচল মানুহ'**, **'বৈৰী মানুহ'**, **'জীৱন সংঘাত'**, **'ইতিহাসে সকীয়ায়'**, **'সুখৰ সংসাৰ'**, **'কাম পত্নী'**, **'নিৰ্যাতিতা সতী'**, আৰু **'গাঁৱৰ মানুহ'**; নাটকঃ **'মন্ত্ৰীৰ হুকুম'**, **'শীৰ্ষ সম্মিলন'**, **'বিহুৱান'**, **'অসমীৰ প্ৰাণৰ কথা'**; প্ৰবন্ধ সংকলনঃ **'অসমীয়া জাতি টিকিবনে?'**, **'জাতীয় চৰকাৰ'**, **'পশ্চিমবংগত মাটি কাৰ?'**।

হিতেশ ডেকা এগৰাকী অতি আত্মবিশ্বাসী, দৃঢ়মনৰ সাহসী আৰু অতি মনোবল থকা লোক। যি সময়ত তেওঁৰ বহুতো বন্ধু-বান্ধৱে পঞ্চায়তৰ সদস্যৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ কথা ভাবিব পৰা নাছিল সেই সময়ত তেওঁ একক প্ৰচেষ্টাৰে লোকসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেওঁ **'মাটি কাৰ?'** উপন্যাসখন বিক্ৰী কৰি পোৱা ছয় হেজাৰ টকাকে আৰ্থিক সম্বল কৰি ১৯৬২ চনত বৰপেটা সমষ্টিত লোকসভাত নিৰ্বাচনত প্ৰতিদ্বন্দিতা কৰে। প্ৰধান প্ৰতিদ্বন্দ্বী প্ৰাৰ্থী আছিল ৰেণুকা দেৱী বৰকটকী আৰু স্বৰ্গীয় বিশ্ব গোস্বামী।

স্বাধীনতা আন্দোলনৰ পৰা আজিলৈকে হোৱা দেশৰ প্ৰতিটো জাতীয় আন্দোলনতে ঔপন্যাসিকগৰাকীয়ে ভাগ লৈছিল আৰু সদায় ৰাইজৰ পক্ষত আছিল। মনত পৰে ভাষা আন্দোলনৰ সময়ত (১৯৬০) গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ হলত হোৱা এখন বিৰাট জনসভাৰ কথা। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা। বিষ্ণুৰাম মেধি মাদ্ৰাজৰ ৰাজ্যপাল হৈ যোৱাত তেওঁৰ স্থলাভিষিক্ত হয় চলিহাদেৱ। সেই সময়ত চলিহা বিধানসভাৰ সদস্য নাছিল।

মুখ্যমন্ত্ৰী হোৱাৰ পিছত বৰাকৰ বদৰপুৰ সমষ্টিৰ উপ-নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি বিধানসভাৰ সদস্য হয়। ৰাজ্যভাষা সন্দৰ্ভত চলিহাই বিধানসভাত কৰা এটি মন্তব্যই গোটেই অসম উপত্যকাত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। তেতিয়া নবীন বৰদলৈ হলৰ সেই সভাখনত ভাষণ দি হিতেশ ডেকাই

কৈছিল, 'আমাৰ মুখ্যমন্ত্ৰীগৰাকী ৰপ্তানি কৰা মুখ্যমন্ত্ৰী। আমদানি কৰা মুখ্যমন্ত্ৰী নহয়। ৰপ্তানি কৰা মুখ্যমন্ত্ৰী এগৰাকীয়ে অসমীয়া মানুহৰ কথা কেনেকৈ বুজিব?' ডেকা সাহিত্যিকগৰাকীৰ এই কথাবাৰত জাউৰীয়ে জাউৰীয়ে হাত চাপৰি পৰিছিল। অসম আন্দোলনৰ কালত হিতেশ ডেকাই অসম সাহিত্য সভাৰ উপ-সভাপতি আছিল। সদৌ অসম গণ সংগ্ৰাম-পৰিষদত তেওঁ সাহিত্য সভাক প্ৰতিনিধিত্ব কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সভা-সমিতিবোৰত তেজাল ভাষণ দি মানুহক জাগ্ৰত কৰি তুলিছিল।

তেওঁ মান-অভিমান নথকা এগৰাকী নিৰহংকাৰী লোক আছিল। সৰু-ডাঙৰ সকলোৰে সৈতে মিলিব পাৰিছিল। এবাৰৰ এটা কথা। ১৯৭৭ চনত পাটাছাৰকুছিত কামৰূপ জিলাৰ সাহিত্য পৰিষদৰ অধিৱেশন অনুষ্ঠিত হৈছিল। আমিও গৈছিলো সৰ্থেবাৰীৰ ভাৰতী অধ্যয়ন চক্ৰৰ প্ৰতিনিধি হৈ। ডেকাও গৈছিল সেই অধিৱেশনলৈ। আমাৰ সৈতে বহুনিশালৈ তেওঁ গল্প-গুজব কৰি থাকি আমাৰ এগৰাকী প্ৰতিনিধি গিৰিশ ডেকা আৰু মোৰ মাজতেই তেওঁ শুই থাকিল। মনত পৰিল এনেদৰে ফণী শৰ্মা, বিষ্ণু ৰাভায়ো কৃষ্টি কৰিবলৈ গৈ খেৰৰ বিছনাত শুইছিল।

১৯৫৩ চনত বাসন্তী ডেকাৰ সৈতে হিতেশ ডেকাৰ বিয়া হয়। বাসন্তী ডেকা সহজ সৰল এগৰাকী গাঁৱলীয়া জীয়ৰী। এওঁক লৈ এখন সুন্দৰ, সুখৰে পৰিপূৰ্ণ সংসাৰ চলাইছে। শিক্ষক হিচাপে ডেকা যিদৰে এগৰাকী আদৰ্শবান কৃতী শিক্ষক পিতৃ হিচাপেও ডেকা এগৰাকী আদৰ্শবান সফল পিতৃ। দুই পুত্ৰ সাহিত্যিক ড° উমেশ ডেকা, অধ্যাপক যোগেশ ডেকা আৰু চাৰি কন্যা নিভা ডেকা, বিভা ডেকা, আভা ডেকা আৰু শোভা ডেকাক উপযুক্ত শিক্ষা-দীক্ষাৰে গঢ়ি তুলিছে। দেখা যায় যে ডেকা শিক্ষক, সাহিত্যিক আৰু পিতৃ-তিনিওটাতে সফল হৈছে।

হিতেশ ডেকা যথেষ্ট ব্যক্তিত্বশালী লোক আছিল। কোনো প্ৰলোভন বা সুবিধাৰ আশাত নিজৰ আদৰ্শক ভালেমান সাহিত্যিক, শিল্পী, বুদ্ধিজীৱীয়ে চৰকাৰী প্ৰলোভনত পৰি নিজৰ বুদ্ধি-বিবেক আৰু কলমক চৰকাৰৰ ওচৰত বিক্ৰী কৰিছে সেই সময়ত হিতেশ ডেকাই কোনো প্ৰলোভনকে প্ৰশ্ৰয় নিদি শিৰ উন্নত কৰি ৰাইজৰ পক্ষত থিয় দিছে। তেওঁ আছিল জাতে-পাতে অসমীয়া। লেখনীৰ মাজতো তেওঁৰ এই চৰিত্ৰ দেখা যায়। তেওঁৰ বক্তৃতাত, তেওঁৰ জীৱন নিৰ্বাহৰ পদ্ধতিত সকলোতে অসমীয়া হিতেশ ডেকাজনক বিচাৰি পোৱা যায়। অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ পিছত বোধহয় হিতেশ ডেকাই প্ৰথম লেখক, যি তেওঁৰ লেখনীৰ মাজেৰে 'অসমবাসীৰ অস্তিত্বৰ চেতনা প্ৰকাশ কৰি আহিছে।'



# মাটি, মানুহ আৰু প্ৰেৰণাত পথিকৃত হিতেশ ডেকা

**সতীশ চন্দ্ৰ চৌধুৰী**

**মাটি, মানুহ আৰু** মাত বা ভাষা- এই তিনিওটি ক্ষেত্ৰক লৈ যিগৰাকীয়ে জীৱনৰ সৰহখিনি সময় অতিবাহিত কৰিছে বা যাৰ চিন্তা, ভাবনা উক্ত তিনিও ক্ষেত্ৰত একীভূত হৈছে তেৱেঁই হিতেশ ডেকা। এক ব্যতিক্ৰম ব্যক্তিত্বৰ অতিপাত জেদি জেদি যেন লাগিলেও তেনেই সহজ-সৰল প্ৰকৃতাৰ্থত সঁচা মানুহ, আজিৰ মানুহ হিতেশ্বৰ ডেকা বা হিতেশ ডেকা। তেওঁ এগৰাকী প্ৰতিথযশা ঔপন্যাসিক, সাহিত্যিক, গল্পকাৰ, শিক্ষাবিদ। আনহাতে, এগৰাকী সমাজ আৰু দেশৰ বাবে কাম কৰা এক অনন্য প্ৰতিভাসম্পন্ন বনুৱা তথা ৰনুৱা। তেওঁ স্পষ্টবাদী আৰু কোনো ক্ষেত্ৰতে সেও নমনা ধীৰ ব্যক্তি, যিয়ে চিন্তা আৰু কৰ্মৰ মাজত সদায় সমতা ৰাখিবলৈ যত্ন কৰি আহিছে আৰু ৰাখিছে। তাহানি স্কুলীয়া কালত আমালোকক পঢ়িবলৈ দিয়া জীৱনী সাহিত্য, বিজ্ঞানৰ গ্ৰন্থ আদি শিশু সাহিত্যবোৰ। অসমীয়া ভাষাত এইবোৰৰ বাৰুকৈয়ে অভাৱ আছিল বাবেই কলিকতাৰ পৰা মগাই আনি সেইবোৰ পঢ়িছিলো আৰু নিজা পুথিভঁৰালত সজাই থৈছিলোঁ। পিছলৈ কেনেবাকৈ হিতেশ ডেকাৰ উপন্যাসৰাজি সহজলভ্য হেৱাত অভিভাৱকে নেদেখাকৈ সেইবোৰ বিশেষকৈ 'আজিৰ মানুহ' খন পঢ়াৰ চখত পৰিণত হয়। আজিও মনত পৰে উক্ত উপন্যাসখন আমি বহুতে এমাহতে কেইবাবাৰো পঢ়িছিলোঁ। সেয়ে তেতিয়াই আজিৰ মানুহৰ লেখকগৰাকীনো কোন জানিবলৈ আৰু তেওঁক চাবলৈ মনতে হেঁপাহ উপজিছিল। অৱশ্যে সেই হেঁপাহ পূৰণ হৈছিল 'বজালী ছাত্ৰ সন্মিলন'ৰ যোগেদি। আমি বজালী ছাত্ৰ সন্মিলনৰ ভালেমান কৰ্মীয়ে সম্ভৱ এই শতিকাৰ যাঠিৰ দশকৰ প্ৰাৰম্ভৰ বৰ্ষতে কোনো এখন সন্মিলনত তেওঁক বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰণ কৰিছিলোঁ। তেতিয়া বজালীৰ পৰা গুৱাহাটীলৈ বাছেৰে অহাৰ সুবিধা নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। ৰেল বুলি ক'লে সেই একখনেই ৰেল গুৱাহাটী-ধুবুৰী যাত্ৰীবাহী গাড়ীখন। আমি ভাবিছিলোঁ আমাৰ অৰ্থাৎ বজালী ছাত্ৰ সন্মিলনৰ বিশিষ্ট অতিথি শ্ৰীযুত হিতেশ ডেকা ৰেলত আহি পাঠশালা ৰেল ষ্টেছনৰ পৰা পাঠশালাৰ একমাত্ৰ ঘোঁৰা গাড়ীখনত সভাৰ স্থানলৈ লৈ যাম। সচৰাচৰ পলম কৰাৰ দৰে সেইদিনাও ধুবুৰীগামী ৰেলখন প্ৰায় দুঘণ্টা পলমকৈয়ে পাঠশালা পাইছিল। ধুতি পিন্ধা এজন নে দুজন মানুহ গাড়ীৰ পৰা নামিছিল। আমি লাজ লাজকৈ হিতেশ ডেকা নেকি বুলি সুধিছিলোঁ। নাই নহয়, তাৰ মানে আমাৰ বিশিষ্ট অতিথি নাহিল। আমি নিৰাশ হৈ ঘূৰি আহি শ্ৰীযুত হিতেশ ডেকা নাহিল বুলি আনসকলক জনোৱাৰ দুৰ্ভাগ্য নহ'ল। কাৰণ বিশষ্ট অতিথি শ্ৰীযুত ডেকা ডাঙৰীয়া চাইকেলেৰে আহি যথা সময়ত উপস্থিত হোৱাই নহয় তেওঁ ইতিমধ্যে ভাষণ আৰম্ভ কৰিলেই। নক'লেও হ'ব যে আমি তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰ আৰু বজালী ছাত্ৰ সন্মিলনৰ এজন স্বেচ্ছাসেৱক। সেয়া আছিল তেওঁৰ লগত প্ৰথম দেখা-দেখি। ১৯৬২ চনত পাঠশালা সাহিত্য সভাৰ জন্ম হয় তেতিয়াৰ অসম সাহিত্য সভাৰ সভাপতি প্ৰথিতযশা ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ পৰামৰ্শ তথা নিৰ্দেশত ক'ব গ'লে আমাৰ যত্নত। অসম সাহিত্য সভাৰ লগত আমাৰ সংযোগ উক্ত চনতে। ১৯৬৫ চনৰ ডিম্বেশ্বৰ নেওগদেৱৰ সভাপতিত্বত অনুষ্ঠিত অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনত প্ৰথমবাৰৰ বাবে পাঠশালা সাহিত্য সভাৰ প্ৰতিনিধি হিচাপে যোগদান কৰোঁ।সেই চনৰ পৰা সভাৰ ধিং অধিৰেশনলৈ (১৯৭০) আমাৰ দৰে আৰু বহুত ডেকা

প্ৰতিনিধিৰ এক কথাত 'ছাৰ' আছিল এজন, শ্ৰদ্ধেয় ৰজনীকান্ত দেৱশৰ্মা আৰু 'লীডাৰ' আছিল এজন শ্ৰদ্ধেয় হিতেশ ডেকা। আমাৰ সকলোৰে তেওঁ আছিল দাদা, ১৯৭১ চনৰ মাকুম অধিৱেশনত আমি অসুস্থতাৰ বাবে যোগদান কৰিব পৰা নাছিলোঁ। পিছত জানিব পাৰিছিলোঁ পাঠশালাৰ প্ৰতিনিধি মাধৱ চন্দ্ৰ অধিকাৰীক 'সতীশ' কিয় নাহিল বুলি প্ৰশ্ন কৰিছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে ধিং অধিৱেশনতে কামৰূপ জিলা সাহিত্য পৰিষদ গঠনৰ আলোচনা কৰা হৈছিল অৰ্থাৎ কামৰূপ জিলাৰ আমালোক প্ৰতিনিধিসকলে লগ লাগি ডিব্ৰুগড জিলা সাহিত্য পৰিষদৰ আৰ্হিত কামৰূপ জিলা পৰিষদ গঠনৰ সিদ্ধান্ত লৈছিলোঁ আৰু পিছৰ বছৰ অৰ্থাৎ ১৯৭১ চনত কামৰূপ জিলা সাহিত্য পৰিষদ গঠন প্ৰক্ৰিয়া ৰঙিয়াত সম্পন্ন কৰা হৈছিল। মুঠতে হিতেশ ডেকাদেৱৰ লগত আমাৰ দৰে বহুতৰ অন্তৰংগতা সাহিত্য সভা তথা কামৰূপ জিলা সাহিত্য সভা তথা কামৰূপ জিলা সাহিত্য পৰিষদৰ মাধ্যমেৰে আৰু জৰিয়তেহে। জিলা সাহিত্য পৰিষদৰ জন্ম বৰ্ষৰ পৰাই শ্ৰদ্ধেয় ডেকাদেৱ আৰু আমি জড়িত। আমি কাৰ্যনিৰ্বাহক সদস্য, মূলসভাৰ সাহিত্য পৰিষদৰো নিয়ম অনুসৰি এবছৰ বাদ পৰাৰ পিছত জিলা পৰিষদৰ সম্পাদকৰ দায়িত্ব বহন কৰোঁ। আমাৰ কাৰ্যকালৰ সকলো সময়তে যিসকলৰ সহযোগ আৰু কৰ্মপ্ৰেৰণা লাভ কৰিছিলোঁ,সেইসকলৰ ভিতৰত হিতেশ ডেকা অন্যতম। ১৯৭৬ চনত তেওঁ জিলা সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হয়। ডেকাদেৱৰ নেতৃত্বত জিলা সাহিত্য সভাক গতিশীল কৰিবলৈ জিলা পৰিষদৰ সম্পাদক হিচাপে আমি সক্ষম হৈছিলোঁ। আনকি জিলা সাহিত্য পৰিষদৰ কৰ্ম পৰিব্যাপ্ত হোৱাত কোনো কোনোৱে অসম সাহিত্য সভাক 'পেৰেলেল সাহিত্য সভা' বুলিও কটু মন্তব্য কৰিছিল। অৱশ্যে পিছলৈ জিলা সাহিত্য সভাত মূল নিয়মাৱলী অন্তৰ্ভুক্ত হোৱাত সেই কটু মন্তব্যবোৰৰ যে কোনো হেতু নাছিল সি প্ৰতিপন্ন হৈছিল। 'মাটি আৰু ঘৰ থাকিলেহে অধিকাৰ গজগজীয়া হয়'— এই ধাৰণা ডেকাদেৱৰ তাহানিৰ। সেয়ে কামৰূপ জিলা সাহিত্য পৰিষদৰ ভূমিৰ বাবে তেওঁ, আমি বহুতে বেছ কষ্ট কৰিবলগীয়াও হৈছিল। অনেক আবেদন-নিবেদন আৰু যত্নৰ ফলত জালুকবাৰী থানাৰ পিছৰ মাটিখিনি কামৰূপ জিলা সাহিত্য পৰিষদৰ বাবে পোৱা হৈছিল। ভূমিৰ সন্ধেদ দিয়াৰ পৰা আবেদন-পত্ৰ প্ৰস্তুত কৰালৈকে সকলো কাৰ্য ডেকাদেৱে নিজে কৰিছিল আৰু চৰকাৰৰ ওচৰত আমি হেঁচা দিছিলোঁ। আবেদন-পত্ৰত সভাপতি হিচাপে তেওঁ আৰু সম্পাদক হিচাপে আমি স্বাক্ষৰ কৰিছিলোঁ। বহুত তাঁত-বাটি কঢ়াৰ পিছত ভূমিখিনি পোৱা হৈছিল। চৰকাৰী নিৰ্দেশ পত্ৰ সভাপতি হিচাপে (আবেদন পত্ৰত আমাৰ দুয়োগৰাকীৰ নাম আছিল) তেওঁৰ নামতে আহিছিল। দুই-একে তেওঁৰ নামত অহাত সন্দেহ তথা আশংকাও নকৰাকৈ থকা নাছিল। তেওঁৰ লগতে আমাৰ এটাই কথা আছিল— 'চৰকাৰী আদেশ কাৰ নামত আহিছে, সেয়া গুৰুত্বপূৰ্ণ কথা নহয়, ভূমি কামৰূপ জিলা সাহিত্য পৰিষদৰহে। আমাৰ বৰ্ষতে চৰকাৰৰ পৰা অকল ভূমি বুজি লোৱাই নহয় উক্ত ভূমিৰ চৌহদত খুঁটা পোতাৰ উপৰি বাঁহৰ বেৰো দিয়া হৈছিল। আমালোকৰ কৰ্মকালৰ পিছতো মাটিৰ ৰখীয়া আছিল প্ৰকৃতাৰ্থত হিতেশ ডেকাদেৱ, কিয়নো উক্ত মাটি বেদখল কৰিবলৈ কোনো কোনোৱে চেষ্টা চলাইছিল আৰু বেৰ আদি উঠাই নিছিল। নাম ফলক লৈ যোৱা, চৌহদৰ খুঁটা ভাঙি পেলোৱা আদি কাৰ্য ঘটিছিল। কেইবাখনো নাম ফলক আঁৰিব লগীয়া হৈছিল। পিছলৈ সেই ভূমি সংৰক্ষিত হোৱাত আৰু বৰ্তমান সেই ভূমিত জিলা সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ ব্যৱস্থা হোৱাত আমি আনন্দিত হৈছোঁ আৰু আওপকীয়াভাৱে হ'লেও জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক হিচাপে আজিও আমি শ্ৰদ্ধাৰে স্মৰণ কৰোঁ। জিলা সাহিত্য সভাৰ মাধ্যমেৰে গঢ়ি উঠা সেই অন্তৰংগতা আৰু গাঢ়তৰ হৈছিল ১৯৭৬ চন আৰু ১৯৮১ চনত। কিয়নো ১৯৭৬-৭৭ বৰ্ষত সভাৰ টিহু অধিৱেশনত আমি অসম সাহিত্য

সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য আৰু ডেকাদেৱে সভাৰ উপ-সভাপতি নিৰ্বাচিত হয়। ১৯৮০-৮১ বৰ্ষৰ ৰহা অধিৱেশনত তেওঁ উপ-সভাপতি আৰু আমি সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক নিৰ্বাচিত হওঁ। অসম সাহিত্য সভাৰ লগত সংযুক্ত হোৱা, সভাৰ কালতে নিষ্ঠাৰে সভাৰ হকে কাম কৰা ডেকাদেৱ অসম সাহিত্য সভাৰ সভাপতি-নিৰ্বাচিত হোৱাত আন নহ'লেও তেওঁৰ সভাৰ লগত থকা দীৰ্ঘসূত্ৰিতাৰ কাৰণতে আমি আনন্দিত হৈছিলোঁ। ডেকাদেৱ সভাৰ বাহিৰ-ভিতৰ জনা, সভাৰ সুবিধা-অসুবিধা, বিত্তীয় দিশ, ইয়াৰ অৰাজনৈতিক আৰু অসম্প্ৰদায়িক চৰিত্ৰ আদি সম্পূৰ্ণ জনা লোক, ক'ব গ'লে সভাৰ একেবাৰে ভিতৰৰ লোক আছিল তেওঁ। সেয়ে তেওঁৰ নেতৃত্বই সভাক আৰু অধিক গতিশীল কৰাৰ লগতে ইয়াৰ অৰাজনৈতিক আৰু অসাম্প্ৰদায়িক স্থিতিকো অক্ষুণ্ন ৰাখিবলৈ সক্ষম হৈছিল।



# এগৰাকী সৰল সহকৰ্মী হিতেশ ডেকা

**কৌস্তুভমণি শইকীয়া**

১৯৮২ চনত স্নাতকোত্তৰ পৰীক্ষা দি উঠাৰ পাছত জালুকবাৰী হাইস্কুলত অনুমোদিত নোহোৱা সামান্য দৰমহাৰ সহকাৰী শিক্ষকৰ চাকৰি এটা পালো। চাকৰিৰ মহাৰ্ঘৰ দিনত ইয়ে আছিল মোৰ বাবে আথাউনি পানীত হাবু-ডুবু খাই হাততে পোৱা এডাল খেৰকুটাৰ দৰে। চাকৰিত সোমাই দেখিলো সেইখন স্কুলতে জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাযো শিক্ষকতা কৰে। সহকাৰী প্ৰধান শিক্ষক। **ভাৰাঘৰ, আজিৰ মানুহ, এয়েতো জীৱন, বৈৰী মানুহ, সীমাৰ কাজিয়া** আদি উপন্যাসৰ মাজতে লগ পোৱা ঔপন্যাসিকজনক সহকৰ্মী হিচাপে কাষতে পালো। নিজৰো সাহিত্য চৰ্চাৰ প্ৰতি থকা হেঁপাহে মানুহজনৰ আৰু ওচৰ চপাই নিলে। পাছে শিক্ষকসকলৰ জিৰণি কোঠাত বহি এইবোৰ কথা পতাৰ আহৰি নাই। ডেকাছাৰ অসম্ভৱ ব্যস্ত। সহকাৰী প্ৰধান শিক্ষক হিছাপে ছাৰে শিক্ষকসকলৰ শ্ৰেণীলৈ যোৱা ৰুটিনখনৰ তদাৰক কৰিছিল। কোনো এটা শ্ৰেণী যাতে শিক্ষক নোহোৱাকৈ থাকিব নোৱাৰে তাৰ প্ৰতি ছাৰৰ আছিল একান্ত তৎপৰতা। সেইবাবে কোনো এটা পিৰিয়দো আমি বহি থাকিবলৈ নাপাইছিলো। 'অফ পিৰিযদ'তো 'প্ৰক্সিক্লাছ' কৰিবলৈ যাব লগা হৈছিল। এদিন কেইবাটাও ক্লাছ কৰাৰ পাছত ভাগৰুৱা হৈ ছাৰক আৰু শ্ৰেণী ল'বলৈ নিদিবলৈকে অনুৰোধ কৰাত ক'লে— 'ডেকা ছলি ভাগাৰ ধৰলে কেন্‌কে হবো, উঠি অহা ছলিমখাক শিকাবৰ বাবে এইখিনি ত্যাগ কৰ্‌ব লাগ্‌ব।' ছাৰ নিজেও আছিল কথাই কামে এক। গতিকে দিনটোৰ সাতোটা পিৰিয়দ বিৰতি নোহোৱাকৈ পাঠদান কৰি ময়ো কষ্টসহিষ্ণু হৈছিলো। ব্যস্ততাৰ মাজতো ছাৰে মোৰ ঘৰুৱা খবৰো লৈছিল। মোৰ দেউতাও গোলাঘাটৰ কমাৰবন্ধা হাইস্কুলৰ এগৰাকী শিক্ষক বুলি জানি ছাৰে বৰ সহমৰ্মিতা প্ৰকাশ কৰি প্ৰায়ে দেউতাৰ খবৰ সুধিছিল। দুই গৰাকী শিক্ষকেই ওপৰ শ্ৰেণীত অসমীয়া পঢ়ুৱাইছিল আৰু একে বছৰতে অৰ্থাৎ ১৯৮৫ চনত অৱসৰ গ্ৰহণ কৰিছিল। অৱশ্যে ১৯৮৮ চনতে আমাৰ দেউতা ঢুকায়। হিতেশ ডেকাছাৰৰ স্থানীয় ভাষাত কোৱা কথন ভংগীয়ে মোক বৰ আকৰ্ষণ কৰিছিল। ৰাজহুৱা ভাষণতো তেখেতৰ এই ঠাঁচটোৰ অলপো হেৰফেৰ নহৈছিল। সাজে-পোছাকে, কথাই-বতৰাই, খোজে-কাটলে ডেকাছাৰৰ ব্যক্তিত্বত এক নিৰ্মল সৰলতা বিৰাজ কৰিছিল। খোজ কাঢ়ি ছাৰে বৰ ভাল পাইছিল। চুৰিয়াযোৰৰ মূৰ এটা হাতৰ মুঠিত লৈ বাটেৰে হিতেশ ডেকাছাৰ গৈ থকা বহুতৰ বাবে এটা চিনাকি দৃশ্য। শুদা ভৰিৰেও তেখেত ইফালে-সিফালে গৈছিল। মগজুৰ ৰক্তক্ষৰণত হঠাৎ অসুস্থ হৈ পৰাৰ আগলৈকে হিতেশ ডেকাছাৰৰ হাতৰ কলম সক্ৰিয় হৈ আছিল। শেহতীয়াকৈ তেখেতে **'সাহসী ল'ৰা'** শীৰ্ষক এখনি কিশোৰ উপন্যাস আৰু সৰ্থেবাৰীৰ কাঁহ-পিতলৰ শিল্পীসকলৰ জীৱনৰ ভিত্তিত **'ত্যাগ'** নামৰ এখন সুদীৰ্ঘ উপন্যাসৰ পাণ্ডুলিপি সম্পূৰ্ণ কৰি থৈ গৈছে। হিন্দু-মুছলমানৰ মিলনথলী গাড়ীগাঁৱৰ য'ত হিতেশ ডেকাছাৰে কুটীৰ সাজি বাস কৰিছিল সেই কুটীৰৰ প্ৰাংগনত কিছুপৰৰ বাবে ৰখা শেষ শয়নত শায়িত ছাৰৰ প্ৰতি শেষ শ্ৰদ্ধা জনাবলৈ অফলা ভাগি আহিছিল জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে অগণন শোকস্তব্ধ ৰাইজ। আকাশবাণীৰ হৈ শ্ৰদ্ধাঞ্জলি অনুষ্ঠান বাণীবদ্ধ কৰিবলৈ গৈ উভতি আহোতে দেখিলো কেইবাজনো মুছলিম সম্প্ৰদায়ৰ ডেকাই ছাৰৰ বাবে কাঠসংস্কাৰৰ থলী আয়োজন কৰি আছে। হয়, হিতেশ ডেকাছাৰ মানুহৰ হৃদয়জিনা এগৰাকী সঁচা জীৱনশিল্পী আছিল। এয়েতো জীৱন।

□□□□□

# হিতেশ ডেকাৰ সোঁৱৰণত

কৃষ্ণ শৰ্মা

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন। সেই সময়ত সহযাত্ৰী হৈ থকা আমি বহুতেই ভালেমান বন্ধু বান্ধৱৰ লগত যোগাযোগ স্থাপন কৰিবলৈ সক্ষম হৈছিলো। মুম্বাইত (তেতিয়া বোম্বাই) ১৯৪২ চনৰ ৮ আগষ্টত ভাৰতৰ জাতীয় কংগ্ৰেছৰ মহাসভাত সৰ্বসন্মতিক্ৰমে ভাৰত ত্যাগ প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগেই বৃটিছ সিংহৰ গা লৰি উঠিল। ৰাতি নৌ পুৱাওতেই জাতিৰ পিতা মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু প্ৰমুখ্যে দেশৰ নবীন প্ৰবীণ নেতাসকলক গ্ৰেপ্তাৰ কৰি কাৰাৰুদ্ধ কৰিলে। বিভিন্ন ৰাজ্যৰ নেতৃস্থানীয় নেতাসকলকো যাকে য'তে পালে গ্ৰেপ্তাৰ কৰি বিভিন্ন জেলত আৱদ্ধ কৰি ৰাখিলে। আমাৰ অসমৰো বহু কেইজন কংগ্ৰেছ নেতাক মুম্বাইৰ পৰা ঘূৰি থকা অৱস্থাত বাটতে আটক কৰিলে। এইবোৰ খবৰ বিয়পি পৰাৰ লগে লগে দেশত গণ আন্দোলন এটাৰ সূচনা হ'ল। ভাৰতৰ অন্যান্য ঠাইত হোৱাৰ দৰে আমাৰ নলবাৰী অঞ্চলতো ভাৰত ত্যাগ আন্দোলনৰ সকলো কাম-কাজ প্ৰতিজন নেতাৰ পৰা কৰ্মীলৈকে আটায়ে শৃংখলাৰে ওপৰৰ নিৰ্দেশক্ৰমে কৰিব ধৰিলে।

নলবাৰী অঞ্চলৰ বাহজানীত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন পৰ্যন্ত বিভিন্ন ধৰণে বাপুৰ সাংগঠনিক কৰ্মপন্থাৰে বিভিন্ন কাম কাজ চলি থকা সময়ত স্বাধীনতা যুজত দেহেকেহে লগা বহুতো দেশপ্ৰাণ যুৱকৰ সৃষ্টি হৈছিল। ১৯৪২ চনৰ আন্দোলনতো বহু ডেকা গাভৰুৱে জপিয়াই পৰিছিল।

১৯২১ চনৰ পৰা ১৯৪২ চনলৈকে মই এজন সক্ৰিয় কংগ্ৰেছ কৰ্মী আছিলো। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত কংগ্ৰেছ কৰ্মীসকলৰ আপদ কালত বা কৰ্মৰত অৱস্থাত তেওঁলোকৰ থকা খোৱা, কথা বাৰ্তা, চলা ফুৰা সকলো ক্ষেত্ৰতে সহযোগিতাৰ মনোভাবেৰে বাহজানী মৌজাৰ ভিতৰতে কংগ্ৰেছ সকলৰ দ্বাৰা স্থাপিত একমাত্ৰ জাতীয় শিক্ষানুস্থান গোপালথান পলিটেকনিকেল ইনষ্টিটিউটখন আন্দোলন আৰম্ভ হোৱাৰ কিছু পিছতে বন্ধ কৰি দি কংগ্ৰেছ কৰ্মীসকলৰ লগত সম্বন্ধ বা যোগাযোগ স্থাপনাৰ্থে তাত থকা-মিলা, খোৱা বোৱা আদিৰ ব্যৱস্থা কৰা হৈছিল। ইয়াৰ সম্পূৰ্ণ দায়িত্ব বাহজানী কংগ্ৰেছ কমিটীয়ে লৈছিল। আমি বহুকেইজনে তত্ত্বাৱধান কৰিছিলো।

এদিনৰ কথা। সিদিনা শিবিৰৰ দায়িত্বত আছিলো মই আৰু মোৰ সহকৰ্মী হলধৰ চক্ৰবৰ্তী (এতিয়া প্ৰয়াত)। আমি কেইজনমান কৰ্মীৰ সৈতে গোপালথানতে অপেক্ষাৰত আছিলো। গধূলি সাত বজামানত কেইজনমান দূৰণিবটীয়া যুৱক কৰ্মী অহাৰ খবৰ পালো। আমি দুয়োজনে তেওঁলোকৰ পৰিচয় ললো আৰু তাক কাৰ্যালয়ত ৰেকৰ্ড কৰিলো। যুৱকৰ দলটোত থকা আমাৰ পুৰণা কংগ্ৰেছ কৰ্মী সৰ্থেবাৰীৰ (হেলচা গাঁৱৰ) বন্ধু ভবানী ভট্টাচাৰ্যক (এতিয়া প্ৰয়াত) পাই সুখী হ'লো আৰু আমাৰ সন্দেহ ভাব আঁতৰাই খোৱা-থকাৰ ব্যৱস্থা কৰিবলৈ নিৰ্দেশ দিলো। পাঁচজনীয়া ডেকা দলটিত অন্যান্য কেইজনৰ লগত এজন সুন্দৰ সুঠাম দেহৰ, দেখাত প্ৰখৰ বুদ্ধিসম্পন্ন, হাঁহিমুখ দেখিলো। মৰম লগা লোকক পাই ভাল লাগিল। ৰাতি খুৱাই-বুৱাই ওচৰৰ মানুহৰ ঘৰত ৰাতিটোৰ বাবে নিৰ্দ্দিষ্টকৈ থকাৰ ব্যৱস্থা কৰি আহিলো। পিছদিনা পুৱাই চাহ জলপান খুৱাই কথা-বাৰ্তা হৈ সংযোগ স্থাপন কৰি বিদায় দিলো। উল্লেখযোগ্য যে এই দলটিতে আছিল সৰ্থেবাৰীৰ যুৱক হিতেশ ডেকা— পৰৱৰ্তী কালৰ বিখ্যাত ঔপন্যাসিক। তেওঁৰ বিয়োগত মই এজন বন্ধু হেৰুৱালো।

অৱশ্যে বহু ক্ষেত্ৰত তেওঁৰ লগত এৰা-এৰি হবলগীয়া হৈছিলো। ১৯৫৪ চনত মই গোপালথান পলিটেকনিকেল ইনষ্টিটিউচনৰ শিক্ষকতা পদ ইস্তফা দি নতুনকৈ নলবাৰীত স্থাপিত গাঁও

উন্নয়ন বিভাগৰ কাৰ্যালয়ত গাঁও পৰিদৰ্শক হিচাপে যোগদান কৰো। এদিন ৰাজধানী শ্বিলঙৰ মীন বিভাগৰ কাৰ্যালয়ৰ পৰা এখন চিঠি নলবাৰী গাঁও উন্নয়ন কাৰ্যালয়লৈ আহিল। গাঁও উন্নয়ন বিষয়া উপেন ডেকাই (এতিয়া প্ৰয়াত) মোক মাতি নি চিঠিখন দেখুৱালে। সেইখনৰ লগতে আছিল সৰ্থেবাৰীৰ হিতেশ ডেকাই মীন পালনাৰ্থে কৰা ঋণ আবেদন। উন্নয়ন বিষয়াই মোক সৰ্থেবাৰীলৈ গৈ অনুসন্ধান কৰি যথোচিত প্ৰতিবেদন দিবলৈ নিদেশ দিলে। সেই সময়ে কোনো খবৰ নিদিয়াকৈ মই সৰ্থেবাৰী ওলালোগৈ। সেই সময়ত সৰ্থেবাৰীলৈ কোনো যান বাহনৰ ব্যৱস্থা নাছিল, গতিকে মই নিজৰ চাইকেলেৰেই সেই ঠাই পালোগৈ। আগেয়ে কোনোদিনে সৰ্থেবাৰীলৈ যোৱা নাছিলো। এজন লোকে প্ৰখ্যাত সাহিত্যিক ৺কোহীৰাম দাসৰ ঘৰ দেখুৱাই দিলে। মই গুৱাহাটীৰ সোণাৰাম স্কুলত পঢ়ি থকা সময়ত শ্ৰদ্ধেয় এই শিক্ষকজনে আমাক অসমীয়া সাহিত্য পঢ়ুৱাইছিল। ঘৰটো দেখি দুখ লাগিল। জৰাজীৰ্ণ ঘৰ— ঠিক সোণাৰাম স্কুলৰ পুৰণি ছাত্ৰাবাসৰ কাষতে থকা পুখুৰীটোৰ পশ্চিম খণ্ডৰ এডৰা মাটিত তেওঁ বসবাস কৰা সাধাৰণ ঘৰটোৰ দৰে। স্বৰ্গীয় দাস ছাৰৰ দুজন পুত্ৰ আৰু সম্ভৱ তিনিগৰাকী কন্যা আছিল। সৰু ল'ৰাজন মস্তিষ্কৰ বিকাৰত ভুগি আছে। চন্দ্ৰকান্ত অভিধানখন সম্পূৰ্ণ কৰিবলৈ এটা সময়ত দায়িত্ব লোৱা অবিভক্ত কামৰূপ জিলাৰ প্ৰথম কেইজনমান স্নাতকৰ অন্যতম কোহিৰাম দাসৰ বৰপুত্ৰ বোলে সৰ্থেবাৰাৰ বঙলাৰ চকীদাৰ। এইবোৰ খবৰ শুনি বেজাৰ লাগিল।

তাৰ পিছত হিতেশ ডেকাৰ ঘৰ বিচাৰি উলিয়ালোগৈ। তেওঁৰ ঘৰ তেতিয়া সাধাৰণ অৱস্থাৰ। মই গৈ পোৱা সময়ত কিবা লিখা-পঢ়া কৰি আছিল। বহু বছৰ আগেয়ে লগ পাইছিলো যদিও তেতিয়া কোনোৱে আমি কাকো চিনি পোৱা নাছিলো। পিছত চিনাকি হ'লত তেওঁ মোক, তেওঁৰ পত্নীৰ লগতো স্বাধীনতা সংগ্ৰামী, সমাজ সেৱী পুৰণি কংগ্ৰেছ কৰ্মী বুলি পৰিচয় কৰাই দিলে। মই তেওঁৰ সকলো কথা পাহৰি গৈছিলো। তেওঁ কিন্তু মোক যেন পাহৰা নাই এনে ভাবেৰে কথা বতৰা কৈছিল। সাজিকাচি সম্মুখেৰে গৈ থকা মনোৰমা নামৰ ছোৱালী এজনীকো মাতি আনি মোক তেওঁৰ পিতৃৰ প্ৰিয় ছাত্ৰ বুলি চিনাকি কৰাই দিলে আৰু স্কুললৈ নগৈ ৰন্ধা বঢ়াত গৃহিনীক সহায় কৰিবলৈ ক'লে। ছোৱালীজনীয়ে ডেকাৰ কথামতেই ঘৰৰ ভিতৰ সোমাল।

তাৰ পিছত চাহ-জলপান খুৱাই ডেকাই মোক গাঁওখন ফুৰাবলৈ নিলে। কঁহাৰসকলে কাঁহৰ বাচনবোৰ বিভিন্ন আকৃতিৰে তৈয়াৰ কৰা যন্ত্ৰপাতিবোৰ প্ৰথমে দেখুৱালে। তাৰ পিছত সাজিকাচি উলিওৱা দোকানবোৰ দেখুৱালে। এজন লোক কাঁহৰ দোকান এখনত বহি আছিল। তেওঁ সোণাৰাম স্কুলত পঢ়া একে শ্ৰেণীৰে পুৰণি বন্ধু ভূমিধৰ বৰ্মণ বুলি জানি ৰং পালো। তেতিয়া তেওঁ এজন প্ৰসিদ্ধ কাঁহ ব্যৱসায়ী। দুপৰীয়া ডেকাৰ ঘৰতে ভাত পানী খাই কিছু জিৰাই সতাই শাহজানীৰ ঘৰ বুলি ৰাওনা হ'লো। বাটতে সৰ্থেবাৰী হাইস্কুলতো সোমালো – দুই এজন চিনাজনা শিক্ষককো লগ পালো। তেতিয়া ডেকাইও তাতেই শিক্ষকতা কৰি আছিল। তেতিয়া তাৰ প্ৰধান শিক্ষক আছিল অনাদি শৰ্মা- তেৰো কটন কলেজত মোৰ সহপাঠী আছিল।

কৰ্তব্যৰ খাতিৰত তাৰ পিছত ডেকা আৰু মই বহুদিন একেলগ হ'ব পৰা নাছিলো। তেওঁ সাহিত্য কৰ্মতে ব্যস্ত আছিল। তেওঁৰ জীৱনকালতে ১৬ খন উপন্যাস আৰু পাঁচখন গল্পসংকলন প্ৰকাশ পাইছিল।

১৯৯৮ চনত সমগ্ৰ ভাৰততে জাতিৰ পিতা মাহত্মা গান্ধী আৰু ৰাষ্ট্ৰমাতা কস্তুৰবাৰ ১২৫ বছৰীয়া জন্মোৎসৱ, বিনোবাজীৰ ১০০ বছৰীয়া জন্মোৎসৱ আৰু কস্তুৰবা ৰাষ্ট্ৰীয় ন্যাসৰ উদ্যোগত স্থাপিত গ্ৰাম সেৱা কেন্দ্ৰবোৰৰ ৫০ বছৰীয়া সমাৰোহৰ ৰাজহুৱা সভাত ডেকাকো বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰণ জনোৱা হৈছিল। তেওঁ হঠাতে অসুস্থ হৈ পৰাত অৱশ্যে যোগদান কৰিব নোৱাৰিলে আৰু আমাৰ দুয়োজনৰ মাজত পুনৰ সংযোগ স্থাপনো নহ'ল। সমাৰোহত তেওঁৰ আশু আৰোগ্য কামনা কৰি প্ৰাৰ্থনা কৰা হৈছিল। আজিও তেওঁৰ আত্মাৰ সদ্গতি কামনা কৰিছো।

□□□□□

# নাট্যকাৰ হিতেশ ডেকা আৰু ঈশ্বৰ-আল্লা-গডৰ শীৰ্ষ সন্মিলন

**এম চালেহ উদ্দিন চৌধুৰী**

অসমীয়া সাহিত্যৰ এগৰাকী নীৰব কৰ্মী প্ৰচাৰ বিমুখ হিতেশ ডেকাক অসম সাহিত্য সভাই ৬১ তম্ সৰ্থেবাৰী অধিবেশনৰ সভাপতি পদত অধিষ্ঠিত কৰি যোগ্যজনক যোগ্য আসনতে বহুৱাইছিল। হিতেশ ডেকাৰ জন্ম স্থানো সৰ্থেবাৰী। নিজ গাঁৱতে সভাপতিৰ পদ অলংকৃত কৰা সাহিত্য জগতৰ সিংহ পুৰুষ ডেকা এক ব্যতিক্ৰম নজীৰ।

হিতেশ ডেকা এগৰাকী জনপ্ৰিয় ঔপন্যাসিক। পাঠক সমাজৰ তৃণমূল পৰ্যায়তো হিতেশ ডেকা এটা চিনাকি নাম। অসমীয়া সাহিত্যত হিতেশ ডেকাই একমাত্ৰ সফল ঔপন্যাসিক যিজনাৰ উপন্যাসৰ (আজিৰ মানুহ) যোল্লটা সংস্কৰণ ওলাইছে।

ডেকাই সাহিত্য কৰ্মৰ বাবে বিশেষ বঁটা-বাহন নাপালেও জনসাধাৰণ অৰ্থাৎ তেওঁৰ প্ৰিয় পাঠক সমাজে তেওঁক যথেষ্ঠ মৰম কৰি বঁটা-বাহনতকৈ তেওঁক শ্ৰেষ্ঠ মূল্যাংকন কৰিছে।

ঔপন্যাসিক হিচাপে ডেকাই যিধৰণে সফলতা দেখুৱাবলৈ সক্ষম হৈছে, অনুৰূপে এগৰাকী নাট্যকাৰ হচাপেও তেনে সফলতাই প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে।

বিভিন্ন সময়ত তেওঁ লিখা প্ৰবন্ধ ৰাজিৰ প্ৰমূল্য সদায় অক্ষুণ্ণ থাকিব, বিশেষকৈ সুদীৰ্ঘ অসম আন্দোলনৰ সময়ছোৱাত লিখা জাতীয় ভাব প্ৰবণ প্ৰবন্ধবোৰৰ বাবে তেওঁ এগৰাকী জাতি হিতৈষী পুৰুষ হিচাপে চিহ্নিত হৈ ৰ'ব।

বহুতে নাজানে যে হিতেশ ডেকা এগৰাকী সফল নাট্যকাৰো। ৰোমান্টিক ভাব বিলাসত ভাব-বাহী জাহাজ এৰি দিয়া ব্যক্তি এগৰাকীৰ অনুভূতিৰ পথাৰতো যে গুৰু গম্ভীৰ দেশাত্মবোধ কিম্বা সম্প্ৰীতিৰ সেতু ৰচিত হ'ব পাৰে সেই কথা ভাবিলেও আচৰিত লাগে। হিতেশ ডেকাৰ চাৰিখন নাটকৰ ভিতৰত **'মন্ত্ৰীৰ হুকুম'** আৰু **'শীৰ্ষ সন্মিলন'** অন্যতম। মন্ত্ৰীৰ হুকুমত যিদৰে সমাজৰ এখন ছবি অংকিত কৰা হৈছে, সেইদৰে শীৰ্ষ সন্মিলনত আছে যুগজয়ী সমন্বয়ৰ সৌধ।

আমি নাটকৰ কাৰণে পাগল এগৰাকী নাট্য কৰ্মী বুলি জানিয়ে এদিন ডেকাই **'শীৰ্ষ সন্মিলন'** নামৰ নাটখনিৰ কাহিনী ভাগ আমাৰ আগত নিজে ব্যক্ত কৰিছিল। তাৰ পিছত এদিন আমি নাটখনি কিনি নিজে পঢ়ি পৰিচালনা কৰি অভিনয় কৰাই ৰাইজৰ পৰা বাঃ বাঃ লভিছিলো। এই বাঃ বাঃৰ আঁৰত অভিনয় কিম্বা পৰিচালনাৰ উপৰি নাটখনিৰ কাহিনী ভাগে অগ্ৰণী ভূমিকা লৈছিল । এইখিনিতে আমি পাঠক সমাজক কাহিনী ভাগ অবগত কৰোৱাৰ লোভ সামৰিব নোৱাৰিলো।

**আমাৰ মানুহে কথাতে কয় বোলে পাপীৰ মুখত ৰাম নাম। ডেকাইয়ো নাটখনিৰ এটা পাপী চৰিত্ৰ অংকণ কৰিছে। পাপীজন এজন হিন্দু ধৰ্মৰ লোক। সি পৃথিৱীত বহু পাপ কাম কৰিলে। শেষত তাৰ মৃত্যু পৰোৱানা আহিল। যমদূত আহি তাৰ ওচৰত উপস্থিত হোৱাৰ লগে লগে সি ভিৰাই লৰ মাৰিলে; যমদূতে পাছে পাছে খেদি গৈ তাক থাপ মাৰি ধৰি ক'লে— 'বল, তোৰ কাৰণে কুম্ভীপাক নৰক প্ৰস্তুত।' তেতিয়া পাপীয়ে 'অ' আল্লা' বুলি চিঞৰি উঠিল। যমদূত হতভম্ব হ'ল। 'ই দেখোন হিন্দু।' যমদূতৰ অবস্থা দেখি পাপীয়ে ক'লে— 'মই এতিয়া তহঁতৰ ধৰ্মত নাই। বিশ্বাস নহয় যদি চিত্ৰগুপ্তৰ অফিচলৈ ফোন কৰি চা। কাৰ খাটাত মোৰ নাম আছে? হিন্দু ধৰ্মত**

বহু খেলি-মেলি দেখিয়ে মুছলমান হৈ গ'লো। মোক নিলে পিছত গোষ্ট পোলাও নহলে আল্লাই মিটিং কৰিব নোৱাৰে। স্বৰ্গততো গো-মাংস নচলে। সেয়েহে এইখন বেহেস্তত হওক।' দুয়োৰো মতামতলৈ বাট চাই থকা গডৰ চেক্রেটাৰীয়ে ভেটো দি লাহেকৈ কৈ উঠিল, 'বেহেস্তত হব নোৱাৰে। মিটিঙৰ মাজতে মিটিং চলি থকা সময়ত অলপ গোলাপী ড্রিঙ্কছ নকৰিলে গডে মিটিঙ কৰিব নোৱাৰে। বেহেস্তত ড্রিঙ্কছ নচলে। সেয়েহে এইখন হেভেনতে হওক।' শেষত সভাখন হেভেনত হোৱাটোকে ঠিৰাং কৰা হ'ল।

মঞ্চসজ্জা হেভেনৰ। মঞ্চত তিনিখন চকী সু-সজ্জিত। ঈশ্বৰ, আল্লা, গডৰ প্রাইভেট চেক্রেটাৰী তিনি গৰাকী। একাষত পাপীজন। প্রথমে অলৰ বুঢ়া হৈ ভগবান আহি সুধিলে গড আৰু আল্লাৰ কথা। তেওঁলোক অহা নাই বুলি কোৱাত ভগবানৰ প্রস্থান । তাৰ পিছত আল্লাই আহি ভগবান আৰু গডক নেদেখি তেৱোঁ প্রস্থান কৰে। শেষত চাহাবী হেট লগাই গডৰ প্রবেশ। বাকী দুজনৰ অনুপস্থিতিত গডে চকীত বহি পাপীৰ লগত আলোচনা কৰে। কথোপকথনত পাপীয়ে কৈ উঠে, 'আপুনি ঠিকেই আছিল; কিন্তু আপোনাৰ চেলা-ছামুণ্ডা সকলহে ঠিক নহয়। ঈশ্বৰৰ প্রাইভেট চেক্রেটাৰীয়ে নিজৰ জনৰ বাহিৰে আন কাকো নিচিনে।' তেতিয়া গডে কৈ উঠে, 'আৰু তই?' পাপীয়ে তেতিয়া সকলোকে চিনি পায় বুলি কয়। তেওঁ গডৰ প্রতি লক্ষ্য কৰি কয় 'অলপ আগতে আপুনিয়ে অলৰ বুঢ়াৰ বেশত ভগবান হৈ আহিছে। তাৰ পিছত ইছলামীয় সাজেৰে আল্লা হৈ আহিছে। এতিয়া আকৌ, গড হৈ ইযাত বহিছেহি। ঈশ্বৰ, আল্লা, গড আপুনিতো এজনেই। চেলা ছামুণ্ডা সকলেহে আপোনাক ভিন ভিন ৰূপত দেখি অনৰ্থৰ সৃষ্টি কৰে।' পাপীৰ কথাত গড ৰূপী ঈশ্বৰ, আল্লা সন্তুষ্ট হ'ল। সিমানতে ঈশ্বৰ, আল্লা, গডৰ শীৰ্ষ সন্মিলনৰ সামৰণি।

হিতেশ ডেকাই লিখা এই নাটখন সৰু যদিও অৰ্থবহ। সাধাৰণ এটা পাপী চৰিত্রৰ মাজেৰে ডেকাই যি এটা মহৎ বাণী প্রচাৰ কৰিলে সেয়া সঁচাই মন কৰিবলগীয়া।

'এখন পৃথিৱী আৰু এখন আকাশ, ভিনভিন ৰূপত দেখো একেই প্রকাশ'ৰ দৰে ডেকাৰ **'শীৰ্ষ সন্মিলন'**য়েও সাম্প্রদায়িক সম্প্রীতিৰ এক যুগজয়ী বাৰ্তা বহন কৰিছে। 'শীৰ্ষ সন্মিলন'ৰ বাবেই হিতেশ ডেকা এগৰাকী সফল নাট্যকাৰ হিচাপে চিহ্নিত হৈ ৰ'ব।



# হিতেশ ডেকা মানুহজন

ভবানন্দ ডেকা

সাধাৰণ পোছাকেৰে এজন সাধাৰণ মানুহ যেন লগা, মুখত কিন্তু দৃঢ়তাৰ চিন, খোজ-কাটলত গম্ভীৰ ধ্বনি আৰু শকত-আৱত দেহৰ মানুহ হিতেশ ডেকা। হিতেশ নহৈ 'হিতৈষী' নামটো মানুহজনৰ লগত বেছি খাপ খোৱা হ'লহেঁতেন। কাৰণ তেওঁ সৰুৰে পৰা নিজতকৈও সমাজক বেছি ভাল পাইছিল। সৰুকালিতে তেওঁৰ লগত দেখা শুনা আছিল যদিও, তেতিয়া বন্ধুত্বৰ পাশত বান্ধ হোৱা নাছিলো। মোতকৈ তেওঁ ছয় বছৰে ডাঙৰ। পঢ়াতো মোৰ আগেয়ে ১৯৫২ চনত ডিগ্ৰী লাভ কৰে। ডিগ্ৰী লাভ কৰি গুৱাহাটীলৈ অহাৰ পিচতহে তেওঁৰ লগত বেছি ওচৰ সম্পৰ্ক গঢ়ি উঠে।

১৯৪২/৪৩ চন। তেতিয়া মই সৰ্থেবাৰীৰ ওচৰৰ আমৃখোৱা মাইনৰ স্কুলৰ ছাত্ৰ। বোধকৰো হিতেশ ডেকা তেতিয়া সপ্তম শ্ৰেণীৰ ছাত্ৰ, মই চতুৰ্থ শ্ৰেণীত। সেই সময়ত গান্ধীজীৰ অসহযোগ আন্দোলনৰ পূৰ্ণ পযোভৰ, গাঁৱে ভূঁয়ে, নগৰে প্ৰান্তৰে- 'গান্ধীজীকি জয়, ভাৰত মাতাকী জয়' ধ্বনিযে আকাশ পাতাল কঁপোৱা সময়। আমি ছাত্ৰ হিচাপে আন্দোলনত যোগদান কৰি মাজে মাজে স্কুলৰ পৰা ওলাই গৈ গাঁৱে গাঁৱে স্বাধীনতাৰ জয় গীতি গাই ফুৰিছিলো। এবাৰ মাইনৰ স্কুলৰ ছাত্ৰবোৰৰ সৈতে ত্ৰিৰংগ পতাকা হাতত লৈ শোভাযাত্ৰা কৰি বণিযাকুছিত থকা সৰুক্ষেত্ৰী হাইস্কুলৰ ছাত্ৰবোৰক লগ পাই একেলগে গৈ সৰ্থেবাৰীৰ সভাৰ খোলাত উপস্থিত হৈছিলো। সেই সময়ত আমাৰ দলৰ দলপতি হিচাপে মোক এজন ওখ পাখ শকত আৱত ডেকা ছাত্ৰই আগবাঢ়ি আহি কৰমৰ্দন কৰি আমাৰ মাইনৰ স্কুলৰ মোৰ সংগী ছাত্ৰবোৰৰ লগত চিনাকি হৈছিল। পিচত জানিছিলো তেওঁৰ নাম হিতেশ ডেকা। তেওঁ পিচত স্বাধীনতা আন্দোলনত ভালদৰেই পৰি বিভিন্ন ঠাইত ঘূৰি ফুৰিছিল।

গুৱাহাটীত লগ পোৱাৰ পূৰ্বে স্বাধীনতা আন্দোলনৰ সময়ত দুই এটা দিনত লগ পোৱাৰ পিচত তেওঁক দেখা পাইছিলো যাত্ৰাপাৰ্টিৰ এজন দৈত্যৰাজ হিচাপে। সৰ্থেবাৰী তামুলী চুপা অপেৰা যাত্ৰাৰ নামজ্বলা শিল্পী হিচাপে হিতেশ ডেকাৰ নাম বিযপি পৰিছিল। বিস্ময় মানিছিলো তেওঁ দৈত্যৰাজ হিচাপে দিয়া বচনবোৰ শুনি। গলগলীয়া মাত। দৰ্শকৰ মাজত বিস্ময়— হাত তালি। তেতিয়া সৰুক্ষেত্ৰী অঞ্চলৰ দুজন ছাত্ৰ যাত্ৰাপাৰ্টিত থকা হিচাপে আমাৰ অঞ্চলত বৰ নাম। এজন হিতেশ ডেকা আৰু আনজন স্বৰ্গীয় ৰামমল ঠাকুৰীয়া।

হিতেশ ডেকা এজন স্বাধীনচিতীয়া, নিৰহংকাৰী, অক্লান্ত কৰ্মী, সাহসী, দৃঢ়মনা আৰু সৰবৰহী লোক। সকলোৰে লগত সহজে মিলি থাকিব পৰা লোক। ন্যায়ৰ হকে কাম কৰি বৰ ভাল পায়। তেওঁৰ জীৱন-দৰ্শনৰ পিনে চালে দেখা যায় যে সৰুৰে পৰা তেওঁ নিষ্ঠাবান কৰ্মী আছিল, নিজক আৰু সমাজক নিকা কৰি ৰাখিবলৈ যত্ন কৰিছিল। সমাজৰ, দেশৰ অন্যায় আচৰণক তেওঁ তীব্ৰ গৰিহণা দিছিল। সৰু ডাঙৰ হ'ব খোজে, নোৱাৰে। হিতেশ ডেকাই কিন্তু সমাজত ভাল স্থান পায়ো সৰু কাম কৰিবলৈ হেলা নকৰিছিল। তেওঁৰ নিজ জীৱন গঢ়িবলৈ সৰুৰে পৰা সৰু বৰ সকলো কাম কৰিছিল। হিতেশ ডেকাৰ অন্তৰত আগুৱাই যোৱাৰ দুৰ্বাৰ শক্তি। তেওঁ তেওঁৰ কামৰ দ্বাৰা সমাজৰ আগত আদৰ্শ দাঙি ধৰিব পাৰিছিল। ছাত্ৰকালতেই সৰুৰে পৰা তেওঁ নানা কাম কৰিছিল, বজাৰলৈ গৈ বস্তু কিনা-বেচা কৰিছিল, এণ্ডাৰৰ বেপাৰ কৰিছিল আৰু ঘৰুৱা কামো কৰিছিল। সেই বুলি লিখা-পঢ়াৰ প্ৰতি আওকাণ কৰা নাছিল। সকলো পৰীক্ষাতে কৃতিত্বৰে উত্তীৰ্ণ হৈছিল। জীৱনৰ বাটত বহুত উজুটি খাই খাই শেষত গুৱাহাটীত থিতাপি লৈ ঘৰুৱা কাম কৰাৰ উপৰিও, পঢ়া-

শুনা, লিখাত তেওঁ মনোনিৱেশ কৰে। গুৱাহাটীতো তেওঁ গ্ৰাম্য পৰিৱেশত থকাৰ মন কৰি নগৰৰ ভিতৰত মাটি-ঘৰ নকৰি, গুৱাহাটীৰ পাৰ্শ্ববৰ্তী ঠাই গাড়ীগাঁৱত গাঁৱলীয়া জীৱন-যাপন কৰে। অসমা-সুষমা মুনি মনোলোভা বৰলুইতৰ পাৰৰ গাড়ীগাঁৱত থাকিয়েই কিন্তু তেওঁ গুৱাহাটীৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰে, বন্ধু-বান্ধৱৰ খবৰ লয়। সাহিত্যিকসকলক লগ ধৰে। সাহিত্য সভাৰ লগত সম্পৰ্ক ৰাখে।

গুৱাহাটীত থাকিয়েই হিতেশ ডেকাই কামৰূপ জিলা সাহিত্য সভাৰ (পূৰ্বৰ কামৰূপ সাহিত্য সভা) লগত থাকি সাহিত্য কৰ্ম কৰি ফুৰে। কামৰূপ জিলা সাহিত্য সভাৰ জালুকবাৰীত থকা মাটি ডোখৰ তেওঁৰ আপ্ৰাণ চেষ্টাত জিলা সাহিত্য সভাই পায়। তেওঁ জিলা সাহিত্য সভাৰ সভাপতি হৈ বহুবোৰ কামৰ আঁচনি লৈছিল। তেওঁ অসম সাহিত্য সভাৰ উপ সভাপতিও হৈছিল আৰু আজি ৭২ বছৰ বয়সত অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছে।

এইজনা পুৰুষৰ জন্ম হয় অসমৰ শিল্প নগৰী সৰ্থেবাৰীত ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত। তেও মুখত সোণ ৰূপৰ চামোচ লৈ জন্মা নাছিল। অসমী আইৰ মাটিৰ গোন্ধ নাক মুখত লৈ এটি শুভক্ষণত জন্ম লাভ কৰিছিল। পিতৃ আছিল স্বৰ্গীয় ৰবিৰাম ডেকা আৰু মাতৃ স্বৰ্গীয় সুন্দৰী প্ৰিয়া ডেকা। পিতৃৰ পৰা পাইছিল তেওঁ ৰবিৰ ধৱল বৰণ এখনি মুক্ত হিয়া, দৰদী প্ৰাণ আৰু মাতৃৰ পৰা পাইছিল সুন্দৰৰ আৰাধনাৰ নিষ্কাম কামনা। যি ঠাইত তেও জন্মিছিল সেই ঠাই দুটা বিষয়ত প্ৰখ্যাত— এটা হ'ল সেই ঠাইৰ অসমৰ যাউতিযুগীয়া কীৰ্তি স্তম্ভ স্বৰূপ কাঁহশিল্প আৰু আনটো হ'ল মাঘী পূৰ্ণিমাৰ সভা— যি সভাৰ লগত সৰ্থেবাৰীৰ মানুহৰ শৌৰ্য বীৰ্য নিহিত হৈ আছে। কাঁহ শিল্পৰ ঐতিহ্যৰ প্ৰতি আৰু কঁহাৰসকলৰ শ্ৰমৰ প্ৰতি তেওৰ একান্ত অনুৰাগ আছিল। তেওঁ নিজে কঁহাৰৰ কাম নকৰিলেও কঁহাৰসকলৰ কঠোৰ পৰিশ্ৰমৰ কথা অনুভৱ কৰিব পাৰিছিল আৰু কঁহাৰৰ হাতুৰীৰ কোবৰ লগে লগে শৰীৰত জিলিকি উঠা ঘামৰ টোপালৰ গোন্ধ পাই তেওঁ মনত অপাৰ শক্তিৰ জোকাৰণি অনুভৱ কৰিছিল।

হাইস্কুলত পঢ়া কালৰ পৰাই তেওৰ সাহিত্যৰ প্ৰতি এটা আকৰ্ষণ আছিল। বোধকৰো সৰ্থেবাৰীৰ অগ্ৰজ পুৰুষ চন্দ্ৰকান্ত অভিধান সংকলনৰ প্ৰাৰম্ভিক কাম কৰোতা স্বৰ্গীয় কোহিৰাম দাস আৰু কথা-সাহিত্যিক স্বৰ্গীয় হলীৰাম ডেকাৰ জীৱনৰ পৰা প্ৰেৰণা লাভ কৰিছিল। স্কুলত থকা কালতেই সৰ্থেবাৰীৰ কেইজনমান লগৰীয়া ছাত্ৰৰ লগ লাগি তেওঁ 'বেণু' আৰু 'জাগৰণ' নামৰ দুখন হাতে লিখা আলোচনী উলিয়াইছিল। তাত কিন্তু তেওঁৰ কি লিখা প্ৰকাশ পাইছিল জানিব পৰা নগ'ল। তাৰ পিচত ১৬ বছৰ বয়সত নৱম শ্ৰেণীত থকা কালত তেওঁ কিছুমান কবিতা লিখে। সেই কবিতাবোৰো পোৱা নাই।

হাইস্কুলত পঢ়া কালটো তেওঁৰ বিচিত্ৰময় জীৱন। এফালে পঢ়া, আনফালে উপাৰ্জনৰ বাবে এণ্ডাৰৰ বেপাৰ আৰু লগতে স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ। বৰ পৰিশ্ৰমী, দেহ মনত তেতিয়া অসীম শক্তি। মুখ মণ্ডলত 'উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্য বৰাণ নিবোধ'ত ভাৱ। পঢ়া শুনাত অৱশ্যে মাজে মাজে বাধা পৰিছিল। তথাপি পঢ়া আৰু কাম দুয়োটাকে ঠিকমতে পালন কৰিছিল।

তাহানিকালত সৰ্থেবাৰী আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলৰ মানুহে ৰিজাৰ্ভৰ পৰা খৰি খেৰ গোটাইছিল। ইকৰা, নল-খাগৰি আৰু সৰু-সৰু গছ-গছনি কাটি আনি সেইবোৰ খৰি হিচাপে ব্যৱহাৰ কৰিছিল। বহুতে সেই খৰিৰে ভাত ৰান্ধিছিল, কাপোৰ, ধান আদি উহোৱা কামত ব্যৱহাৰ কৰিছিল। ঘৰৰ বেৰ আদিও ইকৰাৰে দিয়া হৈছিল। ঘৰৰ চালৰ খেৰখিনিও তাৰ পৰাই অনা হৈছিল। কিমান যে সুখৰ দিন আছিল সেইবোৰ! খৰিখেৰৰ অভাৱ নাছিল কাৰোৰেই।

পাকা ৰিজাৰ্ভত চৰকাৰী মাটি আছিল ১৫০০ বিঘা। মাটিখোৱাৰ সিফাললৈ কিছু অংশ দ' আছিল। তাতে খৰালি মানুহে গৈ মাছ মাৰিছিল। বাৰিষা হ'লে নাৱেৰে গৈ সেইবোৰ ঠাইত দল

ঘাঁহ কাটিছিল। মাটি খোৱাৰ ফালে আছিল ওখ ওখ চাপৰি। তাতে ম'হৰ বাথান আছিল। সৰ্থেবাৰী অঞ্চলৰ বহুতৰে ম'হৰ পাল আছিল আৰু সেইবোৰ মাটিখোৱাৰ ওখ চাপৰিত ৰাখিছিল। ম'হবোৰ মেলি দিছিল পাকা ৰিজাৰ্ভত। ম'হৰ এঠা দৈ সেইসময়ত অপৰ্যাপ্ত পৰিমাণে পোৱা গৈছিল। বিয়াই সবাহে ম'হৰ এঠা দৈ নহ'লে নহৈছিল। আজিকালি পিছে সেই ভোগালী দিনবোৰৰ অন্ত পৰিল। ম'হৰ পালো নোহোৱা হ'ল। মাটিখোৱা এতিয়া বজাৰ হ'ল। চহৰমুখী ব্যস্ততাই মাটিখোৱাকো আগুৰি ধৰিছে।

মাঘবিহুৰ পিচতে সৰস্বতী পূজা আহে। পূজাৰ বাবে ৰভা সজাৰ ব্যস্ততা আহি পৰে। সৰ্থেবাৰী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলৰ শিক্ষানুষ্ঠান সমূহৰ ছাত্ৰসকলে জাকে জাকে গৈ পাকা ৰিজাৰ্ভৰ পৰা ইকৰা, নল খাগৰি কাটি আনে। সেইবোৰেৰে সৰস্বতী পূজাৰ ৰভা সাজে। সৌ সিদিনালৈকে সৰস্বতী পূজাৰ ৰভা পাকা ৰিজাৰ্ভৰ ইকৰা, খেৰ আদিৰে সজা হৈছিল। সৰ্থেবাৰীৰ সভাৰ ৰভাও ইকৰা তৰা নলখাগৰিৰে দিয়া হৈছিল। আজিকালি পাকা ৰিজাৰ্ভ একেবাৰে ধোপাং পাং হ'ল। চাৰিওফালে কেৱল মুকলি পথাৰ। খেৰ বন একেবাৰে নোহোৱা হ'ল। গেজেপনিমৰা হাবি জংগল সকলো নিঃশেষ হ'ল। এতিয়া মাথোঁ চকুৰে মনিব পৰালৈকে বিশাল উন্মুক্ত পথাৰ। মাছৰ ঘুলিবোৰো নোহোৱা হ'ল। ৰঙা পদুমৰ গুলি এতিয়া মাথোঁ পুনিৰে ভৰি পৰিল। মাজে মাজে পানীৰ দোঙ। মাটিখোৱাৰ ব্যস্ততা বাঢ়িল। তাত এতিয়া সাপ্তাহিক হাট বহে। দোকান পোহাৰো বাঢ়িছে। আধুনিক সভ্যতাৰ হেঁচাত সকলোতে কৃত্ৰিমতা বিৰাজ কৰিছে। সভ্যতাৰ কি যে এক অদ্ভুত উত্তৰণ।

এই উন্মুক্ত পথাৰতে এইবাৰ অনুষ্ঠিত হৈছে অসম সাহিত্য সভাৰ একষষ্ঠিতম অধিৱেশন। তাহানিৰ সেই গেজেপনি মৰা বননিৰ বুকুতে এতিয়া উন্মুক্ত পথাৰ তাৰেই মাজত সাহিত্য সভাৰ ক্ষেত্ৰ 'কোহিৰাম হলীৰাম ক্ষেত্ৰ'। এই অঞ্চলৰ দুগৰাকী গুণী পুত্ৰ কোহিৰাম আৰু হলিৰাম। কোহিৰাম আছিল কঁহাৰৰ ভাগ্যনিয়ন্তা। সমবায়ৰ বীজমন্ত্ৰ ছটিয়াই মহাজনী শোষণৰ নাগপাশৰ পৰা কঁহাৰসকলক মুক্ত কৰিলে কোহিৰাম দাসে। সেই অঞ্চলৰ প্ৰথম অনাৰ্ছ গ্ৰেজুৱেট হিচাপে পৰিগণিত হোৱা কোহিৰামৰ জীৱনটোৱেই আছিল এক অৰ্থপূৰ্ণ সংগ্ৰাম। চন্দ্ৰকান্ত অভিধানৰ অন্যতম সংকলক হিচাপে কাম কৰিও তেওঁ কোনো স্বীকৃতি নাপালে।

হলীৰাম আছিল এই গাঁৱৰে সন্তান। গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ হলীৰাম ডেকা আছিল এগৰাকী সুসাহিত্যিক। অসমীয়া সাহিত্যত পত্ৰোপন্যাসৰ নতুন ধাৰা প্ৰবৰ্তন কৰা ডেকাৰ সাহিত্যিক প্ৰতিষ্ঠা চিৰস্মৰণীয় হৈ আছে। 'অলকালৈ চিঠি', আৰু 'অৰুণালৈ চিঠি' তেওঁৰ দুখন সুন্দৰ পত্ৰোপন্যাস।' 'আৱাহন' যুগৰ এগৰাকী বিশিষ্ট গল্পকাৰ হিচাপেও তেওঁ এখন সুকীয়া আসন অধিকাৰ কৰিবলৈ সক্ষম হৈছে।

এই ক্ষেত্ৰতে ল'ৰালি কালত নলখাগৰি কটা এগৰাকী সংগ্ৰামী পুৰুষে অসম সাহিত্য সভাৰ গুৰুত্বপূৰ্ণ অধিৱেশনত সভাপতিৰ আসন অলংকৃত কৰিছে। সেই সৰ্থেবাৰীৰে আন এজন গুণী পুত্ৰ কথা সাহিত্যিক হিতেশ ডেকা। অসমীয়া সাহিত্যৰ বেদীত ঔপন্যাসিক হিচাপে অৰ্ঘ্য আগবঢ়াই যোৱা হিতেশ ডেকাই সভাপতিৰ আসনৰ পৰা আজি উদাত্ত কণ্ঠেৰে জনোৱা আহ্বানে অসমীয়া সাহিত্যৰ গতি ত্বৰান্বিত কৰিব।

দুগৰাকী সুযোগ্যসন্তানৰ পুণ্য স্মৃতিত কৃতজ্ঞতাৰ চিনস্বৰূপে সৰ্থেবাৰী অধিৱেশনৰ ক্ষেত্ৰৰ নাম ৰখা হৈছে 'কোহিৰাম-হলীৰাম ক্ষেত্ৰ'। ভাষাজননীৰ এই পুণ্য ক্ষেত্ৰৰ চৌপাশে আছে আধ্যাত্মিক ধ্যান ধাৰণাৰে পৰিবেষ্টিত পৱিত্ৰ সত্ৰ, মঠ মন্দিৰ, নামঘৰ ইত্যাদি। ক্ষেত্ৰৰ গাতে লাগি আছে ইতিহাস প্ৰসিদ্ধ সৰ্থেবাৰী— যাক কাঁহশিল্প নগৰী বুলিও কোৱা হয়। সৰ্থেবাৰীৰ চুবুৰীয়ে চুবুৰীয়ে আছে নামঘৰ, গোসাই ৰখা মঠ মণিকূট আৰু দৌল। পাচখেলৰ বৰ নামঘৰে সৰ্থেবাৰীৰ আধ্যাত্মিক পৰম্পৰাৰ গৌৰৱ ঘোষণা কৰি সৌমাজত গুৰুগম্ভীৰভাৱে থিয় দি আছে। তাতেই মাঘীপূৰ্ণিমা তিথিত প্ৰতিবছৰে

অনুষ্ঠিত হয় পাঁচ দিন ব্যাপী সভা মহোৎসৱ। এই সভাৰ লগত জড়িত হৈ আছে সৰ্থেবৰীয়া ৰাইজৰ প্ৰাণৰ উচ্ছ্বাস। আবেগিক এনাজৰিৰে বন্ধা আছে কঁহাৰ শিল্পীসকলৰ সাতামপুৰুষীয়া ঐক্য। হিন্দু-মুছলমানৰ সম্প্ৰীতি-সমন্বয়ৰ জীৱন্ত প্ৰতিক হিচাপে ক্ষেত্ৰৰ নিচেই কাষতে আছে মুছলমান চুবুৰীটো। এওঁলোকে আল্লাকো মাতে, ভগবানকো মানে। সভাৰ বৰঙণি দিয়ে, একেখন চোতালতে বহি বিযাসৱাহৰ ভোজভাতো খায়। সাম্প্ৰদায়িক সম্প্ৰীতিৰ মিলনভূমি এই সৰ্থেবাৰী অতীতৰে পৰা সমন্বয়ৰ ক্ষেত্ৰ হিচাপে পৰিগণিত হৈ আহিছে ইয়াৰ গাতে লাগি আছে গোমুৰা সত্ৰ। মহাপুৰুষ মাধৱদেৱে এই গোমুৰা সত্ৰতে থাকি বৈষ্ণৱ ধৰ্মৰ বাণী প্ৰচাৰ কৰিছিল। চাউলখোৱা নৈয়েদি উজাই আহি মাধব গুৰুৰ নাও আল্লা নৈয়েদি সৰ্থেবাৰীৰ দাঁতিৰে পাৰ হৈ গোমুৰাত চাপিছিল। মহাপুৰুষৰ পদচিহ্নৰে মণ্ডিত কাৰাকুছিৰ পদ শিলাই আজিও মহাপুৰুষৰ স্মৃতিৰ ফলক জীয়াই ৰাখিছে। কাৰাকুছি গোমুৰাৰ কীৰ্তনৰ ধ্বনিৰে মুখৰিত হোৱা পৰিবেশে সমগ্ৰ অঞ্চলটোকে আধ্যাত্মিক ধ্যান ধাৰণাৰে আজিও ধোৱাই আছে। কাৰাকুছি গোমুৰা সত্ৰৰ সোমাজতে অৱস্থিত হৰিদেৱ ধামে হৰিদেৱ মহাপুৰুষৰ গৌৰৱময় অস্তিত্ব আজিও ঘোষণা কৰি আছে। অদূৰতে বৰ্তমান নামশালা গাঁৱত অনুষ্ঠিত হোৱা সমগ্ৰ মৌজাখনৰে বৰনাম হৰিবোল ধ্বনি সৰুক্ষেত্ৰীৰ সমন্বয়ৰ প্ৰতীক হৈ আজিও আকাশে বতাহে নিনাদিত হৈ আছে। মহাপুৰুষ দামোদৰদেৱে প্ৰতিষ্ঠা কৰা পাল্লাসত্ৰই বেদ অধ্যয়ন আৰু সংস্কৃত চৰ্চাৰ গৌৰৱ আজিও অক্ষুন্ন ৰাখিছে। জগন্নাথদেৱৰ সত্ৰ অধিকাৰী বিং মাৰিলে শুনা পোৱা দূৰত্বত আজিও বিদ্যমান। বনিয়াকুছি, কাপলা, লছিমা, বেলবাৰী ব্যাসকুছি সত্ৰ মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, ভট্টদেৱ, হৰিদেৱ আদি গুণী জ্ঞানী গুৰুসকলৰ আধ্যাত্মিক চিন্তা চৰ্চাৰ কেন্দ্ৰ হিচাপে আজিও বিদ্যমান হৈ আছে। হৰিনামৰ অমিয়া ধ্বনি আৰু বৰগীতৰ সুমধুৰ সুৰে আজিও প্ৰতিটো প্ৰভাত ঝংকাৰিত কৰি তোলে। সেই প্ৰভাতী সুৰ আজিও ধ্বনিত হয় গোহিৰাম হলীৰাম ক্ষেত্ৰৰ পশ্চিমদিশে কৃষ্ণ গুৰু সেৱাশ্ৰমত। সৃষ্টিকৰ্তাৰ কি অতুলনীয় সমন্বয় সম্প্ৰীতিৰ মেলা ক্ষেত্ৰীৰ মহা মিলনভূমি এই সৰ্থেবাৰী। যুগে যুগে ক্ষেত্ৰীৰ সমন্বয় ক্ষেত্ৰ হিচাপে, আধ্যাত্মিক চিন্তা চৰ্চাৰ পীঠস্থান হিচাপে সৰ্থেবাৰীয়ে নিজৰ গৌৰৱ ঘোষণা কৰি আহিছে। এইবেলি এইপীঠস্থান হওক অসমীয়া ভাষাজননীৰ পুণ্য তীৰ্থ সমন্বয় সম্প্ৰীতিৰ যাউতিযুগীয়া মিলন ক্ষেত্ৰ।



# শৈশৱ আৰু কৈশোৰৰ ঔপন্যাসিক হিতেশ ডেকা

কাশীনাথ ডেকা

বৰপেটা জিলাৰ পূব প্ৰান্তত অৱস্থিত, সৰুক্ষেত্ৰী মৌজাৰ মধ্যমণি, শিল্প আৰু সমবায়ৰ মিলন ভূমি সৰ্থেবাৰী কাঁহ শিল্পৰ বাবে অসম বিখ্যাত। সুদূৰ ৯ম শতিকাৰ পৰাই সৰ্থেবাৰীৰ কাঁহ শিল্পই বিভিন্ন সমস্যা আৰু পৰিস্থিতিৰ মাজত মৰোঙ্জাযোকৈ আজিও জীযাই আছে। কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাই কনৌজৰ অধিপতি হৰ্ষবৰ্দ্ধনলৈ মিত্ৰতাৰ চিনস্বৰূপে পঠোৱা বস্তুবোৰৰ ভিতৰত সৰ্থেবাৰীৰ কঁহাৰ শিল্পীয়ে তৈয়াৰ কৰা কাঞ্চপাত্ৰ থকা কথাটো বুৰঞ্জীতে কয়। কাঁহ শিল্পৰ ঐতিহ্য বহন কৰা এইখন সৰ্থেবাৰীতে অসম মাতৃৰ কেইবাজনো সুযোগ্য সন্তানে জন্ম গ্ৰহণ কৰে। নীৰৱ সাধক, কঁহাৰ বন্ধু, চন্দ্ৰকান্ত অভিধানৰ "ম" আখৰটোলৈকে লিখি কোনো স্বীকৃতি নোপোৱা ˘কোহিৰাম দাস, গুৱাহাটী উচ্চ ন্যালায়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ, কথাশিল্পী ˘হলীৰাম ডেকা, ১৮৯৪ চনত সৰুক্ষেত্ৰী মৌজাৰ পানাগাঁওৰ টুপত মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত বৃটিছৰ বিৰুদ্ধে সংঘটিত হোৱা ৰাইজমেলত যুঁজদি জেল খোৱা আৰু জেলৰ ভিতৰত আন কাম নকৰি "জেলবাটি" আৰু "জেলবাহী" তৈয়াৰ কৰা অনন্য শিল্পী ˘পুষ্পৰাম কহাৰ (তালুকদাৰ) ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ প্ৰাপ্ত কঁহাৰ ˘হৰেশ্বৰ ডেকা, শ্ৰীভগৰাম ডেকা আৰু প্ৰথম অসমীয়া Mechanical Graduate Engineer ˘যাদব চন্দ্ৰ ডেকাৰ জন্মভূমি হ'ল এইখন সৰ্থেবাৰী। সৰ্থেবাৰী আদিতে এখন ডাঙৰ গাঁও আছিল। ১৯৫৫ চনৰ ৩১ ডিচেম্বৰ তাৰিখে এই কাঁহ শিল্পৰ গাঁওখন ক্ষুদ্ৰ নগৰলৈ ৰূপান্তৰিত হয। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ ৫৪ বছৰ পিছতো ইয়াৰ কাঁহ শিল্পৰ আৰু যাতায়তৰ কোনো উন্নতি সাধন নহ'ল। চৰকাৰৰ সুদৃষ্টি নপৰা সৰ্থেবাৰী অঞ্চল অৱহেলিত হৈ পিছ পৰি থাকিল। নগৰ হলেওঁ সৰ্থেবাৰীৰ খেল প্ৰথা আজিও বিদ্যমান। সৰ্থেবাৰীত পাঁচটা খেল আৰু ১৬ খন চুপা আছে। সৰ্থেবাৰীৰ প্ৰতিখেলতে একোজনকৈ মুৰব্বী বা প্ৰধান আছে। এওঁলোকক "পঞ্চ প্ৰধান" বোলা হয। এনেকুৱা অতীত ঐতিহ্যৰ মহিমামণ্ডিত সৰ্থেবাৰীৰ শালাকাঠিয়াখেৰ খেলৰ অন্তৰ্ভুক্ত পাটোৱাৰী চুপাত ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে ˘ৰবিৰাম ডেকাৰ ঔৰষত আৰু ˘সুন্দৰীপ্ৰিয়া ডেকাৰ গৰ্ভত অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনৰ সভাপতি, ঔপন্যাসিক হিতেশ ডেকাৰ জন্ম হয়।

হিতেশ ডেকাৰ তিনিজন ভাই-ককাই আৰু এজনী ভনী আছিল। ভাই তিনিজনৰ নাম ক্ৰমে থানপতি, ধাতুৰাম আৰু হিতেশ ডেকা। ভনীজনীৰ নাম ৰামেশ্বৰী। সৰ্থেবাৰীৰ ওচৰৰ নামশালা গাঁওত ৰামেশ্বৰীক বিয়া দিয়া হয। এওঁলোকৰ মাজুজনা ভায়েক ধাতুৰাম ডেকাৰ সৰু কালতে মৃত্যু হয়। ডাঙৰ ভায়েক ˘ থানপতি আৰু বায়েক ৰামেশ্বৰীৰ সহিতে হিতেশ ডেকাই ডাঙৰ দীঘল হয়। পিতৃ ˘ৰবিৰাম ডেকা এজন কঁহাৰ শিল্পী আছিল। কাঁহৰ বাচন তৈয়াৰ কৰি, গাঁৱে গাঁৱে কাঁহৰ বাচন বিক্ৰী কৰি জীৱিকা উলিওৱা ৰবিৰাম ডেকাই জীৱনৰ ভৰ দুপৰতে সন্তান তিনিটিক দলনিত পোনা মেলি মৃত্যু বৰণ কৰে। পিতৃ বিয়োগত হিতেশ ডেকাই নানান আহুকালৰ মাজত ডাঙৰ দীঘল হব লগা হ'ল। সৰুতে পিতৃ স্নেহৰ পৰা বঞ্চিত হৈ মৰমিয়াল মাকৰ মৰম চেনেহ আৰু আনলোকৰ সহায় সহানুভূতিত হিতেশ ডেকাই বাল্যকাল অতিবাহিত কৰে। জীৱনৰ ঘাত-প্ৰতিঘাতৰ মাজত হিতেশ ডেকা

ডাঙৰ হয়। পিতৃ বিয়োগৰ পিছত ঘৰখনত অভাৱ অনাটনে আৱৰি ধৰিলে। প্ৰতিকূল আৰ্থিক অনাটনৰ মাজত ককায়েক ঁথানপতি ডেকাই আনলোকৰ ঘৰত গৰু ৰাখি ভাত মোকলাবলগাত পৰে। মাকে ওচৰ চুবুৰীয়াৰ ঘৰত ঢেঁকীত ধান বান্ধি, কামবন কৰি ল'ৰাদুটা আৰু ছোৱালীজনীক ডাঙৰ দীঘল কৰে। ঘৰখনৰ আৰ্থিক অনাটনৰ মাজতো মাকৰ আশাশুধীয়া চেষ্টাত হিতেশ ডেকাই সৰ্থেবাৰী এম. ভি স্কুলত পঢ়িবলৈ লয়। তাৰ পৰাই তেওঁ এম. ভি পাছ কৰে। হিতেশ ডেকাৰ ককাযেক থানপতি ডেকা বৰ কথা চহকী, ভলভলীয়া মানুহ আছিল। তেওঁৰ কথাত ফকৰা-যোজনা, আঁখে ফুটাদি সঘনে উচ্চাৰিত হৈছিল। বুদ্ধিত বৃহস্পতি ঁথানপতি ডেকাই গাঁৱলীয়া মেলতো অংশ গ্ৰহণ কৰি নিজৰ বাক্‌পটুতাৰ পৰিচয় দিছিল। সেয়েহে সমাজৰ মানুহে তেওঁক "থানপতি মেলকী" বুলি মাতিছিল। সৰুতে হেনো ঁথানপতি ডেকাই বৰকৈ কান্দিছিল। সেয়েহে হবলা মানুহে তেওঁক "কান্দুৰা" বুলিও মাতিছিল।

এম. ভি পাছ কৰি হিতেশ ডেকাই সৰ্থেবাৰী হাইস্কুলত (আজি সৰ্থেবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয) নাম ভৰ্ত্তি কৰে। সৰ্থেবাৰীৰ পাটোৱাৰী চুপা আৰু তামুলী চুপা নিচেই ওচৰাউচৰি। স্কুলীয়া জীৱনত হিতেশ ডেকাই তামুলী চুপাৰ ল'ৰাবোৰৰ লগত সদায় ফুৰাচকা কৰিছিল। হিতেশ ডেকা সৰুৰে পৰা স্বাস্থ্যবান আছিল। ছাত্ৰৱস্থাত হিতেশ ডেকা খৰিকটাত পাকৈত আছিল। সৰ্থেবাৰীৰ পশ্চিমে থকা ৰিজাৰ্ভৰ পৰা ল'ৰাবোৰৰ লগত নল, বাটা খাগৰি কাটি আনিছিল। হৃষ্ট পুষ্ট হিতেশ ডেকাই সকলো ল'ৰাতকৈ খৰিৰ আটিটো ডাঙৰকৈ আনিছিল। খৰি বিক্ৰী কৰি হিতেশ ডেকাই স্কুলৰ পঢ়াশুনা কৰা খৰচ উলিযাইছিল। সৰুতে হিতেশ ডেকা ইমান বলবান আছিল যে খৰি কাটিবলৈ, মাছ মাৰিবলৈ গোৱাত লগৰ ল'ৰাবোৰে তেওঁৰ পিঠিত উঠিছিল। হিতেশ ডেকাৰ সহপাঠী তামুলীচুপাৰ শ্ৰীযুত চিদানন্দ তামুলী আৰু শ্ৰীযুত হলধৰ তামুলীয়ে আজিও এই কথা কয়। মাছ মৰাতো হিতেশ ডেকা পটু আছিল। গাতৰ পৰা শিঙিমাছ ধৰি আনিছিল। মাছ ধৰোতে দুই চাৰিটা শিঙি মাছ তেওঁৰ হাতত কাইটবে সৈতে লাগি আহিছিল। স্বাস্থ্যবান, হৃষ্ট পুষ্ট, সাহসী হিতেশ ডেকাই শিঙি মাছৰ কাইটৰ বিষৰ কথা কেৰেপ নকৰিছিল। সৰ্থেবাৰীৰ তামুলীচুপাখন হিতেশ ডেকাৰ ভাতঘৰ আছিল। মুখত সদায় হাঁহি, সুস্বাস্থ্যৰ অধিকাৰী হিতেশ ডেকাই হাইস্কুলত পঢ়ি থাকোতেই তামুলীচুপাৰ যাত্ৰাপাৰ্টিত অভিনয় কৰিছিল। তামুলীচুপাৰ যাত্ৰাপাৰ্টিতে তেওঁ অভিনয় কলা শিকি পিছত এজন ভাল অভিনেতা হিচাপেও সুখ্যাতি লাভ কৰিছিল। তামুলীচুপাৰ যাত্ৰাপাৰ্টিৰ ওস্তাদ আছিল ঁজলটিমোহন তামুলী। এবাৰ তামুলীচুপাৰ যাত্ৰাপাৰ্টিযে দুৰ্গাপূজাৰ সময়ত নলবাৰীলৈ নাট মঞ্চস্থ কৰিবলৈ গৈছিল। নাটকত অভিনয় বেযাহলে দৰ্শকে মঞ্চলৈ খেৰৰ জুমুঠি দলিওৱা আৰু টিকি ৰিঙি দি নাটাদলক ককৰ্থনা কৰা সেই সময়ত সমাজৰ এটা বেযা দস্তুৰ আছিল। হিতেশ ডেকাই তামুলীচুপাৰ যাত্ৰাপাৰ্টিৰ লগত নাটমঞ্চস্থ কৰিবলৈ নলবাৰীলৈ গৈছিল। মঞ্চত হিতেশ ডেকাৰ দুৰ্গামাসুৰৰ অভিনযত মুগ্ধ হৈ টিকি ৰিঙি দিযাৰ পৰিবৰ্তে হাত চাপৰি বজাই তেওঁক প্ৰশংসাহে কৰিছিল। ৰাউলী গাঁওৰ যাত্ৰাপাৰ্টিতো হিতেশ ডেকাই অভিনয কৰিছিল আৰু অভিনয় কৰি পোৱা টকাৰে স্কুলৰ খৰচ উলিয়াইছিল।

জীৱন আৰু জীৱিকাৰ তাড়ণাত নাট অভিনয কৰি, মানুহৰ ঘৰত গৈ ল'ৰা-ছোৱালীক টিউচন কৰি, এণ্ডাৰৰ বেপাৰ কৰি, কাঁহৰ সাজবাচনৰ আৱন্দাৰি কৰি হিতেশ ডেকাই ছাত্ৰাৱস্থাতে নিজৰ ভৱিৰ ওপৰত থিয় দি জীৱনৰ বাট বুলিবলৈ সক্ষম হৈছিল। হাইস্কুলীয়া জীৱনতে হিতেশ ডেকাই ঁকোহীৰাম দাস দেৱৰ সান্নিধ্য লাভ কৰে। ঁদাসদেৱৰ পৰাও হিতেশ ডেকাই বহুতো উপদেশ, পৰামৰ্শ লাভ কৰিছিল। হিতেশ ডেকাৰ সাহিত্যিক জীৱনৰ গুৰিতে আছিল ঁকোহিৰাম দাস ডাঙৰীয়া। এইজনা ঋষিতুল্য লোকে হিতেশ ডেকাক উৎসাহ, উদ্দীপনা যোগাই "আজিৰ মানুহ"ৰ লেখীয়া উপন্যাস ৰচনা

কৰাত ইন্ধন যোগাইছিল।

হাইস্কুলত পঢ়ি থাকোতে এবাৰ হিতেশ ডেকাৰ ডাঙৰ অসুখ হৈছিল। সৰ্থেবাৰীৰ বিখ্যাত হোমিওপ্যাথিক চিকিৎসক ঁযাগৰ চন্দ্ৰ ডেকাৰ চিকিৎসাত হিতেশ ডেকাই আৰোগ্য লাভ কৰে। তেতিয়াৰ পৰাই হিতেশ ডেকাই ঁযাদৱ চন্দ্ৰ ডেকাৰ সান্নিধ্যলৈ আহে আৰু ঁ যাদৱ চন্দ্ৰ ডেকাৰ ঘৰত ঘৰুৱা কামবনত সহায় কৰিবলৈ লয়। ঁযাদৱ চন্দ্ৰ ডেকাৰ লগত হিতেশ ডেকাৰ ঘনিষ্ঠতা বাঢ়ে। ঁযাদৱ চন্দ্ৰ ডেকাই আছিল হিতেশ ডেকাৰ জীৱনৰ Turning Point. ঁযাদৱ চন্দ্ৰ ডেকাৰ ঘৰত থাকিয়ে হিতেশ ডেকাই মেট্ৰিত পাছ কৰে। ঁযাদৱ চন্দ্ৰ ডেকাৰ যত্নত হিতেশ ডেকাই নলবাৰী কলেজত পঢ়িবলৈ লয়। নলবাৰী কলেজৰ পৰাই বি, এ, পাছ কৰি হিতেশ ডেকাই জীৱনৰ এক নতুন অধ্যায় আৰম্ভ কৰে।



# মানৱপ্ৰেমী হিতেশ ডেকা

খনীন্দ্ৰ চন্দ্ৰ দাস

**এয়েতো জীৱন, মাটি কাৰ, আজিৰ মানুহ 'আচল মানুহ', 'ভাড়াঘৰ', 'নতুন পথ', 'সীমাৰ কাজিয়া', 'বৈৰী মানুহ', 'জীৱন সংঘাত', 'সুখৰ সংসাৰ'** আদি অলেখ সাৰ্থক উপন্যাসৰ স্ৰষ্টা বিশিষ্ট ঔপন্যাসিক হিতেশ ডেকাৰ ব্যক্তিগত সান্নিধ্য লাভেই আছিল মোৰ বাবে একো একোটা স্মৰণীয় মুহূৰ্ত। ছাত্ৰ অৱস্থা অৰ্থাৎ পঞ্চাছৰ দশকৰ পৰাই তেখেতৰ গল্প-উপন্যাসবোৰ যেতিয়া পঢ়িছিলো কিতাপবোৰৰ সমল আছিল দুখীয়াৰ দুখ দুৰ্দশা, খাটিখোৱা লোকৰ হিয়াভৰা কাহিনী, সমাজৰ নিম্ন-মধ্যবৃত্ত শ্ৰেণীৰ অভাৱ অভিযোগ ভৰা দৈনন্দিন ঘাটি থকা সমস্যাৰাজি। পঢ়ুৱৈৰ মন চুই যোৱা কাহিনী। ডেকা ডাঙৰীয়াৰ অৱয়ব তেতিয়া দেখা নাছিলো কিন্তু মনত ধাৰণা জন্মিছিল মানুহ গৰাকী নিশ্চয় সহজ সৰল খাচ হোজা অসমীয়া গাঁৱৰ বোকা মাটি গচকা এগৰাকী খেতিয়কস্বৰূপ উদাৰ মনৰ লিখক। নতুন প্ৰজন্মক আশাৰ সঞ্চাৰ বিলোৱা এক বিৰল ব্যক্তিত্বৰ পুৰুষ। অসম অসমীয়া বুলি চৌদিশে চিঞৰা ' অম্বিকাগিৰি ৰায়চৌধুৰীৰ লগত মনৰ মিল আছিল ডেকা ডাঙৰীয়াৰো। সমাজ, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতি সকলো দিশতেই অসম, অসমীয়াই আগবাঢ়ি যোৱাটো আছিল ডেকা ডাঙৰীয়াৰ কাৰ্য। জাতীয় জীৱনৰ প্ৰতিচ্ছৱি সূক্ষ্মভাবে তেওঁৰ গল্প উপন্যাসত প্ৰতিফলন ঘটা অসমীয়া সাহিত্যত শ্ৰেষ্ঠত্ব দাবি কৰিব পাৰে; তাত কোনো সন্দেহ নাই। তেখেতৰ কথা আৰু কামত কোনো ভেজাল নাছিল বাবেই পেটে আৰু মুখে সমানে স্পষ্টৰূপত কথাবোৰ ক'ব পাৰিছিল। আত্ম মৰ্যাদাক সদায় আগস্থান দিছিল তাৰ প্ৰমাণ মযো পাইছো। তেখেতৰ সাহিত্যৰ মূল্যায়ন বিভিন্নজনে বিভিন্ন দৃষ্টিভংগীৰে কৰিছে যদিও আৰু বিস্তৃত ৰূপত বিশ্লেষণ কৰাৰ সমল আছে। শেষ বয়সৰ কিছু অপ্ৰকাশিত তেখেতৰ ৰচনা প্ৰকাশ কৰাৰ ব্যৱস্থা হব বুলি মই অতি আশাবাদী। সমগ্ৰ ৰচনাৱলীক কেইটামান খণ্ডত প্ৰকাশ কৰি স্থায়ী ৰূপ দিব পাৰিলে আৰু ভাল কথা হব। তাৰ বাবে লাগিব পৰিকল্পিত আঁচনি। জীৱনত কষ্টৰ মাজেৰে ঢাপে-ঢাপে উন্নতিৰ জখলাৰে ভাষা সংস্কৃতিৰ মণিকূট স্বৰূপ অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিব পৰাটোৱেই হিতেশ ডেকাদেৱৰ এক বিৰল ব্যতিক্ৰম।

মনে বিচৰা মানুহ গৰাকীক যেতিয়া নিচেই কাষৰ পৰা পালো, তেতিয়া গভীৰ ভাবে উপলব্ধি কৰিলো কিতাপৰ মাজেৰে প্ৰকাশ কৰা তেখেতৰ "জীৱন দৰ্শন" সকলোৰে বাবে অনুকৰণীয়। অসমৰ প্ৰতিটো জাতীয় সমস্যাৰ ক্ষেত্ৰত তেখেতে বৰ নিবিড়ভাৱে জড়িত হৈ পৰিছিল। ১৯৬০ চনৰ অসমৰ ভাষা আন্দোলন, ১৯৭২ চনৰ মাধ্যম আন্দোলন ১৯৭৪ চনৰ খাদ্য আন্দোলন আৰু শেহতীয়াকৈ ১৯৭৯-৮৫ চনৰ অবৈধ বিদেশী নাগৰিকৰ বহিস্কাৰ আন্দোলনত তেখেতৰ অগ্ৰণী ভূমিকাই নতুন প্ৰজন্মকো সাহস গোটাইছিল। প্ৰতিটো জাতীয় আন্দোলনতে মই নিজেও সহযোগী হিচাবে পাই আমাৰ ব্যক্তিগত সান্নিধ্যই মাজে মাজে জীৱনটো মধুৰ কৰি তুলিছিল। বয়সত মোতকৈ যথেষ্ট জ্যেষ্ঠ হেতুকে ময়ো অনুজ ভাতৃ ৰূপে অধিকাৰ বিচাৰিছিলো। কিন্তু সহকৰ্মী ৰূপে তেখেতে মোক অনুজ বন্ধু হিচাবে সদায় বিশ্বাসযোগ্য স্থান দিছিল। উভয়ে উভয়ৰ মনটো বুজাৰ হয়তো কৌশল তেখেতে গ্ৰহণ কৰিছিল। সেয়েহে সামাজিক কামবোৰত প্ৰায়ে আমি লগা-লগি হৈছিলো। শেষলৈ সাহিত্য সভাৰ

মঞ্চখন আৰু মোৰ কৰ্মচাৰী পৰিষদৰ মঞ্চখন আমাৰ বাবে আছিল সঙ্গমস্থল, অসমৰ বহুঠাইত তেখেতৰ লগত এনেকি বাহিৰতো সভা-সমিতি কৰি ঘূৰি ফুৰাৰ যি আনন্দ পাইছিলো সেইবোৰ স্মৃতিয়ে এতিয়াও মোক পুলকিত কৰি ৰাখে বিশেষকৈ সভাবোৰত বক্তৃতা দিওঁতে তেওঁ ব্যৱহাৰ কৰা অসমীয়া জতুৱা-ঠাঁচ আৰু ফকৰা যোজনাবোৰে মানুহক যথেষ্ট আকৰ্ষিত কৰিছিল। ব্যঙ্গ কথাৰে হাস্যৰসৰ সৃষ্টি কৰিছিল অথচ কথাবোৰত সামাজিক সচেতনতাৰ ইঙ্গিত থাকে। ধুতি-পাঞ্জাবী কেতিয়াবা মুগাৰ পাঞ্জাবী পৰিহিত কৰিও সভা সমিতি গাইছিল। মানুহৰ বিপদ-আপদৰ যেনেদৰে খবৰ কৰিছিল আনন্দতো খবৰ কৰিছিল। মুঠতে সভা সমিতি বুলিলে আপোন পাহৰা হৈ পৰিছিল। এয়া মহৎ লোকৰ গুণ বুলিয়ে মই ভাবো। দুই চাৰিবাৰ তেখেতৰ বৰপুত্ৰ ড উমেশ ডেকাৰ জালুকবাৰীত থকা বিশ্ববিদ্যালয়ৰ বাসগৃহত পিতাকক লগ পাওঁতে দেখো - শাকনি বাৰীত সোমাই কোৰ মাৰি খেতি কৰাত ব্যস্ত, তেতিয়াই আকৌ মনলৈ আহিল ঠিকেই লিখিছে - **"মাটি কাৰ", "এয়েতো জীৱন", "আচল মানুহৰ"** পৰিচয় নিজেই দিছে। সভাই সমিতিয়ে লগ পালে, নাইবা দীঘলীয়া বাচৰ ৰেলৰ টেক্সীৰ যাত্ৰাপথত আমাৰ মাজত চলা কথোপকথনৰ কিয়দাংশ এনে ধৰণৰ- "বুজিছে দাস, মোৰ জীৱনটো "বাৰীৰ" লগতে সম্পৰ্ক বেচি, এয়া চাওঁক আইয়ে কোৱামতে মোৰ বোলে জন্মৰ প্ৰসৱ বেদনা আৰম্ভ হয় ঘৰৰ পিচফালৰ বাৰীত, আইক ঘৰত আনি জন্মিলো সৰ্থেবাৰীত, শিক্ষা ললো নলবাৰীত, জিলা সাহিত্যৰ সভাপতি হলো পলাশবাৰীত, অসম সাহিত্য সভাৰো সভাপতিত্ব কৰিলো জন্মস্থান সৰ্থেবাৰীত আৰু চাকৰিসূত্ৰে শেষত বাসগৃহ সাজিলো জালুকবাৰীত মুঠতে বাৰীয়ে মোক এৰা নিদিয়া হৈছে।" কথাবোৰ শুনি হাঁহি মাৰিছো। আকৌ এদিনৰ কথা জালুকবাৰী বিশ্ববিদ্যালয় চৌহদত পতা এখন সভালৈ তেখেতক হেনো বিশিষ্ট অতিথি হিচাবে নিমন্ত্ৰণ জনাইছিল সভাত ভালেমান বিশিষ্ট অধ্যাপক, শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী উপস্থিত আছিল। তেখেতৰ যেতিয়া ভাষণ দিয়াৰ পাল পৰিল তেখেতে বোলে এনেদৰে কৈছিল "আপোনালোকে ভাবিব পাৰে আজিৰ সভাত বহুতো পণ্ডিত ব্যক্তি উপস্থিত আছে, মই কিন্তু সেইসকলক পণ্ডিত বুলি নাভাবো কাৰণ বিশ্ববিদ্যালয়ৰ অধ্যাপক হলেও এটা বিষয় হে পঢ়ুৱায়। সকলো বিষয়টো পঢ়াব নোৱাৰে। অঙ্কৰ অধ্যাপকে বুৰঞ্জী পঢ়াব নোৱাৰে কিন্তু মেট্ৰিক পাছ কৰা জনহে আচল পণ্ডিত কাৰণ লৰাজনে সকলো বিষয়ৰ ওপৰত কব পাৰে আৰু পঢ়িবও লাগে, কি অদ্ভুত যুক্তি। বক্তৃতাবোৰ ৰসাল কৰাৰ ইয়ো এক "আৰ্ট"। হয়তো ভাবি-ভাবি কথাবোৰ উলিয়ায়। নিৰ্বাচনৰ আগমুহূৰ্তত মন্ত্ৰী বিধায়ক সকলে পুলিচ-মিলিটাৰী নহলে চলিব নোৱাৰে। চৰকাৰৰ বেয়া কাম আৰু জনবিৰোধী কাৰ্যক তেখেতে বৰ কটু সমালোচনা কৰিছিল। এবাৰ নিশা বৰপেটাৰ এখন সভাৰ পৰা তেখেতৰ পৰিয়ালসহ টেক্সীৰে ময়ো সহযাত্ৰী হিচাবে আহি আছো। নানা কথাৰ মাজতে তেখেতে - "দাস, মই কথা এটা ভাবিছো কি জানে? চৰকাৰে যিমান বেয়া কাম কৰি আছে। ৰাইজ খঙত জ্বলি আছে। আমিতো বেয়া কাম কৰিব নোৱাৰো; পুলিচ মিলিটাৰীৰো আমাক নালাগে। সভাতো মানুহৰ অভাব নহব; কি কয়। গতিকে আমিও নিৰ্বাচন খেলো দিয়ক, ঘূৰি ফুৰা পাৰ্টিৰ সদস্য হিচাবে।" মোৰ হাঁহি উঠিল, কি যে কথাবোৰ কয় বুলি শলাগিলো। সাধাৰণ মানুহকো যে অধিক গুৰুত্ব দিয়ে তাৰ বহু প্ৰমাণ তেওঁ ৰাখি থৈ গৈছে। এবাৰ বৰপেটাৰ পাটবাউসী শঙ্কৰদেৱ থানত অনুষ্ঠিত গুৰুজনাৰ ৫০০ তম জন্ম জয়ন্তী উৎসৱত যোগদান কৰি নিশা ১০ মান বজাত গুৱাহাটীলৈ আহিবলগীয়া হ'ল; ইপিনে গাড়ীখনৰ অৱস্থা খুব বেয়া। চালকে পাচ মিনিট পলম হোৱাটোও নিবিচাৰে। এনেতে মথৰগুৰিৰ মোৰ সৰু ভাই শিক্ষক শ্ৰীমান সৌৰমোহনে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি গৰাকীক এসাজ ভাত খুৱাই নিজে পুণ্য অৰ্জ্জন কৰিব খুজিছে। চালকৰ আপত্তি সত্বেও তেখেতে কলে-লোকৰ মৰম-চেনেহক নেওচিব নাপায়, গতিকে আমি ভাত

খাইহে যাম, যিমান ৰাতিয়েই নহওক। ভাইটোৰ নিজৰ বাৰীৰ শাক পাচলি আৰু পুখুৰীৰ মাছ আদিৰে সভাপতি গৰাকীক খুৱাই যিটো আনন্দ লভিলে, সেয়া তাৰ জীৱনৰ স্মৰণীয় দিন বুলি আজিও সোঁৱৰে। এনে ঘটনা বহুতো আছে। অসম আন্দোলনত একেলগে অসংখ্য সভা সমিতি, প্ৰতিবাদ, ধৰ্ণা, শোভাযাত্ৰা, অনশনত ভাগলৈ আমাৰ আত্মা আৰু মন একত্ৰিত হৈ পাৰিছিল, সেইবোৰ কেনেকৈ পাহৰিম। ক্ষুদ্ৰ লিখনীৰে বান্ধি ৰাখিম, ঠিক এনেদৰে। ২০০০ চনৰ ৩০ আগষ্ট তাৰিখে ধূপ ধূনা ফুলেৰে আবৃত এই মহান ব্যক্তি গৰাকীৰ নশ্বৰ দেহত মই গোঁতয়া শেষ শ্ৰদ্ধা যাচিলো, বৰপুত্ৰ উমেশে মোক সাবটি ধৰি যিদৰে কান্দিলে, মোৰো দুধাৰি চকুলোৰে সাহিত্য কাণ্ডাৰীৰ অমৰ হোৱাৰ শুভ কামনাৰে বিদায় দিলো।।



# ককাইদেউ হিতেশ ডেকা-কেইটামান স্নেপ শ্বট

প্ৰসন্ন কুমাৰ ডেকা

**পহ্লা মুলাকাত।**

ককাইদেউ হিতেশ ডেকাৰ লগত মোৰ প্ৰথম 'মুলাকাত' হৈছিল মই প্ৰাইমাৰী স্কুলত পঢ়া কালতে, এক ধৰণৰ সংঘাতৰ মাজেদি। মই তেতিয়া প্ৰাইমাৰী স্কুলৰ প্ৰথমমান নে দ্বিতীয়মানৰ ছাত্ৰ, ককাইদেউ বোধকৰো তৃতীয়মান বা ছাত্ৰ বৃত্তি স্কুলৰ চতুৰ্থ মানৰ ছাত্ৰ। সৰ্থেবাৰীত তেতিয়া ল'ৰাৰ বাবে এখনেই আছিল প্ৰাইমাৰী স্কুল আৰু সি আছিল সৰ্থেবাৰী স্কুলৰ লগত যুক্ত। মজলীয়া স্কুলৰ লগত এম ই স্কুলখনো যুক্ত আছিল। স্কুলৰ ঘৰটো তেতিয়া, এতিয়াৰ ঠাইত নাছিল; সৰ্থেবাৰীৰ বৰ নামঘৰৰ সমান্তৰালভাবে কেইগজমান আঁতৰতহে আছিল। ঘৰটো আছিল উত্তৰ মুৱা। দখিনফালে আছিল বলৰ ফিল্ড অৰ্থাৎ খেলপথাৰ। বৰ্তমান য'ত এম ভি স্কুলখন আছে তাত আছিল স্কুলৰ বোৰ্ডিং ঘৰহে। স্কুল ঘৰটোৰ আগফালে আছিল, ধুনীয়া এখন ফুলনি - কৰবী, ৰাজঘণ্ট, মাধৱী লতা আদিৰে সুশোভিত। পাচফালে আছিল এজোপা বগৰী আৰু এজোপা তৰুৱা কদম। বগৰীবোৰ খাবলৈ বৰ সোৱাদ আছিল। জানুৱাৰী মাহত খাব পৰা হৈছিল। স্কুল বহিছিল দিনৰ ১১ বজাৰপৰা। ল'ৰাবোৰ ৯.৩০ৰ ভিতৰত স্কুলত উপস্থিত হৈছিল আৰু স্কুল বহাৰ আগৰ সময়খিনিত বগৰী জোপাৰ তলত জুম বান্ধি, দলিয়াই, ফৰ্মুটিয়াই বগৰী পাৰি খাইছিল। একে দলিত পাঁচ-ছটাকৈও বগৰী সৰে, সৰিগৈ যাৰ আগ পায় সিয়ে বুটলি খায়। কোনো কোনোৱে দৌৰি গৈ বুটলি খায়। সেইবোৰ কেতিয়াব' পাৰোতাৰ ভাগত নপৰেই। 'এইবাৰ তহতে কোনেও নুবুটলবি তেওঁ পুনৰ দলিয়ায়। দুই এটা কোনোবাই বুটলিলেও পাৰোতাৰ ভাগতো থাকে। সেয়ে কাঢ়া-কাঢ়ি, হাই-কাজিয়া নহয়েই। মই বৰ লাজকুৰীয়া আৰু কিছু ভীতু প্ৰকৃতিৰ আছিলোঁ। দৌৰি গৈ বুটলিব নালাগে, আগত পৰাটোও অইন কেৰে হাত মেলি নিনিলেহে মই বুটলি খাইছিলো।

এদিনাখনৰ কথা। দুই এজনে তেনেকৈ দলিওৱাৰ পাছত আমাতকৈ ওপৰৰ শ্ৰেণীৰ বেচ হৃষ্ট পুষ্ট বৰণৰ ল'ৰা এজনে - 'এইবাৰ মই এটা একেবাৰে পকা বগৰী পাৰিম, তহত কোনেও নিনিবি' বুলি বগৰী এটালৈ বুলি দলি এটা মাৰি পঠিয়ালে। কি অভ্ৰান্ত আৰু অব্যৰ্থ লক্ষ্য নিমিষতে মাত্ৰ বগৰীএটাহে সৰি পৰিল আৰু বগৰীটো আহি একেবাৰে মোৰ সমুখতে ৰ'ল। কোনেও হাত নেমেলা বাবে ময়ে তাক বুটলিলোঁ। 'হেৰ মই পৰা বগৰীটো কিয় বুট্লি' বুলি তেওঁ মোৰ ওচৰলৈ আহিল। লাজে-ভয়ে ময়ো সেকতা-সেকতিকৈ বগৰীটো হাতৰপৰা মাটিত পেলাই দিলোঁ। তেওঁ বগৰীটো হাতত লৈ মোৰ ফালে এপলক চালে আৰু অলপ কোমল মাতেৰে 'মই এনে মাহ্নুৰে, তইনু মই পাৰা বোগ্ৰিটু কিয বট্লিছা' বুলি আঁতৰি গ'ল। ইতিমধ্যে শ্ৰেণী বহাৰ বেল মাৰিলে আৰু আটায়ে নেজ্ৰৰ শ্ৰেণীত বহিলো গৈ। এইজনেই আছিল লগৰবোৰৰ কাৰো 'হিতো ভাই' আৰু কাৰো 'হিতোকা'। লিখিত নাম আছিল হিতেশ্বৰ ডেকা, পাছলৈ যিজন হিতেশ ডেকা নামে প্ৰখ্যাত হ'ল।

**আমিনো ককাই-ভাই হলোঁ কেনেকৈ**

১৯৪০ চন। মই প্ৰাইমাৰী পাছ কৰি এম.ই. স্কুলৰ তৃতীয় মানত নাম লগাওঁ। ইফালে সেইটো চনতে সৰ্থেবাৰীৰ ৰাইজে সৰ্থেবাৰী হাইস্কুল স্থাপন কৰে আৰু এম.ই. স্কুলৰ লগত চামিল

কৰা হয়। হিতেশ ডেকাইঁতৰ বেটচ্‌টাৱে সেই চনৰে শেহৰ ফালে ছাত্ৰ বৃত্তি স্কুলৰ শেষ পৰীক্ষা দিয়ে। খবৰ ওলায় ১৯৪১ চনত। তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ সেই সময়ৰ নিয়মমতে সৰ্থেবাৰী হাইস্কুলৰ ৫ম মানত নামভৰ্তি কৰে। সেইবাৰ মই চতুৰ্থমান পাওঁ; গতিকে তেওঁ মোতকৈ মাথোন এশ্ৰেণীহে আগৰ হয়। সৰ্থেবাৰী হাইস্কুলত তেতিয়া প্ৰায় প্ৰতিটো শনিবাৰেই ছুটীৰ পাছত ষ্টুডেণ্টচ চিণ্ডিকেট (ছাত্ৰ একতা সভা)ৰ মিটিং বহিছিল আৰু তাত একো একোটা বিষয়ে নিৰ্বাচিত বা ইচ্ছুক ছাত্ৰ সকলে বক্তৃতা দিব বা ৰচনাপাঠ কৰিব লাগিছিল। উৎসৱপাৰ্বণ আৰু মহাপুৰুষৰ তিথিত সেই সেই উৎসৱ আৰু মহাপুৰুষ সকলৰ বিষয়েও ৰচনা পাঠ কৰিব বা কবলৈ দিয়া হৈছিল। হিতেশ ডেকাই ইবোৰত সক্ৰিয়ভাবে সহযোগ কৰিছিল। লাজকুৰীয়া আছিলোঁ যদিও ময়ো এনেবোৰ মিটিঙত অংশ লবলৈ অকনো লাজ বা ভয় কৰা নাছিলোঁ। তাৰ কাৰণ হ'ল সেই ১৯৪০ চনতে সৰ্থেবাৰীৰ আমাৰ ছুপাটোত আমি সৰু সৰু ছলিবোৰক লৈ ভকত সখি মানে ভকতৰাম পাঠক আতৈ ওৰফে ভক্ত দাস আতৈয়ে এটা ছাত্ৰ সংঘ স্থাপন কৰিছিল। ছাত্ৰসকলৰ চৰিত্ৰ গঠনেই আছিল এই সংঘটোৰ মূল লক্ষ্য। আৰু সেই লক্ষ্য আগত ৰাখিয়ে অশ্লীলতা আৰু মাদকদ্ৰব্য বৰ্জনত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। সজ গ্ৰন্থৰ অধ্যয়ন আৰু তাৰ বাবে পুথিভঁৰাল স্থাপন, সুকুমাৰ কলাৰ সহায়ত মন মাৰ্জিত আৰু সংস্কৃত কৰিবৰ কাৰণে আলোচনী আদি উলিওৱা, গীত-পদ-নাটৰ চৰ্চা কৰা, মহাপুৰুষ সকলৰ জন্ম-মৃত্যু তিথি আদিত তেখেতসকলৰ জীৱনী আলোচনা কৰি মহৎ আদৰ্শ-অনুধাবন কৰা আৰু দুখীয়া-দৰিদ্ৰজনৰ সেৱা কৰা আদিও সংঘৰ আঁচনিৰ অন্তৰ্গত আছিল। ১৯৪১-৪২ চনৰ সৰ্থেবাৰীৰ প্ৰত্যেক ছুপাতে একোটাকৈ এনে সংঘ স্থাপন কৰা হয়। হিতেশ ডেকাইও এইবোৰ আদৰ্শৰ প্ৰতি অনুৰাগী আছিল। সম্বন্ধত সংঘৰ প্ৰতিষ্ঠাতা ভকত সখি আছিল তেওঁৰ মোমায়েক, হৰবল্লভ ডেকা, তৰণী কান্ত ডেকা আদি সংঘৰ সক্ৰিয় কৰ্মী দুই এজন তেওঁৰ সহপাঠীও আছিল; কাজেই আমাৰ ছুপাৰ নহৈও তেওঁ আমাৰ ছুপাৰ ছাত্ৰসংঘত সক্ৰিয়ভাবে সহযোগ কৰিছিল। মই আছিলোঁ ছাত্ৰসংঘৰ পুথিভঁৰালী আৰু মুখপত্ৰ নৱজাগৰণৰ সম্পাদক। হিতেশ ডেকাই ছাত্ৰ অৱস্থাত ৰচনা প্ৰতিযোগিতা, আকস্মিক বক্তৃতা, আবৃত্তি, কবিতাৰ প্ৰতিযোগিতা আদিত প্ৰায়ে প্ৰথম পুৰস্কাৰ পাইছিল আৰু তেতিয়া কিতাপেৰেই পুৰস্কৃত কৰা হৈছিল। ডেকাই তেতিয়ালৈকে পুৰস্কাৰ পোৱা আটাইখন কিতাপকে আমাৰ পুথি ভৰাঁললৈ দান কৰাই নহয়, আনৰ পৰাও দান সংগ্ৰহ কৰি আনি দিছিল। নৱজাগৰণতো তেওঁ নিয়মিত ভাবে লেখিছিল। এনেকৈ আমাৰ মাজত ক্ৰমে ক্ৰমে নিবিড় আত্মীয়তা গঢ়ি উঠে। মোৰ আপোন ককাইদেউ নাই, নাই তলৰ ভাইও। এদিন এনেকৈয়ে মোৰ আপোন ককাইদেউৰ আসনখনত অধিষ্ঠিত হয় হিতেশ ককাইদেউ আৰু ভাতৃ স্থানত উপনীত হয় ক্ৰমে চক্ৰেশ্বৰ তালুকদাৰ আৰু সেঃ চৰণ ভূঞাই। চক্ৰেশ্বৰ তালুকদাৰ কাহানিবাই ইহ সংসাৰৰ পৰা মেলানি মাগিলে এক অচিন দুৰাৰোগ্য ৰোগত, অকালতে। যোৱা বছৰ অৰ্থাৎ ২০০০ চনৰ ৩০ আগষ্ট তাৰিখে নাটকীয়ভাবেই নৰনাট সামৰিলে ককাই দেৰেও। চিত্ৰ গুপ্তৰ পেণ্ডিং লিষ্টত আমাৰো নাম উঠিছে চাগৈ। অপেক্ষা মাথোন জাৰিকাৰক অহালৈহে।

### অপ্ৰিয় হিতেশ আৰু ক'লীয়া পুৰাণৰ কবিতা ফাঁকি

ককাইদেৱে সদায় ডাঠ ব'গা কাপোৰৰ হাতত বুটাম নলগোৱা পিৰাণ দোলা আৰু ধুতি পিন্ধি স্কুললৈ আহিছিল। এদিন দেখিলোঁ তেওঁৰ চোলাটোৰ পিঠিৰ ফালে ক'লা চিয়াহীৰ গোট গোট আখৰেৰে ডাঙৰকৈ লিখা আছে - 'অপ্ৰিয় হিতেশ'। আন কোনোবাই লিখিছে নেকি? - নহয় আখৰবোৰচোন তেওঁৰ নিজৰ আৰু তেৰোঁতো লাজ কৰা নাই, নিসংকোচে ঘূৰিছে মিলিছে, হাঁহি হাঁহি কথা পাতিছে লগৰীয়াবোৰৰ লগত; অৱশ্যে তাৰ মাজতে দেখিলোঁ, কেইজনমান সহপাঠীৰ মুখ ক'লা। পাছতহে উৰহী গছৰ ওৰ পোৱা গ'ল। লগৰবোৰৰ কাৰোবাৰ কিবা দোষ দেখিলে তেওঁ মুখৰ আগতে সমালোচনা কৰিছিল। এইকাৰণতে তেওঁ কেইজনমান সহপাঠীৰ অপ্ৰিয় হৈছিল। কিন্তু ফুটাই

তেওঁলোকে একো নকৰিছিল। কথাটো টেৰপাই এনেকৈয়ে তাক ফাদিল কৰি তেওঁলোকৰ মনৰ কুখাৰি আঁতৰাইছিল। একেবাৰে প্ৰেক্‌টিকেল জোক!

ককাইদেউৰ গাৰ ৰং ক'লা আছিল। সৰুতে বেছি ধৰণৰ ক'লাই আছিল। তেওঁৰ গাৰ বৰণৰ পেংলাই কৰি তেওঁ নিজকে কেতিয়াবা নিগ্ৰো বুলি কৈ আহিছিল। ইমানেই নহয়; নিজৰ গাৰ ৰংটোকলৈ পদ্য এটা ৰচনা কৰি আমি সমনীয়া বোৰৰ আগত গাইও শুনাইছিল। গোটেই পদ্যটো মনত নাই, শেষৰ পংক্তি আছিল এনেকুৱা,

কাউৰী ক'লা, ফিঙ্গু (ফেচু) ক'লা
কেতোৰ ক'লা কলি খেচৰ,
তাতোকৈ ক'লা মই হিতেশ্বৰ।

আমাৰ সৰুকালত শনিক লৈ ৰচনা কৰা গাত এটাৰ চলতি আছিল। তাৰে পংক্তি এটা আছিল এনেকুৱা 'হে ৰবিসুত শনৈশ্বৰ'। ককাইদেউৰ দেউতাকৰ নামো আছিল ৰবি, তাৰেই পেৰডি কৰি গাইছিল 'হে ৰবি সুত হিতেশ্বৰ'।

**টিং আৰু শিং কৰিলোঁ**

টিং অৰ্থাৎ টিনপাত। শিং অৰ্থাৎ মহ মহ খুটি। আমাৰ ছাত্ৰাৱস্থাত আমাৰ ইযাৰ অৱস্থাপন্ন মানুহ হলেহে ঘৰৰ চালত খেৰৰ ঠাইত টিনপাত লগাইছিল। তেনেলোক বেছিভাগৰে মহৰ পালো আছিল।

হিতেশ ডেকাৰো ঘৰত টিনপাত লগোৱা আৰু মহৰ পাল কৰাৰ প্ৰবল আকাঙ্খা আছিল আৰু সময়ত তাক বাস্তৱায়িতও কৰিছিল আৰু তাতে ৰবি টিং আৰু শিং কৰাৰ কথা ভাবিছিলো, কৰিলো' বুলি সন্তুষ্টি প্ৰকাশ কৰিছিল।

**যাৰ নাই ধৰবাৰী সি থাকে নলবাৰী (৩)**

আমি মেট্ৰিক পাছ কৰা সময়ত (১৯৯৮) আমাৰ ওচৰৰ বৰপেটাত এম চি কলেজ আৰু নলবাৰীত নলবাৰী কলেজ আছিল তেনেই নতুন। সেয়ে আমিবোৰে প্ৰবেশিকাৰ দেওনা পাৰ হৈ গুৱাহাটীৰ কটন কলেজলৈ চাপলি মেলিছিলো। তেতিয়া কটন কলেজত 'চিট' পোৱাটো টান কথা নাছিল, সেয়ে আমাৰ দৰে ওদা ছাত্ৰইও কটনত পঢ়াৰ সুযোগ পাইছিলোঁ, হোষ্টেলত থাকিয়ে। বি বৰুৱা কলেজ আছিল তেতিয়া সম্পূৰ্ণ নৈশ কলেজ, শ্ৰেণী বহিছিল কামৰূপ একাডেমী হাইস্কুলত, চেনিকুঠিত অভাৱগ্ৰস্ত ছাত্ৰইও কিবাকিবি সৰু সুৰা চাকৰি একোটা গোটাই বি বৰুৱা কলেজত পঢ়াৰ সুবিধা কৰিছিল। চাকৰি নোপোৱা অভাৱী অথচ পঢ়িবলৈ আগ্ৰহী ছাত্ৰইহে এম. চি. বা নলবাৰী কলেজত পঢ়িছিল। আমি প্ৰায় আটায়ে পঢ়িছিলোঁ কটনত, দুজনমানে বি. বৰুৱাত। হিতেশ কিন্তু চাকৰি বাকৰিলৈ মন নেমেলি নলবাৰী কলেজতে পঢ়িবলৈ লৈছিল - নাটক কৰি, সৰু সুৰা কিবা কিবি বেপাৰ কৰি নিজৰ খৰছ নিজে উলিয়াইছিল অৰ্থাৎ 'Earning while Learning' কথাষাৰ সাৰ্থক কৰি। কোনোবাই যদি তেওঁক সোধে - 'ডেকা, আপোনাৰ লগৰবোৰে গুৱাহাটীত পঢ়িছে আপুনি কিয় নলবাৰীকে পচন্দ কৰিলে?"

'কাৰণ, যাৰ নাই ধৰবাৰী সি থাকে নলবাৰী (ত)' - হাঁহি হাঁহি উত্তৰ দিছিল হিতেশ ডেকাই।

ময়ো ককাইদেউৰ দৰে ছন্দোবদ্ধ ৰূপত কথাকৈ ভাল পাওঁ। মোক যদি কোনোবাই সোধে 'কি খবৰ ডেকা?' মই উত্তৰ দিছিলো - 'কি খবৰনো হব আৰু - 'খবৰ ৰবৰ'। ভাবটো এনেকুৱা -খবৰ বোলা কথাটো ৰবৰৰ দৰে elastic অৰ্থাৎ ৰবৰ যেনেকৈ টানি দিলে দীঘল হয় আৰু ঢিলাই দিলে চাবেক অৱস্থা পায় খবৰো তেনেকুৱা যিমান কব সিমানে বাঢ়িব, কথা নবঢ়াই এযাৰতেই কব পাৰি - 'এয়া আছোঁ আৰু' বুলি।

ছন্দত কথা কোৱা অভ্যাস আমি কৰি দিলোঁ বৰপেটাত লগ পোৱা এজন সাধাৰণ লোকৰ

কথা কোৱাৰ ধৰণৰ পৰা। এই লোকজনে প্ৰায় সকলো ছন্দত কৈছিল। যেনে - 'অ' বাপু গহে (গোসাঁই) হোকাটু (টো) আনা অহে (এই পিনে)' এনেকুৱা ধৰণৰ। সি যি নহওক আমি দুযোৱে ধেমালিতে কোৱা সেই কথা দুষাৰ নিনাও প্ৰবচন হৈ আজিকোপতি লোকৰ মুখে মুখে চলি অহা দেখি বেচ আমোদো পাওঁ, আচৰিতো হওঁ।

**ইফালে বাৰী, সিফালে বাৰী, মাজতে গুৱাহাটী**

কথাষাৰ চাগৈ কিবা সাঁথৰ যেন লাগিছে, নহয় জানো? ৰব যোৰ ভাঙি কৈছোঁ। ইফালে বাৰী মানে সৰ্থেবাৰী, সিফালে বাৰী মানে আপোনাৰ পলাশবাৰী। সৰ্থেবাৰী বিখ্যাত কাহঁৰ বাবে, পলাশবাৰী বিখ্যাত এৰীযা চাদৰ আৰু কাঠৰ বাবে তথা কযলা বা এঙাৰৰ বাবেও। এঙাৰ নহলে কাঁহ শিল্প অচল, সেযে সৰ্থেবাৰীত এঙাৰ মহঙা, পলাশবাৰীত উভৈনদী। নলবাৰী কলেজত পঢা সমযত হিতেশ ককাই দেবে পলাশবাৰীৰ পৰা এঙাৰ আনি সৰ্থেবাৰীৰ কহাঁৰক যোগাইছিল। নলবাৰীৰ পৰা গৈ গুবাহাটীত মোৰ আলহী হৈ এৰাতি থাকে আৰু পলাশবাৰীৰ পৰা আহিও এৰাতি থাকে। মই তেতিযা কটন কলেজৰ কস্মোপলিটান হোষ্টেলৰ আবাসী। খাই বৈ উঠি হোষ্টেলৰ দুফুটীযা খাটখনতে দুযো লেটি লওঁ। ক্ষন্তেক পাছতে ককাই দেউৰ নাকে ৰামাযণ মহাভাৰত গাবলৈ আৰম্ভ কৰে। অমুকাৰ কিন্তু। কোনে নিদ্ৰা হৰে হে মোৰ (আই নহয়) কাই ।"

**কোৰখন লৈ পাছে পাছে আহ, মাগুৰ মাছ খুৱাম**

১৯৫৭ নে ১৯৫৮ চনৰ কথা। তেতিযা মই সৰ্থেবাৰী হাইস্কুলত শিক্ষকতা কৰিছিলোঁ। তেওঁ জালুকবাৰী হাইস্কুলত। তেওঁ প্ৰাযে সৰ্থেবাৰীলৈ আহি থাকে আৰু নিশা আমাৰ ঘৰতে কটায। ৰাতিপুৱাতে উঠি প্ৰাতঃকৃত্য সমাপ্ত কৰি গা পা ধুই দিনটোৰ বাবে সষ্টম হোৱা তেওঁৰ সজ। তেতিযা আমাৰ ইযাত চেনিটাৰী লেট্ৰিনৰ প্ৰচলন হোবা নাছিল। তাৰ পৰিবৰ্তে আকৌ জোপ জাবনি বহুত আছিল। আমাৰ সন্মুখত এতিযা যিটো বৰপুখুৰী আছে, তেতিযা সি এটা খৰালি শুকাই যোবা সৰু খালহে আছিল। খালটোৰ সিপাৰে বহু ঠাই জুৰি নল, বিৰিণা বেত আদিৰ জোপোহা আছিল। খৰালি কালত ককাইদেৱে আমাৰ ঘৰত আলহী থাকিলে আমাৰ বাৰীৰ কেঁচা পাযখানালৈ নগৈ সেই জোপোহাৰ আৰঁতে প্ৰাতঃ কৃত্য কৰি আহিছিল। এদিন মাঘ মাহৰ কোনোবা এটা নিশা আমাৰ ঘৰত কটাইছিল আৰু নিচেই পুৱাতে উঠি বাহিৰ ফুৰি আহি মোক কলে 'প্ৰসন্ন আহ, আহ, কোৰখন লৈ মোৰ পাছে আহি থাক, তোক আজি মাগুৰ মাছ খুৱাম। মই বোলো মাগুৰ মাছ খুৱাবি ক'ৰ পৰা, ক'ত আছে মাছ খালটোৰচোন তলি শুকাল।'

"খালটোৰ বুকুত মাছৰ খলী (গাতঁ) আছে। সেইটো খান্দি মাছ উলিযাম" - ককাযে কলে। হয খালটোৰ তলিত মাছৰ খ'লী এটা নথকা নহয, কিন্তু তাত কাৱৈ-মাগুৰ যি আছিল চুবুৰীৰ মানুহে উঠাই নিছিল। দুই চাৰিটা সৰু সৰু শিঙিৰ বাহিৰে অইন একো মাছ তাত নাছিল। শিঙি মাছ সৌ সিদিনালৈকে আমাৰ মানুহৰ পাগৰ বাহিৰ আছিল। ককাই দেউক মই কথাটো ক'লো যদিও নপতিযালে, মোক জোৰকৈ মাতি নিলে আৰু খালৰ বুকুত নামি গাতঁটোৰ ওচৰ পালে। গাতঁটোৰ কাষতে বাঁহৰ জেং এডাল পৰি আছিল। সেই জেংডালেৰে হানি খুঁচি চাই শিঙি কেইটাৰ বাহিৰে অইন মাছ নেদেখি কলে- "তোৰ কথাই সচাঁ। বল যাওঁগৈ। "মই জানো বাবেই কৈছিলোঁ মাছ নথকা বুলি। তইহে নপতিযাৱ। মিছামিছি দিনটোৰ বাবে লঘু হোৱা গ'ল। তেওঁ ইংৰাজ কবি ব্ৰাউনিঙৰ Last ride together অৰ Petty done and undone vast পংক্তিটো গাই দি কলে - কিহৰ লঘু হলোঁ, মানুহে বহুত কামেই কৰে, কিন্তু সফল হয, খুব কম কেইটা মানতহে। যত্ন কৰি চাব লাগে চালোঁ। ফল পালে ভাল আছিল নাপালোঁ নাই। "মোৰ তেতিয়া গীতাৰ সেই মহান বচনষাৰলৈ মনত পৰিছিল - কৰ্মন্যেৱাধিকাৰস্তে, মা ফলেষু কদাচন'।

**বি এ ফেইল, বিয়া পাছ**

১৯৫২ চনত তেওঁ নলবাৰী কলেজৰ পৰা আৰু মই কটন কলেজৰ পৰা বিএ পৰীক্ষাত

বহোঁ যদিও দুযো অকৃতকাৰ্য হওঁ। আমি কোনোজনেই ফেইল কৰিব লগীয়া নাছিলোঁ, কিন্তু কৰিলোঁ। ককাইদেউৰ ক্ষেত্ৰত তাৰ যুক্তি যুক্ত কাৰণ আছে দৰাচলতে পঢাটো আছিল তেওঁৰ উপৰুৱা, ঘৰখন চলোৱাটোহে আছিল ঘাই কাম। মোৰ ক্ষেত্ৰত সি এক আহম্মকিৰ বাহিৰে একো নাছিল। পাছে হয়হে বিএ ফেইল কৰিলোঁ বিয়া কিন্তু দুযোৱে পাছ নকৰি নাথাকিলোঁ। তেওঁ ১৯৫৩ চনত নিজে পচন্দ কৰি দেশ দস্তৰ মতে দি থৈ বিয়া কৰাই বাসন্তী বৌক চপাই লয়। এই ক্ষেত্ৰত মই তেওঁক অনুসৰণ কৰাৰ কথা নাছিল, কিন্তু বিপত্নীক, মুমূৰ্ষু পিতৃৰ ইচ্ছাৰ ওচৰত মূৰ নোদোৱাই উপায় নাছিল। ১৯৫৪ চনত মোক এজনী গাঁঠি দিয়ে এবছৰ পূৰ নৌহওঁতেই পিতাইও আইৰ বাট লয়। সংসাৰৰ আও ভাও নুবুজা আমি মতা তিৰোতা হালৰ যে কি অৱস্থা নহৈছিল। নানান আলাই অথানি অতিক্ৰমি বহু বছৰৰ বিৰতিৰ পাছত মই ১৯৫৬ চনত বিএ ফেইল কলঙ্কৰ পৰা উদ্ধাৰ হওঁ। তাৰ পাছত ককাইদেৱেও শ্বিলঙৰ পৰা পৰীক্ষা দি স্নাতক হয়।

**ৰায়ত পাৰাৰ সেই ভাত সাজ**

১৯৬২ চন। নিৰ্বাচনৰ বতৰ। ককাইদেৱে কাহানিবাৰ পৰাই অন্তৰত লালন কৰিছিল এম এল এ হোৱাৰ প্ৰবল বাসনা। সেই বেলি খৰ্নদিয়েব উপন্যাসৰ ৰয়েল্টি বাবত দত্তবৰুৱা এণ্ড কোম্পানীৰ পৰা মোটা অঙ্কৰ ধন তেওঁৰ হাতত পৰিছিল। হিচাপ কৰি চাই দেখিলে যে নিৰ্বাচনৰ খৰচ মিতিব, কিন্তু আমাৰ সমষ্টিটো তেতিয়া অনুসূচিত জাতিৰ বাবে সংৰক্ষিত আছিল। সেয়ে তেওঁ বৰপেটা সমষ্টিৰ পৰা এম পি ৰ বাবে প্ৰাৰ্থী হবলৈ মন মেলিলে। ছাত্ৰাবস্থাত কংগ্ৰেছী, মাজতে কমিউনিষ্ট আৰু চোচিয়েলিষ্ট ভাবাপন্ন হলেও তেওঁ কোনো এটা ৰাজনৈতিক দলৰে কৰ্মী নাছিল, গতিকে কোনো এটা ৰাজনৈতিক দলৰ নমিনেচন পোৱাটো সম্ভৱ নাছিল বাবে শুভানুধ্যায়ীসকলৰো হাক বচন নুশুনি নিৰ্দলীয় প্ৰাৰ্থীৰূপে মনোনয়ন পত্ৰ দাখিল কৰিছিল। তেওঁ ভাবি লৈছিল যে যি সকল যুৱকে তেওঁৰ উপন্যাস পঢ়িছে সি সকলৰ সহায় সহযোগ পাবহঁ, নোপোৱাও নহয়। এবাৰ বৰপেটাৰ ৰাযত পাৰাৰ যুৱক সকলৰ সহযোগত এখন নিৰ্বাচনী সভা হৈছিল। ভাৰাতীয়া গাড়ীখনত উঠাই মোকো তালৈ লগতলৈ গৈছিল ককাই দেৱে। মিতিঙৰ অন্তত ভাতৰ ব্যৱস্তা কৰিছিল ৰাযত পাৰাৰে মুখীযাল এঘৰত। ভাতৰ পাতত বহি দেখোঁ কাষত সাজি দিছে ৰঙা পৰা শুকান জলকীয়া ভাহি থকা থেলথেলীয়া একোবাটি ৰহৰৰ দাইল আৰু প্ৰায় হাতৰ তলুৱাৰমান ডাঙৰ একোটাকৈ ভজা কাৱৈ মাছ। মোৰ কাৰণে দুযোবিধেই অপথ্য। তথাপি কাৱৈ মাছ এটুকুৰা মুখত দি চালোঁ বৰ চোকা। কাজেই এনেয়ে দুই এটা ভাত মুখত দি লিৰকি বিদাৰি থাকিলোঁ। ককাইদেৱে হপ্পা হপ্লি খাই শেষেই কৰিলে। পুনৰ একোবাটি দাইল আৰু ভজা মাছ একোটা আনি ককাইদেউৰ ওচৰত ৰাখিলে। মোকো দিবলৈ আহি মোৰ অৱস্থাটো দেখি গিৰিহঁতে কলে-এহ, আপুনিচোঁ একো খোৱাই নাই, দাইল নাখায় যদি ভজা মাছকেই খাওঁক, আকৌ দুটা দিওঁ নেকি?" মই কলো - নালাগে দিয়ক, মই পেট ৰুগীয়া মানুহ। ঘৰতে এমুঠি ধৰি আহিছো। আগৰ পৰা জনা হলে মোৰ কাৰণে ৰান্ধিবলৈকেই মানা কৰিলোঁহেতেন। আপোনালোকে বেযা নাপাব, ককাইদেউৰ খোৱা হলে মই এই ভাগেই উঠিম।" গিৰিহঁতে দিযা দাইল বাটি আৰু ভজা মাছটো সম্পূৰ্ণ গলাধ কৰণেৰে ককাইদেৱে ভোজন পৰ্ব সামৰিলে। সেই যে নাখাওঁ বুলিও দুগৰাহমান খাইছিলোঁ তাৰ ফলতে পেট ফুলি দুদিনমান ঘৰত একো নোখোৱাকৈ থাকিব লগীয়া হৈছিল।

**আজিৰ মানুহ আৰু কোহিৰাম দাস ডাঙৰীয়াৰ মন্তব্য**

**'আজিৰ মানুহৰ'** পাতনি লিখিছে বিশিষ্ট সাহিত্যিক আৰু সমালোচক শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীদেৱে। কোহিৰাম দাস ডাঙৰীয়াৰ মন্তব্য এটা আছিল। ত্ৰৈলোক্য নাথ গোস্বামী দেৱৰ ভূমিকা আৰু কোহিৰাম দাস দেৱৰ মন্তব্যৰ পাছত আনৰ প্ৰয়োজন নাছিল যদিও ককাইদেৱে মোৰ পৰাও মন্তব্য সূচক দুষাৰ কথা লেখাই ছপাইছিল। দ্বিতীয় তাঙৰণতো তাক ছপোৱা হৈছিল। কিন্তু তৃতীয়

তাঙৰণৰ পৰা চিলঙৰ চপলা বুক ষ্টলে প্ৰকাশ কৰিবলৈ লোৱাৰ পাচত কোহিৰাম দাস আৰু আমাৰ মন্তব্য বাদ দিয়া হয়। মোৰটো বাদ দিয়াত মই বৰং ভালেই পাইছিলোঁ। কিন্তু কোহিৰাম দাসদেৱৰ মন্তব্যটো ৰখাটোৱেই মই বিচাৰিছিলোঁ। কথাটো এদিন ককাইদেউক কোৱাত তেওঁ কলে প্ৰকাশকে মোক নুসুধাকৈয়ে কামটো কৰিছে। ময়ো কথাটো ভাল পোৱা নাই। কথাটো চৌধুৰীক (বিভু চৌধুৰী) কব লাগিব। "মই কিন্তু মোৰটোৰ কথা কোৱা নাই, মোৰটো নালাগে ছপাব; কোহিৰাম বাবুৰটো হলেই হব" বুলি মই কোৱাত তেওঁ কৈছিল - 'কোহিৰাম বাবুৰ প্ৰতি শ্ৰদ্ধা আৰু তোৰ মোৰ বন্ধুত্বৰ চিন স্বৰূপেই দুয়োটাকে ৰাখিব লাগিব।" গ'ল কথা গ'ল।

তাৰ তিনি নে চাৰি বছৰ মানৰ মূৰত এদিন দিনৰ দহমান বজাত তেওঁ ওলালহি। ঘৰত উপস্থিত হৈ কলে 'আজিৰ মানুহ'ৰ প্ৰথম সংস্কৰণৰ কপি মোৰ হাতত এটাও নাই। তোৰ হাতত আছে নহয়? তোৰ আৰু কোহিৰাম বাবুৰ মন্তব্য দুটা মোক এতিয়াই লাগে। গোলাঘাটৰ প্ৰকাশন প্ৰতিষ্ঠান এটাই এইবাৰ 'আজিৰ মানুহ' ছপাবলৈ লৈছে। প্ৰেছত দিছেই।"

দৰাচলতে মোৰ হাতত কপি নাছিল। পৰিবাৰেহে স্কুলত পঢ়া কালত এখন কিনিছিল। মই সেইখনকে উলিয়াই আনি কলোঁ - "মই কপি কৰি দিওঁ। অলপ অপেক্ষা কৰ।"

"নহয়, মই এতিয়াই যাব লাগিব। গোলাঘাট পোৱাত পলম হলে কামটো নহবই" বুলি তেওঁ আমাৰ লেখা থকা পাত দুখিলা ফালি লৈ গ'ল। কিন্তু যি সন্দেহ কৰা হৈছিল সেইটোৱে হ'ল। ইতিমধ্যে কিতাপ ছপা বন্ধা হৈ গ'ল। পাছৰ তাঙৰণত দিবলৈও কাকত দুখিলা কেনেবাকৈ হেৰাই গ'ল। মই জনাত মোৰ অধ্যাপক বন্ধু ড' নবীন চন্দ্ৰ শৰ্মা দেৱৰ হাতত প্ৰথম নে দ্বিতীয় তাঙৰণৰ কপি এটা আছে। তেখেতৰ কপিটোৰ পৰাই লিখি আনি কোহিৰাম দাস দেৱৰ মন্তব্যটি 'আজিৰ মানুহ'ৰ পৰৱৰ্তী তাঙৰণবোৰত ত্ৰৈলোক্য নাথ গোস্বামী ডাঙৰীয়াৰ ভূমিকাৰ পাছতে ছপা কৰিলে ভাল হয়।

**সাহিত্য সভাৰ বৰ সবাহৰ বৰপীৰাত**

সৰ্থেবাৰীৰ ৰাইজে সাহিত্য সভাৰ সৰ্থেবাৰী শাখা ভাৰতী অধ্যয়ন চক্ৰৰ জৰিয়তে এবাৰ নহয় দুবাৰ নহয় এৰাধৰাকৈ মুঠতে এক দহ চাৰিবাৰ সাহিত্য সভাৰ অধিবেশন সৰ্থেবাৰীলৈ আমন্ত্ৰণ কৰিছিল যদিও শেষ বাৰৰ আমন্ত্ৰণতহে সদয় হৈ সাহিত্য সভাই গ্ৰহণ কৰে। ককাই দেউৰ নামো অসম সাহিত্য সভাৰ সভাপতি বাছনি কৰিবলগীয়া পাঁচজনীয়া তালিকাত কেবাবাৰো আহিছিল যদিও সিবেলিহে অসম সাহিত্য সভাৰ একবিংশতিতম সৰ্থেবাৰী অধিবেশনত তেওঁ নিৰ্বাচিত হয়। আনহাতে আপত্তি কৰাৰ অৱকাশ নিদি সৰ্ব সন্মতিক্ৰমে এই অকিঞ্চনকে আদৰণী সমিতিৰ সভাপতি বাছনি কৰি সাহিত্য সভাৰ মাননীয় সভাপতি গৰাকীক আদৰি অনাৰ গুৰুভাৰ অৰ্পণ কৰা হয়। অধিবেশন অনুষ্ঠিত হৈছিল সৰ্থেবাৰীৰ পশ্চিম প্ৰান্তৰ হীৰাবড়ি নামৰ গোচৰণীয়া পথাৰখনত ১৯৯৫ চনৰ ২২,২৩,২৪,২৫ ফেব্ৰুৱাৰীত। যি ঠাইত তেৰেঁ ময়ে আন আন লগৰীয়াৰে সৈতে খৰি কাটিছিলোঁ, গৰু চৰাইছিলোঁ আৰু তাৰ ফাঁকে ফাঁকে নানান খেল ধেমালি কৰিছিলোঁ সেই হীৰাবড়ি হৈ পৰিছিল সেই কেইদিন বিৰ দি বাটপাব নোৱাৰা লোকে লোকাৰণ্য এখন তীৰ্থভূমি। বৰ্তমান বিলুপ্ত নাওঁখেল আছিল এসময়ত সৰ্থেবাৰীৰ 'জাতীয় খেল' স্বৰূপ। তাৰ প্ৰতীক স্বৰূপে ট্ৰাক এখনক খেল নাৱৰ ৰূপত সজাই তাৰ সুসজ্জিত আসনত সভাপতি গৰাকীক বহুৱাই বৰ্ণাঢ্য সাংস্কৃতিক শোভা যাত্ৰা উলিয়াই আদৰণি অধিবেশনখনিৰ উচ্ছ্ৰিত মঞ্চত উপৱেশন কৰোৱা হৈছিল। ইয়াত হয়তো বিচিত্ৰতা একোৱে নাই; কিন্তু নিজৰ জন্মভূমিত, একালৰ নিজৰ ক্ৰিয়া ভূমিত আপোন ঠাইৰ সাহিত্যিক এগৰাকীক আপোন ঠাইৰ মানুহে সাহিত্য সভাৰ সভাপতি ৰূপে আদৰণি জনাবলৈ পোৱাটো এক অনন্য বিৰল ঘটনাৰূপে চিহ্নিত হব নিশ্চয়।

**মনতে মলঙিল মনেসজা মনৰ কথা**

সাহিত্য সভাৰ অধিবেশনৰ পাছতো ককাইদেৱে সৰ্থেবাৰীলৈ প্ৰায় প্ৰত্যেকবছৰেই এবাৰ হলেও

আহিয়ে আছিল, কিন্তু নিৰিবিলিভাবে তেওঁৰ লগত কথা হোৱাৰ সুযোগ নহ'ল। অথচ কিমান কথ যে আছিল তেওঁৰ লগত পাতিবলৈ! বহু বছৰ আগতে কহাঁৰ বন্ধু কোহিৰাম দাসৰ জীৱন ভিত্তিক উপন্যাস এখন লিখাৰ ইচ্ছাৰ কথা মোৰ আগত ব্যক্ত কৰিছিল য'ত কোহিৰাম দাসৰ আপোচবিহীন সংগ্ৰামী জীৱন, সমবায় কহাঁৰ সংঘ স্থাপনৰ কাহিনী আৰু লগতে কহাঁৰ সকলৰ জীৱন আৰু জীৱিকা, সমাজ আৰু সংস্কৃতিৰ কলাৰ মাধ্যমত তুলি ধৰা হব। সেই প্ৰসঙ্গতে তেওঁ মোক কৈছিল- 'তোৰ সহায় মোক লাগিব। এদিন নিৰলে বহি কথা হব লাগিব। "কিন্তু সেইদৰে নিৰলে বহাৰ সুযোগ আমাৰ কোনো দিনে নিমিলিল। চাওঁতে চাওঁতে কুৰি শতিকা গৈ একৈশ শতিকা পৰিলহি। মই ভাবিছিলোঁ এই শতিকাৰ অক্টোবৰ মাহত না জাৰ না জহৰ বতৰত তেওঁৰ তালৈ গৈ কিছুদিন থাকি দুয়োৰে নিৰলে, নিৰিবিলিভাবে কথা হ'ম। পাছে আলচা কাম নহয় সিদ্ধি বাটত আছে কণা বিধি।' মই পৰিকল্পনা কৰা দিনৰ দুমাহ পূৰ্বেই ককাইদেৱে আমাৰ পৰা চিৰ বিদায় ললে। শুনিছোঁ মৃত্যুৰ কোলাত আশ্ৰয় লোৱাৰ আগে আগে তেওঁ 'ত্যাগ' বোলা উপন্যাস এখন লিখি থৈ গৈছে, কহাঁৰ সকলৰ জীৱনকলৈ। নাজানো কহাঁৰ বন্ধু কোহিৰাম তাত চিত্ৰিত হৈছে নে নাই, হৈছে যদিও কেনেভাবে হ'ল গৈ। কিন্তু এইটো ঠিক কোহিৰামক বাদ দি, কোহিৰাম দাসৰ মানসসন্তান সমবায় কহাঁৰ সংঘক বাদ দি কঁহাৰৰ বিষয়ে লিখা কোনো কথাই পূৰ্ণাঙ্গ আৰু ত্ৰুটিপূৰ্ণ হব নোৱাৰে।

শেষত কওঁ শৃণ্যৰ পৰা আৰম্ভ কৰা এটা জীৱনত ককাইদেৱে যি কৰিলে, যি দিলে যি পালে সি অযথেষ্ঠ নহয় যদিও যি বিৰল প্ৰতিভা আৰু কৰ্ম শক্তিৰ তেওঁ অধিকাৰী আছিল তালৈ চাই মই তেওঁৰ পৰা বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত গুণগত দিশত আৰু অধিক উন্নত মানৰ ৰচনা পাবলৈ আশা কৰিছিলোঁ। মোৰ খেদ এয়ে যে নিজে নকৰিলেও হোবা অন্য কিছু কামত তেওঁ অযথা সময় ব্যয় কৰাৰ কাৰণেই মোৰ প্ৰত্যাশা পূৰাব নোৱাৰিলে, 'শ্ৰেয় দিব নোৱাৰিলেও প্ৰেয় দিছোঁ' বুলিয়ে তেওঁ ক্ষান্ত থাকিল।

আজিৰ এই প্ৰথম মৃত্যু বাৰ্ষিকী দিৱসত একান্ত ব্যক্তিগত এই স্মৃতিচাৰণেৰেই ককাইদেউৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰা হ'ল।

## টোকা

ভকত সখি এখেতৰ আচল নাম ভকত ৰাম আছিল। কিন্তু ভকত সখি বুলিহে খ্যাত হৈছিল। ইয়াৰ কাৰণ, তেখেতে সমনীয়া আৰু সৰুটিহঁতৰ লগতো সখিত্ব কৰি সকলোকে সখি বুলি সম্বোধন কৰিছিল আৰু তেওঁকো আটায়ে ভকত সখি বুলিছিল। সৰ্থেবাৰী মজলীয়া স্কুলৰ পৰা প্ৰথম বিভাগত ছাত্ৰ বৃত্তি পাছ কৰি উদাসীন আতৈ হৈ তেখেতে কিছুদিন সৰ্থেবাৰীৰ গাতে লাগি থকা গোমূৰা সত্ৰত নিগাজীকৈ বাস কৰিছিল। বৰপেটা সত্ৰত থাকোতেই তেখেতে পেনতে সৰ্থেবাৰী আৰু তাৰ পাছত অসমৰ বিভিন্ন ঠাইতো ছাত্ৰসংস্থা পাতি বিশেষকৈ মাদকদ্ৰব্য বৰ্জন অভিযান চলাইছিল। ১৯৫০ চনত আনুমানিক ৩৫ বছৰ বয়সত নিউমোনিয়া ৰোগত তেখেতৰ দেহাৱসান হয়। তেখেতৰ সখিত্বভাৱৰ স্মৃতি সুৱঁৰি পৰলোকৰ পাছত তেখেতে পতা ছাত্ৰসংস্থা সমূহৰ নাম সখি সংঘ ৰখা হয়। তেখেতে কেবাখনো গ্ৰন্থ, কেবাটাও গীত আৰু বটদ্ৰবাৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ, নৰনাৰায়ণৰ ৰাজ সভাত শ্ৰীশ্ৰীশঙ্কৰদেৱ, শান্তিভানত শ্ৰীশ্ৰীশঙ্কৰদেৱ, খটৰ আক্ৰমণত শ্ৰীশ্ৰীহৰিদেৱ আদি নামেৰে ভালেকেইখন পট অঙ্কণ কৰিছিল। শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে যুটীয়াভাৱে লিখা আমাৰ 'সাধুপুৰুষ শ্ৰীশ্ৰীভক্তদাস আতৈৰ জীৱন চৰিত' দ্ৰষ্টব্য।



# মই লগ পোৱা ঔপন্যাসিক হিতেশ ডেকা ছাৰ

**ৰীণা ভট্টাচাৰ্য**

১৯৯৭ চনত **'যুগে যুগে অৱতাৰ'** নামেৰে এখন সাধু কথাৰ পাণ্ডুলিপি লিখি মই ভাবিলো পাতনিখিনি লিখাৰ বাবে কাৰ ওচৰত যাম। সেই সময়ত **'সময় প্ৰবাহ'** বাতৰি কাকতত মোৰ সৰু-সুৰা প্ৰবন্ধ প্ৰকাশ পাইছিল। মোৰ কোনো সাহিত্যিকৰ লগত চিনাকি নাছিল। মই মোৰ মনৰ কথা লগৰীয়া এজন শিক্ষকক ক'লো, তেওঁ মোক ধেমালিৰ সুৰত ক'লে, "আপুনি কিয় ইমান ভাবিছে? মই আপোনাক এজন নামী সাহিত্যিকৰ ওচৰত লৈ যাম।" মই ক'লো, "আপুনি লৈ যাব সঁচা, কিন্তু মোৰ যে ভয় লাগিছে, তেখেত যদিহে মোৰ নজনা কিবা শোধে। আপুনিয়ে মোৰ পাণ্ডুলিপিখন লৈ যাক আৰু তেখেতৰ জৰিয়তে পাতনিখিনি লিখোৱাই লৈ আহক। সেই গ'লে নিলিখিব পাৰে। তেওঁ মোক অভয় দি ক'লে, "আপুনি তেখেতক নাজানে। তেখেত অতি সাধাৰণ মানুহ, আপুনি দেখিলে আচৰিত হ'ব যে ইমান জ্ঞান থকা ব্যক্তিত্ব সম্পন্ন এজন মানুহ হৈয়ো অতি সাধাৰণ মানুহৰ লগতো তেখেতে বহা মেলাত কোনো আপত্তি নকৰে।

মই মোৰ লগৰীয়া বন্ধুজনৰ লগত ছাৰৰ ঘৰলৈ গ'লো। ঘৰৰ সন্মুখত গৈ দেখা পালোঁ যে ঘৰৰ সন্মুখ ভাগ একেবাৰে মুকলিমুৰীয়া। মই আচৰিত হ'লো। ভাবিলোঁ কি জানো তেখেতে সকলোৰে প্ৰবেশৰ বাবে হে সন্মুখখন খোলা কৰি ৰাখিছে হবলা। কাৰণ আগফালে মুকলি হৈ থকা ঘৰ বোধহয় ডেকা ছাৰৰ বাহিৰে দ্বিতীয় এঘৰ বিচাৰি পোৱা নাযায়। মই ঘৰৰ ভিতৰলৈ সোমাই দেখিলো ছাৰে এজন ব্যক্তিৰ লগত বহি কথা পাতিছে। আমাক দেখা পাই হাঁহি মুখৰে বহিব দিলে। মোৰ তেতিয়া সাহস বাঢ়িল। তেখেতে ব্যক্তিজনক বিদায় দি মোৰ যোৱাৰ কাৰণ সুধিলে। মই মোৰ পৰিচয় দি যোৱাৰ কাৰণ ক'লো। তেখেতে মোক ক'লে, "মই আপোনাৰ লিখা ভালদৰে নোচোৱাকৈ পাতনি লিখি দিব নোৱাৰিম। এতিয়া মোৰ হাতত বহুত কাম। আপুনি পাণ্ডুলিপিখন থৈ যাক। কেইদিনমান পিছত আহি লৈ যাব। সিদিনা বেছি কথা নকৈ মোক বিদায় দিলে।

সাতদিনমান পিছত মই ছাৰৰ ঘৰলৈ আকৌ গ'লো। তেখেত সেই সময়ত কিবা লিখাৰ প্ৰুফত চকু ফুৰাই চাইছে। মোক বহিব দি তেখেত ভিতৰতগৈ মোৰ পাণ্ডুলিপিখন লৈ আহি ক'লে, "যোৱা ৰাতি পাতনিখন লিখিছোঁ" মই পাতনিখন এবাৰ চকু ফুৰাই চাই বিনীত সুৰত ছাৰক ক'লো "আপুনি এইয়া কি লিখিছে? হজৰত মহম্মদ হিন্দু ধৰ্মৰ কল্কি অৱতাৰ নেকি? আপুনি মুছলমান ধৰ্মগুৰুজনক কেনেকৈ বাৰু হিন্দু ধৰ্মৰ কল্কি অবতাৰ বুলি ক'ৰ বিচাৰেৰ ক'ৰবাত পাইছে নেকি? তেখেতে বৰ হাঁহিলে আৰু মোক ক'লে 'এইটো মই কোনো কিতাপত পোৱা নাই। মোৰ নিজা ধাৰণা আৰু এই ধাৰণাৰ স্থল আছে। এইখন কিতাপৰ পাতনি পঢ়ি মানুহৰ মাজত আলোড়ন জাগিব। আৰু মানুহে যেতিয়া মোক প্ৰশ্ন সুধিব তেতিয়া মই উত্তৰ দিম।" এই বুলি তেখেতে মোক ক'লে "ঈশ্বৰ আৰু আল্লা যদি এক! মানৱ জাতিটো যদি এক হ'ব পাৰে তেন্তে হজৰত মহম্মদক কল্কি অৱতাৰ বুলি কোৱাত বাৰু কিবা ভুল হৈছে নেকি?" মই তেখেতৰ যুক্তিটো মানিলৈ ভাবিলোঁ তেখেত হিন্দু আৰু মুছলমান সকলোৰ মাজত মিলনৰ বান্ধোন ৰচিবলৈ চেষ্টা কৰিছে। মই তেখেতৰ

উদাৰ দৃষ্টিভঙ্গী দেখা পাই অভিভূত হৈ পৰিলো।

ব্যক্তি হিচাপে ছাৰ আছিল মানব দৰদী। অতি সাধাৰণ মানুহৰ দৰেই তেখেতে জীৱন কটাইছিল। পিন্ধা উৰা অতি সাধাৰণ আছিল। তেখেতে বেছি ভাগ সময় খোঁজ কাঢ়িয়েই ফুৰিছিল। তেখেতক দেখিলে কোনেও গম পাব নোৱাৰে যে এই সাধাৰণ ব্যক্তিজনৰ ভিতৰত যে অসাধাৰণ ব্যক্তিত্ব লুকাই থাকিব পাৰে। হিতেশ ডেকা ছাৰে সেইটোৰ জ্বলন্ত উদাহৰণ। মোৰ ধাৰণা বা মই জনাত তেখেতৰ অন্তৰত কোনো ধৰণৰ সাম্প্ৰদায়িকতাৰ ভাব দেখা পোৱা নাছিলোঁ। মই জনাত গাড়ীগাঁও অঞ্চলৰ সকলো সম্প্ৰদায়ৰ লোকে তেখেতক শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। উক্ত অঞ্চলৰ লোকৰ মাজত তেখেত এজন আদৰ্শনীয় ব্যক্তি ৰূপে পৰিচিত। তেখেতৰ ব্যক্তিত্বত সকলো লোকে মুগ্ধ হৈ পৰিছিল। সেযে তেখেতক আজি সকলোৱে সুৱঁৰিছে। আমাৰ গাড়ীগাঁও অঞ্চলৰ লগতে অসমৰ সকলো সম্প্ৰদায়ৰ লোকে সকলো জাতি ধৰ্ম নিৰ্বিশেষে তেখেতক একতাৰ এনাজৰি বুলি ক'ব পাৰি। তেখেতৰ ভিন্ন মুখী প্ৰতিভা আছিল তেখেতে একেধাৰে স্বাধীনতা সংগ্ৰামী, যাত্ৰাদলৰ অভিনেতা, সমাজ সেৱক, শিক্ষাবিদ, গল্প লিখক, নাট্যকাৰ, প্ৰবন্ধকাৰ আৰু ঔপন্যাসিক হিচাপে অসমীয়া সাহিত্য জগতলৈ অতুলনীয় অৱদান আগবঢ়াইছে। তেখেতে পোৱা উল্লেখনীয় স্বীকৃতি সমূহ হ'ল ১৯৮৪ চনত তেখেতে কৃতী শিক্ষক হিচাপে ৰাজ্যিক বঁটা লাভ কৰে। ১৯৮৫ চনত তেখেতে অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰে আৰু ২০০০ চনৰ ১৫ আগষ্টত ভাৰত চৰকাৰৰ অসামৰিক প্ৰতিৰক্ষা শিতানত ৰাষ্ট্ৰপতি বঁটা লাভ কৰে। দুখৰ বিষয় তেখেতে কাযিকভাবে বঁটা গ্ৰহণ কৰাৰ সুযোগ নাপালে। ছাৰৰ পৰলোক প্ৰাপ্তিত আমাৰ অসমীয়া জাতীয় জীৱনৰ অপূৰণীয় ক্ষতি হ'ল।

মোৰ কিতাপ ওলাল। এটা কপি দিবলৈ মই চাৰৰ ঘৰলৈ গ'লো। সিদিনা তেখেতৰ লগত বহুত সময় কথা পাতিলোঁ। তেখেতৰ জীৱনৰ বেলেগ বেলেগ দিশৰ বিষয়ে জানিবৰ সুযোগ পাই মই নিজকে ভাগ্যৱতী বুলিহে ভাবিলোঁ। তেখেতে সিদিনা মনৰ কথা ব্যক্ত কৰি মোক কৈছিল। আপুনি উপন্যাসৰ ভাষান্তৰ কৰিব জানে নেকি? মোৰ উপন্যাস 'আজিৰ মানুহ'ৰ বাংলা ভাঙনি কৰি দিযক।" মোক দ্বিধাগ্ৰস্ত দেখা পাই তেখেতে মোক সাহস দি ক'লে, "ইমান চিন্তা কৰিব নালাগে। আপুনি লিখা আৰম্ভ কৰক। দুই তিনিটা অধ্যায় শেষ হোৱাৰ পিছত মোৰ ঘৰলৈ আহিব। মই চোৱা চিতা কৰি দিম।"

ছাৰৰ কথামতে মই কেইবাদিনো তেখেতৰ ঘৰলৈ গৈছো। সেই সময়চোৱাৰ ভালেমান কথা আজিলৈ মোৰ মনত ভুমুকি মাৰিছে। তেখেতৰ উপদেশ বিলাক মোৰ জীৱনৰ অমূল্য সম্পদ। মই এদিনা দুঃখ কৰি ছাৰক ক'লো, "মোৰ বিশেষ বিদ্যাবুদ্ধি নাই। ভগৱানে মোক কেৱল উৎসাহ আৰু ধৈৰ্য দিহে পঠাইছিল। তাৰ বাবে কিছুমান সৰু-সুৰা কাম কৰিব পাৰিছোঁ। ছাৰে লগে লগে উত্তৰ দিছিল, "জীৱন গঢ়ি তুলিব লাগে। কোনেও সৃষ্ট জীৱন লৈ পৃথিৱীলৈ নাহে।" ছাৰৰ কথাত মই প্ৰেৰণা পাইছিলোঁ। বুজিছিলোঁ জীৱনক তাৎপৰ্যময় কৰি তুলিবলৈ হ'লে নিৰলস সাধনা আৰু কঠোৰ পৰিশ্ৰম কৰিব লাগে।

এদিনাখন ছাৰৰ লগত কথা পাতোতে মই ক'লো এজন ব্যক্তিয়ে মোক কৈছে যে লিখাৰ আগতে কোনোবা এজন ভাল লিখকৰ কিতাপবিলাক ভালদৰে পঢ়ি সেইটো অনুকৰণ কৰিহে লিখিব।" কথাষাৰ শুনি ছাৰে টপককৈ উত্তৰ দিলে, "কিতাপ পঢ়া ভাল। কিন্তু কাৰোবাৰ অনুকৰণ কৰি লিখাটো বেয়া কথা। কাৰণ প্ৰতিজন ব্যক্তিৰ লিখাত এটা নিজস্বতা থাকিব লাগে। আপুনি কিতাপ পঢ়ক আৰু লগতে লিখাৰ কাম কৰি থাকক।"

বিশাল ব্যক্তিত্বৰ অধিকাৰী হৈও ছাৰ আছিল অতি সৰল মানুহ। সেয়ে তেখেতে সকলোকে নিজৰ ল'ৰা-ছোৱালীৰ দৰেই মৰম কৰিছিল। হাস্য-মধুৰ আছিল তেখেতৰ অন্তৰ। তেখেতে প্ৰাণখুলি

হাঁহিছিল আৰু হহুৱাইছিল। তেখেতৰ বাক্ চাতুৰ্যই সভাস্থ সকলোকে মুগ্ধ কৰিছিল। টিপ্পনীযুক্ত কথাত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিছিল। তেখেতৰ ৰসাল কথাত সকলোৱে প্ৰাণখুলি হাঁহিছিল।

মই **'আজিৰ মানুহ'** কিতাপখন অৰ্ধেকৰ বেছি ভাষান্তৰ কৰাৰ পিছত এদিন মোৰ চিনাকি মানুহ এজনে মোক সুধিলে, "তুমি এতিয়া কি লিখিছাঁ?" মই উপন্যাসখনৰ ভাষান্তৰ কৰাৰ কথা কোৱাত তেখেতে মোক নিৰাশ কৰি দি ক'লে, "বাংলা ভাষাত বহুত খ্যাতনামা সাহিত্যিক আছে। তোমাৰ এই উপন্যাসখন কোনে পঢ়িব?" তেওঁৰ কথাত মই বৰ দুঃখ পালোঁ আৰু লিখাৰ কাম বন্ধ কৰি দিলোঁ। এফালে বহু দিন ছাৰৰ ঘৰলৈ নোযোৱাৰ বাবে ছাৰে মোক মনে মনে বিছাৰিছে। এদিন মই আদাবাৰীত, ছাৰক দেখা নাছিলোঁ। ছাৰে মোৰ উপাধী ধৰি হাত বাউলি মাতি খা-খবৰ সুধিলে আৰু বহুদিন তেখেতৰ ওচৰলৈ নোযোৱাৰ কাৰণ সুধিলে। মই তেখেতক ঘটনাটো ক'লো আৰু লিখাৰ কাম বন্ধ কৰি দিয়াৰ বাবেহে নোযোৱাৰ কাৰণ বুলি জনালোঁ। ছাৰে বেজাৰ পাই মোক ক'লে 'আপোনাৰ যদি নিজৰ ওপৰত আত্মবিশ্বাস নাথাকে তেন্তে আপুনি কেনেকৈ বাৰু সাহিত্যিক হ'ব। মানুহে এই বিলাক ক'বই। আচলতে কোনোৱে কাৰো ভাল সহ্য কৰিব নোৱাৰে। তেওঁ আপোনাক হিংসা কৰিছে। আপুনি অহা কালি মোৰ ঘৰলৈ আহক। লগতে পাণ্ডুলিপিখন লৈ আহিব। মই তেখেতৰ কথাত উৎসাহ পালোঁ। আৰু উপন্যাসখন শেষ কৰি তেখেতৰ হাতত পাণ্ডুলিপিটো তুলি দিছিলোঁ। তেখেতে ছপাবলৈ দিয়াৰ সময় নাপালে। কিতাপখন ছপা হৈ ওলালে তেখেতৰ আত্মাই নিশ্চয় শান্তি পাব আৰু মোৰ পৰিশ্ৰম সাৰ্থক হ'ব।

মৃত্যুৰ দুই সপ্তাহ আগতে মই তেখেতৰ ঘৰলৈ গ'লো। সেয়াই আছিল মোৰ অন্তিম লগ পোৱা। মই মোৰ এখন চুটি গল্প চকু ফুৰাই চাবলৈ কোৱাত তেখেতে মোক চেপ্তেম্বৰ মাহৰ প্ৰথম সপ্তাহত লগ ধৰিব দিছিল। কাৰণ ইয়াৰ মাজত তেখেতৰ উপন্যাস লিখা শেষ হ'ব। সিদিনা মোৰ লগত উপন্যাসখনৰ বিষয়ে বহু সময় কথা পাতিলে। মই লক্ষ্য কৰিলো তেখেতে সমাজখনক দুৰ্নীতিৰ পৰা মুক্ত কৰিবলৈ আৰু ডেকা চামৰ ভৱিষ্যতৰ কথা বেছি কৈ ভাবিছে। মই তেওঁৰ ঘৰৰ পৰা বিদায় ল'লো।

ঘৰত আহি মই মনত শান্তি পোৱা নাই। মাজে মাজে দিন গণি থাকোঁ। ছেপ্তেম্বৰ মাহ অহাত আৰু কিমান দিন বাকী। ইয়াৰ পিছত হঠাতে ৩০ আগষ্ট বুধবাৰৰ দিনা বেতাৰ যন্ত্ৰটোৰ কৰুণ শব্দ মোৰ কাণত ভাহি আহিল। 'হিতেশ ডেকা'ৰ মৃত্যু সংবাদ। মই উচপ খাই উঠিলোঁ। এইয়া কি শুনিলো? তেখেত যে মোৰ বৰ আপোনজন। মোৰ চকুপানী ওলাই আহিল। ভাবিলোঁ ছাৰে যে মোক কথা দিছিল গল্পটো এবাৰ চকু ফুৰাই দিব। এতিয়া ছাৰৰ অবৰ্তমানে কোনে চকু ফুৰাব? কোনে আমাক লিখা-মেলা কৰি থাকিবলৈ অনুপ্ৰেৰণা দিব? কোনে আমাক ভাষা-সাহিত্যৰ উন্নতিৰ বাবে মন উছৰ্গা কৰিবলৈ উপদেশ দিব? মই যে এতিয়া পথ প্ৰদৰ্শক পিতৃতুল্য মহান ব্যক্তিজনক হেৰুৱালোঁ।



# মানুহৰ লেখক হিতেশ ডেকাৰ জীৱন আৰু কৃতি ঃ এটি মূল্যায়ন

পাৰ্বতী পাটোৱাৰী

কাঁহ শিল্প নগৰী সৰ্থেবাৰীত এটা সাধাৰণ গাঁৱলীয়া দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰা মানুহৰ লেখক হিতেশ ডেকা আছিল এগৰাকী বহুমুখী প্ৰতিভা সম্পন্ন ব্যক্তি। উপন্যাস সাহিত্যৰ পথাৰত প্ৰকৃত বীজ ৰোপন কৰি অসমীয়া উপন্যাস সাহিত্যক ফলে ফুলে সৌষ্ঠব বঢ়াই নিযাত ডেকাদেৱৰ ভূমিকা আছিল অগ্ৰণী। উপন্যাস সাহিত্যৰ তেওঁ আছিল এজন একনিষ্ঠ সাধক। অসমীয়া উপন্যাস সাহিত্যৰ তেওঁ আছিল এটা উজ্জ্বল নক্ষত্ৰ, যাৰ পোহৰ কেতিয়াও সময়ে ম্লান কৰিব নোৱাৰে।

১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত ৺ৰবিৰাম ডেকা আৰু স্বৰ্গীয়া সুন্দৰী প্ৰিয়া ডেকাৰ গৃহত সৰ্থেবাৰীত জন্ম লাভ কৰা ডেকাদেৱে জীৱনৰ আগডোখৰত দৰিদ্ৰতাৰ সতে অহৰহ সংগ্ৰাম কৰিবলগা হৈছিল। বিধবা মাতৃৰ মৰমৰ আঁৰত থাকিও তেওঁ আলসুৱা নহৈছিল। নিজৰ জীৱনক প্ৰতিষ্ঠা কৰাৰ নিম্নতম্ সুবিধাখিনিও তেখেতে নাপাইছিল যদিও বিৰামহীনভাৱে তেওঁ কৰি গৈছিল আপোচহীন সংগ্ৰাম। আৰ্থিক সংকট আঁতৰ কৰিবলৈ তেওঁ লব লগা হৈছিল এক যাযাবৰী জীৱন। নিজৰ ধৈৰ্য, অধ্যৱসায়, পৰিশ্ৰমৰ গুণেৰে তেওঁৰ জীৱন কৰি তুলিছিল সাৰ্থক আৰু সুন্দৰ। পৰিস্থিতিৰ ওচৰত কোনো দিনেই নতি স্বীকাৰ নকৰা ডেকাদেৱৰ চৰিত্ৰ আছিল অনন্য। নিৰ্ভীক স্বাধীনচিতীয়া ডেকাদেৱ আছিল স্পষ্টবাদী। জীৱনৰ সেন্দুৰীয়া বাটবিচাৰি উলিযাবলৈ যাওঁতে বহু হুল জোঙৰ খোঁচ তেওঁ খাইছিল। কিন্তু মনৰ বল, গভীৰ আত্মবিশ্বাসৰ বাবে পৰিস্থিতিৰ ওচৰত হাৰ নামানি নিজকে এজন প্ৰকৃত মানুহ বুলি পৰিচয় দি সৰ্থেবাৰীৰ মুখ উজ্জ্বল কৰিলে। নিজকে আৰ্থিক অনাটনৰ পৰা ৰক্ষা কৰিব বিচৰা ডেকাদেৱে কঁহাৰ শালৰ পৰা হালৰ মুঠিত ধৰালৈকে সকলো কামেই কৰিছিল। "কৰ্মই ধৰ্ম" আছিল তেওঁৰ একমাত্ৰ নীতি যাক তেওঁ জীৱনৰ শেষলৈকে প্ৰকাশ কৰি গ'ল। কলেজীয়া ছাত্ৰ হৈযো এঙাৰৰ ব্যৱসায় কৰিছিল। ১৯৫৪ চনত ব্যৱসায় জীৱন ত্যাগ কৰি কনিহা হাইস্কুলত শিক্ষকতা কাম কৰাৰ পিছতহে জীৱনৰ গতিৰ কিছু সুস্থিৰ অৱস্থা আহি পৰে। তাৰ পিছতেই সৰ্থেবাৰী হাইস্কুল, বনগাঁও হাইস্কুল, জালুকবাৰী হাইস্কুলত শিক্ষকতা কৰি ১৯৮৫ চনত অৱসৰ গ্ৰহণ কৰে। নিজৰ কাৰ্যদক্ষতা আৰু অধ্যৱসাযে তেখেতক সৃষ্টি কৰিলে এক অনন্য প্ৰতিভা সম্পন্ন ব্যক্তি হিচাপে।

**সৰুকালৰ পৰাই** অসমীয়া ভাষা সাহিত্যৰ প্ৰতি ডেকাদেৱৰ অসীম প্ৰেম। স্কুলীয়া অৱস্থাতে **'ৰেণু'** নামৰ আলোচনী এখন সম্পাদনা কৰিছিল। হাতেলিখা আলোচনী **"নৱজাগৰণ"**ত তেওঁ ব্যংগ ৰচনা লিখিছিল। ১৯৪৮ চনত গল্প সংকলন **'প্ৰায়শ্চিত্ত'**ৰ জৰিযতে অসমীয়া সাহিত্য জগতত সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰে। ইয়াৰ পিছত ডেকাদেৱে আৰু পিচলৈ উভতি চোৱা নাই। একাদিক্ৰমে কেৱল এখনৰ পিছত এখন উপন্যাস ৰচনা কৰি গৈছে। লগতে লিখি গৈছে গল্প আৰু নাটক। ১৯৫২ চনত প্ৰকাশ কৰে প্ৰথম উপন্যাস **'আজিৰ মানুহ'**— যিখন উপন্যাসে উপন্যাস সাহিত্য জগতত এক অভিলেখ সৃষ্টি কৰিলে। তাৰ পিছতেই সৃষ্টি হ'ল একাদিক্ৰমে **'নতুন পথ'**, **'মাটিকাৰ?'**, **'ভাড়াঘৰ'**, **'এয়েতো জীৱন'**, **'সীমাৰ কাজিয়া'**, **'আচল মানুহ'** **'বৈৰী মানুহ'**, **'জীৱন সংঘাত'**, **'ইতিহাসে সকীয়ায়'**, **'সুখৰ সংসাৰ'**, **'গাঁৱৰ মানুহ'** আদি বোল্লখন উপন্যাসৰ।

গল্প সংকলনৰ ভিতৰত **'প্ৰায়শ্চিত্ত', 'এইখন আমাৰ সমাজ', 'গল্পটো লিখা নহ'ল** আদি। নাটক ৰচনাৰ ক্ষেত্ৰতো ডেকাদেৱে দক্ষতা প্ৰকাশ নকৰাকৈ থকা নাই— **'মন্ত্ৰীৰ হুকুম', 'শীৰ্ষ সন্মিলন'**, 'বিস্তৰান' নাটক উল্লেখযোগ্য। বিৰামহীন ভাৱে যোল্লখন উপন্যাস ৰচনা কৰি প্ৰতিখন উপন্যাসত লিখি গ'ল কেৱল মানুহৰ সম্পৰ্কৰ কথা। প্ৰতিখন উপন্যাসতে সমাজৰ, গাঁৱৰ, পাৰিবাৰিক জীৱনৰ নিখুঁত বৰ্ণনা সুন্দৰ ৰসময়, সহানুভূতিশীল চিত্ৰ বৰ্ণনা কৰিলে। সাধাৰণ সৰল জীৱনৰ বৰ্ণনাতো যে কিবা ৰস থাকিব পাৰে বা কিবা বিশেষ সৃজনী শক্তি বিকাশৰ আৱশ্যক হয় তাকে তেওঁ উপন্যাসবোৰৰ মাজেৰে দেখুৱাই দিছে। সাধাৰণ ঘটনাৰ পৰা সুন্দৰ অন্তৰ চুই যাব পৰা উপন্যাস লিখিবলৈ হ'লে যে এক বিশেষ কলা কৌশলৰ আৱশ্যক তাকে ডেকাদেৱে তেওঁৰ লিখনিত দেখুৱাই গৈছে। গ্ৰাম্যজীৱনক অন্তৰেৰে ভাল পোৱা, গাঁৱৰ মাটিৰ গোন্ধ ভাল পোৱা ডেকাদেৱে ইংলণ্ডৰ মহিলা উপন্যাস লেখিকা Jane Austine ৰ দৰে সুন্দৰ গাঁৱলীয়া জীৱনৰ নিখুঁত বৰ্ণনা তেওঁৰ উপন্যাস সমূহত দিব পাৰিছে। শ্ৰমজীৱী, কৃষিজীৱী মানুহৰ জীৱন সংগ্ৰামক তেওঁ তুলি ধৰিব বিচাৰিছে **'মাটিকাৰ?'** উপন্যাসৰ মাজেৰে। কৃষকৰ শ্ৰমৰ প্ৰকৃত মৰ্যাদা তেওঁ ঘোষণা কৰিছে এইদৰে— "নাঙল যাৰ মাটি তাৰ"। জৈৱিক কামনা বাসনাতকৈ ত্যাগৰ আদৰ্শ যে ডাঙৰ তাকেই সমাজৰ মানুহক বুজাব বিচাৰিছে **'আজিৰ মানুহ'** আৰু **'এয়েতো জীৱন'**ৰ মাজেদি। প্ৰত্যেকখন উপন্যাসতেই সোমাই আছে মাতৃস্নেহ, জ্যেষ্ঠজনৰ শাসন, সামন্ততন্ত্ৰৰ বিপৰীতে কৃষকৰ ক্ষোভ, হৰ্ষ-বিষাদ, ব্যক্তি আৰু সামাজিক সত্তাৰ জাগৰণ, ব্যক্তিৰ প্ৰেৰণা আৰু অভাৱনীয় কৰ্মশক্তি। প্ৰত্যেকখন উপন্যাসত আছে নিখুঁত, নিপোটল আৰু সৰ্বাংগসুন্দৰ চৰিত্ৰ। এইবোৰ বৰ্ণনা কৰিছে সাৱলীল ভাষা, হিয়াপৰশা সংলাপ আৰু আঁৰহীন বৰ্ণনাৰে। থলুৱা ভাষাৰ প্ৰতি তেওঁৰ প্ৰেম আছিল অসীম। নিজৰ জাতিটো বিদেশীৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিবলৈ তেওঁ অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত জপিয়াই পৰিছিল। অকল এয়ে নহয়, দুৰ্যোগপূৰ্ণ প্ৰতি মুহূৰ্ত্ততে তেওঁ অসমক ৰক্ষা কৰিবলৈ অতন্ত্ৰ প্ৰহৰীৰ ভূমিকা লৈছিল। ১৯৪২ চনৰ গণ আন্দোলনৰ পৰা আৰম্ভ কৰি তেল শোধানাগাৰ, খাদ্য আন্দোলন, মাধ্যম আন্দোলন আদিতো সক্ৰিয় অংশ লৈছিল। তেওঁ আছিল অসমৰ এজন চিন্তা নায়ক আৰু কৰ্মনায়ক, আৰু ইয়াৰ প্ৰভাৱ তেওঁৰ উপন্যাস, গল্প, নাটক আৰু প্ৰবন্ধসমূহত পৰা দেখা যায়।

সাহিত্য সমাজৰ দাপোন। কাৰণ সাহিত্য ৰচনা কৰা সাহিত্যিকজন সমাজৰ মাজৰে এজন। কিন্তু কাৰ্য ক্ষেত্ৰত দেখা যায় যে - বহুকেইজন অসমৰ বিখ্যাত সাহিত্যিকৰ লিখনি আৰু ব্যক্তিত্বৰ মাজত বহুল পাৰ্থক্য। তেওঁলোকে সাহিত্যত যি চৰিত্ৰ ৰূপয়ণ কৰে বাস্তৱ ক্ষেত্ৰত তেওঁৰ ব্যক্তিগত চৰিত্ৰ ওলোটা দেখা যায়। বহুকেইজজন নষ্ট চৰিত্ৰৰ সাহিত্যিকে সৎচৰিত্ৰৱান হবলৈ উপদেশ দিয়ে লিখনিৰ মাজেৰে। কিন্তু ডেকাদেৱ আছিল এই ক্ষেত্ৰত অনন্য আৰু ব্যতিক্ৰম। তেওঁৰ নিজৰ ব্যক্তিত্ব, তেওঁৰ নিজৰ স্বাধীনতা প্ৰিয় স্বভাৱ, খাটি খোৱা হাবিয়াসক সুন্দৰ ভাৱে নিজৰ লিখনিৰ মাজেৰে প্ৰকাশ কৰিছে।

পোছাক-পাতিয়ে, আহাৰে-বিহাৰে 'ডেকাদেৱ আছিল এজন সম্পূৰ্ণ অসমীয়া। কাৰোবাৰ ঘৰলৈ আলহী হৈ আহিলে মাছ পোৰা, মাছ পাতত দিয়া, শাকৰ আঞ্জা, মাছৰ খাৰনি দিয়া আদি খাইহে ভাল পায়। সাধাৰণ খাটতো তেখেতৰ টোপনি আহে। ডাঙৰকৈ খোলাভাৱে কথা কৈ তেখেতে আমোদ পাইছিল। কাৰোবাক ঠাট্টা, মস্কৰা কৰি অপদস্থ কৰাতকৈ খোলাখুলিভাৱে, দোষবোৰ আগত কৈহে তেখেতে ভাল পাইছিল। মাতটো আছিল গলগলীয়া, গা-মূৰ, হাত-ভৰিৰ যতন নলোৱা ক'লা মলা মানুহজন কৰবালৈ গ'লে কিন্তু সুন্দৰ চাফ্ চিকুণ চুৰিয়া পাঞ্জাবী পিন্ধি দপ্ দপাই ওলাই গৈছিল। চিনাকি মানুহ দেখিলেই খা-খবৰ সুধি ভাল পাইছিল, উপন্যাসসমূহত লিখা বহু চৰিত্ৰৰ হুবহু মিল তেখেতৰ নিজৰ চৰিত্ৰৰ লগত দেখা যায়। তেওঁ পৰমুখাপেক্ষী নাছিল। খাবলৈ মন গ'লেই মাঘমহীয়া জাৰতো পুখুৰীত নামি মাছ মাৰি খাইছিল। মাছ মাৰি, খেতি-বাতি কৰি ভালপোৱা মানুহজন আছিল

প্ৰকৃততে কৰ্মবীৰ। সৰু-ডাঙৰ, সাধাৰণ-অসাধাৰণ সকলোৰে লগত সম-ব্যৱহাৰ কৰি হাঁহি মাতি কথা কোৱাতো ডেকাদেৱৰ এক সুন্দৰ চাৰিত্ৰিক বৈশিষ্ট্য। হিন্দু মুছলমানৰ মাজত সাম্প্ৰদায়িক সংহতি তেওঁ মনে প্ৰাণে কামনা কৰিছিল। তেখেতৰ **"শীৰ্ষ সম্মিলন"** নাটকখনেই আছিল ইয়াৰ উজ্জ্বল নিদৰ্শন।

ডেকাদেৱৰ জন্মঠাই সৰ্থেবাৰীৰ প্ৰতি আছিল গভীৰ প্ৰেম আৰু সেইবাবেই সৰ্থেবাৰীলৈ প্ৰায়ে আহি অণ্ডহী-বণ্ডহীৰ খা-খবৰ লৈছিল। কঁহাৰ শালত বহি কঁহাৰ সকলৰ অভাৱ-অভিযোগ, সুখ-দুখৰ বতৰা লৈছিল। সৰ্থেবাৰীৰ সভা উপভোগ কৰিবলৈ তেওঁ প্ৰায়ে আহিছিল। তেখেতে বৈকুণ্ঠ প্ৰয়াণ কৰা আগৰ বছৰটোত সভাৰ হোমৰ দিনাও সৰ্থেবাৰীলৈ আহিছিল আৰু এই লেখিকাৰ ঘৰত বহিয়েই 'সভাৰ হোম' উপভোগ কৰিছিল। মই ভাবি এতিয়া অন্তৰত বেদনা অনুভৱ কৰিছো যে সেয়াই আছিল তেখেতৰ সৰ্থেবাৰী সভাৰ হোমৰ শেষ দৰ্শন। মই দিয়া চিৰা আৰু দৈ বৰ তৃপ্তিৰে খাইছিল— যিটো দৃশ্য স্মৃতিলৈ আহিলে মোৰ দুচকু সেমেকি যায়। সৰ্থেবাৰীৰ প্ৰতি এৰাব নোৱাৰা আকৰ্ষণ থকা বাবেই কিজানি ভগৱানে তেখেতক অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনত সভাপতি পদত অলংকৃত কৰাত সহায় কৰিছিল।

মুঠতে হিতেশ ডেকাদেৱ আছিল লোকপ্ৰিয়, আপোচহীন সংগ্ৰামী ঔপন্যাসিক, বৌদ্ধিক সমাজ সচেতনতাৰ চিনাকি দিব পৰা এজন সুযোগ্য ব্যক্তি, যিজন কথাত, লেখাত, খোৱা, বোৱা, আচৰণত এজন জাতে পাতে খাটি খোৱা অসমীয়া আৰু অসমৰ লগতে [illegible]ৰীৰ এক সুযোগ্য সন্তান।



# হিতেশ ডেকা মানুহজন

গনেশ চন্দ্ৰ গোস্বামী

আমাৰ নিজৰ লগতে হিতাকাঙ্খী অনেক জনৰ মনৰ আশা পূৰণ হ'ল। সৌসিদিনা ৰেডিঅ'ৰ বাতৰিযোগে শুনিবলৈ পালো হিতেশ ডেকা অসম সাহিত্য সভাৰ হেনো সভাপতি হ'ল। শুনি মনত বৰ আনন্দ পালো। ঘৰৰ ওচৰ চুবুৰীযাক মনৰ উলাহতে দৌৰি গৈ খবৰ দিলো যে আমাৰ ৬১ তম অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিতেশ ডেকা। দুই চাৰিজন বৃদ্ধ মানুহে আমাক সুধিলে হিতেশ ডেকা মানে 'আজিৰ মানুহ'ৰ লেখক হিতেশ ডেকা। ইয়াকে শুনি মানুহবোৰৰ মনত আনন্দৰ ৰোল উঠিল। এই শুভ সংবাদটো শুনাৰ লগে লগে সৰ্থেবাৰী নগৰকে ধৰি গোটেই ধৰ্মপুৰ, পাকা, সৰুক্ষেত্ৰী মৌজাত আনন্দৰ বতাহ বলিল। চাৰিওফালে হিলৈৰ শব্দ, আনন্দৰ ধ্বনিযে গগনভেদি গ'ল।

পুৰণি কামৰূপ জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত সৰ্থেবাৰী গাঁৱৰ ঁৰবিৰাম ডেকাৰ পুত্ৰ হিতেশ ডেকা। শিশুকালৰ পৰা পঢ়া শুনা আৰু কৰ্মৰ প্ৰতি উৎসাহী পুৰুষ। ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত সৰুক্ষেত্ৰীৰ এই দুৰ্গম ঠাই সৰ্থেবাৰীত মাতৃ সুন্দৰী ডেকাৰ কোলাত জন্ম গ্ৰহণ কৰে হিতেশ ডেকাই। তেতিয়াৰ দিনত এই ঠাই আছিল গভীৰ অৰণ্যৰে ভৰা, বছৰৰ প্ৰায় কেইটা মাহেই বানপানীৰে এই বৃহত্তৰ অঞ্চল প্লাবিত হৈ থাকে। বাট পথ প্ৰায় নাই বুলিয়ে ক'ব পাৰি। যি দুই চাৰিটা আছিল সিয়ো বোকা পানীৰে ভৰা। গুৱাহাটীলৈ যাব লাগিলে টিহু বা নলবাৰীলৈ গৰু, বা ম'হৰ গাড়ীৰে গৈ তাৰ পৰাহে ৰেলেৰে যাব লাগে। যীশুৱে ঘোঁৰাশালত জন্ম গ্ৰহণ কৰাৰ দৰে তেওঁ এইখন ঠাইতে জন্ম গ্ৰহণ কৰিলে। হিতেশ ডেকাৰ সমসাময়িক অনাৰ্ছ গ্ৰেজুৱেট চন্দ্ৰকান্ত অভিধান সংকলক কোহিৰাম দাস, অসমৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ সাহিত্যিক হলিৰাম ডেকা, ছাত্ৰসন্থাৰ নেতা, আইনজ্ঞ, সুসাহিত্যিক ৰজনীকান্ত গোস্বামী, প্ৰবীণ ৰাজনীতিবিদ দেৱেন শৰ্মা আদি অনেক মুধাফুটা লোকৰ জন্মস্থান এই বৃহত্তৰ সৰুক্ষেত্ৰী অঞ্চল। এওঁলোক আটায়ে একো একো গছি অক্ষয় প্ৰদীপৰ দৰে অসম জীয়াই থাকে মানে চিৰদিন জীয়াই থাকিব।

৬১ তম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিতেশ ডেকাক কৃষিজীৱীৰ পৰা বুদ্ধিজীৱীলৈকে, ছাত্ৰ-ছাত্ৰীৰ পৰা শিক্ষাবিদলৈকে নজনা মানুহ হয়তো নাই। চেহেৰাত শকত আৱত, ওখ পাখ ল'ৰাটোৱে লগ-সমনীয়াৰ লগত আল্লাজানত, তাভা বিলত মাছ মৰা, সৰুক্ষেত্ৰী পাকা ৰিজাৰ্ভত ব'ল খেলা, দৌৰ খেলা আদি কামত তেখেত আছিল আগৰণুৱা। বাল্য কালৰ তেখেতৰ প্ৰিয় সঙ্গী হ'ল শ্ৰীযুত হৰবল্লভ ডেকা, শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকা, শ্ৰীযুত ধৰণীধৰ ডেকা আৰু শ্ৰীযুত সুনন্দী ডেকা আদি।

বহুতে কয় ডেকা আছিল কৰ্মৰ প্ৰতি অধিক উৎসাহী লোক। কথাফাঁকি সম্পূৰ্ণ সচাঁ। গোটেই জীৱন কালছোৱাত সমাজ আৰু ব্যক্তিগত জীৱনৰ জ্ঞান, অভিজ্ঞতাৰ মাজেৰে গঢ় লৈ উঠিছে হিতেশ ডেকা সম্পূৰ্ণ মানুহজন। সৰু কালত পিতৃ-মাতৃৰ বিয়োগ, ককায়েকৰ মৃত্যু, খেতিৰ মাটিৰ অভাৱ আদি একোৱে শিশু ডেকাক হতাশ কৰিব পৰা নাছিল। ইমানবোৰ দুখ-যন্ত্ৰণা বুকু পাতি লৈ কেতিয়াবা এসাজ খাই, এসাজ নাখাই পঢ়াশালিলৈ যায়। ডেকা হ'ল গাঁৱলীয়া সভ্যতাৰে আচাৰ-ব্যৱহাৰ সংস্কৃতিৰ সাঁচতে গঢ় লৈ উঠা লোক। নগৰীয়া সভ্যতা সংস্কৃতিৰ মাজত থাকিলেও, নগৰত চাকৰি কৰিলেও তেখেতৰ সাহিত্যিকজীৱন আৰু কৰ্মৰাজিৰ প্ৰেৰণাৰ উৎস নগৰ বা চহৰ নহয়, গাঁওহে।

তেখেতৰ শিক্ষা জীৱনৰ আৰম্ভ হয় সৰ্থেবাৰী মজলীয়া বিদ্যালয়ত (এম ভি)। বহু বাধা বিঘিনি অতিক্ৰম কৰি কঠোৰ পৰিশ্ৰমৰ মাজেৰে স্কুলত পঢ়িবলৈ লয়। উক্ত বিদ্যালয়ৰ পৰাই অসমীয়া বিষয়ত অসমৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পাই প্ৰথম বিভাগত এম ভি পাচ কৰে ১৯৪০ চনত। ১৯৪৮ চনত সৰ্থেবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

এখেতসকলেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা পৰিচালিত প্ৰৱেশিকা পৰীক্ষাৰ প্ৰথম বৰ্ষৰ ছাত্ৰ। ইয়াৰ পূৰ্বে প্ৰবেশিকা পৰীক্ষা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আছিল। স্কুলীয়া ছাত্ৰ অৱস্থাৰ পৰাই তেখেতে পাঠ্য বিষয় পঢ়াৰ উপৰি লেখা-পঢ়াৰো চিন্তা চৰ্চা কৰিবলৈ লয়। তেখেতৰ বন্ধু প্ৰসন্ন কুমাৰ ডেকা, সুনন্দী ডেকা, হৰবল্লভ ডেকা, আদিয়েও সৰু কালৰ পৰা গল্প, প্ৰবন্ধ, ৰস ৰচনা কবিতা আদি লিখাৰ অভ্যাস কৰে। হাতে লিখা আলোচনী উলিয়াই সেইবোৰ প্ৰকাশ কৰি মনত বৰ তৃপ্তি পায়। 'ৰেণু' নামৰ আলোচনীত হিতেশ ডেকা আৰু প্ৰসন্ন ডেকাই নিয়মিত লিখিছিল। এখেতসকলৰ আপ্ৰাণ চেষ্টাৰ ফলত ভকতসংঘ (ভ্ৰাতৃসংঘ) খোলা হয়। হিতেশ ডেকাই ছাত্ৰ অৱস্থাৰ পৰাই নিয়মিত পাঠ্য অধ্যয়নৰ অন্তত দৈনন্দিন কৰ্মৰাজিৰ মাজেৰেই চিন্তা কৰি গল্প, প্ৰবন্ধ লেখাৰ অভ্যাস কৰে। কলেজীয়া জীৱনৰ পাতনি মেলে নলবাৰীত। ১৯৪৯ চনত নলবাৰী মহাবিদ্যালয়ৰ পৰা ভালদৰে আই এ আৰু ১৯৫২ চনত স্নাতক পৰীক্ষাত উত্তীৰ্ণ হয়। মহাবিদ্যালয়ত পঢ়ি থকা সময়ত তেখেতৰ অৰ্থনৈতিক অৱস্থা অতি দুৰ্বল আছিল। এহাতে শিক্ষালাভৰ আশা, আনহাতে অৰ্থনৈতিক দৰিদ্ৰতা। তেনেকুৱা অৱস্থাতো হতাশাক আশ্ৰয় নিদি তেখেতে মহাবিদ্যালয়ৰ গ্ৰীষ্ম বন্ধ, পূজাৰ বন্ধ আদি আৰ্জৰি সময়ত এণ্ডাৰৰ ব্যৱসায় কৰিবলৈ লয়। দক্ষিণ কামৰূপৰ মিৰ্জা, পলাশবাৰী আদিৰ পৰা এণ্ডাৰ আনি সৰ্থেবাৰীৰ কঁহাৰ শালত যোগান ধৰে সময় সুবিধা বুজি ধানৰ ব্যৱসায় কৰে। এনেদৰে নিৰৱচ্ছিন্ন উদ্যম আৰু গভীৰ আশা বুকুত বান্ধি সৎ পথেৰে ধন উপাৰ্জন কৰি ঘৰ সংসাৰ চলোৱাৰ উপৰি পঢ়া পাতিৰ মাচুল উলিয়াইছিল। ১৯৭৬ চনত সৰ্থেবাৰীৰ যাদব ডেকাৰ ফাৰ্মাচীতো তেখেতে কাম কৰিছিল। এনেদৰে টকা ঘটিছিল আৰু সেই টকাৰে কিতাপ কিনিছিল, পঢ়া-পাতিৰ খৰচ উলিয়াইছিল আৰু পৰিয়াল চলাইছিল। ইমানবোৰ কামৰ মাজতো বাটে পথে ভাবি গুণি, দিন-ৰাতি পঢ়ি নাট লিখি, উপন্যাস লিখি অসমীয়া ভাষা সাহিত্যক সেৱা কৰি আজি এই অৱস্থাত উপনীত হ'ব পাৰিছে। জীৱনত তেখেতে কোনো দিনে পৰাজয় বৰণ কৰা নাই। তেখেতৰ মতে বহু আশা কৰি অলপ পালে মানুহ হতাশ হ'ব নালাগে। সেয়েহে আশাবাদী আছিল যদিও তেখেত সন্তুষ্ট হোৱা বিধৰ ব্যক্তিও আছিল। আজীৱন নানা ঘাত প্ৰতিঘাতৰ মাজেৰে বাট বুলিও তেখেতে সাহিত্য চৰ্চা কৰিবলৈ পাহৰি যোৱা নাই, যাৰ ফলত তেওঁ অসম সাহিত্য সভাৰ সভাপতিৰ আসনত উপবিষ্ট হোৱাৰ বাবে নিৰ্বাচিত হৈছিল। আত্মবিশ্বাস, ধৈৰ্য আৰু কষ্টসহিষ্ণুতা গুণেই ডেকাদেৱৰ জীৱনৰ কৃতকাৰ্যতাৰ প্ৰধান কাৰণ।

অসম সাহিত্যসভাৰ সভাপতি পদত নিৰ্বাচিত হোৱাৰ পিচত তেখেতে ৬-১-৯৫ ইং তাৰিখে সৰ্থেবাৰী সভাৰ জগন্নাথ কীৰ্তন ঘৰত তেখেতক সৰ্থেবাৰীয়া ৰাইজে জনোৱা সম্বৰ্দ্ধনা অনুষ্ঠানত এনেদৰে কৈছিল— 'মই মানুহহে, নেতা নহয়। মই এটা মূৰ্খ মানুহ। মোক সভাপতি পাতি দিছে ৰাইজে। জীৱনত টকা পইচাৰ ওপৰত গুৰুত্ব দি মই কোনো কাম কৰা নাই। অৰ্থৰ অভাৱত হতাশা আনিব নালাগে।'

ডেকাদেৱৰ চাকৰি জীৱনৰ পাতনি মেলে ১৯৫৪ চনত বৰ্তমান নলবাৰী জিলাৰ কনিহা হাইস্কুলত সহকাৰী শিক্ষক পদত আৰু তেতিয়াৰে পৰা ব্যৱসায় ত্যাগ কৰে। ১৯৫৬ চনত বনগাঁও বেচৰকাৰী হাইস্কুলত প্ৰধান শিক্ষক হয়। ১৯৫৫ চনত সৰ্থেবাৰী হাইস্কুলৰ শিক্ষক হয়। পিছত ১৯৫৭ চনত জালুকবাৰী ছোৱালী হাইস্কুলত শিক্ষক পদত সোমায় আৰু উক্ত স্কুলত ১৯৬৩ চনৰ পৰা কাম কৰে। ১৯৮৪ চনত প্ৰধান শিক্ষক পদত নিযুক্তি পায়। ১৯৮৫ চনত এই বিদ্যালয়ৰ পৰা

অৱসৰ গ্ৰহণ কৰে। শিক্ষক পদত থকা সময়ত ডেকাদেৱে, ১৯৫১ চনৰ পৰা ১৯৬৪ চনলৈকে আইন আৰু এম. এ, শ্ৰেণীত অধ্যয়ন কৰে যদিও সেই শিক্ষা গৃহপৰিবেশৰ জুৰুলা অৱস্থা আৰু 'মাটি কাৰ' নামৰ গ্ৰন্থৰ বাবে ৰাজৰোষত পৰি পলায়ন কৰি ফুৰিবলগীয়া হোৱাৰ বাবে আধৰুৱা হৈ ৰয়।

ডেকা আছিল এজন সমাজপ্ৰিয় লোক। ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত তেখেতে ছাত্ৰ নেতা হিচাপে সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰি কাৰাবাস খাটিছিল। অসম ছাত্ৰ সন্মিলন সৰুক্ষেত্ৰী আৰু পাকা মৌজাৰ আঞ্চলিক সম্পাদকৰ পদত থাকি স্বাধীনতা সংগ্ৰামৰ পৰিৱেশ সৃষ্টি কৰিছিল। বৃটিছ চৰকাৰে তেখেতৰ এনে সংগ্ৰামী মনক দমন কৰিবলৈ তেখেতৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰে। সেয়েহে তেখেতে ১৯৪৩ চনৰ পৰা ১৯৪৫ চনলৈ পলায়ন কৰি অজ্ঞাতবাস খাটিবলগীয়া হয়। বৃটিছৰ চকুত ধূলি মাৰি বকো, ছয়গাঁও, গোলাঘাট আদি ঠাইত আত্মগোপন কৰি থাকি বহুদিন অতিবাহিত কৰে। ১৯৬২ চনত ভাৰতৰ সাধাৰণ নিৰ্বাচনত বৰপেটা লোকসভাৰ সমষ্টিৰ পৰা ডেকাদেৱে নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে অংশ গ্ৰহণ কৰিছিল। অসমৰ বিভিন্ন ঠাইত শিক্ষকতা কৰি থকা সময়ত বিভিন্ন সামাজিক কামত আগভাগ লৈ ৰাইজৰ পৰা প্ৰশংসা লাভ কৰে। জালুকবাৰীৰ গাড়ীগাঁও অঞ্চলৰ মানুহখিনিয়ে তেখেতক বৰ মৰম আৰু সন্মানৰ চকুৰে চায়। সকলো সামাজিক কামৰ গুৰি বঠা আৰু চাবি কাঠি আছিল তেখেত গাড়ীগাঁওৰ ৰাইজৰ। ডেকাদেৱৰ পৰিয়াল এখন আদৰ্শ পৰিয়াল। ১৯৫২ চনত জাগৰা গাঁও নিবাসী স্বাধীনতা যুঁজাৰু শ্যামওধৰ ডেকাৰ প্ৰথমা কন্যা বাসন্তী ডেকাক তেখেতে বিবাহ কৰে। তেখেতৰ পত্নী শ্ৰীমতী ডেকা অতি সহজ সৰল আৰু অমায়িক।

ডেকাদেৱৰ সতি সন্ততিৰ ভিতৰত ল'ৰা দুজন আৰু ছোৱালী পাঁচজনী আছিল। কিন্তু ১৯৮৪ চনত ডাঙৰ ছোৱালীজনীক অকালতে হেৰুৱায়। বৰ্তমান তেখেতৰ ল'ৰা দুজনাৰ ডাঙৰ পুত্ৰ শ্ৰীউমেশ ডেকা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক। ১৯৮৩ চনত যুদ্ধোত্তৰ অসমীয়া উপন্যাসৰ ওপৰত (Post War Assamese Novel) গবেষণা কৰি তেওঁ ডক্টৰেট ডিগ্ৰী লয়। ইংৰাজীতে লিখা অসমীয়া উপন্যাসৰ সমালোচনাৰ এইখন প্ৰথম গ্ৰন্থ। তেখেতৰ সম্পাদিত গ্ৰন্থ হ'ল-- আমেৰিকাৰ অসমী, সাহিত্য সমগ্ৰ ইত্যাদি। তেখেত নবীন লেখক-লেখিকা শিল্পী সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি। তেখেত আন্তঃৰাষ্ট্ৰীয় আলোচনাৰ বাবে আমেৰিকা, জাৰ্মানী, ব্ৰাজিল, ইংলণ্ড আদি ঠাইলৈ যায়। তেখেত 'ল' (Law) পৰীক্ষতো ভালদৰে উত্তীৰ্ণ হয়। তেখেতৰ পত্নী শ্ৰীমতী গীতা ডেকা সুৰেন দাস মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা। হিতেশ ডেকাদেৱৰ দ্বিতীয় পুত্ৰ যোগেশ ডেকা এজন উৎসাহী যুৱক। তেখেতে বৰ্তমান গুৱালকুছি মহাবিদ্যালয়ত অধ্যাপনা কৰি আছে। হিতেশ ডেকাদেৱৰ ছোৱালী ক্ৰমে নিভা, ইভা, শোভা আৰু আভা। এওঁলোকে বৰ্তমান উচ্চ শিক্ষা লাভ কৰি আছে। ডেকাদেৱৰ ভতিজাক শ্ৰীতৰুণ ডেকা আৰু তেওঁৰ পত্নী কল্পনা ডেকাও হিতেশ ডেকাদেৱৰ পৰিয়ালতে যৌথভাবে আছে।

ডেকাদেৱৰ প্ৰথম পুত্ৰ উমেশ ডেকাৰ লৰা কংকণ আৰু কল্লোল; ভতিজাক তৰুণ ডেকাৰ ছোৱালী বিনীতাৰ লগত ককাক হিচাবে হিতেশ ডেকাই ৰং আনন্দ কৰিও মনত সন্তুষ্টি প্ৰকাশ কৰে।

হিতেশ ডেকাৰ পৰিয়ালটো যৌথ পৰিয়াল। গাড়ীগাঁওৰ ঘৰত প্ৰায়ে বন্ধু-বান্ধৱ, সম্পৰ্কীয় লোক, অতিথি আদিৰে উখল-মাখল আৰু আনন্দপূৰ্ণ হৈ থাকে। ১৯৮৫ চনত তেখেতে সাহিত্যিক পেঞ্চন লাভ কৰে। "Simple living and high thinking"- কথাফাঁকিয়ে ডেকাদেৱক গভীৰভাৱে প্ৰভাবান্বিত কৰিছিল। যাৰ ফলতে তেওঁ অসমৰ এজন যোগ্য সন্তান হিচাপে থিয় দিব পাৰিছে।

□□□□□

# হিতেশ ডেকা ঃ উত্তৰণ পৰ্ব

**হৰবল্লভ ডেকা**

সৰ্থেবাৰীৰ আমাৰ চুবুৰীটোৰ নাম যমথেৰ চুপা। এই চুবুৰীটোৰ এটা চুকৰ নাম বাছৰাথেৰ ঘূল। এই চুকটোতে হিতেশৰ মোমায়েকহঁতৰ ঘৰ। তাৰ আপোন মোমায়েক নাই, মাকৰ খুৰাকৰ পুতেক মোমায়েকহে আছে। তেনে এজন মোমায়েকৰ ডাঙৰ জীয়েকৰ বিয়া। চুবুৰীটোৰ বিয়া যেতিয়া আমাৰ সমনীয়াবোৰে তাত উবুৰি খাই পৰো। কোনোৰে কলমাদাৰ ঢোল সাজি, কোনোবে কল-বাকলিৰ নাওঁ খেলিছে। আমিবোৰে ৰঙা নীলা হালধীয়া কাগজৰ ফুল কাটি এঠা লগোৱা চাই আছো। এনেতে ৰত্ন নামৰ অঘাইট ল'ৰা এটা আমাৰ মাজলৈ হেফাই ফেফাই আহি ক'লে-- ভাইহঁত, বিয়া খাবলৈ এটি চলি আহিছে। সি তিৰোতাবিলাকৰ মাজতে সোমাই থাকে। এবাৰ ওলাই আহোতে মই তাৰ লগত লাগি চাইছিলোঁ। এটা হেঁচা মাৰি মোক ৰগৰাই দি সি আকৌ দৌৰি গৈ তিৰোতবিলাকৰ মাজত সোমাল। তাৰ গাত যেনেহে বল আমি কোনোবে তাক বলে নোৱাৰিম। বুজা গ'ল হিতেশ সাধাৰণৰ দৰে চেপেটা খাই তলত পৰি নাথাকে, ঠেং হেঁচুকি সি ওপৰলৈ উধাব। এই সৰু ঘটনাটোৱে যেন তাৰে আগজাননী দি গ'ল।

গাঁওখনৰ আটাইতকৈ দুখীয়া পৰিয়ালবোৰৰ এঘৰৰ সন্তান হিতেশ ডেকা আৰু মই আটাইতকৈ অৱস্থাপন্ন পৰিয়ালবোৰৰ আন এঘৰৰ সন্তান। আমি দুজনৰ মাজত বন্ধুত্ব হোৱাটো অলপ অস্বাভাৱিক যেন লাগিলেও তাৰ লগত মোৰ বন্ধুত্ব হ'ল। তাৰ লগত প্ৰথম পৰিচয়ৰ ঘটনাটো ইয়াতে উল্লেখ কৰিলো। এম ভি পাছ কৰি এজাক ল'ৰা আমাৰ ক্লাছ ফাইভত ভৰ্ত্তি হ'ল। তাৰ ভিতৰত পৰমানন্দ ভূঞা যাক আমি পৰবা বুলি মাতো তেওঁ এজন। এদিন পৰবাই মোক লগ ধৰিলে হিতেশ হঁতৰ ঘৰলৈ যাবলৈ। সি হেনো গ্ৰীপেৰে ব্যায়াম কৰে তাকে চাবলৈ। এইবিলাকত মোৰ বৰ ৰাপ। লগে লগে পৰবাৰ লগ লাগি হিতেশৰ ঘৰ ওলালো আৰু সি তাৰ কোঠাটোত সিদিনাৰ পৰাই গ্ৰীপেৰে ব্যায়াম কৰি দেখুৱালে। এনেকৈয়ে হিতেশৰ লগত দিনে দিনে মোৰ সম্পৰ্ক নিবিড় হৈ আহিল।

সৰুতে তাৰ নাম আছিল হিতেশ্বৰ। পঢ়াশালিতো তাৰ নাম হিতেশ্বৰ ডেকাই আছিল। লগৰীয়াবোৰে হিতেশ বুলি মাতে। ১৯৪০ চনৰ লগে লগে দ্বিতীয় মহাসমৰৰ উত্থানত জাৰ্মানীৰ নায়ক হিটলাৰৰ নাম ফাটি ফুটি যায়। সেই সময়ত গাঁওবোৰৰ বলবান মানুহ বোৰক হিটলাৰ বুলি মাতিবলৈ ধৰিলে। গতিকে সিও হিটলাৰ নামে পৰিচিত হ'ল।

মই, মোৰ খুৰাদেও সমবয়সীয়া প্ৰসন্ন ডেকা, গাঁওৰ ভাই প্ৰতাপ চৌধুৰী আৰু হিতেশ ডেকা চাৰিজনে মিলি ভাতৃ সংঘ নাম দি এটা সাহিত্যৰ চৰ্চা কৰা ক্লাব গঢ়ি তুলিছিলোঁ। সেই সময়ত হাতে লিখা আলোচনী উলিয়াটো আমাৰ মাজত এটা বৰ ধুম উঠিছিল। গতিকে গল্প, প্ৰবন্ধ, কবিতা আদি আমিও লিখিছিলোঁ আৰু যিবিলাক ল'ৰাব অলপ ৰাপ আছিল, সিহঁতৰ দ্বাৰাও লিখাইছিলো। আমাৰ পাঠ্যপুথিৰ কবিতা আৰু আবাহন আদি আলোচনীৰ কবিতাৰ আধাৰত আমিও তেনেধৰণৰ কবিতা লিখিবলৈ চেষ্টা কৰিছিলো। যতীন দুৱৰাৰ কথা-কবিতাখন পঢ়ি হিতেশেও এখন হাতে লিখা কথা-কবিতা উলিয়ালে। সেইখনৰ সংগ্ৰহ হয়তো এতিয়াও প্ৰসন্ন ডেকাৰ গৃহ লাইব্ৰেৰীত আছে।

তাৰ নামটোনো হিতেশ কেনেকৈ হ'ল। সি হিতেশ্বৰহে আছিল। হিতেশ্বৰ বৰবৰুৱাৰ কাব্যত মাজে মাজে তেখেতে নিজকে শেষৰ ফালে হিতেশ বুলি উল্লেখ কৰিছে। মোৰ যিমানদুৰ মনত

পৰে এই ঘটনাটোৱে তাৰ মনত কৰা প্ৰভাবতে সিও তাৰ নামটো হিতেশ কৰি ললে।

দ্বিতীয় মহাযুদ্ধ আহিল আৰু আহিল লগে লগে বিয়াল্লিছৰ স্বাধীনতা আন্দোলন। ছাত্ৰবোৰে দলে দলে স্কুল পৰিত্যাগ কৰিলে। হিতেশো তাৰে এজন। সেই সময়ত আমাৰ সৰ্থেবাৰীৰ কঁহাৰ সকলৰ অৱস্থা পানীত হাঁহ নচৰা হ'ল। কিয়নো ধানৰ দাম হুহুকৈ বাঢ়িবলৈ ধৰিলে। কিছুদিন পিছত কাঁহৰ বাচনৰ দামো হু হুকৈ বাঢ়ি আহিল। সেই সময়ত গুৱাহাটীলৈ যাবলৈ হ'লে টিহু ৰেল ষ্টেচনত ৰেলত উঠি যাব লাগিছিল। আজি কালিৰ দৰে তেতিয়া গাড়ী মটৰ নচলিছিল। বাট ঘাটো নাছিল। তেতিয়া ৰেলত অসম্ভৱ ভীৰ। বনুৱা মিলিটাৰীৰ ঠেলাত উঠাযেই অতিশয় কঠিন। বল জোৰ থকা বিলাকেহে কোনোমতে ঠেলি হেঁচি উঠিব পাৰে। হিতেশ আৰু মহাত্মা আদিৰ দলে বলবান ছাত্ৰবিলাকে কাঁহৰ বাচনৰ আৰু বৰ দাবি কৰিবলৈ ধৰিলে। এবাৰ ট্ৰেইনৰ দবা এটাত ঠেলি হেঁচি মাল পত্ৰ সহ সিঁহত দুই তিনিজনমান উঠিল। কিন্তু ডবাটোত মিলিটেৰী ভৰ্ত্তি। সিহঁতে গজগজাই উঠিল। হিতেশৰ উপস্থিত বুদ্ধি প্ৰশংসা কৰিব লগীয়া। সি লগে লগে হু ইজ কমাণ্ডাৰ বুলি চিঞৰি উঠিল। মিলিটেৰী এজনে হেনো কৈ উঠিল আই এম কমাণ্ডাৰ। সি তাৰ লগত বন্ধুতা পাতি নিৰাপদে গুৱাহাটী পালেগৈ।

সিহঁতক হেনো হোটেলত ভাত দিবই নখুজিছিল। তাৰ ভিতৰত মহাত্মা বোলাজনে খুজি খুজি দাবি ধমকি দি হলেও বহুত ভাত খাইছিল। হিতেশ কিন্তু বুদ্ধিমান। সিও যদিও সমানেই খাব পাৰে তথাপি কমকৈ খাই ৰান্ধনী ঠাকুৰ জনৰ লগত ভাল হৈ থাকিব পাৰিছিল।

সৰ্থেবাৰীত এজন হোমিও ডাক্তৰ থাকে তেওঁৰ নাম যাদব ডেকা। মানুহে যাদব ডাক্তৰ বুলি মাতে। তেখেতে ঘৰৰ পৰা ঔষধ পত্ৰ আনি বজাৰৰ এটা ঘৰত ফাৰ্মাচী খুলিলে। হিতেশ ডেকা সিহঁতৰ আত্মীয়সূত্ৰে ৰখীয়া হ'ল। ডাক্তৰ মানুহজন বৰ গল্প প্ৰিয়। গতিকে লাহে লাহে সেই ফাৰ্মাচীখন আমাৰ আড্ডাত পৰিণত হ'ল। যাদব ডেকা ন্যায়াধীশ হলীৰাম ডেকাৰ ভাযেক। হলীৰাম ডেকাই কলিকতাৰ হাইকোৰ্টত ওকালতি কৰি থাকোতে যাদৱ ডেকা হোমিওপেথীৰ ডাক্তৰ হৈ আহে। গল্পৰ সময়ত তেখেতে আমাক কৈছিল তেখেত হেনো ৰবীন্দ্ৰনাথ ঠাকুৰৰ সৰু ভাযেক সৌমেন্দ্ৰ নাথ ঠাকুৰৰ বন্ধু আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ সমৰ্থক। যাদৱ ডাক্তৰ এবাৰ কলিকতালৈ যাবলৈ ওলাল। ককাযেকৰ লগত দেখা কৰিবলৈ লগত ললে হিতেশ ডেকাক। সি কলিকতাৰ পৰা ঘূৰি আহিল। আমাৰ মনত তাৰ প্ৰতি ঈৰ্ষা। কিয়নো সি আমাৰ আটাইবোৰৰ আগতে কলিকতা দেখিলে। যাদৱ ডাক্তৰৰ উৎসাহতে সি পুনৰাই আমাতকৈ এক শ্ৰেণী তলত প্ৰসন্ন ডেকাহঁতৰ লগত হাইস্কুলত নাম লগালে। এৰি পেলোৱা স্কুলীয়া জীৱন তাৰ আকৌ আৰম্ভ হ'ল। তেতিয়া তামুলী চুপাত ওস্তাদ জল্টি তামুলীৰ পৰিচালনত এটি যাত্ৰাপাৰ্টি গঢ়ি উঠিছিল। যাত্ৰাৰ পালাটোৰ নাম আছিল গন্ধেশ্বৰী। হিতেশে এই নাটকত দুৰ্গমাসুৰৰ অভিনয় কৰিছিল। তাৰ অভিনয়ে দৰ্শকসকলক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। আজিও মনত পৰে সেই সময়ৰ যুৱতীসকলৰ মনত সি বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল। সাত শত্ৰুৱেও স্বীকাৰ কৰিব লাগিব হিতেশ্বৰৰ চৰিত্ৰৰ বান্ধ অটুট আছিল। যাত্ৰা পাৰ্টীৰ ফালৰ পৰা হাইস্কুলৰ মাহেকীয়া মাচুল তিনি টকাকৈ তাক দিয়া হৈছিল।

তাৰ সৰু কালৰ দুই চাৰিটা ঘটনা এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। তেতিয়াৰ সৰ্থেবাৰীৰ সভাৰ খলাত থকা এম ভি স্কুলটো একমাত্ৰ স্কুল আছিল। বৰ্তমান থকাটো নহয় কিন্তু। সেই পুৰণি স্কুলখন আজি আৰু নাই। নতুন ঠাই খনলৈ কৃতী শিক্ষক স্বৰ্গীয় হৰিচৰণ তালুকদাৰে উঠাই আনে। সেই সময়ত বাটঘাট একো নাই, বাৰিষা কালত কেৱল পানীয়েই পানী। আমি সকলোৱে পানী ভাঙি স্কুললৈ অহা যোৱা কৰো। হিতেশহঁত তামুলীচুপাৰ বাটটোৰে আহে। সেই বাটটো নদী যেন হয়। বাটৰ কাষৰ এঘৰ মানুহৰ কুকুৰে স্কুললৈ অহা ছাত্ৰবোৰক ভুকি ভুকি খেদি আহে। এনেকি পানীত সাঁতুৰিও খেদি আহে। এদিন হিতেশে তাক জব্দ কৰিবলৈ এটি বুধি সাজিলে। মহাত্মা

যোৱাজনৰ লগ লাগি দুয়োৰে ফলি পুথিখিনি অইনৰ হাতত দি দুয়ো সাবধানে আহি থাকিল। কুকুৰটোৱে ভুকি ভুকি পানীৰে সাঁতুৰি খেদি আহিল। লগে লগে দুয়োজনে কুকুৰটোৰ দুখনকৈ ভৰিত ধৰি যিমান জোৰে পাৰে টানি ধৰিলে। দুয়োজন বলবান ল'ৰা, বেচেৰা কুকুৰটোৰ অৱস্থা শোচনীয় হৈ পৰিল। কেইটামান দোলা দি কুকুৰটোক দুয়ো দূৰলৈ দলিমাৰি দিলে। সিদিন ধৰি কুকুৰটোৱে ছাত্ৰবিলাকক খেদি নহা হ'ল।

হিতেশ মাছ মৰাত পাকৈত। জাকৈ, পল, জাল গোটেই বিলাকেৰে সি প্ৰায়ে মাছ ধৰে। সেই সময়াত গৰীব মানুহৰ চাউল কেইটা হলেই হৈছিল। মাছৰ জোলেৰে ভাত কেইটা খাই লৈছিল। তাৰ স্বভাৱত এটা ডাঙৰ গুণ আছিল। সি ধৰা মাছ কেতিয়াও অকলে নাখাইছিল। বিশেষকৈ প্ৰখ্যাত পণ্ডিত কহিৰাম দাসক দিছিল। এদিন ঘটনাক্ৰমে হ'ল কি  সি মাছ মাৰি থকা মৰা আলপা নদীটোত গা ধুই থকা তামুলীচুপাৰ এজনী ছোৱালী বুৰ গ'ল। সি জানে পানীত ডুবা মানুহক সাঁতুৰি উদ্ধাৰ কৰিব যোৱাজনক গলত ধৰি দুয়োজনৰে বিপদ মাতি আনে। সিনো কৰিলে কি-- ডুব মাৰি গৈ ছোৱালীজনীৰ ভৰিত ধৰি পাৰলৈকে টানি আনি উদ্ধাৰ কৰিলে। পাৰত থকা তিৰোতাবোৰে তাক ধইন ধইন কৰিবলৈ ধৰিলে।

হিতেশ ডেকাৰ মই মই ভাবটো বৰ প্ৰবল। সি প্ৰায়ে কৈছিল - মই চাকৰি লেনেৱালা নহওঁ, দেনেৱালা হে হম। এই খিনিতে এটা ঘটনাই মোক এদিন অবাক কৰিলে। ৰাতিপুৱাতে মই গৈ ডাক্তৰৰ ফাৰ্মাচীখনত ওলালোগৈ। দেখোঁ এজন হৃষ্ট পুষ্ট দেখনিয়াৰ মানুহ নতুনকৈ পাতি থোৱা চালপিৰা এখনত বহি আছে। মানুহজনে মোৰ দৃষ্টি বাৰুকৈয়ে আকৰ্ষণ কৰিলে। মই তেখেতৰ কাষেৰে পাৰ হৈ গৈ হিতেশৰ বিচনাখনত বহিলো। হঠাৎ মানুহজনে বাবা হিতেশ বুলি তাক মাত লগালে। মাত শুনি সি আথে বেথে বিগলিত হৈ মানুহজনৰ ওচৰ পালেগৈ। মানুহজনৰ নাম অম্বু শৰ্মা। যাত্ৰাদলৰ অভিনেতা। তেখেতে নিজে ৰান্ধি নিজে খায় আনৰ হাতে নাখায়। যাত্ৰাপাৰ্টিত থাকিও নিষ্ঠাবান ব্ৰাহ্মণ। হিতেশৰ ভাব ভক্তি দেখি মনতে ভাবিলো— মুখতহে মই মই কৰ আচলতে উপযুক্ত জনৰ ওচৰত তযো সেও মনা ভকতহে।

সেই সময়ত মানে আমাৰ স্কুল কলেজৰ বয়সত গান্ধীবাদ আৰু মাৰ্ক্সবাদৰ বৰ প্ৰভাৱ। ঘটনা চক্ৰত মই সম্পূৰ্ণ নিৰামিষাহাৰী হ'লো। যিবোৰ খানাপিনা হয় বন্ধু বান্ধৱৰ সতে মোৰ ভাগ অহৰহ দাইল আৰু আলুভাজা। বাকীবোৰে পঠা ছাগলীৰ মাংস দকচি খায়। এই মাংসাশী সকলৰ ভিতৰত হিতেশো এজন মহা উৎসাহী। তাক পিন্ধনত পোছাক পাতিত গান্ধীবাদী বুলি কব পাৰি। কিন্তু ভোজনত কোনোমতে নোৱাৰি। এদিন হ'ল কি ওচৰৰে আমৃখোৱা গাঁওৰ পৰা এটা প্ৰকাণ্ড ভোকলা পঠা ছাগলী সিহঁতে ফিষ্ট খাবলৈ কিনি লৈ আহিল। ছাগলীটো ইমান ডাঙৰ আছিল যে হিতেশে তাৰ পিঠিত উঠি আহিছিল। সেই ছাগলীটোৰ মাংস সিহঁতে দকচি খালে।

সেই সময়ৰ সৰ্থেবাৰীত এটা কথা চালু আছিল। টিং আৰু শিং থাকিলেহে বৰ মানুহ। সিও ঘৰত টিনপাত লগালে। আৰু কেইটামান লেৰেলা ম'হ কিনি ককাযেকক চাবলৈ দি তাৰ মনৰ ইচ্ছা পূৰ্ণ কৰিলে।

তাৰ সম্বন্ধে মই যি জানো ৰাজনৈতিক জীৱনত সি নহ'ল গান্ধীবাদী, নহ'ল মাৰ্ক্সবাদী। গতিকে কোনো ৰাজনৈতিক দলৰে সদস্য নহৈ সি নিজাকৈ চলি থাকিল। অৱশ্যে সি নিঃসন্দেহে জাতীয়তাবাদী। সেই হেতুকে সি যোৱা আন্দোলনবোৰত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কোনোবা পুলিচ অফিচাৰৰ চৰো হেনো খাইছিল। সি সৰ্থেবাৰীলৈ আহিলে মোৰ লগত এবাৰ দেখা কৰি যায়গৈ। বিশেষকৈ সৰ্থেবাৰী সভাৰ সময়ত। সি আৰু নাহে। হয় সি জাতীয়তাবাদী হৈয়ে শেষ পৰ্যন্ত গ'লগৈ। তাৰ আত্মাৰ শান্তি হওঁক।

□□□□□

# খৰিকটীয়াৰ পৰা বৰেণ্য সাহিত্যিকলৈ

জয়চন্দ্ৰ ভূঞা

সাধনা জীৱনৰ ব্ৰত। এই ব্ৰত সকলোৱে পালন কৰিব নোৱাৰে। লক্ষ্য থাকিলেও সাধনা নহ'লে কোনো বিষয়তে কৃতকাৰ্যও হ'ব নোৱাৰে। বিশ্ববৰেণ্য ব্যক্তিসকলৰ জীৱন আলেখ্যই এই কথা আমাক ৰিঙিয়াই কয়। যেতিয়া লক্ষ্য আৰু সাধনাৰ মিলন ঘটে তেতিয়া হাজাৰ বাধা বিঘিনি নেওচি সেইজন ব্যক্তিয়ে নিশ্চয় লক্ষ্যত উপনীত হয়েই। তেনে এটি উদাহৰণ আমাৰ ঔপন্যাসিক হিতেশ ডেকা।

হিতেশদা মোৰ অগ্ৰজ সদৃশ। চাৰি-পাঁচ বছৰৰ ডাঙৰ। সদায় দাদাৰ শাৰীত বহুৱাই সিদিনালৈকে আচৰণ কৰিছিলোঁ। মোৰ ওচৰৰে গাঁৱত (এতিয়া নগৰ) জন্ম গ্ৰহণ কৰা ডেকাদাক স্কুলত, খেল পথাৰত দেখিছিলোঁ যদিও বৰ বেছি হলিগলি নাছিল। আচলতে তেতিয়াৰ দিনত উচ্চ শ্ৰেণীৰ ছাত্ৰৰ লগত নিম্ন শ্ৰেণীৰ ছাত্ৰৰ আজিৰ দৰে মিলা মিচা নাছিল। সকলোৱে ডাঙৰক সন্মান কৰা, সমীহ কৰি চলা ফিৰা কৰা নীতিৰ ভিতৰত আছিল। তথাপি অন্য প্ৰকাৰে আমি তেওঁৰ ওচৰ চপাৰ সুবিধা পাইছিলোঁ। গাঁৱে গাঁৱে ছাত্ৰ সভা পাতি পুথিভঁৰাল নিৰ্মাণ, সংঘ সমিতি গঠন আদি কামত আগভাগ লোৱা ডেকাদাই  কেইজনমান তেওঁৰ সমসাময়িক লগৰীয়াৰ লগলাগি নিজৰ গাঁওখনৰ লগতে ওচৰচুবুৰীয়া গাঁওবোৰতো সভা-সমিতি পাতি ঘূৰিফুৰা কথা মনত পৰে। বিশেষ কৰি সেই সময়ত আমাৰ অঞ্চলত এজন সাধু পুৰুষৰ আবিৰ্ভাব হৈছিল আৰু তেওঁৰ যত্নতে সেই সময়ৰ কিছুমান ছাত্ৰই নিজক সুপথে পৰিচালিত কৰাৰ সুযোগ পাইছিল। তেওঁৰ নাম আছিল ভক্তদাস আতৈ - কেওলীয়া ভকত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অনুগামী। তেওঁ সখি সংঘ নামৰ এটা অনুষ্ঠান পাতি- এই সংঘৰ জৰিয়তে মাদক দ্ৰব্য বৰ্জন, পুথিভঁৰাল স্থাপন, চিত্ৰাংকন, অঙ্কীয়া ভাওনা আদিকে ধৰি কিছুমান আদৰ্শনীয় অনুষ্ঠান পাতি প্ৰচাৰ কৰিছিল। আমি জনাত শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকা, শ্ৰীযুত হৰবল্লভ ডেকা, শ্ৰীযুত প্ৰতাপ চৌধুৰী, শ্ৰীযুত দধিৰাম ডেকা আৰু কাৰাকুছি গাঁৱৰ প্ৰয়াত চক্ৰেশ্বৰ তালুকদাৰ আদি আতৈৰ প্ৰিয় অনুগামী আছিল। ডেকাদাই সময় সুযোগ বুজিহে তেওঁলোকৰ লগত যোগদান কৰিছিল আৰু নাটক ভাওনা আদিত অংশ গ্ৰহণ কৰাৰ উপৰি হাতে লিখা আলোচনীত সাধুকথা কবিতা আদি লিখি সাহিত্য চৰ্চাৰ পথো মুকলি কৰিছিল। নিজ গাঁৱৰ তামুলীথেৰ চুপাৰ - মানুহখিনিৰ লগত বাল্য কালৰ পৰাই ডেকাদাৰ বিশেষ সম্পৰ্ক থকাৰ কথা সেই চুপাৰ কেৱাগৰাকী ব্যক্তিৰ পৰা আমি জানিছোঁ। ইয়াৰ কাৰণো নথকা নহয়। ডেকাদাইঁতৰ ঘৰ সেই চুপাতে নহয় যদিও একেবাৰে কাষতে আছিল আৰু তেওঁৰ সমবয়সীয়া কেৱাগৰাকী কাঁহ শিল্পী, নাট্য শিল্পী বাল্য বন্ধু হিচাবে পৰিগণিত হৈছিল। এওঁলোকৰ লগতে নাটক, ভাওনা আদি কৰাৰ উপৰিও খৰি কটা, মাছ মৰা, হেউ ধেপে আদি খেল খেলাকে ধৰি বাল্য জীৱনৰ সকলো পৰ্যায়তে নিজক আবদ্ধ কৰি ৰাখিছিল। আনকি অলপ ডাঙৰ হোৱাত - এটি নাট্যদল গঠনতো তেওঁ আগভাগ লৈছিল। নাট্য দলটোৰ নাম দিছিল 'নৱজাগৰণ বংশীবাদক সেৱা দল'। এই দলটোৱে কেৱল যে সৰ্থেবাৰী অঞ্চলতহে নাট্য প্ৰদৰ্শন কৰিছিল তেনে নহয়, তেওঁলোকে অসমৰ বেলেগ বেলেগ ঠাইতো নাট্য প্ৰদৰ্শন কৰি প্ৰশংসা লাভ কৰিছিল। ডেকাদাই নাটকত দৈত্য দানৱৰ ভাও লৈহে ভাল পাইছিল আৰু দৰ্শকৰ পৰা বাঃ বাঃ আদায় কৰিছিল। কঁহাৰ শিল্পী শ্ৰীযুত অচ্যুত ডেকাই আমাক কোৱামতে টংলা বাগানত নাটক প্ৰদৰ্শন কৰোতে- দুৰ্গমাসুৰৰ ভাওত ডেকাদাই হেনো ল'ৰা-ছোৱালীক কন্দুৱাই দিছিল আৰু

কিছুমানে ভয়পাই মঞ্চৰ ওচৰৰ পৰা আঁতৰি গৈছিল।

পিচে ডেকাদাৰ বাল্যকাল তথা ছাত্ৰ জীৱন সুখৰ নাছিল। ৰুগীয়া পিতৃ, আৰ্থিক দিশতো ৰুগীয়া আছিল। বাল্যকালৰ পৰা দৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজ দিব লগা হেৱাত কোনো কামতে তেওঁ মনপুতি লাগিব পৰা নাছিল। খৰিকটাৰ পৰা আৰম্ভ কৰি ঘৰখনৰ সকলো কাম তেওঁ কৰিব লাগিছিল; ৰাই ভনীৰে ভৰপূৰ ঘৰ এখন। ককায়েক এজন আছিল যদিও কোনো কামৰ মানুহ নাছিল। তেওঁৰ পৰিয়ালটোকো তেওঁহে পোহপাল দিব লাগিছিল। এটা সময়ত তেওঁ ককায়েকক কেইটামান ম'হ কিনি দি গাখীৰৰ ব্যৱসায় কৰিব দিছিল। কিন্তু তাতো তেওঁ সুফল নাপালে। ডেকাদাই স্কুলীয়া কালত কি কামনো নকৰাকৈ আছিল। কঁহাৰ শালত হাতুৰি মাৰিছিল, হাবিত খৰি কাটিছিল খেতি-পথাৰত গোঁৎ কৰি আদৰ্শ খেতিয়ক হোৱাৰো সপোন ৰচনা কৰিছিল। কিন্তু এই সকলোবোৰ কামৰ আঁৰত লুকাই আছিল যুদ্ধকালীন এটি প্ৰত্যাহ্বান- । দৰিদ্ৰতা মষিমূৰ কৰি - নিজক কেনেকৈ সুদৃঢ় ভাবে প্ৰতিষ্ঠা কৰিব পাৰি তাৰেই প্ৰত্যাহ্বান। স্কুলীয়া কাল অতিক্ৰম কৰাৰ পাচত তেওঁ কলেজীয়া জীৱনতো কি নকৰাকৈনো আছিল—। সৰ্থেবাৰীৰ কঁহাৰ শিল্পী সকলক প্ৰজ্বালক (এঙাৰ) যোগান, ভঙা কাঁহৰ যোগান, আনকি প্ৰয়াত হোমিয়ো ডাক্তৰ যাদৱ ডেকাৰ ফাৰ্মাচীত ঔষধ দিয়া 'বয়'ৰ কামো তেওঁ নিষ্ঠা সহকাৰে কৰি ডেকাৰ প্ৰিয়ভাজন হৈছিল।

আই. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাচত আমি প্ৰত্যক্ষভাবে কিছুদিনৰ বাবে তেওঁৰ সান্নিধ্যলৈ আহো। নলবাৰী কলেজত তেওঁ তেতিয়া বি এ মহলাৰ ছাত্ৰ আৰু আমি আই এ. শ্ৰেণীত (১৯৫০)। মই আৰু মোৰ অন্তৰঙ্গ বন্ধু প্ৰয়াত চক্ৰেশ্বৰ তালুকদাৰ কলেজ হোষ্টেলত থিতাপি লৈছো। এদিন হঠাৎ সাজবেলা আমাৰ ৰুমত উপস্থিত। নানা ধৰণৰ কথা বতৰাৰ পাচত তেখেতে সুধিলে, - আমি তাত থাকি কেনে পাইছোঁ। আমি ইজনে সিজনৰ মুখলৈ চালো আৰু চক্ৰেশ্বৰে পোনচাতেই ভালনোপোৱা বুলি কলে। ময়ো হোষ্টেলৰ পানী আৰু খানাই যে আমাক সুজা নাই - কওঁ - নকওঁকৈ কলোঁ। আৰু লগতে প্ৰতিকাৰৰ উপায় নোহোৱা কথাটোও কলোঁ। "কিয় উপায় নাই - কত ল'ৰাই - ইয়াতে ঘৰ ভাৰা কৰি মেচ কৰি আছে— মন কৰা যদি আমি আমাৰ অঞ্চলৰ যি কেইজন আছোঁ— মেচ কৰি থাকিব পাৰো। কালিয়ে মই ঘৰ ঠিক কৰিম।"

আমি সম্মতি প্ৰকাশ কৰিলোঁ— আৰু কথামতে কামো হ'ল। এসপ্তাহ পাছতে-মানে মাহৰ প্ৰথম তাৰিখতে আমি মেচ জীৱন আৰম্ভ কৰিলোঁ।

কিন্তু কথা হ'ল কিয় এই কথাখিনিৰ অৱতাৰণা কৰিব লগা হ'ল। ডেকাডাই পাঁচজনীয়া সদস্যৰে মেচ গঠন কৰিলে যদিও মাহটোৰ বেছি-ভাগ দিন থাকো আমি চাৰিজনহে। ডেকাদা ক'ত থাকে কি কৰে আমি একো গমকে নাপাওঁ। আমি সুধিলে কয়— "মোৰ কথা নকবা- ঘনাই ঘনাই পলাশবাৰীলৈ যাব লাগে - মোৰ বহুত কাম বুজিছা - হ'ব মই নাথাকিলেও বিশেষ নাভাবিবা এনেকৈয়ে মই পৰীক্ষাত পাছ কৰিম।" মুখত মিচিকিয়া হাঁহিটো বিয়পাই তেওঁ কথাখিনি আমাক কৈছিল। আমি কিন্তু তেতিয়া একো বুজি পোৱা নাছিলো আৰু মুকলিকৈ সোধাৰ সাহসো নাছিল। পিছতেহে জানিছিলোঁ - তেওঁ এঙাৰৰ ব্যৱসায় কৰিছিল। ছাত্ৰ আৰু ব্যৱসায়ী কেনে বিসঙ্গতিপূৰ্ণ। যি কেইটা দিন মেচত উপস্থিত থাকে সেইকেইটা দিনত বহু ৰাতিলৈকে তেওঁ - কিবা লিখা পঢ়া কৰে। আমি ভাবিছিলো যিহেতু তেওঁ বেছি ভাগ দিন বাহিৰত কটায় - মেচত নাথাকেই, থকা দিন কেইটা অলপ কষ্ট কৰি পঢ়া শুনা কৰে। কিন্তু কথাটো তেনেই বিপৰীত - তেওঁ এখন উপন্যাস লিখি আছে - তাৰে কিছু অংশ আমাক পঢ়ি শুনালেও। আমি আটাই কিজনে শুনি আনন্দত আত্মহাৰা হলো আৰু প্ৰেছত দিয়াৰ কাৰণে তাগিদা দিলোঁ। এই উপন্যাসখনেই আছিল তেওঁৰ কালজয়ী উপন্যাস 'আজিৰ মানুহ'। আমি তেতিয়া প্ৰথম বাৰ্ষিকৰ পৰীক্ষাক লৈ ব্যস্ত। পৰীক্ষা শেষ হলত আমি এৰা এৰি হলো। ইয়াৰ পিছৰ বছৰত তেওঁ কলেজক মানে নলবাৰীলৈ অহা মনত নপৰে। পৰীক্ষা দিছিল

নে দিয়া নাছিল তাকো জনা নাছিলো।

১৯৫৩ চনত আমি যেতিয়া গুৱাহাটীলৈ গৈ চাকৰিৰ লগতে বি. বৰুৱা কলেজৰ ৰাতিৰ ছাত্ৰ হওঁ - আৰু তাত মেচ জীৱন আৰম্ভ কৰো তেতিয়া **'গৰা খহনীয়া'** গল্প **'নতুন পথ'** উপন্যাস অলপ আগাপিচকৈ প্ৰকাশ পায়। এদিন লগৰীয়াসকলৰ লগত তেওঁৰ উপন্যাসৰ বিষয়ে আলোচনা কৰি থাকোতে ডেকাদা ঘামিজামি উপস্থিত।

"তোমালোক যে ইয়াতে আছা গমেই পোৱা নাছিলোঁ। আজি কিমান দিনৰ মূৰত তোমাক লগ পালো"— বুলি কৈ মোৰ বিচনা খনত বহি পৰিল। শৰৎ বন্ধু ভবেন আদি কৰি আমি আটায়ে বাক্‌ৰুদ্ধ হৈ কেৱল মুখলৈ চাই আছিলোঁ। আচলতে তেওঁৰ বিষয়ে আলোচনা কৰি থাকি আমি তেওঁক দেখি একপ্ৰকাৰ নাৰ্ভাচ হৈছিলোঁ।

"দাদা আপোনাৰ নামতে আমি ব্যস্ত হৈ আছিলো–- আপুনি কৰ পৰা কেনেকৈ ইয়াত ওলালহি। আমি ভাবিছিলোঁ— উপন্যাস সম্ৰাট হিচাপে খ্যাতি লাভ কৰি - আপুনি আমাক পাহৰিয়ে গ'ল।" আপুনি ............ "কি কোৱা কি কোৱাহে তুমি - তোমাক - শৰৎক - বন্ধুক পাহৰিম? তোমালোক ইয়াত এনেদৰে একেলগে আছা যে মই কবই পৰা নাছিলো।"

এয়া আছিল গুৱাহাটীত হোৱা প্ৰথম আলাপ। ইয়াৰ পাচত তেওঁ গুৱাহাটীলৈ মাহে পষেকে আহিলে আমাৰ মেচলৈ আহে আৰু কেতিয়াবা কেতিয়াবা থাকিও যায়। ৰাতি থাকিলে কিবা লিখি বহু ৰাতিলৈকে উজাগৰে থাকে। মানে নলবাৰীৰ মেচত থাকোতে তেওঁৰ যিটো অভ্যাস গঢ়লৈ উঠিছিল সেই অভ্যাস তেতিয়াও মাৰ যোৱা নাছিল। কিছুদিন পিচত তেওঁ **'ভাৰাঘৰ'** নামৰ উপন্যাসখনৰ পাণ্ডুলিপিটো কিয়জানো - আমাক পঢ়িব দিয়ে। আৰু আমি ৰাতিৰ ভিতৰতে উপন্যাসখন পঢ়ি শেষ কৰি ৰাতিপুৱা তেওঁক ঘূৰাই দিওঁ।

তেওঁ মোৰ মুখলৈ চাই থাকিল আৰু অলপ পিছতে সুধিলে, "কি পঢ়ি কেনেপালা একো নকলা দেখোন?"

'কি কম পঢ়ি ভাল নালাগিল - আজিৰ মানুহৰ বহুত তললৈ গ'ল যেন লাগিছে।'

"হয় নেকি— তোমাৰ ক'ত কিহত খোকোজা লাগিছে মোক অলপ বহলাই কোৱা মোৰো কিছুমান কথাত সন্দেহ নথকা নহয়।"

"মই উপন্যাসৰ একো নাজানো। পঢ়ি ভাল লাগিলে ভাল বুলি কওঁ— গতিকে মই কি কম।"

"নহয় তুমি ভাল নলগাখিনিকে কোৱা।"

সিদিনা ৰবিবাৰটো উপন্যাসখনৰ বিষয়ে আলোচনা কৰোঁতে কেতিয়া পাৰ হৈ গৈছিল তৰকিবই পৰা নাছিলোঁ। আজিৰ মানুহৰ লিখক হিতেশ ডেকাৰ উপন্যাসৰ বিষয়েও আমাৰ লেখীয়া এজন সাধাৰণ পাঠকে মন্তব্য দিয়াই নহয় পৰামৰ্শও দাঙি ধৰিব পৰা কথা কিমান আনন্দদায়ক সিদিনা আমি মৰ্মে মৰ্মে অনুভৱ কৰিছিলো। আৰু সামান্যভাবে হলেও গৌৰৱবোধ নকৰাকৈ থকা নাছিলোঁ। ইয়াৰ পাচত তেওঁৰ লগত আমাৰ সান্নিধ্য ইমানখিনি বাঢ়িছিল যে তেওঁ গুৱাহাটীলৈ আহিলে আমাৰ লগতে থাকিবলৈ গৈছিল। আনকি গৰমৰ দিনত কেতিয়াবা কেতিয়াবা তেওঁ বিছনা এৰি পকা মজিয়াত বাতৰি কাকত পাৰি লৈ শুইছিল। হিতেশ ডেকা সঁচাকৈ এজন লৌহ মানব আছিল। তেওঁ সুখদুখক একে পৰ্যায়তে থৈ জীৱনৰ বাটত আগুৱাই গৈছিল।

তেওঁ আমাক এৰি যোৱাৰ কেইমাহমান আগৰ কথা— দুজন বন্ধুৰ লগত এখন সভালৈ নিমন্ত্ৰণ কৰাৰ বাবে ডেকাদাৰ ঘৰলৈ (গাড়ীগাঁও) গৈছিলোঁ। ঘৰৰ সন্মুখ পায়ে আমি হতভম্বহৈ গলো-দেখো আগ চতালত থকা ট্ৰাক এখনৰ তলত পেট পেলাই ডেকাদাই কিবা খুচৰি আছে। মই ৰূঢ় ভাষাতে কলো— কিহে পাইছে - কিহে - টকাই আতি নহা হৈছে নহয় - এতিয়াও গাড়ীৰ

ওলত সোমাই গাড়ী চাপা কৰা দিন আছে?"

তেওঁ মাটিৰে লুতুৰী পুতুৰী হৈ হাঁহি হাঁহি ওলাই আহিল আৰু আমাক বহা কোঠালৈ লৈ গ'ল। ই এটা অতি সাধাৰণ উদাহৰণহে। তেওঁৰ কথা শ্ৰমে মানুহ নামাৰে আয়ুসহে বৃদ্ধি কৰে।

এপিনে ছাত্ৰ আনপিনে চাকৰি দুয়োটা বিপৰীত ক'বলৈ গ'লে জুই পানী তথাপি এটাকো এৰিব পৰা নাই। দুয়োটাৰ মাজত বুৰগৈ দিনবোৰ অতিবাহিত কৰিছোঁ। ডেকাদা লব্ধপ্ৰতিষ্ঠ সাহিত্যিক ঔপন্যাসিক আৰু দায়িত্বশীল শিক্ষকো। কেতিয়াবা লগ পাওঁ। ইয়াৰ মাজতে এদিন আহি মেচ ওলাল। চনটো মনত নাই যদিও ১৯৫৭ চনৰ পাচত হ'ব যেন লাগে। খোৱা-বোৱাৰ পাচত নানা ধৰণৰ কথা বতৰাৰ মাজতে তেওঁ অন্য ধৰণৰ কথা এটা উলিয়ালে। গুৱাহাটী মহানগৰীত আমাৰ অঞ্চলৰ বহুত মানুহ আছে কিন্তু আমাৰ মাজত চাচিনাকি মিলা মিচা আলাপ আলোচনা হোৱাৰ কোনো সুবিধা নাই। আমি এটা অনুষ্ঠান পাতি কিবা এটা কৰিব নোৱাৰোনে?"

কি অনুষ্ঠান পতাৰ কথা কৈছে প্ৰথমতে কোনোৱে বুজি পোৱা নাছিলোঁ। প্ৰয়াত শৰৎ ডেকাই কথাটো বুজি পাই লগে লগে ক'লে "নোৱাৰাৰ কাৰণ কি এটা ক্লাব খুলিলে আমি সাজবেলা লগ লাগিব পাৰিম আৰু চা-চিনাকি হোৱাৰ লগতে খেলা-ধূলাও খেলিব পাৰিম।"

আমি তেতিয়াহে আত ধৰিলোঁ। জিতেন ভবেন আৰু বন্ধুৰাম ডেকাকে ধৰি আটাইকিজনে কথাটোত হয়ভৰ দিলে আৰু এখন মিটিং আহ্বান কৰা বাবে দিন বাৰ নিৰ্দ্ধাৰণ কৰিলে। সময়সূচী অনুসৰি মিটিং হ'ল যদিও মানুহ কিন্তু বেছি গোট নাখালে। যিখিনি লগ লগিছিল তাৰ পৰাই এখন কাৰ্যকৰী সমিতিও গঠন কৰা হ'ল আৰু দান বৰঙনি তুলাৰো ব্যৱস্থা কৰা হ'ল। পিচে এই অনুষ্ঠানটো বেছি দিন নিটিকিল যদিও অঞ্চলৰ মানুহখিনিক সংগঠিত কৰাৰ ডেকাদাৰ যি পৰিকল্পনা— সি কিমান দুৰদৃষ্টি সম্পন্ন আছিল তাকেহে আমি আঙুলিয়াব খুজিছো। এই অনুষ্ঠানটো কলিতে মৰহি যোৱাৰ গুৰিতে আমিও কিছু পৰিমাণে দায়ী। আমি সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰাৰ কিছুদিন পিচতে গুৱাহাটী এৰি গাঁৱলৈ ঘূৰি আহিব লগা হলো। ডেকাদাও তেতিয়া জালুকবাৰীৰ ওচৰৰে গাডীগাঁৱত বসবাস কৰিবলৈ লৈছে-। গতিকে আমি গুৱাহাটী এৰাৰ পাছত যিকোনো কাৰণতে নহওক অনুষ্ঠানটোৰ পৰা ডেকাদাও আঁতৰি থাকিল।

ডেকাদাৰ স্মৃতিশক্তি বৰ প্ৰখৰ আছিল। আমি জনাত তেওঁ কম অধ্যয়ন কৰিছিল কিন্তু তেওঁ যিকোনো কথা অতি মনোযোগেৰে শুনিছিল আৰু মনত ৰাখিছিল। হাঁহে বোকাৰ পৰা সাৰভাগ বাচি খোৱাৰ দৰে ডেকাদাই লাগতিয়াল খিনি নিজৰ মনত চিৰসেউজীয়া কৰি ৰাখি আৱশ্যক অনুসৰি তাৰ সৎব্যৱহাৰো কৰিছিল।

সুখ-দুখ, হাঁহি-অশ্ৰু সকলোকে একাকাৰ কৰি জীৱনটোক - নিখুট শিলাস্তম্ভৰ দৰে গঢ়ি - মানুহ - মানুহৰ বাবে এই মহাসত্যটোক যুগমীয়া কৰি থৈ যোৱা ডেকাদাক আজি আমি শ্ৰদ্ধাৰে সুঁৱৰিবলৈ পাই নিজকে ধন্য মানিছো আৰু লগতে তেওঁৰ আত্মালৈ সশ্ৰদ্ধ প্ৰণাম জনালোঁ।



# 'মানুহৰ সাহিত্যিক' হিতেশ ডেকা

প্ৰমোদ কাকতি

জ্ঞানৰ শিৰলুৰে অহা যোবা কৰে মন চিৰন্তন

মোৰ বাবে শ্ৰীযুত হিতেশ ডেকা এগৰাকী শ্ৰদ্ধেয় সাহিত্যিক। তেখেতলৈ আগবঢ়োৱা শ্ৰদ্ধা আজিৰ নহয়। ১৯৬২ চনত মই অষ্টম মান শ্ৰেণীৰ ছাত্ৰ। আমাৰ (উলাবাড়ী নলবাৰী) পুথিভঁৰালৰ এগৰাকী নিয়মীয়া পাঠক। তাতে চিনাকি হয় এই শ্ৰদ্ধেয় ব্যক্তিজনাৰ নামটিৰ সতে। 'আজিৰ মানুহ' হাতত তুলি লওঁ। জ্যেষ্ঠ এজনে কয়— চেমনীয়াৰ হাতত উপন্যাস কিয়? মই থমকি ৰও। বাহিৰলৈ গৈ বন্ধু জনৈকক জনাও কথাটো কি? তেওঁ নিৰ্ভয় দিয়ে। একো নহয়। একো বেয়া কথা নাই। আদৰ্শ আছে। পঢ়িলে শিকিব পাৰিবা— বহু ভাল কথা। মোৰ আগ্ৰহ বাঢ়িল। সাহসো গোটালো। তেৰেঁ আনি দিলে। ৰংমনে ঘৰলৈ আহিলো হয়, আকৌ চিন্তা ভয়। ককাইদেউহঁতে যিহে কঢ়া কি কৰো। ৰাতি সকলোটি শুলে। মই পঢ়া নাই। উৰ্চ্পিচাই আছো। চাকিত তেলবা কিমান আছে? কিতাপখন গাৰুৰ তলত। উলিয়াই ল'লো। পঢ়ি গ'লো। কিছুমান গাৱৰ মানুহ। খেতিবাতিৰ কথা। সমবায় আন্দোলন। ধনী দুখীৰ সংঘাত। সামন্ততন্ত্ৰৰ বিপৰীতে কৃষকৰ ক্ষোভ। ককাইৰ শাসন। নবৌৰ মাতৃ সুলভ স্নেহ খুলখালীৰ সলাজ চাৱনিত আদি ৰস। নায়কৰ আদৰ্শ। মই ভাবি গ'লো। এইবোৰ দেখোন মোৰ চাৰিওফালে লাগি থকা কাহিনী, চৰিত্ৰ, সমাজ আৰু পৰিৱেশ। হৰ্ষ-বিষাদ, প্ৰেম কলহ। আমাৰ দৈনন্দিন জীৱন। সমাজ আৰু সভ্যতাৰ বাস্তৱ বুৰঞ্জী।

তাৰ পিছত আৰু পঢ়িলো। মাটি কাৰ, ভাঙা ঘৰ, নতুন পথ, এযেতো জীৱন, আচল মানুহ, সীমাৰ কাজিয়া। মনৰ ৰেল চলে। ডবাই ডবাই শেষ কৰো, ১৬খন উপন্যাস, ৫টা গল্প, সংকলন। ৪খন নাটক, ৩খন প্ৰবন্ধ। চিন্তাৰ বাটেৰে উৰ্ভতি চাওঁ। সমাজবাদ, প্ৰগতিবাদ, জাতীয়তাবাদ, হয়নে? কোনটো সঁচা? নে আটাইবোৰেই? সকলোৰে উৰ্দ্ধত অনুভৱ ব্যক্তি আৰু সামাজিক সত্তাৰ জাগৰণ হয়, সুপ্তজনলৈ দিয়া আশাৰ সঞ্চাৰ। প্ৰেৰণা আৰু অভাৱনীয় কৰ্ম শক্তি। সংগঠনৰ দায়িত্বশীল ভূমিকা। সমাজলৈ সুখ-সমৃদ্ধিৰ পৰিস্ফুত সপোন। অথচ জীয়া কথা। সাৱলীল ভাষা। আঁৰহীন বৰ্ণনা। হিয়া পৰশা সংলাপ, ভীষ্ম সদৃশ চৰিত্ৰ। নিখুত। নিপোটল। সৰ্বাংগ সুন্দৰ।

মই নিজকে প্ৰশ্ন কৰিলো। এইটো কেনে কথা। এতিয়াতো মানুহে মহাভাৰত, ৰামায়ণ নেলেখে। গল্প-উপন্যাস ৰচা আজিৰ যুগ। গতিকে উপন্যাস পঢ়াত কি দোষ থাকিব পাৰে? যি কথাই, যি কাহিনীয়ে যি চৰিত্ৰই যি পৰিৱেশে মানুহৰ চিত্ত-মহত্ব গঢ়াত সহায়ক হয় সত্তা-ব্যক্তিত্বতো গভীৰভাৱে ৰেখাপাত কৰে, যি গ্ৰন্থই মানুহৰ জীৱন গঢ়াত, চৰিত্ৰক সুগঠিত কৰাত, সমাজক নেতৃত্ব দিয়াত সহায়ক হয়। মনতে উত্তৰ পালো। মিছা কথা। আমাৰ এটা ভ্ৰান্ত ধাৰণা, চেমনীয়াহঁতে উপন্যাস পঢ়া অনুচিত।

কৈ থোৱাতো ভাল হ'ব যে মই তেতিয়া নাজানো 'হিতেশ ডেকা' নামৰ এই সুসাহিত্যিকজন দৰাচলতে ডেকা নে বুঢ়া, কলা নে বগা, ওখ নে চাপৰ, ক্ষীণ নে শকত। কাৰণ তেতিয়াও এই শ্ৰদ্ধেয় সাহিত্যিক গৰাকীৰ সতে মোৰ সাক্ষাৎ হোৱা নাই। তেখেতৰ মহান লেখনি সমূহৰ সতেহে লুকাই চোৰাই পৰিচয় ঘটিছে। তথাপিও আমাৰ চামৰ মাজত আলোচনা হয়। বিভিন্ন জনৰ বিভিন্ন মত। বিপ্লৱী, সমাজবাদী, প্ৰগতিবাদী, প্ৰেমিক, আদৰ্শবান আদি আখ্যা দিয়ে। মোৰ কিন্তু তেনে ধাৰণা

নাই। মাথোঁ এটা অনুভৱ। নিশ্চয় তেখেত সুন্দৰ। সত্যম শিৱম সুন্দৰম।

শ্ৰদ্ধেয় এই ঔপন্যাসিক গৰাকীয়ে অসমীয়া গদ্য-সাহিত্য সৃষ্টিত নেপ'লিয়নৰ দৰে ভূমিকা গ্ৰহণ কৰিছিল। এজন ডেকা কলেজীয়া ছাত্ৰয়ো যে আজিৰ মানুহ (১৯৫২)ৰ দৰে উপন্যাস লেখিব পাৰে সেই কথাটো যেন পণ্ডিত সমাজে স্বীকাৰ কৰিবলৈ টান পাইছিল. সাহিত্যৰ সৃষ্টি কৰাটো যেনিবা একশ্ৰেণী উচ্চ শিক্ষিত অথবা তথাকথিত উচ্চ ডিগ্ৰীধাৰীৰহে একচেটীয়া বিষয়। (এই ধাৰণা কিছু কিছু ক্ষেত্ৰত অদ্যপিও বিদ্যমান)। শ্ৰদ্ধেয় ডেকা কিন্তু থমকি নৰ'ল। নিৰলস যাত্ৰা তেখেতৰ। সিদ্ধান্ত অচল। আত্মবিশ্বাস গভীৰ। 'দেখা কৰিলে শিক্ষাগুৰু, অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱক। ঘঁহি থাকিলে শিলো ক্ষয় যায়। গোস্বামীদেৱৰ দৰে গদ্য-সাহিত্যৰ ওজা আৰু নিৰ্ভীক সমালোচক গৰাকীয়ে শেষত আজিৰ মানুহৰ পাতনি লেখিলে। তেতিয়াৰ দিনত গোস্বামীদেৱে স্বীকৃতি দিয়া মানে পণ্ডিতৰ সভালৈ যোৱা কথা। কাজে শ্ৰদ্ধেয় ডেকাৰ লেখনিয়ে অচিৰে সকলো স্তৰৰ চিন্তাবিদৰ অন্তৰত এখন আসন লাভ কৰিলে।

ৰবীন্দ্ৰ নাথৰ দৰে সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাই শ্ৰদ্ধেয় ডেকাই। এজন কহাঁৰৰ ল'ৰা। কাঁহ উদ্যোগৰ কেন্দ্ৰভূমি সৰ্থেবাৰীত ঘৰ। জন্ম হয় ১৮ ফেব্ৰুৱাৰী, ১৯২৪ চনত। দেউতাক ৰবিৰাম আছিল কঁহাৰ। মাঁক সুন্দৰীপ্ৰিয়া সু-গৃহিণী। অনাৰম্বৰ খাটি খোৱা জীৱন। সৰ্থেবাৰী কিয় সেই সময়ত অসমৰ কোনোটো চহা অঞ্চলে শিক্ষাৰ পূৰ্ণ সুবিধা বা মৰ্যাদা পোৱা নাই। তেতিয়াৰ মাক-দেউতাক সকলৰ মনৰ ভাব— ছোৱালী হ'লে গৃহকৰ্ম শিকাই এঘৰলৈ উলিয়াই দিব। ল'ৰা হ'লে পাৰিলে ক-খ শিকাই খেতি বা ব্যৱসায়ত খটুৱাব। শ্ৰদ্ধেয় ডেকা ইয়াৰ ব্যতিক্ৰম নাছিল। কঁহাৰৰ ভাটীত কাঁহ পিটি প্ৰবেশিকা পাছ কৰে (১৯৪৮ চন, সৰ্থেবাৰী হাইস্কুল) মনোবলকে সম্বল হিছাপে লৈ নলবাৰী কলেজ পায় আৰু কলাৰ স্নাতক হয় (১৯৫২) খলা-বমা, ঘাত-প্ৰতিঘাত, অভাৱ-অনাটন আদিকে মূলধন হিছাপেলৈ তেখেতে জীৱনৰ নাট মেলে আৰু ককাৰ কাঁহ পিটা বৃত্তিৰ পৰা মুক্তি লৈ শিক্ষকতাকে জীৱনৰ আচল পথ হিচাপে বাচি লয়। কৰণৰ ঘাটে ঘাটে নাও ৰাখি শেষত জালুকবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হিছাপে অবসৰ গ্ৰহণ কৰে (১৯৮৫)।

The pen is mighter than the shord এই মহাসত্য কথাষাৰি শ্ৰদ্ধেয় ডেকাৰ ক্ষেত্ৰত বাৰুকৈয়ে প্ৰয়োগ কৰিব পাৰি। শিক্ষকতা তেখেতৰ আছিল পেচা। কিন্তু সাহিত্য সৃষ্টি হ'ল আজন্ম সাধনা। তেখেত কৃতসংকল্প। সাহিত্য সৃষ্টিকে জীৱনৰ লক্ষ্য হিছাপে লৈ নীৰবে লিখি লিখি গ'ল অনেক উপন্যাস, গল্প, নাটক, আলোচনা।

শ্ৰদ্ধেয় হিতেশ ডেকাৰ সাহিত্যৰ পটভূমি গাঁও। গ্ৰাম্য জীৱন-কৃষি সংগঠন। সৰ্বসাধাৰণৰ পৰা বুটলা চৰিত্ৰ। ৰসাল বৰ্ণনা আৰু আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত সুদৃঢ় ভেটি। সাহিত্যৰথী বেজবৰুৱাই কবৰ দৰে মাতিৰাম মালতীৰ কথায়ো বিশ্ব-সাহিত্যৰ চানেকি বহন কৰিব পাৰে। শ্ৰদ্ধেয় ডেকাৰ গ্ৰন্থসমূহ পঢ়িলে এনে ধাৰণা স্পষ্ট ভাবে ফুটি উঠে। গ্ৰাম্য অৰ্থনীতি, ধনী-দুখীয়াৰ সংঘাত অথচ শেষত নায়কৰ সততা, সুকৰ্ম আৰু আদৰ্শই বিজয়ী হোৱা আদৰণীয় চিন্তাই ডেকাদেৱৰ সাহিত্য-পাঠকৰ মন ভৰাই তোলে— প্ৰেৰণা যোগায় জীৱন গঢ়াৰ।

গ্ৰাম্য সমাজত পোহৰৰ বন্তি প্ৰজ্বলোৱা সম্ভাবনাৰ বাবেই ডেকাদেৱৰ গল্প উপন্যাস চহা জীৱনৰ মুখে মুখে। কোনোৱে পঢ়িছে। পঢ়ি শুনাইছে। শুনা কথাকে আনৰ আগত কৈছে। প্ৰতাপ-নীলিমা, উষা-মহেশ, বলোৰাম-উমাৰ কাহিনী ৰাম-সীতা, ৰাধা-কৃষ্ণ শিৱ-পাৰ্বতীৰ দৰে মানুহৰ হৃদয়ে হৃদয়ে বিচৰণ কৰি থাকে। সেইবাবে শ্ৰদ্ধেয় ডেকাদেৱ গাঁৱলীয়া সাহিত্যিক। সাধাৰণ মানুহৰ মনোৰাজ্যৰ অঘোষিত উপন্যাস সম্ৰাট।

সংগঠক হিচাপেও শ্ৰদ্ধেয় ডেকাদেৱৰ এখন সুকীয়া আসন আছে। প্ৰায় দুকুৰি বছৰ ধৰি অসম

সাহিত্য সভাৰ একনিষ্ঠ কৰ্মী হিছাপে সেৱা আগবঢ়াই আহিছে। দুবাৰকৈ (১৯৭৬, ১৯৮০) উপ-সভাপতিৰ আসনো অলংকৃত কৰিছে। কামৰূপ সাহিত্য পৰিষদৰো (এতিয়া সভা) নেতৃত্ব দিছে। (১৯৭৫)। উল্লেখ থাকে যে শ্ৰদ্ধেয় ডেকাদেৱৰ যত্নতে কামৰূপ সাহিত্য পৰিষদে জালুকবাৰীস্থ বৰ্তমানৰ ঘৰ-মাটি লাভ কৰিবলৈ সক্ষম হৈছে। তেখেতে ভালেমান শাখা সভাৰো নেতৃত্ব দিছে। পৰামৰ্শদাতা হিছাপে কাম কৰিছে। অন্যান্য শিক্ষসদী সামাজিক অনুষ্ঠানৰ লগতো তেখেত জড়িত। সক্ৰিয় ৰাজনীতিৰ সতে প্ৰত্যক্ষ সংযোগ নাই যদিও সাহিত্য আৰু ৰাজনীতিৰ মাজৰ সম্পৰ্ক তেখেতে নুই নকৰে যেন লাগে। জাটি এটাক জন্ম দিয়া, লালন পালন কৰা আৰু প্ৰগতিৰ পথত আগুৱাই নিয়া চিন্তাতে সাহিত্যিকৰ ৰাজনীতিৰ সতে থকা সংযোগ আৰু মিলনৰ কথা বোধহয় সূচায়। ডেকাদেৱে অসমৰ অস্বিত্ব ৰক্ষাৰ সংগ্ৰামত এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল। বিদেশী লোকৰ অবাধ গতি আৰু বহিৰাগতই অসমৰ উন্নয়নত অন্তৰায়ৰ সৃষ্টি কৰা বুলি তেখেত সংকিত বুলি ধাৰণা হয়। এই শক্তিসমূহে নীচাত্মিকা মনোভবাব, স্বাৰ্থপৰতা, ভাষা- ধৰ্মৰ গোড়ামী পৰিহাৰ কৰি অসমৰ মাটি-বায়ু-পানী সেৱন কৰি মন পৰিশোধনেৰে হাড়ে-হিমজুৱে অসমীয়া হৈ অসম মাতৃৰ সেৱা কৰি প্ৰগতিৰ কথা চিন্তা কৰাতো উচিত। থলুৱা ভাষা সমূহৰ ক্ষেত্ৰতো শ্ৰদ্ধেয় ডেকাই উদাৰ দৃষ্টি-ভংগীৰ পোষকতা কৰে যেন লাগে। এই ভাষাসমূহ বিকশিত হওঁক নিজস্ব ক্ষেত্ৰে ক্ষেত্ৰে। অসম আৰু অসমীয়াত্বৰ মনোভাব পৰিহাৰ নকৰি ভাষা জননীৰ সেৱা কৰাটো দৃঢ় ভাবে আশাকৰো ডেকাদেৱে।

শ্ৰদ্ধেয় ডেকাদেৱৰ এটা সুকীয়া ঘৰুৱা জীৱনধাৰা আছে। সৰুকালিত কঁহাৰশালত কাঁহ পিটা হাতুৰী এৰি কলমৰ মায়াত আবদ্ধ এজন কৃষক হিচাপেও খেতিৰ সকলো কামতে সিদ্ধহস্ত। ঘৰখনৰ সকলো সিদ্ধান্ত দায়ক আৰু পৰিচালক। অবসৰ পোৱাৰ পাছতো তেখেতে অকণো চিন্তান্বিত নোহোৱাকৈ কয় দৰমহা নহ'লে কি হ'ব। পৰিয়াল ডাঙৰ হোৱাটো কোনো অসুবিধা নাই। মোৰ আৰু কেইজনমান পুত্ৰ আছে নহয়। তেওঁলোকে মোৰ হাতত ধন আৰু যশ তুলি দিয়ে। মোৰ পেট আৰু বুকু সদায় ভৰি থাকে। সেই সুপুত্ৰ কেইজন হ'ল ডেকাদেৱৰ মূল্যবান গ্ৰন্থৰাজি। এইখিনিতে কৈ থোৱাতো ভাল হ'ব যে গ্ৰন্থ প্ৰকাশক আৰু বিক্ৰেতা সকলৰ পৰা পোৱা এটা সমীক্ষা মতে অসমৰ খ্যাতনামা গল্পকাৰ ঔপন্যাসিক সকলৰ পুথি বিক্ৰীৰ হাৰত ডেকাদেৱৰ স্থান উৰ্দ্ধত। ইয়াৰ দ্বাৰা ডেকাদেৱ আৰু তেখেতৰ গ্ৰন্থৰ জনপ্ৰিয়তা সহজে অনুমেয়।

কথা-বতৰা, চাল-চলন, পিন্ধণ-উৰণ, ভোজন-গমন সকলোতে ডেকাদেৱৰ গাঁৱলীয়া সহজ-সৰল, ধৰণ-কৰণ, আচাৰ-ব্যৱহাৰ পৰিলক্ষিত হয়। তেখেতৰ সাহিত্যৰ আত্মা চহা জীৱন-সমাজ। কাহিনী-চৰিত্ৰও গাওঁকেন্দ্ৰীক। গাঁৱলীয়া জীৱন প্ৰবাহৰ সুখ-দুখ, হাঁহি-কান্দোন, উচ্চ-নীচৰ ভেদাভেদ, ধনী-দুখীৰ সংঘাতৰ প্ৰাঞ্জল বৰ্ণনাৰে সম্পূৰ্ণ ৰসঘন অৱস্থালৈ উন্নীত কৰি সৰ্বজনপ্ৰিয় কৰাই হ'ল তেখেতৰ বিশেষত্ব। তেখেতৰ ভাষা সাবলীল, কাহিনী আঁৰহীন, চৰিত্ৰ আৰু চৰিত্ৰৰ মুখত দিয়া সংলাপ আৰু বৰ্ণনাৰ প্ৰাচুৰ্যই সৰ্বকালৰ বাবে সফল সাহিত্য সৃষ্টিত তেখেতক শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে।

ডেকাদেৱ উদাৰ আৰু আপোনভোলা। তেখেতে অসমীয়া ভাষা আৰু মানুহক ভাল পায়। ইয়াৰ দ্বাৰা এইটো বুজিলে ভুল কৰা হ'ব যে ৰাজ্যখনৰ অন্যান্য খিলঞ্জীয়া ভাষা সমূহৰ বিকাশ কামনা নকৰে। সেইপদে ভাৰতৰ প্ৰাদেশিক ভাষা সমূহেও উন্নতি কৰক। সৃষ্টিৰ প্ৰতিযোগিতা হওক ধ্বংস বা হিংসা বা দমনক যেন কোনেও প্ৰশ্ৰয় নিদিয়ে। কাৰো ভাষা সাহিত্য সংস্কৃতিৰ বিকাশত কোনেও যেন ভাবুকিৰ সৃষ্টি নকৰে। শান্তি-মৈত্ৰী আৰু প্ৰগতিৰ হকে সকলো দুঃষ্কৃতি নাশৰ বাবে অসম কেশৰী অম্বিকাগীৰিৰ দৰে ডেকাদেৱৰ জাতীয়তাবাদী মন গৰজি উঠে। সুযোগ সুবিধা বুজি যথাস্থানত প্ৰকাশ কৰে। অসমৰ অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত তেখেতৰ স্থিতি আপোচহীন।

অসম সাহিতৰ সভাৰ একনিষ্ঠ সেৱক এগৰাকী, নিজৰ মানুহৰ কথা কোৱা সু-সাহিত্যিক এগৰাকী, সৰ্বসাধাৰণ সৃষ্টিশীল তথা সাহিত্যৰ পাঠক সমাজৰ সৰ্বাধিক প্ৰিয় লেখক এগৰাকী অসম

সাহিত্য সভাৰ ৬১তম সৰ্থেবাৰী অধিবেশনৰ সম্মানীয় সভাপতি নিৰ্বাচিত হৈছে।

সৰ্থেবাৰীৰ বাইজে ঘৰৰ ল'ৰাক শ্ৰদ্ধাৰে আদৰাৰ যি আগ্ৰহ ৰাজ্যৰ বাকী অংশৰ জনতায়ো অসমৰ সবাতোকৈ সম্মানীয় আসনখনত এই প্ৰিয় সাহিত্যিক গৰাকীক অধিষ্ঠিত কৰাৰ অদম্য হেঁপাহ। শ্ৰদ্ধেয় হিতেশ ডেকা অকল সৰ্থেবাৰীৰ সু-সন্তান নহয়— তেখেত অসমৰো ভাৰতৰো বিশ্বৰো। এইটো তেখেতৰ স্ব-প্ৰতিভাৰ আভাৰে উদ্ভাসিত আৰু আৰ্জিত সম্মান-স্বীকৃতি। ডেকাদেৱৰ ভাষাত ই হ'ল কলমৰ স্বীকৃতি।

শ্ৰদ্ধেয় কথা সাহিত্যিক হিতেশ ডেকাই অসম সাহিত্য সভাৰ নেতৃত্ব বহন কৰি সভাৰ কৰ্ম কেনেদৰে পৰিচালনা কৰে সেই সম্পৰ্কে গভীৰভাবে চিন্তা-চৰ্চা কৰি তেখেত যথা সময়ত আঁচনি গ্ৰহণ কৰিব। তেখেতলৈ সহযোগ আগবঢ়াব— শক্তি যোগাব সভাৰ কৰ্মী, গুণগ্ৰাহী আৰু অসমৰ মানুহে। এচাম বুদ্ধিজীৱীৰ মনত পোষণ কৰা বিতশ্ৰদ্ধ ভাব আঁতৰাই অসমৰ মানুহৰ আশা ভৰষাৰ এই জাতীয় অনুষ্ঠানটিৰ ভাবমূৰ্তি জনসাধাৰণৰ অনুকূলে অনাৰ বাবে কি ভূমিকা গ্ৰহণ কৰে তাৰ বাবে সকলোৱে সমাগত মুহূৰ্তলৈ বাট চাই থাকে।

এতিয়া অসম সাহিত্য সভাই অগ্ৰাধিকাৰ ভিত্তিত কৰিব লগা কামৰ ভিতৰত (ক) অসমীয়া ভাষাৰ, আখৰ ত্ৰুটিনি, বানান, বানান বিভ্ৰাট আৰু এনে ধৰণৰ আঁসোঁৱাহ দূৰ কৰি সকলোৰে গ্ৰহণযোগ্য নীতি গ্ৰহণ। (খ) এখন প্ৰামান্য অভিধান প্ৰণয়ন অথবা ইতিমধ্যে সভাই হাতত লোৱা 'বহল অসমীয়া' (অভিধান)ৰ কাম পুনৰাম্ভ। (গ) 'ভাষা সমন্বয় মঞ্চ' য'ত অসমৰ সকলো ভাষা সাহিত্যৰ অনুষ্ঠানেই অংশীদাৰ, এই মঞ্চক অধিক সক্ৰিয় কৰি অসমৰ সকলো খিলঞ্জীয়া ভাষাৰ (উপভাষাও) উন্নতি সাধনৰ বাবে ফলপ্ৰসু আঁচনি গ্ৰহণ আৰু অসমীয়াভাষাৰ উদাৰ প্ৰচলন। (ঘ) বিস্তাৰিত চৰাঞ্চল, চাহবাগিচা আৰু পাহাৰীয়া জিলা দুখনৰ সৈতে সংযোগ নিয়মীয়া কৰণ। (ঙ) শাখা সভা সমূহ সক্ৰিয় কৰণ আৰু দায়িত্ব আৰোপ, বিত্তীয় দিশত স্বাৱলম্বিতা অৰ্জন আদি সাংগঠনিক কাম। ইয়াৰ উপৰিও সভাপতি মহোদয়ে ভাষা সাহিত্যৰ উন্নতিৰ প্ৰকল্প চিন্তামূলক, তত্বগধুৰ, তথা সমৃদ্ধি আৰু দুৰ্লভ গ্ৰন্থ প্ৰণয়নৰ আৰু জাতীয় চেতনাদীপ্ত পৰিকল্পনা হাতত ল'ব পাৰে।

সভাপতি ৰূপে শ্ৰীহিতেশ ডেকাদেৱক সশ্ৰদ্ধ অভিনন্দন জনাইছো। আৰু আশা কৰিছো বাঢ়ি অহা সমস্যাৰ সমাধান কৰি সমুচিত কাৰ্যসুচী হাতত লৈ সভাক আগুৱাই নিব। ভগবানে তেখেতক ভাষা জননীৰ সেৱা কৰিবলৈ উদাম, সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন প্ৰদান কৰক। জয়তু ভাষা-জননী। জয়তু অসম সাহিত্য সভা। *



* এই প্ৰবন্ধটো হিতেশ ডেকাদেৱ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰ সময়ত প্ৰকাশ হৈছিল। ইয়াত পুনঃ মুদ্ৰিত কৰা হ'ল। (স.ম)

# হিতেশ ডেকা, হিতেশ ডেকা আমাৰ হিতেশ ডেকা

প্ৰফুল্ল তামুলী

ফুলে নহয় ফলেহে মানুহজনক আকৰ্ষণ কৰিছিল। কিতাপৰ পাতৰ মাজতো মানুহজনে শস্যৰ গুটি সংৰক্ষণ কৰিছিল। সৃষ্টিৰ প্ৰতি এক দুৰ্বাৰ আকৰ্ষণ আছিল মনুহজনৰ। চাকৰি কৰিও, লৰা-ছোৱালীক পঢ়ুৱাইও, মেল মিটিং গাই ফুৰিও, লেখামেলা কৰিও মানুহজনে খেতিৰ কামত লাগিছিল। মানুহজনৰ নাম আছিল হিতেশ ডেকা। ঔপন্যাসিক হিতেশ ডেকা। গভীৰ অৰ্থত জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকা। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিতেশ ডেকা। এজন সাধাৰণ মানুহ। সাধাৰণ লগৰ মানুহ। কবি নৱকান্ত বৰুৱাৰ ভাষাত 'সাধাৰণ মানুহৰ কথা সাধাৰণভাৱে কোৱাৰ এটা অসাধাৰণ গুণৰ অধিকাৰী আছিল তেওঁ।'

প্ৰবল আশাপ্ৰদ আৰু দৃঢ় মনোবলৰ মানুহ এগৰাকীৰ কথা ক'বলৈ হলে মনলৈ আহে সেইজন হিতেশ ডেকাৰ কথাই। মনে প্ৰাণে অসমক ভালপোৱা আৰু অসমৰ ভাষা-সংস্কৃতি-মানুহৰ হকে নিৰন্তৰে যুঁজ দিয়া চিৰতৰুণ হিতেশ ডেকাৰ দৰে যুঁজাৰু পাবলৈ টান। তেওঁ প্ৰকৃত অৰ্থত কৰ্মবীৰ, কামৰ মানুহ। কামেই তেওঁৰ জীৱন। মৃত্যুৰ কোলাত শুই পৰাৰ প্ৰস্তাৱনা দৃশ্যৰ আগৰখিনি সময়তো তেওঁ বাৰীৰ কচুৰে এসাজ খাই গভীৰ ৰাতিলৈকে লিখে। ৰাতিপুৱাৰ আঁচনি আছিল শিল বালি ইটাৰ অভিযানত ঘূৰাৰ। তেওঁ কৈছিল, 'মোৰ জীৱন দৰ্শন হ'ল কৰ্মৰ মাজেৰে জীৱনৰ শাশ্বত মূল্য উপলব্ধি কৰা।' দুখ বেদনা হতাশাত ভাগি পৰিব ল'গা কথা তেওঁৰ বাবে বেদৰ বাহিৰ। কোনো ঘটনাই তেওঁক কোনো কালে বিব্ৰত কৰা দেখা নাই। যিকোনো জটিল মুহূৰ্ত্ততো তেওঁ আশাবাদী হৈ থাকিব পাৰে। আন্ধাৰৰ মাজতো পোহৰৰ শুংসূত্ৰ উলিয়াই তেওঁ গতি কৰিব পাৰে, গতিৰ সন্ধান দিব পাৰে। তেওঁ কৈছিল, "নৈৰাশ্য বা হতাশাই মোৰ ব্যক্তিগত জীৱনত যেনেকৈ স্থান নাপায়, অসমীয়া সাহিত্যৰ বিষয়তো কোনো নৈৰাশ্য মোৰ নাই।" ল'ৰা-ছোৱালীকো তেওঁ নিৰাশ হ'বলৈ নিদিছিল। শূণ্যৰ পৰা আৰম্ভ কৰা জীৱন এটাৰ বাবে হতাশাৰ মুহূৰ্ত্ত থাকিব নোৱাৰে বুলি তেওঁ আশাৰ বাণী শুনাইছিল।

অন্তৰৰ তাগিদাত সাহিত্য জগতত প্ৰৱেশ কৰি নিৰলস সাধনাত ব্ৰতী হৈছিল তেওঁ। প্ৰথম অৱস্থাত তেওঁ সীমাহীন শ্ৰম কৰিছে। 'আজিৰ মানুহ' ৰচনা কালত তেওঁ কেবাবাৰো পাণ্ডুলিপি সংশোধন কৰিছিল বুলি শুনা যায়। শ্ৰমৰ মাজেৰে জীৱন আৰম্ভ কৰা মানুহজনৰ কোনোধৰণৰ শ্ৰমৰ প্ৰতিয়েই এলাহ নাছিল। এটি সাধাৰণ কঁহাৰ পৰিয়ালত জন্মি জীৱন সংগ্ৰামৰ ৰূঢ় ছবিখন তেওঁ দেখিছে। কেৱল জীয়াই থকাৰ দাবীতেই তেওঁ এজন সাধাৰণ ল'ৰাই কৰিব লগা বহু কামেই কৰিছে। কিন্তু সৰ্বোবাৰীৰ কঁহাৰে কাঁহৰ পৰা বিভিন্ন পাত্ৰ তৈয়াৰ কৰা ঘটনাচক্ৰই তেওঁক নিশ্চয় পথৰ সন্ধান দিলে। এনেয়েও তেওঁ লগসমনীয়াৰ মাজত আগশাৰীত আছিল। পৰ্যবেক্ষন, অনুসন্ধান আৰু আৱিষ্কাৰ আদিৰ ক্ষেত্ৰত তেওঁৰ নিজস্ব বৈশিষ্ট্য আছিল। পিছলৈ বাইজ মেলৰ অক্লান্ত যুঁজাৰু পুষ্পৰাম কঁহাৰ (এওঁ জেলৰ ভিতৰত অন্য শাৰীৰিক শ্ৰমদলৰ বিৰোধিতা কৰি কাঁহৰ বাচন তৈয়াৰ কৰিছিল; তাৰ স্মৃতিত জেলকাঁহী, জেলবাটি নামৰ বাচন দুবিধ প্ৰচলিত হৈ আছে) চন্দ্ৰকান্ত অভিধানৰ সংকলক আৰু সমবায়প্ৰেমী পণ্ডিত কৌহিৰাম দাস আৰু প্ৰসিদ্ধ গল্পকাৰ হলীৰাম ডেকাই তেওঁক প্ৰেৰণা

যোগায়। পিছৰ দুজনাৰ ব্যক্তিগত সান্নিধ্যই তেওঁক যথেষ্ট পথ নির্দেশ কৰে আৰু সাহিত্য সাধনাৰ ক্ষেত্ৰত আগুৱাই লৈ যায়। স্কুলীয়া জীৱনতে সাহিত্য চর্চাত হাত দিয়া তেওঁক তিনিজন সহপাঠীয়ে প্ৰথম পাঠক (লগতে সমালোচক) হিচাপে সাহস যোগায়। এই তিনিজন হ'ল প্ৰসন্ন কুমাৰ ডেকা (সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনৰ আদৰণি সমিতিৰ সভাপতি আৰু বৰপেটা জিলা সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি) বজালী মহাবিদ্যালযৰ প্ৰাক্তন উপাধক্ষ্য ˚অনন্ত তালুকদাৰ আৰু ˚খগেন্দ্ৰ নাথ তামুলী (ডেকা)। পিছলৈ প্ৰখ্যাত সমালোচক ত্ৰৈলোক্য নাথ গোস্বামীৰ সান্নিধ্যযো তেওঁক উদ্বুদ্ধ কৰিছে। ওপৰত উল্লেখ কৰা বন্ধুসকলে তেওঁক **'আজিৰ মানুহ'** ৰচনা কালত বিশেষভাৱে গতি নির্দেশ কৰিছিল বুলি জনা যায়। অসমীয়া উপন্যাসত এক সাত্বিক প্ৰেমৰ সৃষ্টি এওঁলোকৰ প্ৰেৰণাতে তেওঁ সম্ভৱ কৰিছিল। মানুহৰ দুখ বেদনা জানি বুজি উপলব্ধি কৰি তেওঁ মানুহৰ মঙ্গলৰ সাধনাত ব্ৰতী হৈ সাহিত্য ৰচনা কৰিলে। তেওঁ পণ্ডিতৰ বাবে বা সমাজৰ উচ্চশ্ৰেণীৰ লোকৰ বাবে লিখা নাছিল। তেওঁৰ নিজৰ ভাষাৰে ক'বলৈ গ'লে– "মই সৰ্বসাধাৰণ পাঠকৰ বাবে লিখো। সৰ্বসাধাৰণ পাঠক শ্ৰেণীয়ে জনতাৰ অধিক অংশ আৰু মই এই জনতাৰ কাৰণেই লিখো, কাৰণ জনহিত সাধনেই মোৰ উদ্দেশ্য।"

নাটক, উপন্যাস আৰু চুটিগল্প— সাহিত্যৰ এই তিনিখন ক্ষেত্ৰত তেওঁ বিচৰণ কৰিছিল। তেওঁৰ প্ৰখ্যাত উপন্যাসমূহ হ'ল - **'আজিৰ মানুহ', 'নতুন পথ', 'ভাৰাঘৰ', 'মাটিকাৰ', 'এয়েতো জীৱন' (৩ খণ্ড), 'আচল মানুহ', 'বৈৰী মানুহ', 'জীৱন-সংঘাত'** আৰু মৰণোত্তৰভাৱে প্ৰকাশিত **'ত্যাগ'**। **'আজিৰ মানুহ'ৰ** বাবেই তেওঁৰ নাম জিলিকি উঠিল। এক ব্যতিক্ৰমী দৃষ্টি আগত ৰাখি ৰচনা কৰা **'আজিৰ মানুহ'ত** বিশেষ বৈশিষ্ট্য কেইটামান প্ৰকাশ পাইছে। প্ৰেম ভালপোৱাৰে ভৰা কাহিনীৰ মাজত বিপ্লৱী চেতনাৰ প্ৰকাশ ঘটিছে। মানুহৰ মঙ্গল সাধনৰ কথাই এই চেতনাৰ কেন্দ্ৰীয় সুৰ। ধনতকৈ মনহে শ্ৰেষ্ঠ, চাকৰিতকৈ কৰ্মই শ্ৰেষ্ঠ এই বাণী ইয়াত উচ্চাৰিত হৈছে। কৰ্মসংস্কৃতিৰ গুৰুগম্ভীৰ কাহিনী কথিত হৈছে। অন্যায়ক প্ৰতিৰোধ কৰিবলৈ উপন্যাসখনে ছানি ধৰিছে। ইয়াত কৃষকৰ সমস্যা আৰু সংগ্ৰাম চিত্ৰিত হৈছে। ভুৱা আধুনিকতাৰ ভেম আঁতৰাবলৈ কৰা সফল চেষ্টাৰ ছবিও ইয়াত দৃষ্ট হৈছে। সৰ্বোপৰি, নিৰ্বাচিত চিত্ৰৰ সংযোগেৰে অপূৰ্ব বাকভঙ্গীৰে লেখকে ইয়াত ৰসৰ বৰপোহাৰ মেলিছে। সাহিত্যৰ বাবে তেওঁ বঁটা বাহন পোৱা নাই। তাৰ বাবে তেওঁৰ কোনো আক্ষেপ নাই। ৰাইজৰ স্বীকৃতি তেওঁ পাইছে ৰাইজে তেওঁক আদৰি লৈছে। এয়ে তেওঁৰ বাবে যথেষ্ট। সমালোচকে তেওঁক উচিত মৰ্যাদা দিছে নে নাই এই লৈ তেওঁ চিন্তিত নহয়। তেওঁ স্বীকাৰ কৰে সমালোচকো এক শ্ৰেণীৰ পাঠকহে। গতিকে তেনে সমালোচকৰ দৃষ্টিত চূড়ান্ত সত্য প্ৰকাশ পাব বুলি তেওঁ নাভাবে। অসমৰ ৰাইজক সম্ভাষণ জনাই তেওঁ স্থানান্তৰত কৈছে যে তেওঁলোকে তেওঁৰ কিতাপ পঢ়ি তেওঁক যিমান টকা দিছে সি এটা শ্ৰেষ্ঠ বঁটাৰ মূল্যতকৈ অধিক। গতিকে তেওঁ প্ৰকৃত অৰ্থত ৰাইজৰ পৰা বঁটা লাভ কৰিছে। ই এটি লঘু মন্তব্য হলেও লেখক হিতেশ ডেকাৰ, তেওঁৰ পাঠক সমাজ আৰু বহল অৰ্থত অসমীয়া সমাজখনক কৃতজ্ঞতা জনোৱাৰ উদাৰ দৃষ্টিভঙ্গী এটা ইয়াতে লক্ষ্য কৰিব পাৰি। প্ৰসঙ্গত উল্লেখ কৰিব পাৰি কিতাপ লেখি অসমত ধন ঘটিব নোৱাৰা বোলা. কথা তেওঁৰ ক্ষেত্ৰত অসত্য প্ৰমাণিত হৈছে। প্ৰকাশৰ পৰা পোৱা টকাৰেই তেওঁ আনকি গাড়ীগাঁৱত থকা তেওঁৰ বাসগৃহৰ প্ৰথম কাম আৰম্ভ কৰিছিল।

হিতেশ ডেকাৰ জন্ম সৰ্থেবাৰীত। কলেজীয়া শিক্ষা গ্ৰহণ কৰে নলবাৰীত। চাকৰি জীৱন কটায় জালুকবাৰীত। তেওঁ স্বভাৱসিদ্ধ ৰসিকতাৰে বাৰীতে জীৱন বৃত্ত ঘূৰি থকা বুলি সভাপতিৰ অভিভাষণতো কৈছে। আৰু যোগ দিব পাৰি, তেওঁ কামৰূপ জিলা সাহিত্য সভা (পৰিষদ)ৰ সভাপতি হৈছিল পলাশবাৰীত আৰু সাহিত্য সভাৰো সভাপতি হয় জন্মভূমি সৰ্থেবাৰীতেই। শুনাযায় তেওঁ হেনো ভূমিষ্ঠও হৈছিল প্ৰকৃত অৰ্থত বাৰীতেই। এই বাৰীৰ জীৱনবৃত্তই তেওঁক গাঁওৰ মানুহ কৰি ৰাখিলে

বুলিও কব পাৰি নেকি!

গৰীব পৰিয়ালত জন্মিলেও হিতেশ ডেকা এটা অতি ওখ মনৰ অধিকাৰী আছিল। এফালে তেওঁ সহজ-সৰল আৰু আনফালে আছিল প্ৰত্যাহ্বান জনাব পৰা জেদী লোক। আনৰ প্ৰভুত্ব মানি লোৱাৰ বিপৰীতে তাক তেওঁ ওফোৰাই দিযাৰ বাবে থিয় দিব পাৰিছিল। সৰ্থেবাৰীত এসময়ত টিঙ আৰু শিঙৰ প্ৰতিপত্তি দেখি দুয়োটাই কৰিবলৈ তেওঁ সংকল্পবদ্ধ হৈছিল আৰু সময়ত তেওঁৰ সফলো হৈছিল। তেওঁ টিঙৰ ঘৰ আৰু ম'হৰ বাঠান কৰিবলৈ সক্ষম হৈছিল। এনে সংকল্পৰদ্বাৰা সাধাৰণ মানুহৰো যে যোগ্যতা আছে তাকে তেওঁ দেখুৱাব বিচাৰিছিল। জীৱিকাৰ প্ৰয়োজনত এঙাৰ বিক্ৰি কৰা অথবা ভাৰ বৈ বাচন বিক্ৰি কৰা কামকে ধৰি ঔষধ বিক্ৰেতা, পেছাদাৰী অভিনেতা আদি বিভিন্নৰূপত অবতীৰ্ণ হোৱাৰ পাছত এদিন যে তেওঁ সাহিত্য সভাৰ সভাপতি হ'ল ইয়াতো তেওঁৰ কামৰ মানুহ বুলি দেখুৱাব খোজা মনোবৃত্তিয়েই কাম কৰিছিল। সেই বুলি তেওঁ যতে ততে অনৰ্থক প্ৰতিযোগিতাৰ ভাব আনি শিয়াল খেদি ফুৰা নাছিল। সন্তুষ্টিৰ ভাব এটা লৈ জীৱন নিৰ্বাহ কৰাত তেওঁ আছিল অভ্যস্ত। তেওঁৰ মহত্ব এয়ে যে কেতিয়াও অভাৱ অনুভৱ কৰা নাছিল। সেই সম্পৰ্কে তেওঁৰ বক্তব্য— "মই নিজে অভাৱ সৃষ্টি নকৰো। মানুহে মনেৰেহে অভাৱ সৃষ্টি কৰে। অভাৱ বেছি হ'লে খৰছ বেছি হয। অভাৱ কম হ'লে খৰচো কমে।"

হিতেশ ডেকাৰ আন এটা উল্লেখযোগ্য বৈশিষ্ট্য হ'ল বযসত প্ৰবীণ হ'লেও তেওঁ তৰুণ, ডেকা। ডেকা উপাধিটোৰ আক্ষৰিক অৰ্থত ব্যৱহাৰ কৰি তেওঁ ৰগৰো কৰে। মৃত্যুৰ কেইদিনমান আগতে সৰ্থেবৰীয়া ডেকা এজনে তেওঁক বুঢ়াৰ ধাৰণা এটা দিয়া দেখি তেওঁ গৰজি উঠিছিল-- তেওঁ বুঢ়া নহয, বুঢ়া বুলি তেওঁ কিয কব' তেওঁ জনতাৰ মানুহ, জনতাৰ মাজত জীৱনৰ সন্ধান লৈ তেওঁ ঘূৰি ফুৰিছিল। গাড়ী মটৰত ভিৰৰ মাজত থিয় হৈও তেওঁ আহ-যাহ কৰিছিল। সাহিত্য সভাৰ অধিবেশনলৈ গ'লে বা আন উদ্দেশ্যত সভা সমিতিলৈ গ'লে গাঁওৰ মানুহৰ মাজলৈ গৈছিল। নিজৰ পৰিচয দি মানুহৰ আতিথ্য গ্ৰহণ কৰাৰ পক্ষপাতী তেওঁ নাছিল। এবাৰ আমি এঠাইত পৰিচয় প্ৰদান কৰোতে তেনে নকৰিবলৈ কৈছিল। তেও প্ৰকৃত অৰ্থত মাটিৰ মানুহ আছিল বাবে যতে ৰাতি ততে কাতি হৈ থাকিব পাৰিছিল।

হিতেশ ডেকা এগৰাকী ৰসসৃষ্টি কৰিব পৰা ব্যক্তি। শুকান জেওৰাৰো তেওঁ ৰস উলিযাব পাৰে। তেওঁৰ কথাত ৰস-হাস্যৰস থাকিবই। তুলনা নিদিযাকৈ কথা কোৱা যেন তেওঁৰ বাবে সম্ভৱ নহয। সভা সমিতিত যিকোনো গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰতো ভাষণ দিলে ৰসৰ নিজৰা বোৱাই দিবই। তেওঁৰ এইটি বৈশিষ্ট্য সাহিত্যৰ পাততো সংৰক্ষিত হৈছে এই কথা ওপৰত কৈ অহা হৈছে। ৰস সৃষ্টি কৰোতে তেওঁ অন্ত্যমিলত গুৰুত্ব দিয়ে। প্ৰয়োজনত তেওঁ শব্দ কিছুমান নিজাকৈ সৃষ্টিও কৰে। শব্দৰ বাখ্যাতো তেওঁ ৰস সৃষ্টি কৰে। শব্দৰ সহায়েৰে তেওঁ একোটা আমোদজনক পৰিস্থিতি সৃষ্টি কৰে। আমোদজনক পৰিস্থিতিৰ মাজেৰেই তেওঁ সমস্যাৰ জঁট ভাঙে। ৰসসৃষ্টিত তেওঁৰ ওপৰত অগ্ৰজ হলীৰাম ডেকাৰ প্ৰভাৱ পৰা যেন লাগে। হলীৰাম ডেকাৰ ৰচনাতো হাস্যৰস উপচি আছে। ব্যঙ্গৰ ক্ষেত্ৰতো দুজনাৰ মিলখিনি সুঁৱৰিবলগীয়া।

বৰ্তমান কালৰ এজন হাড়ে হিমজুৰে অসমীয়া লোকৰ কথা কব লাগিলে হিতেশ ডেকাৰ কথা কবই লাগিব। যতেই অসমৰ সমস্যাৰ উদ্ভৱ হৈছে তাতেই তেওঁ মাত মাতিছে। অস্তিত্ব ৰক্ষাৰ আন্দোলনতে তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। সাম্প্ৰতিক কালৰ এক জটিল প্ৰশ্ন স্বাধীন অসমৰ পৰিপ্ৰেক্ষিতত তেওঁ বিৰোধী ভূমিকাত অবতীৰ্ণ হৈছিল। এসময়ত মাটি, মানুহ আৰু পাকিস্তানী প্ৰব্ৰজন সম্পৰ্কে **'মাটিকাৰ'** উপনাসখন লিখি ৰাজৰোষৰ বলি হৈছিল। মানুহৰ মুক্তিৰ প্ৰতি আস্থাশীল ডেকাই স্বাধীনতা আন্দোলনতো অংশ গ্ৰহণ কৰি কাৰাবৰণ কৰিছিল। সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰি মানুহক সেৱাকৰাৰ কথা ভাবি এবাৰ তেওঁ বৰপেটা লোকসভাৰ আসনৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিছিল।

অসমীয়া মানুহৰ মাজত জাতীয় চৈতন্য জগাই তোলাৰ অৰ্থে তেওঁ কাকতৰ পাতত অনেক মূল্যবান নিবন্ধ লিখিছিল।

অসম সাহিত্য সভাৰ সেৱাত তেওঁ যথেষ্ট সময় ব্যস্ত আছিল। শেহৰ ফালে সভাৰ কামকাজ সম্পৰ্কে তেওঁ উদ্বিগ্নতা প্ৰকাশ কৰিছিল। সভাৰ মাজত বিয়পি পৰা বিভিন্ন স্বাৰ্থৰ সংঘাতেই হয়তো ইয়াৰ মূল কাৰণ আছিল। সাহিত্য সভাই নিৰপেক্ষ চৰিত্ৰ অক্ষুন্ন ৰাখি বিতৰ্কৰ উৰ্দ্ধত থাকিব লাগিব বুলি তেওঁ মত পোষণ কৰিছিল। সভা ৰজাঘৰ প্ৰজাঘৰ কাৰো বহতীয়া হৈ থকাটো তেওঁ কামনা নকৰিছিল। সভাৰ এক চেলেঞ্জ জাতীয় ন্যাসপুঁজিৰ দুৰ্বল আত্মপ্ৰকাশৰ কথা লক্ষ্য কৰি জন্মভূমি সৰ্থেবাৰীৰ এটি ঐতিহ্যৰ উদাহৰণেৰে বছৰ একোটিও সম্পন্ন হোৱা প্ৰতিখন বিয়াঘৰৰ পৰা দান এফেৰি সংগ্ৰহৰ কথা তেওঁ কৈছিল।

অসমীয়া সাহিত্যৰ আলোচনা প্ৰসঙ্গত অনেক সমালোচকে হিতেশ ডেকাক আওকান কৰাৰ কথা উচ্চাৰিত হৈছে। কিন্তু এই কথা লক্ষ্য কৰিব পাৰি, সাহিত্যৰ বুৰঞ্জীত তেওঁৰ স্থান সংৰক্ষিত কৰাৰ প্ৰচেষ্টা ড" মহেশ্বৰ নেওগ আৰু ড সত্যেন্দ্ৰ নাথ শৰ্মাৰ দৰে সমালোচকে নকৰাকৈ থকা নাই। ড নেওগৰ পৰ্যবেক্ষণ এনেধৰণৰ— 'মানুহৰ বৰ্ত্তমান অৰ্থনৈতিক সামাজিক সমস্যাৰ জীৱনলৈ উপন্যাস নামি আহে হিতেশ ডেকাৰ ৰচনাত।' ড শৰ্মাই কিছু আগুৱাই গৈ কৈছে— হিতেশ ডেকাই কিছুদূৰ দৈৱচন্দ্ৰ তালুকদাৰৰ সামাজিক উপন্যাসৰ পৰম্পৰা আগুৱাই নিয়া যেন লাগে। কিন্তু ডেকাৰ ৰচনাত ব্যঙ্গ আৰু সমাজ সমালোচনা অতি তীব্ৰ। সাম্যবাদে ডেকাক কিছুদূৰ প্ৰভাৱ বিস্তাৰ কৰিলেও অসমীয়া জাতীয়তাবাদে তেওঁৰ সাম্যবাদ সঙ্কুচিত নকৰাকৈ থকা নাই। তেওঁৰ ৰচনাত নৈতিক আদৰ্শ আৰু সামাজিক উন্নয়নৰ চিত্ৰ সমানে পোৱা যায়। সস্তীয়া যৌণ আবেদনেৰে তেওঁৰ ৰচনা পঙ্কিল কৰা নাই যদিও প্ৰত্যাক্ষ আৰু গতানুগতিক আদৰ্শবাদে ৰচনাত কৃত্ৰিম বোল নসনাকৈ থকা নাই। 'ড শৈলেন ভৰালীয়ে লক্ষ্য কৰিছে লেখকৰ নিজস্ব আদৰ্শ প্ৰতিষ্ঠাৰ অত্যুৎসাহে উপন্যাসসমূহ ৰচনাত পৰিণত কৰিছে। কলাৰ সৌন্দৰ্যৰ বাবেই আৱশ্যকীয় সংযত প্ৰকিশভঙ্গী আৰু শৃঙ্খলাবোধৰ অভাৱ সেইবোৰত অনুভৱ কৰা যায়।' ড নগেন ঠাকুৰে 'আজিৰ মানুহ'ৰ ঐতিহাসিক বৰঙণি এনেদৰে স্বীকাৰ কৰিছে— "(এইখন উপন্যাসে) প্ৰথমতে উপন্যাস সাহিত্যক অসমীয়া সাহিত্যত জনপ্ৰিয় কৰি তুলিলে। দ্বিতীয়তে, এক বিপুল সংখ্যক পঢ়ুৱৈৰ সৃষ্টি কৰিলে, তৃতীয়তে অসমীয়া সামাজিক উপন্যাসক সমৃদ্ধিৰ বাটত আগুৱাই নিলে।"

হিতেশ ডেকাৰ উপন্যাসৰাজি কিনানদূৰ সাহিত্যগুণ সম্পন্ন হৈছে সেই বিচাৰ বিশেষজ্ঞ সকলে কৰিব। কিন্তু এই কথা আমিও কব পাৰো যে তেওঁ এক ঐতিহাসিক দায়িত্ব পালন কৰিলে আৰু জনগণৰ সাহিত্য ৰচনা কৰিলে। সমাজৰ মনৰ খোৰাক যোগোৱাত তেওঁ সফল হ'ল। এই ঐতিহাসিক দায়িত্ব পালন কৰোতে তেওঁ যে সাহিত্য কলাৰ দিশৰ ফালে পিঠি দিছে এনে নহয়। তেওঁ হয়তো সকলো সময়তে কলাকুশলী হবগৈ পৰা নাই। কেতিয়াবা একোটা পৰিস্থিতি হয়তো কৃত্ৰিমো হৈছে। কৰবাত হয়তো দৃষ্টিভঙ্গীয়ে উচ্চস্তৰীয় অৱস্থা নাপালেগৈ। সি সত্য। তেওঁৰ লেখাত যুক্তি বেছি। যুক্তিয়ে কাহিনী সবল কৰিছে, কিন্তু কেতিয়াবা যুক্তিৰ ভিৰ ইমান বেছি হৈছে যে সি সংযত বৰ্ণনাৰ ক্ষেত্ৰত বাধা আৰোপ কৰা যেন লাগে। কিন্তু স্বীকাৰ কৰিব লাগিব তেওঁ এজন ভাল কথক। কৈ যাওতে তেওঁ সততে সংলাপ ব্যৱহাৰ কৰিছে। সংলাপসমূহ চিত্তাকৰ্ষক। ইয়াত নাটকীয়তা আছে। নিজে এজন অভিনেতা আছিল বাবে উপযুক্ত সংলাপ ৰচনাত তেওঁ সফল হ'ব পাৰিছে। যুক্তি আৰু ৰসেৰে সমৃদ্ধ সংলাপসমূহ তেওঁৰ সাহিত্যৰ আকৰ্ষণীয় দিশ।

হিতেশ ডেকাৰ উপন্যাসৰ মূল সুৰটো হৈছে ত্যাগৰ সুৰ। মানুহৰ কল্যাণৰ লক্ষ্য আগত ৰাখি কাহিনী কওঁতে তেওঁ সমাজ আৰু মানুহৰ বিভিন্ন সমস্যা ব্যাখ্যা কৰিছে। হিংসাৰ পৃথিৱীত অহিংসাৰ জয়গান তেওঁ গাইছে। কিন্তু ত্যাগৰ মাজেৰেহে যে জীৱনৰ আচল সৌন্দৰ্য প্ৰকাশ পায় তাক তেওঁ

আজিৰ মানুহৰ মাজেৰে আৰু অন্তিম যাত্ৰাৰ আগমুহূৰ্ত্তত লিখি শেষ কৰা ত্যাগৰ মাজেৰেও কৈ গৈছে। তেওঁৰ লেখাত সমন্বয়ৰ—সম্প্ৰীতিৰ সুৰ এটাও লক্ষ্য কৰিব পাৰি। জীৱনত হিন্দু আৰু মুছলমান দুই সম্প্ৰদায়ৰ মাজত মনৰ মানুহ হৈ ওচৰা উচৰিকৈ থাকি গ'ল, সাহিত্যতো তাক ধ্বনিত কৰিছে।

এগৰাকী লেখক হিচাপে হিতেশ ডেকাই মানুহৰ অন্তৰ জয় কৰিছিল। বিভিন্ন শ্ৰেণীৰ পাঠকে সাগ্ৰহে তেওঁৰ উপন্যাসৰাজি পঢ়ে। কিয় পঢ়ে? এই প্ৰশ্নৰ উত্তৰ বিচাৰিব লাগিলে নিশ্চয় এক গৱেষণাৰ দৰ্কাৰ হ'ব পাৰে। অকল মানুহে ভালপোৱা কথাকেই লিখি তেওঁ জনপ্ৰিয় হ'লনে? কবি নৱকান্ত বৰুৱাৰ কথাকেই সুঁৱৰিছো। তেখেতে কৈছিল 'হিতেশ ডেকাক মানুহে ভাল পাইছিল। এই ভালপোৱাৰ সকলোবোৰ কাৰণ জ্ঞাত নহয়। কিন্তু সময়ৰ লগে লগে ভালপোৱাৰ সকলোবোৰ নতুন নতুন কাৰণ উদ্ধাৰ হৈ থাকিব।' কথাখিনিৰ অত্যন্ত তাৎপৰ্য আছে। সেযে হিতেশ ডেকাৰ সাহিত্যৰ বিচাৰ বিশ্লেষণ আৰু নতুনকৈ আৰম্ভ হ'ব লাগে।

সৰ্থেবাৰীৰ ঁৰবিৰাম ডেকা আৰু ঁসুন্দৰীপ্ৰিয়াৰ সন্তান হিতেশ ডেকা অসমৰ এগৰাকী সুসন্তান। শৈশৱ কালৰে পৰা লগসমনীয়াৰ মাজত আগত যোৱাজন হৈ জাকতজিলিকা হৈ পৰা বহুমুখী প্ৰতিভাৰ ব্যক্তিগৰাকী ভাল মাছুৰৈ আছিল, ভাল খেলুৱৈ আছিল, ভাল অভিনয় শিল্পী আছিল। লগসমনীয়াই তেওঁক ৰাজা বুলি মাতিছিল। তেওঁৰ আন এটা প্ৰচলিত নাম হিতো। সৰ্থেবাৰীৰ আগৰচাম মানুহে এতিয়াও তেওঁক এই নামেৰেই জানে। তেওঁৰ ঘৰৰ কাষৰে ওস্তাদ জলতিমোহন তামুলীৰ নাট্যদলত দুৰ্গামাসুৰ নাটকৰ নামভূমিকাত কালজয়ী অভিনয় কৰি যিদৰে দৰ্শকৰ মন জয় কৰিলে পিছলৈ সাহিত্যৰ মাধ্যমত তাকেই কৰিলে। সেইজন হিতেশ ডেকাক আমি সৰ্থেবৰীয়া সকলে সৰ্থেবাৰীৰ সুসন্তান বুলি কৈ অলপ বেছিকৈ গৌৰব কৰিলে ভুল নিশ্চয় একো নহয়।

শেষত কওঁ, বন্ধু-বান্ধৱ আত্মীয় স্বজন সকলোৰে বাবে এজন সুপৰামৰ্শদাতা হিতেশ ডেকাৰ অসমীয়া মনৰ মাজত এটি ভাৰতীয় মন সদায় বিৰাজ কৰিছিল। ভাৰতীয় ঐতিহ্য পৰম্পৰাই তেওঁৰ মন সদায় চৌৱাই আছিল। তেওঁৰ ওপৰত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ স্পষ্ট। অসমীয়া গাঁৱলীয়া সমাজৰ ছবি একোখন দাঙি ধৰোতে ভাৰতীয় মহাকাব্য, গীতা, ভাগৱত আদিৰ মাধ্যমেৰে মানুহৰ মন শান্ত কৰিছে। আৰু কব পাৰি, লোক জীৱনৰ যোজনা-পটন্তৰ আদিৰ সফল প্ৰয়োগে তেওঁৰ সাহিত্যক কৰি তুলিছে বৈভৱময়। — হিতেশ ডেকা আজি আমাৰ মাজত নাই। তেওঁ জীয়াই থাকক আমাৰ মাজত - প্ৰেৰণা হৈ।



# 'মাটিৰ মানুহ' হিতেশ ডেকা

হাফিজ আহমেদ

প্ৰথিতযশা ঔপন্যাসিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিতেশ ডেকাদেৱৰ লগত আমাৰ মানসিক পৰিচয় ঘটিছিল হাইস্কুলীয়া জীৱনতে। আমাৰ জন্মভূমি গাঁও বৰপেটা জিলাৰ কপোহাত এখন বৃহৎ পুথিভঁৰাল আছিল। স্কুল ছুটীৰ পিছত নতুবা বন্ধৰ দিনত সেইখন পুথিভঁৰালত বিভিন্ন গ্ৰন্থৰ সোৱাদ লবলৈ সুযোগ পাইছিলোঁ। সেইখন পুথিভঁৰালতে পঢ়িছিলোঁ ডেকাদেৱৰ **'আচল মানুহ', 'আজিৰ মানুহ'**, আদি উপন্যাস। এই উপন্যাসবোৰত অংকিত গাঁৱলীয়া জীৱনৰ চিত্ৰই, সহজ সৰল চহা জীৱনৰ কথাই আমাক বাৰুকৈয়ে আকৰ্ষিত কৰিছিল।

১৯৮৪ চনত বিশ্ববিদ্যালয়ত অধ্যয়ন কৰাৰ বাবে জালুকবাৰীলৈ আহিলোঁ। বিশ্ববিদ্যালয়ত অধ্যয়নৰত অৱস্থাতে জালুকবাৰী ছোৱালী হাইস্কুলত শিক্ষক হিচাপে যোগদান কৰিলোঁ। ডেকাদেৱ এইখন বিদ্যালয়ৰ লগত বৰ নিবিড়ভাৱে জড়িত আছিল। সেয়ে অনতিপলমেই তেখেতৰ লগত আমাৰ পৰিচয় ঘটিল। তেতিয়াৰ পৰা তেখেতৰ মৃত্যুৰ দিনালৈকে বিভিন্ন ৰূপত, বিভিন্ন সভা-সমিতিত,ঘৰুৱা পৰিৱেশত তেখেতক লগ পাইছোঁ, সুদীৰ্ঘ পোন্ধৰটা বছৰ তেখেতৰ স্নেহাশিসেৰে নিজে ধন্য হৈছোঁ।

হিতেশ ডেকাদেৱৰ কথা মনত পৰিলেই আমাৰ মনলৈ আহে হিন্দী আৰু উৰ্দ্দু সাহিত্যৰ প্ৰখ্যাত ঔপন্যাসিক, গল্পকাৰ প্ৰেমচান্দলৈ। দুয়োগৰাকীয়ে প্ৰধানতঃ আছিল শিক্ষক --দুয়োগৰাকী ঔপন্যাসিকৰ অধিকাংশ উপন্যাসতে প্ৰতিফলিত হৈছে গাঁৱলীয়া জীৱনৰ, গাঁওৰ সাধাৰণ মানুহৰ সুখ দুখ, হাঁহি কান্দোনৰ কথা। দুয়োগৰাকী লিখকৰে জীৱনাদৰ্শ আছিল কবি ৱৰ্ডছৱৰ্থৰ দৰে সহজ-সৰল জীৱন যাপন কৰা আৰু উচ্চাকাঙ্খা পোষণ কৰা। তদুপৰি প্ৰেমচান্দৰ দৰে হিতেশ ডেকাদেৱেও দৰিদ্ৰতাৰ লগত অহৰহ সংগ্ৰাম কৰি নিজকে প্ৰতিষ্ঠিত কৰিব পাৰিছিল। সাধাৰণ পোষ্টমাষ্টৰৰ ল'ৰা হৈ চৰম দৰিদ্ৰতাৰ মাজেৰে দিন পাৰ কৰিও প্ৰকল আত্মবিশ্বাস আৰু সুদৃঢ় ইচ্ছাশক্তিৰ বাবেই প্ৰেমচান্দে যেনেকৈ হিন্দী আৰু উৰ্দ্দু সাহিত্যৰ এগৰাকী প্ৰথিতযশা ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত হৈ গ'ল ঠিক সেইদৰে হিতেশ ডেকাইও কহাঁৰশালৰ পৰা আৰম্ভ কৰি জীৱনৰ বিভিন্নকালত, বিভিন্ন ৰূপত অহৰহভাৱে সংগ্ৰাম কৰি অসমীয়া সাহিত্য জগতত এগৰাকী নামজ্বলা ঔপন্যাসিক হিচাপে নিজকে প্ৰতিষ্ঠা কৰি থৈ গ'ল। আটাইতকৈ দৰকাৰী কথাটো হ'ল সমাজৰ মেহনতী শ্ৰেণীৰ লোক কৃষক, শ্ৰমিকৰ বাবে প্ৰেমচান্দ আৰু হিতেশ ডেকা উভয়ৰে আছিল অপৰিসীম সহানুভূতি। উভয়েই বিচাৰিছিল সমাজৰ নিপীড়িত জনগণৰ বিশেষকৈ ভাৰতবৰ্ষৰ মেহনতী শ্ৰেণীৰ গৰিষ্ঠ সংখ্যক কৃষক সকলৰ ওপৰত চলা সকলোধৰণৰ অত্যাচাৰ, নিৰ্যাতন,শোষণৰ অন্ত পৰক। প্ৰেমচান্দৰ **'গোদান'ত** যেনেকৈ ঔপন্যাসিকে কৃষকৰ হাতত ভূমিস্বত্ব অৰ্পিত কৰাৰ পোষকতা কৰিছে, ঠিক সেইদৰে হিতেশ ডেকাৰ **'মাটিকাৰ?'** উপন্যাসতো ঔপন্যাসিকে প্ৰচাৰ কৰিছে "নাঙল যাৰ, মাটি তাৰ।"

**'মাটিকাৰ?'ৰ স্ৰষ্টা হিতেশ ডেকা সঁচাকৈয়ে 'মাটিৰ মানুহে'ই আছিল। ৰ'দ, বতাহ, বৰষুণকো নেওচি এক দুৰ্দান্ত গতিৰে খোজ কাঢ়িছিল তেখেতে। বয়সে কেতিয়াও হাৰ মনাব পৰা নাছিল। ডেকাদেৱৰ অপৰিসীম সাহস আৰু কৰ্মশক্তিয়ে আমাক মনত পেলাই দিয়ে কবি W.E. Henley ৰ 'Invictus' নামৰ কবিতাটোলৈ। কহাঁৰশালৰ পৰা অসম সাহিত্য সভাৰ সভাপতিৰপদলৈ ডেকাদেৱৰ যি উত্তৰণ, সেয়া তেখেতৰ অদম্য কৰ্মস্পৃহা আৰু অক্লান্ত সাধনাৰ বাবেই সম্ভৱ হৈছিল। ডেকাদেৱেও কবি Henley ৰ দৰেই কব পাৰিলেহেঁতেন-**

'I am the Master of my fate
I am the Captain of my soul'

ডেকাদেৱৰ জীৱনৰ অইন এক মহৎ গুণ আছিল কৰ্মকে ধৰ্মৰূপে গ্ৰহণ কৰাটো। শ্ৰমৰ মৰ্যাদা তেখেতে দিব জানিছিল। কেতিয়াবা তেখেতৰ ঘৰলৈ গ'লে দেখিছিলোঁ- তেখেতৰ ঘৰত কাম কৰা কাঠমিস্ত্ৰী নতুবা সাধাৰণ শ্ৰমিকৰ লগতো তেখেতে কাম কৰি আছে। ডেকাদেৱৰ মহানুভৱতাই আমাক মুগ্ধ কৰিছিল। তেখেতৰ 'নিৰ্যাতিতা সতী' নামৰ উপন্যাসত চৰঅঞ্চলৰ মুছলমান সম্বন্ধে তেখেতে কৰা মন্তব্যত আমি ক্ষুণ্ণ হৈছিলোঁ। এই সন্দৰ্ভত আমাৰ মনৰ ক্ষোভ তেখেতৰ আগত প্ৰকাশ কৰাত তেখেতে উপন্যাসখনত চৰ অঞ্চলৰ মুছলমান সম্বন্ধে তেনেকৈ মন্তব্য কৰাটো সমীচীন হোৱা নাছিল বুলি অকপটচিত্তে আমাৰ আগত ব্যক্ত কৰিছিল। নিজৰ সৃষ্টিকৰ্মৰ এনে নিৰ্মোহ বিশ্লেষণ একমাত্ৰ ডেকাদেৱেই কৰিব পাৰিছিল। কাৰণ সঁচা অৰ্থতেই তেখেত আছিল অসমৰ সকলো জনগোষ্ঠী, সকলো ধৰ্মৰ লোকক সমভাবে ভালপোৱা এজন 'আচল মানুহ।'

ডেকাদেৱে অসামৰিক প্ৰতিৰক্ষালৈ আগবঢ়োৱা অৱদানৰ বাবে তেখেতলৈ ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ আগবঢ়োৱাৰ পিছদিনাখনৰ কথা। সাতমাইলৰ পৰা ৰিক্সা এখনেৰে আমাৰ বাসস্থল বেজপাৰালৈ আহি আছিলোঁ।

ৰাস্তাত লগ পালোঁ তেখেতক। প্ৰচণ্ড ৰ'দকো নেওচি খোজকাঢ়ি গৈ আছে আসমীয়া ভাষা সাহিত্যৰ সেনাপতি গৰাকীয়ে। মুখত এমোকোৰা শিশুসুলভ হাঁহি,হাতত মিঠাইৰ টোপোলা। জোৰ কৰিয়েই তেখেতক ৰিক্সাত তুলি ললোঁ। ডেকাদেৱে মিঠাই খাবলৈ তেখেতৰ ঘৰলৈ মাতিলে। মই পিছত যাম বুলি কলোঁ। তেখেতে হাঁহি হাঁহি কলে, অকলে নাযাবা, বোৱাৰীকো লৈ যাবা। তেখেতক কথা দি কথা ৰাখিব নোৱাৰিলোঁ। নিষ্ঠুৰ কালে তাৰ কেইদিনমান পিছতেই আমাৰ মাজৰ পৰা তেখেতক হৰণ কৰি লৈ গ'ল।

ডেকাদেৱৰ অবিহনে আমাৰ অন্তৰত এক শূন্যতাৰ সৃষ্টি হৈছে। বিগত বছৰটোৰ প্ৰায় প্ৰতিটো দিনতেই আমাৰ অনুভৱ হৈছে যেন এগৰাকী সহৃদয় অভিভাৱক হেৰুৱালো। লিখা মেলা কৰিবলৈ, অসমীয়া ভাষা সাহিত্যৰ ভৱিষ্যত সম্বন্ধে সতৰ্ক হবলৈ, ভাষাসাহিত্যৰ উন্নতিৰ বাবে মন প্ৰাণ উছৰ্গা কৰিবলৈ আমাৰ দৰে নিঃকিনক অনুপ্ৰেৰণা দিবলৈ ডেকাদেৱ আৰু আজি নাই। অকল আমিয়েই নহয়,সমগ্ৰ জালুকবাৰীৰ জনগণ বিশেষকৈ এই অঞ্চলৰ সাহিত্য প্ৰেমী সকলে আজি হিতেশ ডেকাৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰিছে।

□□□□□

# হিতেশ ডেকাক লগ পাইছিলো

ড° মামণি ৰয়ছম গোস্বামী

হিতেশ ডেকা মহোদয়ক লগ পোৱা মোৰ সৌভাগ্যৰ কথা আছিল। মোৰ প্ৰতি বিশেষকৈ মোৰ লেখাৰ প্ৰতি থকা তেওঁৰ অসীম আগ্ৰহৰ কথা মই গম পাইছিলো। মহিলা লেখিকা সকলৰ প্ৰতিষ্ঠাৰ বাবে তেওঁ হৃদয়েৰে সৈতে কামনা কৰিছিল।

শৈশৱৰ সৰহভাগ সময় মই শ্বিলঙৰ পাইন মাউণ্ট স্কুলত পঢ়িছিলো। পাছতহে মই তাৰিনী চৌধুৰী স্কুলত মেট্ৰিক দিবলৈ আহিছিলো। তিনি বছৰ তাত পঢ়িব লগীয়া হৈছিল। যিহেতু তেতিয়া "পাইন মাউণ্টত" অসমীয়া ভাষা শিকোৱা নহৈছিল সেয়েহে অসমীয়া স্কুলত মই এই ভাষা ভালদৰে আয়ত্ত কৰাত বৰ মস্কিল হৈছিল। সেই সময়ৰ "দৈনিক অসম"ৰ সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকা মহোদয়ে মোক মোৰ মাতৃভাষাক ভালদৰে আয়ত্ত কৰাত সহায় কৰিছিল। একেবাৰে শিশু অৱস্থাত যেতিয়া কিছুদিন মই লতাশিল প্ৰাইমাৰী স্কুলত পঢ়িছিলো তেতিয়া অৱশ্যে হাজোৰ পিনৰ হাৰ্ডিয়াৰ ৺বাঁহীৰাম দাস নামৰ শিক্ষক এগৰাকীয়ে মোক কিছু অসমীয়া পঢ়ুৱাইছিল। মই মোৰ **"মামৰে ধৰা তৰোৱাল"** নামৰ কিতাপখন ৺বাঁহীৰাম দাসৰ নামতেই উছৰ্গা কৰিছিলো। অসমীয়া ভালদৰে পঢ়িব পৰা হোৱাৰ পাছত যিখন অসমীয়া উপন্যাস মই প্ৰথমে পঢ়িছিলো সেইখনেই আছিল শ্ৰদ্ধেয় ডেকাৰ **'আজিৰ মানুহ'**। এইখন উপন্যাসৰ প্ৰথম সংস্কৰণ প্ৰকাশ হৈছিল ১৯৫২ চনত। নতুনকৈ উপন্যাস পঢ়া মানুহৰ বাবে এই উপন্যাসখন বৰ সুখপাঠ্য আছিল। উপন্যাসখনৰ অধ্যায়বোৰ তেনেই সৰু সৰু আছিল। পঢ়িবলৈ উজু হৈ পৰিছিল। তদুপৰি, কাহিনীৰ স্ৰোত আছিল মন্থৰ অথচ মোহক। কিন্তু পঢ়াৰ পাছত কিতাপখন মই এৰিব পৰা নাছিলো। এই উপন্যাসত অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ এক প্ৰাঞ্জল ছবি দেখা পাইছিলো। ইয়াত কষ্ট আছিল, শ্ৰম আছিল, কিন্তু মাদকতাও আছিল। কিতাপখনৰ মাজে মাজে তেওঁ "মানুহ" সম্বন্ধে কিছুমান মন্তব্য কৰিছিল যিবোৰৰ কথা মই বহুদিনলৈ পাহৰিব পৰা নাছিলো। কিতাপখনৰ নায়ক প্ৰতাপে নিজৰ ভাবীপত্নী বীণাপাণিক চাবলৈ গৈ, লাহ-বিলাহত মত্ত মানুহজনীৰ বিষয়ে চিন্তা কৰি আছিল। তেওঁৰ ওচৰত বীণাপাণিৰ দেউতাকো বহি আছিল। নায়ক প্ৰতাপৰ হিয়াত কিহৰ জুই জ্বলিছিল তেওঁৰ নিচেই কাষতে বহি থকা মানুহজনেও নেজানিছিল। সেয়ে লেখকে চিঞৰি উঠিছিল— "হায় মানুহৰ অন্তৰ। কি পদাৰ্থৰে নিৰ্মিত তুমি? একেলগে বহি থাকিলেও মানুহে কব নোৱাৰে কাৰ অন্তৰত কি ভাবৰ ঢৌ উঠে। বাস্তৱিক মানৱ অন্তৰ মানুহৰ কল্পনাৰো অতীত।"

প্ৰতাপৰ চৰিত্ৰই সেই সময়ত বেচ আকৰ্ষণ কৰিছিল। প্ৰতাপৰ মন মানবীয় গুণেৰে বিভুষিত। অনেক সময় তেওঁ অসহায় হৈ পৰিছে যদিও তেওঁৰ অন্তৰ আত্মাই সদায়ে যেন মানৱ মুক্তিৰ সপোন দেখিছিল। সেয়ে এঠাইত কৰা তেওঁৰ উক্তি এটাৰ কথাও মই পাহৰিব পৰা নাছিলো—

"হিংসাৰে হিংসাৰ নিবৃত্তি নহয়।........ অহিংসাৰদ্বাৰা— ক্ষমাৰ দ্বাৰাহে হিংসাৰ নিবৃত্তি। ই মহামানৱৰ শিক্ষা।" মই অসমীয়া ভাষাত পঢ়া এই প্ৰথম উপন্যাসখনৰ কিছু কথোপকথন মনৰ

মাজত স্থায়ী ভাৱে থাকি গৈছিল।

প্ৰথমবাৰৰ বাবে সোঁ শৰীৰে মই স্বৰ্গীয় ডেকা ডাঙৰীয়াক গুৱাহাটীৰ হাইকৰ্টত লগ পাইছিলো। মোক কৰ্টলৈ লৈ গৈছিল মোৰ পৰিয়ালৰ প্ৰিয় ব্যক্তি স্বৰ্গীয় প্ৰতুল তালুকদাৰ মহোদয়ে। তালুকদাৰে ডেকাদেৱক মই কৰি নিয়া "উইলখন" পটি শুনোৱাত মোৰ মূৰত হাত থৈ তেওঁ আশীৰ্বাদ দি কৈছিল— "আমি সকলোৱে তোমাৰ পৰা এনে কথাকে আশা কৰোঁ।"

ধুতি-পাঞ্জাবী পিন্ধি থকা সুস্থ স্বাস্থ্যৰ মান্যজনক দেখি মোৰ বৰ শ্ৰদ্ধা হৈছিল। পিছলৈ মই শুনিছিলো জীৱনত তেওঁ অনেক ঘাত-প্ৰতিঘাত সহ্য কৰিব লগীয়া হৈছিল। সেয়ে তেওঁৰ উপন্যাস ৰাজিৰ মাজত এক ধৰণৰ ক্ষোভৰ ভাব হয়তো অন্তঃসলিলাৰ দৰে বৈ গৈছিল।

গুৱাহাটীত মই আৰু কেইবাবাৰো তেওঁক লগ পালো। এবাৰ মোক তেওঁ দিল্লীত অসম সাহিত্য সভাৰ শাখা এটা খোলাৰ কথা কলে। তেওঁ কলে যে দিল্লীত সাহিত্যসভাৰ শাখা খোলাৰ অতি প্ৰয়োজন। মই তেওঁক কৈছিলো যে কেইবাগৰাকীও সুখ্যাত নেতা আৰু লেখক দিল্লীত দীৰ্ঘকাল থাকি গ'ল। তেওঁলোকে যেতিয়া ইয়াত শাখা সভা নুখুলিলে নিশ্চয় ইয়াত কিবা এক কাৰণ থাকিব লাগিব। তদুপৰি মানুহবোৰৰ থকা ঠাইৰ দূৰত্ব ইমান বেছি যে সঘনাই মেল মিটিং ইত্যাদি পতা ইয়াত অতি কষ্টকৰ কাম হব।

স্বৰ্গীয় ডেকা মহোদয়ে কিন্তু বৰ উৎসাহেৰে ডিচেম্বৰ মাহৰ ১১ তাৰিখে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী আদিক লৈ দিল্লীত উপস্থিত হ'ল। তেওঁ তেতিয়া অসম সাহিত্য সভাৰ সভাপতি হৈ আছিল। ১৯৯৫ চনৰ ১৩ ডিচেম্বৰৰ দিনা বৰ ধুমধামেৰে অসম সাহিত্য সভাৰ দিল্লী শাখা খোলা হয়। এই প্ৰথম সভা খন হৈছিল চৰ্দাৰ পেটেল মাৰ্গৰ অসম ভৱনত। অনেক গণ্য মান্য লোকৰ উপস্থিতিত এই সভা হৈছিল। স্বৰ্গীয় পৰাগধৰ চলিহা, শ্ৰীবিজয় সন্দিকৈ, ডক্টৰ অৰুণ শৰ্মা আদি অনেক সাংসদ, উচ্চপদস্থ বিষয়া, ছাত্ৰ ছাত্ৰী উপস্থিত আছিল। এই সভাত মোক সভাপতি পতা হ'ল, উপসভাপতি হ'ল শ্ৰীমতী অনুৰয় চৌধুৰী জে কে বৰঠাকুৰ আৰু প্ৰখ্যাত সৰোজ বাদক আমজাদ আলিৰ পত্নী শ্ৰীমতী শুভলক্ষ্মী খান। সম্পাদক হ'ল ডক্টৰ শ্ৰীমতী মলয়া খাউণ্ড। আন আন বিষয়ত সম্পাদিকা হৈছিল শ্ৰীমতী বিভা গোস্বামী, শ্ৰীমতী তৃষ্ণা পৰকাকতি, ডক্টৰ বীণা শৰ্মা, শ্ৰীমনোজ দাস, শ্ৰীমতী লক্ষ্মী বৰা আৰু শ্ৰীকৰ্ণৰ ডেকা। দিল্লী শাখাৰ এই সভা আজিলৈকে নিয়াৰিকৈ চলি আছে।

দিল্লী শাখা সাহিত্যসভাৰ মঞ্চত অনেক বৰেণ্য ব্যক্তিয়ে তেওঁলোকৰ অতি মূল্যবান ভাষণ দি গৈছে। সেই সকলৰ ভিতৰত অধ্যাপক শিশিৰ কুমাৰ দাস, দিল্লী বিশ্ববিদ্যালয়ৰ উপ কুলপতি অধ্যাপক আবাদ আহমদ, সেই সময়ৰ বাংলা দেশৰ হাই কমিশ্বনাৰ চি, এম সাথি, ভাৰতৰ এটৰ্নি জেনেৰেল ছোলি চোৰাবজি, অধ্যাপক ডি কে ভট্টাচাৰ্য, অধ্যাপক এ কে সিনহা, অধ্যাপক আৰ কে অগ্নি হোত্ৰি, অধ্যাপক হীৰেন গোহাঁই, অধ্যাপক হৰিশ ত্ৰিবেদী, পুৰী বিশ্ব বিদ্যালয়ৰ প্ৰাক্তন কুলপতি শ্ৰীসত্যব্ৰত শাস্ত্ৰী, অধ্যাপক গোবিন্দ প্ৰসাদ শৰ্মা, অধ্যাপক ইন্দ্ৰনাথ চৌধুৰী। দিল্লীৰ প্ৰখ্যাত লেখিকা সকল যেনে, ডোগ্ৰী লেখিকা পদ্মা সচ্‌দেৱ, পাঞ্জাবী লেখিকা অজিত কৌৰ, হিন্দী লেখক শ্ৰীৱন কুমাৰ আদি অনেকেই তেওঁলোকৰ মূল্যৱান ভাষণ দিল্লী শাখা সহিত্যসভাৰ মঞ্চত দি গৈছে। ১৯৯৮ চনৰ দিল্লী বিশ্ববিদ্যালয়ৰ প্লেটিনাম জুবিলি উৎসৱত অসম সাহিত্য সভা দিল্লী শাখাইও ভাগ লৈছিল। এই ঐতিহাসিক সময়ৰ স্বাক্ষৰ ৰাখিবৰ বাবে সভাই আধুনিক ভাৰতীয় ভাষা বিভাগৰ

সৈতে লগলাগি দিল্লী বিশ্ববিদ্যালয়ৰ Convocation Hall ত "Indian Folk Lore" ৰ বিষয়ে এখন দুদিনীয়া ছেমিনাৰৰ আয়োজন কৰিছিল। ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ অধ্যাপকে এই ছেমিনাৰত ভাগ লৈছিল। কেইবাটাও বৰ মূল্যবান প্ৰবন্ধ এই ছেমিনাৰত পঢ়া হৈছিল।

২০০১ চনৰ ফেব্ৰুৱাৰী মাহত সাহিত্য সভা দিল্লী শাখাৰ প্ৰথম গ্ৰন্থ "Indian Folk Lore" প্ৰকাশ কৰা হ'ল। এই অতি মূল্যবান গ্ৰন্থখন প্ৰকাশ কৰিব পাৰি মই অত্যন্ত সুখী হলো। এই বাবেই সুখী হলো যে স্বৰ্গীয় ডেকাই এনে ধৰণৰ কামেই বিচাৰিছিল। অসমীয়া সাহিত্যই প্ৰাপ্য মৰ্যাদা লাভ কৰা উচিত। এই বিষয়ে তেওঁ সজাগ আছিল। মই তেওঁলৈ মোৰ হিয়াভৰা শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলো।



# মোৰ অনুভৱত পিতৃ হিতেশ ডেকা

ড° উমেশ ডেকা

জন্ম আৰু মৃত্যুৰ মাজৰ সময়খিনিয়ে কঠিন বাস্তৱ। এই কঠিন বাস্তৱক সংগ্ৰাম, ধৈৰ্য আৰু সাহসেৰে গ্ৰহণ কৰিব পৰাৰ ওপৰতেই জীৱন অৰ্থবহ হৈ পৰে। সহজ প্ৰত্যয়শীলতাৰে জীৱনৰ ইতিবাচকতাক সঁহাৰি দিব পাৰিলেই জীয়াই থকাটো সাৰ্থকতা অনুভৱ হয়। সুখ দুখ, হাঁহি অশ্ৰু, বিৰহ-মিলনেই জীৱনৰ সামগ্ৰিক ৰূপ নিৰ্ণয় কৰে। ইয়াৰ মাজতেই বিচাৰি ল'ব জানিলে তৃপ্তিৰ অৱকাশো পোৱা যায়। ভগৱানৰ সৃষ্টি মানুহক আন্তৰিকতাৰে গ্ৰহণ কৰিব পাৰিলেই সামাজিক জীৱনো ধন্য হৈ পৰে। সাধাৰণ জীৱন যাপনৰ জৰিয়তে সাধাৰণ মানুহৰ সাৰ্বিক মংগল কামনাৰে দহজনৰ এজন হোৱাৰ সমৰ্থ হ'লেই ধূলি-ধূসৰিত বাস্তৱ পৃথিৱীতেই মহিমামণ্ডিত আৰু গৌৰৱান্বিত স্থিতি ল'ব পৰা যায়। এনে এক জীৱন দৰ্শনৰেই একনিষ্ঠ অনুগামী আছিল আমাৰ পিতা সদাপ্ৰয়াত হিতেশ ডেকা।

সাধাৰণতে একোজন বিশিষ্ট ব্যক্তিৰ সামাজিক প্ৰমূল্য আৰু জীৱন সাধনাৰ কৃতি নিজৰ পৰিয়ালৰ মাজতেই আটাইতকৈ বেছি অৱহেলিত হৈ থকা দেখা যায়। পিতৃৰ মৃত্যুৰ পিছত আজি এই কথা বাৰুকৈয়ে অনুভৱ হৈছে। কাৰণ তেওঁক সমাজে যি ধৰণে গ্ৰহণ কৰিছে আমি পৰিয়ালৰ মানুহে হয়তো একে ধৰণে গ্ৰহণ কৰিব পৰা নাছিলো। কিয়নো আমাৰ সমাজব্যৱস্থাত আনসকলৰ দৰে আমি সন্তানসকলেও পিতৃৰ পৰা প্ৰাপ্য দাবীৰ কথাবহে বহু ক্ষেত্ৰত অগ্ৰাধিকাৰ দিছিলো। প্ৰাপ্তিৰ স্বাৰ্থ আৰু বৈষয়িক আমোদৰ প্ৰতি আকৃষ্ট বাবেই হয়তো আমি পৰিয়াল পৰিজনে আমাৰ যথাযথ চিন্তাৰ উৰ্ধ্বত থকা ব্যক্তিজনক বিচাৰ কৰিব পৰা নাছিলো। সেয়ে বোধহয় তেওঁৰ জীৱন দৰ্শন আৰু কৃতিৰ প্ৰতিকূলেহে আমি অগ্ৰসৰ হৈছিলো। সেই বাবেই সকলো মহান ব্যক্তিৰ, বিশেষকৈ সাহিত্য কৰ্মৰ সৈতে জড়িত ব্যক্তিসকলৰ পৰিয়ালৰ মাজত স্থান অতিকৈ গৌণ। অৰ্থনৈতিক স্বচ্ছলতাৰ প্ৰতি লিখকসকলে কোনো গুৰুত্ব নিদিয়া কাৰণে সন্তানসকলৰ দৃষ্টিত তেওঁলোকৰ কৃতকাৰ্যতাও বহু পৰিমাণে অৰ্থহীন হৈ পৰা দেখা যায়। ফলস্বৰূপে কোনো বিশিষ্ট লিখকৰ ল'ৰা লিখক হ'ব নোৱাৰাৰ ইও বোধহয় অন্যতম কাৰণ। পিতৃৰ কৃতিত্বৰ দাবীদাৰ হোৱাতকৈ পিতৃত্বৰ অধিকাৰ সাব্যস্ত কৰাৰ ওপৰতেই সন্তানসকলে অধিক গুৰুত্ব দিয়ে। আমিও ইয়াৰ উৰ্ধৰত নহয়। সেয়েহে পুত্ৰৰ দৃষ্টিত পিতৃ সম্পৰ্কে লিখা এক অৰ্থহীন অনুভৱ মাত্ৰ। তথাপি জন্মৰ পিছৰ পৰাই পিতৃ হিচাপে হিতেশ ডেকাক কেনেদৰে প্ৰত্যক্ষ কৰিছিলো তাৰে দুই-এটি অসংলগ্ন চিন্তাৰ আভাস দিবলৈ যত্ন কৰিলো।

শৈশৱত এগৰাকী মৰমিয়াল পিতৃ হিচাপে পোৱাৰ বাহিৰে হিতেশ ডেকা সম্পৰ্কে আন একো অনুভৱ কৰিব পৰা নাছিলো। কৈশোৰত অৱশ্যে বিভিন্নজনৰ পৰা তেওঁৰ সম্পৰ্কে কিছু কথা জানিব পাৰিছিলো। বিশেষকৈ জালুকবাৰীৰ (গাড়ীগাঁও) পৰা যেতিয়া আমাৰ নিজস্ব গাঁও সৰ্থেবাৰীলৈ মাজে সময়ে যাওঁ তেতিয়া বিভিন্নজন বৃদ্ধ আৰু অভিজ্ঞ ব্যক্তিৰ মুখৰ পৰা পিতা সম্পৰ্কে কিছুমান মনোমোহা কথা শুনিছিলো। তেখেতসকলৰ বক্তব্যৰ পৰা স্পষ্ট হৈ পৰিছিল পিতাৰ দাৰিদ্ৰ্যপীড়িত জীৱন তথা সংগ্ৰামী চেতনাৰ ছবিখন। সঁচাকৈয়ে পিতা আছিল নিঃকিন পৰিয়ালৰ সন্তান। আশৈশৱতে পিতৃহাৰা পিতাই কেৱল পেটৰ ভাতৰ কাৰণেই সাত-আঠ বছৰ বয়সৰ পৰা কঁহাৰশালত কাম কৰিছিল

আৰু আনৰ তত্বাৱধানত পঢ়া-শুনা কৰিছিল। কিন্তু অদম্য সাহস আৰু কঠোৰ পৰিশ্ৰমকেই বুকুত বান্ধি জীৱনত স্থিতিলাভ কৰিবলৈ সক্ষম হৈছিল। সেয়ে গাঁৱৰ বৃদ্ধ আৰু অভিজ্ঞসকল পিতাৰ কাৰ্য আৰু কৃতিত পঞ্চমুখ হৈছিল। শুনা মতে পিতাই সুন্দৰ অভিনয় কৰিছিল। কিন্তু তেওঁ যে দক্ষ ফুটবল খেলুৱৈ আছিল সেয়া প্ৰত্যক্ষ কৰিব পাৰিছিলো এবাৰ মালিগাঁৱত জালুকবাৰী হাইস্কুল আৰু নেতাজী বিদ্যাপীঠৰ মাজত হোৱা খেলখনত। এই সময়ছোৱাত তেওঁ কেনেদৰে লিখা-পঢ়া কৰিছিল সেই কথা আজি ভাবিলে বিস্ময়-বিমূঢ় হও পিতাই কোনো কাম আৰম্ভ কৰিলে শেষ নকৰালৈকে অস্থিৰ আৰু অশান্ত হৈ থাকে। সেই সময়ছোৱাত কাৰো লগত কথা নাপাতে আৰু আপোন মনে বিভোৰ হৈ নিজৰ কাৰ্যত মগ্ন থাকে। ৰাতিপুৱা চাৰি বজাত উঠি আমাক সকলোকে জগাই দি নিজৰ প্ৰাণসম বাৰীখনত কমেও দুঘণ্টা কাম কৰিহে নিজৰ লিখা পঢ়া কৰে আৰু ঠিক চাৰে ন বজাৰ লগে লগে স্কুললৈ ঢাপলি মেলে। এনে দৃশ্য সভা সমিতিত নগ'লে অৱসৰৰ মুহূৰ্ত্তলৈকে জালুকবাৰীৰ সকলোৱে প্ৰত্যক্ষ কৰিছে। আমি সৰু থকা সময়ত আমাৰ ঘৰটো খেৰৰ জুপুৰি আছিল। পিতাই যেতিয়া লিখা মেলা কৰে একে লেথাৰিয়ে কেইবাদিনো ধৰি শেষ নোহোৱালৈকে বহি লিখি থাকে। সাধাৰণতে জুপুৰি ঘৰটোৰ বাৰাণ্ডাত এটা মূঢ়াত বহি এখন বেঞ্চৰ ওপৰত লিখাটোৱেই আছিল তেওঁৰ নিয়ম। লিখিবলৈ বুলি কোনো পৰিবেশৰ প্ৰয়োজন অনুভৱ নকৰে। এই সময়ছোৱাত সকলো নিত্য কাৰ্য কৰে কিন্তু লিখাৰ সময়ত কোনো মানুহৰ লগত কথা বতৰা নাপাতে। সাধাৰণতে বিশৰ পৰা ত্ৰিশ দিনৰ ভিতৰত একোখন উপন্যাস লিখি শেষ কৰে। অৱশ্যে **'এয়েতো জীৱন'** তিনিমাহ ধৰি লিখি উলিওৱা আমি দেখিছিলো। কৈশোৰৰ সময়ছোৱাত তেওঁৰ কৃতকৰ্মৰ আঁত আমি বৰ ভালকৈ ধৰিব পৰা নাছিলো। কেৱল স্কুলত পঢ়া সময়ত এজন বিশেষ শিক্ষক হিচাপে দেখা পাইছিলো। জালুকবাৰী হাইস্কুল পিতাৰ কৰ্মস্থলী আছিল আৰু আমিও সেই স্কুলৰে ছাত্ৰ আছিলো। শ্ৰেণীৰ বাহিৰত শিক্ষক হিচাপে পিতাৰ শাসন বৰ কঠোৰ আছিল। কিন্তু শ্ৰেণীৰ ভিতৰত এজন মৰমিয়াল শিক্ষক হিচাপেহে প্ৰতিষ্ঠিত হৈছিল। অসমীয়া আৰু বুৰঞ্জী বিষয় নিৰ্দ্দিষ্ট পাঠ আছিল যদিও আন শিক্ষকৰ অনুপস্থিতিত বিভিন্ন শ্ৰেণীত অংক, ভূগোল আনকি সংস্কৃতো পঢ়োৱাৰ কথা আমাৰ ভালকৈ মনত আছে। কঠিন বিষয়ক সহজভাৱে মনোগ্ৰাহী কৰি ছাত্ৰক বুজাই দিব পৰা আৰু ৰসালভাৱে পাঠদান কৰিব পৰা গুণতে তেওঁ সকলো ছাত্ৰ-ছাত্ৰীৰে প্ৰিয় শিক্ষক হিচাপে পৰিগনিত হৈছিল। তেওঁক শিক্ষক হিচাপে পোৱা প্ৰতিগৰাকী ছাত্ৰ-ছাত্ৰীয়ে আজিও সেই কথা প্ৰসংগক্ৰমে সোঁৱৰণ কৰে। নিয়মানুবৰ্ত্তিতা ৰক্ষা কৰা আৰু খেলা ধুলা, সাহিত্যচৰ্চা তথা অভিনয় আদিৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীক সদায়ে তেওঁ উদ্‌গনি দি আহিছিল। শ্ৰেণীত পঢ়োৱা শিক্ষকজন আৰু শ্ৰেণীৰ অৰ্থাৎ স্কুলৰ ভিতৰত সকলোকে শাসন কৰা ব্যক্তিজনৰ মাজত যি ব্যৱধান প্ৰত্যক্ষ কৰিছিলো, তাতেই মানুহজনৰ ব্যক্তিত্বৰ বহুমুখিতাৰ উমান পাইছিলো। তেওঁৰ নীতি-কঠোৰতাৰ বাবেই হয়তো লগৰ আন ল'ৰা-ছোৱালীবোৰতকৈ মেট্ৰিকৰ সময়ত ভুলক্ৰমে দিয়া মোৰ বয়সটোৱেই বেছি হৈ ৰ'ল।

সময়ৰ ব্যৱধানত পিতাৰ জীৱনৰ বিভিন্ন দৃষ্টিভঙ্গী নিবিড়ভাৱে লক্ষ্য কৰিছিলো। প্ৰথম কথা— পিতা নিজৰ চিন্তা-চৰ্চাৰ ক্ষেত্ৰত বৰ আঁকোৰগোজ আৰু স্পষ্ট আছিল। নিজে যি ভাবে আৰু যি কামত লাগে ভালেই হওক বা বেয়াই হওক একাগ্ৰপতীয়াভাৱে লাগি থাকে। পৰিয়ালে নিবিচাৰিলেও নিজে ভবা কাম কৰিয়ে থাকে। খোৱা-লোৱা, পিন্ধা-উৰা, থকা-মেলাত জীৱনৰ আৰম্ভণিত যেনেদৰে আছিল মৃত্যুৰ দিনালৈকে একেধৰণে থাকি গ'ল। তুলি আৰু গাৰুত শোৱা আমি কোনো দিনে নেদেখিলো। এখন কাঠৰ বিছনাত চাৰি এখনৰ ওপৰত পাৰি থোৱা বিছনা চাদৰখনতেই অন্তিম শয়নো ল'লে। আমি পৰিয়ালৰ মানুহে চেষ্টা কৰিও কোনোমতে সলাব নোৱাৰিলো। পিন্ধা-উৰা

বুলিবলৈ এখন খদ্দৰৰ ধুতী আৰু এটি চোলা। কোনোদিনে দামী কাপোৰৰ চোলা আৰু ধুতী নিপিন্ধে। পিছলৈ আমি ভাই-ভনী-বোৱাৰী-ভনীজোঁৱাই আদিয়ে বিহুৱে-উৎসৱে উপহাৰ দিয়া ভাল ধুতী-চোলাবোৰ আজিও আলমাৰিৰ ভিতৰতে ৰ'ল। আমি দিলে গ্ৰহণ কৰে কিন্তু নিপিন্ধে। আমাক কয়--

"মই দৰিদ্ৰ জীৱনৰ পৰা অহা। কিন্তু সেই বুলি মোৰ মনটো দৰিদ্ৰ নহয়। কাপোৰ-কানিৰ আভিজাত্যৰে মই মোৰ দৰিদ্ৰতাক মোচন কৰিব নিবিচাৰো। কেৱল মনৰ পবিত্ৰতা ধৰ্তি থকাৰ ওপৰতে গুৰুত্ব আৰোপ কৰো। তহঁতে দিছ, মই গ্ৰহণ কৰিছো। পিন্ধো-নিপিন্ধো মোৰ কথা।"

পিছে এষাৰ কথা ভাবি আচৰিত হৈছো মোৰ ভ্ৰাতৃসম বিশিষ্ট বন্ধু ড" গজেন্দ্ৰ অধিকাৰীয়ে (দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ উপাধ্যক্ষ) পুত্ৰবৎ মৰমেৰে যোৱা বছৰ বিহুত দিয়া ভাল ধুতি চোলাযোৰ মৃত্যুৰ এসপ্তাহ আগতে চিলাই লৈ তিনিদিন পিন্ধিছিল। অৱশেষত সেইযোৰ ধুতি-চোলাৰে মৃত্যুক সাৰটি ল'লে। হয়তো মৃত্যুৰ আগ মুহূৰ্ত্তত কোনো আন্তৰিক ব্যক্তিৰ মৰমৰ চিনস্বৰূপে দিয়া পোছাকযোৰ গ্ৰহণ কৰি স্বীকৃতি প্ৰদান কৰি থৈ গ'ল। এই ক্ষেত্ৰত আমাতকৈ ড" অধিকাৰী অধিক ভাগ্যবান বুলিয়ে ক'ব লাগিব। পিতাই খোৱা-লোৱাত কোনোদিনে কোনো আপত্তি কৰা দেখা নাছিলো। শাক পাচলি, টেঙা-তিতা-খাৰ আৰু সৰু মাছ পিতাৰ প্ৰিয় খাদ্য আছিল। আমাৰ ভাই-ভনীহঁতৰ খোৱা-লোৱাত আপত্তি দেখিলে কৈছিল,

"তহঁতৰ সময়ত আমি ভাতেই পোৱা নাছিলো। তহঁতে সকলো পাইছ কাৰণে বেছিকৈ বিচাৰ। লঘোণীয়া পেটৰ অনুভৱ আমিহে কৰিব পাৰো যিটো তহঁতৰ চিন্তাৰ বাহিৰত।"

চৰম দৰিদ্ৰতাক অতিক্ৰমি অহা পিতাৰ জীৱনত কোনোদিনে হতাশা আৰু দুৰাশাৰ ভাব দেখিবলৈ পোৱা নাছিলো। সুখৰেই হওক বা দুখৰেই হওক কোনো পৰিস্থিতিতে মানুহজনৰ নাছিল অপাৰ আনন্দ অথবা সীমাহীন বেদনা। জীৱনৰ কোনো ক্ষেত্ৰত আমি হতাশাত ভুগিলে পিতাই আমাক যেনেধৰণে প্ৰেৰণা প্ৰদান কৰিছিল সিয়েই আমাৰ বাবে বৰ্ত্তমানৰ কঠিন বাটত চলাৰ সহায়ক হৈছে। বিশ্ববিদ্যালয়ৰ ছাত্ৰাৱস্থাত (১৯৭৬ চনত) এক বিশেষ পৰিস্থিতিত আমি এবাৰ বাৰুকৈয়ে ভাঙি পৰিছিলো। পিতা সেই সময়ত মহাৰাষ্ট্ৰৰ নাগপুৰত অসামৰিক সেৱাৰ প্ৰশিক্ষণ লৈ আছিল। এক অপ্ৰকাশ্য কাৰণত আমি এম. এ. প্ৰিভিয়াছ পৰীক্ষাত আশানুৰূপ ফলাফল লাভ কৰিব পৰা নাছিলো যদিও স্নাতক পৰ্যায়ৰ অনাৰ্চ পৰীক্ষাত আমি প্ৰথম হৈছিলো। ক্ষোভ আৰু হতাশাত এম. এ. নপঢ়ি আইন পঢ়িবলৈ উদ্যত হৈ পিতালৈ চিঠি লিখিছিলো। চিঠিৰ উত্তৰ ত্বৰান্বিতভাৱে আহি পৰাত যি ক্ষোভ-হতাশাত মই দিশহাৰা হৈ পৰিছিলো সেয়া মাত্ৰ দুশাৰী বাক্যই সকলো নিৰ্বাপিত কৰি মোক কক্ষপথৰ পৰা চ্যুত নকৰাকৈ ৰাখিলে। পিতাই লিখিছিল—

"জীৱনত ভবা সকলো কামেই সফল হব তেনে কথা অৰ্থহীন। তদুপৰি জীৱনত নিজকে অধিক যোগ্য বুলি ভবাটোও মূৰ্খৰ কাম। নিজকে সাধাৰণ বুলি ভাবি ফলাফলৰ কথা নাভাবি কৰ্ম কৰাটো প্ৰয়োজন। মোৰ ফালে চা, মই মোৰ জীৱন শূন্যৰ পৰাই আৰম্ভ কৰিছো। তাৰ বাবে মই গৌৰৱান্বিত। মই যি পাইছো মোৰ জীৱনত সকলো লাভ হিচাপে ধৰি লৈছো। তাৰ বাবে মই সদা সুখী আৰু যদি এই সকলো এদিন শেষ হৈ যায় তথাপিও মই সুখী। কাৰণ মোৰ হেৰুৱাব লগা একোৱেই নাই। সৰ্বস্ব হেৰুৱালেও মোৰ জীৱনৰ মূল নেহেৰায়। কাৰণ শূন্যতেই যাৰ আৰম্ভণি সকলো হেৰালেও মোৰ মূলতে থাকিব। তই নিজেও ভাব

তোৰ জীৱনৰো শূন্যতে আৰম্ভণি। তেতিয়াহে উপলব্ধি কৰিব পাৰিবি জীৱনৰ প্ৰকৃত অৰ্থ, সংগ্ৰাম, শ্ৰম আৰু প্ৰাপ্তিৰ আনন্দ।"

এনে প্ৰেৰণাৰ ফলতেই হয়তো আমি চূড়ান্ত বৰ্ষৰ পৰীক্ষাত আশানুৰূপ কৃতকাৰ্যতা লাভ কৰিছিলো আৰু পিছলৈ আইনৰ পৰীক্ষাতো উত্তীৰ্ণ হৈছিলো। তদুপৰি আমাৰ পৰিয়ালৰ এক বেদনাহত মুহূৰ্ত্তত পিতাৰ জীৱনৰ এক চৰম উপলব্ধি আজিও মোৰ মনত সজীৱ হৈ আছে। আজিৰ পৰা সোতৰ বছৰ আগতে মোৰ তলৰ ভনী বিভাৰ ভৰ যৌৱনত মৃত্যু হয়। তেতিয়া তাই কলেজীয়া ছাত্ৰী। তাইৰ কৰুণ মৃত্যুত আমি নিৰ্বাক-নিস্পন্দ হৈ পৰিছিলো। আমাৰ পৰিয়ালৰ লগতে সৰ্বস্তৰৰ মানুহৰ চকুপানীৰে যেতিয়া তাইৰ শৱদেহ উপচি পৰিছিল তেতিয়া এক চেকেণ্ডৰ বাবে পিতাৰ চকুৰ পৰা ওলাই অহা এটোপাল চকুলো নিজ হাতে মচি দি গদগদভাৱে উচ্চাৰণ কৰিছিল এনেদৰে—

"হে ভগৱান, জীৱনত মই অৱৰ্ণনীয় দুখ কষ্ট ভোগ কৰি তোমাৰ সকলো পৰীক্ষাতে উত্তীৰ্ণ হৈছো। তুমি মোক বাৰে বাৰে পৰীক্ষা কৰিছা আৰু সেই বাবেই এইবাৰ দিছা মোক শেষ আৰু চৰম সন্তান শোক। তথাপি মই বিচলিত নহও। চাওঁ এই পৰীক্ষাত মই উত্তীৰ্ণ হ'ব পাৰো নে নোৱাৰো।"

আৰু তাৰ পিছতেই পিতাই আমাক স্থিতপ্ৰজ্ঞৰ দৰে সান্ত্বনা দিছিল যাৰ বাবে কিছুদিনৰ ভিতৰতে আমি সেই শোকক গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিলো আৰু সুস্থ হ'বৰ যত্ন কৰিছিলো।

জীৱনক সহজ আৰু সাধাৰণভাৱে গ্ৰহণ কৰাই পিতাৰ জীৱনৰ লক্ষ্য আছিল। সেই বাবেই সমাজৰ অতি সাধাৰণ শ্ৰেণীটোৰ সৈতে পিতাৰ সম্পৰ্ক অধিক অংগাংগী আছিল। গ্ৰাম্য-জীৱনৰ কৃষক বনুৱাসকলৰ লগত সেই কাৰণে তেওঁৰ সম্পৰ্ক আছিল অতি মধুৰ। সেই বাবেই হয়তো সৰ্বোনাবীণ পৰা গুৱাহাটীলৈ আহিও গাড়ীগাঁৱৰ গ্ৰাম্য সমাজখনৰ মাজতেই মৃত্যুৰ সময়লৈকে বৈ গ'ল। খেতিয়ক আৰু দিন মজুৰি কৰা শ্ৰমিকৰ প্ৰতি পিতাৰ এক অস্বাভাৱিক আকৰ্ষণ আছিল। সেয়ে খেতি কৰিবলৈ লোৱা ব্যক্তিক তেওঁ অকুণ্ঠভাৱে দুহাতৰ শ্ৰমৰ ধন দিছিল। কোনো বনুৱাই দিনটোত কাম নাপালে নিজৰ বাৰীখনত কাম নাথাকিলেও খটুৱাই দিন-মজুৰি দিছিল, যাৰ বাবে যিজন বনুৱাৰ হাতত কোনো কাম নাথাকে তেৱেঁই ৰাতিপুৱাই আহি আমাৰ ঘৰ ওলায়হি। অকাৰণে বনুৱা নিয়োগ কৰি হাতৰ ধন ভঙা বাবে সেয়েহে বেছিভাগ সময়তে পৰিয়ালৰ লোকৰ লগত মতদ্বৈধতা হৈছিল। এই ক্ষেত্ৰত পৰিয়ালৰ মানুহখিনি ক্ষোভিত হৈছিল আৰু পিতাই স্বাভাৱিক তৃপ্তি অনুভৱ কৰিছিল। এই সাধাৰণ মানুহখিনিক অতি ওচৰৰ পৰা নিৰীক্ষণ কৰিব পৰা কাৰণেই হয়তো তেওঁৰ ৰচনাসমূহত কৃষক বনুৱা হজুৱাই জীৱন্ত ৰূপ লাভ কৰিছিল। সকৰে পৰাই আৰু এক বিশেষ শ্ৰেণীৰ প্ৰতি পিতাৰ স্বাভাৱিক আবদাৰ প্ৰত্যক্ষ কৰিছিলো— সেয়া হ'ল ৰুগীয়া মানুহক সেৱা-শুশ্ৰূষা কৰাৰ স্বাভাৱিক প্ৰৱণতা। নিজৰ পৰৰ বুলি নাভাবি সকলো শ্ৰেণীৰ মানুহকে বেমাৰৰ সময়ত অকপটে তেওঁ খা-খবৰ লৈছিল আৰু অৰ্থ-সহায়ৰ হাতো আগবঢ়াইছিল। আনকি কেও কিছু নোহোৱা অসুখী মানুহক পৰিয়ালৰ আমান্তি সত্ত্বেও ঘৰলৈ আনি সেৱা-শুশ্ৰূষাৰ দায়িত্ব লৈছিল। এনে ক্ষেত্ৰত পিতাৰ আঁকোৰগোজ মনোভঙ্গীয়ে পৰিয়ালৰ সৈতে আপোচ কৰা নাছিল। এনে অলেখ উদাহৰণ ওচৰ-চুবুৰীয়া মানুহে প্ৰায়ে দেখিবলৈ পাইছিল। ফলস্বৰূপে তেওঁৰ মৃত্যুৰ সময়ত জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোৱে তেওঁলৈ যি অভূতপূৰ্ব মৰম আৰু স্বীকৃতি প্ৰদান কৰিলে সেয়া আমি এতিয়াহে অনুভৱ কৰিব পাৰিছো।

পিতাৰ জীৱনৰ বেছিভাগ সময়তে তিনিটা বিশেষ আকৰ্ষণে ক্ৰিয়া কৰা মই বাৰুকৈয়ে

উপলব্ধি কৰিছো। সেয়া হ'ল— মাতৃ, মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰতি থকা তেওঁৰ প্ৰগাঢ় ভক্তিৰ উদাহৰণ অলেখ আছে। পিতাই সদায়ে কোৱা শুনিছিলো— "মই জীৱনত যি পাইছো সেয়া সকলো আইৰ আশীৰ্বাদ। আয়ে মোৰ বাবে সকলো। যিদিনা আইক হেৰুৱাইছো সিদিনাই মই সকলো হেৰুৱাইছো। সেয়ে মোৰ হেৰুৱাবলগীয়া একো নাই।" নিজ মাতৃভূমি অসম আৰু অসমীয়াৰ প্ৰতি থকা পিতাৰ প্ৰগাঢ় আকৰ্ষণৰ কথা বোধহয় আমি উল্লেখ নকৰিলেও হ'ব। তেওঁৰ লিখনি আৰু বিভিন্ন সময়ত স্বদেশী সংগ্ৰামত সাৰ্বিকভাৱে জড়িত হৈ পৰা কাৰ্যই ইয়াকে সূচায়। তেওঁৰ মাতৃভাষাৰ প্ৰতি থকা আন্তৰিক টান অসমীয়া-মাধ্যম তথা ৰাজ্যভাষাৰ ক্ষেত্ৰত গঢ়ি উঠা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰা কাৰ্যই প্ৰতীয়মান কৰে। বিশেষকৈ ১৯৬০ চনত ৰাজ্যভাষা আন্দোলনৰ সময়ত **'মাটি কাৰ'** উপন্যাস লিখি ৰাজৰোষত পৰি নিৰ্বাসিত জীৱন কটোৱা আৰু আমাৰ পৰিয়ালৰ অৱস্থাৰ কথা খুব ভালদৰে মনত আছে। আনকি ১৯৭২ চনৰ অসমীয়া মাধ্যম আন্দোলন আৰু ১৯৭৯ চনৰ অস্তিত্বৰক্ষাৰ সংগ্ৰামত সক্ৰিয় অংশ লোৱাৰ বাবে আৰু পিতাৰ স্পষ্টবাদীতাৰ কাৰণে নিজৰ লগতে আমাৰ পৰিয়ালৰ হোৱা নগুৰ-নাকতিৰ কথা সৰ্বজনবিদিত। উক্ত সংকটপূৰ্ণ অৱস্থাতো পিতাই দেখুওৱা মানসিক দৃঢ়তা, কঠোৰ শ্ৰম আৰু অসীম ধৈৰ্যই জীৱনৰ কাঠিন্যাত বাট বুলিবলৈ আজি আমাক কিছু পৰিমাণে হলেও সাহস দিছে। এনেদৰেই শংকা-সংঘাত আৰু সমস্যাজৰ্জৰিত পিতাৰ সাতসত্তৰ বছৰীয়া জীৱনটোৰ প্ৰায় চল্লিশ বছৰ কালজুৰি আমি বিচিত্ৰৰূপত প্ৰত্যক্ষ কৰিছিলো, যাৰ বিস্তৃত কাৰ্যাৱলীৰ সীমিত অভিজ্ঞতাকহে মাথোঁ এই স্মৃতিচাৰণৰ যোগেদি ব্যক্ত কৰিলোঁ।



# গাঁৱৰ মানুহ ঃ হিতেশ ডেকা

ভবেন ঠাকুৰীয়া

সোণ-ৰূপৰ চামুচ মুখতলৈ জন্মগ্ৰহণ কৰি জগতত বিখ্যাত হোৱা লোকৰ সংখ্যা যিমান, দৰিদ্ৰতাৰ মাজত জন্ম গ্ৰহণ কৰি, নিজৰ পৰিশ্ৰম, আৰু অধ্যৱসায়ৰ গুণত বিখ্যাত হোৱা লোকৰ সংখ্যা তাতোকৈ বহুত বেছি। দৰাচলতে এইসকল লোকৰ জীৱন আৰু আদৰ্শইহে যুগে যুগে মানৱজাতিক উদ্বুদ্ধ কৰি আহিছে। জনপ্ৰিয় কথাসাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিতেশ ডেকা আছিল এই শ্ৰেণীৰ লোক। হিতেশ ডেকা বিখ্যাত হৈছিল, তেওঁৰ জন্মৰ কাৰণে নহয়, কৰ্মৰ জৰিয়তেহে। সৰ্থেবাৰীৰ দৰে এখন আওহতীয়া ঠাইৰ এটা অখ্যাত পৰিয়ালত ডেকাৰ জন্ম। দৰিদ্ৰতাৰ লগত তেওঁৰ আশৈশৱ চিনাকি। দুখীয়া কঁহাৰৰ ল'ৰাই জন্মৰেপৰাই শুনি আহিছিল কঁহাৰশালৰ হাঁতুৰীৰ শব্দ। জীৱন সংগ্ৰামৰ লগত চিনাকি সেই তেতিয়াৰ পৰাই। তেনে এক পৰিবেশত থাকিয়েই হিতেশ ডেকা মানুহজনে কঠোৰ শ্ৰম আৰু সাধনাৰে অকল অসমীয়া সাহিত্য জগততে নহয়, অসমৰ সমাজ জীৱনতো প্ৰতিষ্ঠিত হ'ব পাৰিছিল।

সৰুতে পিতৃহাৰা হোৱা ডেকাৰ গ্ৰাম্য পৰিবেশৰ মাজত আদৰ্শ বুলিবলৈ সৰ্থেবাৰী অঞ্চলৰ দুই উজ্জ্বল ৰত্ন— এগৰাকী 'আৱাহন যুগ'ৰ বিশিষ্ট গল্পকাৰ, উচ্চন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ হলিৰাম ডেকা আৰু আনগৰাকী চন্দ্ৰকান্ত অভিধানৰ সংকলক কোহিৰাম দাস। লগতে আছিল জন্মস্থান সৰ্থেবাৰীৰ গৌৰৱময় সংগ্ৰামী ঐতিহ্য। উনৈশ শতিকাৰ শেষভাগত বৃটিছ চৰকাৰৰ অন্যায় শাসন আৰু শোষনৰ বিৰুদ্ধে অনুষ্ঠিত 'ৰাইজ মেল'ৰ অন্যতম স্থলী আছিল সৰ্থেবাৰী আৰু এনে ঐতিহ্যই হয়তো পৰৱৰ্তীকালত ৪২ৰ গণবিপ্লৱত যোগ দি আত্মগোপন কৰিবলৈ তেওঁক অনুপ্ৰাণিত কৰিছিল। হিতেশ ডেকাৰ ভৱিষ্যত সাহিত্যিক জীৱন গঢ়াত আন এগৰাকী' লোকৰ প্ৰেৰণা আছিল বিশেষ উল্লেখনীয়। সেইগৰাকী নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ স্বনামধন্য সাহিত্যিক, সমালোচক ত্ৰৈলোক্যনাথ গোস্বামী। কলেজৰ ছাত্ৰ হৈ থাকোঁতেই 'আজিৰ মানুহ' উপন্যাসখন পঢ়ি গোস্বামীয়ে ডেকাক কৈছিল— 'যোৱা ৰাতি তুমি মোৰ টোপনি ক্ষতি কৰালেহে।' এইগৰাকী অগ্ৰজ সাহিত্যিক সমালোচকৰ এইৱাৰ কথাই তেওঁক নিশ্চয় অনুপ্ৰাণিত কৰিছিল।

হিতেশ ডেকাৰ জীৱন আছিল বৈচিত্ৰময়। জীৱনত তেওঁ নকৰা কাম কমেই আছিল। খেলপথাৰৰপৰা যাত্ৰাপাৰ্টিত অভিনয়, সাহিত্যৰ পৰা ৰাজনীতি, চিকিৎসা সেৱাৰ পৰা ব্যৱসায় জগতলৈকে সৰ্বত্ৰ আছিল ডেকাৰ বিচৰণ। তেওঁৰ নিজৰ জীৱন কাহিনীয়েই এখন উপন্যাসৰ সমল হ'ব পাৰে। ছাত্ৰ-ছাত্ৰীৰ লগতে পৰিচিত দুই একৰ আগত প্ৰসংগক্ৰমে তেওঁৰ জীৱন সংগ্ৰামৰ কিছু কথা কৈ গৈছিল যদিও সেই বিষয়ে জীৱন কালত কতো লিখি থৈ নগ'ল। হিতেশ ডেকাৰ জীৱন কাহিনীৰ লগত আমাৰ জাতীয় জীৱনৰো কিছু কথা হয়তো জড়িত হৈ আছিল। সেয়া সম্পূৰ্ণকৈ নাৰপৰা আমি বঞ্চিত হৈ ৰলো।

হিতেশ ডেকাৰ ব্যক্তিত্ব দুটা দিশত বিচাৰ কৰি চাব পাৰি। এটা তেওঁৰ সামাজিক ব্যক্তিত্ব আৰু আনটো সাহিত্যিক ব্যক্তিত্ব। ডেকাৰ জন্ম গাঁৱত। গাঁৱৰ বোকা পানী খচিয়েই তেওঁ ডাঙৰ-দীঘল হৈছিল। সৰুতে বিলত মাছমৰা, হাবিত খৰি কটা দিনবোৰৰ কথা কোনোদিনেই তেওঁ পাহৰা নাছিল। সেয়ে পিচত কৰ্মসূত্ৰে নগৰলৈ আহি স্থায়ীভাৱে বসতি কৰিবলৈ ললেও, আমৃত্যু তেখেতে এটা চহা ঐতিহ্য ধাৰণ আৰু বহন কৰি আহিছিল। আধুনিক নগৰীয়া জীৱনৰ কৃত্ৰিমতা, বিলাসিতা

আৰু আত্মকেন্দ্রিকতাই তেখেতক কোনো দিনেই স্পৰ্শ কৰা নাছিল। পিন্ধন-উৰণ, কথা-বতৰা, ভোজন-গমণ সকলোতে বিৰিঙি উঠিছিল এটি চিনাকি গ্ৰাম্য সৰলতা। আৰু সেইবাবেই হয়তো হালোবা-হজুৱা, শিক্ষিত-অশিক্ষিত, সকলোৰে লগত তেওঁ সমান আন্তৰিকতাৰে মিলিব পাৰিছিল। হিতেশ ডেকাৰ চৰিত্ৰৰ বৈশিষ্ট্যও আছিল সেইখিনিতেই। ওচৰ-চুবুৰীয়া কাৰোবাৰ বিপদ-আপদ হ'ল, কোনোবা নৰিয়াত পৰিল, ডেকা হাজিৰ। অৰ্থৰেই হওঁক বা উপদেশ বচনৰেই হওঁক, পাৰ্যমানে সহায় কৰিলে। কাৰোবাৰ আত্মীয়স্বজন ঢুকাল, ডেকা তাত উপস্থিত হৈ শোকতুৰজনক সমবেদনা জনালে। তেখেতৰ কথা-বতৰাই ক্ষণিকৰ বাবে হলেও শোকাতুৰজনৰ শোক পাহৰাই পেলালে। এয়াই আছিল হিতেশ ডেকাৰ সামাজিক ব্যক্তিত্বৰ এটি দিশ।

হিতেশ ডেকাৰ সাহিত্যিক ব্যক্তিত্বও সামাজিক ব্যক্তিত্বৰ অন্য এটি ৰূপ। অকল কিতাপ পঢ়ি পণ্ডিত হোৱা লোক তেওঁ নাছিল। তেওঁৰ আচল পুথি আছিল জীৱনৰ পাঠশালা। জীৱনৰ অভিজ্ঞতাইহে তেখেতক জ্ঞানী কৰিছিল। চুলি পকিলে মানুহ বুঢ়া নহয়। বয়সে মানুহক অভিজ্ঞ নকৰে। অভিজ্ঞ হয় সেইসকল লোক— যি জীৱন আৰু জগতক সূক্ষ্মভাবে নিৰীক্ষণ কৰে। ডেকা আছিল এই শ্ৰেণীৰ লোক। সেইবাবে তেখেতৰ একো আষাৰ কথা আছিল একোটা আপ্তবাক্যৰ দৰে। 'খোৱা-বোৱা নিজৰ কাৰণে, পিন্ধা-উৰা লোকৰ কাৰণে', 'আহাৰ-বিহাৰ আৰু ব্যৱহাৰত মানুহ সদায় সংযমী হ'ব লাগে', 'ভোগত আনন্দ নাই, ত্যাগতহে আনন্দ আছে'— এনেবোৰ কথাৰ দ্বাৰাই, ডেকাই জীৱনক কিমান গভীৰভাৱে উপলব্ধি কৰিব পাৰিছিল, সেয়া সহজে অনুমেয়। ডেকাৰ গল্প উপন্যাসৰ চৰিত্ৰসমূহৰো বেছিভাগেই গাঁৱৰ সাধাৰণ মানুহ, চিনাকি চৰিত্ৰ। কাৰণ সেইবোৰ মানুহৰ লগত আছিল তেওঁৰ গভীৰ আত্মীয়তা। আনকি দীৰ্ঘদিন ধৰি তেখেতৰ ঘৰত কাম কৰা সমবয়সীয়া হিন্দীভাষী কাঠমিস্ত্ৰীজনৰ লগতো গভীৰ অন্তৰঙ্গতা গঢ়ি উঠিছিল। তাৰেই সুযোগলৈ এইগৰাকীলোকে তেখেতক কেতিয়া 'আপুনি'ৰ পৰা 'তই' বুলিবলৈ ললে গমেই নাপালে। বহু ৰোমাঞ্চকৰ অভিজ্ঞতাৰ গৰাকী এইজন অখ্যাত লোকক তেখেতে উপন্যাসৰ কাহিনীত ঠাই দি অমৰ কৰি থৈ গ'ল।

জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, মান-অপমান সকলোকে সমানভাৱে গ্ৰহণ কৰিবপৰাতে জীৱনৰ সাৰ্থকতা। হিতেশ ডেকাই জীৱনত মান অপমান দুইটাই পাইছিল, আৰু তাক সহজভাবে গ্ৰহণো কৰিব পাৰিছিল। অসম আন্দোলনৰ সময়ত আৰক্ষীৰ দ্বাৰা তেখেত অপমানিত হোৱাৰ কথা সেইসময়ৰ বাতৰিকাকতৰ প্ৰথম পৃষ্ঠাত প্ৰকাশ পাইছিল যদিও, ইয়াক তেখেতে বিশেষ গুৰুত্ব দিয়া নাছিল। জীৱনৰ সুখ-দুখ, মান-অপমান সকলোকে সহজভাবে গ্ৰহণ কৰিব পৰাটো আছিল তেখেতৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। কোনো কথাতেই তেখেত মাত্ৰাধিক উৎসুক নাইবা উদ্বিগ্ন হোৱা নাছিল। আমাৰ পুৰণি ঋষিমুনিসকলে কোৱাৰ দৰে—

আয়ু বিত্তম্ গৃহছিদ্ৰম্ মন্ত্ৰম্ মৈথুনম্
তপোদানানি মান অপমানঞ্চ-
ইতি নবানি গোপ্যানি যত্নতঃ।

মানুহে আয়ুস, বিত্ত, গৃহকন্দলকে ধৰি মান অপমান আদি নবিধ বস্তু গোপনে ৰাখিব লাগে। হয়তো ডেকাও আছিল এই নীতিত বিশ্বাসী।

হিতেশ ডেকাৰ ভৌতিক দেহৰ অবসান হোৱাৰ এবছৰ পূৰ হবৰ হ'ল। অথচ পৰিচিত অনেকৰে মনত তেখেতৰ স্মৃতি এতিয়াও সজীৱ হৈয়েই আছে। এটা কথা ঠিক যে সদায় হাততে পোৱা বস্তু এটাৰ মূল্য মানুহে সহজে নুবুজে। হাতৰপৰা বস্তুটো এদিন হেৰাই গ'লেহে তাৰ প্ৰকৃত মূল্য অনুভৱ কৰে। অসমৰ ইমূৰৰপৰা সিমূৰলৈ কত শত সভা-সমিতিত ডেকাই ক'ত কিমান ভাষণ দিলে, সেই ভাষণ কিমানে তন্ময় হৈ শুনিলে, কিমানে হাতচাপৰি বজালে, কিমানে তাত চিন্তাৰ খোৰাক পালে, অথচ সেইবোৰ ভাষণৰ এটাও বাণীবদ্ধ নহ'ল। আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ

চৰম উৎকর্ষতাই মানুহৰ জীৱনলৈ বহুতো সুযোগ সুবিধা আনি দিছে। মৃত্যুৰ পিচতো মানুহৰ জীৱন্ত ছৱি এখন ধৰি ৰখাৰ সুবিধা কৰি দিছে আধুনিক বিজ্ঞানে। হিতেশ ডেকা বোলা সাধাৰণ বেশত থকা এই অসাধাৰণ পুৰুষজনৰো জীৱন্ত ৰূপ ভি ডি অ' কেমেৰাৰ মাজত বন্দী কৰি ৰাখিব পৰা গ'লহেতেন। কিন্তু সেয়া নহ'ল। এয়া আমাৰ জাতীয় জীৱনৰ বাবে ডাঙৰ ক্ষতি।

মহাত্মা গান্ধীৰ মৃত্যু সংবাদ শুনি মর্মাহত হোৱা জর্জ বার্ণাড শ্বই কৈছিল— 'আজিৰপৰা এশ বা দুশ বছৰ পিছত মানুহে বিশ্বস কৰিবলৈকে টান পাব যে মহাত্মা গান্ধীৰ দৰে এজন তেজ মঙহৰ লোক এইখন পৃথিৱীতে, আমাৰ মাজতে বিচৰণ কৰি আছিল।' হিতেশ ডেকাৰ ক্ষেত্ৰতো হয়তো তাকেই কব পাৰি। পিচে সন্দেহ নাই, ডেকা সশৰীৰে আমাৰ মাজত নাথাকিলেও, তেখেতৰ জীৱন আৰু আদর্শই উঠি অহা চামক সদায়ে উদ্বুদ্ধ কৰিব।



# আচল মানুহৰ সন্ধানত গাঁৱৰ মানুহ

মহেন্দ্ৰ মোহন দাস

সাধাৰণ ধুতি-চোলা, ভৰিত এযোৰ পাম্পশ্বো পিন্ধি সৈনিক সুলভ খোজেৰে বাটবুলা মানুহজনেই আছিল মানুহ আকলুৱা মাটিৰ মানুহ হিতেশ ডেকা। মানুহ বিচাৰি জীৱন যাত্ৰা আৰম্ভ কৰা সেই সিংহ পুৰুষজনে কলমৰ সহায়ত মানুহ বিচাৰিছিল **'আজিৰ মানুহ', 'আচল মানুহ', 'বৈৰী মানুহ', 'গাঁৱৰ মানুহ'**। মেক্সিম গোৰ্কিৰ ভাষাৰে কলেও আমি পাওঁ - "জীৱনৰ সচাঁ সচি তাৎপৰ্য বিচাৰি পোৱা আৰু উপলব্ধি কৰাৰ ক্ষমতা আহিব পাৰে কেৱল মানুহৰ প্ৰতি গভীৰ মমতা আৰু হিয়া ভৰা ভাল পোৱাৰ পৰাহে।"

অসমীয়া জাতি, অসমীয়া ভাষা-কৃষ্টি সংস্কৃতিক সমুখত ৰাখি জীৱন যাত্ৰা কৰা সঁচা মানুহ হিতেশ ডেকাই জীৱন যাত্ৰাৰ সফল সামৰণি মাৰে ২০০০ ইংৰাজী চনৰ ৩০ আগষ্ট তাৰিখে নিচেই পুৱাতে এই অসমৰ মাটিতেই।

মানৱ দৰদী হিতেশ ডেকা আছিল এজন সফল খেতিয়ক। বিধে বিধে শাক-পাচলিৰ বাগিচা, ফলমূলৰ বাগিচা, দুটাকৈ মাছৰ পুখুৰীৰ তেখেত আছিল গৰাকী। ধান খেতিৰ কাৰণে আছিল সুকীয়া সুকীয়া পথাৰ। ইয়াৰ উপৰি হাঁহ-পাৰ, গৰু-ছাগলী, কুকুৰ-মেকুৰী আছিল তেখেতৰ পোহনীয়া জীৱ-জন্তু।

আঙুলিৰ মূৰত যিকোনো কঠিন অংকৰ সহজ উত্তৰ উলিওৱা ডেকা আছিল বিশ্ব ইতিহাসৰ গভীৰ জ্ঞান থকা এজন আদৰ্শ পিতৃ। যেতিয়া তেখেতৰ বৰপুত্ৰ বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষাৰ মুৰব্বী অধ্যাপক ড উমেশ ডেকাই ভাৰতৰ প্ৰতিনিধি হিচাপে বিভিন্ন সময়ত জাৰ্মান, আমেৰিকা যুক্তৰাষ্ট্ৰ, থাইলেণ্ড, শ্ৰীলংকা আদি দেশলৈ গৱেষণামূলক কাৰ্য্য সংক্ৰান্তীয় বিষয়লৈ যাবলগীয়া হয় তেতিয়া যাত্ৰাৰ প্ৰাক্কালত পুত্ৰক নানান প্ৰয়োজনীয় উপদেশ দিয়াৰ উপৰি সেই সেই দেশৰ পুৰণি ইতিহাস, বৰ্তমান তাৰ সামাজিক, ৰাজনৈতিক, ভৌগলিক পৰিবেশৰ বিস্তৃত বিৱৰণযুক্ত ছবি এখন দাঙি ধৰিয়েই ক্ষান্ত নাথাকি - সেই ঠাইত এতিয়া কিমান গৰম বা ঠাণ্ডা, তাৰ মানুহৰ খাদ্যভ্যাস, ধৰ্মীয় ৰীতি-নীতি আদি এশ এবুৰি জ্ঞানযুক্ত এটি সৰ্ফুৰাও দি পঠিয়ায়।

সত্য অন্বেষী হিতেশ ডেকা আনৰ দুখত সহজে বিগলিত হৈ পৰিছিল। আনৰ সুখ-দুখৰ সমভাগী হৈ তেখেতে নিজকে ধন্য মানিছিল। মৃতকৰ পৰিয়ালত, ৰোগীৰ পৰিয়ালত তেখেত আছিল অব্যৰ্থ ঔষধ স্বৰূপ। সেয়েহে সকলোৰে বাবে তেখেত আছিল 'মাষ্টৰ বাবু', 'ডেকা ছাৰ'। তেখেতৰ জনপ্ৰিয়তালৈ লক্ষ্য ৰাখি জালুকবাৰী সাহিত্য সভাই তেখেতক 'জনপ্ৰিয়' হিতেশ ডেকা উপাধিৰে বিভূষিত কৰিছিল।

ডেকাৰ এষাৰ আপ্ত বাক্য আছিল - ছাত্ৰই পুত্ৰই সমান। ছাত্ৰ সন্থা সমূহেও তেখেতৰ মৃত্যুৰ আগলৈকে লগ এৰা নাছিল। সমুখভাগ মুকলি তেখেতৰ গাভীগাঁওৰ নিজ বাস গৃহত বিভিন্ন বিষয়লৈ বিভিন্নজন ছাত্ৰ-ছাত্ৰীয়ে 'ছাৰ'ৰ সান্নিধ্য লাভ কৰাৰ কাৰণে প্ৰতিদিনে ভিৰ কৰিছিলহি। সভা বুলিলে পিছে ডেকা আছিল কপৰ ঘোঁৱা। কি ছাত্ৰ সন্থাৰ সভা, কি সাহিত্য সভাৰ সভা নৰিয়া দেহাৰে হ'লেও নিমন্ত্ৰণ ৰক্ষা কৰি সকলোকে আহ্লাদিত কৰিছিল।

শিক্ষক হিচাপে তেখেত আছিল এজন আদৰ্শ শিক্ষক। যিকোনো বিষয়কে পানীৰ দৰে বুজাই দি ছাত্ৰ-ছাত্ৰীৰ মনত গভীৰ সাঁচ বহুৱাব পৰা ক্ষমতা তেখেতৰ আছিল। সেই কাৰণেই তেখেত আছিল সকলোৰে শ্ৰদ্ধাৰ 'ডেকা ছাৰ'।

চিকিৎসক হিচাপে হয়তো তেখেতক বহুতে নাজানে। শিক্ষকতা কৰা কাল ছোৱাত গাড়ীগাঁওৰ নিজবাস গৃহতে হোমিও ঔষধ আনি বিশেষকৈ শিশু সকলৰ ৰোগ চিকিৎসা কৰিছিল। শিশুৰ অসুখ হ'লে গাঁৱৰ মাতৃসকলে হাতত এযোৰ তামোল-পাণ লৈ 'ডেকা মাষ্টৰ'ৰ ঘৰলৈ লৰ মাৰিছিল। কেতিয়াবা ৰোগীক লৈ, কেতিয়াবা ৰোগৰ লক্ষণ কৈ তেখেতৰ পৰা নিদান বিচাৰিছিল। শিশু সকলক অতিকৈ ভাল পাইছিল কাৰণে বিনামূলীয়া হোমিও চিকিৎসা কৰি তেখেতে বিমল আনন্দ লাভ কৰিছিল। ফলত ৰোগীৰ অভিভাৱকে চিকিৎসাৰ মাননিৰ ধন দিয়াৰ পৰিবৰ্তে ওলোটাই চাহ তামোল খাইহে গৈছিল।

ডেকাৰ ভাষাত - ভোগৰ গিৰি ভগৱন্ত। তেখেত ঘাঁহেৰেও ৰাজী মাহেৰেও ৰাজী লোক। ঘৰত যেনেকৈ সাধাৰণ সুষম খাদ্য খাইছিল, আনৰ ঘৰতো কোনো আপত্তি নকৰাকৈ যি দিয়ে তাকে পৰম তৃপ্তিৰে খাইছিল। সেই কাৰণে যিকোনো গৃহিণীয়ে বিনা দ্বিধাই তেখেতক শুশ্ৰূষা কৰি ভাল পাইছিল। (পিছে খাহিৰ তেলৰ সৈতে মাটিমাহৰ দাইলখন আছিল তেখেতৰ সবাতকৈ প্ৰিয়) মেক্সিম গোৰ্কীৰ ভাষাত - ধৰ্ম বস্তুটো হ'ল আটাইতকৈ মাৰাত্মক কু-সংস্কাৰ। তেনেদৰে ডেকাও প্ৰচলিত ধৰ্মৰ প্ৰতি বৰ আস্থাশীল নাছিল। কাৰণ তেখেত আছিল যুক্তিবাদী। সেয়েহে হবলা বিজ্ঞানসম্মত সৰ্বশক্তিমান (মহাশক্তি বা পৰমশক্তি)ক হে তেখেতে মানি চলিছিল। সাধাৰণ ধৰ্মত উদাৰ আছিল কাৰণে তেখেত সকলো ধৰ্মাবলম্বীৰ লগত সহজে মিলি যাব পাৰিছিল।

ল'ৰালি কালত ফুটবল খেলি, যাত্ৰাদলত অভিনয় কৰি পোৱা যৎসামান্য মাননিৰে তেখেতে বিদ্যালয়ত অধ্যয়নৰ খৰচ উলিয়াইছিল। কথাছবি জগতৰ এজন নামজ্বলা অভিনেতা হোৱাৰ বাসনা আছিল যদিও সি বাস্তৱত আৰু হৈ নুঠিল।

কঠোৰ পৰিশ্ৰমী, বাস্তৱবাদী পুৰুষ হিতেশ ডেকাই জীৱনজোৰা কৰ্মৰাজিৰে সমকালীন সমাজত এখন সুকীয়া আসন দখল কৰিবলৈ সক্ষম হৈছিল। তেখেত একেধাৰে সামাজিক, সাহিত্যিক, সাংস্কৃতিক জগতৰ পূজাৰী আছিল। ৪২ৰ স্বাধীনতা সংগ্ৰামী, ১৯৪৫ চনত যাত্ৰাদলৰ জন্ম দিওঁতা। ১৯৫৬ চনত সৰ্থেবাৰী নগৰ পৰিচালনা সমিতিৰ প্ৰধান সম্পাদক, ১৯৬০ চনৰ ৰাজ্যভাষা আন্দোলন আৰু ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ নেতা, ১৯৭৯ চনৰ অস্তিত্ব ৰক্ষা আন্দোলনত গণ-সংগ্ৰাম পৰিষদৰ অংশীদাৰ, অসম সাহিত্য সভাৰ প্ৰতিনিধি হিচাপে দিল্লীত ১৪ লানি আলোচনাত ভাগ লওঁতা, ১৯৬৬ চনত জালুকবাৰী সাহিত্য সভাৰ জন্ম দিওঁতা প্ৰতিষ্ঠাপক সভাপতি, ১৯৭২, ৭৩ আৰু ৭৪ চনত একেৰাহে তিনিবাৰকৈ সদৌ অসম হাইস্কুল শিক্ষক সংস্থাৰ উপ-সভাপতি পদ-অলংকৃত কৰোতা জনেই আছিল হিতেশ ডেকা। ইয়াৰ উপৰি ১৯৭২ চনৰে পৰা গুৱাহাটী মহানগৰৰ ১নং ৱাৰ্ডৰ পোষ্টৱাৰ্ডেনৰূপে মৃত্যুৰ আগমুহূৰ্তলৈকে অসামৰিক প্ৰতিৰক্ষাৰ সেৱকৰ দায়িত্ব পালন কৰোতা, ১৯৭৫ চনত কামৰূপ জিলাৰ পলাশবাৰী অধিবেশনৰ সভাপতি, ১৯৭৬ আৰু ১৯৮১ চনত অসম সাহিত্য সভাৰ উপসভাপতি, শেষত ১৯৯৫ চনত, অসম সাহিত্য সভাৰ সৰ্থেবাৰী (তেখেতৰ জন্ম ঠাই) অধিবেশনত সাহিত্য সভাৰ সৰ্বোচ্চ পদবী সভাপতিৰ পদ অলংকৃত কৰা পুৰুষ জনেই আছিল হিতেশ ডেকা। আনহাতে, ১৯৭৫ চনতে সদৌ অসম সাংস্কৃতিক সন্মিলনৰ উপদেষ্টা, ১৯৮৬ চনত গুৱাহাটী মহানগৰ ১নং ৱাৰ্ডৰ অসম গণ-পৰিষদৰ সভাপতি, ১৯৯০ চনত সদৌ অসম কবি

সমাজৰ উপদেষ্টা ৰূপে কাৰ্যনিৰ্বাহ কৰা ব্যক্তিজনো আছিল হিতেশ ডেকা।

উপন্যাস, গল্পপুথি, নাটক, প্ৰবন্ধ সংকলন আদি ডেৰকুৰিৰো ওপৰ পুথি হিতেশ ডেকাৰ সাহিত্য ক্ষেত্ৰৰ উৎকৃষ্ট ফচল। জীৱনজোৰা শৈক্ষিক, সামাজিক, সাংস্কৃতিক, সাহিত্য জগতৰ আজীৱন সাধনা স্বৰূপে তেখেতক স্বীকৃতি দিয়া হয় - কৃতী শিক্ষক হিচাপে ১৯৮৪ চনত ৰাজ্যিক বঁটা, ১৯৮৫ চনত অসম চৰকাৰৰ পৰা সহিত্যিক পেঞ্চন আৰু ২০০০ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰত চৰকাৰৰ অসামৰিক প্ৰতিৰক্ষা সেৱাৰ কাৰণে ৰাষ্ট্ৰপতি বঁটা।

একেটি জীৱনতে এনেহেন পৰ্বত প্ৰমাণ কৰ্মৰাজিৰে দেশমাতৃক পূজা কৰা হিতেশ ডেকা কালজয়ী হওক, তেখেতৰ আদৰ্শ উত্তৰ পুৰুষৰ পাথেয় হওক শেষত ইয়াকে কামনা কৰিলো।

□□□□□

# দৃষ্টিদাতা হিতেশ ডেকা

**উৎপল ৰায় মেধি**

২০০০ চনৰ ৩০ আগষ্ট অসমীয়া জাতিৰ বাবে এক দুখজনক দিন আছিল। সিদিনাই অসমীয়াৰ মাজৰ পৰা মেলানি মাগিছিল 'ভীষ্ম' স্বৰূপ হিতেশ ডেকাই। এইজন পিতামহ ভীষ্মই আছিল মোৰ জীৱনৰ পথ প্ৰদৰ্শক, দৃষ্টিদাতা, সম্পৰ্কত মোৰ জেঠা।

জনপ্ৰিয় ঔপন্যাসিকগৰাকী জীয়াই থাকোতে প্ৰবাদপুৰুষ নামে অভিহিত। মাটিৰ মানুহজনৰ কথা নিচেই সৰুতে পিতৃ-মাতৃৰ পৰা শুনি শুনি ডাঙৰ হ'লে তেখেতৰ সংস্পৰ্শ লাভ কৰাৰ হেঁপাহ আছিল মোৰ অন্যতম লক্ষ্য আৰু এদিন ঘটনাক্ৰমে এইজন মহান ব্যক্তিৰ মই হৈ পৰিছিলো মৰমৰ অন্যতম পুত্ৰস্বৰূপ। হাতত হাত ধৰি কণ্টকেৰে ভৰা সংসাৰৰ জীৱন বাটত বাট বুলিবলৈ শিকোৱা এই গুৰুজনৰ কথা মনলৈ আহিলে দুনয়ন অশ্ৰুসিক্ত হৈ পৰে।

জেঠা হিতেশ ডেকাৰ আমি হাতৰ লাখুটি হোৱাৰ কাৰণো নোহোৱা নহয়। জেঠাই ৰচনা কৰা গল্প-উপন্যাহসসমূহ আজৰি সময়ত মই নকল কৰি দিছিলো। পুথি নকল কৰি থাকোতে মই তেখেতক আত্মজীৱনী লিখাৰ কথা কওঁতে তেখেতে আঙুলিয়াই দিছিল— শিশু উপন্যাস 'বাৰীৰ কোঁৱৰ'ৰ বাৰীৰ কোঁৱৰজন আৰু 'সাহসী ল'ৰা'ৰ 'ৰাজা'জন মই নিজেই। ইযাৰ আন চৰিত্ৰসমূহ সেই সময়ৰ মোৰ লগৰীয়াসকল। তাৰে কেবাজনো বৰ্তমান জীয়াই আছে। পোনপটীয়াভাৱে আত্মজীৱনী মই নিলিখো। পাঠকসমাজে শিশু উপন্যাস দুখনৰ পৰাই মোক বাছি উলিয়াওক।

অতি সাধাৰণ জীৱন-যাপন কৰা জেঠাৰ চৰিত্ৰ আছিল আনতকৈ কিছু পৃথক।আন এদিনৰ কথা। হাতত দাখন লৈ গামোচা পিন্ধি জেঠাই ঘৰৰ সন্মুখত কাম কৰি আছে। এনেতে দূৰণিৰ পৰা দুজন ল'ৰা তেখেতক বিচাৰি আহিছিল। ল'ৰা দুজনে জেঠাক দেখি সুধিলে— এইটো হিতেশ ডেকাৰ ঘৰ হয়নে? তেওঁ ঘৰত আছেনে? প্ৰশ্ন শুনি জেঠাই পোনপটীয়া পৰিচয় নিদি ল'ৰা দুজনক ক'লে— তোমালোক কোঠালিত বহাগৈ। তেখেতক মই মাতি দিছো। পিছ মুহূৰ্ততে ধুতী-গেঞ্জী পিন্ধি যেতিয়া জেঠাই ল'ৰা দুজনৰ সন্মুখত হিতেশ ডেকাৰূপে উপস্থিত হ'লহি, তেওঁলোক দুজন হতবুদ্ধি হৈ পৰিছিল।

কৰ্মৰ মাজেৰে সময়ক ধৰি ৰাখিবলৈ সদা-সৰ্বদা জেঠাই চেষ্টা কৰি আহিছিল। বাৰীৰ কামৰ পৰা আৰম্ভ কৰি, ঘৰৰ অন্যান্য কাম, বজাৰ-সমাৰ, গৰু-গাইৰ যত্ন লোৱা, পুখুৰীৰ মাছক খাদ্য যোগান, বাৰীৰ ভিতৰত ৰবিশস্যৰ খেতি কৰা আদি এশ-এবুৰি কামৰ উপৰি জেঠাৰ লেখা নকল কৰা, কিতাপৰ আৰ্হি চাওঁতে মই আছিলো তেখেতৰ হাত ধৰা বন্ধু। দুখ-দুৰ্গতিৰ হেজাৰ ধুমুহা বাধা-বিঘিনিয়ে বিতত কৰিব নোৱাৰা জেঠাই মোক সাহসেৰে যিকোনো সমস্যাৰ সন্মুখীন হ'বলৈ শিক্ষা দিছিল আৰু মনোবল যোগাইছিল। পৰিশ্ৰম, সততা, ধৈৰ্য আৰু আত্মবিশ্বাস থাকিলে মানুহে জীৱনত উন্নতি কৰিব পাৰে; সহজ-সৰল জীৱনহে আচল জীৱন— এই শিক্ষা জেঠাই মোক গুৰুৱে শিষ্যক দিয়াৰ দৰে দিছিল।

আগতেই উল্লেখ কৰা হৈছে যে জেঠা আছিল কৰ্মযোগী। কাম ন'হ'লে তেখেতে অস্বস্তিবোধ কৰিছিল। অইন দিনাৰ দৰে শেষ চিকিৎসাধীন হোৱাৰ আগ দিনাও পুৱতিনিশাৰ আজানৰ পাছতে শোৱাপাটী ত্যাগ কৰি সম্পাদন কৰিছিল দিনটোৰ ব্যস্ততাপূৰ্ণ কৰ্মসূচীখন আৰু সন্ধিয়া পৰৰ পৰা তেখেতৰ অন্তিম উপন্যাস 'ত্যাগ'খনৰ শ্ৰুতলিপি দিছিল আৰু মই নকল কৰি গৈছিলো গভীৰ নিশালৈকে। নিশাৰ আহাৰ শেষ কৰি পিছদিনাৰ অৰ্থাৎ ৰবিবাৰে কি কি কৰিব লাগিব তাকে লৈ

মোৰ সৈতে এখন কাৰ্যসূচীও প্ৰস্তুত কৰিছিল। মোক শুবলৈ দি তেখেতৰ বিছনা ঠিক কৰি আকৌ এবাৰ মোৰ বিছনাৰ ওচৰলৈ আহি পিছদিনাৰ কাৰ্যসূচীখন দোহাৰি গুচি গৈছিল। এই কথোপকথনেই যে শেষ কথোপকথন মই কল্পনাই কৰিব পৰা নাছিলো। কাৰণ সেই নিশাৰেই শেষ প্ৰহৰত জেঠা বাকৰুদ্ধ হৈ পৰিছিল। সদায় ৰাতিপুৱা মোক জগাই দিয়া সেই পুৰুষজনক অশেষ চেষ্টা কৰিও আমি জগাব নোৱাৰিলো আৰু চিকিৎসকৰ পৰামৰ্শ অনুসৰি লগে লগে গুৱাহাটীস্থ নিউৰোল'জিকেল ৰিচাৰ্চ চেণ্টাৰত ভৰ্তি কৰা হয় আৰু চিকিৎসালয়ত 'কমা' অৱস্থাত থাকি, ৩০ আগষ্ট বুধবাৰে ৰাতিপুৱা নশ্বৰ দেহ এৰি, জেঠাই আমাক অনাথ কৰি, অনন্তধামলৈ চিৰদিনৰ বাবে গুচি গ'ল। তেওঁৰ স্মৃতি মোৰ জীৱনৰ সকলোতকৈ মধুৰ স্মৃতি হৈ ৰ'ব।

**'প্ৰায়শ্চিত্ত'** গল্পপুথিৰে সাহিত্য জীৱনৰ পাতনি মেলা জেঠাই **'ত্যাগ'** উপন্যাস লিখিয়েই দেহত্যাগকৰিলে। **'আজিৰ মানুহ'জন** কালিৰ হৈ গ'ল— **'এয়েতো জীৱন!'**



# পঞ্চাশৰ দশকৰ পটভূমিত হিতেশ ডেকাৰ 'আজিৰ মানুহ'

ড° নগেন ঠাকুৰ

১৮৮৪ চনৰ পৰা ১৯৪৪ চন পৰ্যন্ত, এই সুদীৰ্ঘ পথ পৰিক্ৰমাত অসমীয়া সামাজিক উপন্যাসৰ গতি আছিল মন্থৰ; বিশেষকৈ আৰম্ভণিৰ পৰা বিশৰ দশকৰ শেষ ভাগ পৰ্যন্ত ইমানেই মন্থৰ আৰু দিশহাৰা হৈ আছিল যে সামাজিক উপন্যাসত প্ৰকাশ পাব লগা সামাজিক জীৱন তথা সমাজ বাস্তৱতা কোনো উপন্যাসতে প্ৰকৃততে প্ৰকাশ হোৱা নাছিল আৰু নামত উপন্যাস হ'লেও আছিল একোটা দীঘলীয়া গল্প বা উপন্যাসিকা জাতীয় ৰচনাহে। পাৰিবাৰিক সমস্যা আধাৰিত কাহিনীত নাছিল কোনো জটিলতা; চৰিত্ৰসমূহো আছিল যথাযথ; সংঘাতবিহীন। ইয়াৰ পাছৰ সময়খিনিত, ত্ৰিশৰ দশকৰ পৰা অসমীয়া সামাজিক উপন্যাসে এটি নিৰ্দিষ্ট গতিৰ মাজেদি, প্ৰধানকৈ তৎকালীন সমাজত হোৱা পৰিবৰ্তন আৰু ৰাজনৈতিক আন্দোলন বা জাগৰণৰ বাবে সংস্কাৰধৰ্মী আৰু আদৰ্শাত্মক চিন্তাৰে অগ্ৰসৰ হৈছিল আৰু ইয়াৰ ফলত পূৰ্বৰ দশক কেইটাৰ তুলনাত কিছু গতিময়তা লাভ কৰিছিল। কিন্তু এই গতিময়তাত সংস্কাৰধৰ্মী উদ্দেশ্য আৰু আদৰ্শৰ ব্যাপ্তিৰ বাবে নিৰ্মাণ শৈলীত থাকিব লগা শৈল্পিক গুণ ব্যাহত হৈছিল। ইয়াৰ মূলতে আছিল স্পষ্ট জীৱন বোধেৰে সামাজিক চেতনাৰ ধাৰক আৰু বাহকৰ গুণবিলাক গভীৰ পৰ্যবেক্ষণেৰে চাব নোৱাৰাতো. অৰ্থাৎ সামাজিক জীৱনক লৈ উপন্যাস ৰচনা হ'লেও স্পষ্ট জীৱন বোধৰ অভাৱত সমাজ জীৱনৰ সমস্যাবিলাক গভীৰ দৃষ্টিৰে অন্বেষণ কৰিব নোৱাৰাতো। উপন্যাসসমূহত সামাজিক জীৱনৰ লগত সম্পৃক্ত মানৱীয় হৃদয়বৃত্তি উন্মোচনৰ পৰিবৰ্তে একোটা ধৰি লোৱা আদৰ্শ প্ৰতিষ্ঠা কৰাৰ বাবেহে ঔপন্যাসিকসকলে উপন্যাস ৰচনাত যেন প্ৰবৃত্ত হৈছিল। এনে কাৰণতে অসমীয়া সাহিত্যত সামাজিক উপন্যাসে ধীৰে ধীৰে এক ব্যাপ্তি লাভ কৰিলেও বৈচিত্ৰহীন, শ্লথগতিৰ হৈ উঠিছিল। সংখ্যাৰ দিশৰ পৰাও ত্ৰিশৰ দশকৰ শেষ বা চল্লিশৰ দশকৰ আৰম্ভণি পৰ্যন্ত অসমীয়া সামাজিক উপন্যাস ডেৰকুৰিৰ অধিক হোৱা নাছিল।

সংস্কাৰমুখী আদৰ্শধৰ্মী অসমীয়া সামাজিক উপন্যাস ৰচনা সক্ৰিয় হৈ থকা কালতে চল্লিশৰ দশকৰ প্ৰায় মাজভাগতে এক নতুন বোধন হৈছিল আকস্মিকভাবেই। ১৯৪৪ চনত প্ৰকাশিত **'জীৱনৰ বাটত'** উপন্যাসে তৎকালীন সামাজিক পৰিবেশত সমগ্ৰ অসমীয়া সামাজিক জীৱন প্ৰতিফলিত হো ক আৰু অসমীয়া সাংস্কৃতিক জীৱন বিধৃত হোৱাকৈ, কাহিনী আৰু চৰিত্ৰ চিত্ৰণৰ গভীৰতাৰে অ মীয়া সামাজিক উপন্যাসত এক নতুন মাত্ৰা প্ৰদান কৰিলে। লগে লগে অসমীয়া উপন্যাসৰ বৈচিত্ৰহীন মন্থৰ গতিত প্ৰাণ-চাঞ্চল্য আহি পৰিল, - যি প্ৰাণ-চাঞ্চল্যই কেইবছৰমানৰ মানতে, বিশেষকৈ পঞ্চাশৰ দশকত অধিক পৰিস্ফুট হৈ অসমীয়া সামাজিক উপন্যাসত আনি দিলে নতুন গতি আৰু সমৃদ্ধি। ক'ব পাৰি এইখন উপন্যাস প্ৰকাশৰ পাছৰ পৰা অসমীয়া সামাজিক উপন্যাসে শৈশৱ আৰু কৈশোৰৰ স্তৰ অতিক্ৰম কৰি যৌৱনৰ স্তৰত ভৰি দিলেহি; সেই যৌৱনেই পঞ্চাশৰ দশকত প্ৰাপ্তবয়স্কৰ সকলো সক্ৰিয়তা আৰু উদ্দামেৰে বিষয়বস্তুৰ বিশালতা, চৰিত্ৰ-চিত্ৰণৰ গভীৰতা, আংগিক আৰু শৈলীৰ বৈচিত্ৰ্যৰে অসমীয়া সামাজিক উপন্যাস হৈ উঠিল এক প্ৰাণৱন্ত ধাৰা। এনে প্ৰাণৱন্ত ৰূপ প্ৰদানত অগ্ৰণী ভূমিকা লোৱা সকলৰ ভিতৰত হিতেশ ডেকা আছিল অন্যতম।

পঞ্চাশৰ দশকত অসমীয়া সামাজিক উপন্যাসৰ প্ৰাপ্তবয়স্ক প্ৰাপ্তিত অৱশ্যে চল্লিশৰ দশকত

সূচনা হোৱা কিছুমান ৰাজনৈতিক-সামাজিক ঘটনাৰ ক্ৰিয়া প্ৰতিক্ৰিয়া অতি নিবিড়ভাৱে সাঙোৰ খাই আছে, যিবোৰে শিক্ষিত সংবেদনশীল তৰুণ লেখকসকলৰ মনত বিবিধ প্ৰকাৰে আলোড়িত কৰিছিল দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকা, স্বৰাজ আন্দোলনৰ পূৰ্ণ পয়োভৰ, দেশ বিভাজনেৰে দেশৰ ৰাজনৈতিক স্বাধীনতা লাভ, সাম্প্ৰদায়িক সংঘৰ্ষৰে ৰক্তাক্ত পৰিস্থিতি, সাম্যবাদী আন্দোলনৰ জোৱাৰ আৰু প্ৰগতিশীল ভাবধাৰাৰ প্ৰসাৰ, সনাতন মূল্যবোধৰ দ্ৰুত অৱক্ষয় এনেবোৰ ঘটনা প্ৰবাহে অসমীয়া জীৱন প্ৰবাহত সৃষ্টি কৰিছিল বিবিধ সংঘাত, মনৰ গভীৰত এক প্ৰবল জোকাৰণি। প্ৰগতিশীল 'জয়ন্তী' (১৯৪৩), পৰবৰ্তী 'পছোৱা' (১৯৪৮), 'ৰংঘৰ' (১৯৪৯) আলোচনীয়ে প্ৰগতিশীল চিন্তা-চৰ্চাৰ নতুন ক্ষেত্ৰ মুকলি কৰি দিছিল। এফালে গান্ধীৰ ঐতিহ্যাশ্ৰয়ী আদৰ্শ আৰু আনফালে মাৰ্ক্সৰ সাম্যবাদী আদৰ্শত দোদুল্যমান হৈ লেখকসকল দ্বিধাবিভক্ত হৈছিল। অনেক লেখক গান্ধীবাদী বা গান্ধীৰ ঐতিহ্যাশ্ৰয়ী দৰ্শনত বিশ্বাসী হৈও মাৰ্ক্সবাদী চিন্তাৰ পৰা আঁতৰি থাকিব পৰা নাছিল। পুঁজিবাদী ব্যৱস্থাৰ পৰিবৰ্তে সমাজবাদী ধ্যান ধাৰণাৰে শোষণ-নিষ্পেষণ আঁতৰাই প্ৰগতিৰ সোপান ৰচনা কৰাতো লেখকসকলৰ চিন্তা কেন্দ্ৰীভূত হৈছিল। এই দুটা পৰস্পৰ বিৰোধী সুঁতিৰ পৰা ফালৰি কাটি অন্য এক তৃতীয় সুঁতিৰো অভ্যুত্থান ঘটিছিল যিটোক ক'ব পাৰি জাতীয়তাবাদী সুঁতি। এই সুঁতি পৰম্পৰাবাদী হৈও সমাজ-জীৱনলৈ নতুনকৈ আহ্বি পৰা সমাজবাদী চিন্তাধাৰাৰ পৰা বিচ্যুত নাছিল। এনে ভিন্নসুৰী চিন্তাধাৰা তথা সামাজিক-ৰাজনৈতিক ভাৱাদৰ্শৰ সংঘাতে জনগণৰ মনত বিবিধ চিন্তাৰ খলকনি তুলিছিল আৰু সামগ্ৰিকভাৱে জীৱন প্ৰবাহত এক ৰূপান্তৰে দেখা দিছিল। নৱলব্ধ স্বাধীনতাইও সাধাৰণ জনগণৰ মনত বহুতো প্ৰত্যাশা আনি দিছিল, বিশেষকৈ তদানীন্তন শাসকবৰ্গৰ 'সমাজবাদৰ'ৰ ধ্বনিয়ে। আশা কৰিছিল নতুন সমাজ ব্যৱস্থাৰে সমাজ জীৱন ন ৰূপত শৃংখলিত হ'ব। ইতিমধ্যে চল্লিশৰ দশকত ৰোমাণ্টিক প্ৰেম চেতনাৰ অৱক্ষয় হৈছিল যদিও উপন্যাসত লেখকসকলে তাক আওকান কৰিব পৰা নাছিল। স্বৰাজোত্তৰ কালৰ ডেকা সাহিত্যিক চামক সামাজিক ৰূপান্তৰৰ ঢৌৱে স্পৰ্শ কৰিলে আৰু নিজৰ নিজৰ ব্যক্তিগত ভাবমণ্ডলৰ মাজত ব্যক্তি আৰু সমাজৰ সমস্যাক উপজীব্য হিচাপে লৈ কোনোৱে সাম্যবাদী চিন্তাধাৰাৰ, কোনোৱে ৰাজনৈতিক ভাবাপন্ন, কোনোৱে পৰম্পৰাৰ পৰা আঁতৰি আধুনিক জীৱনৰ অস্থিৰতাৰ আধাৰত আৰু কোনোৱে পৰম্পৰাগত মূল্যবোধৰ আধাৰত উপন্যাস ৰচনাত প্ৰবৃত্ত হ'ল। এই শেষৰ শ্ৰেণীৰ ভিতৰত অন্যতম আছিল হিতেশ ডেকা। তেওঁ গান্ধীৰ আদৰ্শৰ অনুগামী হৈও, এনেকি স্বাধীনতা আন্দোলনৰ অংশীদাৰ হৈও, লগতে নিজৰ জীৱন সংগ্ৰামৰ ঘাত প্ৰতিঘাতৰ বাবে সাম্যবাদী আদৰ্শৰ প্ৰতি শ্ৰদ্ধাবান হৈও, - পৰম্পৰা আৰু জাতীয়তাবাদী চিন্তাধাৰাক পৰিত্যাগ কৰিব নোৱাৰিলে আৰু তৰুণ লেখক হিচাপে ৰোমাণ্টিক চেতনাও হৈ থাকিল প্ৰখৰ। সেয়েহে সমসাময়িক কালৰ চৈয়দ আব্দুল মালিকৰ দৰে সাম্যবাদী আদৰ্শৰ উপন্যাস ৰচনাত প্ৰবৃত্ত নহৈ বা প্ৰফুল্লদত্ত গোস্বামীৰ দৰে আধুনিক মানুহৰ অস্থিৰতা, নিসংগতা, ছিন্নমূল মানসিকতাৰ ভাবানুভূতি প্ৰকাশ নকৰি বা নৱকান্ত বৰুৱাৰ দৰে প্ৰকৃতি আৰু মানুহৰ নিবিড় সম্পৰ্কৰে কাব্যিক ব্যঞ্জনা উপন্যাসত প্ৰতিফলিত কৰিবলৈ নিবিচাৰি অথবা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ দৰে ৰাজনৈতিক পৰিমণ্ডলৰ মাজত নিজকে বিলীন নকৰি নাইবা যোগেশ দাস, ৰাধিকামোহন গোস্বামীৰ দৰে দ্বিতীয় বিশ্বযুদ্ধ কালৰ বা যুদ্ধোত্তৰ কালৰ স্খলিত মানৱীয় আদৰ্শ, সামাজিক - অৰ্থনৈতিক জীৱনৰ বাস্তৱ ছবি ফুটাই তোলাৰ প্ৰয়াস নকৰি হিতেশ ডেকাই অসমৰ সহজ-সৰল গ্ৰাম্য জীৱনত বৰ্তি থকা সহজাত মানৱীয় প্ৰেম, পাৰস্পৰিক সহানুভূতি, নৈতিক আদৰ্শ, ত্যাগ আদিত গুৰুত্ব আৰোপ কৰি, লগতে নিজৰ সংগ্ৰামী জীৱনৰ লগত খাপ খুৱাই, কিছু পৰিমাণে শ্ৰেণী-চৰিত্ৰৰো বৈপৰীত্য অংকণ কৰি পৰম্পৰাবাদী বৃত্তৰ মাজত আৱৰ্তিত হৈ উপন্যাস ৰচনাত ব্ৰতী হৈছিল। এই প্ৰসংগত লেখকৰ নিজস্ব বক্তব্যও মনকৰিব লগা: "ভাৰতীয় আদৰ্শৰ ভেটিত ৰচিত অসমীয়া সমাজৰ সাংস্কৃতিক বুনিয়াদ যে গাঁৱলীয়া জীৱন ধাৰাৰ ওপৰতে প্ৰতিস্থাপিত সেই কথা মই বিশ্বাস কৰিছিলোঁ আৰু তাৰ বাস্তৱ

ৰূপায়ণ মই উপন্যাসৰ মাধ্যমেৰে দিম বুলি সংকল্প লৈছিলোঁ।" এই কথা কেৱল তেওঁৰ প্ৰথম উপন্যাসতে নহয়, পৰৱৰ্তী কালত ৰচিত চৈধ্যখন উপন্যাসতো সমানে প্ৰযোজ্য।

উল্লেখযোগ্য কথা হ'ল যি ১৯৫২ চনত 'আজিৰ মানুহ' প্ৰকাশ হৈছিল সেইটো চনতে প্ৰকাশ হৈছিল আধুনিক মানুহৰ মনৰ প্ৰতিফলনেৰে প্ৰফুল্লদত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি', কাব্যিক অভিব্যঞ্জনাৰে নৱকান্ত বৰুৱাৰ 'কপিলীপৰীয়া সাধু', দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তী কালত হোৱা ক্ষয়িষ্ণু মানবীয় আদৰ্শত ৰাধিকামোহন গোস্বামীৰ 'চাকনৈয়া'। ইয়াৰ কেইবছৰমানৰ পূৰ্বতে 'ৰাহী' আলোচনীত ধাৰাবাহিক ভাৱে প্ৰকাশ হৈছিল মাক্সীয়-আদৰ্শ সম্বলিত মালিকৰ, 'ল.সা.গু', আৰু ১৯৫০ প্ৰকাশ হয় 'বথৰ চকৰি ঘূৰে।' তিনিবছৰৰ পাছত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম স্বাধীনতা দিৱসৰ প্ৰতিক্ৰিয়াৰে ৰাজনৈতিক চেতনা-সমৃদ্ধ 'ৰাজপথে ৰিঙিয়াই' আৰু যোগেশ দাসৰ দ্বিতীয় বিশ্বযুদ্ধৰ ক্ষয়ংকৰী প্ৰভাৱেৰে 'ডাৱৰ আৰু নাই' প্ৰকাশ হৈ ওলায়। এইকেইখন সফল আৰু অসমীয়া উপন্যাস সমৃদ্ধিৰ গুৰুত্বপূৰ্ণ উপন্যাস হৈও হিতেশ ডেকাৰ 'আজিৰ মানুহ'ক পঢ়ুৱৈ সমাজে যেনেদৰে আদৰি ল'লে তাৰ তুলনা নাই। ইয়াৰ কাৰণ এটাইঃ গ্ৰাম্য জীৱনৰ সৰলতা আৰু স্নেহময় অসমীয়া পাৰিবাৰিক জীৱনৰ মধুৰতম প্ৰকাশ। এনে কাৰণতে বিশিষ্ট সমালোচক, গল্পকাৰ ত্ৰৈলোক্য নাথ গোস্বামীয়ে 'আজিৰ মানুহ'ৰ ভূমিকাত সঠিকভাৱেই মন্তব্য আগবঢ়াইছিলঃ "....... লেখকে সাধু কথাটো বেচ আমোদজনক বাকভংগীৰে আনৰ আগত ক'ব পাৰিছে। কাহিনীৰ ওপৰত উপন্যাসৰ সাৰ্থকতা ভালেমান নিৰ্ভৰ কৰে আৰু কাহিনী হৃদয়গ্ৰাহী হয় লেখকৰ ৰচনাভংগীৰ মাধুৰ্যৰ হেতুকে। পুথিত সেই মাধুৰ্যৰ অভাৱ হোৱা নাই।" কাহিনীৰ মাধুৰ্যৰ বাবেই 'আজিৰ মানুহ' হৈ উঠিছিল বা এতিয়াও হৈ আছে সৰ্বসাধাৰণ পঢ়ুৱৈৰ প্ৰিয় উপন্যাস। এই উপন্যাসৰ বাবেই তেওঁ হৈ পৰিল 'জনপ্ৰিয়' আৰু গঢ়ি তুলিলে অসমীয়া উপন্যাসৰ বিপুল সংখ্যক পঢ়ুৱৈ।

কিন্তু এনে সত্ত্বেও ক'ব লাগিব যে বহিঃজগতত হোৱা নানা পৰিৱৰ্তনৰ ধুমুহাৰ পৰা আঁতৰত থাকি বা আধুনিক জীৱন যন্ত্ৰণাই সৃষ্টি কৰা জটিলতাৰ পৰা বহুখিনি নিলগত থাকি এক নিস্তৰংগ জীৱন-প্ৰবাহত শান্ত-সমাহিত জীৱন জুৰুৱা গাঁও-সৰ্বস্ব অসমীয়া সৰ্বসাধাৰণ পঢ়ৱৈ সমাজে 'আজিৰ মানুহ'ক আদৰি ল'লে ঠিকেই, সমসাময়িক সামাজিক জীৱনৰ ধাৰক আৰু বাহক যি শক্তিবোৰে ব্যক্তিৰ জীৱনত প্ৰতিক্ৰিয়া কৰিছিল অথবা নৱলব্ধ স্বাধীনতাই যি প্ৰত্যাশা আনি দিছিল বা হতাশাৰ সৃষ্টি কৰিছিল তাক পঞ্চাশৰ দশকৰ আৰম্ভণিতে ৰচনা কৰা উপন্যাসখনৰ মাজত সঠিকভাৱে প্ৰতিফলিত কৰিব নোৱাৰাৰ বাবে, বা ডুখৰীয়াকৈ সামান্য প্ৰতিফলিত হ'লেও, বিশেষ জনপ্ৰিয় হৈও এই উপন্যাস সৰ্বশেষ বিচাৰত অসমীয়া সামাজিক উপন্যাসৰ বিশিষ্ট এক কীৰ্তিস্তম্ভ বুলি চিহ্নিত হ'ব নোৱাৰিলে। ইয়াৰ প্ৰধান কাৰণ হ'ল আদৰ্শৰ লগত কাৰ্যৰ বিভ্ৰান্তি আৰু আঠাইশ বছৰীয়া তৰুণ লেখকৰ মনৰ চপলতাৰ কাৰণে জাতীয় সাৰ্বিক চিন্তাধাৰাৰ প্ৰতিফলনতকৈ ব্যক্তিগত প্ৰেমৰ কৰুণ পৰিসমাপ্তিত গুৰুত্ব আৰোপ। উপন্যাসখন যি প্ৰতিশ্ৰুতিৰে আৰম্ভ হৈছিল সেই প্ৰতিশ্ৰুতি শেষলৈকে অব্যাহত থাকি গভীৰ মানৱতাবাদী আদৰ্শ প্ৰতিফলিত নহ'ল। লেখকৰ উদ্দেশ্য যেন গাঁৱৰ সৰলতা আৰু মমতা প্ৰদৰ্শন কৰাহে; গভীৰ জীৱন বোধেৰে জীৱনাদৰ্শ বা পৰিৱৰ্তিত সামাজিক জীৱনৰ বাস্তৱতা প্ৰদৰ্শন কৰা নহয়। ধনী-দুখীয়াৰ প্ৰভেদেৰে সামাজিক বৈষম্য উপস্থাপনৰ প্ৰচেষ্টা সত্ত্বেও আৰু সমাজ সমালোচনা তীক্ষ্ণ ৰূপত ধৰা দিয়া সত্ত্বেও অসমীয়া জাতীয়তাবাদৰ প্ৰবল আকৰ্ষণত তেওঁৰ প্ৰগতিশীল চিন্তা নিষ্প্ৰভ হৈ পৰিল।

আজিৰ মানুহ হিচাপে শিক্ষিত নায়ক প্ৰতাপ বাস্তৱৰ কঢ়তাৰ লগত পৰিচিত হৈছে আৰু সেয়েহে তেওঁৰ জীৱনৰ গতিধাৰাৰ মাজেদি সমসাময়িক সামাজিক-অৰ্থনৈতিক প্ৰতিচ্ছবি ফুটাই তোলাৰ যথেষ্ট অৱকাশ আছিল। সাম্যবাদী' চিন্তাধাৰাৰে সামাজিক মুক্তিৰ পথ বিচৰা প্ৰতাপে মহেশ্বৰ অনুপ্ৰেৰণাত 'নতুন আদৰ্শত দীক্ষিত' হৈ শোষিত জনগণৰ পক্ষ লৈ সি সকলৰ দুখৰ মুক্তিৰ সমভাগী

হৈছে যদিও বৃত্ত ভাঙি নতুন নিচান তুলি লৈ সামগ্ৰিক সমাজ উত্তৰণত কি ভূমিকা পালন কৰিছে সেই কথা শেষলৈকে অব্যাহত নাথাকিল। লেখকে প্ৰতাপৰ চৰিত্ৰৰ মাজেদি সামাজিক ভূমিকা বলিষ্ঠভাবে পালন কৰাত গুৰুত্ব দিয়াতকৈ প্ৰেমৰ ক্ষেত্ৰত চূড়ান্ত ত্যাগ কৰিব পৰাৰ মানসিকতাতহে গুৰুত্ব দিছে। সেই ত্যাগত মহত্ব থাকিব পাৰে, কিন্তু সমকালীন সময়ৰ পৰিপ্ৰেক্ষিতত তাৰ সামাজিক মূল্য নাই। প্ৰতাপৰ ত্যাগৰ আদৰ্শই সাধাৰণ পাঠকক অবোধ বেদনাত নিমজ্জিত কৰাব পাৰিলেও বুদ্ধিমন্ত সমাজ সচেতন পাঠকক কোনো মহত্বৰ জীৱন-বীক্ষণৰ সন্ধেদ দিব নোৱাৰে। তথাপিতো ইয়াৰ মাজতে স্বাধীনতাৰ অব্যৱহিত কালৰ পঞ্চাশৰ দশকৰ আৰম্ভণিত দেশে লাভ কৰা ৰাজনৈতিক স্বাধীনতাই সৃষ্টি কৰা শূণ্যতাত যুৱচামৰ মনত হোৱা হতাশা আৰু আশা-ভংগৰ প্ৰতিচ্ছবি ফুটি নুঠাকৈ থকা নাই। কিন্তু সি ক্ষন্তেকীয়া বিজুলীৰ চিকমিকনিৰ দৰেহে; সামগ্ৰিক উজ্জ্বলতা প্ৰতিভাত হোৱা নাই। সমবায় আন্দোলনেৰে মাটিহীনৰ মাজত নায়ক প্ৰতাপে জীৱন উৎসৰ্গা কৰাৰ ব্যৱস্থা কৰা হৈছে কাহিনীৰ বিকাশৰ প্ৰয়োজনত। প্ৰকৃততে আজিৰ মানুহ হোৱাৰ সকলো যোগ্যতা আছিল মহেশৰ কাৰ্য আৰু চিন্তাৰ মাজতহে। কাৰণ আজিৰ মানুহৰ মহত্ব প্ৰেমৰ ক্ষেত্ৰত ত্যাগ কৰিব পৰা সাহসিকতাত নহয়, সমাজ-জীৱনৰ মংগল সাধনত ব্ৰতী হব পৰা একান্ত সাধনাতহে। মহেশৰ কাৰ্যৰ মাজেদি লেখকে অৰ্থনৈতিক অসাম্যই সৃষ্টি কৰা সমাজত সম-অধিকাৰৰ বাবে কৰা সংগ্ৰামৰ যি প্ৰতিচ্ছবি ফুটাই তোলাৰ যত্ন কৰিছে সি সমকালীন সামাজিক জীৱনৰ পটভূমিত যথেষ্ট তাৎপৰ্য আৰু সাহসিকতাৰ পৰিচয়। কিন্তু সেই তাৎপৰ্য আৰু সাহস শেষলৈকে স্পষ্ট হৈ নাথাকিল। মহেশৰ বৈপ্লৱিক আদৰ্শ, প্ৰতাপৰ প্ৰেম আৰু ত্যাগত অত্যাধিক গুৰুত্ব দিয়াত উপন্যাসখনত আধিকাৰিক হৈ নাথাকিল। মহেশৰ আদৰ্শ আৰু প্ৰতাপে সেই আদৰ্শেৰে অনুপ্ৰাণিত হৈ কৰ্মক্ষেত্ৰত নামি পৰাতো যেন প্ৰেম হেৰুৱা প্ৰতাপৰ আত্মগোপনৰ আশ্ৰয়স্থলী। ইয়াকে নকৰি লেখকে যদি প্ৰেম হেৰুৱা প্ৰতাপক সমাজ-প্ৰেমৰ উদ্দীপনাৰে সঞ্জীৱিত কৰি মহেশৰ বৈপ্লৱিক আদৰ্শৰে সমাজ জীৱনৰ মুক্তিৰ বাবে আত্মোৎসৰ্গ কৰাই মানব প্ৰেমৰ মহত্বৰ স্তৰলৈ উন্নীত কৰাব পৰিলেহেতেন তেন্তে 'আজিৰ মানুহ' অসমীয়া উপন্যাসৰ মহৎ শিল্প বুলি বিবেচিত হ'লহেতেন। কিন্তু লেখকৰ উদ্দেশ্য প্ৰেমত ত্যাগৰ মহত্ব দেখুৱাৰ প্ৰেৰণা গভীৰ হোৱাত সি বাস্তবায়িত নহ'ল। সেইকাৰণে গোপীকান্ত মহাজনৰ অৱশ্যম্ভাৱী পৰিণতি অথবা নব্য-উত্থিত নাগৰিক সভ্যতাৰ চাকচিক্যৰ প্ৰতিভূ বীণাপাণিৰ দম্ভৰ সমাপ্তি নেদেখুৱাকৈয়ে উপন্যাসৰ সামৰণি মৰা হৈছে।

এনেদৰে আদৰ্শৰ লগত কাৰ্যৰ অসামঞ্জস্য দেখা পোৱা গ'লেও পঞ্চাশৰ দশকৰ আৰম্ভণি কালৰ সমাজ বাস্তৱৰ বহু ক্ষেত্ৰৰ দিশ 'আজিৰ মানুহ'ত প্ৰতিভাত হৈছে। বিশেষকৈ দেশে স্বাধীনতা প্ৰাপ্তিৰ কালৰ পাছৰ পৰাই সূচনা হোৱা ক্ৰমবৰ্ধমান নিবনুৱা সমস্যা, প্ৰশাসনীয় দুৰ্নীতিৰ লগতে মাটিগিৰি মহাজনৰ শোষণৰ স্বৰূপ, নগৰমুখী বিলাসী জীৱন যাত্ৰাৰ দাম্ভিকতা, ধনী-দুখীয়াৰ প্ৰভেদৰ স্বৰূপ, সমবায় আন্দোলনৰ প্ৰতি জনসাধাৰণৰ আকৰ্ষণ আৰু তাৰ জৰিয়তে জনশক্তিৰ ধীৰ জাগৰণ ইত্যাদি অনেক চিত্ৰ উপন্যাসখনত চিত্ৰায়িত হৈছে। আটাইতকৈ ডাঙৰ চিত্ৰখন হৈছে সেইকালত বৰ্তি থকা অসমীয়া গ্ৰাম্য সমাজখনৰ স্নেহময় পৰিবেশ, পাৰস্পৰিক সহানুভূতি, মানবীয় উদাৰতা, বন্ধুত্ব, যৌথ পাৰিবাৰিক জীৱনৰ মিলা-প্ৰীতি, - যি আজিৰ সমাজত দুৰ্লভ। এনে কাৰণেই প্ৰায় আঢ়ৈ কুৰি বছৰৰ পাছতো 'আজিৰ মানুহ' জনপ্ৰিয়তাৰ তুংগত আছে আৰু অভিলেখ সংখ্যক সংস্কৰণ প্ৰকাশিত হৈ অসমীয়া উপন্যাসৰ ইতিহাস গঢ়িব পাৰিছে।

□□□□□

# হিতেশ ডেকাৰ জীৱন আৰু সাহিত্য

ড° জীতেন দাস

এক

১

১৯৯৭ চনৰ প্ৰথম চনৰ আঢ়েটা মাহ। 'ভাৰত আৰু আমেৰিকাৰ সম্পৰ্ক: ১৯০০ খ্ৰীষ্টাব্দ পৰ্যন্ত এটি অধ্যয়ন' শীৰ্ষক মোৰ গৱেষণা-গ্ৰন্থৰ সামৰণি পৰ্বত মই অতিকৈ ব্যস্ত। ১৮ ডিচেম্বৰ, ১৯৯৬-ৰ পৰা সেই লৈয়ে পাৰ কৰিছিলোঁ ৰাভা হাছং স্বায়ত্ত শাসিত পৰিষদৰ প্ৰধান সচিব পদৰ পৰা আৰ্জিত ছুটীৰ সময়ছোৱা। গতিকে পাৰ হৈছিল বিশ্ববিদ্যালয়ৰ জালুকবৰীয়া দিন। সেই সময়ৰে এদিনৰ কথা। সময় তেতিয়া দিনৰ দুই বজা। জালুকবাৰীত ডেকা-গাভৰুৰ যৌৱনৰ ভিৰ। কাৰোবাৰ ক্লাছ আছে, কাৰোবাৰ নাই। আমাৰ দৰে আদহীয়া তাত প্ৰায় অপাংক্তেয় (জন্ম মোৰ: ১৯৫০)। পাংক্তেয়-অপাংক্তেয়ৰ মাজত আনৰ কামত জালুকবাৰীলৈ অহা লোকো নিশ্চয় কিছু আছিল। প্ৰায় আঢ়ৈ ঘণ্টা পঢ়ি বিশ্ববিদ্যালয়ৰ পুথিভঁৰালৰ পৰা কেইমিনিটমানৰ বাবে ৰাস্তালৈ ওলাই আহিছোঁ— গৈ আছোঁ বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰেক্ষাগৃহৰ কাষৰ কেণ্টিনখনলৈ। দূৰৰ পৰাই দেখিলোঁ, চিনাকি মানুহ এগৰাকী আহি আছে। ধুতি-পাঞ্জাবী পৰিহিত। কাষ পাই দেখিলোঁ, হাতত ডাঙৰ একোছা শাক। চুট্‌লী এডালেৰে বন্ধা। হাতৰ পৰা ওলমি আছে। মাত দিলোঁ। শাকখিনিৰ বাবে ওচৰৰ কিতাপ দোকানখনৰ পৰা পলিথিন বেগ এটা আনি দিওঁ বুলিলোঁ। তেখেতে 'নালাগে' বুলি অইন কথা উলিয়ালে। মই আৰু প্ৰতিবাদ নকৰিলোঁ। প্ৰতিবাদ কৰি লাভ নাই। ১৯৭১ চনৰ পৰাই তেখেতক জানো। এনেবোৰ কথাত সদায় অবিচল। গুচি গ'ল মোৰ কাষৰ পৰা। গজং গজংকৈ খোজকাঢ়ি। মই চাই ৰ'লোঁ। এই ঘটনাৰ কেইমাহমান আগতেও তেখেতক মই এই ৰূপত দেখিছিলোঁ— সেইবাৰ হাতত আছিল সৰু এডাল ৰচিৰে বন্ধা কেইটামান ভোল। সিদিনা মই এক কিলোমিটাৰ দূৰৰ তেখেতৰ গাড়ীগাঁৱৰ ঘৰত তেখেতক গাড়ীৰে থৈ আহিব খুজিছিলোঁ। তেখেত মান্তি নহ'ল। যাওঁতে কৈ গৈছিল, "হাত দুখনৰ লগতে ভৰি দুখনো ব্যৱহাৰ কৰিব লাগে। তোমালোকে অভ্যাসবোৰ ভাল কৰা নাই।" 'তোমালোক' বুলি তেখেত মোৰ লগতে মোৰ বন্ধু ড° উমেশ ডেকাৰ কথাও নিশ্চয় কৈছিল। উমেশ তেখেতৰ বৰপুত্ৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ। পঢ়ুৱৈসৱে নিশ্চয় বুজিছেই মই কাৰ কথা ক'ব খুজিছোঁ। ক'ব খুজিছোঁ হিতেশ ডেকাৰ কথা। অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ (১৯৯৫) সভাপতি তথা স্বৰাজোত্তৰ অসমীয়া সাহিত্যৰ সবাতোকৈ জনপ্ৰিয় ঔপন্যাসিক বিলাসহীন জীৱনৰ বাৰ্তা।

২

শাকবাহী আৰু ভোলবাহী হিতেশ ডেকাই মোৰ মনলৈ প্ৰশ্ন কেইটামান আনিছিল: দুজন অধ্যাপক পুত্ৰ আৰু এগৰাকী অধ্যাপিকা বোৱাৰী থকা কেইজন অসমীয়াই এনে সৰল জীৱন কটাব পাৰিছে? তাৰে এজন পুত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ ড° উমেশ ডেকা— ৰীডাৰ পুত্ৰই চাকৰি কৰা বিশ্ববিদ্যালয়খনৰ মাজেৰে শাক-ভোল হাতত ওলোমাই কেইজন পিতৃয়ে নিৰ্বিকাৰভাৱে পদব্ৰজে গৈ থাকিব পাৰে? বিশ্ববিদ্যালয়ৰ আবাসী পুত্ৰৰ ঘৰৰ পৰা প্ৰায় ডেৰ-দুই কিঃমিঃ বাটৰ দূৰত্বত থকা নিজৰ গাড়ীগাঁৱৰ ঘৰলৈ আহোঁতে হিতেশ ডেকাক এদিনো পুত্ৰ-বোৱাৰীৰ গাড়ীত মই কিয় বাৰু নেদেখিলোঁ? ৰীডাৰ পুত্ৰই শাকবাহী-ভোলবাহী পিতৃক বিশ্ববিদ্যালয়ৰ নিজৰে ছাত্ৰ-ছাত্ৰী বা ল'ৰা-ছোৱালীবিলাকৰ মাজতে দেখিলে কি ভাবিব— হিতেশ ডেকাই সেই কথা এদিনো বাৰু নাভাবিলে নেকি? নৱলব্ধ আভিজাত্যৰ গৌৰৱত

হিতাহিত পাহৰি বেশভূষাহীন নিজৰ হোজা পিতৃ বা আত্মীয়ক 'ছাৰ্ভেন্ট' (চাকৰ) বুলি পৰিচয় দিয়া এই অসমৰ অনেকৰ মাজত হিতেশ ডেকা ব্যতিক্ৰম হ'ল কেনেকৈ? তেখেতে বাৰু এদিনো নাভাবিলে নেকি যে বিশ্ববিদ্যালয়ৰ চৌখিন বাতাবৰণৰ মাজত ভালেখিনি জলধাৰূপত ধুতি-পাঞ্জাবী পৰিহিত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিগৰাকীৰ শাক-ভোলবাহীৰূপে কি প্ৰতিক্ৰিয়া চিৰতি কালৰ বাবে এৰি থৈ যাব পাৰে? নে ইয়াৰ দ্বাৰা অসমৰ উঠি অহা প্ৰজন্মক শিক্ষাব্ৰতী হিতেশ ডেকাই কিবা নতুন শিক্ষাকে দিব খুজিছিল? তেখেতৰ গল্প-উপন্যাসৰ সৰলতা বা সৰল বৈখিক চিত্ৰৰ আঁৰ-কথা সৰল বৈখিক এনে আচৰণৰ মাজতে সাঙোৰ খাই আছে নেকি? ভুল কৰিলোঁ প্ৰশ্নবোৰ সোধা নহ'ল। সুধিব্ৰ সময়ো এতিয়া নাই। কাৰণ কালে তেখেতক হৰণ কৰিলে। সেই কালবেলাৰ সময়— বুধবাৰ, পুৱা, ৩০ আগষ্ট, ২০০০ খ্ৰীষ্টাব্দ। জন্ম হৈছিল সৰ্থেবাৰীত— ১৮ ফেব্ৰুৱাৰী, ১৯২৪ খ্ৰীষ্টাব্দত। তেখেত জীয়াই থাকিল ৭৬ বছৰ ৬ মাহ ১২ দিন।

৩

গাড়ীগাঁও, ১ নং ৱাৰ্ড, গুৱাহাটী। তাতেই এটা ঘৰ— 'সুন্দৰী কুটীৰ'। বিল্ডিং বা অট্টালিকা নহয়, 'কুটীৰ'। ১৯৫০-৬০-ৰ দশকত ইটাৰে 'হাফ-ৱাল' দিয়া সৰু সৰু কোঠাৰ 'অসম আৰ্হি'ৰ ঘৰ কেনেকুৱা আছিল, তাৰেই নিদৰ্শন 'সুন্দৰী কুটীৰ'। 'সুন্দৰী কুটীৰ'ৰ পিছিমে আৰু তিনিটা ঘৰ— মুঠতে চাৰি হদৰ চাৰিটা ঘৰ— এয়েই হিতেশ ডেকাৰ বাসস্থান। তাতেই তেখেতে পাৰ কৰিলে দুকুৰিৰ অধিক বছৰ। 'সুন্দৰী কুটীৰ'ত তেখেতে সোঁৱৰণ কৰিলে মাক সুন্দৰীপ্ৰিয়া ডেকাক। সাত বছৰ বয়সত পিতৃ ৰবিৰাম ডেকাক হেৰুওৱা হিতেশ ডেকাৰ বাবে সুন্দৰীপ্ৰিয়া ডেকাই আছিল এফালে মাক আনফালে বাপেক, লগতে অভিভাৱক আৰু অভিভাৱিকা। হিতেশ ডেকা নুমলীয়া পুত্ৰ— আনকেইজন শুভেশ্বৰ, থানপতি আৰু ধাতু। হিতেশ ডেকাৰ উপন্যাসত মাতৃ আৰু ভাতৃ চৰিত্ৰ কিয় অতি মহান, তাৰ গুৰিতে আছে উপৰোক্ত চাৰি চৰিত্ৰ। 'আজিৰ মানুহ'ৰ প্ৰতাপৰ ভাতৃ-প্ৰীতি ৰামায়ণৰ লক্ষ্মণৰ লগতহে তুলনীয়; সমস্ত অসমীয়া উপন্যাসত প্ৰতাপৰ দৰে মহান ভাতৃভক্ত চৰিত্ৰ দ্বিতীয় এটা পাবলৈ নাই। আকৌ ঘৰটোৰ নামেই কয়, হিতেশ ডেকা মাতৃভক্ত। মাতৃভক্ত হিতেশ ডেকাৰ উপন্যাসত মাতৃ চৰিত্ৰসমূহ সেই বাবেই মমতাময়ী। মমতাময়ী মাতৃ চৰিত্ৰৰ সৃষ্টি হিতেশ ডেকাৰ উপন্যাসৰ পাহৰিব নোৱৰা দিশ এটি। কিন্তু এই সকলো চৰিত্ৰৰ মাজত সোণত সুৱগাৰ দৰে কাম কৰিছে 'বৌ' বা 'নবৌ' চৰিত্ৰই। 'আজিৰ মানুহ'ৰ কল্যাণী বৌৰ লেখীয়া 'নবৌ-চৰিত্ৰ'ৰ সৃষ্টি কোনোগৰাকী অসমীয়া ঔপন্যাসিকৰে সম্ভৱপৰ নাই হোৱা। কি ইয়াৰ কাৰণ? তেখেতৰ নিজৰ জীৱনৰ অভিজ্ঞতা। কল্যাণী বৌৰ সন্তানৰ প্ৰতি খুৰাক প্ৰতাপৰ যি উদাৰতা, সেই উদাৰতাকে মই প্ৰত্যক্ষ কৰিছোঁ 'খুৰা হিতেশ ডেকা'ৰ ব্যক্তিগত জীৱন-চৰ্যাত। ভতিজাকক আনি আৰু লগতে ৰাখি তেখেতে তেখেতৰ ভতিজা-প্ৰীতিৰ অনন্য নিদৰ্শন ৰাখি থৈ গৈছে। সেই বাবেই ভতিজাক তৰুণ ডেকাই তেখেতৰ মৃত্যুত এনে কথা ক'ব পাৰিছে— "কৈশোৰ অৱস্থাত মই যেতিয়া পিতৃহাৰা হওঁ (১৯৭৫) তেতিয়াৰ পৰা মৃত্যুৰ আগলৈকে খুৰা আছিল মোৰ সৰ্বস্ব। .....মোৰ জীৱনৰ পথ-প্ৰদৰ্শক খুৰাদেৱক হেৰুৱাই আজিহে মই পিতৃৰ অভাৱ আনুভৱ কৰিছো।" চমু কথাত, কলমত এটা আৰু বাস্তৱত আন এটা— হিতেশ ডেকা এনে প্ৰকৃতিৰ লোক কদাপি নাছিল।

৪

হিতেশ ডেকাৰ উপন্যাসৰ আদৰ্শবাদী চৰিত্ৰসমূহৰ অন্যতম প্ৰধান লক্ষণ এটি হ'ল— স্বাৱলম্বিতা। অসমীয়া জাতিয়ে যি স্বাৱলম্বিতাৰ সংজ্ঞা আশীৰ দশকত আওৰাইছে, হিতেশ ডেকাই তাক পঞ্চাছ আৰু ষাঠিৰ দশকৰ প্ৰাৰম্ভণতে লিপিবদ্ধ কৰিছে। 'আজিৰ মানুহ'ৰ (১৯৫২) নায়ক প্ৰতাপে গান্ধীবাদী আদৰ্শৰ কৃষি-ফাৰ্মৰ মাজেদি সেই বাবেই স্বাৱলম্বী হোৱাৰ বাতৰা দিব পাৰিছে। 'মাটিকাৰ' (১৯৫৬) উপন্যাসতো কৃষি বা কৃষক স্বাৱলম্বিতাৰ কথাকে কোৱা হৈছে। 'অসমীয়া উপন্যাসৰ ৰাজনৈতিক অধ্যয়ন' যেতিয়া হ'ব

তেতিয়া গান্ধীবাদী উপন্যাস হিচাবে **'আজিৰ মানুহ'** আৰু সাম্যবাদী উপন্যাস হিচাবে **'মাটিকাৰ'** উপন্যাসক অনিচ্ছা কৰিলেও এৰাই যাব নোৱাৰিব। অৰ্থাৎ হিতেশ ডেকা এনে এজন মানুহ যাব বিষয়ে মহাত্মা গান্ধীয়ে সেই চনতে আমেদকাৰ সম্পৰ্কে কোৱা কথা এবাৰেৰে ক'ব পাৰি— " He is a man not to be forgotten" —"তেওঁ পাহৰি যাব পৰা মানুহ নহয়।" স্বাৱলম্বিতাৰ শিক্ষা **'এয়েতো জীৱন'** (১৯৬০-৬২) উপন্যাসৰ তিনিওটা খণ্ডতে সন্নিবিষ্ট নায়ক বলোৰামৰ কাৰ্যাৱলীৰ পৰাও লাভ কৰিব পাৰি— কেতিয়াবা গৰু গাড়ীৰ গাৰোৱান আৰু কেতিয়াবা ঘোঁৰাগাড়ী চলায়ো বলোৰামে ভিক্ষাৰ পাত্ৰ হাতত লোৱা নাই, তেওঁ খাটিখোৱা মানুহ, খাটিখোৱা মানুহৰ শ্ৰম-ধৰ্মেৰে তেওঁ শ্ৰমিক হ'ব পাৰিছে, কেৱল শ্ৰমিক হোৱাই নহয়, একেবাৰে শ্ৰদ্ধেয় শ্ৰমিকৰ শাৰীলৈ নিজকে উন্নীত কৰিব পাৰিছে। প্ৰশ্ন এটা মনলৈ আহে— স্বাৱলম্বিতাৰ আচৰণ হিতেশ ডেকা উপন্যাসত এই বাবেই বাংময় হৈ আছে নেকিযে তেখেত নিজেও আছিল এক পৰম স্বাৱলম্বী পুৰুষ?

৫

'আজিৰ মানুহ' আৰু 'মাটি কাৰ' উপন্যাসৰ কথা বাদ দিলে হিতেশ ডেকাৰ খাটিখোৱা চৰিত্ৰসমূহ—শ্ৰমিক চৰিত্ৰসমূহ ৰাজনৈতিকভাৱে সচেতন নোহোৱাৰ কাৰণ কি বাৰু? হিতেশ ডেকাই গাঁৱৰ হুবহু ছবি আঁকিব খুজিছিল, এয়ে ইয়াৰ কাৰণ হয় নেকি বাৰু? গাঁৱৰ মানুহৰ ৰাজনৈতিক চেতনা বৰ প্ৰখৰ নাছিল, অন্ততঃ হিতেশ ডেকাই উপন্যাস লিখিবলৈ লোৱাৰ সময়ত— সেইবাবেই বলোৰাম আদিক ৰাজনৈতিকভাৱে তেখেতে সচেতন কৰি নুতুলিলে বুলি ক'লে ভুল কৰা হ'ব নেকি বাৰু? **'মাটি কাৰ'** উপন্যাসেৰে পঞ্চাশৰ দশকৰ অসমৰ সাম্যবাদী আন্দোলনটোক দাঙি ধৰা হিতেশ ডেকাই পিছলৈ সেই ধাৰাৰ সমৰ্থক হৈ নাথাকি অসমীয়া জাতিয়তাবাদী ধাৰাৰ বাহক হোৱাৰ অন্তৰালত কি কথা লুকাই আছে বাৰু? অনেক অসমীয়া সাম্যবাদীৰ দুমুখীয়া চৰিত্ৰ— হয়, হিতেশ ডেকাই এদিন পাণ বজাৰৰ 'চন্দ্ৰ প্ৰকাশ'ৰ বিপণীত স্বত্বাধিকাৰী ৰাজেন্দ্ৰমোহন শৰ্মাৰ উপস্থিতিত মোক এনেকৈয়ে কৈছিল। তেখেতে মোক সিদিনা এই কথাও নোকোৱাকৈ থকা নাছিল, "তাৰ মাজত মানুহ হিচাবে ভাল সাম্যবাদী মানুহো আছে; যেনে— নলবাৰীৰ শশী শৰ্মা। কিন্তু নেতৃত্ব দিয়াৰ জোখাৰে এওঁলোকৰ গাত চকুত পৰা গুণ নাই। লেখক হিচাবে ছিৰিয়াছ, অধ্যয়নো প্ৰচুৰ; মাজতে তেওঁ কাৰ্বি লোক-সাহিত্যক মাৰ্গীয় দৃষ্টিৰে চোৱাৰ কথাও তুমি কৈছা; কিন্তু লোক-সাহিত্যৰ অধ্যয়ন কেৱল এই এক দৃষ্টিৰে হ'ব নালাগে। সাহিত্যৰ আৰু বহু মতবাদ আছে। অসমৰ মাৰ্ক্সবাদীসকলে এই কথাটোকে নুবুজে; বুজিব নোখোজে। তোমাৰ উপন্যাসৰ নায়কজন সেই বাবেই দোমোজাত পৰিছে; সিদ্ধান্ত ল'ব নোৱাৰিলে।" "তোমাৰ উপন্যাস" শব্দেৰে তেখেতে 'কামৰূপ জিলা সাহিত্য সভা'ৰ দ্বাৰা পুৰস্কৃত মোৰ উপন্যাস 'কলহী নদীঃ ইকূল সিকূল'ৰ (১৯৮৯) কথাকে কৈছিল। আমি য'ত বহি কথা পাতি আছিলোঁ, সেই 'চন্দ্ৰ প্ৰকাশ'ৰ পৰাই প্ৰকাশিত। ভবা নাছিলো প্ৰখ্যাত ঔপন্যাসিক এগৰাকীয়ে আমাৰ দৰে লেখকৰ উপন্যাসো যে পঢ়ে। হিতেশ ডেকাই বৰ স্পষ্টভাৱে এই কথাখিনি আমাক কৈছিল। এই সন্দৰ্ভতে মোৰ মনত পৰিছে ড° পৰীক্ষিত হাজৰিকাৰ কথা অলপ, "১৯৫৩ চনত হিতেশ ডেকা নলবাৰী কলেজ আলোচনীৰ সম্পাদক আছিল। ১৯৫৪ চনত নলবাৰী কলেজ আলোচনী চতুৰ্থ সংখ্যাত ডেকাৰ এটা বাস্তৱ ভিত্তিক গল্প-চিত্ৰ প্ৰকাশ পাইছিল, তেতিয়া ডেকা চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। 'শ্ৰেণীহীন সমাজ' শিৰোনামাৰে সেই গল্প-চিত্ৰটিত প্ৰতিভাত হৈছিল, মানুহৰ দুমুখীয়া চৰিত্ৰ, ভদ্ৰলোকৰ ভণ্ডামি, নীতিবাদীৰ নীতিহীনতা, সুবিধাবাদীৰ চতুৰালি আৰু ফাকিবাজৰ অতপালি। শ্ৰেণীহীন সমাজৰ জয়গান গোৱা চাৰণসকলেই শ্ৰেণীবিভাজনৰ বীজ সিঁচি গৈছে। হিতেশ ডেকাই কলেজীয়া ছাত্ৰ অৱস্থাতেই বাস্তৱ সমাজত ঘটি থকা দুৰ্নীতি, অনাচাৰ, ভ্ৰষ্টাচাৰবোৰ তীব্ৰ ব্যংগ ভাষাত দাঙি ধৰিছিল। এনে নিৰ্ভীক, বলিষ্ঠ আৰু মুক্ত সমালোচনাৰ বাবে ডেকাক কমিউনিষ্ট আখ্যা দি দুই-এক ক্ষমতাশালী নেতাই শাস্তি বিহাবো ষড়যন্ত্ৰ কৰিছিল। এনেকুৱা ৰাজনৈতিক কোপদৃষ্টিৰ বাবে ডেকাৰ পঢ়া-শুনাত যথেষ্ট ক্ষতি হৈছিল।

সুযোগ্য সমাজবাদী চিন্তানায়ক আৰু দূৰদৰ্শী শিক্ষাবিদ ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ অনুপ্ৰেৰণাত হিতেশ ডেকাই অধ্যয়ন আৰু সাহিত্যচৰ্চা বাদ দিয়া নাছিল। শেষত দুয়োটা দিশত কৃতকাৰ্যও হৈছিল।"

৬

স্পষ্টবাদিতা আছিল হিতেশ ডেকাৰ চৰিত্ৰৰ অন্যতম প্ৰধান দিশ। সেই স্পষ্টবাদিতা তেখেতৰ গল্প-উপন্যাস আৰু অন্যান্য ৰচনাৰ পাতে পাতে পঢ়ুৱৈসকলে প্ৰত্যক্ষ নকৰাকৈ নাথাকে। আনকি তেখেতৰ প্ৰথম প্ৰকাশিত পুথি **'প্ৰায়শ্চিত্ত'** (১৯৪৮) আৰু দ্বিতীয় প্ৰকাশিত পুথি **'আজিৰ মানুহ'**তো (১৯৫২) সেই স্পষ্টবাদিতা একেবাৰে চকচকীয়া। **'আজিৰ মানুহ'** উপন্যাসৰ শেষ ভাগত নায়ক নীলিমাই যিখিনি কথা কয়, সেইখিনি কথাৰ স্পষ্টবাদিতাৰ ধাৰ এনে ধাৰাল যে হৃদয়বাদী আৰু যুক্তিবাদী কোনো পাঠক-পাঠিকাই তাক পাহৰি যাব নোৱাৰে। মোৰ ধাৰণা হয়, অসমীয়া উপন্যাসৰ কোনো নায়ক-নায়িকাৰ বিদায় মুহূৰ্ত ইমান হৃদয়বাদী, যুক্তিবাদী, বাস্তৱবাদী, ত্যাগবাদী আৰু বিষাদগধুৰ তথা বিষাদমধুৰ হোৱা নাই। আৰু এই সকলোখিনি কথাৰে আধাৰ-শক্তি নিঃসন্দেহে স্পষ্টবাদিতাৰ বাহিৰে আন একো নহয়। অসমৰ জাতীয়তাবাদী আন্দোলনৰ নেতৃত্বক মুখৰ আগতে সমালোচনা কৰিবলৈ শংকাবোধ কৰা নাছিল। আনকি বড়োসকলে পৃথক গৃহৰাজ্য বিচৰা কথাটোকো তেখেতে এবাৰ মোক এনেদৰে কৈছিল, "বেলেগ হ'ব খোজা ভায়েৰাকেইটাক লগত ৰাখিব পাৰিবা জানো? নোৱাৰিবা। বড়োসকলে বেলেগ হ'ব খুজিছে? হ'বলৈ দিয়া। বাধা দিব নালাগে।" কথাষাৰ শুনাৰ পিছত মই স্তম্ভিত হৈছিলোঁ। মনলৈ প্ৰশ্ন আহিছিল— হিতেশ ডেকাই ৰাজনীতিৰ ভাষা বুজে নে নুবুজে? বোধহয় নুবুজে? সেইবাবেই বৰপেটা সমষ্টিৰ পৰা ১৯৬২ চনত লোকসভাৰ সদস্য হ'ব খোজা হিতেশ ডেকা পৰাজিত হৈছিল। ইমান ভংভঙীয়া তথা স্পষ্টবাদী মানুহ আৰু কেতিয়াবা লগ পামনে? শংকাহীন একা? সঁচা কৈছোঁ, এনে শংকাহীন মানুহ জীৱনত মই খুব বেছি লগ পোৱা নাই। কাৰণ হিচাবে মই ইয়াকে বিচাৰি পাওঁ ঃ চৰকাৰৰ পৰা তেওঁ দুটা বস্তুহে গ্ৰহণ কৰিছিল— আদি জীৱনত শিক্ষকৰ চাকৰি এটা, পিছৰ জীৱনত ১৯৮৫ চনৰ পৰা, সাহিত্যিক পেঞ্চন মাহিলি পোন্ধৰৰ টকা— তাৰ বাহিৰে আন বহু লেখক-লেখিকাৰ দৰে বঁটা-বাহন বিচাৰি চৰকাৰৰ ঘৰত তেখেতে 'লাইন' দিয়া নাছিল— গতিকে চৰকাৰক ভয় কৰিবলৈও তেখেতৰ বাবে কোনো কাৰণ নাছিল। ভালৰি লগাই কথা কোৱাটো হিতেশ ডেকাৰ চৰিত্ৰৰ বাহিৰৰ বস্তু আছিল। তেখেত 'সৰ্ব হিতায়' আছিল; আৰু সেইবাবেই তেখেতৰ হিতেশ ডেকা নামটো সদাসাৰ্থক হোৱা বুলি মই আগতেও কৈছোঁ, এতিয়াও কওঁ আৰু ভৱিষ্যতেও ক'ম।

৭

হিতেশ ডেকাৰ জীৱনৰ বাট একা-বেঁকা আছিল। সৰলৰৈখিক উপন্যাস লিখা মানুহগৰাকীৰ জীৱন-ৰেখা, অন্ততঃ বাসস্থানৰ দৃষ্টিৰে, মূলতঃ চাৰিটা—

(ক) আজাৰ পাৰৰ তেইছ বছৰ (১৯২৪-৪২, ১৯৪৫-৪৮);
(খ) পলাতক জীৱনৰ তিনিটা বছৰ (১৯৪২-৪৫, ১৯৭২);
(গ) পাগলাদিয়া পাৰৰ কলেজীয়া সময় (১৯৪৯-৫৪)
(ঘ) জালুকবাৰীৰ জীৱন (১৯৫৭-২০০০)।

এতিয়া অলপ বহলকৈ—

(ক) আজা এখন জান নে নৈ কোৱাটো যেন টান। সৰ্থেবাৰীৰ এই আজাৰ পাৰতে পৰি আছে হিতেশ ডেকাৰ শৈশৱকাল, কেৱল শৈশৱ কালেই নহয়, জীৱনৰ প্ৰথম ঊনৈছটা বছৰ (১৯২৪-১৯৪২)। সাত বছৰ বয়সত, ১৯৩১ চনত, পিতৃ ৰবিৰাম ডেকাক হেৰুওৱা হিতেশ ডেকাই আঠ বছৰ বয়সত আজাৰ পানীত গা ধুই সৰ্থেবাৰী এম. ভি. স্কুলত গৈ ভৰ্তি হৈছিল। এম. ভি. স্কুলৰ জীৱনত শ্ৰেণীত সদায় প্ৰথম আছিল। ১৯৪০ চনত সুখ্যাতিৰে এম. ভি. পাছ কৰিছিল। লগে লগে সেই বছৰতে সৰ্থেবাৰী হাইস্কুল

স্থাপিত হোৱাত তাতেই হাইস্কুলীয়া জীৱনৰ পাতনি মেলিছিল। সদৌ অসম ছাত্ৰ সন্মিলনীৰ আঞ্চলিক গোটৰ সম্পাদক হৈছিল। তাৰ পাছতে 'ভাৰত ত্যাগ আন্দোলন'— ১৯৪২ চনৰ স্বাধীনতা। টিহু পথৰ দলং আৰু সৰ্থেবাৰী বঙলা ভঙা অভিযোগত অভিযুক্ত হ'ল হিতেশ ডেকা। হিতেশ ডেকা পলাল। সৰ্থেবাৰীত তেওঁ নোহোৱা হ'ল। হিতেশ ডেকা তেতিয়া পলাতক।

(খ) পলাতক আৰু যাযাবৰী জীৱনৰ বাটৰুৱা হ'ল হিতেশ ডেকা। সম্পূৰ্ণ তিনিটা বছৰ। সেয়া ১৯৪২-৪৫ ৰ কথা। চমুকৈ ডায়েৰীখন এনেকুৱা—

ছয়গাঁৱৰ খাটিৰা পাহাৰৰ অকা ৰাভাৰ ঘৰত, বকোত, ছয়গাঁৱৰ বন বিষয়াৰ কাৰ্যালয়ত কাম কৰা সম্বন্ধীয় ককায়েক অৰবিন্দ ডেকাৰ আশ্ৰয়ত; গোলাঘাটত কান্ধত ভাৰ লৈ সৰ্থেবাৰীৰ কাঁহৰ বাচনৰ ব্যৱসায়, পুলিচৰ হাত সাৰি গোলাঘাট অৰি ডিমাপুৰত; ডিমাপুৰত আজাদ হিন্দ ফৌজৰ কামকাজৰ অভিজ্ঞতা লাভ, পুনৰ গুৱাহাটীমুৱা; বৰমাত বি. কে. ভাণ্ডাৰীৰ আশ্ৰমত থাকি গাঁৱে গাঁৱে মেলেৰীয়া ঔষধৰ বিতৰণ; আন্দোলন ক্ৰমে শাম কাটে— ১৯৪৫ চনত সৰ্থেবাৰীৰ ল'ৰা সৰ্থেবাৰীলৈ ঘূৰি আহে। কৈ দ'ব পাৰি, হিতেশ ডেকাই পলাতক জীৱন আকৌ এবাৰ ল'ব লগাত পৰিছিল। ১৯৭২ চনত। মাধ্যম আন্দোলনৰ সময়ত। সেইবাৰ আছিলগৈ মোককচাঙত।

(গ) এআৰ পাৰত পুনৰ হিতেশ ডেকা (১৯৪৫-৪৮)। বাইছ-পঁচিশ বছৰ বয়সৰ কথা এয়া। একেলগে আৰম্ভ কৰিলে চাৰিটা কাম— কঁহাৰশালৰ কাগজ আৰু ৰেটিৰ ব্যৱসায়; সৰ্থেবাৰীৰ ডাঃ যাদৱ ডেকাৰ ফাৰ্মাচীত ঔষধ দিয়া ল'ৰাৰ কাম; কেইজনমান কলাপ্ৰেমিৰ লগত সৰ্থেবাৰীত এটা যাত্ৰাদল গঠন আৰু অভিনেতাৰ জীৱন, বাইশ বছৰীয়া হিতেশ ডেকাৰ সৰ্থেবাৰী হাইস্কুলত অষ্টমমান শ্ৰেণীৰ ছাত্ৰ হিচাবে ভৰ্তিকৰণ। বিদ্যাৰ লগত বয়সৰ কি সম্পৰ্ক? দেশৰ স্বাধীনতাৰ ৰণে জীৱনৰ তিনিটা বছৰ মাতৃপূজাৰ বেদীত বলি ললে - সেইবাবে পঢ়া কিয় বন্ধ কৰিব লাগে? হিতেশ ডেকাই ১৯৪৮ চনত ২৪ বছৰ বয়সত মেট্ৰিক পাছ কৰিলে। কিন্তু মেট্ৰিক পাছ কৰিয়েই কলেজলৈ দৌৰ নিদিলে। চলচিত্ৰ অভিনেতা হোৱাৰ মনেৰে কলিকতা যাত্ৰা কৰিলে। কিন্তু সফল নহ'ল। সৰ্থেবাৰীৰ ল'ৰা সৰ্থেবাৰীলৈ ঘূৰি আহিল। সেই বছৰতে প্ৰকাশিত হ'ল প্ৰথম পুথি প্ৰায়শ্চিত্ত গল্প সংকলন।

(ঘ) ইয়াৰ পিছত কলেজীয়া জীৱন— পাগলাদিয়াৰ পাৰত নতুনকৈ স্থাপিত হোৱা নলবাৰী কলেজত ১৯৪৯-৫৪ চনত। সেই সময়তে প্ৰকাশিত হয় প্ৰথম উপন্যাস 'আজিৰ মানুহ' (১৯৫২)। উপন্যাসখনে ৰজনজনাই তুলিলে অসমৰ গাঁও ভুঁই চহৰ। হিতেশ ডেকাৰ বয়স তেতিয়া আঠাইছ বছৰ।

(ঙ) ২৯ বছৰ বয়সত ১৯৫৩ চনত, বাসন্তী ডেকাৰ লগত তেওঁৰ বিয়া সম্পন্ন হয়। তেখেতসকল দুজন পুত্ৰ আৰু এজনী জীয়ৰীৰ জনক-জননী হ'ল। নিঃসন্দেহে বিয়াই হিতেশ ডেকাৰ জীৱনক নতুন এটি গতি দিয়ে। সেই গতিৰ কাহিনী এনেদৰে লিপিবদ্ধ কৰিব পাৰিঃ

(১) ১৯৫৪— কনিহা হাইস্কুলত সহকাৰী শিক্ষক, দ্বিতীয় গল্পপুথি 'গৰাখহনীয়া' আৰু দ্বিতীয় উপন্যাস 'নতুন পথ' প্ৰকাশিত;

(২) ১৯৫৫— সৰ্থেবাৰী স্কুলত চাৰিমাহ শিক্ষকতা;

(৩) ১৯৫৬— নকৈ স্থাপিত নলবাৰীৰ বনগাঁও হাইস্কুলত প্ৰধান শিক্ষক; 'মাটিকাৰ' উপন্যাস প্ৰকাশিত;

(৪) ১৯৫৭-৬২— গুৱাহাটীৰ জালুকবাৰী হাইস্কুলত সহকাৰী শিক্ষক, তৃতীয় উপন্যাস 'ভাৰাৰৰ' (১৯৫৮), চতুৰ্থ উপন্যাস 'সীমাৰ কাজিয়া' (১৯৬২), 'এনেহো জীৱন' (১৯৬০-৬২) আৰু প্ৰথম নাটক 'জনবীৰ প্ৰাণৰ কথা' (১৯৬১) প্ৰকাশিত;

(৫) ১৯৬২-৮৩— জালুকবাৰী হাইস্কুলত সহকাৰী প্ৰধান শিক্ষক; এই কুৰি বছৰত প্ৰকাশ হয়ঃ গল্প পুথি— 'এইখন আমাৰ সমাজ' (১৯৭২), 'এথুপি গল্প' (১৯৮২)
নাটক— 'বিদ্ৰোহ' (১৯৭৫), 'তীৰ্থ সন্মিলন' (১৯৮২), 'মন্ত্ৰীৰ ভতুৱা' (১৯৮৩)।

উপন্যাস— **'আচল মানুহ'** (১৯৬৩), **'বৈৰী মানুহ'** (১৯৬৫), **'জীৱন সংঘাত'** (১৯৬৯), **'ইতিহাসে সঁকীয়ায়'** (১৯৬৭), **'সুখৰ সংসাৰ'** (১৯৭৫), **'নিৰ্বাতিতা নাৰী'** (১৯৮০)।

প্ৰবন্ধমূলক— পশ্চিমবংগত **'মাটিকাৰ'** (১৯৬২), **'জাতীয় চৰকাৰ'** (১৯৮২), **'অসমীয়া জাতি টিকিবনে?'** (১৯৮৩)।

(চ) ১৯৮৩-১৯৮৫— জালুকবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক আৰু চাকৰিৰ পৰা অৱসৰ। এই সময়ছোৱাত হিতেশ ডেকাৰ কোনো পুথি প্ৰকাশিত নহ'ল।

(ছ) ১৯৮৫-২০০০— অৱসৰৰ পিছত বহু মানুহ কৰ্ম-নিথৰ হয়। 'মানুহৰ কথাকাৰ' হিতেশ ডেকা পিছে সেই প্ৰবৃত্তিৰ মানুহ নাছিল। গতিকে প্ৰকাশিত হয় এই সমূহ ৰচনা ঃ

গল্প পুথি— **'আকৌ গৰাখহনীয়া'** (১৯৯২), **'গল্পটো লিখা নহ'ল'** (১৯৯২);

উপন্যাস— **'গাঁৱৰ মানুহ'** (১৯৯৬), **'সাহসী ল'ৰা'** (যন্ত্ৰস্থ), মৃত্যুৰ ঠিক আগে আগে সমাপ্ত কৰা **'ত্যাগ'**।

নক'লেও হয়, বৰ্ণাঢ্য জীৱনৰ অধিকাৰী হিতেশ ডেকা। দুকুৰি বাৰ বছৰীয়া সাহিত্যিক জীৱনত তেখেতে যি লিখিলে, ৰাজনৈতিক মতবাদৰ দৃষ্টিৰে মোৰ বিচাৰত সেয়া তিনিটা ধাৰাত বিভাজিত— গান্ধীবাদী, সাম্যবাদী আৰু জাতীয়তাবাদী। এই তিনিওটা মতবাদৰ সমীকৰণত তেখেতে যিটো মতবাদ সদৰি কৰিব খুজিছিল, নিঃসন্দেহে সেয়া 'জাতীয়তাবাদী সমাজবাদ'ৰে পৰিপোষণ কৰিছিল। লেটিন আমেৰিকাৰ পৰা তেওঁৰ ওচৰলৈ যোৱা কমৰেডকেইজনমানক মাওৱে এবাৰ কাব্যিকতাৰে কৈছিল যে কোনো এখন দেশলৈ কমিউনিজ্‌ম আনিবৰ পৰত আনোতাসকলে চাব লাগে, তেওঁলোক কোন দেশৰ ঘোঁৰাত উঠিছে আৰু কোন দেশৰ ফুল তেওঁলোকৰ চকুত পৰিছে। হিতেশ ডেকাৰ অধিকাংশ লেখা-পঢ়াৰ অন্তত মোৰ মনলৈ এই ভাব আহি থাকে যে প্ৰণালীবদ্ধভাৱে মাওবাদ নপঢ়া হিতেশ ডেকাৰ ৰচনাত মাওবাদে পৰিপালন কৰা 'জাতীয়তাবাদী সমাজবাদ' অতি নিবিড়ভাৱে সন্নিবদ্ধ। তেখেতৰ বাবে 'অসমীয়া জাতীয়তা' প্ৰথম কথা; তাৰ পিছতহে 'সমাজবাদ'ৰ মাজতে জীয়াই থাকিব 'মানুহৰ কথাকাৰ' হিতেশ ডেকা। মাটি, মানুহ আৰু জাতীয় চেতনাই তেখেতক যিমান আকৰ্ষণ কৰিছিল, আন একোৱে আৰু কৰা নাছিল। জীৱনত এনে মানুহ লগ পোৱাটো পৰম সৌভাগ্যৰ কথা।

## দুই

বুজা-নুবুজা সেই বয়সত ১৯৬৫ চনত যিখন উপন্যাসেৰে মই মোৰ উপন্যাস পাঠ আৰম্ভ কৰিছিলো, সেই উপন্যাস আছিল হিতেশ ডেকাৰ **'ভাৰাঘৰ'** (১৯৫৭)। **'ভাৰাঘৰ'**— এ সেই নুবুজা বয়সতে মোৰ চকুত কিবা এক মায়া-কাজল সানিলে। উপন্যাসখনৰ নায়ক শৰৎ এজন 'হাকিম' (এ চি এছ বিষয়া)। হাকিম চৰিত্ৰৰ চৰিত্ৰায়ন সেইখন উপন্যাসতে প্ৰথমবাৰৰ বাবে মই দেখিলো। নিৰুপমা বৰগোহাঞিএ বাইদেৱে তেওঁৰ আত্মকথা 'বিশ্বাস আৰু সংশয়ৰ মাজেদি'ত লিখিছে কেনেকৈ মই ১৯৬০ চনতে হাকিম হোৱাৰ সংকল্প লৈছিলো (পৃঃ ১৯০)। এই ঘটনাৰ পাঁচ বছৰ পিচত মই পুনৰ হাকিম হোৱাৰ সপোন দেখিলো— **'ভাৰাঘৰ'** পঢ়াৰ পিচত মোৰ কৈশোৰৰ কল্পনাত উপন্যাসখনৰ নায়ক নায়িকা শৰৎ আৰু সবিতা যিমান জীৱন্ত হৈ উঠিছিল, আজিও সিমানেই জীৱন্ত। এতিয়া চিভিল ছাৰ্ভিচত একৈশটা বছৰ (১৯৭৯-২০০০) পাৰ কৰাৰ পিচত মাজে মাজে ভাবো, 'ভাৰাঘৰ' মোৰ কৈশোৰৰ অন্য এক প্ৰৱৰ্তক আছিল।' পিচত 'চন্দ্ৰপ্ৰকাশ'ৰ বিশ্ণীত স্বত্বাধিকাৰী ৰাজেন্দ্ৰমোহন শৰ্মাৰ উপস্থিতিত হিতেশ ডেকাই মোক এদিন কৈছিল— 'শৰৎ এক সঁচা চৰিত্ৰ। তোমালোকৰ এ চি এছ বিষয়া নগেন তামুলীকে 'শৰত'ৰ মাধ্যমত মই চিত্ৰিত কৰিছো। তামুলী আৰু মই একেলগে ভাৰাঘৰত আছিলো। মোৰ অন্তৰঙ্গ বন্ধু তেওঁ। ভাবি আচৰিত হওঁ, ছয়গাঁও হাইস্কুলত পঢ়ি থাকোতে ছয়গাঁৱৰ এছ ডি চি নগেন তামুলীকে মই এদিন সুধিবলৈ গৈছিলো, 'হাকিম হ'বলৈ হ'লে কি কি পঢ়িব লাগে।' তেওঁ প্ৰথমে আচৰিত হৈছিল, তাৰ পিচত মোক

কুজাইছিল। এই লে মোৰ জন্ম ঠাই ছয়গাঁৱত মোৰ সমকালীনসকলৰ মাজত মুখৰোচক গল্প এটা আজিও চলি আছে।

(২) তেতিয়ালৈকে প্ৰকাশিত হিতেশ ডেকা ৰচিত এনে এখন কিতাপ নাই, যাক মই মেট্ৰিকৰ জেওনা (১৯৭১) পাৰ নৌহওঁতেই পঢ়ি অতোৰা নাই। আনকি হিতেশ ডেকাৰ প্ৰথম প্ৰকাশিত পুথি 'প্ৰায়শ্চিত্ত'ও (১৯৪৮) মোৰ হাত এৰাই যোৱা নাছিল। 'প্ৰায়শ্চিত্ত' আছিল সৰু এক গল্প সংকলন। মোৰ ধাৰণা হয় স্বৰাজোত্তৰ অসমীয়া গল্পৰ ইতিহাসত ফ্ৰয়েডীয় মনোবিশ্লেষণৰ প্ৰাৰম্ভণ-কথা ৰমা দাস, কৃষ্ণ ভূঞা আদিৰ 'আবাহন যুগ'ৰ (১৯২৯-১৯৪৩) গল্পতহে সাঙোৰ খাই আছে। গল্প এটাৰ নায়কে তেওঁৰ প্ৰেয়সীৰ ৰূপৰ কল্পনা কৰি প্ৰেয়সীৰ অকুমাৰী ভনীয়েকৰ গালত চুমা এটা খোৱাৰ যি উদ্দাম বাসনা অনুভৱ কৰিছে ঠিক তেনেধৰণৰ এক গাল্পিক চিত্ৰ হিতেশ ডেকাই আমাক সেই ১৯৪৮ চনতে দিবলৈ সক্ষম হৈছে। হিতেশ ডেকাৰ কিতাপৰ 'কৈশোৰ-অধ্যয়ন' মোৰ বাবে এই কাৰণেই সম্ভৱ হৈছিল যে কুৰি শতিকাৰ পঞ্চাশ-ষাঠিৰ দশকত অসমত যি এক পুথিভঁৰাল-আন্দোলন গঢ়ি উঠিছিল, সেই আন্দোলনৰ ফলশ্ৰুতিতে দক্ষিণ কামৰূপৰ ছয়গাঁৱৰ নিকটৱৰ্তী আমাৰ গাঁও মাজপাৰাৰ 'বীণাপাণি পুথিভঁৰাল' তথা ওচৰ-পাঁজৰৰ কৈমাৰী, কালাঘাট, ডাকুৱাপাৰা, বিহদিয়া, বৰাখাট আদি গাঁওসমূহৰ পুথিভঁৰালত হিতেশ ডেকাৰ কিতাপসমূহে আলমাৰি শুৱাই ৰাখিছিল। হিতেশ ডেকাৰ কিতাপৰ বিশেষকৈ উপন্যাসৰ জনপ্ৰিয়তা সেই তেতিয়াৰে পৰা তুংগত। অসমত কোনো ঔপন্যাসিকৰ উপন্যাসৰে একুৰিৰ অধিক সংস্কৰণ ওলোৱা নাই, কিন্তু হিতেশ ডেকাৰ ওলাইছে। কি ইয়াৰ কাৰণ? কাৰণ এটাই যে সৰু সৰু মানুহ— বিশেষকৈ গাঁৱলীয়া মানুহৰ হৃদয়-মন চুই যাব পৰাকৈ তেওঁৰ সমান দক্ষতাৰে অসমত কোনেও উপন্যাস লিখিব পৰা নাই। মনত পৰিছে এই লিখক শদিয়া মহকুমাৰ তিতাবৰৰ এ চি এছ বিষয়া তথা ইংৰাজী সাহিত্যৰ ছাত্ৰ জিতেন্দ্ৰ নাথ হাজৰিকাই কোৱা কথা এষাৰ—

> 'হিতেশ ডেকাৰ জনপ্ৰিয়তাৰ কথা ভাবিলে মই তবধ হওঁ। মই তেতিয়া আগমণিৰ এছ ডি চি। লাইট নাই। লেম্পেই সৰ্বস্ব। সেই লেম্পৰ পোহৰত ৰাতি দুই-তিনি বজালৈ আৰু কেতিয়াবা একেবাৰে ৰাতিপুৱালৈ মোৰ ৰান্ধনি ল'ৰাটোৱে উপন্যাস পঢ়িছিল। সেই উপন্যাস হিতেশ ডেকাৰ বাহিৰে আন কাৰো নাছিল। একেখন উপন্যাসকে দুই-তিনিবাৰকৈ পঢ়িছিল।'

হিতেশ ডেকাৰ জনপ্ৰিয়তাৰ সন্দৰ্ভত শ্ৰীহাজৰিকাই (বৰ্তমানে উপসচিব) কোৱা এই কথাষাৰ বৰ ডাঙৰ 'কমপ্লিমেন্ট'। সাহিত্যৰ নন্দনতাত্ত্বিক বা সমীক্ষাত্মক তথা কলাত্মক বিশ্লেষণ কৰিব নজনা পঢ়ুৱৈৰ মানত হিতেশ ডেকাই অসমৰ শ্ৰেষ্ঠ ঔপন্যাসিক। প্ৰয়াত ডেকাৰ পৰম বিৰোধীজনেও এই কথা স্বীকাৰ নকৰাকৈ নোৱাৰে। 'পৰম বিৰোধী'ৰ কথা এই কাৰণেই ক'লো যে হিতেশ ডেকাৰ উপন্যাস কলেজ-বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰাৰ বিৰোধিতা কৰা লোক বা সমালোচক এই অসমত এতিয়াও আছে। কিয় এই বিৰোধিতা? ৰাজহুৱাকৈ কোৱাৰ সাহস কাৰোবাৰ আছেনে?

(৩) হিতেশ ডেকাৰ উপন্যাস নগৰৰ ড্ৰইংৰুমত যিমান শোভা পায়; গাঁৱৰ উকথা পঁজাত সেই শোভা শতগুণ বৰ্ধিত হয়। গুৱাহাটীৰ কথা বাদ দিলে নগৰ নথকা অসমত হিতেশ ডেকাই নগৰৰ কথা নিলিখা নহয়, লিখিছে, পিচে লিখিলেও গাঁৱৰ প্ৰয়োজনতহে নগৰৰ কথা লিখা হৈছে। যথা-তিনিটা খণ্ডত সমাপ্ত 'এয়েতো জীৱন' (১৯৬২) উপন্যাসৰ নায়ক হোজা মনৰ গাৱঁৰোবান বলোৰামে সীতা-সদৃশ পত্নী উমাৰ চৰিত্ৰত বামৰ দৰে সন্দেহ কৰি গাঁও এৰিছে— গুৱাহাটীলৈ আহি ঘোঁৰাগাড়ী চলাইছে, বলোৰামক বিচাৰি উমা-ভাতৃ বীৰেন গুৱাহাটীলৈ আহিছে, গুৱাহাটীত কামাখ্যাৰ নামনিৰ ৰাষ্ট্ৰীয় ঘাইপথৰ সেই সৰু ঠেকটোত সংঘটিত হোৱা দুৰ্ঘটনাটো নগৰত ঘটিলেও কাহিনীৰ সমস্ত চালিকাশক্তি কিন্তু গাঁৱতে আছে। যোৱা বুধবাৰ, ৩০ আগষ্ট ২০০০ তাৰিখে হিতেশ ডেকাৰ শৱদেহ তেওঁৰ মানসপুত্ৰ বীৰেন মৰা কামাখ্যাৰ নামনিৰ সেই ঠেকটোৰে লৈ যাওঁতে 'এয়েতো জীৱন'ত থকা আহৰিৰ সেই বাটছেৰাৰ বৰ্ণনাৰ কথাই মোৰ মনলৈ

আছিছিল। কৈ থওঁ, সেই ঠেকটো আজি আৰু নাই। হিতেশ ডেকা চুকোবাৰ কেইদিনমান আগতে সেই ঠেক বাটছোৱা কামাখ্যা পাহাৰৰ মাটি কাটি বহল কৰা হৈছে। এইখিনিতে ইয়াকো উনুকিয়াই থ'ব পাৰি যে আজি এবছৰমান আগতে এই ঠাইডোখৰতে মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তক বোমা ফুটাই হত্যা কৰি অসমৰ ৰাজনৈতিক ইতিহাসৰ গতিধাৰাকে অনাযাসে বোলাই নিয়াৰ চেষ্টা চলিছিল। নক'লেও হয়, নামনি কামাখ্যাৰ এই বাটছোৱাৰ বুৰঞ্জী হিতেশ ডেকাই তেওঁৰ অজ্ঞাতেই লিখি থৈ গ'ল। ইয়াকো কৈ থওঁ, উপন্যাসৰ সমানকৈ পাগত নুঠিলেও হিতেশ ডেকাই তেওঁৰ সমকালীন সময়ৰ জাতীয় বুৰঞ্জী লিখিছে। আনকি পুথি আকাৰতো সেই বুৰঞ্জী প্ৰকাশিত হৈছে— কামৰূপ জিলা সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিচাপে দিয়া ভাষণ দুটাও অসম বুৰঞ্জীৰ অধ্যয়নৰ বাবে অৱশ্যেই পঠনীয়।

(৪) হিতেশ ডেকা কবি নহয়। কিন্তু কবিতা অধ্যয়ন তেওঁ কৰিছিল। সেইবাবেই 'আজিৰ মানুহ' (১৯৫২) উপন্যাসৰ সামৰণিত যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাৰ সফল উদ্ধৃতিৰে কাহিনী-বিন্যাসৰ গতিধাৰা একেবাৰে জীপাল কৰিব পাৰিছে। আকৌ ক'ব পাৰি হিতেশ ডেকা কবিও। অন্ততঃ এটা কবিতা তেওঁ লিখিছে। সেই কবিতাটো 'এয়েতো জীৱন' উপন্যাসৰ প্ৰাৰম্ভতে এক অঘোষিত 'পাতনি' হিচাপে তেওঁ যেন লিখিছে। মোৰ প্ৰিয় কবিতাবিলাকৰ ভিতৰত সেইটোও এটা। ছয়গাঁও হাইস্কুলৰ ছাত্ৰ হৈ থাকোতে (১৯৬৬-১৯৭০) আৰু পৰৱৰ্তী কালত সেই স্কুলতে হিন্দী শিক্ষকতা কৰোতে (১৯৭২-১৯৭৪) স্কুলৰ কেইবাখনো সভাত কবিতাটো মই আওৰাইছিলো— 'এয়েতো জীৱন বন্ধু এয়েতো জীৱন/আছে য'ত সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন. . .'

(৫) হিতেশ ডেকাৰ উপন্যাসৰ মাধ্যমেদি অসমৰ গঞা-চহাৰ যি জীৱন -চিত্ৰ পোৱা যায় সেই জীৱন-চিত্ৰৰ এক দূৰণিবটীয়া ৰিং ইংৰাজী ঔপন্যাসিক থ'মাছ হাৰ্ডী (১৮৪০-১৯২৮)ৰ উপন্যাসতো শুনিবলৈ পোৱা যায়। হিতেশ ডেকাক মোৰ অসমৰ থ'মাচ হাৰ্ডী বুলিবৰ মন যায়। অসমীয়া উপন্যাসত কিছুমান 'টাইপ' চৰিত্ৰ পোৱা যায়। যথা-জংকি পানেইৰ 'টাইপ' ('মিৰি জীয়ৰী' ১৮৯২ ৯৫), তগৰ সুপ্ৰভা-ধৰণী-কমলাকান্তৰ 'টাইপ' ('জীৱনৰ বাটত' ১৯৪৪-৪৫) আদি। হিতেশ ডেকাৰ ডাঙৰ পুতেক তথা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ ড উমেশ ডেকাই তেওঁৰ অসমীয়া উপন্যাসবিষয়ক গৱেষণা-গ্ৰন্থত 'আজিৰ মানুহ'ৰ নায়ক প্ৰতাপকো 'টাইপ' চৰিত্ৰৰ মৰ্যাদা দিছে। পুত্ৰই কৰা পিতৃৰ উপন্যাসৰ বিশ্লেষণত আমাৰ বিচাৰত এয়া যথাৰ্থ হৈছে। আমাৰ ধাৰণা 'অসমীয়া উপন্যাসৰ গান্ধীবাদী বা ৰাজনৈতিক অধ্যয়ন' যেতিয়া হ'ব, প্ৰতাপ চৰিত্ৰটোৰ গুৰুত্ব তেতিযা বাঢ়িব। অসমীয়া উপন্যাসৰ ধৰাতলত 'জীৱনৰ বাটত' উপন্যাসৰ গান্ধীবাদী ধৰণীৰ পিচত 'আজিৰ মানুহ'ৰ নায়ক প্ৰতাপ নিঃসন্দেহে অন্যতম গান্ধীবাদী চৰিত্ৰ। মোৰ ধাৰণা, ধৰণী-প্ৰতাপ আমাৰ উপন্যাসৰ গান্ধীবাদী দুনয়ন।

(৬) এই 'দুনয়ন'ৰ অন্যতম ধাৰক বা স্ৰষ্টা হিতেশ ডেকালৈ ১৯৬৮ চনত অষ্টম শ্ৰেণীত থাকোতে মই এখন চিঠি লিখিছিলো— 'ইমান কম বয়সতে উপন্যাস পঢ়া বাবে মোক অনেকে বাধা দিয়ে। মই এতিয়া কি কৰিব লাগে?' একেটা প্ৰশ্ন 'নতুন অসমীয়া'কো কৰিছিলো (১৯৬৭)।

'নতুন অসমীয়া'ই উত্তৰ দিছিল— সেই কাকতত প্ৰশ্নোত্তৰৰ শিতান এটাই আছিল। ১৯৭১ চনত মেট্ৰিক পাছ কৰি যেতিয়া কটন কলেজ পালোহি আৰু হিতেশ ডেকাৰ পুতেক উপৰোক্ত উমেশ মোৰ 'তুই' পৰ্যায়ৰ বন্ধু হৈ পৰিছিল, তেতিয়াই কৈশোৰ-মনৰ চিনাকি হিতেশ ডেকাক 'চাবলৈ' গুৱাহাটী বিশ্ববিদ্যালয়ৰ উত্তৰে গাড়ীগাঁৱত থকা 'সুন্দৰী কুটীৰ'লৈ সৰ্বপ্ৰথমবাৰৰ বাবে গৈছিলো। উমেশৰ লগত। সেই তেতিয়াৰে পৰা হিতেশ ডেকাৰ ঘৰখন মোৰ চিনাকি। চিনাকি সেই ঘৰখনৰ সম্মুখত থকা কনিডৰাৰ ওপৰত সক এখন বিছনাত হিতেশ ডেকাৰ শৰদেহ শুৱাই থোৱা হৈছিল (ত্ৰিশ আগষ্ট ২০০০)। এহেজাৰবো অধিক লোকৰ ভিৰ। গাড়ীগাঁৱৰ হিন্দু-মুছলমান সেই ভিৰৰ মাজত হেৰাই গৈছিল। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক হিচাপে প্ৰয়াত ঔপন্যাসিকগৰাকীৰ শৰদেহত এমুঠি পুষ্পাঞ্জলি দি কামৰূপ অনুসন্ধান সমিতিৰ সচিব ড° নিশিপদ চৌধুৰীৰ কাষত আহি থিয় হ'লো। ড° চৌধুৰীয়ে ক'লে, 'সাহিত্য

সভাৰ এখন অধিৱেশনত হিতেশ ডেকাৰ নাম ঘোষিত হোৱা মাত্ৰেই মানুহে গছত উঠিও তেওঁক চাইছিল। এনে ঘটনা মই ক'তো আৰু দেখা নাই।' আমাৰ লগতে থকা আলোচক আৰু লোকবাৰ্তাবিদ ড° নবীন চন্দ্ৰ শৰ্মা ছাৰে ক'লে, 'হিতেশ ডেকাই জীৱনত কি কৰা নাই? কঁহাৰ শালত হাতুৰী কোবোৱাৰ পৰা সৰু-সুৰা ব্যৱসায় আদিকে ধৰি সকলো কাম তেওঁ কৰিছে।' ঘৰলৈ ঘূৰি আহোতে ড° শৰ্মা ছাৰক গাড়ীত মই ক'লো, 'ছাৰ এজন হাইস্কুল শিক্ষক অসম সাহিত্য সভাৰ সভাপতি হোৱাটো স্বাধীনতাৰ পিচৰ অসমৰ এক বিৰল ঘটনা। হিতেশ ডেকা সেই বিৰল ব্যক্তিৰে এজনা।' তাৰ পিচত কৈছিলো, 'আৰু এটা কথা ছাৰ। নিজৰ জন্ম ঠাইত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিৱেশনত সভাপতি হোৱাটো একমাত্ৰ হিতেশ ডেকাৰ ভাগ্যতহে সম্ভৱ হৈছে। তাতোকৈ ডাঙৰ কথা সেইখন হাবিয়নি পথাৰত য'ত এদিন তেওঁ নিজে খৰি লুৰি ফুৰিছিল।'

ঘৰ আহি পালো। কাণত বাজি আছে উমেশৰ কথা নিঃশব্দে গুচি গ'ল ভাই! আমাক একো ক'বকে নাপালে। মৰাৰ দুদিন আগেয়ে শেষ কৰি গ'ল 'ত্যাগ' নামৰ পাণ্ডুলিপি।' গুৱালকুছি কলেজৰ অধ্যাপক তথা হিতেশ ডেকাৰ আন এজনা পুতেক যোগেশ ডেকা স্থিতপ্ৰজ্ঞৰ দৰে পিতৃৰ শৱদেহৰ শেষকৃত্যৰ কামত লাগিছে। ধৈৰ্য ধৰিছে, ভাগি পৰা নাই চাৰিগৰাকী জীয়ৰীৰ দুগৰাকী বিয়া দিবলৈ থাকি গ'ল, পিতা ঐ....!' তেওঁলোকে কান্দিছে, ভাগি পৰিছে। কিন্তু তাতোকৈ বিষাদগধুৰ হৈ পৰিছিল সেই দৃশ্য, যেতিয়া কোনোবা এজনে হিতেশ ডেকাৰ পত্নী শ্ৰদ্ধেয়া বাসন্তী ডেকাক দাং কোলাকৈ দাঙি আনি স্বামীৰ শৱদেহত শেষ সেৱা জনাব দিছিল, 'অ মোক কিয় এৰি গ'ল? মোক কিয় ইমান মৰম কৰিছিল? পত্নীৰ ক্ৰন্দনৰ শেষৰটি বাক্যতে সোমাই আছে দৰদী স্বামী হিতেশ ডেকাৰ এক দৰদী চিত্ৰ। তেওঁলোকৰ সংসাৰখন প্ৰাচীনপন্থী আছিল, আধুনিকপন্থী নাছিল— এই কথা মই অন্ততঃ জানো। জানো বাবেই মনটো বিষাই থাকিল। সেইবাবে নেকি এই কথাখিনি নিলিখি নোৱাৰিলো। হিতেশ ডেকা নমৰে, মৰিব নোৱাৰে। তেওঁ জীয়াই থাকিব— অসমৰ গঞা চহা মনত, হৃদয়বাদী পঢ়ুৱৈৰ হৃদয়ত, কবিতাৰে ক'বলৈ হ'লে অসমৰ ধূলি -বালিৰ মাজত।



বিঃ দ্ৰঃ প্ৰবন্ধটিৰ আদিছোৱা 'ৰংঘৰ'ৰ নৱেম্বৰ(২০০০) আৰু দ্বিতীয়ছোৱা অসমীয়া প্ৰতিদিনৰ ১১ছেপ্টেম্বৰ(২০০০) সংখ্যাত প্ৰকাশিত হৈছিল। প্ৰবন্ধটিত উল্লিখিত হিতেশ ডেকাৰ জ্যেষ্ঠপুত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মীডাৰ আছিল যদিও বৰ্তমান তেখেত আধুনিক ভাৰতীয় ভাষা বিভাগৰ মুৰব্বী অধ্যাপকহে।

# হিতেশ ডেকাৰ 'নতুন পথ' এটি সংক্ষিপ্ত পৰ্যালোচনা

ড° লীলাৱতী শইকীয়া বৰা

১৯৫২ চনত 'আজিৰ মানুহ' প্ৰকাশ হোৱাৰ দুবছৰৰ পাছত ১৯৫৪ চনত হিতেশ ডেকাৰ দ্বিতীয়খন উপন্যাস 'নতুন পথ' প্ৰকাশ পায়। প্ৰথমখনৰ দৰে এইখন উপন্যাসৰ পটভূমিও অসমৰ গ্ৰাম্য জীৱন। গাঁৱৰ এগৰাকী দুখুনী বিধৱাৰ সন্তান বিজয় আৰু মধ্যবিত্ত খেতিয়কৰ গাঁৱলীয়া ছোৱালী শান্তিৰ প্ৰেমক কেন্দ্ৰ কৰি ৰচনা কৰা 'নতুন পথ' এখন ৰোমান্টিক উপন্যাস।

'নতুন পথ' উপন্যাসখন ঊনচল্লিশটা অধ্যায়ত বিভক্ত। প্ৰতিটো অধ্যায়ৰ বিষয়বস্তু অনুযায়ী একোটো নিৰ্দিষ্ট নাম দিয়া হৈছে। অধ্যায়টোৰ নামৰ তাৎপৰ্য অধ্যায়টোৰ শেষত সংক্ষেপে উল্লেখ কৰা হৈছে উদাহৰণ স্বৰূপে, প্ৰথম অধ্যায়ৰ নাম হৈছে 'ত্ৰিবেণী সংগম'। সেই ত্ৰিবেণী সংগম হোৱা ব্যক্তিকেইজননো কোন তাক এনেদৰে প্ৰকাশ কৰা হৈছে,

"মৃত্যুমুখী এক দৰিদ্ৰ খেতিয়কৰ যথাসৰ্বস্ব হৰণ কৰি নাবালক সন্তানটিক পথৰ কাঙাল কৰিবৰ বাবে হ'ল দীনবন্ধু, চিতাৰামায়া আৰু চেনীৰামৰ ত্ৰিবেণী সংগম।"

সেই নাবালক সন্তানটিয়েই হৈছে বিধৱা দুখুনীৰ একমাত্ৰ সন্তান বিজয়। পিতাকৰ মৃত্যুৰ পাছত ঘৰ মাটি নিলামত থোৱাত বিজয় বিধবা মাকৰ সৈতে চিতাৰামায়া কেঞাৰ অনুগ্ৰহত নিজৰ ঘৰতে থাকিল বিজয় ডাঙৰ হোৱালৈ তাত থাকিয়েই বিজয়ে সুখ্যাতিৰে মেট্ৰিক পাছ কৰি উচ্চ শিক্ষাৰ কাৰণে গুৱাহাটীলৈ আহিল আৰু দুটা টিউচন যোগাৰ কৰি মেচত থাকি পঢ়িবলৈ ল'লে। দুৰ্ভাগ্যবশতঃ বিজয়ে বি.এ. পাছ কৰিব নোৱাৰিলে। ঠিক সেইখিনি সময়তে বিজয়হঁতক চিতাৰামায়া কেঞাই ঘৰ এৰিবলৈ নিৰ্দেশ দিলে। নিৰুপায় হৈ বিজয় মেচত একেলগে থাকি বি.এ. পাছ কৰি গাঁৱৰ স্কুলৰ কামত সোমোৱা বন্ধু হৰেণ ডেকাৰ ঘৰ পালেগৈ। হৰেণৰ চেষ্টাত বিজয় সেই স্কুলৰে মাষ্টৰ হ'ল. আৰু মাককো লগতে ৰখাৰ ব্যৱস্থা কৰিলে। স্কুলত কাম কৰি থাকোঁতেই বিজয়ৰ চিনাকি হয় খেতিয়কৰ ছোৱালী শান্তিৰ লগত। শান্তি গাঁৱলীয়া হ'লেও শিক্ষাৰ কিছু পোহৰ পোৱা ছোৱালী। লাজকুৰীয়া, কমকথা কোৱা শান্তি মনেমনে বিজয়ৰ প্ৰেমত পৰিল। বিজয়ে কিন্তু তাৰ একো উমান নাপালে। ইফালে সুদখোৰ মহাজন দীনবন্ধুৰ পুতেক ললিতে শান্তিৰ মন পাবৰ কাৰণে যত্ন কৰিলে। ললিত লম্পট স্বভাৱৰ ল'ৰা। শান্তিয়ে সাহসেৰে ললিতক প্ৰত্যাখ্যান কৰিলে। ইফালে পদ্ম উকীলৰ একমাত্ৰ বদনামী কন্যা অনুপমাক বিয়া নকৰোৱাৰ কাৰণে বিজয়ে প্ৰাইভেট স্কুলৰ চাকৰিটো হেৰুৱাই গাঁৱৰ সম্বন্ধীয় খুৰাকৰ ঘৰত গৈ থাকিবলৈ ল'লে। ইতিমধ্যে অনুপমাক দীনবন্ধুৰ পুতেক ললিতে বিয়া কৰালে। গাঁৱত থাকোঁতেই উকীলৰ জীয়েকৰ বিষয়ে গাঁৱৰ মানুহক বেয়াকৈ লগোৱা বুলি ভাবি এদিন নিশা গোপনে বিজয়ক খুৰাকৰ ঘৰৰ পৰা নি দীনবন্ধুৰ ফলীয়া গাঁৱৰ ডেকাকেইটামানে মাৰ-ধৰ কৰি আধামৰা কৰিলে। বিজয় ওচৰৰে ডাক্তৰ খানাত থাকিব লগা হ'ল। তাৰপৰা এসময়ৰ সহপাঠী আৰু সহকৰ্মী হৰেণ ডেকাই বিজয়ক মাকৰে সৈতে নিজৰ ঘৰলৈ লৈ গ'ল। হৰেণ ডেকাৰ ঘৰত চিকিৎসাধীন হৈ থাকোঁতেই বিজয় আৰু শান্তিৰ মাজত পবিত্ৰ প্ৰেমৰ এক নিবিড় সম্পৰ্ক গঢ় লৈ উঠিল। কিন্তু সেই সম্পৰ্কৰ কথা কোনেও কাকো মুখ খুলি নকলে। আৰোগ্য লাভ কৰি বিজয়

চাকৰি বিচাৰি গুৱাহাটীলৈ যায়। সেই সময়তে হৰেণৰ মধ্যস্থতাত হৰেণৰ বন্ধু পুলিচ ইন্সপেক্টৰ দেৱেন দাসৰ লগত শান্তিৰ বিয়া হৈ যায়। বিয়াৰ চিঠি পাই বিজয় মৰ্মাহত হ'ল।

শান্তিৰ স্বামী দেৱেন দাস এসময়ত বিজয়ৰো সহপাঠী বন্ধু আছিল। এদিন দাসে বিজয়ক লগ পাই জোৰ কৰি ঘৰলৈ লৈ গ'ল। ঘৰত গৈ শান্তিক দেৱেনৰ পত্নী ৰূপত দেখি বিজয় আচৰিত হ'ল। সি যি কি নহওক, বন্ধু দেৱেনৰ অনুৰোধত নিশাটো তাতে কটাই পিছদিনা আহিবৰ পৰত বিজয় আৰু শান্তিয়ে মুকলিকৈ মনৰ কথা পাতিলে। ইমানদিনে পুঞ্জীভূত হৈ থকা মনৰ কথাবোৰ কৈ দুয়ো সকাহ পালে। বিজয়ে শান্তিৰ প্ৰতি থকা ব্যক্তিগত প্ৰেম বিশ্বপ্ৰেমলৈ ৰূপান্তৰিত কৰাৰ প্ৰতিশ্ৰুতিৰে মানৱ সেৱাৰ নামত নিজকে উচৰ্গা কৰিলে।

উপন্যাসখন আদ্যন্ত পঢ়ি উঠাৰ পাছত ভাব হয়, ৰোমাণ্টিক হ'লেও এই উপন্যাসৰ মূল কথা যেন প্ৰেম নহয়; মধ্যবিত্ত অসমীয়া সমাজত বিৰাজ কৰা ঠগ-প্ৰবঞ্চনা, দুৰ্নীতি, মৰম-স্নেহ, সহানুভূতিশীলতা আদি চিৰন্তন মানৱীয় গুণবোৰৰ অকপট প্ৰকাশহে। হিতেশ ডেকা গান্ধীৰ আদৰ্শত অটল বিশ্বাস থকা এগৰাকী সমাজৰ প্ৰতি দায়বদ্ধ লেখক। আজিৰ মানুহকে ধৰি তেওঁৰ প্ৰতিখন উপন্যাসত প্ৰেমৰ কাহিনী একোটাৰ জৰিয়তে চৰিত্ৰ একোটাক জীৱন্ত কৰি তোলাতকৈ সেই চৰিত্ৰ আৰু আন সহযোগী চৰিত্ৰৰ মাধ্যমত নিজৰ জীৱনাদৰ্শ প্ৰকাশ কৰাতহে অধিক গুৰুত্ব দিয়া হৈছে। 'নতুন পথ'তো সেয়ে হৈছে। নায়ক বিজয়, নায়িকা শান্তি আৰু খলনায়ক ললিত কোনোটো চৰিত্ৰই স্বকীয় ব্যক্তিত্ব আৰু স্বমহিমাৰে উজ্বলি উঠিব পৰা নাই। প্ৰতিটো চৰিত্ৰই অৱস্থাৰ দাস। প্ৰতিকূল পৰিস্থিতিৰ উৰ্দ্ধলৈ গৈ কোনোটো চৰিত্ৰই নিজক সুপ্ৰতিষ্ঠিত কৰিব পৰা নাই, গতিকে নায়ক হিচাপে বা খলনায়ক হিচাপে বিজয় বা ললিতৰ গাত যিবোৰ গুণ থাকিব লাগিছিল, সেইবোৰ অনুপস্থিত। ফলত কোনোটো চৰিত্ৰৰ সুখ বা দুখে পাঠকক অভিভূত কৰিব নোৱাৰে। নায়িকা শান্তিৰ ক্ষেত্ৰতো সেই একে কথা। চৰিত্ৰটোৰ কোনো উত্তৰণ নাই। আদিৰপৰা অন্তলৈকে শান্তি এগৰাকী অজলা, সংৰক্ষণশীলা গাঁৱলীয়া নাৰীৰূপে থাকি গ'ল বুকুত গোপনে বিচ্ছেদৰ জ্বালা লৈ। আনহাতে বিজয়েও চিৰদিন গোপনে সহ্য কৰি থাকিব লগা হ'ল ব্যৰ্থ প্ৰেমৰ যন্ত্ৰণা। শান্তিৰ প্ৰেমক অমৰ কৰি ৰাখিবলৈ আজীৱন অবিবাহিত থকাৰ সংকল্প লৈ মানৱ সেৱাৰ কামত শান্তিৰ কাষৰ পৰা আঁতৰি যোৱা কাৰ্যই বিজয়ৰ চৰিত্ৰত এক নতুন মাত্ৰা প্ৰদান কৰিছে। তেওঁ পৰাজয়ৰ জয়মাল্য লৈ নতুনৰ সন্ধানত ব্ৰতী হ'ব বিচাৰিছে। তাৰ দ্বাৰা লেখকে এক আদৰ্শ জীৱনৰ ছবি দাঙি ধৰিছে।

'নতুন পথ'ত ঔপন্যাসিকে অধিক গুৰুত্ব দিছে গ্ৰাম্য জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, কাজিয়া-পেচাল, ঈৰ্ষা-অসূয়া, ঠগ-প্ৰবঞ্চনা আদি প্ৰাত্যাহিক জীৱনৰ সৰু সৰু কথাবোৰৰ ওপৰত। উপন্যাসখনৰ আৰম্ভণিতে গাঁৱৰ দুখীয়া মানুহক টকা ধাৰে দি শেষত চক্ৰান্ত কৰি ধাৰ লোৱাজনৰ মাটি-বাৰী হস্তগত কৰি ধনী হোৱা দুৰ্নীতি পৰায়ণ দীনবন্ধুৰে দুখীয়া মানুহ ৰতনৰ ঘৰ-মাটি আত্মসাৎ কৰাৰ সঁচা ছবি এখন দাঙি ধৰিছে। তেওঁৰ লগতে স্পষ্ট হৈ উঠিছে জাল দলিল লেখি টকা অৰ্জা চেনিৰাম আৰু সেই দলিলৰ যোগেদি দুখীয়া মানুহৰ ঘৰমাটি ক্ৰোক কৰি পিছত নিজে ডাকি ৰখা, চোৰাংকৈ কানিৰ কাৰবাৰ কৰা, ব্ৰেক-মাৰ্কেট কৰি ধন ঘটা গাঁওখনৰ একমাত্ৰ কেঁএৱা চিতাৰামায়া, ৰতনৰ মৃত্যুৰ জৰিয়তে দুখীয়া মানুহৰ মৃত্যু আৰু সেই মৃত্যুৰ ফলত হোৱা একমাত্ৰ সন্তান আৰু বিধৱা পত্নীৰ হাহাকাৰৰ ছবিখনো সুন্দৰকৈ ফুটাই তুলিছে। সহজ-সৰল গাঁৱলীয়া খেতিয়কৰ খেতিৰ পথাৰত ভমক কৈ উঠা খণ্ডৰ ছবিখনো লেখকে অতি জীৱন্ত ৰূপত ফুটাই তুলিছে শান্তিৰ দেউতাক ভেকেলাৰ জৰিয়তে। অতি কষ্টেৰে কৰা সজাল ধৰা ৰোৱাখিনি বিজয় মাষ্টৰৰ গৰুৱে খোৱা দেখি একো নাই হৈ ভেকেলাই কৈছিল ঃ

"............ হওক মাষ্টাৰৰ গাই। লৈ গৈ বান্ধি থগৈ, মাষ্টৰ-চাহৰ মই নাজানো, গৰু পুহিলে তাক চন্তালি বান্ধিব লাগে। উহু মোৰ এনে সুন্দৰ ধান ডৰা খালে, আজি এশিকনি দিহে এৰিম। সিহঁত মাষ্টৰ ডাঙৰ মানুহ হ'ব আমাৰ কি হ'ব? মই মাষ্টৰক মজা পালি দিহে এৰিম।"

কিন্তু সেই ভেকেলাই সন্ধিয়া বিজয় মাষ্টৰে গাই নিবলৈ অহাত যি আদৰ-সাদৰকৈ বহুৱাই, চাহ-জলপান খুৱাই, শেষত গাইজনী এৰাল দি ৰাখিবৰ কাৰণে দৰ্থ এড়ালো দি পুতেকৰ হাততে গাইজনী পঠাই দিয়া কাৰ্যই সহজ-সৰল গাঁৱলীয়া মানুহৰ খং আৰু মৰমৰ সঁচা ছবি এখন ফুটাই তুলিছে।

ঘৰত বিয়া দিবলগীয়া ছোৱালী থাকিলে পিতৃ-মাতৃ চিন্তিত হয়। যদি সেই ছোৱালী কিবা কাৰণত বদনামী হয়, তেতিয়া চিন্তা আৰু বেছি হয়। পদ্ম বৰ্মন উকীল আৰু তেওঁৰ পত্নীৰ জৰিয়তে তেনে এখন ছবি ফুটাই তোলা হৈছে। বদনামী ছোৱালী অনুপমাক কালৈকো দিব নোৱাৰি বৰ্মনে শেষত প্ৰাইভেট স্কুলৰ মাষ্টৰ বিজয়লৈকে দিয়াৰ কথা ভাবি তেওঁ সৰুতকৈও সৰু হৈ বিজয়ৰ ঘৰ ওলাইছিলগৈ। শেষত বিজয়ে প্ৰত্যাখ্যান কৰাত স্কুলৰ চেক্ৰেটেৰী হিচাপে তেওঁ বিজয়ক কামৰ পৰা খেদাই বিজয়ৰ ওপৰত প্ৰতিশোধ লৈছিল। শেষত যেনিবা দুৰ্নীতিপৰায়ণ দীনবন্ধুৰ লম্পট পুতেক ললিতলৈ অনুপমাক বিয়া দি পদ্ম উকীল নিশ্চিন্ত হৈছিল। সেই বিয়াৰ জৰিয়তে তেওঁ বিয়ৈ দীনবন্ধু, জোঁৱাই ললিত আৰু কেএগ্ৰা দোকানী চিতাৰামাযাৰ চোৰাং কাৰবাৰৰ লগত চামিল হৈ পৰিল। শেষত শান্তিৰ ভাবী স্বামী পুলিচ ইন্সপেক্টৰ দেবেন দাসৰ হাতত ধৰা পৰি তিনিও জেললৈ গ'ল। দীনবন্ধুহঁতক এৰেষ্ট কৰি জেললৈ পঠোৱা ছবিখনো লেখকে যেন বাস্তৱ অভিজ্ঞতাৰে সুন্দৰকৈ ফুটাই তুলিছে।

এইদৰে ঔপন্যাসিক ডেকাই বিজয়-শান্তিৰ প্ৰেমৰ ছবিখনৰ গাত আঁওজি তৎকালীন অসমৰ গ্ৰাম্য জীৱনৰ নিখুঁত ছবি এখন দাঙি ধৰিছে। ঔপন্যাসিকে বিজয়-শান্তিৰ প্ৰেমতকৈ অধিক গুৰুত্ব দিছে নিজৰ জীৱনাদৰ্শ দুটাই তোলাতহে। সেয়েহে ঔপন্যাসিকে যেতিয়াই সুবিধা পাইছে, তেতিয়াই বক্তৃতাৰ ফুলজাৰি মাৰিছে। বিজয়ৰ ঘৰত ফুৰিবলৈ অহা ধনীৰাম হাজৰিকা প্ৰমুখ্যে বন্ধুসকলৰ পাতল কথাৰ মাজলৈকো মহাত্মা গান্ধীক টানি আনি গণতন্ত্ৰৰ বিষয়ে দীঘলীয়া বক্তৃতা সংযোগ কৰিছে। এনেবোৰ বক্তৃতাধৰ্মী আলোচনাই উপন্যাসখনৰ মৌলিক সৌন্দৰ্য হানি কৰিছে বুলি ক'ব পাৰি। হিতেশ ডেকা এগৰাকী বাক্ পটু সাহিত্যিক। তেওঁৰ আটাইবোৰ উপন্যাসতে এই গুণটো প্ৰকাশ পাইছে। ভাষাৰ আওপকীয়া আৰু ব্যঙ্গাত্মক ঠাঁচ 'নতুন পথ'তো দেখা যায়। মুঠতে গ্ৰাম্য জীৱনৰ আধাৰত ৰচিত 'নতুন পথ' যথাৰ্থ প্ৰেমৰ এখন ৰোমাণ্টিক উপন্যাস।



# হিতেশ ডেকাৰ 'আচল মানুহ'

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

বিশিষ্ট ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসৰাজি অসমীয়া সাহিত্যৰ মূল্যবান সম্পদ। হিতেশ ডেকাৰ সাহিত্য-কৃতি বহুশাখা বিস্তাৰিত হলেও তেখেতৰ প্ৰতিভাৰ সম্যক আৰু স্বতঃস্ফূৰ্ত্ত প্ৰকাশ ঘটিছে উপন্যাসৰাজিৰ সংযোগতহে। সেয়েহে, ঔপন্যাসিক স্বৰূপে তেখেত সুপ্ৰতিষ্ঠিত আৰু সমাদৃত। উল্লেখযোগ্য যে এই প্ৰতিষ্ঠা আৰু সমাদৰৰ ভেঁটি নিৰ্মিত হয় তেখেতৰ প্ৰথমখন উপন্যাস 'আজিৰ মানুহ' (১৯৫২)ৰ বুকুতেই আৰু সি দৃঢ়তৰ ৰূপ লাভ কৰে পৰৱৰ্ত্তী কালত ৰচিত চৈধ্যখন উপন্যাসৰ জৰিয়তে।

কাহিনীকথনৰ চমৎকাৰিত্ব, মানবীয় প্ৰমূল্যবোধৰ ওপৰত গভীৰ আস্থা, সূক্ষ্মপৰ্যবেক্ষণশীলতা, নৈতিক দৃষ্টিভংগী আৰু অনুভূতিৰ আন্তৰিকতাৰে উপন্যাসৰাজিৰ মাজেদি মানৱজীৱনৰ সামগ্ৰিক স্বৰূপ তুলি ধৰাত হিতেশ ডেকাৰ কৃতিত্ব বিশেষ মনকৰিবলগীয়া আৰু এই কৃতিত্বই তেখেতক জনপ্ৰিয়তাৰ শীৰ্ষবিন্দুত থিয় কৰাইছে। হিতেশ ডেকাৰ সাহিত্যিক-মানস, অসমৰ গাঁও আৰু গাঁৱলীয়া জীৱন-কেন্দ্ৰিক চেতনাৰে ভূষিত হলেও, তেখেত যে চহৰ বিমুখীন আছিল অথবা চহৰীয়া জীৱনধাৰাৰে সৈতে তেখেতৰ পৰিচয় নাছিল, তেনে কথা ক'ব নোৱাৰি। স্বাধীনতাৰ উত্তৰকালত, ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে অসমতো গঢ় লৈ উঠা চহৰকেন্দ্ৰিক সাংস্কৃতিক অভিযানটোৰ প্ৰতি তেখেতে সূক্ষ্ম দৃষ্টি নিক্ষেপ কৰিছিল আৰু সেই দৃষ্টিত ধৰা পৰা চহৰীয়া জীৱনৰ এন্ধাৰ আৰু পোহৰ উভয়দিশকে সামৰি লিখি উলিয়াইছিল **'আচল মানুহ'** শীৰ্ষক উপন্যাসখন। 'আচল মানুহ' তেখেতৰ পঞ্চম উপন্যাস আৰু ই প্ৰথমে প্ৰকাশিত হয় ১৯৬৩ চনত। সাম্প্ৰতিকলৈকে উপন্যাসখনৰ নটা সংস্কৰণ প্ৰকাশ পাইছে। ইয়াৰপৰা অনুমান কৰিবলৈ টান নহয় যে উপন্যাসখন পঢ়ুৱৈসমাজৰদ্বাৰা বিপুলভাৱে সমাদৃত হৈছে।

'আচল মানুহ' উপন্যাসৰ পটভূমি গুৱাহাটী চহৰ। উপন্যাসখনৰ 'পদূলি মুখৰ কথা' (নৱম সংস্কৰণ, ১৯৯৫)ত ঔপন্যাসিক গৰাকীয়ে লিখিছে—

> "...... মোৰ প্ৰত্যয় হৈছে যে সেই তাহানিৰ ১৯৬৩ চনৰ কিতাপখনে আজি ১৯৯৫ চনতো মানুহৰ মন আকৰ্ষণ কৰিব পাৰিব। কাৰণ শাশ্বত সত্যবোৰে সময়ৰ ধঁহনিতো ক্ষয়প্ৰাপ্ত নহয়। ........ আমাৰ সমাজ-জীৱনৰ আন্ধাৰ আৰু পোহৰ, দুয়োটা ফালৰে একোখনি বাস্তৱ ছবি অংকিত কৰা হৈছে। ........ এই কাহিনী বাস্তৱৰ ভেঁটিত ৰচিত, কিন্তু ই কল্পনাৰে ৰঞ্জিত।"

ঔপন্যাসিক গৰাকীৰ এনে ঘোষণাই জানিবলৈ দিয়ে যে উপন্যাসখনত চিত্ৰিত ঘটনা, চৰিত্ৰ আদি প্ৰধানতঃ বাস্তৱ স্পৰ্শিত; কল্পনাৰ স্থান সিবোৰত গৌণ।

কলাকৌশল তথা উপস্থাপন আৰু বিন্যাসৰীতিৰ ফালৰপৰা 'আচল মানুহ' পৰম্পৰাবাদী উপন্যাস, যদিও ইয়াত আদি-মধ্য-অন্তযুক্ত এটা সুসংহত আৰু নিটোলৰূপৰ কাহিনী ৰূপায়িত হোৱা নাই, তাৰ বিপৰীতে ৰূপায়িত হৈছে চহৰীয়া (গুৱাহাটী) সমাজৰ বিভিন্ন স্তৰত কঠিন বাস্তৱৰে সৈতে মুখামুখি হৈ জীৱন কটোৱা জনচেৰেক নাৰী-পুৰুষৰ নানান সংঘাত-সমস্যাজৰ্জৰ জীয়া ঘটনা। এইবোৰ ঘটনাৰ মাজত পাৰস্পৰিক দৃঢ় সম্পৰ্ক নাই, যদিও উপন্যাসখনৰ কেন্দ্ৰীয় চৰিত্ৰ মদনৰ ভাব-চিন্তা-কাৰ্যৰ জৰিয়তে, সিবোৰৰ পটভূমিত এটা ঐক্য স্থাপিত হৈছে আৰু তাৰ পৰিশক্তিত উপন্যাসখন

গতানুগতিক কাহিনীপ্ৰধান নহয়, হৈছে ঘটনা-প্ৰধান উপন্যাস। উপন্যাসখনৰ কেন্দ্ৰীয় চৰিত্ৰ মদনৰ পৰিচয় প্ৰসংগত ঔপন্যাসিকে লিখিছেঃ

"বিধবাৰ একমাত্ৰ সন্তান। সৰুতে পিতাক মৰে। পিতাকৰ সমস্ত সম্পত্তি আত্মসাৎ কৰি খুৰাক ভোলা কাকতিয়ে গুৱাহাটীতে মাটিবাৰী কিনি ঘৰ-দুৱাৰ কৰি বসবাস কৰাৰপৰা তেওঁ সম্পত্তিহীন হৈ পৰে। . . . মদনে গাঁওৰ হাইস্কুলৰপৰাই মেট্ৰিক পাছ কৰে। তেজপুৰলৈ গৈ মোমায়েকহঁতৰ সহায়ত কলেজত পঢ়ে। পঢ়াৰ বাহিৰেও আন বিষয়তো নাম কৰে। .... আজি ক'বলৈ গ'লে মদন এজন বক্‌ৰুৱা গুণ্ডা। এয়ে তেওঁৰ পৰিচয়।"

মদন এটি কক্ষচ্যুত চৰিত্ৰ। কক্ষচ্যুত হোৱা বাবেই তাৰ চৰিত্ৰত বিচিত্ৰতাৰ সমাবেশ ঘটিছে। মদন এফালে যিদৰে শিক্ষিত, সাহসী, উদাৰ, সহানুভূতিশীল, স্পষ্টবাদী আৰু মানবীয় আদৰ্শৰ প্ৰতি অনুৰক্ত, আনফালে সেইদৰে উদণ্ড, লম্পট, ভ্ৰষ্টাচাৰী, জেদী আৰু বিদ্ৰোহী। জীৱনৰ প্ৰতি তাৰ কোনো নিৰূপিত, সুস্থ দৃষ্টিভংগী নাই। আত্মপ্ৰতিষ্ঠা লাভৰ বাবে এজন ডেকামানুহৰ চকুত যি সপোন থাকিব লাগে, যিদৰে সি ভৱিষ্যতৰ অন্বেষণত ব্ৰতী হ'ব লাগে, মদনৰ চকুত সেই সপোন নাই, ভৱিষ্যতৰ অন্বেষণত সি ব্ৰতীও হোৱা নাই। আপাত দৃষ্টিত সি যাপন কৰিছে এটা জঘন্য জীৱন; তাত ঔচিত্য আৰু অনৌচিত্যৰ কোনো বিচাৰ নাই। ধৰ্মীয় আচাৰ-নীতি, পৰম্পৰাগত আদৰ্শ আদিৰ বিৰুদ্ধে সি মুক্ত কণ্ঠে বিষোদগাৰ কৰে, মানবীয় প্ৰমূল্যবোধৰ প্ৰতি তাৰ আছে অপৰিসীম আনুগত্য আৰু আকৰ্ষণ। কিন্তু সুস্থ জীৱনবোধ আৰু সুদৃঢ় লক্ষ্যৰ অভাৱৰ বাবে সি অনবৰতে অন্তৰ্দ্বন্দ্বত ভুগিবলগীয়া হৈছে আৰু তাৰ পৰিণতিত, সি যিবোৰ কৰ্মত প্ৰবৃত্ত হৈছে, সেইবোৰৰ মাজেদি প্ৰকাশ পাইছে তাৰ স্ববিৰোধী চেতনা।

প্ৰেম, যৌনলালসা, পাশৱিকতা আদি মানুহৰ নানান জৈৱিক তাড়নাৰ পটভূমিত উপন্যাসখনৰ ঘটনাবলী গঢ় লৈ উঠিছে আৰু সেইবোৰৰ লগত জড়িত হৈ আছে একো একোগৰাকী নাৰী। এই সকল নাৰীৰ ভিতৰত কোনোবাজনী ভ্ৰষ্টা গাভৰু (দীপালী), কোনোবাজনী স্বামীদ্বাৰা উপেক্ষিতা পত্নী (মিছেচ তেৱাৰী), কোনোবাজনী পুৰুষৰ কামনাৰ যূপকাষ্ঠত বলিহোৱা যুৱতী (সত্যপ্ৰভা) আৰু কোনোবাজনী পৰিবেশ আৰু অৱস্থাৰ তাড়নাত স্খলিত হৈ নিষিদ্ধ অঞ্চলত বাস কৰা গাভৰু (দিলেৰা, ৰমলা)। এই সকল নাৰীৰে সৈতে মদনে যি সম্পৰ্ক গঢ়ি তুলিছে তাৰ জৰিয়তে, তাৰ মানসিকতাৰ মহত্তম আৰু পৈশাচিক— এই দুটা দিশ প্ৰকটিত হৈছে। মনকৰিবলগীয়া যে, সভ্যসমাজৰদ্বাৰা লাঞ্ছিতা, নিৰ্যাতিতা, নিৰ্বাসিতা আৰু অপমানিতা নাৰীসকলৰ প্ৰতি মদন সহানুভূতিশীল। সিহঁতৰ প্ৰতি তাৰ হৃদয়ত লুকাই আছে চেনেহৰ ফল্গুধাৰা। সি সিহঁতৰ (ৰমলা, দিলেৰা, সত্যপ্ৰভা) ঘৃণনীয় পৰিচয় মচি পেলাই সমাজৰ আলোকময় স্থানত প্ৰতিষ্ঠা কৰিব বিচাৰে আৰু তাৰ কাৰণে প্ৰয়োজন হ'লে প্ৰতিপক্ষক আক্ৰমণ কৰিবলৈও কুণ্ঠাবোধ নকৰে।

মদনে ৰমলা আৰু দিলেৰাক নিষিদ্ধ অঞ্চলৰ পৰা উলিয়াই আনি সুন্দৰভাৱে সংস্থাপন কৰাৰ লগতে সত্যপ্ৰভাক পত্নীৰূপে গ্ৰহণ কৰি যি মহত্ত্ব আৰু উদাৰতাৰ পৰিচয় দিছে, সিয়েই তাক গৌৰৱৰ অধিকাৰী কৰি তুলিছে। কক্ষচ্যুত হলেও মদন অমানুহ হৈ যোৱা নাই, তাৰ হৃদয়ৰ প্ৰেম, কৰুণা, দয়া আদি মানবীৰ গুণবোৰ নিঃশেষ হৈ যোৱা নাই। সেয়ে, সি নিৰ্যাতিতা নাৰীৰ ত্ৰাণকৰ্ত্তাৰ ভূমিকাত অৱতীৰ্ণ হ'বলৈ সক্ষম হৈছে। ঔপন্যাসিকে মদন চৰিত্ৰৰ চিত্ৰণত সহানুভূতিশীলতাৰ পৰিচয় দিছে। উপন্যাসখনত নিহিত তত্ত্ব মদন চৰিত্ৰৰ সংযোগত পৰিস্ফুটিত।

উপন্যাসখনৰ অন্যান্য পুৰুষ চৰিত্ৰৰ ভিতৰত মহাজন মি. তেৱাৰী, ড্ৰাইভাৰ ভগতসিং, ডাক্তৰ পৱন চৌধুৰী, দাৰোগা ভোলা কাকতি আদি উল্লেখযোগ্য। এই সকল বাণিজ্যিক সভ্যসমাজৰ প্ৰতিনিধি। ভোগবিলাস, বিষয়-বাসনা, ধন-সম্পদ আদিৰ মাজত আকণ্ঠ নিমজ্জিত এইসকল লোকৰ কোনো আদৰ্শ নাই, নৈতিকতা নাই। এইসকলৰ প্ৰতিজনেই বাহিৰ শুৱনি, ভিতৰ ফোপোলা

অন্তঃসাৰশূন্য লোক। মি. তেৰাৰী নাৰীদেহৰ ব্যৱসায়ী। ডাঃ পৱন চৌধুৰী লম্পট। ভগত সিং চৰিত্ৰহীন। ভোলা কাকতি প্ৰৱঞ্চক। কেওটা চৰিত্ৰৰ সংযোগত, ঔপন্যাসিকে, সমাজৰ নৈতিক অৱক্ষয়ৰ ভয়ংকৰ ৰূপটোক নগ্নৰূপত তুলি ধৰিছে। কেওটা চৰিত্ৰৰ কৰ্ম-কাণ্ডই পঢ়ুৱৈৰ মনত প্ৰচণ্ড ঘৃণাৰ উদ্ৰেক ঘটায়। চৰিত্ৰ কেইটাৰ চিত্ৰণত ঔপন্যাসিকে ঠায়ে ঠায়ে বংগাত্মক দৃষ্টি-ভংগী গ্ৰহণ কৰাটো বিশেষ মনকৰিবলগীয়া।

উপন্যাসখনত চিত্ৰিত পুৰুষ চৰিত্ৰৰ তুলনাত নাৰীচৰিত্ৰৰ প্ৰাধান্য বেছি। নাৰী চৰিত্ৰ সমূহৰ ভিতৰত পোনতে উল্লেখ কৰিবলগীয়া চৰিত্ৰটো হ'ল দীপালী। দীপালী, দাৰোগা ভোলা কাকতিৰ গাভৰু কণ্যা। ঔপন্যাসিকৰ ভাষাতঃ

"আজি এই কেইবছৰৰ ভিতৰত তাই অনেক বদলিছে। আগৰে শান্ত শিষ্ট চৰিত্ৰৱতী দীপালী আৰু আজি নাই। আজি আৰু বাপেকেও তাইক শাসন কৰিব নোৱাৰে। এতিয়া যৌন বিষয়ত তাই বহু অভিজ্ঞা। ....... ক'বলৈ গ'লে চহৰৰ বজৰুৱা ধৰণৰ উদণ্ড ছোৱালী দীপালী।"

দীপালী কমাৰ্ছিয়েল নাৰী— ভোগবাদী সমাজৰ নাৰীৰ প্ৰতিনিধি। এনে নাৰীয়ে শাৰীৰিক পবিত্ৰতা ৰক্ষাকৰি সতী-সাধবী ৰমণী ৰূপে নিজকে প্ৰতিষ্ঠা কৰিব নিবিচাৰে— বিচাৰে মাথোন দৈহিক-সম্ভোগ, আৰ্থিক স্বচ্ছলতা আৰু সামাজিক সন্মান। দীপালীয়ে আপোন খুৰাকৰ পুত্ৰ মদনেৰে সৈতে যৌন সম্ভোগত লিপ্ত হৈছে নিঃসংকোচে। তাৰ কাৰণে তাইৰ মনত কোনোধৰণৰ অপৰাধবোধ উপজা নাই। শেষত আৰ্থিকভাৱে স্বচ্ছল ডাঃ পৱন চৌধুৰীৰে সৈতে তাই বিয়াত বহিছে। তেতিয়াও তাইৰ মনলৈ কোনো অনুশোচনা অহা নাই। ব্যভিচাৰ, অসততা আৰু দুৰ্বলতাই হ'ল দীপালী চৰিত্ৰৰ অংগৰ ভূষণ। দেহৰ সৌন্দৰ্যেৰে পুৰুষক কৰায়ত্ত কৰিবলৈ প্ৰয়াস কৰাটো এনে নাৰীৰ জীৱনৰ লক্ষ্য। আনুভূতিক সুখ এনে নাৰীৰ কাম্য। দীপালী চৰিত্ৰ চিত্ৰণত ঔপন্যাসিকে গ্ৰহণ কৰা দৃষ্টিভংগী বাস্তৱ।

দীপালীৰ পিছতেই উল্লেখ কৰিবলগীয়া নাৰী চৰিত্ৰটো হ'ল মিছেচ তেৰাৰী। লম্পট স্বামী মি তেৰাৰীৰদ্বাৰা উপেক্ষিতা নাৰী মিছেচ তেৰাৰীয়ে লাজে-অপমানে জৰ্জৰিত হৈ স্বামীৰ দুষ্কাৰ্যৰ প্ৰতিশোধ ল'বলৈ গৈ নিজকে মদনৰ ওচৰত সমৰ্পণ কৰিছে। মিছেচ তেৰাৰী দুৰ্বলা নাৰী। ৰূঢ় বাস্তৱৰ সৈতে মুখা-মুখী হোৱাৰ সাহস তাইৰ নাই। তদুপৰি স্বামীৰ বিৰুদ্ধে থিয় হৈ তাই প্ৰতিশোধৰ বাবে যিটো পথ বাছি লৈছে, সেয়া শুদ্ধ পথ নহয়। ঔপন্যাসিকৰ ভাষাত,

"অসতৰ প্ৰতিশোধ অসতেৰে ল'ব গ'লে নিজহে কলুষিত হোৱা যায়, আত্মা কলুষিত কৰা হয়, তাৰ গম নেপালে বেচেৰী বণিক গৃহিণীয়ে। ফলত তেওঁ পাপৰ পংকত নিমজ্জিত হ'ল অজ্ঞাতসাৰেই।"

দেহ-মনৰ ওপৰতে নিযন্ত্ৰণ হেৰুৱাই নিজৰ নাৰীত্বক নিজেই লাঞ্ছিত কৰা মিছেচ তেৰাৰী এগৰাকী সমৰ্পিতা নাৰী। আত্মপ্ৰত্যয় তাইৰ মুঠেই নাই। জৈবিক প্ৰবৃত্তিৰ তাড়নাত নিজ চৰিত্ৰক কলুষিত কৰি জীৱটো দুৰ্বহ কৰি তোলা নাৰী মিছেচ তেৰাৰীৰ চৰিত্ৰটোক ঔপন্যাসিকে সীমাবদ্ধতাৰ মাজতেই স্পষ্ট ৰূপত অংকণ কৰিছে।

উপন্যাসখনৰ আন আন নাৰীচৰিত্ৰসমূহৰ ভিতৰত কমলা (ৰোজ), দিলেৰা, সত্যপ্ৰভা আৰু বিধবা মাষ্টৰণী আৰতিৰ স্থান লক্ষ্যকৰিবলগীয়া। কমলা, দিলেৰা আৰু সত্যপ্ৰভা— তিনিওগৰাকী নাৰী, উপন্যাসখনত উপস্থাপিত হৈছে তেজ-মঙহৰ শৰীৰৰূপেহে। তিনিওগৰাকী সমৰ্পিতা নাৰী। পুৰুষৰ কামনাৰ বন্দি হৈ সিহঁতে যাপন কৰিছে ক্লেদাক্ত জীৱন। তাৰবাবে, সিহঁতৰ কণ্ঠত কোনো প্ৰতিবাদৰ ধ্বনি উচ্চাৰিত হোৱা নাই— কোনোৱো ওচৰত কোনো ধৰণৰ অভিযোগ উত্থাপন কৰা নাই। নাৰীত্ব হেৰুওৱাৰ বেদনাত সিহঁত মৰ্মাহত। কামনালোলুপ পুৰুষৰ কৱলত পৰি সিহঁতে যেন পাহৰি গৈছে

জীৱনৰ অৰ্থ— জীয়াই থকাৰ উদ্দেশ্য। আধুনিক সমাজ-জীৱনৰ এটি নির্মম সত্য উল্লিখিত নাৰী চৰিত্র তিনিটাৰ সংযোগত ঔপন্যাসিকে উদঙাই দেখুৱাইছে। বিধবা মাষ্টৰণী আৰতিও পৰিবেশৰ দাসী নাৰী। আত্মমর্যাদাৰ প্রতি তাইও সচেতনা নহয়। দুর্বলতা, তাইৰো চৰিত্রৰ বিশেষত্ব। এই আটাইখিনি নাৰীৰ কার্যৰ বিশ্লেষণত ফ্রয়ডীয় মনস্তত্ত্বই সহায়তা নকৰাকৈ নাথাকে। মনঃসমীক্ষাত্মক বাস্তববাদী আদর্শেৰে ঔপন্যাসিক ডেকাই চৰিত্রসমূহৰ অনুভূতিৰ বিচিত্রতা প্রকাশ কৰিবলৈ কৰা চেষ্টা, উপন্যাসখনত লক্ষ্য কৰিব পাৰি।

নাৰী-পুৰুষৰ যৌন সম্পর্কৰ বর্ণনাই প্রাধান্য লাভ কৰিলেও উপন্যাসখনত সমকালীন সামাজিক, ৰাজনৈতিক, অর্থনৈতিক আৰু ধর্মীয় দিশৰ খুতি-নাতিৰ বিবৰণো সন্নিবেশিত হৈছে। ঠায়ে ঠায়ে এনে বর্ণনাৰ বাহুল্যই উপন্যাসখনৰ শিল্প সৌন্দর্য ক্ষুণ্ণ কৰিছে যদিও বক্রাঘাতৰ প্রয়োগেৰে কোনো কোনোছোৱা বর্ণনাত ৰস সৃষ্টি কৰিবলৈও ঔপন্যাসিক সমর্থ হৈছে।

হিতেশ ডেকাৰ ভাষা সহজবোধ্য আৰু আবেদনক্ষম। কথিত ভাষাৰে প্রকাশিকা শক্তিক নিয়োজন কৰাতো তেখেত সিদ্ধহস্ত। কিন্তু বাক্যৰ সযত্ন গাঁথনি আৰু বর্ণনাৰ পৰিমিতিৰ অভাবৰ বাবে তেখেতৰ কথনশৈলীৰ চমৎকাৰিত্ব ঠায়ে ঠায়ে ম্লান নোহোৱাকৈ থকা নাই।

মানবতাবাদী আদর্শ চকুৰ আগত ৰাখি হিতেশ ডেকাই উপন্যাস ৰচনাত আত্মনিয়োজন কৰিছিল আৰু কোনোখন উপন্যাসতে তেখেতে সেই আদর্শ বিঘ্নিত হ'বলৈ দিয়া নাছিল। 'আচল মানুহ' সেইজনেই যিজন মানবতাবাদী। 'আচল মানুহ' উপন্যাসৰ শেষাংশত কেন্দ্রীয় চৰিত্র ভ্রষ্টাচাৰী মদনৰ হৃদয়-মন-মগজুক মানবতাবাদৰ পুণ্য জলেৰে বিধৌত কৰি ঔপন্যাসিকে তাক 'আচল মানুহ'ৰ ৰূপত প্রতিষ্ঠা কৰাইছে আৰু তাৰ কর্মৰাজিৰ উজ্জ্বল আলোকেৰে আলোকময় কৰি তুলিছে স্খলিতা নাৰী সত্যপ্রভা, দিলেৰা আৰু ৰমলাৰ জীৱনৰ পথ। মদন চৰিত্রৰ সবাতোকৈ মহত্বপূর্ণ দিশ সেইটোৱেই আৰু সেইটোৱেই উপন্যাসখনৰো প্রধান বৈশিষ্ট্যৰূপে পৰিগণিত হৈছে।



# মাটিকাৰ ঃ সামগ্ৰিক মূল্যায়ন

-- দীনবন্ধু

অসমৰ এজন অতি জনপ্ৰিয় ঔপন্যাসিক ˚ হিতেশ ডেকা ডাঙৰীয়াৰ 'মাটিকাৰ' নামৰ উপন্যাসখনৰ সামগ্ৰিক মূল্যায়ন কৰিবলৈ ওলোৱাৰ প্ৰাৰম্ভণিতে বিশ্ববিশ্ৰুত সমালোচক 'লঙ্' ডাঙৰীয়াৰ এষাৰি সোণসেৰীয়া উক্তিৰ গাত আঁউজি কবলৈ মন যায় যে - অকল মাটিকাৰ বুলিয়ে নহয় তেখতৰ সমগ্ৰ উপন্যাসৰাজিত - হিতেশ ডেকা মানুহজন আৰু তাৰ আঁৰত অসমীয়া জাতি আৰু জাতিটোৰ আঁৰত, তেখেতে উপন্যাস লিখা কালডোখৰৰ অসমীয়া সমাজৰ মৌলিক সমস্যা, সংঘাত, সংগ্ৰাম আৰু আশাৰ প্ৰতিফলন ঘটিছে। আমি ব্যক্তিগতভাৱে এই কথা জানো যে - ˚ হিতেশ ডেকা সোণ-ৰূপৰ চামুচ হাততলৈ ওপজা নাছিল। তেখেতৰ জন্ম হৈছিল সৰ্থেবাৰী গাঁৱৰ এটা নিতান্ত সাধাৰণ খেতিয়ক পৰিয়ালত - ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখত। গাঁৱৰ বোকা পানী গচকি কঠোৰ পৰিশ্ৰম, অসাধাৰণ আত্মপ্ৰত্যয় আৰু অধ্যাবসায়ৰ জৰিয়তে নলবাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লৈ - শিক্ষকতাকে বৃত্তি হিচাপে গ্ৰহণ কৰি - মৃত্যু পৰ্য্যন্ত বাস কৰিছিল জালুকবাৰীৰ উপকণ্ঠ গাডি গাঁৱত। বাস্তৱৰ কঠিন মাটিত গজি উঠা গাঁৱৰ বোকা-পানীৰে সাৰ লৈ-নিজকে বিশাল মহিৰুহ ৰূপে গঢ় দিয়া - এই হিতেশ ডেকা মানুহজনৰ গাঁৱৰ প্ৰতি সীমাহীন প্ৰীতি থকা বুলি কলে বাস্তৱিকতে উচিত কোৱা নহয়; প্ৰকৃত পক্ষে তেওঁ আছিল এজন গাঁৱলীয়া কঠোৰ পৰিশ্ৰমী উদাৰ হৃদয়ৰ, সকলোৰে সৈতে মিলিব পৰা বোমভোলা গাঁৱলীয়া মানুহ। গাঁৱৰ মাটি আৰু মানুহক বুকুৰ উমেৰে ভাল পাইছিল বাবেই - গাঁৱলীয়া সমাজখনৰ-সকলো ধৰণৰ গুণ-গৰিমা আৰু ত্ৰুটি, বিচ্যুতি মনত অনবৰতে উদ্ভাসিত হৈছিল। সেয়ে নাম, যশ লভাৰ আশাত নহয়, ভাষা জননীৰ সেৱাৰ মনোভাব তথা স্বদেশ আৰু স্বজাতিৰ সমস্যা বোৰকে উপজীব্য কৰিবলৈ তেওঁ গাঁৱৰ পটভূমিত উপন্যাসবোৰ ৰচনা কৰিছিল। প্ৰণিধানযোগ্য যে- আমাৰ আলোচ্য 'মাটিকাৰ' উপন্যাস খনো লেখকে - অৰ্পন কৰিছে- ওৰে জীৱন কঠোৰ দুখ আৰু পৰিশ্ৰমেৰে পৃথিৱীৰ বুকু উপচাই নদন-বদন শইচ উৎপন্ন কৰ্ত্তা অথচ সদায় অবহেলিত, নিপীড়িত, নিৰ্য্যাতিত মাটিবাৰী হীন দেশৰ সেই হাজাৰ হাজাৰ দুৰ্ভগীয়া খেতিয়ক ভাই সকলৰ হাততে। এই অৰ্পন কাৰ্য্যৰ দ্বাৰা তেখেতে যেন ঘোষণা কৰিছে যে হিতেশ ডেকাৰ কলম স্বপ্নবিলাসী নগৰীয়া মধ্যবিত্তৰ মনোৰঞ্জনৰ বাবে নহয়; তেওঁৰ কলম গাঁৱলীয়া গৰীব শ্ৰেণীৰ সপক্ষে; তেওঁৰ আন্তৰিক সহানুভূতি শ্ৰমজীৱি জনগণৰ বাবে; তেওঁ যদি কিবা লিখাৰ মাধ্যমত ন্যায় বিচাৰিছে - তেন্তে সেইয়া নিজৰ বাবে নহয়; তেওঁৰে অঙ্গ স্বৰূপ নিৰ্য্যাতিত নিপীড়িত জনগণৰ বাবেহে।

উক্ত কথাখিনিৰ বাবে হয়তো কোনোবা পাঠকে আমাৰ পৰ্য্যালোচনা মাক্সীয় দৰ্শনৰ বিটচকুৰে আৰম্ভ কৰা বুলি ভাবিব পাৰে। কিন্তু, কৈ থোৱা ভাল যে কলেজত পঢ়ি থকা সময়ত ˚ হিতেশ ডেকাৰ নামত কমিউনিষ্ট বুলি ওৱাৰেণ্ট ওলালেও - তেওঁ নিজে কোনো দিন কমিউনিষ্ট পাৰ্টিৰ সদস্য নাছিল। অথচ আচৰিত কথা যে - তেওঁৰ উপন্যাসত (মাটিকাৰ উপন্যাসখনতো) শ্ৰেণী সংগ্ৰামৰ অস্পষ্ট চিত্ৰ থাকিলেও তাত্বিকভাৱে তেওঁ সৰ্বহাৰাৰ একনায়কত্ব স্থাপন কৰিবলৈ সজ্ঞানে প্ৰচেষ্টা কৰা নাই। বৰং কব পাৰি যে- সমাজবাদী ধ্যান-ধাৰণাৰ ওপৰত গভীৰ অধ্যয়ন তথা মৌলিক চিন্তা-চৰ্চা নথকা বাবেই তেওঁৰ উপন্যাসত সমাজবাদী চিন্তাৰ আভাস থাকিলেও তেওঁ তাক সাৰ্থক আৰু সফল ভাবে প্ৰতিফলিত কৰিব পৰা নাই। কবলৈ গলে এইয়া এক তত্বগত ভ্ৰান্তি বা দুৰ্বলতা।

আনহাতে এই কথাও সত্য যে নিজৰ চকুৰ সম্মুখতে ঘটি থকা অন্যায়, অবিচাৰ, শোষণ, নিপীড়নৰ প্ৰতিবাদ কৰিবলৈ কাকো মাৰ্ক্সীয় দৰ্শনৰ গভীৰ জ্ঞানৰো প্ৰয়োজন নহয়; লাগে মাথোঁ এটি বিশ্লেষাত্মক, যুক্তিবাদী সাহসী মন। মনকৰিবলগীয়া কথা এই যে শ্ৰমৰ মাধ্যমেৰে জ্ঞান অৰ্জা, স্বাধীনচেতীয়া মনৰ অধিকাৰী, প্ৰচুৰ অভিজ্ঞতা পুষ্ট ডেকা ডাঙৰীয়াৰ আছিল তেনেকুৱা এখন সাহসী অন্তৰ আৰু সকলো অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব পৰা এটি দৃঢ় মন। সেয়ে আমি দেখিবলৈ পাওঁ যে ডেকাৰ উপন্যাসৰ কাহিনীত আছে - কুহেলিকাময় কল্পনাৰ বিপৰীতে সবল বিশ্বাসযোগ্যতা।

অন্য এটি স্মৰণীয় কথা এই যে ডেকা ডাঙৰীয়াই উপন্যাস লিখিবলৈ হাতত কলম লৈছিল নিজৰ ভৰ ডেকা বয়সত আৰু দেশে স্বাধীনতা লাভ কৰাৰ ঠিক পিছতে - অৰ্থাৎ পঞ্চাশৰ দশকত। (তেখেতৰ প্ৰথম উপন্যাস **'আজিৰ মানুহ'** প্ৰকাশ হয় - ১৯৫২ চনত আৰু 'মাটিকাৰ' প্ৰকাশ হৈছে ১৯৫৮ চনত) ড° নগেন ঠাকুৰ ডাঙৰীয়াই এটি প্ৰবন্ধত আঙুলিয়াই দিয়াৰ দৰে - এই কালছোৱাৰ আছিল - "নতুন স্বপ্ন আৰু আদৰ্শৰে কিবা এটা কৰাৰ উদ্যমৰ কাল- বিশেষকৈ তৰুণ মনত স্বাধীনতা হৈ পৰিছিল বহুত আশা আৰু উদ্দীপনা, ভাৰতীয় জনসাধাৰণৰ কাৰণে মহাত্মাগান্ধীৰ আদৰ্শৰাজি যেনেকৈ আছিল অন্তৰৰ ওচৰ চপা তেনেকৈ অৰ্থনৈতিকভাৱে অনগ্ৰসৰ শিক্ষা-দীক্ষাত পিছপৰা অসমৰ নব্য শিক্ষিত তৰুণ চামৰ বাবেও মাৰ্ক্সীয় দৰ্শন বা সমাজবাদী চিন্তা-চৰ্চাৰ আকৰ্ষণো আছিল অতি তীব্ৰ। এই কুমেৰু-সুমেৰু সদৃশ দুই মতাদৰ্শৰ মাজৰ যিটো পথ অৰ্থাৎ স্বদেশ আৰু স্বজাতিৰ উন্নতি কল্পে গাঁৱত বিদ্যালয় খুলি শিক্ষক হৈ শিক্ষা বিস্তাৰৰ দৰে মহান কামত ব্ৰতী হোৱা, সমবায় ভিত্তিত খেতি বাতি কৰি শস্যে মৎস্যে দেশ খনক স্বাবলম্বী কৰা আদি মহান আদৰ্শ ৰাজিকে বহুতে বিশেষ গুৰুত্ব দিছিল। সেয়েহে আমি দেখো যে শ্ৰদ্ধেয় ডেকা ডাঙৰীয়াৰ উপন্যাসৰাজিতো এনে ধৰণৰ আদৰ্শাত্মক নায়কৰ বলিষ্ঠ বিচৰণ। বোধহয় এইবোৰ কাৰণৰ বাবেই সেই সময়ৰ শিক্ষিত লোক সকলে হিতেশ ডেকাৰ উপন্যাসৰ নায়ক নায়িকাৰ সতে একাত্ম অনুভৱ কৰিছিল গাঠিৰ ধন ভাঙি তেওঁৰ উপন্যাস কিনি আনি পঢ়িছিল। স্মৰণীয় যে আজি নতুন সহস্ৰাব্দতো তেখেতৰ উপন্যাসৰ এই জনপ্ৰিয়তা নিঃশেষ হোৱা নাই। কিন্তু, এই কথাও গুৰুত্ব পূৰ্ণ যে উপন্যাসৰ জনপ্ৰিয়তা আৰু উপন্যাস কলাৰ সাৰ্থকভাৱে প্ৰয়োগ কৰি সফল ঔপন্যাসিক হোৱা দুটা বেলেগ কথা। প্ৰাসংগিক ভাবে উল্লেখযোগ্য যে দেশৰ হেজাৰ হেজাৰ গাঁৱত বাস কৰা শ্ৰমজীৱি খেতিয়ক সকলৰ প্ৰতি গভীৰ ভালপোৱা আৰু শ্ৰদ্ধা শেষ কথা নহয়, তেওঁলোকৰ জীৱনৰ সমস্যাৰাজিৰ সমাধানকল্পে তাত্বিক জ্ঞান, অধ্যয়নো অৱহেলাৰ বস্তু নহয়। প্ৰকৃতাৰ্থত দুয়োটাৰ সংযোগ আৰু তাৰ সফল প্ৰয়োগেহে - তেনে ধৰণৰ পটভূমিৰ আধাৰত ৰচিত উপন্যাসক শ্ৰেষ্ঠতম কলালৈ ৰূপান্তৰিত কৰিব পাৰে। তাত্বিক অস্পষ্টতা হেতু অন্যান্য উপন্যাসিক গুণ বিশিষ্ট হলেও উপন্যাস কথা সাৰ্থক নহবও পাৰে। এনে ধৰণৰ এটিক বাদ দি কৰা আলোচনাও নিৰপেক্ষ নহব পাৰে- সেই বাবে আমি আমাৰ পৰৱৰ্ত্তী আলোচনাৰাজিত প্ৰাসংগিক ভাবে তাৰ কিছু ইঙ্গিত দিবলৈও যত্ন কৰিম।

এতিয়া আমাৰ আলোচ্য উপন্যাস **'মাটিকাৰ'** লৈ দৃষ্টি দিয়াৰ লগে লগে উপন্যাসখনৰ নামটিৰ বিষয়ে কিছু প্ৰশংসাসূচক চমু মন্তব্য নিদিয়াকৈ থকাটো অসম্ভৱ। যদিও ঔপন্যাসিক গৰাকীয়ে নামটিৰ পিছত এটি প্ৰশ্নবোধক চিন দিয়া নাই তথাপি ইয়াক (implicative) ব্যঞ্জনাত্মক প্ৰয়াসে সকলো পাঠকৰ অন্তৰতে দোলা দি যায় বুলি আমি বিবেচনা কৰোঁ। বিশেষত আহোমৰ দিনত সামন্তবাদী শাসন শোষণেৰে নিপীড়িত পায়িক শ্ৰেণীভুক্ত অসমৰ খেতিয়ক সকল, বৃটিছৰ অধিন অৱস্থাত মৌজাদাৰকে খাজনা দি নানা যন্ত্ৰণা ভোগ কৰা খেতিয়ক সকল, আৰু স্বাধীনতা লাভৰ অন্তুতো নিজৰ দুখ যন্ত্ৰণাৰ অন্ত নোহোৱা লোকৰ মাটিত আধিয়াৰ হৈ, চুক্তি বদ্ধ হৈ খেতি কৰা খেতিয়ক শ্ৰেণীৰ বাবে- জীৱনৰ আটাইতকৈ মূল্যবান প্ৰশ্নটোৱে হৈছে - মাটি কাৰ? নাঙল যাৰ মাটি তাৰ

নে পট্টাদাৰ ধনী মহাজনৰ? তেনেদৰে গ্ৰাম্য অৰ্থনীতিৰ উন্নতি সাধিব খোজা, মাটিৰ অধিকাৰৰ ওপৰত চূড়ান্ত সিদ্ধান্ত লব খোজা প্ৰগতিকামী অৰ্থনীতিবিদ তথা সৎ জনহিতকাৰী ৰাজনীতিবিদ ব্যক্তি আৰু প্ৰতিজন সাম্যবাদী ভাবধাৰাৰ ব্যক্তিৰ বাবেও এই প্ৰশ্নটি অতি লাগতিয়াল। সেয়েহে আমি এই কথা কব পাৰো যে উপন্যাসখনৰ নামকৰণৰ জৰিয়তে লিখকে যথেষ্ট বাস্তব বুদ্ধিমত্তাৰ পৰিচয় দাঙি ধৰিছে।

দ্বিতীয়তে উপন্যাসখনৰ নামটিযে উপন্যাসৰ পটভূমিৰ বিষয়েও আমাক এটি ইঙ্গিত দিয়ে। বাস্তবিকতে মাটি হৈছে প্ৰকৃতিৰ দান- ৰাজনৈতিক নীতি নিয়মৰ আধাৰতে নিৰ্মিত হৈছে সেই মাটিৰ ওপৰত মানুহৰ অধিকাৰৰ কথা। আকৌ, বিশেষ কাৰণত সংৰক্ষিত মাটি, (Reserve Land) পতিত মাটি (waste land) আদি শ্ৰেণী বিভাগৰ কথা ভূমিহীন খেতিয়কৰ বাবে অবাস্তৱ। ভূমিহীন খেতিযকক মাটি লাগে - দালান সাজিবলৈ নহয়, নিজৰ দুহাতেৰে শ্ৰম কৰি খেতি কৰি শস্য উৎপাদনৰ জৰিয়তে নিজৰ পৰিয়ালটোক পোহ পাল দিবলৈ। সেয়েহে আমি মাটিকাৰ উপন্যাসৰ প্ৰথম অধ্যাযতে দেখো- ৰিজাৰ্ভৰ পতিত মাটি ভাঙি খেতি কৰি জীৱিকা নিৰ্বাহ কৰা দুজন দুখীয়া খেতিয়ক পোহাৰাম আৰু মঙলাৰ মাটিৰ সীমা লৈ হোৱা কাজিযা- কব পাৰি এক নাটকীয় উপস্থাপন। উপন্যাসখনৰ কাহিনীৰ উপস্থাপন, বৰ্ণনা আৰু সমাপ্তিৰ ফালেও ঔপন্যাসিকগৰাকীয়ে এই ৰীতি প্ৰয়োগ কৰি যথেষ্ট সফল হব পাৰিছে? বিশেষকৈ কাহিনী বিন্যাস বা বৰ্ণনাৰ বহু শ্ৰম লেখকৰ লঘু হোৱাৰ উপৰিও নাটকীয় উপস্থাপন, আৰু গদ্যৰীতিৰ গুণে পাঠক সকলৰো মনোযোগ আকৰ্ষণ কৰিব পাৰিছে। তদ্যপি এই গুণৰ বলতে লেখকে পাঠকক উপন্যাসখনৰ আদিৰ পৰা অন্তলৈকে এটি উৎকণ্ঠা বা চাচ্‌পেন্সত ডুবাই ৰাখিব পাৰিছে; সম্মোহন কৰিব পাৰিছে।

যি পোহাৰাম আৰু মঙলাই মাটিৰ সামান্য সীমাৰ কাজিয়া কৰি মূৰ ফলা-ফলি কৰিছে - সিহঁতে নাজানে যে সেই পতিত মাটিৰ প্ৰকৃত পট্টাদাৰ হৈছে - অবসৰপ্ৰাপ্ত মাটি হাকিম ধুৰন্ধৰ প্ৰকাশ হাজৰিকা বুলি। এতেকে - এনে ধৰণৰ সামান্য কথাতে পৰস্পৰৰ মাজত কাজিয়া কৰা- অশিক্ষিত, হোজা খেতিয়ক সকলৰ জ্ঞান চকু মুকলি কৰিবলৈ তেওঁলোকক সংগঠিত কৰি তেওঁলোকৰ অধিকাৰ সাব্যস্ত কৰিবলৈ, নেতৃত্ব দিবলৈ প্ৰয়োজন - এজন শিক্ষিত আদৰ্শবান ডেকাৰ। আৰু এই আদৰ্শবান ডেকা জনেই হৈছে উপন্যাসৰ নায়ক অতুল কলিতা। মাটিৰ সীমাৰ কাজিয়া ভাঙিবলৈ গৈ নিজে ধাৰাশায়ী হবলগীয়া হোৱা মধ্যস্থতাকাৰী অতুলৰ আবিৰ্ভাবৰ লগে লগে উপন্যাসৰ কাহিনীয়ে ন-গতি লভে। লগতে উপন্যাসৰ কাহিনীয়ে ন-চৰিত্ৰ, ন ঘটনা, উপঘটনাৰে সমৃদ্ধ আৰু বিস্তৃত হৈ ঘটনাৰ শীৰ্ষ বিন্দুলৈ ধাৱিত হৈছে। জলতি পাঠকৰ পৰা ৰাইজে যেতিয়া গম পালে যে- ছ বছৰ ধৰি তেওঁলোকে যি পতিত ভূমিক কঠোৰ পৰিশ্ৰমেৰে উৰ্বৰাভূমিলৈ পৰিণত কৰি তাৰ হকদাৰ হব বুলি আশা পালি আছিল, সেই আশাত চেচা পানী ঢালি বুঢ়া চাবডেপুটি কালেক্টৰ প্ৰকাশ হাজৰিকাই নিজৰ নামত ইতিমধ্যে পট্টা কৰি থৈছে তেতিয়া খেতিয়ক সকল জাঙুৰ খাই উঠিল। তেতিয়া নায়ক অতুলে ৰাইজক নেতৃত্ব দি - প্ৰকাশ হাজৰিকাৰ বাসভবনলৈ লৈ যায়। ৰাইজেও বুজি পায় যে- দাম্ভিক, মদগৰ্বী, মাটি হাকিম প্ৰকাশ হাজৰিকাৰ মতে পট্টা যাৰ মাটি তাৰ। তেতিয়া খেতিয়ক সকলৰ নেতা অতুল হাজৰিকাক প্ৰকাশ্যে জনায় যে - তেওঁলোকে 'নাঙল যাৰ মাটি তাৰ' বুলিয়ে গণ্য কৰে আৰু ৰাইজে চহ কৰা মাটিত প্ৰকাশ হাজৰিকাৰ কোনো অধিকাৰ নাই। ফলতঃ ধনী আৰু দুখীয়াৰ যি চিৰন্তন দ্বন্দ্ব- সেই দ্বন্দ্বৰ বৰ্ণনাই - মাটিকাৰ উপন্যাসত অধিক বাস্তৱ আৰু প্ৰকট ৰূপত প্ৰকাশিত হৈছে। অতুলে কৃষক সভা পাতি - সকলো খেতিয়ক তথা ওচৰৰ জনজাতীয় বড়ো, কছাৰী, নেপালী, মিচিং, কাৰ্বি লোক সকলক সামৰি (অৰ্থাৎ অসমৰ খিলঞ্জিয়া সকলো জাতি, উপজাতিকে লগত লৈ) প্ৰতিৰোধ আন্দোলন গঢ়ি তোলে। আনহাতে প্ৰকাশ হাজৰিকাইও কূট কৌশলী, বৃহৎ বাংলাৰ এজন স্বপ্নদ্ৰষ্টা উকিল সুৰেন বেনাৰ্জীৰ পৰামৰ্শ মতে - থানাৰ দাৰোগাক ঘোচ খুৱাই -

অতুল সমন্বিতে ৰিজাৰ্ভত খেতি কৰা খেতিয়ক সকলক গ্রেপ্তাৰ কৰায়। পিছত হাকিম উকিল দুয়োজনে নানা ক্রূড় ষড়যন্ত্র কৰি জেলত ভৰায়। এতিয়া ঘটনাৰ গতি প্রবাহ অব্যাহত ৰাখি পৰিসমাপ্তিৰ ফালে অগ্রসৰ হবৰ বাবে দৰ্কাৰ হ'ল এজন উপনায়কৰ। আৰু সেইজন উপনায়কেই হৈছে - অতুলৰ কলেজীয়া বন্ধু - কনক সেন। বঙালী বংশোদ্ভূত হলেও তেওঁ অসমকে মাতৃভূমি বুলি গ্রহণ কৰিছে - অতুলৰ দৰে অসমৰ উন্নতিয়ে তেওঁ মনে প্রাণে কামনা কৰে - সেয়ে দুয়ো অভিন্ন হৃদয়ৰ- আদৰ্শৰ পথৰ সহচৰ। গতিকে অতুলৰ আধৰুৱা কাম সমাপ্ত কৰিবলৈ তেওঁ স্ব-ইচ্ছাই আগবাঢ়ি আহি - খেতিয়ক সকলক সংগঠিত কৰে। বৃহত্তৰ বাংলাৰ সপোন দেখা সুৰেন বেনাৰ্জীৰ স্বপ্ন ঠান-বান কৰে লগতে তেওঁৰ নিৰ্দ্দেশতে গুপ্ত সংগঠনে প্রকাশ হাজৰিকা, সুৰেন বেনাৰ্জী আৰু ধনীৰ দুলালী অৰুণাকো এসেকা দিয়ে। মন কৰিবলগীয়া কথা এই যে বাস্তব কঠোৰ এনে পৰিস্থিতিত- পাঠকক অকণ মান সকাহ দিবলৈ কোমলতাৰ প্রতীক স্বৰূপ কনক আৰু কমলাৰ মাজত প্রেমৰ গোলাপ ফুল ফুলাই দুয়োৰে মাজত মিলন ঘটায়। তেনেদৰে মদগৰ্বী আধুনিকা অৰুণাৰো অন্তৰত প্রেমৰ বা বলে- যেতিয়া অৰুণাৰ দেউতাকে ফন্দী কৰি অতুলক জেলত ভৰায়। শিক্ষিতা অৰুণাৰ এই পূৰ্বৰাগে তাইৰ বিপদত অতুলে কৰা উপকাৰ তথা সহায় শুশ্রূষাৰ মাধ্যমত আগবাঢ়ি গৈ গাঢ় প্রেমত পৰিণত হয়। সেয়েহে আমি উপন্যাসৰ সমাপ্তিত দেখো যে প্রকাশ হাজৰিকাই যেতিয়া অতুলক মাৰিবলৈ উদ্যত হয় তেতিয়া অৰুণাই পিতাকৰ হাতৰ পৰা বন্দুক কাঢ়ি লৈ তেওঁৰ মনৰ বাতৰিও প্রকাশ্যে ঘোষণা কৰে - "নহয় পিতা। আপুনি গুলী কৰিব ওলাইছে আপোনাৰ ভাবী জোৱায়েকক।" অৱশ্যে উপন্যাসখনৰ এই নাটকীয় মিলান্তক সমাপ্তি - ৰোমান্টিক পৰিমণ্ডলত শেষ হোৱা বাবে সফল সমাপ্তি বুলি কবলৈ কিছু সংকোচ হয়। কিয়নো অতুলৰ যি আদৰ্শ অৰ্থাৎ 'নাঙল যাৰ মাটি তাৰ' প্রতিপন্ন কৰাৰ বাবে তেওঁ যেনেকৈ নিৰ্য্যাতন খালে বা চৰকাৰৰ সহযোগত, খেতিয়ক সকলক সংগঠিত কৰি কৃষি সমবায় খুলি অধিকাৰো প্রতিষ্ঠা কৰিলে-- তাৰ ৰিজনিত সমাপ্তি যেন কিছু লেহুকা আৰু সেৰেকা হ'ল।

কিন্তু, এই কথা নকৈ নোৱাৰি যে ঔপন্যাসিকগৰাকীয়ে কাহিনীৰ বিন্যাস কৰোঁতে - অসমৰ জাতীয় আৰু সামাজিক জীৱনৰ কেইটামান মৌলিক সমস্যাৰ কথাও অতি সফলভাৱে দাঙি ধৰিছে। বিশেষতঃ পঞ্চাশৰ দশকতে কিছুমান জাত্যাভিমান, বাংলাভাষী প্রেমী বঙালী ভদ্রলোকে যে অসমতে থাকি অসমৰ বুকুতে মৰ কামোৰ মাৰিবলৈ যত্ন কৰিছিল তাৰ উদাহৰণ হৈছে- সুৰেণ বেনাৰ্জিৰ ষড়যন্ত্র। লেখকৰ এই সচেতন জাতীয় দৃষ্টিভঙ্গী সঁচাকৈয়ে প্রশংসনীয়। কিয়নো আমি অসমৰ সমাজ ইতিহাসক দেখিছো ১৯৬০ চনৰ ভাষা আন্দোলন। আনহাতে সকলো বঙালী লোকেই অসমৰ শত্রু নহয়- তাৰ উদাহৰণ কনক সেন। অসম প্রেমী আদৰ্শবান ডেকা কনক সেনৰ সৈতে সেয়ে অসমীয়া জীয়াৰী কমলাইও সুন্দৰ বৈবাহিক জীৱন যাপন কৰিব পাৰিছে।

দ্বিতীয়তে আন এটি উল্লেখযোগ্য কথা হ'ল যে- অসমত পূৰ্ব পাকিস্তানৰ পৰা অহা ভগনীয়া সকলক সহায় কৰাৰ নামত নিগাজী সংস্থান দিয়াৰ সমস্যা। লেখকৰ জাতীয়তাবাদী চেতনাই অতি সুন্দৰভাৱে বুজি পাইছিল যে ভগনীয়াক স্থায়ী সংস্থাপন প্রদানে অসমত গুৰুতৰ বহু বিভক্ত সমস্যাৰ জন্ম দিব পাৰে। ৰাজনৈতিক এই ভুলৰ বাবে - অসমে হয়তো চিৰ কাললৈকে দুৰ্ভোগ ভোগ কৰিব পাৰে। সেয়ে কনক সেনৰ জৰিয়তে সমগ্র অসমতে ইয়াৰ বাবে জনগণক সচেতন কৰিবলৈ যত্ন কৰা হৈছে। অসমৰ পিছৰ যুগৰ ইতিহাসে লেখকৰ এই শংকা অমূলক নহয় বুলিয়ে প্রমাণ কৰিছে - বৰং এই নিৰ্মম সত্যৰ বাবেই অসমত আশিৰ দশকত সুদীৰ্ঘ ছ বছৰ কাল বিদেশী খেদা আন্দোলন গঢ়ি উঠিছিল আৰু আজিও এই সমস্যাৰ পূৰ্ণ সমধান হোৱা বুলি কোনেও কব নোৱাৰে। অৱশ্যে ইয়াৰ বাবে বহুতে হয়তো ঔপন্যাসিকগৰাকীক সংকীৰ্ণ জাতীয়তাবাদী বুলি কবলৈ প্রয়াস কৰিব পাৰে। এই ক্ষেত্রত আমি মাথোঁ এই কথাকে কব খোজো যে সুদূৰ ভৱিষ্যতত হয়তো জাতীয়তাবাদ

নাথাকিব পাৰে- কিন্তু আজিৰ যুগত জনসাধাৰণক সংগঠিত আৰু ঐক্যবদ্ধ কৰাত জন চেতনাক উদ্বুদ্ধ কৰাত তাৰ অবদান অতি গুৰুত্ব পূৰ্ণ। তদ্যাপি ডেকাৰ জাতীয় চেতনা মানবতাবাদৰ শীতল পানীৰে বিধৌত নহলে কনকে যেতিয়া মিঞাসকলৰ ঘৰদুৱাৰ জ্বলাই দি তেওঁলোকক অসম ত্যাগ কৰিবলৈ বাধ্য কৰিছিল, সেই সময়ত মানবতাবাদী অতুলে তেওঁলোকক মানবতাৰ খাতিৰত আশ্ৰয় দিবলৈও অস্বীকাৰ কৰা নাছিল। এনেদৰে আলোচনা কৰিলে দেখা যায় যে কাহিনী বৰ্ণনাৰ ক্ষেত্ৰত হিতেশ ডেকাৰ 'মাটিকাৰে' কেইবাটাও গুৰুত্ব পূৰ্ণ সমস্যাৰ অবতাৰণা কৰি পাঠক সকলক জাতীয় চেতনাৰে উদ্বুদ্ধও কৰিব পাৰিছে।

চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰত দেখা যায় যে - উপন্যাসখনৰ নায়ক অতুল এজন শিক্ষিত, বিবেক সম্পন্ন স্বাধীন মনৰ আদৰ্শবাদী যুৱক। ভূমিহীন, যোত্ৰহীন খেতিয়ক সকলৰ প্ৰাপ্য অধিকাৰ ঘূৰাই আনিবলৈ অতুলে কেতিয়াও কোনো পৰিস্থিতিতে পিছ হোহকা নাই। বৰং জেল, হাজোতত থাকি - তেওঁ পৰিকল্পিত ভাবে আগবাঢ়ি শেষত গৈ কৃষক সমবায় গঢ়ি তুলিব পাৰিছে। অতুলৰ চৰিত্ৰৰ এই আদৰ্শ, ধৈৰ্য্য আৰু নৈতিক সাহস প্ৰশংসাযোগ্য। প্ৰকাশ হাজৰিকাই দিয়া চাকৰিৰ লোভে বা অৰুণাৰ দৈহিক কান্তিয়ে নৈতিকতাৰ পথত অতুলক এখোজো লৰচৰ কৰাব পৰা নাই। সেইদৰে উপনাযক কনকসেনৰ চৰিত্ৰতো ফুটি উঠিছে - নৈতিক সংযম, আদৰ্শৰ প্ৰতি তীব্ৰ অনুৰাগ। অতুলক উচ্চতম আদৰ্শৰ লগত কনকৰ আদৰ্শ শেষলৈ টিকি নাথাকি অবলুপ্ত হলেও ইয়ে কনক সেনৰ চৰিত্ৰক ম্লান কৰা নাই। বৰং তেওঁৰ অসম প্ৰীতি, শিল্পীসুলভ ব্যৱহাৰ, বৈপ্লবিক চিন্তাই - প্ৰত্যেকজন অসমীয়া যুৱক যুৱতীৰে হিয়া মন চুই যায়। বিপৰীত মেৰত থকা সম্পত্তিলোভী, দাম্ভিক, মদগৰ্বী প্ৰকাশ হাজৰিকাৰ চৰিত্ৰ চিত্ৰণতো লেখক সাৰ্থক বুলি কব লাগিব। একমাত্ৰ জীয়াৰী অৰুণাৰ মুখৰ ফালে চাই তেওঁ শেহত চিৰশত্ৰু বুলি গণ্য কৰা অতুলকে জোঁৱাই বুলি গ্ৰহণ কৰা কাৰ্য্যত প্ৰকাশ হাজৰিকাৰ চৰিত্ৰৰ আধ্যাত্মিক উন্নতি হোৱা বুলিযে কব লাগিব। ক্ৰোধান্বিত প্ৰকাশ হাজৰিকাক আদৰৰ দুহিত্ৰী অৰুণাৰ এষাৰ কথাই সংযত কৰাইছে - পিতৃ হৃদয়েৰে অতুলক আকোৱালি লবলৈ আগবাঢ়িছে। নাৰী চৰিত্ৰৰ ক্ষেত্ৰত দেখা যায় অৰুণাক প্ৰথমাবস্থাত শিক্ষিতা আৰু আধুনিক বস্তুবাদী চিন্তাৰে পৰিপুষ্টা এগৰাকী অহংকাৰী যুৱতী যেন লাগিলেও পৰিশেষত তেওঁ জীৱনৰ অভিজ্ঞতাৰে সোণ আৰু ৰূপৰ পাৰ্থক্য বুজি পাইছে। ব্যক্তি যে ৰাইজতকৈ বেছি হব নোৱাৰে উপলব্ধি কৰিছে- আৰু নাৰীয়ে যে প্ৰকৃততে সৎ চৰিত্ৰৰ আদৰ্শবান যুৱকক অন্তৰেৰে আকোৱালি লয় - তাৰ নিদৰ্শন হৈছে অতুলৰ প্ৰতি তেওঁৰ অনুভূতিৰ আলোড়ন। ইয়াত অৰুণাৰ চৰিত্ৰ নিঃস্প্ৰভ হোৱা নাই। বৰং অতুলৰ ওচৰত কৰা তেওঁৰ আত্মসমৰ্পণে অৰুণাৰ চৰিত্ৰক সুন্দৰতা প্ৰদান কৰিছে। তেনেদৰে অন্য এটি নাৰী চৰিত্ৰ হৈছে- কমলা। কমলা, শিক্ষিতা, বুদ্ধিমতী আৰু কনকৰ প্ৰেমিকা পিছত বিবাহিত ভাৰ্য্যা। প্ৰেম প্ৰকাশত কমলা মাৰ্জিত, সুৰুচিসম্পন্না আৰু স্ত্ৰী হিচাপে কমলা প্ৰকৃতাৰ্থত কনকৰ সহধৰ্মিনী। কমলা আৰু কনকৰ গাৰ্হস্থ্য প্ৰেম আৰু জীৱন নিশ্চয় আদৰ্শনীয়। পাৰ্শ্ব চৰিত্ৰ সমূহ যেনে - পোহাৰাম, মণ্ডলা, জলতি পাঠক, লপাণ্ড আদিৰ জৰিয়তে লেখকে অতি সফল ভাবে গ্ৰাম্যচিত্ৰ ৰূপায়ণ কৰিব পাৰিছে। অলপ কথাতে কাজিয়া কৰা, কাজিয়াৰ কাৰণ আঁতৰিলে আকৌ মিল হোৱা ইত্যাদি দৈনন্দিন গাঁৱলীয়া জীৱনত ঘটা ঘটনাক লিখকে সুন্দৰভাবে ফুটাই তুলিব পাৰিছে। জনজাতীয় চৰিত্ৰ মণ্ডলাৰ জৰিয়তে জনজাতীয় ভাই সকলৰ হোজা আৰু সৰল স্বভাব, কম কথাতে ফুটি ওলাইছে। ষড়যন্ত্ৰকাৰী উকিল - সুৰেণ বেনাৰ্জীৰ চৰিত্ৰ ৰূপায়ণতো লেখক সাৰ্থক।

উপন্যাস খনিৰ কাহিনী বৰ্ণনা কৰোতে লেখকে পৰিবেশ সৃষ্টিৰ ক্ষেত্ৰত কেইবাটাও উপকৰণৰ সহায় লোৱা পৰিলক্ষিত হয়। বিশেষতঃ গ্ৰাম্য পৰিবেশৰ বৰ্ণনাত লেখকে গাঁৱলীয়া মানুহৰ মুখৰ ভাষা, ফকৰা-যোজনা, পটন্তৰ আদিৰ সহায় লৈছে। বহুক্ষেত্ৰতে উপস্থাপন পদ্ধতি নাটকীয় কৰিছে। আনহাতে পৰিবেশ সৃষ্টিৰ ক্ষেত্ৰত লিখকে চৰিত্ৰ সমূহৰ মুখত দিয়া ভাষা আৰু সংলাপে এই ক্ষেত্ৰত

অতি গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। জনজাতীয় বড়ো ভাইসকলৰ মুখত দিছে- হেনাহচা অসমীয়া ভাষা, তেনেদৰে শিক্ষিত বঙালী উকিল সুৰেণ বেনাৰ্জীৰ মুখত দিছে বাংলা ভাষা আৰু মিএল ভাই সকলৰ মুখত দিছে তেওঁলোকৰ কথিত ভাষা। ভাষাৰ এনে প্ৰয়োগে পৰিস্থিতি বৰ্ণনাৰ চিত্ৰণ সজীৱ কৰিছে লগতে পাঠক সমাজকো নতুন স্বাদ বা আহ্লাদ দিছে।

উপন্যাসখনৰ বিভিন্ন চৰিত্ৰ সমূহৰ পৰস্পৰৰ মাজত হোৱা কথোপকথন তথা চৰিত্ৰ সমূহৰ মুখত দিয়া সংলাপ সমূহো অতি ৰসাল হোৱা বুলি কব পাৰি। বহুক্ষেত্ৰতে এনে ধৰণৰ ৰসাল কথোপকথনে পাঠকক বাস্তব পৰিস্থিতি আৰু বাস্তব সমস্যাৰ চিত্ৰ ডাঙি ধৰাত সহায়ক হৈছে। আনহাতে বহুতো সংলাপ প্ৰজ্ঞাধৰ্মী হোৱা বাবে পাঠকে কিছু চিন্তাও কৰিব লগীয়া হয়। কিছুমান সংলাপ আকৌ নাটকীয় উক্তিৰ দৰে স্মৰণীয়। যেনে-

(১) প্ৰেমৰ ক্ষেত্ৰত বিদেশী বুলি কথা নাই আৰু আততায়ীৰ ক্ষেত্ৰত স্বদেশী বুলিও অৰ্থ নাই।

(২) "ভুল যিয়ে কৰে ভালো তেওঁ কৰিব পাৰে। ভুল কৰা আৰু ভাল কৰা মানৱৰ প্ৰকৃতি। ভাল কৰাৰ ক্ষমতা যাৰ আছে, ভুল কৰাৰো তাৰ অধিকাৰ আছে। পৰিলেও তৃপ্তি আছে। ধৰৌতা থাকিলে পৰাতো তৃপ্তি আছে। অতুলে সেই একে সুৰতে হাঁহি মাৰি কলে "তেন্তে কান্দোতা থাকিলে মৰাতো তৃপ্তি আছে বোধহয়।"

অৱশ্যে এই কথাও স্বীকাৰ্য্য যে উপন্যাসখনত কথোপকথন বিশেষ কৈ অতুল আৰু কনক সেনৰ মাজত হোৱা কথোপকথন বহুক্ষেত্ৰত বক্তৃতাধৰ্মী হোৱা যেন হৈছে ফলত কিছু বিৰক্তি বা অস্বস্তিৰ ভাবো পাঠকৰ মনত আনে।

শেষত উপন্যাসখনত ব্যৱহাৰ কৰা ভাষাৰ বিষয়ে দুষাৰ নকলে বোধহয় আমাৰ সামগ্ৰিক পৰ্য্যালোচনা আধৰুৱা হৈ ৰব। ভাষা প্ৰয়োগৰ ক্ষেত্ৰত দেখা যায় যে ঔপন্যাসিক গৰাকীয়ে উপন্যাসৰ পৰিৱেশ আৰু চৰিত্ৰৰ বিশেষত্ব অনুপাতে পৰিৱেশ উপযোগী ভাষা প্ৰয়োগত বিশেষ গুৰুত্ব দিছে। গ্ৰাম্য পৰিৱেশ ফুটাই তুলিবলৈ চুটি চুটি বাক্য, গাঁৱলীয়া ফকৰা, প্ৰবচন, গাঁৱলীয়া ঠাচৰ শব্দৰ প্ৰয়োগ মনকৰিবলগীয়া। তেনেদৰে কনক সেনৰ শিল্পীসুলভ অভিনয়প্ৰিয় চৰিত্ৰ ফুটাই তুলিবলৈ তেওঁৰ কাব্যগন্ধী, অমিত্ৰাক্ষৰ ছন্দ যুক্ত ভাষাৰ প্ৰয়োগো মন কৰিবলগীয়া। বহুতো সমালোচকে লক্ষ্য কৰা বহুবক্তিতা আৰু বক্তৃতাধৰ্মী ভাষাৰ প্ৰয়োগ মাটিকাৰ উপন্যাসত বাৰুকৈয়ে কম। লঘু আৰু বিদ্ৰূপাত্মক তথা ব্যঙ্গাত্মক ভাষাৰ প্ৰয়োগো এই উপন্যাসখনত আছে। ফলতঃ ভাষাৰ দুৰ্বলতা থকা বুলি আমাৰ অনুভৱ নহ'ল।

এনেদৰে মাটিকাৰ উপন্যাসখনৰ আঙ্গিক সমূহ এফালৰ পৰা আলোচনা কৰিলে দুই এটি ত্ৰুটি বিচ্যুতি ধৰা পৰে যদিও সামগ্ৰিকভাবে এই উপন্যাসখন সফল হোৱা বুলি নিশ্চয় মন্তব্য কৰিব পাৰি।



# হিতেশ ডেকাৰ 'বৈৰী মানুহ'- এটি দৃষ্টিপাত

ড° দয়ানন্দ পাঠক

হিতেশ ডেকা এগৰাকী জনপ্ৰিয় ঔপন্যাসিক। আমি মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত পঢ়ি থকা কালত ডেকাদেৱৰ জনপ্ৰিয়তাই তুঙ্গ স্পৰ্শিছিল। অসমৰ নিম্ন মধ্যবিত্ত শ্ৰেণীত এনে লোক কমেই ওলাব যিয়ে ডেকাদেৱৰ উপন্যাস পঢ়া নাই। বহুত সময়ত তেখেতৰ উপন্যাস গাইগুটীয়াকৈ নপঢ়ি ৰাজহুৱাভাৱে পঢ়াৰ ঘটনাও শুনা যায়। অৰ্থাৎ পঢ়িব জনাজনে উপন্যাসখন পঢ়িছে আৰু আন কেবাজনে সেই পঢ়া শ্ৰৱন কৰিছে অতি মনোযোগেৰে। আজি কালি এনে ঘটনা কতো শুনা নাযায়। সেয়া একমাত্ৰ হিতেশ ডেকাৰ ক্ষেত্ৰতেই সম্ভৱ হৈছিল। **'আজিৰ মানুহ', 'মাটিকাৰ', 'ভাৰাঘৰ', 'আচল মানুহ'** আদি উপন্যাসৰ বাবে হিতেশ ডেকাই সমাজৰ উপেক্ষিত আৰু অনাদৃত পাঠকজনৰো হৃদয়ত এখন স্থায়ী আসন দখল কৰি লব পাৰিছে। তেনে এগৰাকী জনপ্ৰিয় ঔপন্যাসিকৰ বিষয়ে দুআৰ লিখিব পৰাটো গৌৰৱৰ কথা।

**'বৈৰী মানুহ'** উপন্যাসখন প্ৰকাশ কাল ষাঠিদশকৰ শেষৰফাল। ইতিমধ্যে উপন্যাসখনৰ কেবাটাও তাঙৰণ ওলাইছে। অতি কম সময়ৰ ভিতৰতে ওলোৱা কেবাটাও তাঙৰণে উপন্যাসখন বিস্তৃত জনপ্ৰিয়তাৰ প্ৰমাণ দাঙি ধৰিছে। উপন্যাসখন মূলতঃ ৰাজনৈতিক। ঐতিহাসিক বুলি কলেও ভুল নহয়। ১৯৬২ চনৰ চীন-ভাৰত যুদ্ধ আৰু ১৯৬৫ চনৰ পাকিস্তান ভাৰত যুদ্ধৰ আধাৰত ৰচিত হৈছে **'বৈৰী মানুহ'**। চীন আৰু ভাৰতবৰ্ষৰ মাজত সংঘটিত হোৱা যুদ্ধ যে এক একক ঘটনা নহয়, আৰু এই যুদ্ধ যে এক আন্তৰাষ্ট্ৰীয় ৰাজনৈতিক পাকচক্ৰৰ পাশৱিক পৰিণতি সেই কথাৰ প্ৰতিহে ঔপন্যাসিকৰ আগ্ৰহ। উপন্যাসৰ আৰম্ভণিতেই ঔপন্যাসিকে সমগ্ৰ বিশ্বৰ বিস্ফোৰণমুখী ৰাজনৈতিক বিৱৰ্তনসমূহৰ বিষয়ে সম্যক পৰিচয় দাঙি ধৰিবলৈ যত্ন কৰিছে। তেনে এক পৰিৱৰ্তনৰ পটভূমিতেই চীনদেশে ভাৰতবৰ্ষ আক্ৰমণ কৰিছে ১৯৬২ চনত। গোটেই ঘটনাক্ৰম যেন ঔপন্যাসিকৰ চকুৰ আগত ঘটিছে, এটাৰ পাছত এটাকৈ। তেনে দ্ৰুত পৰিৱৰ্তনৰ তেওঁ যেনিবা স্বয়ং নিজেও অংশীদাৰ।

ইতিহাসৰ এক বৃহৎ অংশ ৰাজনীতিয়ে অধিকাৰ কৰি আছে। **'বৈৰী মানুহ'** উপন্যাসখনক তেনে দৃষ্টিৰে চাব লাগিব। উপন্যাসৰ পটভূমিৰ প্ৰথম অংশ চীন আৰু ভাৰতবৰ্ষৰ মাজত ১৯৬২ চনত ঘটা সংঘৰ্ষ। দ্বিতীয় অংশ ১৯৬৫ চনত ঘটা ভাৰত-পাকিস্তানৰ যুদ্ধ। দুয়োটা ঘটনাক সংযোগ কৰিছে গুৱাহাটীৰ পশ্চিমে অৱস্থিত গাড়ীগাঁও নামৰ গাঁওৰ কেইজনমান যুৱক যুৱতীয়ে। তেওঁলোকৰ অফুৰন্ত স্বদেশপ্ৰেম এই উপন্যাসৰ মূল আকৰ্ষণ।

উপন্যাসৰ আৰম্ভণিৰ 'মটিফ'ৰ লগত পৰৱৰ্তী 'মটিফ'ৰ মাজত বিশেষ প্ৰভেদ লক্ষণীয়। আৰম্ভণিতে মানুহৰ দানবীয় প্ৰবৃত্তিৰ বিষয়ে ঔপন্যাসিকৰ বিষোদগাৰ।

"পৃথিৱীত মানুহৰ বৈৰী কোন?" মই প্ৰশ্ন কৰিলো আহমদদাক।
"মানুহ" বন্ধু আহমদে উত্তৰ দিলে।

ঔপন্যাসিকে কথাখিনি আৰু স্পষ্টতৰ কৰিবলৈ যত্ন কৰিছে—

"চিৰদিন মানুহে মানুহৰ ওপৰত পাশৱিক অত্যাচাৰ চলাই আহিছে আৰু নৰ ৰক্তেৰে ধৰণী প্লাৱিত কৰি আহিছে। মানুহক যদি কোনোৱে নৃশংসভাৱে হত্যা কৰিছে তেন্তে সেয়া হ'ল মানুহ। মানুহেহে মানুহক নৃশংসভাৱে হত্যা কৰি আহিছে— আন কোনোৱে নহয়। গতিকে

মানুহৰ বৈৰী কেৱল মানুহৰ বাহিৰে কোন হ'ব পাৰে।" (পৃঃ ১-২)

উপন্যাসত যুদ্ধৰ বিপক্ষে ঔপন্যাসিকৰ বিষোদগাৰ যুদ্ধৰ বিষয়ে কবলৈ গৈ তেওঁ মানব ইতিহাসৰ কথা বিশ্লেষণ কৰিবলৈ আৰম্ভ কৰিছে। কিদৰে যুদ্ধবিগ্ৰহ আৰু নৰহত্যাৰ মাজেৰে মানব ইতিহাসৰ অগ্ৰগতি সেই বিষয়ে তেওঁ নিজৰ মতামত দাঙি ধৰিছে—

"তেন্তে তাকেই কৈছো ময়ো যে মানুহৰ আচল বৈৰী মানুহ। আদিম যুগত এদলে আনদলক, এটা গোষ্ঠীয়ে আন গোষ্ঠীক কাটি মাৰি নিঃশ্চিহ্ন কৰি দিছিল। তাৰ পাছৰ যুগত দিগ্বিজয়ীসকলে এখন দেশৰ পাচত আনখন দেশ মৰিমূৰ কৰি নৰহত্যা যজ্ঞৰ আৰম্ভণ কৰিছিল। হিন্দুসকলৰ অশ্বমেধ যজ্ঞৰ আগখিনিত দেখো যজ্ঞৰ ঘোৰা মেলি দি নৰমেধ যজ্ঞহে আগতে আৰম্ভ কৰিছিল। এই ৰজা, মহাৰজা সম্ৰাট সকলো ৰাজ-চক্ৰৱৰ্ত্তী উপাধিধাৰী নৰহত্যাকাৰীৰে দল।" (পৃঃ ২)

মানুহৰ পৰস্পৰৰ মাজত বিৰাজ কৰা অন্যায় অবিচাৰৰ প্ৰতিও ঔপন্যাসিক সচেতন—

"ন্যায় বোলা কথা বাদ দিয়ক। ন্যায় সবলৰ বস্তু। দুৰ্বলে কোনোদিন ন্যায় বিচাৰ পাব নোৱাৰে। শক্তি যাৰ হাঁতত, ন্যায় তাৰ পদানত।" (পৃঃ ৩)

উপন্যাসৰ কাহিনী বুলিবলৈ বাস্তৱ ক্ষেত্ৰত একোৱেই নাই। ঔপন্যাসিকৰ আগ্ৰহ-আকৰ্ষণো কাহিনীৰ প্ৰতি নাই। আৰম্ভণিতে জেৰিণাৰ সতে চক্ৰৱৰ্ত্তীৰ (ঔপন্যাসিকৰ প্ৰথম পুৰুষ) প্ৰেমৰ বৰ্ণনা কৰা হৈছে। পিছলৈ জেৰিণাৰ বিবাহ গাড়ীগাঁওতে আন এগৰাকী মুছলমান ডেকাৰ সতে সম্পন্ন হয়। শেষৰ ফালে উপন্যাসত জেৰিণাৰ গুৰুত্ব স্পষ্টভাৱে হ্ৰাস পায়। তথাপিও জেৰিণা এগৰাকী সহযোগী চৰিত্ৰৰ ভূমিকাত বাহাল থাকে। শেষৰ ফালে চৰিত্ৰ হিচাপে আহমদ আৰু আলিমুন্নিচাই বিশেষ গুৰুত্ব লাভ কৰে। সৰ্বশেষত দুয়োৰে মাজত প্ৰণয়বন্ধনৰো ইংগিত দিয়া হ'ল। আলিমুন্নিচাৰ স'তে বৈবাহিক যোগসূত্ৰ স্থাপন হয় মহম্মদ নামৰ এগৰাকী পাকিস্তানী গুপ্তচৰ। মহম্মদে সকলোৰে চকুত ধূলি মাৰি আলিমুন্নিচাক বিয়া কৰায়। কিন্তু অন্যফালে অসমৰ প্ৰতিটো স্পৰ্শকাতৰ সুৰক্ষা ব্যৱস্থাৰ বিষয়ে পাকিস্তানী চৰকাৰক অবগত কৰি থাকে। তাৰ বিনিময়ত মহম্মদে পাকিস্তান চৰকাৰৰ পৰা টকা-পইচা পাই থাকে। বহুত দিন পিছত আলিমুন্নিচাই এই কথা জানিব পাৰে। নিজৰ বিবাহিত স্বামী হলেও আলিমুন্নিচাই হুংকাৰ দি কয়— "দেশতকৈ স্বামী ডাঙৰ নহয়।" (পঃ ১৮৪) আলিমুন্নিচাই মহম্মদক ধৰাই দিয়ে। তেনে কৰিবলৈ যাওতে তেওঁৰ ব্যক্তিগত জীৱনত যে বিশেষ ক্ষতি সাধন হ'ল সেই কথালৈ তেওঁ কোনো গুৰুত্ব নিদিয়ে—

"মোৰ অৱস্থা যি কি নহওক ককাইদেউ; মই মোৰ দেশখনৰ অমঙ্গল কৰিব নোৱাৰো। মোৰ অমঙ্গল হলেও দেশৰতো ভাল হ'ব। (পৃঃ ১৮৪)

এইদৰে আলিমুন্নিচাই নিজৰ বিবাহিত স্বামীক পুলিচৰ হতুৱাই গ্ৰেপ্তাৰ কৰোৱায়। পুলিচে মহম্মদক পাকিস্তানলৈ চালান দিয়ে। এনে কাৰ্যৰ দ্বাৰা আলিমুন্নিচাই নিজৰ দেশৰ প্ৰতি প্ৰগাঢ় প্ৰেমৰ পৰিচয় দাঙি ধৰে। আলিমুন্নিচাৰ বাবে ধৰ্মীয় চেতনা স্বদেশ প্ৰেমতকৈ ডাঙৰ হ'ব নোৱাৰে।

জেৰিণাৰ ভাতৃ আহমদৰ চৰিত্ৰও মহৎ। তেওঁ নিজকে এগৰাকী ভাৰতীয় সৈন্য বুলি গৌৰব বোধ কৰে। পাকিস্তান-ভাৰত যুদ্ধত তেওঁ বিভিন্ন চেকুতৰত যুদ্ধ কৰে বীৰদৰ্পে। যুদ্ধত তেওঁৰ এখন ভৰি পঙ্গু হয়। নিজৰ চকুতো আঘাত পায়। গাড়ীগাঁওৰ প্ৰতিগৰাকী ডেকা-গাভৰুৰ বাবে তেওঁ গৌৰৱৰ সম্পদ। সকলোৱে তেওঁক লৈ গৌৰব কৰে। উপন্যাসৰ শেষত আলিমুন্নিচা আহমদৰ প্ৰতি আকৃষ্ট হোৱা দেখুওৱা হয়। মুঠৰ ওপৰত কাহিনী বুলিবলৈ এইখিনিয়েই।

উপন্যাসখনৰ আৰু একাধিক আকৰ্ষণীয় মাত্ৰা আছে। তেনে মাত্ৰাৰ ভিতৰত দেশ বিদেশৰ ৰাজনৈতিক দৃশ্যপটৰ সুন্দৰ বৰ্ণনা। দ্বিতীয়তে যুদ্ধক্ষেত্ৰৰ হুবহু ব্যাখ্যান। ব্যাখ্যানবোৰ পঢ়ি ভাব হ'ব ঔপন্যাসিক স্বয়ং নিজহে যেন যুদ্ধক্ষেত্ৰত শত্ৰুৰ বিৰুদ্ধে বাৰুদ বন্দুকেৰে যুদ্ধ কৰিছে। বাঙ্কাৰৰ ভিতৰত থাকি ৰাইফলেৰে অহৰহ গুলিবৰ্ষণ কৰিছে। উপন্যাসখনৰ এক গুৰু অংশ যুদ্ধৰ বৰ্ণনাৰে ভৰপূৰ। যুদ্ধৰ বৰ্ণনা দি ঔপন্যাসিকে লিখিছে—

"সকলো কামৰে একোটা সুকীয়া কৌশল আছে। প্ৰথমে আমাৰ বিমান উৰি গৈ যেতিয়া জানিব পাৰিলে যে ৰাডাৰ ফিট কৰা আছে, তেতিয়া হতাশ হৈ ফিৰি আহিল। কিন্তু সাহসী পাঞ্জাবী পাইলট এজনে দুঃসাহস কৰি তথাপি আগবাঢ়ি গ'ল আৰু অতি বেগেৰে গৈ হঠাতে বিপক্ষৰ আকাশমাৰ্গ স্পৰ্শ কৰিলে। আমি দেখি থাকিলো তথা লাগি, কিন্তু পৰিণাম শোচনীয় হ'ল। ইমান ওপৰৰ পৰা ৰাডাৰ যন্ত্ৰই এই বিমানখন নমাই আনি ভূপতিত কৰি দিলে। এই সাহসী পাঞ্জাবী পাইলটৰ মৃত্যু হ'ল আৰু বিমান ধ্বংস হৈ গ'ল। কিন্তু আমাৰ জোৱান ৰক্তবীজৰ সন্তানৰ দৰে এজন মৰিলে দহজন ওলায়।" (পৃঃ ১০১)

আন্তঃৰাষ্ট্ৰীয় ৰাজনীতিৰ প্ৰতি ঔপন্যাসিক সচেতন। আন্তঃৰাষ্ট্ৰীয় পটভূমিত ভাৰতবৰ্ষৰ ৰাজনৈতিক স্থিতিৰ বিচাৰ বিশ্লেষণ উপন্যাসখনৰ এক উল্লেখযোগ্য গৰিমা। ঔপন্যাসিকৰ ৰাজনৈতিক বিশ্লেষণৰ এটি অংশ—

"কিন্তু কোনো দেশৰে কূটনৈতিক কোনো পৰিৱৰ্ত্তন হোৱা নাই। ৰাষ্ট্ৰীয় নীতি ১৯৬২ চনৰ দৰে একেই আছে, কেৱল চীন আৰু পাকিস্তানৰ কূটনৈতিক ক্ষেত্ৰত এটা বিশেষ লক্ষণীয় পৰিৱৰ্ত্তন দেখা গৈছে। পাকিস্তানে চীনৰ লগত মিত্ৰতা কৰিছে। চীন কমিউনিষ্ট-সাম্যবাদী আৰু পাকিস্তান ধৰ্মৰ ভিত্তি শাসিত দেশ। দুয়োখন দেশৰ ৰাষ্ট্ৰীয় নীতি অহিনকুল। সাম্যবাদত ধৰ্মৰ গোড়ামীৰ স্থান নাই। কব গলে ধৰ্মবিৰোধী, এই বিৰুদ্ধ মতবাদী দুখন দেশৰ মিলন পৃথিবীৰ চকুত বিসদৃশ দেখা গ'ল। তথাপি দুয়ো দেশৰ মিত্ৰতা হ'ল। জগতৰ মানুহ চমকিত হৈ উঠিল। চীন ধৰ্ম ধ্বংসকাৰী আৰু পাকিস্তান ধৰ্মৰ ভিত্তিত গঠিত। এই দুই দেশৰ এনে বৈসাদৃশ্যৰ মাজতো যে মিত্ৰতা স্থাপন হ'ল তাৰ কাৰণ ভাৰত। ভাৰত হ'ল চীন পাকিস্তানৰ মাজৰ দেশ। (পৃঃ ৭০-৭১)

ঔপন্যাসিকে কথাখিনি আৰু পৰিষ্কাৰকৈ বুজাবলৈ যত্ন কৰিছে—

"চীন হ'ল দলগত একনায়কত্ববাদী আৰু পাকিস্তান হ'ল ব্যক্তিগত এক নায়কত্ববাদী দেশ। মিলনৰ ভিতৰত এই দুই দেশৰে— প্ৰথমতে একনায়কত্ববাদী আৰু দ্বিতীয়তে শক্তিবাদ বা যুদ্ধনীতি। তাৰ উপৰি তৃতীয় কাৰণ হ'ল ভাৰতবৈৰী। দুয়ো দেশে ভাৰতৰ বৈৰী"। (পৃঃ ৭১)

উপন্যাসত মানৱীয় চেতনাও আছে। মানুহ মানুহৰ প্ৰতি বিদ্বেষী। ন্যায় অন্যায়ৰ ব্যাখ্যা ব্যক্তিসাপেক্ষে ভিন ভিন হয়। সবলৰ বাবে ন্যায়ৰ ব্যাখ্যা বেলেগ। দুৰ্বলৰ বাবেও ইয়াৰ ব্যাখ্যা সুকীয়া। ঔপন্যাসিকে আক্ষেপ কৰিছে—

"ন্যায় বোলা কথা বাদ দিয়ক। ন্যায় সবলৰ বস্তু। দুৰ্বলে কোনোদিন ন্যায় বিচাৰ পাব নোৱাৰে। শক্তি যাৰ হাতত, ন্যায় তাৰ পদানত; নহ'লে ছক্ৰেটিছক হেমলক্ বিষ খুৱাই মৰা বিচাৰকজনৰ ৰায় কিয় ৰজাৰ পক্ষৰ হ'ল? মানুহৰ শত্ৰু হ'ল মানুহ; সেয়েহে মানুহৰ বিৰুদ্ধে মানুহৰ অভিযান।" (পৃঃ ৩)

ডেকা গাভৰুৰ প্ৰেম এক স্বাভাৱিক আবেগ। তেনে প্ৰেম যে বিবাহৰ ৰূপ পাবই লাগিব তেনে কথা হ'ব নোৱাৰে। ডেকা গাভৰুৰ প্ৰেম ভিন ভিন ৰূপতো বৰ্তিব পাৰে। জেৰিণা আৰু চক্ৰৱৰ্ত্তীৰ (ঔপন্যাসিকৰ প্ৰথম পুৰুষ) প্ৰেমে সেই কথা হাতে কামে প্ৰমাণ কৰি দেখুৱাইছে। ৰেজিণাৰ বিবাহৰ পাছতো চক্ৰৱৰ্ত্তীৰ সতে ৰেজিণা তথা তেওঁৰ পৰিয়ালৰ সম্পৰ্ক অটুট ৰৈছে। এনে সম্পৰ্কৰ গভীৰতা আৰু পাৰিবাৰিক বুজাবুজিৰ প্ৰমাণ কৰিছে, মানবীয় সম্পৰ্কতকৈ ধৰ্মীয় সম্পৰ্ক কেতিয়াও ডাঙৰ নহয়। একেদৰে জাতীয় বা ৰাষ্ট্ৰীয় সম্পৰ্ক যে ঠেক গোষ্ঠীগত অথবা ধৰ্মীয় সম্পৰ্কৰ উৰ্ধত সেই কথাও উপন্যাসখনত ঔপন্যাসিকে প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছে।

উপন্যাসখনত ঔপন্যাসিকে পাঠকক দুই চাৰিটা তথ্যগত খবৰো দিবলৈ যত্ন কৰিছে। তেনেবোৰ তথ্য চৰকাৰী কাৰ্যালয়ৰ পুৰণি ফাইলৰ ভিতৰত থকা বস্তু। ব্ৰহ্মপুত্ৰ নদীৰ ওপৰত নিৰ্মিত হোৱা শৰাইঘাট দলংখনৰ বিষয়ে এইদৰে লিখা হৈছে—

> "শৰাইঘাট দলং। "অ— লুইতৰ আশাৰ চাকিটি জ্বলে।" গানটো মনত পৰিল। ব্ৰহ্মপুত্ৰৰ ওপৰত ভাৰত চৰকাৰে এইখন সুন্দৰ দলং তৈয়াৰ কৰিছে। ১৯৫৮ চনৰ পৰা ১৯৬২ চনলৈ এই চাৰি বছৰত এই দলং তৈয়াৰ কৰাত সময় লাগিছে আৰু দহ কৌটি পচপন্ন লাখ টকা খৰচ পৰিছে।" (পৃঃ ৬৩)

প্ৰেমৰ অভিব্যক্তিৰ বেলিকাও উপন্যাসখনৰ মান উল্লেখনীয়। ইতিমধ্যে জেৰিণা আৰু চক্ৰৱৰ্ত্তীৰ কথা উল্লেখ কৰিছোৱেই। উপন্যাসত প্ৰেমৰ বৰ্ণনা নিমজ, অথচ বাস্তৱমুখী। উপন্যাসত এইদৰে লিখা হৈছে —

> "তেওঁ কেৰাহিকৈ চাই মোৰ যেন অন্তৰবননিত অগ্নিশিখা প্ৰয়োগ কৰিলে। এইবাৰ মই আৰু ধৈৰ্য ৰাখিব নোৱাৰিলো। শেষত নাৰীয়ে জয়ী হ'ল। মই তেওঁৰ গাৰ ওচৰ চাপি কাণৰ কাষত মুখ থৈ কৈ উঠিলো— 'বাৰু জেৰিণা, পৃথিবীত ডেকা গাভৰুৰ কাৰণে কি বস্তু বেচি মিঠা?
>
> তেওঁ মোৰ ফালে প্ৰেমপূৰ্ণ নযনে চাই উত্তৰ দিলে— "প্ৰেম"। (পৃঃ ৬৪-৬৫)

ভাষাৰ কাব্যিকতাৰ ফালৰ পৰাও **'বৈৰী মানুহ'** অতি মজাৰ। ব্ৰহ্মপুত্ৰ নদীৰ সৌন্দৰ্যশোভাৰ দৃশ্য বৰ্ণনা কৰিবলৈ ঔপন্যাসিকে লিখিছে-

> "অস্তগামী সূৰুযৰ শেষ বিদায়ৰ আগমুহূৰ্ত্তত যি হেঙুলীয়া বোল ধৰিছে তাৰ ৰঙীণ ৰশ্মি আহি আমাৰ গালে মুখে পৰিছে। বোচোৰাৰ ৰাণী গোলাপৰ গুলপীয়া আতৰসানি গালমুখ গুলপীয়া কৰাৰ দৰে আমি দুয়োৰো মুখমণ্ডল গুলপীয়া কৰি তুলিছো।" (পৃঃ ৬৪)

উপন্যাসখনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল, স্বদেশপ্ৰেম। স্বদেশৰ কাৰণে উপন্যাসখনৰ প্ৰায় প্ৰতিগৰাকী চৰিত্ৰই যিকোনো ত্যাগ স্বীকাৰ কৰিবলৈ প্ৰস্তুত। পাকিস্তানী গুপ্তচৰ মহম্মদৰ মাজতো স্বদেশপ্ৰেম আছে— সেয়া নিজৰ দেশ পাকিস্তানৰ প্ৰতি অনুৰাগ। মহম্মদৰ চৰিত্ৰক তেনে দৃষ্টিৰে চোৱাটোহে উচিত হ'ব।

পিচে উপন্যাসখনৰ নাম **'বৈৰী মানুহ'** কিয় দিয়া হ'ল কোৱা টান। এই বিষয়ে আমাৰ মনত এটা প্ৰশ্নবোধক চিন থাকি গ'ল।



# হিতেশ ডেকাৰ গল্পত মানৱীয় আবেদন

ড° গোলকেশ্বৰ গোস্বামী

পঞ্চাছৰ দশকতে ঔপন্যাসিক হিচাপে ওলাই আহি ভালেকেইখন উপন্যাসেৰে অসমীয়া উপন্যাস সাহিত্যত জনপ্ৰিয় হৈ পৰা হিতেশ ডেকা গল্পকাৰ হিচাপেও পৰিচিত। হিতেশ ডেকাই কবিতাৰ যোগেদি জনতাৰ মুক্তি বিচাৰি -

"মুক্তি! বন্ধু মুক্তি!! জনতাৰ মুক্তি!!!
সেয়ে মোৰ আজি তোমাৰ আগত
হ'ব কবিতাৰ উক্তি।
বাধা বন্ধনৰ শিকলি ছিঙি,
হীনতা দীনতাৰ প্ৰাচীৰ ভাঙি
সত্যৰ বীণ দুহাতেৰে দাঙি,
মুক্ত ছন্দে গাম আনন্দে
জীৱনৰ জয় গান - " বুলি বিষ্ণুপ্ৰসাদ ৰাভাৰদৰে এই উদ্দীপ্ত ভাষাৰে যি কথা কৈছিল; সেই কথা তেওঁৰ গল্পসমূহৰ যোগেদিও প্ৰকাশিত হৈছে। হিতেশ ডেকাই গল্প ৰচিছিল মানুহৰ বাবে মানুহৰ জীৱনৰ সৰু বৰ বিভিন্ন কথাকেই লৈ আৰু গল্পসমূহৰ যোগেদি বিচাৰিছিল মানৱীয় গুণৰ উত্তৰণ বা বিকাশ ঘটাবলৈ। সমাজবাদী দৰ্শনত বিশ্বাসী ডেকাই গল্পসমূহৰ যোগেদি সমাজবাদী ভাৱধাৰাকেই প্ৰকাশ কৰিছিল আৰু প্ৰকৃত মানুহ হিচাপে, উন্নতি সাদনত ব্ৰতী মানুহ হিচাপে; কাৰো প্ৰতি কোনো ধৰণৰ ভয়-সংকোচ নকৰাকৈয়ে তেওঁৰ মনলৈ অহা কথাবোৰ মুকলিভাৱে দাঙি ধৰিছিল। সাহিত্যিক নৱকান্ত বৰুৱাৰ ভাষাত "অসমীয়া ভাষা আৰু মানুহৰ সৰ্ব্বতোপ্ৰকাৰ দায়বদ্ধ আছিল- তেওঁৰ লেখাত, তেওঁৰ কৰ্ম্মত। আৰু অৱশেষত হিতেশ ডেকাৰ কাৰণে আটাইতকৈ মূল্যৱান বস্তুটো আছিল মানৱতা। মানুহৰ ওপৰতেই তেওঁ গুৰুত্ব দিছিল আটাইতকৈ বেছি।"

বৰ্তমানলৈ প্ৰকাশিত হিতেশ ডেকাৰ গল্পপুথিসমূহ হৈছে **প্ৰায়শ্চিত্ত** (১৯৪৯) **'গৰাখহনীয়া'** (১৯৫৪, ১৯৯২), **'এইখন আমাৰ সমাজ'** (১৯৭২) **'গল্পটো লিখা নহল'** (১৯৯২) ইত্যাদি। এই গল্পসংকলন সমূহৰ ভিতৰত **'গৰাখহনীয়া'** আৰু **'গল্পটো লিখা নহল'** সংকলন দুটা উল্লেখযোগ্য। এই পুথিদুখনত সন্নিবিষ্ট মুঠতে সাতাইছটা গল্পৰ ভিতৰত ভালেকেইটা গল্প মানৱীয় ভাৱধাৰাৰে সমুজ্জ্বল। **"গৰাখহনীয়া"**ৰ আগকথাও গল্পকাৰে কোৱা অনুসৰি তেওঁ সমাজৰ বিভিন্ন স্তৰৰ ব্যক্তিৰ মানসিক সংঘাত আৰু সামাজিক অধঃপতনৰ চিত্ৰ গল্পসমূহত দাঙি ধৰি সমাজ জীৱনৰ এধানিমান উপকাৰ সাধন হ'ব বুলি আশা কৰিয়ে কলম তুলি লৈছিল। সমাজ জীৱনৰ উপকাৰ সাধনৰ চিন্তাই হৈছে মানৱতাবাদী চিন্তাৰ নামান্তৰ।

**"গৰাখহনীয়া"** পুথিত সন্নিবিষ্ট উক্ত নামৰেই প্ৰথম গল্পটোত লেখকে পলাশবাৰী টাউনৰ কাঠ-বেপাৰী মহাজনে অভয় চৌধুৰী আৰু গোপাল মজুমদাৰ নামৰ মানুহ এজনৰ লগত ব্ৰহ্মপুত্ৰৰ ঘাটৰ ভাড়া লৈ হোৱা তৰ্ক-বিতৰ্ক আৰু মৰামৰি; অভয় চৌধুৰীৰ পুত্ৰ ভবেশ আৰু গোপাল মজুমদাৰৰ জ্যেষ্ঠা কন্যা লক্ষ্মীৰ মাজত ভালপোৱা আৰু পাছত ১৯৫৪ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই অভয় চৌধুৰী আৰু গোপাল মজুমদাৰৰ সা-সম্পত্তি, ঘৰ-দুৱাৰ আদি খহাই উটুৱাই লৈ যোৱাৰ পাছত ভবেশ আৰু লক্ষ্মীৰ বিবাহ হোৱাৰ ইঙ্গিতেৰে দুয়োটা পৰিয়ালৰ মাজৰ নতুন অথচ মধুৰ সম্পৰ্কৰ কথা

দাঙি ধৰিছে। গল্পৰ কাহিনীভাগৰ বিশ্লেষণে ইয়াত যে মানৱীয় আবেদন প্ৰকাশিত হৈছে সেই কথা বুজাই দিয়ে। বিশেষকৈ গল্পটোত অভয় চৌধুৰীৰ পুতেক ভবেশৰ কামকাজবোৰ সম্পূৰ্ণ মানৱীয় চিন্তাধাৰাৰে উদ্বুদ্ধ। ঘাটৰ ভাড়ালৈ হোৱা তৰ্ক-বিতৰ্কত অতিশয় ক্ৰুদ্ধ হৈ গোপাল মজুমদাৰে যেতিয়া এটা সময়ত অভয় চৌধুৰীৰ চুলিকোচাত ধৰি চৰমাৰি তেওঁক অচেতন কৰি পেলায় আৰু তাৰ প্ৰতিশোধ হিচাপে অভয় চৌধুৰীৰ তলত কাম কৰা লোকসকলেও যেতিয়া গোপাল মজুমদাৰক মাৰধৰ কৰিবলৈ ধৰে তেতিয়াই ভবেশ আগবাঢ়ি যায়। ভবেশে গোপাল মজুমদাৰক তেনেদৰে মাৰধৰ কৰাত বাধা প্ৰদান কৰে আৰু ফলত সিয়ো দুই এটা ভুকু খায়। সেই সময়তে ভবেশৰ নাকৰপৰা তেজ ওলোৱা দেখি মানুহবিলাকে যেতিয়া অনুতাপ কৰিবলৈ ধৰে তেতিয়াই ভবেশে তেওঁলোকক কৈ উঠে "তোমালোক পশুতকৈও অধম হৈ গৈছা। বিচাৰ নাই, খোচাৰ নাই কেৱল মাৰ হে মাৰ। ইয়ো কিবা মানুহৰ কামনে?" ভবেশে এইদৰেই মানুহৰ প্ৰকৃত কৰ্তব্যত যে বিচাৰ বুদ্ধিৰ প্ৰয়োজনে সেই কথা বুজাই দিছে।

গল্পটোত বৰ্ণনা কৰা অনুসৰি ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই অভয় চৌধুৰীৰ সা-সম্পত্তি সকলোবোৰ লৈ গল। ইয়াৰ উপৰি চৌধুৰীয়ে সযতনে ৰাখি থোৱা ৬০০০ টকাৰ নোটেৰে সৈতে বাকচটোও ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত ভাহি গল। সেই বাকচটো আনিবলৈ নাও এখনত উঠি অভয় চৌধুৰীয়ে যেতিয়া নাও বোৱা মানুহ এজনৰ বাবে চিঞৰিলে, তেতিয়া সেই চিঞৰ গোপাল মজুমদাৰে শুনিলে। মজুমদাৰে পূৰ্ব্বৰ সকলোবোৰ কথা পাহৰি গ'ল আৰু লৰ মাৰি আহি নাৰত উঠিল আৰু এটা সময়ত বাকচটো উদ্ধাৰ কৰাৰ লগতে অভয় চৌধুৰীকো ৰক্ষা কৰিলে। মাত্ৰ এবছৰ আগতে ঘাটৰ ভাড়ালৈ হোৱা কাজিয়াৰ প্ৰসংগত অভয় চৌধুৰীকে "এই পাষণ্ডক মই মোৰ ঘৰত শুৱাই ৰাখিম? নে, নে, লৈ যা। এতিয়াই এই কুকুৰক বাহিৰ কৰি দে মোৰ ঘৰৰ পৰা। ই মোৰ পৰম শত্ৰু।" বুলি যিজনে গোপাল মজুমদাৰক তিৰস্কাৰ কৰিছিল, সেইজন গোপাল মজুমদাৰেই অভয় চৌধুৰীৰ বিপদৰ সময়ত নিজৰ জীৱনকো তুচ্ছ কৰি তেওঁক সহায় কৰিবলৈ অহাটো মহান মানৱতাৰেই প্ৰকাশ। এনে মানৱতাক সকলোৱে প্ৰশংসা কৰে আৰু সেয়ে অভয় চৌধুৰীয়েও প্ৰশংসা কৰিছে।

গল্পটোৰ শেষত সৰ্ব্বস্বান্ত হৈ পৰা গোপালৰ পৰিয়ালৰ সকলোকেইটিকে অভয় মহাজনৰ পুতেক ভবেশে লৈ গৈছিল। ভবেশৰ এই কাৰ্যত পিতৃয়েও সম্মতি দি গোপালৰ কন্যা লক্ষ্মীক বোৱাৰী কৰি লোৱাৰ মনোভাবো মানৱতাৰেই প্ৰকাশ। গল্পটোত 'গৰাখহনীয়া'ই যেন পুৰণি বিভেদৰ ঘৰ ভাঙি নতুন ঘৰ তৈয়াৰ কৰিবলৈহে লৈছে, এনে লাগে। গল্পটোৰ শেষত সৰ্ব্বস্বান্ত গোপালে ব্ৰহ্মপুত্ৰৰ ঘাটৰ ফালে চাই ইবিধ সিবিধ বহুবিধ কথা ভাবি থাকোঁতে অভয় চৌধুৰীয়ে 'সেই ঘাটৰ কথা আৰু ভাবি লাভ নাই। সেই ঘাট আজি আৰু নাই; কি চাইছে বুলি কোৱা কথাখিনিও হয়তো তাৎপৰ্য্যপূৰ্ণ। ইয়াৰ যোগেদি অভয় চৌধুৰীয়ে এটা নতুন ঘাটৰ-প্ৰেমৰ ঘাটৰ মানৱীয় প্ৰেমৰ ঘাটৰ ইংগিতকেই প্ৰকাশ কৰিছে।

ডেকাৰ 'শ্ৰেণীহীন সমাজ' গল্পটিতো মানৱীয় আবেদনৰ পৰিস্ফুৰণ ঘটিছে। বৰ্তমানৰ ভাৰবৰ্ষত জনসাধাৰণৰ দুঃখ কষ্টৰ বিনিময়ত আৰ্জিত স্বাধীনতাৰ সুবিধা যে মাত্ৰ কেইজনমান মুষ্টিমেয় লোকেহে ভোগ কৰিছে; ভাৰতত যে বৰ্তমানে প্ৰকৃত দেশহিতৈষী নেতা নাই আৰু সেই লৈ মানৱীয় দৃষ্টিভংগীৰে উদ্বুদ্ধ লিখক যে চিন্তান্বিত হৈ পৰিছে সেই কথাই গল্পটোৰ জৰিয়তে মূলতঃ প্ৰকাশিত হৈছে। তথাকথিত নেতাসকলে যে মুখত এক পেটত এক ভাবলৈহে কাম কৰে; শ্ৰেণীহীন সমাজ গঠন কৰিব লাগিব বুলি; ধনী দুখীয়া, উচ্চ নীচ, স্পৃশ্য-অস্পৃশ্যৰ ভেদ পৰিহাৰ কৰিব লাগিব বুলিহে তেওঁলোকে মুখেৰেহে প্ৰকাশ কৰে; সুবিধাবাদীৰ দল থাকিব নালাগিব বুলি মুখেৰে কৈ তেওঁলোকেই যে সুবিধাবোৰ ভোগ কৰে - এইবোৰ কথাকেই গল্পটোত দাঙি ধৰিছে। বৰ্তমান সমাজত এইবোৰ থাকিলেও লিখকে কিন্তু এতিয়াও ৰাম-ৰাজ্য এখনহে বাস্তৱত ৰূপায়িত হোৱাৰ কথা ভাবে। লিখকৰ

মনোভাবেই যেন গল্পটোৰ মূল চৰিত্ৰ মাষ্টৰ বৰাৰ কথাৰেই প্ৰকাশিত হৈছে। মাষ্টৰ বৰাৰ মতে সীতা উদ্ধাৰ যেনেকৈ অকল শ্ৰীৰামচন্দ্ৰৰ দ্বাৰাই হোৱা নাছিল; যেনেকৈ হনুমান, সুগ্ৰীৱ, নল, নীল, জাম্বুবান, বিভীষণ আদি আটাইতে তাত অংশ আছিল সেই একেদৰে ভাৰত উদ্ধাৰো অকল মুষ্টিমেয় কেইজনমান লোকৰ দ্বাৰাই হোৱা নাছিল; জনসাধাৰণৰো তাত ভাগ আছিল। তথাপি সীতা উদ্ধাৰৰ হোতা হৈয়ো ৰামচন্দ্ৰই কিন্তু বান্দৰৰ নাইবা ৰাক্ষসৰ প্ৰতি অকৃতজ্ঞ হোৱা নাছিল; অকৃতজ্ঞ হোৱাহেঁতেন সুগ্ৰীৱ নাইবা বিভীষণৰ সলনি লক্ষ্মণকে কৰবাত ৰজা পাতি থলেহেঁতেন। শ্ৰীৰামচন্দ্ৰৰ এই মহানতা কথাকেই দাঙি ধৰি বৰাই সেই ৰঘুমণিক হেৰুৱালো বুলি আক্ষেপ কৰিছে। বৰাৰ এই আক্ষেপ দৰাচলতে লিখকৰেই আক্ষেপ। এই আক্ষেপৰ যোগেদিয়েই লিখকে বিচাৰিছে 'বহুজন হিতায়' কাম কৰা প্ৰকৃত নেতা; শ্ৰীৰামচন্দ্ৰৰ দৰে সকলোৰে প্ৰতি সমদৃষ্টি আৰোপ কৰা নেতা। লেখকৰ মানৱতাবাদী চিন্তাধাৰা গল্পটোত এইদৰেই ৰূপায়িত হৈছে।

'শ্ৰেণীহীন সমাজ' গল্পৰ দৰে 'এইজন আমাৰ নেতা' গল্পটোতো লিখকৰ ৰাম-ৰাজ্য প্ৰতিষ্ঠাসম্পৰ্কে মনতেই শিপাই থকা মনোভাব প্ৰকট হৈ উঠিছে। লেখকৰ মনে ৰাম-ৰাজ্য প্ৰতিষ্ঠা কৰিব বিচাৰে যদিও বাস্তৱত সেৱা সম্ভৱ হোৱা নাই আমাৰ দেশৰ ন্যস্তস্বাৰ্থ জড়িত ৰাজনৈতিক নেতা কিছুমানৰ বাবে। গল্পটোত লেখকে নিৰ্ব্বাচনৰ আগে আগে ৰাইজকে ভুলাই ভোট আদায় কৰিব বিচৰা দুমুখীয়া ৰাজনৈতিক নেতাৰ ছবি অংকণ কৰিছে। এইজন নেতাৰ মুখতো একেধৰণৰ কথা - "আমি এনে এখন সমাজ ৰচনা কৰিম য'ত নাই শোষণ, য'ত নাই উৎপীড়ন আৰু যিখন সমাজত নাই ধনী দুখীয়া, উচ্চ নীচ আদিৰ ভেদাভেদ।" তথাকথিত ৰাজনৈতিক নেতাসকলে মুখেৰেহে শোষন, উৎপীড়ন, ভেদাভেদ আদি আঁতৰোৱাৰ কথা কয়; কিন্তু কাৰ্য্যতঃ নকৰে। কিন্তু লেখকে প্ৰকৃতেই বিচাৰে শোষণ, উৎপীড়ন, উচ্চ-নীচৰ ভেদবিহীন এখন সমাজ আৰু এয়াই গল্পটোৰ জৰিয়তে প্ৰকাশিত মানৱীয় আবেদন।

প্ৰকৃত মানৱতাবাদী লোকে সমাজৰ যিকোনো স্তৰতে মানৱতাৰ উৎকৰ্ষহে বিচাৰে। সেয়েহে য'ত মানৱতাৰ স্খলন হয়, তাতেই তেওঁলোক চিন্তিত হৈ পৰে আৰু প্ৰকৃত মানৱতাৰ বাণীৰে মানুহক উদ্বুদ্ধ কৰিবলৈ বিচাৰে। "দুখন ছবি" গল্পতো যেন লেখকে মানৱতাৰ স্খলন দেখুৱাই প্ৰকৃতাৰ্থত তাৰ উৎকৰ্ষহে বিচাৰিছে। বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ অহা দুখীয়া ঘৰৰ নৰেন আৰু স্বচ্ছল পৰিয়ালৰ হেমন্তৰ কাৰ্য্যকলাপৰ যোগেদি লেখকে এই কথাকেই দেখুৱাবলৈ বিচাৰিছে। নৰেনৰ দুখীয়া পিতৃয়ে ধাৰ-ঋণ কৰি অতি কষ্টেৰেহে নৰেনক পঢ়াৰ খৰছ যোগাইছিল। নৰেনে স্কলাৰছিপ পালেই পিতৃক হালৰ গৰু কিনিবৰ বাবে টকা পাঁচশ দিয়াৰ কথা আছিল। কিন্তু বিশ্ববিদ্যালয়ত নগৰীয়া পৰিবেশ পাই নৰেনে সেইবোৰ কথা পাহৰি গল। নৰেনে গুৱাহাটীলৈ আহি চিনেমা চাবলৈ ললে; গধূলি সময়ত বান্ধবীৰ লগত ফুৰিবলৈ ধৰিলে; বান্ধবীৰ চল-চাতুৰিপূৰ্ণ কথাত ভোল গৈ শাৰী কিনিবলৈও পইচা দিলে। আনপিনে স্কলাৰছিপ পোৱাৰ খবৰ পাই পিতৃতে যেতিয়া পইচা নিবলৈ আহিল তেতিয়া কিন্তু নৰেনে পিতাকক ভাল ব্যৱহাৰ নকৰিলে। নৰেনে খঙেৰে পিতৃক "মোৰ পৰা যে টকা বিচাৰিছ, মই কিবা চাকৰি-কৰিছো নেকি? পঢ়ি থকা লৰাই ঘৰলৈ টকা দিয়ে নে ঘৰৰ পৰা টকা আনে?" আদি ধৰণে তিৰস্কাৰহে কৰিলে। ইয়াতেই ক্ষান্ত নাথাকি সি আকৌ অমানুষিকভাৱে পিতৃৰ প্ৰতি অকথ্য ভাষাও ব্যৱহাৰ কৰিলে। ঘৰৰ কথা অৱতাৰণা কৰি যি কলে "মোৰ ভাবিবলগা নাই। সন্তানৰ পিতৃ হলে দায়িত্ব লবই লাগিব; নহলে সন্তান জন্মই দিব নালাগে। সন্তানক পোহ পাল দিয়া পিতৃ-মাতৃৰ কৰ্ত্তব্য আনৰ নহয়। ভৱিষ্যতৰ কথা চিন্তা নকৰি সন্তান জন্ম দিলে এনে দশা হবই। তাৰ কাৰণে মই দায়ী নহয়।"

নৰেনৰ বিপৰীতে হেমন্ত কিন্তু সম্পূৰ্ণ বেলেগ। নৰেনে পিতাকক 'কাণ্ডজ্ঞানহীন', 'দায়িত্বজ্ঞানহীন' বুলি কোৱা কথা হেমন্তই সহ্য নকৰিলে। হেমন্তই নৰেনক সাৱধানবাণী শুনাই তাৰ দৰে দায়িত্বজ্ঞানহীন

ল'ৰাৰ মুখত আদৰ্শবাদৰ কথা শোভা নাপায় বুলি ক'লে। হেমন্তৰ কথামতে মহানুভৱতা নাথাকিলে, মানৱতাবোধ নাথাকিলে, সকলো আদৰ্শ ফুটুকাৰ ফেন যেন হয়। ই আত্মগোপন আৰু আত্মিক পৰাজয়ৰ চিন।" মাত্ৰ।

লেখকে গল্পটোত নৰেন আৰু হেমন্তৰ কাৰ্য্যকলাপৰ যোগেদি মানৱতাৰ অপকৰ্ষ আৰু উৎকৰ্ষ দেখুৱাই দৰাচলতে উৎকৰ্ষহে বিচাৰিছে। লেখকৰ একে ধৰণৰ মানবীয় ভাবধাৰা **"এয়েতো সংসাৰ"** গল্পটোৰ পৰাও বিশ্লেষণ কৰিব পাৰি যত মানৱতাৰ অভাৱৰ ফলতেই ইঞ্জিনিয়াৰ উদ্ধৱ ফুকনে নিজৰ পত্নীৰ প্ৰতি দুৰ্ব্যৱহাৰ কৰাৰ লগতে পত্নীৰ ককায়েককো কটুকথা কবলৈ কোনো ধৰণৰ সংকোচবোধ কৰা নাছিল।

**"গৰাখহনীয়া"**ৰ অন্তৰ্গত **'দুখন ছবি'** আৰু **'এয়েতো সংসাৰ'** গল্পৰ নিচিনাকৈয়ে **'গল্পটো লিখা নহ'ল'** পুথিৰ **'ভাগ্যৰ পৰিহাস'** গল্পটোতো মানৱতাৰ স্খলন যে সমাজৰ বাবে অতিকৈ অহিতকৰ সেই কথা দেখুৱাইছে। বৰ্ত্তমান সময়ৰ দুৰ্নীতিৰ চক্ৰজালত সোমোৱা উচ্চ পৰ্যায়ৰ চাকৰিয়াল জগত বৰ্মনে দুৰ্নীতিত লিপ্ত হৈ অজস্ৰ পৰিমাণে টকা পইচা সা-সম্পত্তি অৰ্জ্জন কৰিছে; নগৰত দুমহলীয়া অট্টালিকা সজাইছে আৰু লাহ-বিলাহত ডাঙৰ-দীঘল হোৱা ঘৈণীয়েকৰ সৈতে বিলাসী জীৱন কটাইছে। কিন্তু জগত বৰ্ম্মন সৰুৰেপৰাই ধনীৰ ঘৰৰ দুলাল নাছিল। আঠবছৰ বয়সতে মাক-পিতাকক হেৰুওৱা জগত বৰ্ম্মনক পেহায়েক অৰ্থাৎ গল্পৰ চৰিত্ৰ বুঢ়ী কাঞ্চনমতীৰ পিতাকে আনি নিজকে ল'ৰাৰ দৰে লালন-পালন কৰিছিল। সময়ত নিজৰ সা-সম্পত্তি বিক্ৰী কৰিও গুৱাহাটীত পঢ়াইছিল। সেই সময়ত গাভৰু কাঞ্চনমতীয়ে অন্য দুজনী ভনীয়েকৰ সৈতে জগতক নিজৰ ভায়েকৰ দৰে লৈছিল; তেওঁৰ অসুখ বিসুখৰ সময়ত তেওঁৰ মূৰ পিহি, গা পিহি হাতভৰিত নহৰু মিঠাতেলত ভাজি সেই তেল মালিচ কৰি দি শুৱাই থৈছিল।

কিন্তু ভাগ্যৰ পৰিবৰ্ত্তন হ'ল। সেই জগত বৰ্ম্মনেই সুযোগ সুবিধা পাই ধনী মানী হৈ পৰিল আৰু অনাহাতে সেই গাভৰু কাঞ্চনমতীৰ বিয়া হোৱাৰ পাছত অৱস্থা দিনকে দিনে বেয়া হৈ আহিল। শেষত কাঞ্চমতী বুঢ়ী হ'ল মেট্ৰিক পাছ কৰা একমাত্ৰ পুতেকজনক লৈয়ে দিন কটাবলৈ ধৰিলে।

গল্পটোত বৰ্ণনা কৰা অনুসৰি সেই বুঢ়ী কাঞ্চনমতীয়েই আহিছিল জগত বৰ্মনৰ ওচৰলৈ। বুঢ়ীয়ে মনত এই আশাকেই পুহি আহিছিল যে এসময়ত তেওঁৰ আপভালতেই ডাঙৰ-দীঘল হোৱা ভায়েক জগতে তেওঁৰ প্ৰতি ভাল ব্যৱহাৰ কৰিব আৰু তেওঁৰ একমাত্ৰ পুতেকক কিবা চাকৰি এটা দি হলেও তেওঁলোকৰ দুখঃ দুৰ্দ্দশাৰ জীৱনৰ অন্ত কৰিব। কিন্তু বুঢ়ীৰ সেই মনৰ আশা মনতেই ৰ'ল। বুঢ়ীয়ে জগত বৰ্মনৰ অফিচৰ সমুখত এঘন্টামান ৰৈ থকাৰ পাছত ঘৈণীয়েকৰ সৈতে ঘৰলৈ যাবলৈ ওলোৱা জগতক গাড়ীতেই লগ পালে আৰু মনৰ আনন্দত থৰকবৰককৈ গৈ হাঁহি মাৰি তাক নামধৰি মাতি থাওকতে নিজৰ পৰিচয় দি আৰু পুতেকক দেখুৱাই মনৰ অভিলাষৰ কথাখিনি কলে যদিও জগত বৰ্মনে কিন্তু সেই কথালৈ মনোযোগেই নিদিলে। তাৰ বিপৰীতে বৰ্মনে চকু থিয় কৰি "এনেকৈ বাটে পথে চাকৰি নাপায়; ঘৰলৈ যোৱা।" বুলি কৈ গাড়ী চলাই গুছি গ'ল। বাটত যাওঁতে আকৌ ঘৈণীয়েকৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে বুঢ়ী কাঞ্চনমতীক একালত তেওঁলোকৰ ঘৰত কাম কৰিবলৈ ৰখা তিৰোতা বুলিহে কলে।

জগতবৰ্মনৰ এই অপ্ৰত্যাশিত ব্যৱহাৰত বুঢ়ী কাঞ্চনমতী নিথৰহে পৰা বুলি কৈ লেখকে গল্পটোত জগত বৰ্মনৰ কাৰ্য্যৰ যোগেদি মানৱতাৰ স্খলন দেখুৱাইছে।

ডেকাৰ **'উটুলনি'** গল্পটো মানৱতাৰ স্খলনৰ অন্য এক ৰূপ প্ৰতিভাত হৈছে। সামাজিক মৰ্য্যাদাৰ বৈষম্যৰ ফলত একালৰ অন্তৰংগা বান্ধৱী-এজনীয়ে কিদৰে অন্য এজনী বান্ধৱীক অপমান কৰিব পাৰে, তাৰ স্পষ্ট উদাহৰণ এই গল্পটোত আছে। অৰুণা আৰু বিমলা-দুয়োজনী আছিল কলেজীয়া জীৱনত অন্তৰংগ বান্ধৱী। দুয়ো দুয়োকো বৰ ভাল পাইছিল; ধনী মানুহৰ জীয়ৰী হলেও অৰুণাই

বিমলাক অৱজ্ঞা কৰা নাছিল। কিন্তু সময়ত অৰুণাৰ বিয়া হৈছিল ইঞ্জিনিয়াৰ এজনৰ লগত আৰু আনহাতে বিমলাৰ বিয়া হৈছিল এজন অফিচসহায়কৰ লগত। অৰুণাৰ গিৰিয়েক ইঞ্জিনিয়াৰে বিমলাৰ গিৰিয়েকৰ নিচিনা এজন সামান্য অফিচ সহায়কৰ চাকৰি কৰা মানুহৰ লগত হলি গলি নকৰিছিল আৰু ঘৈণীয়েককো সেইবিলাক তলতীয়া কৰ্ম্মচাৰীৰ লগত আগৰদৰে মিলা-মিচা কৰা পচন্দ নকৰিছিল। গিৰিয়েকৰ এই ইচ্ছাৰ প্ৰভাৱত অৰুণাৰো মতি-গতি সলনি হৈছিল।

কিন্তু সেয়া হলেও অৰুণাৰসৈতে পূৰ্বৰদৰে নিজৰ মনৰ কথা খুলি কবৰ বাবে বিমলাৰ মনত তীব্ৰ ইচ্ছা পুঞ্জীভূত হৈ আছিল আৰু বিমলাই মনৰ সেই ইচ্ছা পূৰণ কৰিবলৈ বিচাৰিছিল। বিমলাৰ মাহীয়েকৰ জীয়েক স্নেহলতাৰ বিয়াৰ দিনাখন। সেয়ে বিয়াৰ দিনাখন ল'ৰাদুটাৰে সৈতে বিমলাই অৰুণা কেতিয়া গিৰিয়েকৰসৈতে বিয়াঘৰলৈ আহে তাৰেই অপেক্ষাত বৈ আছিল। এটা সময়ত অৰুণা আৰু গিৰিয়েক দুয়ো ল'ৰাছোৱালীহালৰ সৈতে মাৰুতী গাড়ী এখনত বিয়ালৈ আহিল। গাড়ীৰপৰা ল'ৰাছোৱালী হালৰ সৈতে অৰুণা নমাত লগে লগেই বিমলাই অতি উদামেৰে গৈ অৰুণাৰ গাত ধৰি হাঁহি-মাৰি তাই ইমানপৰে অৰুণাৰ বাবেই বৈ থকা বুলি কলে যদিও অৰুণাৰপৰা তাই ভাল উত্তৰ নাপালে। বিমলাই তেনেদৰে গাত ধৰা দেখি অৰুণাই যেন সংকোচ বোধ কৰিলে আৰু বিমলাৰ হাতখন এৰুৱাই দি অলপ আঁতৰি গৈ কলে "এতিয়াও আগৰদৰে ভাবি আছা নেকি? অফিচাৰ আৰু কেৰাণীৰ ঘৈণীয়েকৰ ভিতৰত তফাৎখিনি বুজিবলৈ চেষ্টা কৰা।"

অৰুণাই বিমলাক এইদৰে তিৰস্কাৰ কৰিয়েই ক্ষান্ত নাথাকিল; বিমলাৰ দেৱদূতৰূপী শিশুপুত্ৰ দুটাৰ প্ৰতিও তাই কু-ইঙ্গিত দিবলৈ সংকোচবোধ নকৰিলে। সেইসময়ত তেওঁলোকৰ মাৰুতীৰ ওচৰতে বৈ থকা বিমলাৰ লৰা দুটিক উপলক্ষ্য কৰিয়েই তাই গিৰিয়েকক কলে "গাড়ীখন সিফালে আঁতৰাই থোৱা, নহলে কোনোবা লেতেৰা ল'ৰাই লেতেৰা হাতেৰে লাৰি লেতেৰা কৰিব পাৰে।"

অৰুণাৰ পৰা পোৱা এই অপ্ৰত্যাশিত ব্যৱহাৰে বিমলাৰ অন্তৰ দগ্ধ কৰিলে। কথাবোৰ চিন্তা কৰি বিমলা অজ্ঞান হৈ মাটিত পৰি গ'ল। বহুসময় পাছত যেতিয়া বিমলাই জ্ঞান ঘূৰাই পালে তেতিয়াও বিমলাই পুনৰ অৰুণাই কোৱা শুনিবলৈ পালে- "বিয়াৰ কাম বন কৰি ফুৰা তিৰোতাৰ সাধাৰণতে এনেকৈ মূৰ ঘূৰেই। ইয়াত ভাবিব লগা কি আছে।"

গল্পটোত এইদৰে বান্ধৱী এজনীৰ প্ৰতি বান্ধৱীৰ অৱজ্ঞাৰ মনোভাব প্ৰকাশিত হৈছে। অৰুণাৰ মানৱতাৰ স্খলন ইয়াত সুন্দৰৰূপে প্ৰকাশিত হৈছে কিন্তু মানৱতাৰ তেনেকুৱা স্খলন যে গল্পলেখকৰ ইপ্সিত নহয়, সেই কথাকেই গল্পটোৰ অন্তকালত কব বিচৰা হৈছে।

মানৱতাৰ স্খলনৰ এনে ধৰণৰ কথা প্ৰকাশ কৰিব বিচৰাৰ লগতে মানৱীয় দৃষ্টি ভংগীৰে সকলোকে অনুপ্ৰেৰিত কৰিবলৈ বিচৰা অন্য দুটা গল্প হৈছে 'প্ৰতিবাদৰ কণ্ঠ ৰুদ্ধ' আজি আৰু 'তেজে আজি'। এই দুটাৰ প্ৰথমটোত বাছত উঠিয়েই নিজৰ ঘৈণীয়েকৰ বাবে 'ছিট' বিচাৰি আনক উঠাই দিয়াৰ প্ৰয়াস কৰি উদ্ধত আচৰণ কৰা যুৱকজনৰ যোগেদি যিদৰে মানৱতাৰ স্খলন দেখুৱাইছে, একেদৰে কোলাত কেঁচুৱা এটি লৈ ঠিয় হৈ যোৱা তিৰোতাজনীক বহিবলৈ নিদি আৰামেৰে বহি যোৱা ছোৱালীদুজনীৰ যোগেদিও মানৱতাৰ স্খলন দেখুৱাইছে। কিন্তু যিজন বুঢ়াই ডেকাজনৰ সেই উদ্ধত ব্যৱহাৰৰ প্ৰতিবাদ কৰি শেষত সেই তিৰোতাজনীক নিজৰ জীয়ৰী বুলি লৈ নিজৰ বহা ছিটটোকেই এৰি দিবলৈ বিচাৰি সমগ্ৰ অপ্ৰীতিকৰ পৰিস্থিতিৰ অৱসান ঘটাই শান্তিৰ মধুময় পৰিবেশ সৃষ্টি কৰিলে; সেইজন বুঢ়াই প্ৰকৃত মানৱতাবাদী আদৰ্শৰ প্ৰতীক। প্ৰকৃত মানৱতাবাদী লোকে নিজে দুঃখ কষ্ট সহ্য কৰিও অন্যক শান্তি দিব বিচাৰে। গল্পটোৰ বুঢ়াজনো তেনে শাৰীৰেই লোক।

সেইদৰে 'তেজে আজি' গল্পটোৰ ভায়েক তিনিজনৰ সৰুভায়েক দুজনৰ কাৰ্য্যৰ যোগেদিও লেখকে মানৱতাৰ স্খলন দেখুৱাইছে। ডাঙৰ ভায়েকজনে নিজৰ কপালৰ ঘাম মাটিত পেলাই, সৰু ভায়েক দুজনৰ লিখা পঢ়াৰ খৰছ যোগাই, আগবঢ়াই দিলে আৰু তাৰ বাবেই তেওঁলোক দুজনে চাকৰিৰ

যোগেদি টকা-পইচা উপাৰ্জ্জন কৰি সম্ভ্ৰান্তৰূপে নিজৰ পৰিচয় দিবলৈ সক্ষম হ'ল যদিও পাছত কিন্তু দদায়েকলৈ সেই কৃতজ্ঞতাৰ ভাব নাৰাখিলে। ইন্সপেক্টৰ আৰু দাৰোগা ভায়েক দুজনে তেওঁলোকৰ বিয়াৰ পাছত দদায়েক-বৌৱেকক ভাল ব্যৱহাৰ কৰিবলৈ এৰি দিলে আৰু এদিনাখন দুয়োৱে লগ হৈ বেলেগ হোৱাৰ প্ৰস্তাৱ দিলে। সেই মতে তিনিও বেলেগ গৈ গল যদিও সৰুভায়েক দুজনে দদায়েকক মাতবোল কৰিবলৈ এৰি দিলে। দুয়োজনে লাহে লাহে পকীঘৰ সজাই লৈ অতি আড়ম্বৰেৰে বসবাস কৰিবলৈ ললে। আনকি তেতিয়াও সামান্য এটি খেৰী পজা ঘৰতেই বাস কৰি থকা ডাঙৰ ভায়েকৰ ল'ৰাটোক সৰুমানুহৰ ল'ৰা বুলি তাৰ সৈতে তেওঁলোকৰ ল'ৰা ছোৱালীক লগ হবলৈও মানা কৰিলে। গল্পটোৰ বাকী অংশৰ কথা যিয়েই নহওঁক সৰু ভায়েক দুজনৰ কাৰ্য্যৱলীৰ যোগেদি লেখকে মানৱতাৰ স্খলনকেই বিচাৰিছে, যিটোক আচলতে তেওঁৰ মনে সহ্য কৰিব নোৱৰে।

"গল্পটো লিখা নহল" পুথিৰ অন্তৰ্গত 'প্ৰায়শ্চিত্ত' গল্পটোতো মানৱতাবাদী দৃষ্টিভংগী প্ৰকটিত হৈছে। ইয়াত এফালে টকা-পইচাৰ প্ৰাচুৰ্য্যৰ ফলত যিদৰে মানৱতাৰ স্খলন দেখুৱাইছে সেইদৰে আকৌ আত্মত্যাগতহে যে প্ৰকৃত মানৱতাবাদ নিহিত থাকে সেই কথাকো দেখুৱাব বিচাৰিছে। দৰাচলতে এই দ্বিতীয় কথাটি প্ৰকাশ কৰাটোহে লেখকৰ মুখ্য উদ্দেশ্য। গল্পটোত ইন্সপেক্টৰৰ ল'ৰা ধীৰেনে ব্লেকমাৰ্কেটৰ যোগেদি বাপেকে আৰ্জ্জি যোৱা অজস্ৰ টকা-পইচা আৰু সা-সম্পত্তিৰ বলতেই নানা ধৰণৰ দুষ্কাৰ্য্যত লিপ্ত হৈছে। কিন্তু তাৰ বিপৰীতে টকা-পইচাৰ প্ৰতি বিশেষ আকৰ্ষণ অনুভৱ নকৰা উদাৰ-নৈতিক দৃষ্টিভংগীসম্পন্ন প্ৰবোধে সামান্য উপাৰ্জ্জনৰ প্ৰাইমাৰীৰ পণ্ডিতৰ চাকৰিটোকেই কৰি বাইজৰ কামত লাগি জীৱন চলাই যোৱাৰ মানসিকতা গ্ৰহণ কৰিছে। গল্পটোত কাহিনীভাগত এই দুই দৃষ্টিভংগীসম্পন্ন যুৱকদুজনৰ সংঘৰ্ষ, আৰু সংঘাত দেখুওৱা হৈছে যদিও পৰাজয় কিন্তু কোনো দিশতেই লেখকে দেখুৱাব বিচৰা নাই। মানুহৰ প্ৰতি ভালপোৱাৰ আদৰ্শেৰে প্ৰবোধ উদ্বুদ্ধ আৰু সেয়ে তেওঁ বাসকৰা নিজৰ ভগা-পজাঁৰ কোঠাটোকো 'স্বৰ্গ' নাম দি লৈছে। প্ৰবোধৰ মতে তেওঁৰ সেইভাগ পঁজা স্বৰ্গত পুণ্যাত্মা অৰ্থাৎ মানৱক ভালপোৱা সকলোৰে সমান অধিকাৰ আছে।

মানৱতাবাদী প্ৰবোধে বানপানীত নিপীড়িত লোকৰ সাহায্যাৰ্থে ওলাইছে নিজৰ জীৱন বিপন্ন কৰি কোনো স্বাৰ্থৰ বশীভূত নহৈ। প্ৰবোধৰ মতে সি ওলাইছে বানপানী প্ৰপীড়িত সেই হতভাগাহঁতৰ চকুলোৰ সৈতে সিহঁতৰ চকুলো মিলাবলৈ সিহঁতৰ দেহ হতভাগাহঁতৰ চকুলোৰ সোঁতত উটাই দিবলৈ। প্ৰবোধ আছিল মানৱতাবাদী আদৰ্শেৰে উদ্বুদ্ধ আৰু তাৰ আদৰ্শেৰে সি অৱশেষত ধনীৰ দুলালী, ইন্সপেক্টৰৰ জীয়ৰী ভানুমতীকো উদ্বুদ্ধ কৰিবলৈ সমৰ্থ হ'ল। প্ৰবোধক অন্তৰেৰে ভালপোৱা ভানুমতীয়েও বানপানীত দুৰ্গত লোকক সহায় কৰিবলৈ আগবাঢ়ি আহিল। মানুহ যে মহৎ কাৰ্যৰ যোগেদি দেৱতাৰ শাৰীলৈ উন্নীত হয় গল্পটোত তাকো দেখুৱাইছে আৰু সেয়েহে হয়তো প্ৰবোধৰ ভগ্নী নিৰুৰ মুখেৰে লেখকে ভানুমতীক উদ্দেশ্য কৰি তাই দেৱী নে মানৱী বুলি প্ৰশ্ন কৰি মহৎ কাৰ্য্যৰ যোগেদি ভানুমতীয়ে দেৱীৰ শাৰী লাভ কৰিছে বুলিয়েই কব বিচাৰিছে।

কোনোবাই কাৰোবাৰ অন্যায় আচৰণ কৰিলেও বিপদৰ সময়ত সেই কথা পাহৰি মানুহক সহায় কৰাটোও মানবীয় দৃষ্টিভংগীৰ অন্য এটা দিশ। 'গৰাখহনীয়া' গল্পৰ গোপাল মজুমদাৰে যি ধৰণে অভয় চৌধুৰীক ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰপৰা উদ্ধাৰ কৰিছিল; সেই একে মনোভাবৰ বশৱৰ্ত্তী হৈয়েই "ড্ৰাইভাৰ" গল্পটোৰ নবেন ড্ৰাইভাৰেও পূৰ্বতে তেওঁক প্ৰতি অন্যায় আচৰণ কৰা, তেওঁৰ কটু কথা শুনোৱা অনন্ত বৰ্ম্মনক বিপদৰ সময়ত সহায় কৰিবলৈ আগবাঢ়ি গৈছিল। গাড়ীমটৰ চলা চৰকাৰী ৰাষ্টাৰ কাষত গৰু-ছাগলী 'দৰখ' দিয়া উচিত নহয়। কিন্তু দুৰ্ভাগ্যবশতঃ নবেন ড্ৰাইভাৰে এদিনাখন চৰকাৰী গাড়ী চলাই যাওঁতে আহি পৰা ছয়বছৰীয়া মান ল'ৰা এজনক বচাবলৈ যাওঁতে অনন্ত বৰ্মন নামৰ মানুহ এজনৰ হালোৱা গৰু এটাক খুন্দা মাৰি ঠেং এখন ভাঙি পেলালে। সেই লৈ গওঁৰ ৰাইজে ধৰি নবেন ড্ৰাইভাৰৰ পৰা দুশ টকা আদায় কৰি তাৰে দুকুৰি ৰাইজে ৰাখি বাকী আঠকুৰি বৰ্ম্মনক

দিছিল। ইয়াৰ উপৰি অনন্ত বৰ্ম্মনে নিজৰ দোষৰ কথা সমূলি নাভাবি নৰেন ড্ৰাইভাৰক যথেষ্ট গালি গালাজো কৰিছিল। অনন্তৰ মতে সিদিনা তেওঁৰ ডাঙৰ লৰা থকা হলে নৰেনক ভালকৈয়ে এখুন্দা দিলেহেঁতেন; ল'ৰা-ছোৱালী ডাঙৰ নোহোৱা বাবেহে ড্ৰাইভাৰে সিদিনা সাৰি যাবলৈ সুবিধা পালে। কিন্তু দুৰ্ভাগ্যবশতঃ সেই ঘটনাৰ দুমাহমান পাছতেই এদিনাখন সেই অনন্ত বৰ্ম্মনক নতুনকৈ কিনি অনা হালোৱাটোৱে খুচি বগৰাই দিয়াত বৰ্ম্মন সাংঘাতিক ধৰণে আঘাতপ্ৰাপ্ত হয়। বৰ্ম্মনক লগে লগে গুৱাহাটী মেডিকেল কলেজলৈ নিব লগা হয় যদিও ৰাতিপুৱাৰে পৰা সেই ৰাষ্টাৰে অহা কোনো এখন বাচেই নিব নিবিচাৰিলে। কিন্তু সিদিনাখন সেই নৰেন ড্ৰাইভাৰেই ৰাষ্টাত 'মোবাইল কোৰ্ট' বহা সত্বেও সমূলি ভয় নকৰি আৰু কণ্ডাক্টৰ আৰু অন্যান্য যাত্ৰীসকলৰ আপত্তিকো আওকাণ কৰি অনন্ত বৰ্ম্মনক নিবলৈ ওলাল। গাড়ীখনত বহিবলৈ 'ছিট' নাছিল যদিও ড্ৰাইভাৰে ছিটবোৰৰ মাজৰ খালী অংশতেই বৰ্ম্মনক বহুৱাই ললে। ড্ৰাইভাৰৰ এই কাৰ্য্যত কণ্ডাক্টৰৰ অতিশয় খং উঠিল আৰু চাকৰি যাব বুলি শংকা প্ৰকাশ কৰাৰ লগে লগে আইনৰ কথাও কলে। কিন্তু নৰেন ড্ৰাইভাৰে তেতিয়া আইন মানুহৰ কাৰণেহে, আইনৰ কাৰণে মানুহ নহয় বুলি কোৱাৰ লগতে জীৱন এটিতকৈ চাকৰি এটি ডাঙৰ নহয় বুলি আৰু চাকৰি যোৱালৈ তেওঁ ভয় নকৰে বুলি কৈয়েই সকলোকে অবাক অভিভূত কৰি গাড়ী চলাই যাবলৈ ধৰে।

নৰেন ড্ৰাইভাৰৰ এই চিন্তা প্ৰকৃত মানৱতাবাদী চিন্তা আৰু এনে চিন্তা সকলোৱে মনলৈ আহিলে সমাজখন সুন্দৰ হবই। লিখকে **'ড্ৰাইভাৰ'** গল্পত এই মানৱতাবাদী চিন্তাৰেই প্ৰকৃত পৰিস্ফুৰণ ঘটাইছে।

**'ড্ৰাইভাৰ'** গল্পটোত লেখকে যিদৰে ড্ৰাইভাৰৰ মহান কাৰ্যৰ যোগেদি মানৱতাবাদৰ আদৰ্শ দাঙি ধৰিছে প্ৰায় একেদৰে **'গল্পটো লিখা নহল'** পুথিৰ **'বেয়া এজনহে'** গল্পৰ বুঢ়া মানুহজনৰ দৃষ্টিভংগীৰেও একে কথাকেই দাঙি ধৰাৰ প্ৰয়াস কৰিছে। সমাজৰ দুষ্ট বা বদমাছলোকক ভাল পথলৈ আনিবলৈ হলে ক্ষমা, দয়া সহনশীলতা আদিহে যে পৰম বস্তু আৰু এইবোৰহে যে প্ৰকৃত মানৱীয়গুণ তাকেই গল্পটোত প্ৰতিভাত কৰা হৈছে। গল্পটোৰ উত্তনুৱা কলেজীয়া ডেকা ল'ৰাজনে 'ষ্টাইল' কৰি চাইকেল চলাবৰ চেষ্টা কৰোঁতে সিতো নিজে গৰখাৱৈত পৰিলেই, তাৰ চাইকেলৰ খুন্দাত কাষেৰে গৈ থকা বুঢ়া মানুহজনো গৰখাৱৈত বাগৰি পৰিল। ইয়াতেই ৰাষ্টাৰে গৈ থকা কলেজীয়া ছোৱালীকেইজনীৰ ওচৰত ল'ৰাজন অপদস্ত হল। লাজ আৰু খঙত সি ম্ৰিয়মান হৈ পৰিল যদিও, শেষত কিন্তু সি সেই নিৰীহ শান্ত বুঢ়াজনকে সকলো দোষৰ ভাগী কৰি গালি দিবলৈ ধৰিলে - "কণা বুঢ়া, দেখা নোপোৱা নেকি, চাইকেলখনকো মনিব নোৱাৰানে? মোৰ চব মাটি কৰি দিলি। এতিয়াই গৰখাৱৈত পতি থব পাৰো চালা কণা বুঢ়া।" বুলি। বুঢ়াই কিন্তু তেতিয়া এই উত্তনুৱা ডেকা ল'ৰাজনৰ কথাৰ প্ৰতিবাদ নকৰিলে। বুঢ়াই কেৱল ভাবিলে, "হায় হায়! আজিৰ ডেকা ল'ৰা। ন্যায়-অন্যায় বিচাৰ ইহঁতৰ নাই -কেৱল নিজৰ কামটোহে শুদ্ধ বুলি ভাবে ইহঁতে।"

বুঢ়াজনে এইদৰে ডেকাজনৰপৰা চাইকেলৰ খুন্দাৰ উপৰি মুখৰ অবাইচমাতো শুনিলে যদিও সেইজন বুঢ়ায়েই কিন্তু সেই ডেকাজনৰ প্ৰতি উদাৰ মনোভাবহে গ্ৰহণ কৰিলে। ডেকাজনৰ সেই অশালীন আৰু অনমনীয় মনোভাব দেখি তাৰ পাছে পাছে আহি থকা ল'ৰা তিনিজনে সেই ডেকালৰাজনক মাৰপিট কৰিবলৈ ধৰাত মাৰৰ কোবত ৰব নোৱৰি সি যেতিয়া 'মৰিলো মৰিলো' বুলি চিঞৰি উঠিল, তেতিয়া বুঢ়াই কিন্তু সকলোবোৰ দোষ নিজৰ বুলি কৈ তাক এৰি দিবলৈহে কলে। ডেকা লৰা তিনিজনে তথাপি তাক ভালকৈ এশিকনি দিম বুলি ভাবিছিল যদিও, তেওঁলোকে কিন্তু বুঢ়াৰ কথাত এৰিলে। বুঢ়াৰ মতে আমাৰ দেশৰ চাৰিভাগৰ এভাগ ডেকা লৰা বিপথে গলেও তিনিভাগ এতিয়াও ভালেই আছে আৰু এই বেয়া হবলৈ ধৰা এভাগকো দয়া, মৰম আৰু সহানুভূতিৰ যোগেদিহে ভাল কথালৈ আনিব পৰা যাব। বুঢ়াই এইদৰে তেওঁৰ প্ৰতি অন্যায় আচৰণ

কলা ডেকাল'ৰাজনকো ক্ষমা সহানুভূতিৰ দৃষ্টিৰে চাই ভাল কৰিব বিচাৰিছিল আৰু এয়েই হৈছে বুঢ়াজনৰ সঁচা মানৱতা। এই মানৱতাৰ মনোভাবকেই গল্পটোত ৰূপায়িত কৰা হৈছে।

সামাজিক ব্যৱস্থাত মানুহে মৰ্যাদা অনুসৰি যি কামেই নকৰক কিয়; মানুহ হিচাপে সকলোৱে একে মানুহ; সকলোৰে তেজ একেই ৰঙা। সেই মানুহৰ প্ৰতি সমদৃষ্টি, সমভাব প্ৰদৰ্শনেই মানৱতাবাদ। 'গল্পটো লিখা নহল' গল্পটোত লেখকে কমলা মহাজনৰ ঘৈণীয়েকৰ যোগেদি এই মনোভাৱ প্ৰকাশ কৰিছে। টকাকেই জীৱনৰ সৰ্ব্বস্ব বুলি গ্ৰহণ কৰা কমলা মহাজনে তেওঁৰ ঘৰত কাম কৰা চাকৰ বাকৰৰ বাবে শিলগুটি, ধান আৰু তুঁহ গুড়িৰে ভৰা মোটা চাউলৰ ভাতহে দিব বিচাৰে। কলমা মহাজনৰ মতে -

> "এনেয়ে সিহঁতে একাঁহি একাঁহি খায়। তাতে আকৌ ধান তুঁহ চাফা কৰি দিলে কাঁহিয়ে কাঁহিয়ে পেৰি পেৰি খাব। কিমান ৰান্ধিবা, কিমান দিবা? চাকৰক কোন মানুহে এনেকৈ খাব দিয়ে? সিহঁত এটায়ে আমাৰ দুজনৰ সমান খায়; ধান তুঁহ নহলে তিনিজনৰ সমান খাব।"

কিন্তু তাৰ বিপৰীতে মহাজনৰ ঘৈণীয়েকে কয়। "........... চাকৰতো আমাৰ দৰে মানুহে। আমি ভাল জহা চাউল খাওঁ, সিহঁতক মোটা কিটা দিওঁ, তাকো ধানে তুঁহে দিলে খাব কেনেকৈ?" মহাজনৰ ঘৈণীয়েকে এইদৰে চাকঁৰ হলেও তেওঁলোকক মানুহৰেই মৰ্য্যাদা দিব বিচাৰিছে আৰু সেয়ে অন্ততঃ তেওঁলোকক খাবলৈ দিয়া মোটা চাউলকেইটাৰ মাজত মিহলি হৈ থকা শিলগুটিৰ টুকুৰা, ধান, তুঁহগুড়ি আদিবোৰ বাচি দিবলৈহে বিচাৰিছে।

হিতেশ ডেকাৰ গল্পসমূহ অধ্যয়ন কৰিলে এই কথা স্পষ্ট হয় যে তেওঁ মূলতঃ সাধাৰণ জনজীৱনৰ লেখক। তেওঁ সাধাৰণ নিপীড়িত জনগনক ভাল পাইছিল, মানুহক ভাল পাইছিল আৰু সাধাৰণ মানুহৰ উন্নতি কামনা কৰাৰ লগতে মানৱতাৰ উত্তৰণো বিচাৰিছিল। মানুহৰ মঙ্গলৰ কথাহে ভাবিছিল আৰু সেয়ে তেওঁ সাহিত্যৰ নান্দনিক উৎকৰ্ষতাৰ কথালৈ বিশেষ ধৰণে মনোযোগ দিয়া নাছিল। নান্দনিক উৎকৰ্ষতা সাধন কৰিবলৈ গ'লে তেওঁৰ গল্পসমূহ হয়তো অধিক ৰসাল হ'লহেঁতেন সঁচা, কিন্তু তেওঁ সঁচাসঁচিকৈয়ে প্ৰকাশ কৰিব বিচৰা মনোভাৱৰ হয়তো তাত সম্পূৰ্ণ প্ৰকাশ নঘটিলহেঁতেন। যিগৰাকী লেখকে "মানুহে মোৰ আৰাধ্যৰ, মানুহে মোৰ ভগৱান। মানৱ সেৱাই মোৰ ধৰ্ম্ম। ঈশ্বৰ মই দেখা নাই, কিন্তু মানুহৰূপী ঈশ্বৰ মই দেখিছোঁ" বুলি সেই ঈশ্বৰ জ্ঞানেৰে সকলোকে প্ৰণিপাত জনাইছিল; সেইগৰাকী লেখকেই তেওঁৰ গল্পসমূহত মানৱতাৰ স্খলন আৰু উত্তৰণ দুয়োকেই দেখুৱাইছে আৰু মানৱতাৰ উত্তৰণহে যে প্ৰকৃষ্ট পথ সেই মনোভাৱকেই ব্যক্ত কৰিছে। সেয়ে সঁচা অৰ্থত হিতেশ ডেকা প্ৰকৃত মানৱতাবাদী গল্পকাৰ আৰু তেওঁৰ গল্পবোৰৰ মাজেদি মানৱীয় আবেদন প্ৰকটিত হৈছে।



# হিতেশ ডেকাৰ গল্পৰ বৈশিষ্ট্য

ড° পৰাগ কুমাৰ ভট্টাচাৰ্য

অসমীয়া সাহিত্যত কাহিনীকাৰ ৰূপে অতি জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকা এজন সাৰ্থক চুটিগল্পকাৰো। কাহিনী কথকতাৰ এক নিজস্ব ধাৰাৰে হিতেশ ডেকাই পঞ্চাশৰ দশকৰ পৰা অসমীয়া পাঠকক সন্মোহিত কৰি ৰাখিছে। সমাজ জীৱনৰ প্ৰেক্ষাপটত ব্যক্তি জীৱনৰ সুখ-দুখ আশা আকাঙ্খাৰ যি সাৰ্বজনীন ৰূপ তেওঁ দাঙি ধৰিছিল সিয়ে সেই সময়ত প্ৰবাহিত হৈ থকা ধাৰালৈ এক নতুন ব্যতিক্ৰম আনিছিল বাবেই তেওঁৰ উপন্যাসসমূহ হৈ পৰিছিল জনপ্ৰিয় আৰু সাৰ্বজনীন আবেদনপুষ্ট। সৰল গ্ৰাম্য জীৱনধাৰাৰ অংকণৰ যোগেদি পাঠকৰ মনত তেওঁ গভীৰভাৱে ৰেখাপাত কৰিব পাৰিছিল। উপন্যাসৰ এনে বহল প্ৰেক্ষাপটৰ বিপৰীতে ক্ষুদ্ৰত্বৰ মাজত জীৱনৰ নতুন অৰ্থৰ দ্যোতনা দাঙি ধৰাই চুটি গল্পৰ মুখ্য উদ্দেশ্য। উপন্যাসৰ দৰে ইয়াত বিস্তৃতি নাই। ইয়াত সংহত জীৱন-চিত্ৰ কলাৰ মাজেদি প্ৰকাশ পায়। কাহিনী সৰ্বস্বতাই ইয়াৰ একমাত্ৰ আকৰ্ষণ নহয়। একো একোটা পৰিস্থিতি, চাৰিত্ৰিক বৈশিষ্ট্য আৰু কেতিয়াবা একো একোটা মানসিক ভাব কলামণ্ডিত হৈ ইয়াৰ মাজেদি প্ৰকাশ পায়। নতুন যুগৰ জটিলতা নতুন প্ৰেক্ষাপটত প্ৰকাশি উঠে। উপন্যাসৰ বৰ্ণনা ধৰ্মিতাৰ পৰিবৰ্তে চুটিগল্পত থাকে এক নাটকীয় গতি। উপন্যাসৰ একান্ত সাধক হিতেশ ডেকাই চুটিগল্পৰ কলাত্মক দিশটোৰ প্ৰতি বিশেষ সচেতন নহয় যদিও আধুনিক সমাজ চেতনাই তেওঁৰ চুটিগল্পসমূহক যুগোপযোগী কৰি তুলিছে, তেওঁৰ গল্পৰ মুখ্য বৈশিষ্ট্য হ'ল সমসাময়িক সমাজৰ প্ৰেক্ষাপটত ব্যক্তি জীৱনৰ আশা-আকাঙ্খা সুখ -দুখৰ চিত্ৰণ সমুজ্জ্বল কৰি তোলা। এই কথা গল্পকাৰে নিজেও স্বীকাৰ কৰিছে—

> "সমালোচকৰ ৰস নিস্পত্তিত তিক্ততাৰ আস্বাদ পালেও বৈদ্যৰ ভেষজ ৰূপে সমাজ ব্যাধিত কিঞ্চিত উপকাৰ সাধিব বুলি আশা কৰিয়ে ইয়াক সৃষ্টি কৰা হ'ল। ৰস সৃষ্টিত কিমানদুৰ সফলকাম হৈছে তাক কব নোৱাৰিম কিন্তু সামাজিক অন্যায় অধৰ্ম উদঙাই দেখুৱাই সমাজ জীৱনত এধানমান উপকাৰ সাধন হ'ব বুলি আশা কৰিয়ে কলম তুলি লৈছিলো।" (আগকথা, **'গৰাখহনীয়া'**)

সমাজৰ অন্যায় অবিচাৰৰ প্ৰেক্ষাপটত মানবীয় প্ৰমূল্যৰ সন্ধানেই ডেকাৰ গল্পৰ মুখ্য বিষয়। অৱশ্যে ইয়াক কৰিবলৈ যাওঁতে গল্পবোৰত সততে উদ্দেশ্যধৰ্মিতা প্ৰকট হৈ পৰিছে আৰু ইয়ে চুটিগল্পৰ নৈৰ্ব্যক্তিক নিৰ্মোহ দৃষ্টিভঙ্গীক ব্যাহত কৰিছে। ডেকাই ব্যক্তি জীৱনক সমাজ জীৱনৰ অঙ্গ স্বৰূপেহে প্ৰতিটো গল্পতে বিচৰণ কৰি চাইছে। ব্যক্তিজীৱনৰ নিজস্ব অস্তিত্বৰ ৰূপ মূৰ্ত্ত কৰি তাত তাৰ স্বৰূপ উদঘাটনৰ প্ৰয়াস কৰা নাই।

ডেকাৰ গল্পত সমাজৰ বুকুত চলি থকা দুৰ্নীতিৰ পৰা মুক্তি বিচৰা মানুহৰ জীৱন চিত্ৰ সাৰ্থক ৰূপত প্ৰকাশ পাইছে আৰু এই ক্ষেত্ৰত তেওঁ সফলতা লাভ কৰাৰ মূলতে হ'ল সমাজ জীৱনৰ সতে থকা তেওঁৰ গভীৰ যোগসূত্ৰ। স্বাধীনতাৰ পৰবৰ্ত্তী কালৰ দুৰ্নীতিগ্ৰস্থ সমাজখনৰ প্ৰতিটো নাড়ী নক্ষত্ৰ তেওঁ চিনি পায়। ব্যক্তি আৰু সমাজৰ সংঘাতৰ সঠিক মুহূৰ্ত্তবোৰকো তেওঁ বিচাৰি উলিয়াব পাৰে। ব্যক্তিগত অভিজ্ঞতাৰ যোগেদি সমাজখনক চালি জাৰি চোৱা কাৰণেই তেওঁৰ গল্পবোৰ হৈছে বাস্তৱধৰ্মী। চুটি গল্পত এই বাস্তৱধৰ্মিতাৰ এক কাব্যিক নিষ্কাশনহে ডেকাৰ যাৰ ফলত ই পৰিপূৰ্ণ কলালৈ ৰূপান্তৰিত হ'ব পাৰে। ডেকাৰ গল্পত প্ৰত্যক্ষ ভাষণ আৰু পুংখানুপুংখ বিশ্লেষণে বিস্তৃত ঠাই

অধিকাৰ কৰাত ব্যঞ্জনাৰ অতৃপ্তিৰে ই কলাত্মক হৈ উঠা নাই। কাব্যিক ব্যঞ্জনাও তাত অনুপস্থিত।

সমাজৰ ধনী আৰু আভিজাত শ্ৰেণীৰ অহংকাৰ সৰ্বস্বতা তথা তেওঁলোকৰ দম্ভৰ অন্তসাৰশূণ্যতা ডেকাৰ কেইবাটাও গল্পৰ বিষয়বস্তু। 'গল্পটো লিখা নহ'ল', গল্পত কমলা মহাজনৰ ধনৰ কাৰণে কৰা পৰিশ্ৰম, তাক লাভ কৰাৰ পাছত হোৱা তেওঁৰ পাৰিবাৰিক বিপৰ্যয়ৰ ছবি মূৰ্ত্ত কৰি তুলি ধনৰ সৰ্বসাৰশূন্যতাক স্পষ্ট কৰি তুলিছে। 'এইখন আমাৰ সমাজ' গল্পত ভেটি খাই ধনী হোৱা বিষয়াৰ উদ্বেগ অশান্তিৰ বিপৰীতে শিক্ষকৰ জীৱনৰ নিৰুদ্বিগ্নতা মূৰ্ত্ত কৰি তুলি ধনৰ কাৰণে হামৰাও কৰি মৰাৰ প্ৰয়োজনীয়তাক অস্বীকাৰ কৰা হৈছে। এসময়ত অৱজ্ঞা কৰা ভেটি খোৱা অফিচাৰৰ দেউতাকে অৱশেষত শিক্ষক জনক কৱলৈ বাধ্য হৈছে "তুমিয়ে ভাল কৰিলা বোপা। ভেটি ভুটা নোখোৱা চাকৰি কৰি নিৰাপদে থাকিব পাৰিছা। মোৰ ল'ৰা দুজনৰ বাবে বৰ ভয় হৈছে লোকৰ টকা আনি লোককে দিব লগা হৈছে নিজৰ কি লাভ। কেৱল অশান্তিহে।" এই ধৰণৰ গল্পবোৰত অৱশ্যে সমস্যাবোৰৰ সহজ সমাধানৰ সুত্ৰহে বিচাৰি উলিওৱা হৈছে। সমাজৰ জটিল আবৰ্ত্তৰ চিত্ৰ তাত সমুজ্জ্বল হৈ উঠা নাই।

ধন আৰু ক্ষমতাৰ অহংকাৰে মানুহক যিমান তললৈ নিব পাৰে তাৰ নিদৰ্শন কেইবাটাও গল্পত পোৱা যায়। 'ভাগ্যৰ পৰিহাস' গল্পত মোমায়েকৰ ল'ৰা জগত ডাঙৰ অফিচাৰ হোৱাৰ পাছত তাৰ ওচৰ চাপি অপমান পাব লগা হৈছে কাঞ্চনমতীয়ে। 'উঠ্‌পনি' গল্পতো বিমলা আৰু অৰুণা নামৰ দুজনী বান্ধৱীৰ মাজত ক্ষমতা আৰু ধনে প্ৰাচীৰ হৈ থিয় দিছে। একেলগে পঢ়া বান্ধৱী ডাঙৰ অফিচাৰৰ ঘৈনীয়েক হোৱাত তাইৰ গৌৰবেৰে গৌৰৱান্বিত হ'ব খোজা বান্ধৱীক সমাজ এখনৰ আগত হেয় প্ৰতিপন্ন কৰিছে অফিচাৰৰ ঘৈনীয়েকে।

সমাজৰ নেতাবোৰৰ দুনীৰ্তিৰ স্বৰূপ উদঘাটন কৰাত ডেকা সিদ্ধহস্ত। এই ব্যক্তি বোৰকে তেওঁ একেবাৰে ওচৰৰ পৰা নিৰীক্ষণ কৰি গল্পত জীৱন্ত কৰি তুলিছে। 'এইজন আমাৰ নেতা' গল্পত সমাজবাদী নেতাৰ ধনীক শ্ৰেণীৰ লগত থকা গোপন সম্পৰ্কৰ কথা গল্পকাৰে উন্মুক্ত কৰি দেখুৱাইছে। 'মেলুৱৈ' গল্পত মেলুৱৈৰ চোৰৰ লগত সংশ্ৰৱ আনহাতে মেলুৱৈ হৈ সমাজত ৰায় দিয়া কথাৰ যোগেদি তেওঁৰ স্বৰূপ উদঘাটন কৰিছে। "শ্ৰেণীহীন সমাজ" গল্পত ব্লেকমাৰ্কেটিয়াৰে সমাজৰ নেতা হৈ শ্ৰেণীহীন সমাজৰ স্বৰূপ দাঙি ধৰিছে। এই আটাইবোৰ গল্পতে গল্পকাৰৰ সমাজ জীৱনৰ গভীৰ অভিজ্ঞতাৰ পৰিচয় ফুটি ওলাইছে। সংস্কাৰৰ চেতনা এই গল্পবোৰত স্পষ্ট হৈ পৰিছে। গল্পকাৰৰ বলিষ্ঠ আৰু সাহসিক দৃষ্টিভঙ্গীয়ে এই গল্পবোৰক সমুজ্জ্বল কৰি তুলিছে।

হিতেশ ডেকাৰ সমসাময়িক তথা অগ্ৰজ কেইবাজনো গল্পকাৰৰ হাতত সেই সময়ৰ ডেকা গাভৰুৰ বিলাস বহুল জীৱন চিত্ৰ ফুটি ওলাইছে আৰু তেনে গল্প ৰচনাৰে ৰমা দাস, কুমাৰ কিশোৰ, কৃষ্ণ ভূঞা আদিয়ে বিশেষ জনপ্ৰিয় হৈ পৰিছিল। ডেকাৰ কেইবাটাও গল্পৰ বিষয় এনে উতনুৱা প্ৰেমক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। এনে এটা উল্লেখযোগ্য গল্প হ'ল 'উপলব্ধি'। এই গল্পৰ পটভূমি হৈছে সেই সময়ৰ অসমৰ ৰাজধানী শ্বিলং। শ্বিলঙৰ সেই বিলাস বহুল জীৱনে পুলিচ অফিচাৰ মহিম বৰাৰ দ্বিতীয় পক্ষৰ স্ত্ৰী লাৱণ্যৰ জীৱনলৈ অবৈধ প্ৰেমৰ জোৱাৰ নমাই আনে। বলবীৰ সিং নামৰ পৰপুৰুষৰ লগত তাই ক্লাবত নাচ গান কৰে, দৈহিক সম্পৰ্ক স্থাপন কৰে। তাইৰ উশৃঙ্খল জীৱন ধাৰাই মহিম বৰাক অতিষ্ঠ কৰি তোলে। স্ত্ৰীৰ অত্যাচাৰত অৱশেষত মহিম বৰাই প্ৰাণত্যাগ কৰিবলগীয়া হ'ল। গল্পটোত শ্বিলঙৰ জীৱন ধাৰাৰ এক সজীৱ চিত্ৰ দাঙি ধৰাত গল্পকাৰ বিশেষভাৱে সফল হৈছে আৰু আধুনিক জীৱন চেতনা প্ৰকাশত তেওঁৰ কুশল হস্তত্বৰ নিদৰ্শন গল্পটোত সুন্দৰভাৱে প্ৰকাশ পাইছে। 'লাভৰ কাৰবাৰ' গল্পতো এনে এগৰাকী বিবাহিতা নাৰীয়ে প্ৰেমৰ পোহাৰ মেলি পুৰুষক মন ভুলোৱাৰ প্ৰয়াস কৰিছে। দাসৰ ঘৈনীয়েকে শৰ্মাৰ লগত ৰেল ভ্ৰমণৰ কাৰণে ওলাই গৈ ৰেলৰ ডবাত এজন ডেকা ল'ৰাৰ লগত উঠি তাৰ লগত তাত প্ৰেমৰ অভিনয় কৰি তাৰ টকাৰে ৰেলত

টিকট কটাইছে। মুৰৰ বিষ উঠাৰ ভাও ধৰি তাৰ স্পৰ্শসুখ লাভ কৰিছে আৰু অৱশেষত তাক ঠগাই থৈ ৰেলৰ পৰা নামি আহিছে। 'উপলব্ধি' গল্পৰ গভীৰতা এই গল্পটোত নাই ই এটা মুখৰোচক গল্পৰ বাহিৰে তাৰ অন্য কোনো আবেদন নাই। আনহাতে 'উপলব্ধি' গল্পত বিপথগামী নাৰীৰ আত্মোপলব্ধিয়ে গল্পটোক আবেদন পূৰ্ণ কৰি তুলিছে।

ইয়াৰ বিপৰীতে তেওঁৰ কেইবাটাও গল্পত নাৰী পুৰুষৰ চিৰন্তন প্ৰেমৰ চিত্ৰ প্ৰকাশ পোৱাৰ লগতে প্ৰেমৰ পবিত্ৰ অনুভূতিয়ে মহৎ ভাবৰ সঞ্চাৰ কৰাৰ যোগেদি প্ৰেমৰ মহত্বৰ গুণ গান কৰাইছে। কোনো কোনো গল্পত মানবীয় প্ৰেমৰ সন্ধান কৰা হৈছে জৈবিক প্ৰেমৰ যোগেদি। 'প্ৰায়শ্চিত্ত' গল্পত ভানুৰ প্ৰেমৰ মাজত এনে মহত্বৰ সন্ধান পোৱা যায়। প্ৰেমৰ বাটেৰে খোজকাঢ়ি অৱশেষত তাই সেৱাৰ মূল্য উপলব্ধি কৰিছে। ধনীৰ দুলালী ভানুৰ প্ৰেমক প্ৰবোধে এদিন প্ৰত্যাখ্যান কৰিছিল কিন্তু ভানুৰ মনত প্ৰবোধৰ প্ৰেমে গভীৰ ভাবে ৰেখাপাত কৰে। প্ৰবোধে ভানুৰ প্ৰেমক প্ৰত্যাখ্যান কৰি বানপানী পীড়িত মানুহক সেৱাৰ কাৰণে আগবাঢ়ে। ভানুয়ো প্ৰেমাস্পদৰ আদৰ্শক সাৰোগত কৰি অৱশেষত পীড়িত মানুহৰ ওচৰ চাপে আৰু তাতেই প্ৰবোধৰ সতে মিলিত হয়। 'গৰাখহনীয়া' গল্পত সমাজত গৰাখহনীয়া আৰম্ভ হলেও মানৱমনত প্ৰেমৰ উপকূল গঢ় লৈ উঠে। গল্পটোত এহাল দম্পতীৰ মাজৰ আক্ৰোশ, দ্বন্দ্ব অৱশেষত পুত্ৰ কন্যাৰ প্ৰেমৰ যোগেদি প্ৰশমিত হোৱাৰ কাহিনী দাঙি ধৰা হৈছে। ধ্বংসৰ বুকুত সৃষ্টিৰ সূচনা কৰিব পাৰে অকল প্ৰেমেহে। এই কথাটোৱে যেন গল্পৰ মাজত ধ্বনিত হৈ উঠিছে—

> "গোপালৰ অন্তৰত আনন্দ লগিছে। যেন ধ্বংসৰ বুকুত সৃষ্টিৰ আনন্দ। ব্ৰহ্মপুত্ৰৰ ফালে চাই মনে মনে তেওঁ এটা সেৱা কৰিলে। তেওঁৰ ওঠৰ কোণত হাঁহিৰ ৰেখা বিৰিঙি উঠিল। সেই হাঁহিত আছিল প্ৰাণ উজাৰ কৰা ভাল পোৱা, অন্তৰ আবিল কৰা আবিলতা।"

একো একোটা সৰু ঘটনাক লৈয়ে ডেকাই একো একোটা মুখৰোচক তথা তত্ত্বদৰ্শী গল্প ৰচনা কৰিব পাৰে। 'প্ৰতিবিম্ব', 'প্ৰতিবাদৰ কণ্ঠ ৰুদ্ধ আজি', 'ধিক্কাৰ' আদি এই ধৰণৰ গল্প।

চুটিগল্পত মুখ্যভাবে লেখকৰ প্ৰতীতিৰ ধাৰণাই প্ৰকাশ পায়। ইয়াৰ যোগেদি প্ৰকাশি উঠে লেখকৰ ব্যক্তিত্ব। লেখকৰ ব্যক্তিত্বই প্ৰতীতি আহৰণ কৰি গল্প ৰচনা কৰে। এক সৰল জীৱনৰ অধিকাৰী ডেকাৰ সৰলতাই গল্প বোৰত কলাৰূপে মূৰ্ত্ত হৈ উঠিবলৈ চেষ্টা কৰিছে। জটিল মানসিক অন্তৰ্দ্বন্দ্বৰ চিত্ৰ তেওঁৰ গল্পত পাবলৈ নাই। জীৱনৰ সহজ সৰল সত্যবোৰকে তেওঁ পোনপটীয়া ভাবে ৰূপ দিবলৈ চেষ্টা কৰিছে। ডেকাই একেবাৰে সাম্প্ৰতিক কাললৈ গল্প ৰচনাত নিবিষ্ট আছিল। কিন্তু সাম্প্ৰতিক গল্পৰ জটিল শিল্পৰূপ তেওঁৰ গল্পত পাবলৈ নাই। সেয়ে তেওঁৰ গল্প হৈ পৰিছে সৰ্বজনগ্ৰাহ্য।



# 'জীৱন সংঘাত'- এটি পৰ্যালোচনা

ড° জিতাঞ্জলি বৰপূজাৰী (বৰঠাকুৰ)

অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসত হিতেশ ডেকাৰ উপন্যাসসমূহে এখন বিশিষ্ট আসন অধিকাৰ কৰিছে। প্ৰায় পোন্ধৰখন উপন্যাসেৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰা হিতেশ ডেকাৰ উপন্যাসত অসমীয়া গ্ৰাম্যজীৱনৰ জীৱন্ত ছবি প্ৰকাশ হৈছে। সমাজৰ সকলো স্তৰৰ মানুহক আকৰ্ষণ কৰিব পৰাকৈ সাহিত্য সৃষ্টি কৰাটো হিতেশ ডেকাৰ ৰচনাৰ প্ৰধান বৈশিষ্ট্য। তেখেতৰ 'আজিৰ মানুহ' উপন্যাসৰ পঞ্চদশ সংস্কৰণ প্ৰকাশ হৈছিল; তাৰ বাহিৰেও প্ৰায়বোৰ উপন্যাসৰ অষ্টম, নৱম সংস্কৰণ হৈছে। এই অভিলেখ সৃষ্টি কৰা বিক্ৰীৰ হাৰৰ পৰাই আমি জনপ্ৰিয়তাৰ কথা বুজিব পাৰো। সৰ্বসাধাৰণৰ অন্তৰ পৰশিব পৰা কাৰণেই তেওঁৰ উপন্যাসে ইমান জনপ্ৰিয়তা লাভ কৰিছিল। সংসাৰৰ ঘাত-প্ৰতিঘাতত হাৰ নামানি কঁহাৰ শালিৰ কঠিনতাৰ মাজেদি আহি কলম তুলি লোৱা বাস্তৱ জীৱনৰ অভিজ্ঞতা হিতেশ ডেকাৰ সৃষ্টিৰ মূল, সেয়েহে হয়তো সাধাৰণ মানুহৰ দুখ-দুৰ্দ্দশাভৰা জীৱন আৰু অসমৰ গ্ৰাম্যজীৱনে অতি জীৱন্ত ৰূপত তেওঁৰ লিখনিত মূৰ্ত্ত হৈ উঠিছে। কলাগত দিশৰ পৰা বিচাৰ কৰিলে তেওঁৰ আটাইবোৰ উপন্যাসেই উচ্চখাপৰ হৈছে বুলি ক'ব নোৱাৰি; কিন্তু গভীৰ অন্তৰ্দৃষ্টিৰে কেচাঁ মাটিৰ গোন্ধ থকা অসমীয়া গ্ৰাম্য জীৱন ফুটাই তুলি অসমীয়া উপন্যাসৰ ইতিহাসত তেওঁ এখন সুকীয়া আসন অধিকাৰ কৰিবলৈ সক্ষম হৈছে এইকথা সকলোৱে একেমুখে স্বীকাৰ কৰিব। সেইফালৰ পৰা চালে হিতেশ ডেকাৰ উপন্যাসত অসমীয়া গ্ৰাম্য জীৱন এটা সুন্দৰ গৱেষণাৰ বিষয় হ'ব। কেৱল কল্পনাৰ নহয়, ঔপন্যাসিক নিজে সম্পৃক্ত হৈ থকা সেইখন গাঁৱলীয়া সমাজৰ ছবিহে তেওঁৰ উপন্যাসত আছে। উগ্ৰ জাতীয়তাবাদৰ সমৰ্থক নাছিল যদিও অসমীয়া জাতি তথা অসমৰ উন্নতি ডেকাৰ লিখনিৰ মূল, লেখকৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰতি থকা সচেতনতাৰ প্ৰকাশো উপন্যাসসমূহত বিদ্যমান।

যোৱা এশবছৰীয়া অসমীয়া উপন্যাসত এক অভিলেখ সৃষ্টিকাৰী উপন্যাস 'আজিৰ মানুহ'ৰ স্ৰষ্টা হিতেশ ডেকাৰ 'জীৱন সংঘাত' উপন্যাসখন প্ৰকাশ হয় ১৯৭০ চনত। অসমীয়া সাহিত্যত জনপ্ৰিয় সাধুকথা 'তেজীমলা'ৰ আলমত মাহীমাক বুলিলে এগৰাকী নিৰ্দয়া অত্যাচাৰী নাৰীৰ প্ৰতিমূৰ্ত্তি আমাৰ চকুৰ আগত ভাঁহি উঠে। ঔপন্যাসিকে বাস্তৱ জীৱনত লগ পোৱা এগৰাকী মাহীমাকৰ সতিনীৰ সন্তানৰ প্ৰতি থকা অপত্য স্নেহ লিখকৰ অন্তৰত মাহীমাকৰ প্ৰতি এক নতুন ধাৰণাৰ সৃষ্টি কৰে। মাহীমাকৰ এই স্নেহশীলা ৰূপটোৱেই তেওঁ 'জীৱন সংঘাত' উপন্যাসৰ জৰিয়তে ফুটাই তুলিবলৈ বিচাৰিছে। সতীয়া সন্তানক বুকুত বান্ধি থকা জীৱন সংঘাতত জুৰুলা হোৱা যশোদা তেনে এগৰাকী মাতৃ। সতীয়া মাক অপবাদ পায়ো তেওঁ কোনোদিন সতীয়া সন্তানক বেয়া ব্যৱহাৰ কৰা নাই। শিশু পুত্ৰই যাতে 'সতীয়া মাকৰ' আচল অৰ্থ বুজি নাপায় তাৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা চলাইছে। এই গৰাকী স্নেহশীলা মাতৃৰ বৰ্ণনাৰে ঔপন্যাসিকে সৰ্থেবাৰীৰ এখন গাঁৱৰ নিখুঁত ছবি উপন্যাসখনত অংকন কৰিছে। ঔপন্যাসিকে নিজেই কৈছে— উপন্যাস বাস্তৱ জীৱনৰে প্ৰতিচ্ছবি। বাস্তৱ ঘটনা যদি কায়া, উপন্যাসৰ ঘটনা তাৰ ছায়া। তেনে এটি কায়াৰে ছায়া হ'ল 'জীৱন-সংঘাত'।[১]

এসময়ত আমাৰ সমাজখনত যৌথ পৰিয়াল ব্যৱস্থা বেছি আছিল। পৰিবৰ্তিত পৰিস্থিতিত অৱশ্যে ইয়াৰ যথেষ্ট পৰিবৰ্ত্তন হৈছে। যৌথভাৱে থকা পৰিয়াল একোটাৰ আটাই-কেইটা সুখৰ পৰিয়ালবোৰ ভাগি থানবান হোৱা দেখা যায়। 'জীৱন সংঘাত' উপন্যাসখনত তেনে এটা পৰিয়ালৰ

ছবি আছে। সৰ্থেবাৰীৰ হলধৰ কঁহাৰৰ তিনিটা ল'ৰা লোহিত, সিন্ধু আৰু গঙ্গাৰাম। সিন্ধুও ভাল কঁহাৰ আছিল। ককায়েক আৰু ভায়েকে তেওঁক সহায়ৰ হাত আগবঢ়াইছিল। সেই সময়ত কঁহাৰশালৰ অৱস্থা ভাল আছিল। চাউলপাতো যথেষ্ট ক'ম দামতে পোৱা গৈছিল আনহাতে নদীত মাছো উভৈনদী আছিল। কিন্তু দ্বিতীয় মহাসমৰে সমাজ-জীৱনলৈ প্ৰভূত পৰিবৰ্ত্তন আনিলে। কাঁহ শিল্পী সকলৰো পৰি যোৱা অৱস্থাৰ বাবে এই তিনিজন ককাই ভায়েও নতুন চিন্তা কৰিবলগীয়া হ'ল। দুই ভায়েকে বাচন গঢ়াই ককায়েক লোহিতক দোকানত বহুৱাই থোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু মাজুজন সিন্ধুৰ কফৰ বেমাৰত জৰ্জৰিত অৱস্থা হোৱাত কাম কৰিব নোৱৰা হ'ল। গঙ্গাৰামে খেতিত ধৰি সংসাৰৰ জোৰা মাৰিলে। কিন্তু সুচাৰুৰূপে চলি থকা ঘৰখনত কলি সোমাল, সিন্ধুৰ পুতেক ৰমেনে ভাতৰ পাতত মাছ বিচাৰোতে বৰমাকে খং কৰিলে, মাকে তাতে মতাত ফিৰিঙতিৰ পৰাই খাণ্ডৱদাহ হ'ল। নিঃসন্তান ককায়েক লোহিতে ঘৈনীয়েকৰ কথামতেই দোকানতে বেলেগে থকাৰ ব্যৱস্থা কৰিলে। গাঁৱৰ মানুহে ঈৰ্ষা কৰা ঘৰখন এনেকৈ ভাগিবলৈ আৰম্ভ কৰিলে। মাতি মাতিও মৃত্যুশয্যাত পৰিথকা সিন্ধুৰ ওচৰলৈ ককায়েক বৌয়েকক আনিব নোৱাৰিলে। সিন্ধুৰ মৃত্যুৰ পিচত তিনিটা সন্তানেৰে বিধবা বৌয়েকৰ দায়িত্বও গঙ্গাৰামে কান্ধ পাতি লবলগীয়া হ'ল। কিন্তু এই দুযোটা পৰিয়ালো একেলগে থাকিব নোৱাৰিলে, ফলত ঘৰখন দুভাগ হ'ল। জীৱনৰ প্ৰতি পদে পদে কঠোৰ পৰীক্ষাৰ সন্মুখীন হোৱা যশোদাৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ বৰ্ণনাৰে উপন্যাসখনৰ কাহিনীয়ে গতি কৰিছে।

হিতেশ ডেকাৰ উপন্যাসত গভীৰ দৰ্শনতকৈ সৰ্বসাধাৰণ মানুহৰ আৱেগ অনুভূতি, হাঁহি-কান্দোনৰ কাহিনীহে পোৱা যায়। **'জীৱন সংঘাত'** উপন্যাসখন পঢ়িলেও এই কথা গভীৰভাৱে উপলব্ধি কৰিব পাৰি। 'মাহীমাক' শব্দটো এগৰাকী মৰমীয়াল নাৰীৰ বাবে বৰ অভিশপ্ত শব্দ। বুকুৰ মৰমেৰে আবৰি ৰখা সন্তান ৰমেনক যেতিয়া সতীয়া সন্তান বুলি আনে ভাগ কৰি দেখুৱায়, যশোদাৰ দৰে দৰদী মাতৃৰ কলিজা ক'লা পৰি যায়। শিশু পুত্ৰইও যেতিয়া খুৰীয়েকে কোৱা 'সতীয়া ল'ৰা' কথাষাৰৰ অৰ্থ জানিবলৈ বিচাৰিছে তেতিয়া যশোদাই পুতেকৰ পৰা সেই শব্দৰ আচল অৰ্থ নকৈ মিছা মাতিবলৈ বাধ্য হৈছে। "সতীয়া ল'ৰা মানে দুষ্ট ল'ৰা। খুৰীয়েৰাই তোক দুষ্ট ল'ৰা বুলি কৈছে। আজিৰ পৰা দুষ্টামি নকৰিবি।" (পৃঃ ৪১) সন্তানক সম্পূৰ্ণ চেনেহ দিও আনৰ পৰা অপবাদ পোৱা সতীয়া মাক যশোদাৰ মনোবেদনাৰ প্ৰকাশ ঔপন্যাসিকে অতি সুন্দৰকৈ কৰিছে।

নাৰীৰ মনস্তত্ব বিশেষকৈ অসমীয়া গাঁৱলীয়া তিৰোতাৰ মনৰ সুন্দৰ প্ৰতিফলন উপন্যাসখনত পোৱা যায়। সতীয়া মাক শব্দটো যিদৰে মাহীমাকৰ বাবে নিদাৰুণ তেনেদৰে সন্তানহীন নাৰীৰ বাবে কাঠবাঁজী শব্দটো সিমানেই যন্ত্ৰণাদায়ক। নাৰী হৈ সন্তানৰ মুখ নেদেখা সুভদ্ৰাই যশোদাৰ মুখত সেই শব্দ শুনি প্ৰথমতে খঙত একো ক'ব নোৱৰা হলেও পিচত সেয়া গভীৰ দুখত পৰিণত হৈছে। নাৰী হৈ সন্তানৰ মুখ নেদেখা কিমান কষ্টকৰ সেয়া সুভদ্ৰাৰ বাহিৰে আনে বুজিব নোৱাৰে। তিৰোতাই হৈছে ঘৰৰ ধৰণী অথচ তিৰোতৰ বাবেই ঘৰ ভাগি থানবান হয়, **'জীৱন সংঘাত'**ত সেই সত্যই প্ৰকাশ পাইছে। সুভদ্ৰাৰ কথামতেই বৰ ককায়েক লোহিত বেলেগ হৈছে। মৃত্যুশয্যাত ককায়েকক কথাদিও তেওঁৰ পৰিয়ালটো পোহপাল দিয়াৰ দায়িত্ব গঙ্গাৰামে মন থকা সত্ত্বেও পালন কৰিব নোৱাৰিলে ঘৈনীয়েক যমুনাৰ বাবে। আনহাতে সন্তানৰ মুখলৈ চাই শাৰীৰিক শ্ৰম কৰি সৎভাৱেৰে দুপইচা অৰ্জন কৰি পৰিয়ালটোক পোহপাল দিবলৈ বিচৰা যশোদা নাৰীৰ অসহায় অৱস্থাৰ প্ৰতিভূ স্বৰূপ। ওচৰ-চুবুৰীয়াই পৰামৰ্শ দিছে কোনোবা বৰলা পুৰুষৰ লগত সংসাৰ পাতিবলৈ, সুবিধাবাদী পুৰুষ শ্ৰেণীয়ে তেওঁক অশ্লীল ইংগিত দিছে, কোনোৱে আকৌ চুৰুনী বুলিবলৈও বাকী ৰখা নাই। জীৱনত যুঁজি যুঁজিও এই গৰাকী নাৰীয়ে মূৰ দাঙি থিয় দি আছে কেৱল নিজৰ মতামতৰ বাবেই। পণ্ডিতে মহেনক বিস্কুটৰ পইচা দিয়া বুলি তেওঁক সেয়াপইচাৰ কথা সুধিবলৈ নিজে পণ্ডিতৰ ওচৰলৈ গৈছে। পুতেকে দোকানত চুৰ কৰা শুনি ভীষণ মনোকষ্ট পাইছে; পণ্ডিত আৰু তেওঁৰ পত্নীৰ

বুজনিয়েও যশোদাক শান্ত কৰিব পৰা নাই। পুতেকইতেও মাকৰ এই সংস্বভাৱৰ কাৰণেই বেয়া কাম কৰিবলৈ ভয় কৰে। অথচ আনৰ ধেমনী তিৰোতা হৈ যাবলৈ নিবিচাৰি কষ্টৰ মাজেদি জীৱন নিৰ্বাহ কৰা যশোদা সমাজৰ এচাম পৰশ্ৰীকাতৰ, আনৰ কুৎসা ৰটনা কৰি ফুৰা তিৰোতাৰ চকুৰ পৰা সাৰি যোৱা নাই। যশোদাৰ চৰিত্ৰক লৈ সেইবোৰ তিৰোতাই এনেয়ে মুখৰোচক কাহিনী উলিয়াইছে—

"এনেয়ে ভাত কাপোৰৰ দুখ, তাতে আকৌ নানা জনৰ কুৎসিৎ কথা। যশোদাৰ হৃদয় দগ্ধ হৈ যায়। বহুত তিৰোতাই ঈৰ্ষা বা হিংসাবশতঃ কয়— লোকৰ ঘৰত ধান বানিবলৈ যায় নে কি কৰিবলৈ যায় তাক আমাৰ জনা আছে। তাইৰ যিহে দেহা - দেহাতে বেহা হয়। নাৰীৰ ৰূপৰ এই জুইত পুৰুষ চগা পুৰি নমৰি কি হ'ব? তাই একুৰা জলন্ত অগ্নি। বেটীয়ে গাঁওখন পুৰিহে ছাৰিব। আনজনীয়ে হয়তো কৈছে— ধান বানিনো চাৰিজন মানুহ পোহপাল দিব পাৰে নে? ধান বানি নহয় - মন বানিহে খোৰাক যোগাইছে। এনেকৈ অশ্ৰাব্য মন্তব্য কৰে। সাধাৰণতঃ তিৰোতাৰ বৈৰী তিৰোতাহে। কাঠৰ বৈৰী কাঠ।" (পৃঃ ৬২)

এজনী দুখুনী বাৰী তিৰোতাক সহানুভূতিৰে চাওক ছাৰি তাইক মানসিক নিৰ্যাতন দি জীৱন দুৰ্বিসহ কৰা তিৰোতা মানুহ এইখন সমাজত অলেখ আছে। পুৰুষৰ পৰা তিৰোতালৈকে কোনেও যশোদাক শান্তিত থাকিবলৈ দিয়া নাই যদিও তাই কষ্ট সহিষ্ণু গুণেৰে সকলো সহ্য কৰিছে। যশোদা ঔপন্যাসিকৰ সুন্দৰ সৃষ্টি। মাতৃৰ মমতাৰে পূৰ্ণ এইগৰাকী নাৰীলৈ পাঠকৰো পুতৌ জন্মে।

ইয়াৰ বিপৰীতে কিন্তু সুভদ্ৰা আৰু যমুনা স্বাৰ্থপৰ। সুভদ্ৰাৰ প্ৰতিটো কামৰ মাজতে স্বাৰ্থ জড়িত হৈ আছে। যমুনা আৰু যশোদাৰ সম্পৰ্ক পুনৰ ভাল হোৱা শুনি আকৌ বেয়া কৰিবৰ কাৰণেই তেওঁ যশোদাৰ ঘৰলৈ ভাল ভাবেৰে অভিনয় কৰি আহিছে। আনহাতে যশোদাক হাত কৰি সৎচৰিত্ৰবান ৰমেনক তোলনীয়া পো কৰি লবলৈ বিচাৰিছে, কিন্তু ৰমেনৰ প্ৰতিবাদত তেওঁ সফল হোৱা নাই। যমুনাই নিজৰ স্বাৰ্থৰ বাবেই যশোদাক মাতবোল কৰি সম্পৰ্ক ভাল হোৱা যেন দেখুৱাইছে আৰু সুযোগ বুজি জয়ৰাম দাসে আনি দিয়া দৰৱ চাহৰ লগত মিলাই যশোদাক খুৱাইছে। বৰলা জয়ৰামৰ ইচ্ছা, যশোদাক ধেমনী তিৰোতা ৰখা সেয়েহে যশোদাক বলে নোৱাৰি মন জুৰাবলৈ বেজত আশ্ৰয় লৈছে আৰু তাত সহায় কৰিছে যমুনাই। এইবোৰ গ্ৰাম্য জীৱনত ঘটি থকা নিত্য নৈমিত্তিক ঘটনা।

দৰিদ্ৰ আৰু শ্ৰমজীৱি মানুহৰ দুখবেদনা গভীৰ আন্তৰিকতাৰে অনুভৱ কৰা ঔপন্যাসিকৰ উপলব্ধিৰ প্ৰকাশ 'জীৱন সংঘাত' উপন্যাসত বিদ্যমান। ভোকাতুৰৰ বাবে এমুঠি আহাৰ কিমান আদৰৰ তাক অতি জীৱন্তৰূপত যশোদাৰ পৰিয়ালটোৰ জৰিয়তে ফুটাই তুলিছে—

(১) "সেইদিনা দুপৰীয়া খুদৰ ভাত খালে সিহঁতে। জেলৰ কয়দীক দিয়াৰ দৰে মাৰ ভাত যেন হ'ল খুদৰ ভাত। তথাপি সিহঁতে বৰ আগ্ৰাহেৰে খালে তাকে। ইয়াকে কয় বোলে ভোকে কি জানে পন্তা জকৰা; টোপনিয়ে কি জানে শুদা বাকৰা"— (পৃঃ ৬৭)

(২) সিহঁতে বাহিৰলৈ ওলাই আহি বাহিৰৰ ফালে চাইছে; দেখিলে যে চাউল আটাৰ টোপোলা লৈ বহুত মানুহ দোকানৰ পৰা ঘৰলৈ যাব ধৰিছে। চাউলৰ টোপোলবোৰ দেখি সিহঁতৰ চকু যেন বাঘৰ দৰে উজ্জ্বল আৰু তীব্ৰ হৈ উঠিছে। এতিয়াই গৈ যেন চাউলবোৰ চোবাই খাব। ভোকৰ তাড়না যেন আৰু বাঢ়িছে।" (পৃঃ ১১১)

(৩) গধূলিৰ আগে আগে অলপ চাউল লৈ ঘৰ পালে যশোদাই। ল'ৰা ছোৱালীহঁতৰ আনন্দৰ সীমা নাই চাউল দেখি। আজি ৰাতি ভাত খাবলৈ পাব, কি যে আনন্দ। সকলোকে প্ৰাণীৰ আনন্দ প্ৰাণ ধাৰণত।। (পৃঃ ১২৯)

ক্ষুধাতুৰৰ এনে সজীৱ বৰ্ণনাই ঔপন্যাসিকৰ সংবেদনশীল মনটোৰ পৰিচয় বহন কৰে। ঔপন্যাসিকে স্বাধীনতাৰ একুৰি তিনিবছৰৰ পাছতো আমাৰ অৰ্থনৈতিক দুৰৱস্থাৰ বিষয়েও ব্যাখ্যা কৰিছে। কোনো কোনো ক্ষেত্ৰত ব্যাখ্যা বেছি হলেও ঔপন্যাসিকে সেইবোৰতকৈ মানবীয় সমস্যাৰ দিশটোতহে বিশেষভাবে আলোকপাত কৰিবলৈ বিচাৰিছে। গাঁৱলীয়া মানুহৰ অজ্ঞতাৰ সুযোগ লৈ এচাম মহাজন শ্ৰেণীৰ লোকে সাধাৰণ শ্ৰেণীৰ লোকক কিদৰে শোষণ কৰি আহিছে তাৰ ছবিও বাপুৰাম দোকানী আদিৰ জৰিয়তে ফুটাই তুলিছে। পণ্ডিতৰ মতে সৎ সমাজসচেতন লোক আৰু মহেনৰ দৰে সাহসী ডেকা এইখন সমাজতে আছে। ভাৰতবৰ্ষৰ স্বাধীনতাই প্ৰকৃতাৰ্থত ভাৰতৰ কৃষক শ্ৰমিকৰ জীৱনলৈ বিশেষ পৰিবৰ্ত্তন আনিব নোৱাৰিলে। লাভখোৰ মহাজন ধনীকসকল লাভবান হোৱা সমাজখনত মন্ত্ৰী এম, এল, এ সকলো থাকে। মহাজন শ্ৰেণীৰ লোকসকলেই ধন দি, মন্ত্ৰী এম, এল, এক ইলেকচনত জিকাব। চোৰাং কাৰবাৰী আৰু এইসকল সুবিধাবাদীৰ ঘৰৰ জীৱন সংঘাত উপন্যাসখনত সমাজ সচেতন ঔপন্যাসিকে উদঙাই দেখুৱাইছে। জন সাধাৰণৰ দুখ দুৰ্গতিৰ কোনো পৰিবৰ্ত্তন নোহোৱা কথাটো গভীৰভাবে উপলব্ধি কৰা ঔপন্যাসিকৰ ক্ষোভ উপন্যাসখনত মুকলিভাৱেই ব্যক্ত কৰিছে—

গণতন্ত্ৰৰ নামত যে ধনতন্ত্ৰৰ আধিপত্য চলিছে তাক প্ৰমাণ হ'ল ভালকৈ। হায় নিৰুপায় ভাৰতবাসী (পৃঃ ১১০)। দুষ্ট বেপাৰীসকলৰ অত্যাচাৰ আৰু ভেটিখোৰ কৰ্মচাৰীসকলৰ উপদ্ৰৱত ভাৰতীয় জনতাৰ দুখ-লাঞ্চনাৰ অন্ত নাইকিয়া হৈছে এই অত্যাচাৰৰ কবলত পৰিছে যশোদাহঁত - (পৃঃ ১১০)

স্বাধীনতাৰ আগৰ আৰু পাছৰ সমাজখনত প্ৰত্যক্ষদৰ্শী হিতেশ ডেকাই সামাজিক অৱক্ষয়ৰ কথা যথাৰ্থভাৱেই বিশ্লেষণ কৰি দেখুৱাইছে। নিজে কঠোৰ জীৱন সংগ্ৰামৰ মাজেদি অহা নিৰ্ভীক স্বভাৱৰ ঔপন্যাসিকে ক্ষোভ প্ৰকাশ কৰিবলৈ থমকি ৰোৱা নাই। এইক্ষেত্ৰত বহুত সময়ত তেওঁ উপন্যাসৰ কলাগত দিশটোতো সিমান গুৰুত্ব দিয়া যেন নেলাগে। বাপুৰামৰ দোকানৰ পৰা মহেনে বিস্কুট চুৰ কৰি খোৱা, দোকানীয়ে তাক মৰা, পণ্ডিতে হস্তক্ষেপ কৰা, দোকানীৰ দোষৰ কথাও প্ৰকাশ কৰা আদিয়ে মহেনৰ শিশুমনত কৰা প্ৰতিক্ৰিয়াৰ কথাও মনস্তাত্বিকৰ দৰেই ঔপন্যাসিকে বিশ্লেষণ কৰিছে।

উপন্যাসখনৰ কাহিনী, চৰিত্ৰ চিত্ৰণ, পৰিবেশ বৰ্ণনা সকলোতে ঔপন্যাসিকৰ স্বকীয় বৈশিষ্ট্যৰ প্ৰকাশ মনকৰিবলগীয়া।

প্ৰধানকৈ গ্ৰাম্যজীৱনক কেন্দ্ৰ কৰি ৰচনা কৰা হিতেশ ডেকাৰ উপন্যাসৰ ভাষা গাঁৱৰ মানুহৰ দৰেই সহজ সৰল আৰু পোনপটীয়া। অসমীয়া গ্ৰাম্য সমাজৰ চিনাকি উপমা-যোজনা-পটন্তৰৰ ব্যৱহাৰে তেওঁৰ উপন্যাসৰ ভাষাক মাধুৰ্য দান কৰিছে। উদাহৰণ স্বৰূপে—

ধনে নাটে ৰজাক, ধনে নাটে বঁজাক। তুমি বঁজা দেখি ধনৰ আক্ৰোহ ইমান বেছি হৈছে (পৃঃ ৩৭)
লাঠি খাই যমুনাই ফেটি সাপে ফণা মেলাৰ দৰে ফোপাই উঠিল - (পৃঃ ৪৩)
আইৰ ঘৰক যাম, দুইহাতে খাম বিধাতাই বোলে মই পিচে পিচে যাম। (পৃঃ ৫৪)
সাধবাৰ ৰূপ গৌৰৱৰ কাৰণ, কিন্তু বিধবাৰ ৰূপ বিপদৰ কাৰণ হৈ পৰে (পৃঃ ৬২)
লুইতেহে জানে ব'ঠা কিমানলৈকে বহে (পৃঃ ৬৮)
দাঁতে ওঁঠেও কামোৰ খায়; সেইবুলি দাঁত ওঁঠৰ মিলন নোহোৱাকৈ থাকেনে? (পৃঃ ৭৮)
ফলা বাঁহ জানো জোৰা লাগে (পৃঃ ৮৫)
বাছি খাবা, জাগি শুবা। ঘৰবৈৰী বিভীষণ নহলেনো লঙ্কাৰ ৰজা দশানন মৰে নে? (পৃঃ ৯৫)
কালৰো কাল বিপৰীত কাল হৰিণাই চেলেকে বাঘৰ গাল।
খাই কাৰ্পলা ভালত পৰিল, কাটি চেলেকাৰ মৰণ মিলিল।
বৌ ৰৱালি সৰকি গঁজ, পুঠি খলিহা জালত পৰিল (পৃঃ ১০৩)

কিয়নো সি নলগা তামোলত জেং বান্ধে?
সি কিয় বাটৰ কচু খুজাই মৰে? (পৃঃ ১৫৪)
লাখুটিতে ইমান ঠেং পালেতো আৰু আছে (পৃঃ ১৫৫)

উপন্যাসখনত এনেধৰণৰ উদাহৰণ অলেখ আছে, এইবোৰ ডেকাৰ উপন্যাসৰ ভাষাক স্বকীয়তা প্ৰদান কৰিছে আৰু নিভাঁজ অসমীয়া গাঁৱলীয়া সমাজখনৰ মাজলৈ আমাক লৈ গৈছে। সেইমতে ডাঙৰৰ কথাতে খং উঠি নিজৰ ল'ৰা-ছোৱালীক গালি গালাজ কৰা (বাপেৰৰ মূৰ খোৱাঁহত, পৰৰ বাপেকে আনি দিয়া বস্তু কিয় কাঢ়ি খাব গৈছিলি? পৃঃ ৪০), হালবাই অহা খেতিয়কৰ টিঙিৰিতুলা অৱস্থা (দুপৰীয়া হালবাই অহা হালুৱৈৰ ভোক কেনে তাক সকলোৱে জানে, ভোক যেনে চোকা খঙো তেনে চোকা - পৃঃ ৪৫), আজিৰ বাস্তৱধৰ্মী বৰ্ণনাই ঔপন্যাসিকৰ গ্ৰাম্যজীৱনৰ লগত নিবিড় সম্পৰ্কৰ কথাকে ব্যক্ত কৰিছে।

সমালোচক হাড্‌চনে কৈছে— In fiction everything is true except names and dates. In history nothing is true except names and dates. [২] জীৱন সংঘাতত পৰিস্ফুট হোৱা অসমীয়া গ্ৰাম্য জীৱনৰ ছবিখনে আমাক এই কথা মনত পেলায়। 'জীৱন সংঘাত' গ্ৰাম্য জীৱনৰ ছবি অতি সজীৱ আৰু বাস্তৱ ৰূপত দাঙি ধৰা হৈছে। গাঁৱলীয়া জীৱনৰ প্ৰতিভূ স্বৰূপ প্ৰায়বোৰ চৰিত্ৰই জীৱন্ত হৈ উঠিছে। গাঁৱলীয়া জীৱন প্ৰতিফলিত হোৱা উপন্যাসখনত গাঁৱলীয়া মানুহৰ পাৰিবাৰিক সমস্যা, অভাৱ-অনাটন, কু-সংস্কাৰ পৰচৰ্চা কৰা তিৰোতাসকলৰ ছবি অতি বাস্তৱ। সন্তানৰ প্ৰতি থকা মাতৃৰ মমতাও উল্লেখনীয়। সহজ-সৰল ভাষাত লিখা উপন্যাসখন কেইবাটাও দিশৰ পৰা উল্লেখনীয়।

### সূত্ৰ নিৰ্দেশ ঃ

১। ডেকাঃ হিতেশ - জীৱন সংঘাত - আযাৰ চেৰেক
২। W. H Hudson - In introduction to the study of Literature. P. 166.



# হিতেশ ডেকাৰ উপন্যাসত শিশুচৰিত্ৰ

দীনেশ কলিতা

শিশুৰ নিষ্পাপ হাঁহি, অবুজ বেদনাভৰা কান্দোন, থুনুক-থানাক মাত, নির্দোষ ধেমালি-দুষ্টালি আৰু টেঙৰালি আদিয়ে যুগে যুগে শিল্পী-সাহিত্যিক সকলক বিশেষভাৱে প্ৰভাৱিত কৰি আহিছে। সেই কাৰণে সমগ্ৰ বিশ্বত শিশু চৰিত্ৰক লৈ আৰু শিশুৰ উপযোগী মেটমৰা সাহিত্যৰ ভড়াল গঢ়ি উঠিছে। কল্পনা প্ৰৱণতা আৰু বিচিত্ৰতাৰে সমৃদ্ধ শিশুমনৰ ৰূপ-ছবি অংকনত ভাৰতীয় কাব্য সাহিত্যও পিছপৰি থকা নাই। দূৰ অতীতৰ পৰাই ভাৰতীয় কাব্য-নাটত বিভিন্ন প্ৰকৃতিৰ শিশু চৰিত্ৰৰ ৰূপায়ণ কৰা দেখা যায়। শকুন্তলাৰ পুত্ৰ ভৰতৰ বিক্ৰমে, নচিকেতাৰ তত্বপূৰ্ণ প্ৰশ্ন জিজ্ঞাসাবাদে, গুৰুভক্তিত অটল একলব্যৰ ধনুৰ্বিদ্যা আৰু গুৰুদক্ষিণাই, প্ৰহলাদ ধ্ৰুৱৰ ভক্তিতত্বই, লব-কুশ-বভ্ৰুবাহনৰ অসীম বীৰত্বই আজিও ভাৰতীয় লোকচিত্তৰ লগতে বিশ্বমনীযাক বিস্ময়-বিমুগ্ধ কৰি ৰাখিছে।

স্বভাৱ-চঞ্চল, বিস্ময়-কৌতূহলোদ্দীপক শিশুমনক লৈ পাশ্চাত্য জগতো সদা-সচেতন। পাশ্চাত্য লোক-পৰম্পৰাই জন্ম দিয়া 'ৰবীনহুড'ৰ কাহিনীয়ে বিশ্বৰ শিশুমহলক আজিও বিস্ময়াভিভূত কৰি ৰাখিছে। পাশ্চাত্যৰ সাহিত্যিকে শিশুমনৰ অধ্যয়নক আৰু শিশুসাহিত্য ৰচনাক বৰ দুষ্কৰ কাম বুলি ভাবে। বিখ্যাত ফৰাচী লেখক মেটাৰলিঙ্কে— "শিশু সাহিত্য ৰচনা কৰা আৰু আলিমপাছ পৰ্বত দাঙি ধৰা"- একে কথা বুলি কৈছে। ইয়াৰ কাৰণ হ'ল শিশুৰ মানসিক জগতত পাকঘূৰণি খাই থকা চিন্তাৰ কুণ্ডলী— যি চিন্তাত বাস্তৱিক যুক্তি বিচাৰৰ স্থান খুবেই কম। লেলিহান জুয়ে দগ্ধ কৰি পেলালেও ক্যাচাবিয়েংকাৰ দৰে শিশুৱে দেউতাকৰ অবাধ্য নহবলৈ জাহাজৰ টিঙৰ পৰা নানামে। শিশুৰ বাবে কল্পনাই বাস্তৱ, ৰং-ধেমালিয়ে সত্য। সেযে শিশু সদায় শিশুৱে। আদিম কালৰ শিশু আৰু আজিৰ যুগৰ শিশুৰ মাজত পাৰ্থক্য নাই। ৰবীন্দ্ৰ নাথেও কৈছে— "শিশুৰ মন শত সহস্ৰ বছৰ পূৰ্বে যেনেদৰে আছিল আজিও তেনেদৰে অপৰিবৰ্ত্তিত হৈ আছে।" শিশু মনৰ এই ৰহস্যময়তাখিনিক ৰুকি ৰুকি চাবলৈ মনঃস্তাত্বিক সকলে নিৰন্তৰ প্ৰচেষ্টা চলাই আহিছে। বিখ্যাত দাৰ্শনিক-শিক্ষাবিদ ৰুচোৰ (Rousseau)ৰ **'এমিল' (Emile) গ্ৰন্থই ইয়াৰ এক উপযুক্ত প্ৰমাণ। 'এমিল'ক** এখন উপন্যাসধৰ্মী ৰচনা বুলি ক'ব পাৰি। এমিল হ'ল ৰুচোৰ কল্পনাপ্ৰসূত এজন শিক্ষাৰ্থী। এই শিক্ষাৰ্থীজনে শিক্ষা লাভ কৰে প্ৰকৃতিৰ সৌন্দৰ্য আৰু ভাবসম্পদৰ সংযোগৰ যোগেদি। মানুহে শিক্ষা লাভ কৰিবলৈ তিনিটা উপকৰণ লাগে— প্ৰকৃতি, বহিঃজগত আৰু মানুহ। তিনিওৰে সুসমন্বয়ত মানুহৰ শিক্ষা সম্পূৰ্ণ হয়। সমাজৰ মাজৰ পৰা কেনেকৈ বেয়া প্ৰকৃতিসমূহ আঁতৰাব পাৰি তাৰ বৰ্ণনা দাঙি ধৰাই 'এমিল'ৰ প্ৰধান উদ্দেশ্য। ৰুচোৱে ক'ব বিচাৰে— 'প্ৰকৃতিয়ে হ'ল শিশুৰ প্ৰকৃত শিক্ষক।' শিশুৰ মনঃস্তাত্বিক অধ্যয়নৰ ক্ষেত্ৰত এমিলে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰি আছে।

শিশু-চৰিত্ৰ ৰূপাংকনৰ প্ৰতি ভাৰতীয় কবি সাহিত্যিকৰ যি অনাবিল আকৰ্ষণ সেয়া ভাগৱতৰ মধ্যমণিস্বৰূপ শ্ৰীকৃষ্ণৰ শিশুৰূপৰ বৰ্ণনাতে ফটফটীয়া কৈ ওলাই পৰে। মধ্যযুগীয় অসমীয়া সাহিত্যও শ্ৰীকৃষ্ণৰ শিশুৰূপৰ সাৱলীল বৰ্ণনাৰে সমৃদ্ধ। মহাপুৰুষ শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰ ৰচনাত শিশু কৃষ্ণৰ ক্ৰিয়া-কলাপৰ প্ৰাণ চমকোৱা বৰ্ণনা পোৱা যায়। অৱশ্যে শঙ্কৰদেৱতকৈ মাধৱদেৱৰ প্ৰতিভাই চূড়ান্ত বিকাশ লাভ কৰিছে শিশু কৃষ্ণৰ মনোমোহা আৰু হৃদয়পৰশা বৰ্ণনাত। ড° কৰবী ডেকা হাজৰিকাই যদিও কৈছে— "মাধৱদেৱৰ গীত আৰু ঝুমুৰাৰ শিশু কৃষ্ণ বালসুলভ ক্ৰিয়া-কলাপ আৰু পৰমপুৰুষত্বৰ অপূৰ্ব মিশ্ৰণ" (মাধৱদেৱঃ সাহিত্য, কলা, দৰ্শন, ২য় প্ৰকাশ, পৃ-৭৮) বুলি আচলতে

মানৱীয় দোষে-গুণে ভৰা এটি মানব শিশু ৰূপেহে কৃষ্ণ চৰিত্ৰ জনমানসৰ বেছি ওচৰ চাপি আহিছে।

সাহিত্যৰ বৰ্ণনাত্মক ভঙ্গীৰ প্ৰধান শাখা 'উপন্যাস'ৰ জন্মৰ পূৰ্বত কাব্য-নাট আৰু গীতৰ মাজেৰে চৰিত্ৰবোৰৰ উপস্থাপন আৰু বিকাশ ঘটোৱা হৈছিল। কিন্তু সিবোৰত বিশ্লেষণী পৰিসৰ ঠেক হোৱা বাবে চৰিত্ৰবোৰৰ পূৰ্ণতা দানত কিছু অসুবিধা আছিল। আনহাতে উপন্যাসৰ বিস্তৃত ক্ষেত্ৰখনত চৰিত্ৰবোৰৰ পূৰ্ণাঙ্গ ৰূপায়ণ সম্ভৱ হোৱা হেতু সাহিত্যৰ এই শাখাটো মানব-চৰিত্ৰ ৰূপায়ণৰ উত্তম মাধ্যমত পৰিণত হয়। আৰু এই সুযোগতে উপন্যাসত একোটা শিশু চৰিত্ৰও বৰ্ণাঢ্য চাৰিত্ৰিক বৈশিষ্ট্যৰে উজলি উঠে। কাহিনীৰ আবেদন বঢ়োৱাৰ প্ৰয়োজনতে হওক বা কাহিনীৰ পূৰ্ণতাৰ বাবে হওঁক নাইবা শিশুৰ প্ৰতি থকা সহজাত আকৰ্ষণৰ বাবে হওঁক উপন্যাসত শিশু চৰিত্ৰ ৰূপায়ণত প্ৰায়বোৰ শ্ৰেষ্ঠ ঔপন্যাসিকে গুৰুত্ব দি আহিছে।

। প্ৰথিতযশা | অসমীয়া ঔপন্যাসিক হিতেশ ডেকাই তেওঁৰ প্ৰকাশিত চৈধ্যখন উপন্যাসত প্ৰায় দুকুৰিমান শিশু চৰিত্ৰ ৰূপায়ণ কৰিছে। তেওঁৰ প্ৰায়বোৰ উপন্যাসৰ পটভূমি যিহেতু গাঁও, সেই হিচাপে শিশু চৰিত্ৰবোৰো গ্ৰাম্য চঞ্চলতা-সৰলতা, দোষ-দুষ্টালি, ঠেহ-অভিমান, দুখ-সুখ আৰু হৰ্ষ-বিষাদেৰে ভৰা। মনকৰিবলগীয়া বিষয় এয়ে যে— **'বাঁৰীৰ কোঁৱৰ'** নামৰ শিশু উপন্যাসখনক বাদ দি ডেকাই শিশু চৰিত্ৰক নায়কৰ ৰূপত প্ৰতিষ্ঠা কৰি কোনো উপন্যাস ৰচনা কৰা নাই। সকলোবোৰ শিশু চৰিত্ৰ কাষৰীয়া চৰিত্ৰ হিচাপে ৰূপায়িত হৈছে যদিও তাৰ মাজৰে-পবন **(এয়েতো জীৱন)**, ৰামচৰন **(আচল মানুহ)**, ৰমেন **(জীৱন সংঘাত)** আদি কেইটামান শিশু চৰিত্ৰৰ গাত নায়কোচিত গুণৰ প্ৰকাশ নঘটা নহয়।

হিতেশ ডেকাৰ উপন্যাসৰ শিশু চৰিত্ৰবোৰক সাধাৰণ ভাৱে চাৰিটা শ্ৰেণীত ভাগ কৰিব পাৰি – ১। স্থিৰ বা নিশ্চল (Static) ২। গতিশীল বা বিকাশমান (developing) ৩। দলিত ৪। নিষ্পাপ শিশু। স্থিৰ চৰিত্ৰ সমূহ হ'ল— পুতুল **(আজিৰ মানুহ)**, অবিনাশ **(আচল মানুহ)**, অৰুণ **(আচল মানুহ)**, শৰত (আচল মানুহ), ৰত্না **(জীৱন সংঘাত)**, ৰমেন **(এয়েতো জীৱন)**, বীৰেণ **(ভাৰাঘৰ)**। 'এয়েতো জীৱন'ৰ কুঞ্জৰ ছোৱালী দুজনীক আৰু যাদৱৰ কেচুৱা সোনকণক, জেৰিণাৰ পুত্ৰ ইদ্ৰিচক **(বৈৰী মানুহ)** স্থিৰ চৰিত্ৰ বুলি কোৱাতকৈ নিষ্পাপ শিশু বুলি কোৱাই শ্ৰেয়।

গতিশীল চৰিত্ৰৰ ভিতৰত পেলাব পাৰি— ৰামচৰন **(আচল মানুহ)**, মহেন, ৰমেন, হৰেন **(জীৱন সংঘাত)**, অৰ্জুন-পবন-বাপুকন **(এয়েতো জীৱন)**, যদু **(মাটিকাৰ?)**, নবীন **(মাটিকাৰ?)**, আদিক। শিশুৰ কাৰ্য-কলাপ আৰু বিকাশৰ দৃষ্টিকোণেৰে এই বিভাজন কৰা হৈছে। মূল কাহিনীৰ লগত সংপৃক্ত তিনিটা গুৰুত্বপূৰ্ণ শিশু চৰিত্ৰ হ'ল— পবন, অৰ্জুন আৰু ৰমেন। সাম্প্ৰদায়িক জিঘাংসাৰ বলি হৈ অকুমাৰী অৱস্থাত সতীত্ব হেৰুৱাই পিছলৈ দেহোপজীৱীনী হৈ পৰা শিশু দিলাৰাক **(আচল মানুহ)** আৰু দুইদিন অভুক্ত থাকি পেটৰ জ্বালাত বিস্কুট চুৰি কৰি দোকানীৰ মাৰত ধৰাশায়ী হোৱা শিশু মহেনক **(জীৱন সংঘাত)** দলিত চৰিত্ৰৰ প্ৰতিভূ বুলি ধৰিব পাৰি।

শিশুসুলভ আচৰণৰ দিশৰ পৰা চালে হিতেশ ডেকাৰ উপন্যাসৰ প্ৰতিটো শিশু চৰিত্ৰই প্ৰকৃতিৰ সহজাত প্ৰবৃত্তিৰ মাজেৰে স্বাভাৱিকভাৱে পৰিচালিত হোৱা চৰিত্ৰ। অস্বাভাৱিক উপৰুৱা কোনো কৃত্ৰিম ভাবনাই শিশু-সুলভ আচৰণক আচহুৱা কৰি তোলা নাই। ঔপন্যাসিক ডেকা নিজে যেনে এজন নিৰ্ভেজাল অসমীয়া গাঁৱলীয়া মানুহ আছিল, শিশু চৰিত্ৰ কেইটিও নিজৰ বুকুৰ উম দি নিৰ্ভেজাল ৰূপত অংকিত কৰি থৈ গৈছে। কোনোটো চৰিত্ৰকে তেওঁৰ খেয়াল-খুচিত পৰি 'হাতৰ পুতলা' হ'বলৈ দিয়া নাই। পৰিবেশ পৰিস্থিতিয়ে আনি দিয়া বাতাৱৰণত নিজক খাপ খুৱাই চলিবলৈ যাওতে চৰিত্ৰবোৰৰ আচৰণৰ ৰূপান্তৰ ঘটিছে, আৰু সেই ৰূপান্তৰে কোনোবাটো চৰিত্ৰক কৰি তুলিছে দুঃসাহসিক আৰু প্ৰতিশোধ পৰায়ণ, কোনোবাটোক ভীৰু, কোনোবাটোক নষ্ট চৰিত্ৰৰ আৰু কোনোবাটোক সৎ-সাহসী— 'ভাল ল'ৰা'।

**'আজিৰ মানুহ'** হিতেশ ডেকাৰ প্ৰথম উপন্যাস। এই উপন্যাসখনত শিশু চৰিত্ৰ বুলিবলৈ আছে মাত্ৰ পুতুল।

> "পুতুল মাধৱৰ ল'ৰা; মাত-কথা ভালদৰে ফুটা নাই। অবুজ। থৰক-বৰক খোজেৰে সি স্বভাব-চঞ্চল। আপোন-পৰ, কুৰুট কপটতা আদি অমানৱীয় দোষ বাজিৰ পৰা সি বহুত আঁতৰত। সেইজন অবোধ বালক পুতুলে এদিন 'খুলি খুলি' বুলি অস্পষ্ট মাতেৰে প্ৰতাপৰ ঘৈনীয়েক বীণাৰ আঁচলত ধৰে। বীণাই খঙতে কয়— "যাঃ লেতেৰা ল'ৰা, চাদৰখনৰ আঁচলত বোকা লগাই দিলে।" (পঞ্চদশ সংস্কৰণ. পৃ-৯৬) বীণাৰ এনে আচৰণত স্বামী প্ৰতাপ যথেষ্ট ক্ষুণ্ণ হয় আৰু 'তই মুক্ত আত্মা' বুলি পুতুলক কোলাত লয়।"

মাত-কথা নুফুটিলেও পুতুলে বীণাৰ হৃদয়হীনা চৰিত্ৰৰ কুৎসিত ৰূপটি উদঙাই দিছে। বীণাৰ কদৰ্য মনৰ বতৰা দিবলৈ ঔপন্যাসিকে সাৰ্থক ভাবে এই শিশু চৰিত্ৰটিৰ উপস্থাপন কৰিছে। সমগ্ৰ উপন্যাসখনিত পুতুল— থাকাৰ-থুকুৰ খোজেৰে লৰি-চৰি ফুৰা শিশুৰূপে ৰৈ গৈছে— উত্তৰণৰ পথত পুতুলক আগবঢ়াই দিয়া নাই।

**'মাটিকাৰ'** উপন্যাসখনৰ শিশু চৰিত্ৰ হ'ল— যদু, নবীন আৰু যতীন। ইয়াৰে যদু আৰু যতীনক শিশু বুলি কোৱাতকৈ চেমনীয়া বুলি ধৰিলেহে বেছি ৰজিতা খায়। যদু হ'ল প্ৰকাশ হাজৰিকা হাকিমৰ ঘৰত কাম কৰা ল'ৰা। শদিয়াৰ ওচৰত তাৰ ঘৰ। ১৯৫০ চনৰ ভূমিকম্পই সৃষ্টি কৰা বানপানীত যদুৰ মাক-দেউতাককে আদি কৰি পৰিয়ালৰ সকলোটি প্ৰাণী ঢুকায়। কেৱল এডোখৰ কাঠত ভাহি গৈ যদু ৰক্ষা পৰে। সংসাৰ যাত্ৰাত যদু বৰ অকলশৰীয়া। তাৰ দুৰ্দশাৰ তত নাই। প্ৰকাশ হাজৰিকাৰ ঘৰতো তাৰ জীৱন নিৰুপদ্ৰৱে যোৱা নাই। এদিন হাজৰিকাৰ ছোৱালী অৰুণাই ধুবীৰ পৰা মেখেলা-চাদৰ যোৰ আনি দিবলৈ কয়। কিন্তু পালা জ্বৰত আক্ৰান্ত যদুৱে ধুবীৰ তালৈ যাব নোৱাৰাৰ অপৰাধত অৰুণাই তাক গতিয়াই ঘৰৰ বাহিৰ কৰি দিয়ে। বেচেৰা যদু কঁপি কঁপি ৰাস্তাৰ দাঁতিত পৰি থাকে। সমাজ-হিতৈষী অতুলৰ শুশ্ৰূষাত যদু সুস্থ হৈ উঠে আৰু অত্যাচাৰিত হোৱাৰ ভয়ত হাজৰিকাৰ ঘৰলৈ নগৈ অতুলৰ লগতে থাকে। পৰিস্থিতিৰ পাকচক্ৰত সেইজন যদুৱে ৰুগীয়া-নিৰ্যাতিতা অৰুণাক শুশ্ৰূষা কৰি আৰোগ্য কৰে। কৰ্ত্তব্যপৰায়ণতা, নম্ৰতা, সহনশীলতা আদি মানবোচিত গুণ যদুৰ চৰিত্ৰত বৰ্ত্তমান। এহাতে নিয়তিৰ, আনহাতে নৰ পিশাচৰ নিদাৰুণ-নিৰ্যাতনৰ মাজতো একোটি শিশু কেনেদৰে আত্মপ্ৰত্যয়েৰে মানুহৰ দৰে জীয়াই থাকিব পাৰে তাকে দেখুৱাইছে যদুৰ মাজেৰে। এই উপন্যাসখনৰ আন এটি শিশু চৰিত্ৰ হ'ল পুহাৰ পুত্ৰ নবীন। নবীন আকোৰগোজীয়া আৰু অসহিষ্ণু মনৰ গ্ৰাম্য শিশুৰ প্ৰতিভূ। খোৱা-লোৱাত ভালেমান শিশুৰে আসোঁৱাহ দেখা যায়। পোৱাটো নেখাই নোপোৱাটো খাবলৈ হামৰাও কঢ়া শিশু আমাৰ সমাজত বহুত আছে। মাকে বাহী ভাত খাব দিয়াত নবীনেও নেখাই-নবই কান্দোন জুৰিছে। তাক লাগে গাখীৰ। শেষত যেনিবা দেউতাকে পিছদিনা এজনী গাইৰ সৈতে গাখীৰ আনি দিম বোলাতহে শান্ত হয়। নবীনৰ শিশুসুলভ আচৰণে নোমটেঙৰ শিশু কৃষ্ণলৈ আমাক মনত পেলাই দিয়ে। মুহূৰ্ত্তৰ বাবে দেখা দিয়া অতুলৰ ভাই যতীন আন এটি চেমনীয়া চৰিত্ৰ। এই চৰিত্ৰটিৰ বিশ্লেষণী পৰিসৰ তেনেই সীমিত।

**'ভাৰাঘৰ'** উপন্যাসত শিশু চৰিত্ৰ বুলিবলৈ মাথোন একেটি। সেয়া হ'ল— নবীনৰ পুত্ৰ বীৰেন। বীৰেন তেনেই নিশ্চল চৰিত্ৰ। নবীনে বিয়া নকৰোৱা বুলি ভবা সবিতাক বিষ্ময়াভিভূতা কৰিবলৈ যেনিবা এই শিশু চৰিত্ৰটি উপস্থাপন কৰা হৈছে। এই চৰিত্ৰটি নাথাকিলেও কাহিনীৰ গতিত অকণো আউল নালাগিলহেঁতেন।

কথাশিল্পী ডেকাই শিশু চৰিত্ৰক বিস্তাৰিত আৰু হৃদয়স্পৰ্শী ৰূপত অংকণ কৰিছে তেওঁৰ বৃহৎ কলেৱৰৰ উপন্যাস **'এয়েতো জীৱন'** (তিনিটা খণ্ড) আৰু **'জীৱন সংঘাত'**ত। শিশু চৰিত্ৰ ৰূপায়ণৰ

সমস্ত প্ৰতিভা তেওঁ এই দুখনিত উজাৰি দিছে যেন লাগে। 'এয়েতো জীৱন'ত বীৰেন-কুঞ্জৰ নিষ্পাপ ছোৱালী শিশু দুটিক ধৰি মুঠ এঘাৰটা শিশু চৰিত্ৰ আছে। সেই চৰিত্ৰ কেইটি হ'ল— পবন, শেৱালী, অৰ্জুন, জয়চৰন, তৰণী, ৰমেন, বাপুকণ, ৰমেশ, সোণকন আৰু উল্লিখিত নিষ্পাপ শিশু দুটি। প্ৰতিটো চৰিত্ৰই নিজস্ব শিশুসুলভ আচৰণৰ পৰিধিত আৱৰ্ত্তিত। পবন মধুনাথৰ পুত্ৰ আৰু অৰ্জুন বলোৰামৰ ভায়েক। দুয়োজন পৰম বন্ধু। লিখা-পঢ়া ফাঁকি দি হাতত ৰবৰৰ ফান আৰু পেটলুওৰ মোনাত শিলগুটি ভৰাই লৈ অলৌ-তলৌকে লোকৰ বাৰীৰ ফল-মূল খাই আৰু চৰাই চিকাৰ কৰি ঘূৰি ফুৰা গাঁৱলীয়া অঘাইতং ল'ৰাৰ উপযুক্ত প্ৰতিনিধি— এই দুই মহাবীৰ। সিহঁতৰ লক্ষ্য অব্যৰ্থ, দুষ্ট বুদ্ধি প্ৰখৰ। হাতত ফানখন থাকিলে পবন-অৰ্জুনে যমকো জিনিব পাৰে। দুয়োজনে ভীষণ জেদী। সামান্য কথাতে সিহঁতে আনৰ লগত কাজিয়া কৰে, ট্ৰাকৰ আয়না ভাঙে, ড্ৰাইভাৰৰ চকু ফুটায়, পোহনীয়া পাৰ মাঁৰে, আনে মাৰি অনা মাছ-কাটি লৈ যায। এবাৰ পবনে বৰ দেউতাকৰ বাৰীৰ আম চুৰ কৰি খোৱাত বৰ দেউতাকে পবনৰ মাকক কৈ পবনক মাৰ খুৱায়। ফলত পবন খঙত জ্বলি উঠে আৰু প্ৰতিজ্ঞা কৰে--

> "পেট্‌লা জেঠাক মই পেট ফুটাম। সিহঁতৰ মই ছাগলীৰো কান কাটিম, খাহীটোৰো ঠেং ভাঙিম। দোকানৰ কুকুৰটোক এক গুলিত মূৰ ভাঙিম। লৰীৰ গ্লাছখনো ভাঙিম, বাগানৰ সব বস্তু নষ্ট কৰিম।" (১ম খণ্ড, নৱম সংস্কৰণ, পৃ-৩০)

কিছুদিন পিছত সচাঁকৈয়ে উক্ত সকলোবোৰ দুষ্কাৰ্য্যই পবনে নিযাৰিকৈ সমাধা কৰে। এয়াই পবন, অঘাইতং পবন, জিঘাংসু পবন। পবন অসহিষ্ণু মনৰ হলেও, সি গুৰু গোসাই নমনা উৎপতীয়া ল'ৰা নহয়। সতীয়া বাইদেউ হ'লেও সি উমাৰ আগত ভিজা মেকুৰী। উমাৰ প্ৰতি তাৰ শ্ৰদ্ধা অসীম। উমাই বেযা পোৱা কোনো কামেই সি নকৰে, দুষ্ট লোকৰ লগতহে তাৰ দুষ্টালিৰ প্ৰকোপ বাঢে।

'ক্ষণে ৰুষ্ট, ক্ষণে তুষ্ট' পবন চৰিত্ৰৰ মোহত ঔপন্যাসিক নিজে বন্দী হৈ পৰা যেন লাগে। সেয়ে উপন্যাসখনিৰ দ্বিতীয় খণ্ডক বালসুলভ দুষ্টালিৰ জাল ফালি মানৱীয জ্ঞান-বুদ্ধি সমৃদ্ধ কৰি তুলিবলৈ যত্ন কৰে। বন্ধু অৰ্জুনৰ মৃত্যুৱে পবনৰ জীৱনৰ গতিপথ সলনি কৰি দিয়ে। অৰ্জুনে অকাল মৃত্যুক সাৱটি লোৱাৰ আগমুহূৰ্ত্তত পবনক বাটলুগুটি নামাৰিবলৈ আৰু ফানখন পুখুৰীত পেলাই দিবলৈ কোৱা কথা সি আখৰে আখৰে পালন কৰে। আৰু সংকল্প কৰে—"আজিৰ পৰা সি ফান্দ নামাৰে, স্কুললৈ যাব, লেখা পঢ়া মন দি শিকিব' (পৃ ৯০) পবনৰ জ্ঞান চকু মেল খালে। তৃতীয় খণ্ডত দেখা যায় পবনে পঢ়ি শুনি সুশিক্ষিত হৈ 'ফিচফাৰ্ম' খুলি এজন প্ৰতিষ্ঠিত ব্যৱসায়ী হয় আৰু এজন প্ৰকৃত সমাজসেৱকলৈ উত্তৰণ ঘটে। পৰিবেশ-পৰিস্থিতি আৰু সংগদোষত পৰি শিশুসকল অঘাইতং খটাসুৰ হৈয়ো সময়ত যে একোজন ভাল মানুহ হ'ব পাৰিছে, --পবন তাৰেই প্ৰতিভূ। গাঁৱলীয়া দুষ্ট শিশুসকলৰ বাবে 'এক মহৎ প্ৰেৰণা' ৰূপে ঔপন্যাসিকে এই চৰিত্ৰটিৰ অৱতাৰণা কৰা যেন লাগে। আনহাতে অতিপাত কলাসুলভ দুষ্টালিৰ পৰিণাম যে 'মৃত্যু' হ'ব পাৰে সেইকথা ঔপন্যাসিকে প্ৰতিপাদন কৰিছে অৰ্জুনৰ জৰিয়তে। যিজন 'মাৰ গুলী' বুলি কৈ শিলগুটিৰে যাকে তাকে ঘাইল কৰিব পাৰে, সেইজন অৰ্জুনৰ জোঙা শিলগুটিৰ আঘাতত মৃত্যু হোৱা দেখুৱাই ঔপন্যাসিকে "বালীৰ যিপাট সুগ্ৰীৱৰো একেপাট" বুলি উৎপতীয়া সকলক সকীয়ায় দিছে। অকাৰণত চৰাই-চিৰিকটি মাৰি ফুৰা আৰু সামান্য কথাতে অসংযত আচৰণেৰে উদ্ভণ্ডালি কৰি ফুৰা গাঁৱলীয়া ল'ৰাবোৰলৈ অৰ্জুন এক বিৰাট সকীয়নি স্বৰূপ। সম্পূৰ্ণ উদ্দেশ্যধৰ্মিতাৰে এই শিশু চৰিত্ৰ দুটি ঔপন্যাসিকে উপস্থাপন কৰা যেন লাগে। পবন-অৰ্জুনৰ কাৰ্য-কলাপে উপন্যাসৰ কাহিনীৰ আবেদন ভালেখিনি বঢাইছে।

শিশু চৰিত্ৰ হিচাপে পবনৰ ভনী শেৱালীৰ গুৰুত্ব কম। শিশুসুলভ আচৰণ পৰিস্ফুট নহওতে শেৱালীয়ে যৌৱনত ভৰি দিছে। তেনেদৰে জযচৰণ, তৰণী, ৰমেন, সোণকন, ৰমেশ আদি চৰিত্ৰও

তেনেই নিশ্চল চৰিত্ৰ। পবন-অৰ্জুনৰ দুষ্টালিৰ ছবিখন অধিক স্পষ্ট কৰিবলৈ এই চৰিত্ৰ কেইটিৰ উপস্থাপন কৰা হৈছে। 'এয়েতো জীৱন'ৰ আন এটি সজীৱ শিশু চৰিত্ৰ হ'ল উমাৰ পুত্ৰ বাপুকণ। বাপুকণৰ দেউতাক বলোৰামে ঘৰ এৰি কোনো অজান ঠাইত পলাই থকা বাবে সি দেউতাকক পাবলৈ ব্যাকুল। আবুয়েকৰ পিঠিকে হাতী-ঘোঁৰা বনাই উমলি-জামলি থকা বাপুকণক লগৰীয়া বোৰে 'পলৰীয়া ল'ৰা' বুলি জোকায়। তেতিয়া সি দেউতাকক বিচাৰি মাক উমাক বৰ দিগদাৰি কৰে। পূজা বিহুত সি দেউতাকৰ পৰা চোলা-পুতলা, ৰং-ফাকু বিচাৰে। মাক উমাই নানা মিছা কথাৰে তাক শান্ত কৰিবলগীয়া হয়। বাপুকণৰ কথা-কাণ্ডই উমাৰ জীৱনৰ করুণতাক বেছি গভীৰ কৰি তোলে। কাহিনীৰ ট্ৰেজিক আবেদন বঢ়াবলৈ ঔপন্যাসিকে সাৰ্থকভাৱে বাপুকণ চৰিত্ৰৰ সৃষ্টি কৰিছে। শিশু হলেও বাপুকণ কিছুপৰিমাণে গতিশীল চৰিত্ৰ।

'আচল মানুহ' হিতেশ ডেকাৰ আন এখনি সুখপাঠ্য উপন্যাস। এই উপন্যাসখনত চেমনীয়া ৰামচৰণক ধৰি শিশু চৰিত্ৰ আছে স্পষ্ট ৰূপত তিনিটা— অবিনাশ, অবিনাশৰ ভনী আৰু শৰত। অবিনাশ হোটেল ব্যৱসায়ী তেৰাৰীৰ পুত্ৰ। ষষ্ঠ শ্ৰেণীত পঢ়া অবিনাশ শান্ত, অমায়িক, বুদ্ধিমান আৰু হিচাবী। মদন অবিনাশৰ ঘৰুৱা শিক্ষক। তেৰাৰী পত্নী সুশীলাই অবিনাশক পঢ়ুৱাব লাগে বুলি অছিলা দেখুৱাই মদনৰ লগত অবৈধ প্ৰেমত লিপ্ত হ'ব বিচাৰে। অৰ্থাৎ দুঃশ্চৰিত্ৰা সুশীলাৰ প্ৰেম-বাসনা চৰিতাৰ্থ কৰাৰ সুবিধাকন দিবলৈ ঔপন্যাসিকে কৌশলেৰে অবিনাশৰ সৃষ্টি কৰিছে। অবিনাশৰ ভনীজনীৰ উপস্থাপনো অপ্ৰয়োজনীয়। চেমনীয়া ৰামচৰণ জাতত কছাৰী,ব্যৱসায়ত চাইকেল মেকানিক। কামত পটু। নীতি সদাচাৰ মানি চলে। প্ৰপ্ৰাদ কৰি হাত ধুবলৈ সি নাপাহৰে। ৰামচৰন নিঠৰুৱা ভনীয়েক ৰোজৰ একমাত্ৰ সহচৰ। নায়ক মদনক 'কণমামা' বুলি মতা অনিমা আৰু অৰুণ আন দুটি চেমনীয়া ল'ৰা-ছোৱালী। দুয়োজনে বিধবা আৰতিৰ যথাক্ৰমে জীয়েক পুতেক। যদিও উপন্যাসখনত এওঁলোক দুজনৰ বয়স নিৰূপিত হোৱা নাই তথাপি সাঁতোৰ শিকা, গান শিকা, বল খেলা, বেড্‌মিন্টন খেলা আদি কাৰ্যৰ দ্বাৰা এওঁলোক দুয়োজনক চেমনীয়া বুলি ধৰিব পাৰি।

সুঠাম দেহৰ অধিকাৰিণী বেশ্যা দিলাৰাৰ শৈশৱৰ বেদনাময় জীৱনৰ কাহিনীও উপন্যাসখনিত বৰ মৰ্মস্পৰ্শী ৰূপত বিবৃত হৈছে। দিলাৰা নিৰ্যাতিতা চৰিত্ৰৰ প্ৰতিভূ। সত্যপ্ৰভাৰ ভাই শৰত উপন্যাসখনিৰ আন এটি শিশু চৰিত্ৰ। শৰতে চতুৰ্থ শ্ৰেণীত পঢ়ে। কাহিনীৰ গতিদানত এই চৰিত্ৰটিৰ ভূমিকা নাই বুলিলে হয়।

'বৈৰী মানুহ'ত শিশু চৰিত্ৰ বুলিবলৈ মাথোন জেৰিণাৰ ফুলকুমলীয়া সন্তান এটি আছে— নাম তাৰ ইদ্ৰিচ। মাতৃদুগ্ধ পান কৰি থকা ইদ্ৰিচ এটি নিষ্পাপ শিশু।

'জীৱন সংঘাত' উপন্যাসখনৰ শিশু চৰিত্ৰকেইটি লেখত লবলগীয়া। ৰমেন নামৰ শিশু এটিয়ে ভাতৰ লগত মাছ খুজি জিদ্ পতাক উপলক্ষ কৰিয়ে কাহিনীয়ে ঠন ধৰি উঠিছে। আৰু কাহিনীৰ সমাপ্তিও ঘটিছে মহেন নামৰ শিশু চৰিত্ৰটোৰ কাৰ্য কলাপেৰে:

> "জীৱন দাসৰ পুত্ৰ ৰমেনে খাবলৈ বহি বান্ধনী জেঠীয়েকক 'মাছ দে', 'মাছ দে' বুলি চিঞৰি থকাত জেঠীয়েকে খঙতে ৰমেনৰ পিঠিত দিলে এক 'বামচাপৰ'। সি খোৱা পাততে হুৱাওৱাবে কান্দিব ধৰিলে। তাৰ কান্দোনত অতিষ্ঠ হৈ সতীয়া মাক যশোদাই 'মৰ বেটা তোৰ দৰে ল'ৰা মোক নালাগে' বুলি পুনৰ ধাবা-চাপৰ বহুৱালে। খুৰীয়েক যমুনাই ল'ৰাটোৰ অৱস্থা দেখি কোলাত তুলি লৈ বুজাই-বঢ়াই শান্ত কৰে যদিও পুনৰ সি মাকৰ ওচৰলৈ আহিবলৈ ফেপেৰি পাতে। যমুনাই তাক মাকৰ ওচৰত দি যায়। সি মাকৰ আগত ফেকুৰি ফেকুৰি কান্দে। মাকে অতি মৰমেৰে তাক বুকুত সাৱটি ধৰি শুই পৰে আৰু নিজেও কান্দিব ধৰে। মাকৰ কান্দোন শুনি ৰমেনে কয়— "তই কিয় কান্দিছ আই? তই দুখ পাইছ? ......... মই

বৰ দুখ পাইছো পিঠিত। ডাঙৰ আয়ে মাৰিছে, তয়ো মাৰিছ,মই বৰ দুঃখ পাইছো (পৃ-৬)। পুতেকৰ কথাত যশোদাই বেছিকৈ উচুপিব ধৰে আৰু বজাৰৰ পৰা মাছ আনি খুৱাব বুলি অপত্য স্নেহেৰে ৰমেনক জোৰেৰে সাৱটি ধৰে।"

ৰমেন যশোদাৰ সতীয়া ল'ৰা হলেও যশোদাই নিজৰ সন্তান মহেন আৰু ৰত্নাতকৈ ৰমেনক অধিক মৰম-আদৰ কৰে। ৰমেন যশোদাৰ নয়নৰ মণি। ৰমেনেও বৈমাত্ৰেয় ভাই-ভনী হলেও মহেন আৰু ৰত্নাক সহোদৰ ভাই-ভনীৰ দৰে মৰম স্নেহ কৰে। স্বভাৱৰ ফালৰ পৰা ৰমেন অমায়িক, ধৈৰ্যশীল আৰু জ্ঞানী ল'ৰা। বেমাৰী দেউতাকলৈ সি মাছ মাৰি আনে, মাক লোকৰ ঘৰলৈ ধান বানিবলৈ গ'লে সি মহেন-ৰত্নাৰ যত্ন লয়, খৰি লুৰি আনি যতনাই থয়, নিজে উপবাসে থাকি ভাই-ভনী হালক খুৱায়। অভাৱৰ তাড়নাত মাকে কান্দিলে সি কয়— "তই কিয় কান্দিছ আই? আমাৰ ভাইটিক মই কল আনি দিম।" আৰু এদিন চাহ-দোকানত পোন্ধৰ টকীয়া চাকৰ খাটি সি মহেন-ৰত্নাক পঢ়ুৱায়। "মাহীমাকে সতীয়া সন্তানৰ ওপৰত সদায় অত্যাচাৰ চলায়" বুলি যি এটা বদ্ধমূল ধাৰণা সমাজত চলি আহিছে ৰমেন-যশোদাৰ মাজেৰে ঔপন্যাসিক ডেকাই সেই ধাৰণাক প্ৰত্যাহ্বান জনাইছে। সদায় সততাক ধৰি ৰাখিব খোজা ঔপন্যাসিক ডেকাৰ 'মানস পুত্ৰ'— ৰমেন। সেয়ে ৰমেনক নিৰ্জু, মৰমিয়াল, কষ্টসহিষ্ণু, পিতৃ-মাতৃভক্ত, চিন্তাশীল আৰু আদৰ্শবান গুণী-জ্ঞানী শিশুৰ উত্তম প্ৰতিভূৰূপে অংকিত কৰিছে।

দীনতা গ্ৰাম্য-শিশুৰ চিৰ সহচৰ। দীনতাৰ বাবে ৰমেনে ল'ৰালিকালতে কঠিন বাস্তৱৰ মুখা-মুখী হৈ জীৱন আৰু জগতক বুজিব পাৰিছে। ক্ষুধাৰ তাড়নাই তাক আত্মোৎসৰ্গ কৰিবলৈ প্ৰেৰণা দিছে। শিশু ৰমেনৰ যাতনাময় জীৱনে নবেল বঁটা বিজেতা হেমিংৱেৰ **'বুঢ়া মানুহজন আৰু সাগৰ'** উপন্যাসৰ **'ছান্টিয়াগো'** নামৰ বুঢ়াজনলৈ মনত পেলাই দিয়ে। জীৱন-সংগ্ৰামত ভাগৰি নপৰা ছান্টিয়াগো হ'ল এজন বুঢ়া আৰু ৰমেন যেনিবা এটি শিশু। মাক-দেউতকৰ কথামতে 'মেনোলিন' নামৰ ল'ৰাজনে শেষত ছান্টিয়াগোৰ সংগ ত্যাগ কৰি নিজস্বভাৱে ৰোজগাৰ মোকলাইছে; কিন্তু ৰমেনে মাহীমাক আৰু বৈমাত্ৰেয় ভাই-ভনী হালক ত্যাগ কৰা নাই। বৰং চাহ-দোকানত গেবেৰি খাটি পঢ়ুৱাইছে। সঁচা অৰ্থতে ৰমেনে মহান হোৱাৰ পথ সুগম কৰি লৈছে।

এই উপন্যাসখনৰ আন এটি বৈচিত্ৰ্যযুক্ত শিশু চৰিত্ৰ হ'ল মহেন। মহেন যশোদাৰ নিজ-পুত্ৰ। বয়স আঠ বছৰ। দুদিন অনাহাৰত লবেজান হৈ থাকি বাপুৰামৰ দোকানৰ পৰা চাৰিখন বিস্কুট চুৰ কৰি ধৰা পৰে। বাপুৰামে চৰিয়াই মহেনক ধৰাশায়ী কৰে। শেষত যেনিবা মাধৱ পণ্ডিতে সদায় লোকক ঠগি খোৱা দোকানী বাপুৰামকে যুক্তি-বুদ্ধিৰে চোৰ সজায়। পণ্ডিতৰ বুদ্ধি দেখি মহেনে বিস্ময় মানে। সিও ভৱিষ্যতে পণ্ডিত হব বুলি প্ৰতিজ্ঞা কৰে কিন্তু মহেনৰ শিশু মনত এটা কথাই গভীৰ চাপ পেলায়। 'চোৰ কৰা বেয়া' বুলি তাৰ উপলব্ধি হ'ল যদিও বাৰে বাৰে তাৰ মনলৈ আহিব ধৰিলে— ভোকৰ কাৰণে সি বিস্কুট চুৰি কৰিছে; কিন্তু দোকানীয়ে বস্তুৰ ওজনত চুৰ কৰে কিয়! তাৰ মানে সকলো মানুহ চোৰ, বদমাচ, বেয়া। আনৰ দোষ বিচৰা স্বভাৱ এটাই তাৰ মন গহনত শিপালে। ডাঙৰ হ'লে সি বাপুৰাম দোকানীৰ দৰে চোৰ-দালালহঁতক ভাল শিক্ষা দিব। আৰু সঁচাকৈয়ে অলপ দাঙৰ হোৱাত সি সমনীয়া গিৰীশ আৰু নবীনৰ লগ হৈ ৰাইজৰ সুলভ মূল্যৰ চাউল ব্লেকত বিক্ৰী কৰিবলৈ বুলি খেৰৰ মাজত লুকাই থোৱা অৱস্থাৰ পৰা উদ্ধাৰ কৰি বাপুৰামক পুলিচত গতাই দিয়ে।

মহেনে অন্যায়ৰ বিৰুদ্ধে থিয় দিয়াৰ আন এটি কাৰণ আছে। ঠিকাদাৰৰ ল'ৰা হৰেনে সহপাঠী মহেনক এদিন দুপৰীয়াৰ ভাত সাজ খুৱাম বুলি মাতি নিয়ে। কিন্তু হৰেনৰ মাকে মহেনক ভাত দিয়া দূৰৰ কথা দূৰতে বিদূৰ কৰি ভালেমান ভাত কুকুৰক খুউৱা দেখি মহেনৰ নিমাখিত শিশু মনটোৱে বিদ্ৰোহ কৰি উঠে। আনকি হৰেনে ঘৰৰ পৰা মনে মনে নিয়া তিঁয়হটো সি নেখাও বুলি

কয়। কাৰণ, চুৰ কৰা বস্তু সি নেখায়। হৰেনে নিজৰ ঘৰৰ বস্তু চুৰ কৰি নিনি 'নেদেখাকৈ আনিছো' বোলাত সি তিয়ঁহটো গ্ৰহণ কৰে যদিও 'চুৰ কৰা' আৰু 'নেদেখাকৈ নিয়া'ৰ মাজৰ পাৰ্থক্যটো সি বিচাৰি পায়। অভাৱৰ তাড়নাত আৰু সমাজৰ ঠগ-প্ৰৱঞ্চকৰ পালাত পৰি সৰলমনৰ শিশুৱেও কেনেদৰে বিদ্ৰোহ আচৰণ কৰে মহেন তাৰে প্ৰতিভূ। জন্মতে কোনো শিশুৱে দুষ্ট হৈ নজন্মে। পৰিবেশ-পৰিস্থিতি আৰু মানুহৰ নিষ্ঠুৰতাই শিশুসকলক অসৎ কৰ্মত প্ৰবৃত্ত কৰালেও শেষত যে সেই শিশুসকলে সৎ সাহসেৰে অন্যায়ৰ বিৰুদ্ধে থিয় দিব পাৰে তাকে দেখুৱাবলৈ ঔপন্যাসিকে মহেনক ৰূপায়িত কৰিছে। যমুনাৰ ল'ৰা মহেশ আৰু পৰেশ উপন্যাসখনিৰ আন দুটি শিশু চৰিত্ৰ। মাক যমুনাৰ ইটো-সিটো আল-পৈচান ধৰোতে দুয়োৰে কৰ্তব্য শেষ। ঔপন্যাসিকে দুয়োৰে গাত সংসাৰৰ জটিল বতাহ লাগিব দিয়া নাই।

**'নতুন পথ'** ঔপন্যাসিক ডেকাৰ আন এখনি ভিন্নস্বাদৰ উপন্যাস। ইয়াত তিনিটা শিশু চৰিত্ৰ আছে। ৰতনৰ পুত্ৰ বিজয়, ৰমাৰ খুৰীয়েকৰ তিনিবছৰীয়া জীয়েক যামিনী আৰু চেমনীয়া ৰমা। ৰমা ভেকেলাৰ পুত্ৰ। সাতবছৰ বয়সতে বিজয় পিতৃহাৰা হয়। মাকে অশেষ কষ্টেৰে তাক ডাঙৰ-দীঘল কৰে। বিধবাৰ সন্তান হলেও বিজয় নিপোটল চেহেৰাৰ আৰু প্ৰখৰ বুদ্ধিৰ। চতুৰ্থ স্থান লৈ মেট্ৰিক পাছকৰা বিজয় উপন্যাসখনৰ নায়ক হলেও ঔপন্যাসিকে বিজয়ৰ শৈশৱ কালৰ ঘাত-প্ৰতিঘাতৰ ছবিখন গুৰুত্ব সহকাৰে অংকিত নকৰি তেওঁৰ যৌৱনকাল ডোখৰৰ চিত্ৰহে অন্তৰ পৰশা ৰূপত অংকিত কৰিছে। যামিনী স্থিৰ আৰু চেমনীয়া ৰমা কিছু পৰিমাণে গতিশীল যদিও লেখত ল'বলগীয়া বিধৰ নহয়।

**'কাম পত্নী'** উপন্যাসৰ শিশু চৰিত্ৰ প্ৰণৱ ভৱেন কাকতিৰ নুমলীয়া পুতেক এখন্তেকৰ বাবে দেখা দিয়া প্ৰণৱে তাৰ গোঁৱাৰ স্বভাৱৰ পৰিচয় পানী কেচুঁৱাতে দিব পাৰিছে। মাকে যেতিয়া তাক গাখীৰ খুৱাব বিচাৰে তেতিয়া তাক লাগে স্তন পান কৰিবলৈ আৰু মাকে যেতিয়া পিয়াহ খুৱাব খোজে তেতিয়া সি বিচাৰে গাখীৰ। এজন গোঁৱাৰ প্ৰকৃতিৰ শিশুৰ প্ৰতিভূ প্ৰণৱ।

অসমৰ ভাষা আন্দোলনৰ পটভূমিত ৰচিত **'ইতিহাসে সকীয়ায়'** উপন্যাসত মূল কাহিনীৰ লগত সংপৃক্ত এটাও শিশু চৰিত্ৰ নাই। কেৱল ভাষা আন্দোলনৰ ছহিদ সূৰ্য বৰাৰ তিনিমহীয়া পানী কেঁচুৱা এটি আৰু অৰুণ ডেকাৰ নাবালক ভায়েক এটিৰ কথাহে উত্থাপিত হৈছে; চাৰিত্ৰিক বিকাশ নঘটোৱাকৈ এই শিশু দুটিক ৰখা হৈছে।

**'গাঁৱৰ মানুহ'** নামৰ উপন্যাসখনতো মাত্ৰ ইউনিভাৰচিটিৰ বৰদা শৰ্মাৰ কেণ্টিনত কাম কৰা ল'ৰা এটিৰ বাহিৰে আন শিশু চৰিত্ৰ নাই। এই ল'ৰাটোৱে মাথোন এটা চিংৰা আৰু দুটা ৰসগোল্লা গ্ৰাহকক দিয়ে বিজুলী চমকনিৰ দৰে সি কাহিনীৰ মাজৰ পৰা আঁতৰি গৈছে।

হিতেশ ডেকাৰ দুটা কাহিনীৰ একত্ৰিত ৰূপৰ ক্ষুদ্ৰ কলেৱৰৰ আন এখনি উপন্যাস হ'ল— **'প্ৰায়শ্চিত্ত'**। **'প্ৰায়শ্চিত্ত'ৰ** প্ৰথমতে আছে **'প্ৰায়শ্চিত্ত'** শেষৰ ফালে আছে— **'তেন্তে আজি'**। ইয়াৰে প্ৰথমখনৰ শিশু চৰিত্ৰ হ'ল— সুৰেন। প্ৰাথমিক স্কুলৰ ছাত্ৰ সুৰেনে বায়েক ভানুমতীক সিহঁতৰ স্কুললৈ এজন দদায়েকৰ বয়সৰ নতুন পণ্ডিত অহা বুলি জনায়। তাতেই চৰিত্ৰটোৰ কৰ্ম-পৰিসৰ সীমাবদ্ধ থাকে। **'তেন্তে আজি'ত** শিশু চৰিত্ৰ পোৱা যায় তিনিটা। সিহঁত হ'ল— মইনা, মফিজ আৰু ইন্‌স্পেকটৰৰ সাত বছৰীয়া ল'ৰা এজন। মইনা প্ৰাইমাৰী স্কুলৰ ছাত্ৰী। মাধৱ আৰু ৰাবিয়াৰ মাজত চলা প্ৰেম ভাৱনাৰ তাই সাক্ষী-গোপন। মফিজ অতি দৰিদ্ৰ পৰিয়ালৰ ল'ৰা। অৰ্থৰ অভাৱত পঢ়িব নোৱাৰা মফিজক স্কুলত নাম ভৰ্ত্তি কৰি দি ফাঁলি-পুথিৰ যোগান ধৰে মাধৱে। শেষত ৰাবিয়াৰ চেষ্টাত সি স্কুল ইন্‌স্পেকটৰ হয়। এইজন মফিজকে চুৰলৈ ইন্‌স্পেকটৰৰ সাত বছৰীয়া ল'ৰাজনে বাধা দিছিল। ঔপন্যাসিকে মফিজৰ জৰিয়তে অধ্যৱসায়, ৰাবিয়াৰ জৰিয়তে ত্যাগৰ আদৰ্শ আৰু সাতবছৰীয়া ল'ৰাজনৰ জৰিয়তে গোত্ৰ-হিংসাৰ ছবিখন সুন্দৰ ৰূপত ফুটাই তুলিছে।

ঔপন্যাসিক ডেকাই শিশু চৰিত্ৰৰ মনোৰম প্ৰকাশ ঘটাইছে তেওঁৰ শিশু উপন্যাস **'বাঁৰীৰ কোঁৱৰ'**ত। ইয়াত আঠোটা শিশু চৰিত্ৰ আছে। চৰিত্ৰ কেইটি হ'ল— নায়ক বাঁৰীৰ কোঁৱৰ, কনক, মাধৱ, এজনী বুঢ়ীৰ নাতি-নাতিনীয়েক এহাল, গোপাল, কৃষ্ণ, গোপালৰ ভনী পদুমী। বাঁৰীৰ কোঁৱৰ এজনী বিধৱাৰ একমাত্ৰ সন্তান। বিধৱা মাকৰ 'বুকুৰ জিউ' বাবে সকলোৱে তাক 'বাৰীৰ কোঁৱৰ' বুলি মাতে। বাঁৰী-দুখুনীৰ ল'ৰা হলেও বাঁৰীৰ কোঁৱৰ সাহসী, বলী, পৰোপকাৰী আৰু উপস্থিত বুদ্ধি সম্পন্ন ল'ৰা। অনাহকত কাজিয়া-পেচাল কৰি ফুৰা স্বভাৱ তাৰ নাই। সি কাজিয়া কৰে দুটা কাৰণত— ১। লগৰ ল'ৰাই তাক বাঁৰীৰ কোঁৱৰ গাহৰিৰ চোঁৱৰ বুলি জোকালে। ২। অইনে অইনে কাজিয়া কৰি কোনোবা জন ধৰাশায়ী হৈ মৃতপ্ৰায় হ'লে। আন সকলো পৰিস্থিতিতে সি শান্ত, পৰোপকাৰী, মিতভাষী। গ্ৰাম্য পৰিবেশত থাকি সি ঠেহ-ভেম, দোষ-দুষ্টালী কৰিলেও গাঁৱৰ আন দহজন শিশুৰ দুষ্টালীৰ লগত তাৰ দুষ্টালী নিমিলে। বাঁৰীৰ কোঁৱৰে যিখিনি দুষ্টালী কৰে সেই দুষ্টালীৰ মাজত নিহিত থাকে এটি গঠনমূলক চিন্তা আৰু আদৰ্শৰ কলি।

কনক নামৰ লগৰীয়াজনে তাক 'বাঁৰীৰ কোঁৱৰ, গাহৰীৰ চোঁৱৰ' বুলি জোকোৱাৰ পৰাই তাৰ দুষ্টালী আৰম্ভ হয়। যিমান শান্ত-শিষ্ট নহওক শিশুক জোকালে তাৰ খং উঠাই স্বাভাৱিক। বাঁৰীৰ কোঁৱৰেও খঙত কনকক এটা ক্ৰাণতলীয়া চৰ বহুৱায়। মাধৱ প্ৰমুখ্যে ওচৰত হাউ খেলি থকা ল'ৰাবোৰে তাক মাৰিবলৈ খেদাত সি একমুঠি বালি সিহঁতৰ চকুত মাৰি কোনোমতে ঘৰ পাই মাকক কথাবোৰ কয়। মাকে গোঁসাই সেৱা কৰি থকাত তাৰ কথাৰ উত্তৰ নিদিয়াত সি খঙতে মাকৰ পিতলৰ কৃষ্ণ মূৰ্ত্তিটোকে জানৰ পানীত পেলাই দিয়ে। মাকে ওচৰ-চুবুৰীয়া সকলৰ সহায়তো মূৰ্ত্তিটো বচাব নোৱাৰি হিয়াধুনি কান্দিবলৈ ধৰে। বাঁৰীৰ কোঁৱৰক সকলোৱে কুবাক্য বুলিলে। দুখে-শোকে মাক ঘৰলৈ আহি ভাত পানী বনায় পুতেকলৈ বৈ থাকে। ইফালে টেঙৰ বাঁৰীৰ কোঁৱৰে জানৰ ঘাটত এজনী বুঢ়ীক এটি চাউলৰ টোপোলা আৰু কণমানি নাতিনীযেকজনীৰ সৈতে নাৱেৰে ঘাট পাৰ কৰাই বুঢ়ীক ঘৰত থৈ বুঢ়ীৰ ঘৰতে দুপৰীয়াৰ ভাত সাজ খাই নিজৰ ঘৰৰ কাষৰ আম গছ জোপাত উঠি মাকৰ ৰং চাই থাকে। একমাত্ৰ পুত্ৰ জানৰ পানীত পৰি মৰিল বুলি ভাবি মাক মূৰ্চা যায়। চুবুৰীয়া এজনে ডাক্তৰ আনি সুস্থ কৰে। সকলো দেখিও বাঁৰীৰ কোঁৱৰে গছত বহি থাকে। মাকে জ্ঞান পাই—

> "মোৰ কলিজা, মোৰ জিউধন....... এবাৰ মাত দে" বোলাত সি গছৰ পৰা মাত দি কয়— "এতিয়া যে জিউধন বুলিছা? তই শপত খাই ক চোন মোক গালি নাপাৰিম বুলি। আৰু ক মোক লাগে নে পিতলৰ গোঁসাইক লাগে? আগে ক তাৰ পিছতহে নামিম।" মাকে উপায়ন্তৰ হৈ কয়— "দুয়োকো লাগে, তয়ো মোৰ গোঁসাই নামি আহ।" সি নামি আহি মাকৰ আদেশ মতে ৰাইজক সেৱা কৰে।

বাঁৰীৰ কোঁৱৰৰ উপস্থিত বুদ্ধি দেখিলে তবধ মানিব লাগে। গোঁসাই মৰেনে নমৰে নজনা অবোধ শিশুটোৱে বুঢ়ীৰ আশীৰ্বাদ আৰু ডাক্তৰৰ উপদেশ শুনি কেইদিনমানৰ ভিতৰতে পঢ়ি শুনি শ্ৰেণীত প্ৰথম হয়, খেলা-ধূলা-সাঁতোৰা, নাও বোৱা, বাগিচাৰ কাম কৰা, কৌশলেৰে সাপ ধৰা আদি সকলো ফালে পাকৈত হৈ উঠে। গোপালৰ দেউতাকে কৃষ্ণৰ দেউতাকক ডিঙিত চেপি ধৰাত বাঁৰীৰ কোঁৱৰে টেঙাৰ কাঁইটেৰে গোপালৰ দেউতাকৰ উৰু ফুটাই কৃষ্ণৰ দেউতাকক ৰক্ষা কৰে। বাঁৰীৰ কোঁৱৰৰ শিক্ষা হ'ল— "আমি কাৰো অপকাৰ নকৰো, পাৰিলে উপকাৰহে কৰিম, আমাক অবিশ্বাস কৰিব নালাগে।" বাঁৰীৰ কোঁৱৰ বাহিৰত দুৰন্ত ভিতৰত শান্ত। সাহস আৰু পৰোপকাৰে যিজন শিশুৰ জীৱনৰ ব্ৰত— তেৱেঁই বাঁৰীৰ কোঁৱৰ। নিজ চেষ্টাৰে যে মহৎ আদৰ্শৰ অধিকাৰী হ'ব পাৰি আৰু সেই আদৰ্শ যে শিশু কালতে নিজ চেষ্টাৰে ৰোপিত কৰিব পাৰি— বাঁৰীৰ কোঁৱৰ তাৰ জ্বলন্ত প্ৰমাণ।

গাঁৱৰ পৰিবেশত সৃষ্টিশীল দুষ্টালীৰে শৈশৱ অতিবাহিত কৰা ঔপন্যাসিক ডেকাই বাঁৰীৰ কোনবাৰ ৰূপত বিচৰণ কৰা যেন লাগে। কনক, মাধৱ, গোপাল, কৃষ্ণ, পদুমী আদি আন শিশু চৰিত্ৰ কেইটিৰ বিশেষ ভূমিকা নাই। কনক-মাধৱে বাঁৰীৰ কোঁৱৰক জোকায় আৰু মাৰিব আহে। গোপাল-কৃষ্ণ উভয়ে বল খেলাক লৈ দবৰা-দবৰি কৰে। ইহঁতৰ কাজিয়া বাঁৰীৰ কোঁৱৰে ভাঙি দিয়ে। পদুমী গোপালৰ ভনী — তেনেই নিষ্ক্ৰিয় চৰিত্ৰ। বুঢ়ীৰ নাতি-নাতিনী হালৰ উল্লেখ মাথোন হৈছে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায়, হিতেশ ডেকাৰ প্ৰায় আটাইবোৰ উপন্যাসতে বিভিন্ন প্ৰকৃতিৰ শিশু চৰিত্ৰৰ সাৰ্থক ৰূপায়ণ ঘটিছে আৰু ইবোৰে ডেকাৰ শিশু মনস্তত্ত্ব সম্পৰ্কে থকা গভীৰ জ্ঞানৰ মুক্ত প্ৰকাশ ঘটাইছে।



# হিতেশ ডেকাৰ উপন্যাসত পৰম্পৰা আৰু আধুনিকতা

নীল শৰ্মা

প্ৰথিতযশা বিদেশী কবি এজনাই প্ৰসংগক্ৰমে কৈছিল যে 'বিদ্ৰোহবিহীন জীৱন হ'ল ফুল-ফলহীন বসন্ত কাল সদৃশ।' কথাষাৰে আমাৰ মনত দোলা দি যায়। কিয়নো, স্থিতাৱস্থাক চকু মুদি বাঃহ বাঃহ কৰা সকলে প্ৰকৃত মৌলিক চিন্তা সৃষ্টিৰ কথা বাদেই প্ৰতিনিয়ত সামাজিক সম্পৰ্ক সমূহৰ বিন্যাস বা দ্বন্দ্বাত্মক দিশৰ বিচাৰ সন্দৰ্ভতো এন্ধাৰতে খেপিয়াই থাকিবলৈ বাধ্য হয়। বিদ্ৰোহ মানে স্থিতাৱস্থাৰ কাৰ্য কাৰণ সম্পৰ্কে যথোচিত সংশয় প্ৰকাশ আৰু ইতিবাচক বিকাশ ধাৰাৰ সপক্ষে অকুণ্ঠ সমৰ্থন দান। গ্ৰাম্য জীৱনৰ পৃটভূমিপুষ্ট হিতেশ ডেকাৰ উপন্যাস সম্ভাৰৰ মাজত উক্ত ধাৰাৰ বিদ্ৰোহাত্মক মনোভংগী বিদ্যমান। অৱশ্যে স্বীকাৰ্য যে দুখনমান উপন্যাসৰ কাহিনীসজ্জা তুলনাত্মকভাৱে সুসংহত নহয়, হয়তোবা চৰিত্ৰৰ দ্বাৰা প্ৰক্ষেপিত সংলাপ মাত্ৰাধিক বক্তৃতাধৰ্মী গুণেৰে বিধৌত যিয়ে প্ৰকাশিতব্য স্বাভাৱিক সৌন্দৰ্য ৰেখাক কিছুমাত্ৰাত ম্লান কৰি তুলিছে, তথাপি সাৰ্বিক দৃষ্টিত উপন্যাস সমগ্ৰৰ মাধ্যমত উদ্ভাসিত মানৱতাবাদৰ সুৰভিয়ে সেই ত্ৰুটি সমূহৰ এক আচ্ছাদন সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

প্ৰয়াত ডেকাৰ উপন্যাস সম্ভাৰৰ মাজত পৰম্পৰা আৰু আধুনিক মনোভংগীৰ সমল সন্ধানৰ দোকমোকালিতে উক্ত কথাখিনিৰ পাতনি মেলাৰ যুক্তি হ'ল উপন্যাসকে ধৰি যি কোনো সাহিত্য কৰ্মৰ সৃষ্টি প্ৰেৰণাৰ জুমুঠি হৈছে লিখকৰ ব্যক্তিগত জীৱন বীক্ষা অনুসৃত দৃষ্টিভংগী, আয়ত্তিত অভিজ্ঞতাৰ সাৰমৰ্ম আৰু মানস দিগন্তত বিচৰণ কৰা আহ্লাদসূচক অথবা যন্ত্ৰণাণাময় অলেখ চিত্ৰকল্পৰ বৰ্ণাঢ্য সমাৱেশ। ডেকাৰ সৃষ্টিকৰ্মৰ মাজতো তদ্‌কালীন সমাজৰ সমস্যা, সংঘাত, সমৃদ্ধি বা সংহতিৰ প্ৰভাৱ প্ৰস্ফুটিত; প্ৰতিভাসিত তেখেতৰ ন্যায় প্ৰত্যাশী সমাজ বীক্ষণৰ আকাংক্ষা-ধ্বনি। সাম্যবাদী দৰ্শনৰ বৈজ্ঞানিক ধাৰাৰ স'তে প্ৰগাঢ় চিনাকিৰ অনুপস্থিতি অবিহনেও ডেকাৰ মন প্ৰাণ সৰ্বদা সমাজৰ নিৰ্যাতিত আৰু নিষ্পেষিত শ্ৰেণীৰ সপক্ষেই আছিল এই সন্দৰ্ভত কোনো সন্দেহ নাই। সাধাৰণ লোকৰ সুখ-দুখ, স্বপ্ন আৰু স্বপ্নভংগৰ বেদনা ইত্যাদিয়েই হ'ল তেখেতৰ লিখনীৰ পথৰ পাথেয়।

পৰম্পৰাগত মূল্যবোধৰ প্ৰতি অহেতুক অন্ধ প্ৰীতি আৰু আধুনিকতাৰ নামত অপ্ৰত্যাশিত অনুশাসনহীনতা এই দুয়োটা দিশৰ প্ৰতি ঔপন্যাসিক সচেতন আছিল। **'মাটি কাৰ'** শীৰ্ষক উপন্যাসখনিৰ মাজত প্ৰস্ফুটিত মনোভংগীয়েই ইয়াৰ সাৰ্থক পৰিচায়ক। সামন্তীয় প্ৰভুত্ব, দম্ভ আৰু নিৰ্যাতনৰ বিৰুদ্ধে অবিৰত সংগ্ৰামৰ পুৰোধা চৰিত্ৰ অতুলৰ কৰ্ম-কাণ্ড তথা বক্তব্যৰ মাজেদি আধুনিক মনৰ, যুক্তিশীল আৰু উদ্দীপনাময় জীৱনবোধৰ উন্মেষ ঘটোৱা হৈছে। উদাহৰণ ৰূপে :

'অতুল - মই ভাবোঁ খেতি যাৰ মাটি তাৰ।

হাজৰিকা - আৰু মই যদি কওঁ কাচি যাৰ ধান তাৰ তেতিয়া?

অতুল - খেতি নকৰাকৈ ধান কাটিব যোৱাটো ডকাইতি।

হাজৰিকা - পট্টা নোহোৱাকৈ খেতি কৰিবলৈ যোৱাটোও ডকাইতি। তেন্তে?

অতুল - মই স্বীকাৰ কৰোঁ যে, পট্টা যাৰ মাটি তাৰ হ'ব লাগে; কিন্তু এইটোও ঠিক যে, খেতি যাৰ পট্টাও তাৰ হে হ'ব লাগে।'

ভূস্বামী হাজৰিকা পৰম্পৰাগত সামন্তীয় মূল্যবোধেৰে পৰিচালিত আৰু ৰাষ্ট্ৰযন্ত্ৰৰ সমৰ্থনপুষ্ট এক প্ৰতিক্ৰিয়াশীল চৰিত্ৰ, যাৰ অপাৰ বিত্ত আছে কিন্তু অন্তৰৰ বৈভৱ নাই।

সকলোতে নহলেও আমাৰ সামাজিক পৰম্পৰাত আবিয়ৈ গাভৰু ছোৱালীৰ হাতে ৰন্ধা বঢ়া খোৱা অনুচিত বুলি গণ্য কৰা হয়। তেখেতৰ অন্যতম উপন্যাস 'আজিৰ মানুহ'ৰ এটি চৰিত্ৰৰ মুখেদি উক্ত মূল্যবোধক সামাজিক ৰীতি প্ৰমূল্যৰ দৃষ্টিকোণৰ পৰা উৎথাপিত হৈছে এইদৰে 'ডাঙৰ বোপাই জানো তাইৰ ৰন্ধা ভাত খাব? ডাঙৰ ছোৱালী তাই, কেনেকৈ ভাত দিব? লোকে বেয়া বুলিব নহয়।' পৰম্পৰাৰ মূল্যমানৰ প্ৰতি সজাগ কাৰণেই ঔপন্যাসিকে উক্ত প্ৰসংগক কথাবস্তুৰ মাজত স্বাভাৱিক ধৰণে সন্নিবিষ্ট কৰিছে। অৱশ্যে, তেখেতৰ মানস জগত অযুক্তিকৰ পৰম্পৰাৰ ৰীতিয়ে আচ্ছন্ন কৰি ৰখা নাই বাবেই পৰৱৰ্তী স্তৰতে আন এটি চৰিত্ৰ প্ৰতাপৰ মুখেদি ব্যক্ত কৰোৱাইছে: 'তাৰ বাবে চিন্তা নাই আই, হোটেলত উড়ীয়া ৰান্ধনিৰ ৰন্ধা খোৱাতকৈ নিজৰ সম্বন্ধীয় ডাঙৰ ছোৱালীৰ ৰন্ধা খোৱা বেছি দোষণীয় বুলি মই নাভাবো।' প্ৰতাপ 'আজিৰ মানুহ'ৰ ক্ৰিয়ণক তথা প্ৰগতিবাদী চৰিত্ৰ, গতিকে মুখত উক্ত ধৰণৰ বক্তব্য প্ৰকাশেই অতি স্বাভাৱিক।

সাধাৰণতে পৰম্পৰাগত বুলিলে 'যি আছে আৰু যি ৰূপে আছে' তাকেই বিনা প্ৰশ্নে বা প্ৰতিবাদে মানি লোৱাকে সূচায়। কোনো ধৰণৰ ওজৰ আপত্তি বা যুক্তি তৰ্কৰ স্থান ইয়াত নাই। এই দৃষ্টিকোণৰ পৰা লক্ষ্য কৰিলে সামাজিক বৈষম্যৰ মূল কাৰণ অৰ্থনৈতিক শোষণ, নিৰ্যাতন বা সমাজ গাঁঠনিয়ে জাপি দিয়া নিৰ্মম দাৰিদ্ৰ আদি হয় 'পূৰ্বজন্মৰ কৰ্মফল' অথবা 'পৰম পিতাৰ ইচ্ছা' বুলি নিৰুদ্বেগভাৱে মানি লব লাগে। ঔপন্যাসিকে এনে সংঘটনক বা অৱস্থাক পৰ জনমৰ ফলৰূপে গ্ৰহণ নকৰি এই ধৰণৰ সামন্তীয় মূল্যবোধৰ বিৰুদ্ধে 'আজিৰ মানুহ'তে জেহাদ ঘোষণা কৰি কৈছে

> 'শিল্প বাণিজ্যই কাৰ বাবে ধনোৎপাদন কৰিব আৰু পৃথিৱীয়ে কাৰ বাবে শস্য দিব, তাক আমি স্থিৰ কৰিব লাগিব। আজি পৃথিৱীৰ পৰা যিমান প্ৰচুৰ শস্য উৎপাদন হয়, সি কৃষকৰ ৰোগৰ বাবে নহয়। শিল্প আৰু কল কাৰখানাৰ দ্বাৰা যি ধন্যেৎপাদন হয়, সি শ্ৰমিকৰ ভোগৰ বাবে নহয়, শিল্পৰ প্ৰধান উদ্দেশ্যই লাখপতি সৃষ্টি কৰা। শস্য যিমানেই বেছি নহওক, ভগা খেৰীঘৰৰ অন্ধকাৰ কোঠালি আৰু কৃষক শ্ৰমিকৰ নগ্ন মূৰ্ত্তিয়ে বৃটিছ সাম্ৰাজ্যবাদ আৰু আমাৰ সমাজ ব্যৱস্থাৰ প্ৰকৃত মহিমা কীৰ্ত্তন কৰিছে।'

অৱধাৰিতভাৱে এই জেহাদ ৰক্তক্ষয়ী পুঁজিবাদ আৰু সামন্তবাদৰ বিৰুদ্ধে, এই জেহাদ পৰম্পৰাগত অৱক্ষয়ী মূল্যবোধৰ ধ্বজাবাহী প্ৰতিক্ৰিয়াশীল চক্ৰৰ বিৰুদ্ধে, যিয়ে সমাজ জীৱনৰ সুষম বিকাশক নানান কূটকৌশলৰ জৰিয়তে পংগু কৰি তুলিছে। সেয়েহে এই উপন্যাস খনিতে প্ৰতাপে আন এঠাইত কবলৈ কুণ্ঠাবোধ কৰা নাই :

> 'আজিৰ মানুহে বিচাৰে যিয়ে তেওঁলোকক বাচি থকা অধিকাৰৰ পৰা বঞ্চিত কৰিছে, সিহঁতৰ বিৰুদ্ধে সংঘবদ্ধভাৱে অভিযান চলাবলৈ আৰু সেই অভিযানত পিচত চুচৰি বাগৰি যোৱা মই এজন সামান্য সৈনিক। মোৰ দৰে হাজাৰ হাজাৰ ডেকা লৰাই এই অভিযানৰ আগুৱাই যাব। যি বীজ মই বপন কৰিছো, সেই বীজে এদিন ফুলে ফলে জাতিষ্কাৰ হৈ উঠিব।'

সঁচাকৈয়ে এই বলিষ্ঠ অভিপ্ৰায়ৰ আঁৰতেই নিহিত হৈ আছে প্ৰকৃত আধুনিক চিন্তাৰ ৰক্তবীজ। তদুপৰি প্ৰতাপৰ বক্তব্যত পৰিস্ফুট হৈ উঠিছে সামূহিক দায়িত্ববোধৰ প্ৰয়োজনীয়তা আৰু সংগ্ৰামৰ ধাৰাবাহিকতা ৰক্ষাৰ অমোঘ ইংগিত, যি সমাজ উত্তৰণ প্ৰক্ৰিয়াৰ এক অপৰিহাৰ্য চৰ্ত। জীয়াই থকাৰ তাগিদাত আৰু নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ মানুহে যুগে যুগে পৰম্পৰা ভংগ কৰি সংগ্ৰাম কৰিবলৈ বাধ্য হৈছে। আৰু তাৎপৰ্যপূৰ্ণভাৱে ইও এক পৰম্পৰাই হৈ পৰিছে।

ধৰ্ম হ'ল সমাজ জীৱনৰ পৰম্পৰাগত আচাৰ-ৰীতি আৰু মনোভংগী প্ৰকাশৰ শক্তিশালী সংবাহক। মানুহৰ সাংস্কৃতিক মূল্যমান নিৰ্ধাৰণৰ ক্ষেত্ৰটো ধৰ্মীয় চেতনাই এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। কিন্তু ধৰ্মীয় গোড়ামীয়ে মানসিক দিগন্ত যে সংকীৰ্ণ কৰি তোলে তাত সন্দেহৰ কোনো অৱকাশ নাই। সংকীৰ্ণ ধৰ্মীয় চেতনাৰ পৰা ঔপন্যাসিক ডেকা মুক্ত, সেয়েহে তেখেতৰ প্ৰায়কেইখন গ্ৰন্থতেই ধৰ্মীয় সহিষ্ণুতা আৰু উদাৰ মানৱতাবাদৰ স্বাক্ষৰ আমি দেখিবলৈ পাওঁহক। তেখেতে যুক্তি আৰু দৃষ্টান্ত সহকাৰে মানুহৰ প্ৰকৃত ধৰ্ম সহ্য, সংবেদনশীলতা বা কৰণীয় অকৰণীয় সম্পৰ্কে চৰিত্ৰ সমূহৰ মুখেদি ব্যক্ত কৰোৱাইছে। ধৰ্ম সম্পৰ্কে তেখেতৰ মনোভংগী স্পষ্ট। হিন্দু বা ইছলাম, বৌদ্ধ বা খ্ৰীষ্টান আদি ধৰ্মীয় সম্প্ৰদায়হে, প্ৰকৃত ধৰ্ম হ'ল মানব ধৰ্ম, যি সকলোকে অন্তৰেৰে আদৰি লব পাৰে। এই চেতনাক তুলি ধৰিবলৈ ঔপন্যাসিকে সততে প্ৰয়াস কৰিছে। শানিত ব্যংগ সহকাৰে তেখেতে তেখেতৰ 'আচল মানুহ'ত কৈছে

> 'হিন্দু ধৰ্ম ইমান ঠুনুকা নহয় যে কৰবাত কাৰবাৰ হাতে কিবা খালে বা কিবা কৰিলে ভাঙি পৰিব। ই বৰ টান। এবাৰ হিন্দু হৈ জন্মিলে আৰু হিন্দুত্ব নাযায়। হিন্দু ধৰ্মৰ এয়ে সুবিধা যে হিন্দুৰ ঘৰত জন্মিলেই হিন্দু হোৱা যায় আৰু এবাৰ এই জন্ম পালে পুনৰ হেৰুবাৰ ভয় নাই, কেৱল ব্ৰাহ্মণক কেইৰ্ধেনুমান পৰাচিতৰ পইচা দিলেই খতম।'

এই ধৰণৰ মনোভংগী বা ব্যাখ্যাই কি ধৰণৰ মানসিকতাত বিশ্বাসী হ'লে কোৱা সম্ভব সেই সম্পৰ্কে কোৱাৰ নিশ্চয় প্ৰয়োজন নাই। অনিবাৰ্যভাৱে ই প্ৰগতিবাদী চিন্তাৰেই ইংগিত বাহক।

বিধবাৰ জীৱন পৰিক্ৰমা সহজ নহয়, বিশেষকৈ উচ্চ বৰ্ণৰ সামাজিক পৰিপ্ৰেক্ষাত ই কঠোৰ অনুশাসনযুক্ত। খাদ্য, পোছাক, ব্ৰত পালন আদিকে ধৰি অনেক ক্ষেত্ৰত বিধৱা সকল স্ব ইচ্ছাৰ বিৰুদ্ধে হ'লেও কঠোৰ নিয়ম পালন কৰিব লগীয়াত পৰে। বিশেষকৈ কম বয়সতে বিধবা হোৱা মহিলাই জীৱন যৌৱনৰ স্বাভাবিক প্ৰবৃত্তিক বলপূৰ্বক দমন কৰি হলেও 'সতী' আৰু 'পতিব্ৰতা'ৰ ভূমিকা পালন কৰিবলৈ বাধ্য কৰোৱা হয়। ইয়াৰ মাত্ৰা বহুসময়তে অমানুষিক বুলিব পাৰি। বিধৱাসকলক বহু সমাজত 'অন্য গ্ৰহৰ জীৱ' সদৃশ ব্যৱহাৰ কৰি আনকি সামাজিক মংগলসূচক অনুষ্ঠানত অংশ গ্ৰহণৰ পৰাও বিৰত ৰাখি মানসিক যন্ত্ৰণা দিয়া সাধাৰণতে পৰিলক্ষিত হয। অথচ পৰম্পৰাৰ দৃষ্টিৰে এই অনুশাসন ভংগ কৰিলে 'মহাপাপী' বা 'নাৰকী' আখ্যা দিয়া সাধাৰণ কথা। এনে অমানুষিক ব্যৱস্থা আৰু মনোভংগীৰ প্ৰতিকূলে যুক্তিযুক্ত ভাৱেই ঔপন্যাসিকে স্ব প্ৰতিক্ৰিয়া ব্যক্ত কৰিছে। প্ৰসংগক্ৰমে 'এয়েতো জীৱন'ত কৈছে 'বিধৱাক বিয়া কৰালে বেছি জুলুম নাই। বিয়া মানেনো কি? বিয়া মানে সমাজৰ নিয়ম শৃংখলা ৰক্ষা কৰি আনুষ্ঠানিকভাৱে দুইজন স্ত্ৰীপুৰুষৰ মিলন হোৱা।' সামাজিক অযুক্তিকৰ প্ৰথাৰ বিৰুদ্ধাচৰন কৰি এইদৰে মুকলি ভাবে বিধৱা বিবাহৰ সপক্ষে ওকালতি কৰা কাৰ্য সামাজিক সংস্কাৰৰ দৃষ্টিকোণৰ পৰা অতি গুৰুত্বপূৰ্ণ আৰু একে সময়তে প্ৰকৃত আধুনিক মনৰো ই পৰিচায়ক।

ডেকাৰ অন্যতম সফল উপন্যাস 'ভাৰাঘৰ' ৰ কাহিনী ভাগৰ মাজতো আমি পৰম্পৰা আৰু আধুনিক চিন্তাৰ মাজৰ দ্বন্দ্ব বহুমাত্ৰাত আৱিস্কাৰ কৰিব পাৰো। উপন্যাসখনিৰ কাহিনীৰ গতিপথ মূলতঃ প্ৰেম প্ৰণয়ৰ ৰক্তাভ গোলাপেৰে সজ্জিত বা ব্যক্তিগত জীৱনৰ হা-হুতাশৰেই ই দোৰোল খাই পৰিছে, তাৰ মাজতেই সামাজিক সমস্যা আৰু প্ৰমূল্যৰ সংকট নোহোৱা নহয়। উপন্যাসখনিৰ অন্যতম চালিকা চৰিত্ৰ শৰতৰ মনন আচৰণৰ মাজতে আলিদোমোজাৰ বিমূৰ্ত্তা পূৰ্ণমাত্ৰাত পৰিলক্ষিত। ঠিকাদাৰ তথা সুযোগসন্ধানী দেউতাকৰ একমাত্ৰ আৰু অনুগত পুত্ৰ শৰতে কলেজীয়া জীৱনতে প্ৰণয়সূত্ৰে আবদ্ধ হোৱা সবিতাক বিয়া কৰাবলৈ একাগ্ৰ বাসনা প্ৰকাশৰ মূৰকতো পণৰ প্ৰশ্নক লৈ মতানৈক্য হোৱা নিজৰ আকোঁৰগোজ দেউতাক আৰু সবিতাৰ দেউতাকৰ মাজত হোৱা শীতল যুঁজত প্ৰাৰম্ভতে

দেউতাকৰ পক্ষকে লোৱাত প্ৰেমাস্পদৰ লগত বিচ্ছেদৰ উপক্ৰম ঘটে। এফালে সবিতাৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণ আৰু আনফালে দেউতাকৰ পণধনক লৈ প্ৰকাশিত আকোঁৰগোজ মনোবৃত্তিৰ চাকনৈয়াত বিপৰ্যস্ত শৰতে সতীৰ্থ নবীনৰ তৎপৰতা আৰু বুজনিত দৃঢ়তা লাভ কৰি পৰিশেষত প্ৰেমৰ নৌকা সবিতাৰ হৃদয় ঘাটতেই বান্ধিবলৈ সক্ষম হয়। ঘটনা প্ৰবাহৰ মাজত নবীনে পৰম্পৰাৰ মূল্যবোধেৰে প্লাবিত আৰু আপাতত সৰল চৰিত্ৰৰ শৰতক সকীয়াই এই বুলি 'পিতাৰাই কিন্তু বৰ ভাল কৰা বুলি মোৰ মনে নধৰে। তোৰ জীৱনটোৰ মূল্য টকা পইচাৰ দ্বাৰা নিৰ্ণয় কৰিবলৈ যোৱাটো একো ভাল হোৱা নাই।' এই বুজনিত বাপেকৰ দৃষ্টিভংগী মানবীয় নহয় বুলি বুজি পালে দেউতাকৰ কথাৰ ওপৰত মাত মাতিব নোখোজা, পৰম্পৰাৰ ৰীতি মনা দ্বিধাগ্ৰস্ত শৰতৰ প্ৰশ্ন 'সেইটো ভালো। মই বাৰু এতিয়া কি কৰোঁ?' অৱশ্যে এনেধৰনৰ দ্বন্দ্বৰ মাজতেই স্বাভাৱিক ভাৱে শৰতৰ উত্তৰণ ঘটিছে।

'আচল মানুহ' মদনৰ চৰিত্ৰত প্ৰকাশ পাইছে পৰম্পৰাৰ সকলো ৰীতিক উপহাস কৰি নিজে নিৰ্বিচাৰে উপভোগ কৰাৰ অভিপ্ৰায়। সামাজিক সকলো ৰীতি বা মূল্যবোধ যে সমাজৰ বাবে সৰ্বদা ইতিবাচক নহব পাৰে তাকে উপন্যাসখনৰ মাধ্যমত প্ৰতিপন্ন কৰিব বিচৰা হৈছে। অৱশ্যে মদন আৰু নিজ খুড়াকৰ কন্যা দীপালীৰ অবাধ যৌন সম্ভোগৰ বাৰ্তাই আত্মানুশাসনৰ অভাৱহে সূচাইছে।

পৰম্পৰাগত সকলো প্ৰমূলাই সামাজিক বন্ধন আৰু কল্যাণৰস্বাৰ্থত ইতিবাচক বা সামাজিক বিকাশৰ হেতু এইবোৰ নেতিবাচক এনেকুৱা কোনো ধৰাবন্ধা কথা নাই। একেদৰে আধুনিক মূল্যবোধ সমূহো বিনাবিচাৰে সামাজিক দিশত গ্ৰহণীয় বুলি দাবি কৰিব নোৱাৰি। আচলতে শ্ৰেণীবিন্যস্ত প্ৰমূল্যৰ প্ৰযোগিক ক্ষেত্ৰতো শ্ৰেণীস্বাৰ্থ প্ৰসংগ আহি পৰে। ঔপন্যাসিক ডেকাৰ লিখনীত শ্ৰেণীঘৃণা আছে, কিন্তু শ্ৰেণীদ্বন্দ্বৰ বৈৰী আৰু অবৈৰী মূলক দিশ সম্পৰ্কে নিৰ্দ্দেশনা স্পষ্ট নহয়।

ঐতিহাসিক বিচাৰত অসমৰ গাঁওলীয়া সমাজ তথা সাধাৰণ মানুহৰ আকাংক্ষাৰ ৰূপদানত নিৰলস প্ৰচেষ্টাৰ পুৰোধা ঔপন্যাসিক হিতেশ ডেকা মানৱতাবাদী লিখক ৰূপে সাহিত্যৰ পাঠক সমাজত জীয়াই থাকিব। সামাজিক উত্তৰণৰ ইংগিতবাহী উপন্যাস সম্ভাৰৰ মাজতেই ডেকাক বিচাৰি পাম আৰু এয়েই ঔপন্যাসিকৰো জনপ্ৰিয়তাৰ সাঁচাৰকাঠি।



# হিতেশ ডেকাৰ 'আজিৰ মানুহ'ৰ আঁৰৰ কথা

প্ৰসন্ন কুমাৰ ডেকা

১৯৫০ চনৰ মে' মাহ। সৰ্থেবাৰীৰ পৰা নলবাৰীলৈ যোৱা পি. ডব্লিউ ডিৰ ৰাস্তাটোত তেতিয়া মাটি পেলোৱাহে হৈছে। ৰাস্তাৰ দুয়ো কাষে বিস্তৃত ধাননি— কাৰো ঘৰ দুৱাৰ তেতিয়া হোৱা নাই। জন-সমাগম বিৰল। সদ্যহতে আই, এ, পৰীক্ষা দি উঠা দুজন কলেজীয়া ছাত্ৰই আবেলি প্ৰায়ে সেই ৰাস্তাৰে খোজ কাটি ফুৰে। সিহঁতৰ এজন শাৰীৰিক গঠন আৰু বয়সতো আনজনতকৈও অলপ ডাঙৰ, সম্বন্ধটোও ককাই ভাইৰ, কিন্তু বন্ধুত্ব দুয়োৰে মাজত নিবিড়। সিহঁত দুয়ো কথা পাতি পাতি গৈ থাকে- কথাৰ গতি অনুসৰি সিহঁতৰ খোজৰ গতিও কেতিয়াবা হয় ক্ষিপ্ৰ, কেতিয়াবা মন্থৰ, কেতিয়াবা আকৌ দুয়ো থিয় হৈ বৈ ৰৈয়ে কথা পাতে কিছু সময়। উভতি আহোঁতে আলজাৰ দলঙত খন্তেক বৈ প্ৰায়ে সুদূৰ পশ্চিম আকাশত মাৰ যাব ধৰা মুনিচুনি বেলিটিলৈ চাই পঠিয়ায়, আপোন আপোন ভাৱত দুয়ো তন্ময় হৈ পৰে। সেই তন্ময়তা ভাগে মানে পূব আকাশত জোনবায়ে ভুমুকি মাৰি সিহঁত দুয়োটাকে অন্য এখন ভাব ৰাজ্যলৈ হাত বাউল দি মাতে। এনে হাত বাউলিৰ প্ৰতি সহাঁৰি জনাই সিহঁত ঘৰলৈ বুলি নাহি পুনৰ আগৰ ৰাস্তাটোৰেদি টহল দি ফুৰে ভালেমান ৰাতিলৈকে।

- সেই তই যে পঢ়িছিলি মই হাইস্কুলত লিখা কবিতা পুথিখন, মই সেইখন ছপাব খোজোঁ?— ডাঙৰজনে সোধে।

  হুঁ, কোনখন। তইতো ভালেকেইখন কবিতাৰ পুথি লেখিছ— সেই **ওমৰ তীৰ্থৰ** আৰ্হিত লিখাখন নেকি?

- অ, ওমৰ তীৰ্থখন পঢ়ি মই এসময়ত অভিভূত হৈছিলোঁ, প্ৰেৰণা পাইছিলোঁ, সেই প্ৰেৰণাতে সেইখন লেখাটো সঁচা যদিও ই মোৰ অন্তৰৰ নিজস্ব ভাবৰহে প্ৰকাশ।
- ঠিকেই, কিন্তু কবিতাৰ কিতাপৰ বজাৰচোন নাযেই। বিক্ৰী নহলে হতাশ হ'ব নালাগিব জানো? তাতে আকৌ ইতিমধ্যে কবিতাৰ ৰূপৰ পৰিবৰ্তন হ'ল। আমিয়ে চোন এই নতুন আঙ্গিকক আদৰি লৈছোঁ। (দুয়োজন সেই সময়ত নতুন কবিতাৰ কচৰৎ কৰিছিল)

— তেনেহ'লে তই হাক দিয় নেকি কবিতাৰ কিতাপ ছপাবলৈ?

— এৰা। তিনিটা বিষয়ত তোৰ হাত আছে- ৰস ৰচনা, কবিতা আৰু কাহিনী সাহিত্যত। ইয়াৰ ভিতৰত কাহিনীকাৰ হিচাপেই মই তোৰ ভৱিষ্যৎ উজ্জ্বল যেন দেখোঁ। তদুপৰি আমাৰ ভাষাত উপন্যাস, বিশেষকৈ সামাজিক উপন্যাস নাই বুলিবই পাৰি।

— তেনেহ'লে তই উপন্যাস লিখিবলৈকেই কৰ? কি বিষযৰ কেনেকুৱা উপন্যাস লিখিম বাৰু? সেয়া তোৰ নিজৰ কথা। কোনো সৃজনধৰ্মী লিখকক আনে বিষয়বস্তু নিৰ্দেশ কৰিব নোৱাৰে। তথাপি থুল-মূল আইডিয়া এটা? দুৰ্নীতি-চুৰ্নীতিৰ বিষয়ে লিখিম নেকি?

আইডিয়া কিছুমান চাজেষ্ট কৰিব পাৰি অৱশ্যে। দুৰ্নীতিৰ বিৰুদ্ধে অস্ত্ৰ ধৰা লিখক মাত্ৰৰে কৰ্তব্য। বিশেষকৈ চৰকাৰী দুৰ্নীতি, কৃষকৰ সমস্যা, নিবনুৱা সমস্যা আদিৰ বিৱৰণৰ লগতে সিবোৰৰ

সমাধানৰ ইংগিতো দিব পাৰিলে ভাল। সমবায় সংঘ আদিৰ জৰিয়তে জন সেৱা আৰু জনকল্যাণমূলক আদৰ্শ দাঙি ধৰিব পাৰি। তোৰচোন নিজৰে তেনে এটা আদৰ্শ আছে! মুঠতে সমাজৰ বিভিন্ন সমস্যা আৰু জীৱনৰ ভিন ভিন পৰিস্থিতিত হোৱা মানুহৰ আনুভূতিক প্ৰতিক্ৰিয়াৰ সফল ৰূপায়ণতেই উপন্যাসৰ সাৰ্থকতা নিৰ্ভৰ কৰে বুলি মই বিশ্বাস কৰোঁ। উপন্যাস ৰচনা সম্পৰ্কত মোৰ নিজা চিন্তাও আছে?

মানে?

মানে চা, কোৱা হয় সাহিত্য হেনো জীৱনৰ প্ৰতিচ্ছবি। পাছে জীৱন বুলিলে আমি বাৰু কি বুজো? জন্মৰ পৰা মৃত্যুলৈকে সংঘাতময় কাল ডোখৰ বুলিও বাল্যকাল ছোৱাত গুৰুত্ব দিয়া নহয়— বিয়া-বাৰুৰ পাছৰ পৰা আৰম্ভ হোৱা সাংসাৰিক তথা সামাজিক জীৱনটোকহে সাধাৰণতে জীৱন বুলি বুজা হয়। কিন্তু আমাৰ তথাকথিত গল্প-উপন্যাস সমূহত তথা বিয়া-বিভ্ৰাটতে জীৱন শেষ! এক কথাত কবলৈ লাগিলে য'ত প্ৰকৃত জীৱনৰ পাতনি তাতেই আমাৰ গল্প উপন্যাসৰ ঘটনাৰ সামৰণি মৰা হয়। তদুপৰি আমাৰ ভাষাতো বঙলুৱা 'দা জাতীয় সাহিত্য'ই শিপা মেলা দেখা গৈছে। 'দা জাতীয় সাহিত্য'ই নগৰীয়া এচাম ডেকা গাভৰুৰ তৰল অথবা ব্যাধিগ্ৰস্ত মনৰ খবৰ যোগালেও দেশৰ বুনিয়াদ স্বৰূপ গাঁৱলীয়া জনজীৱন সি মুঠেই স্পৰ্শ নকৰে। গতিকে মোৰ অনুৰোধ নহয় দাবী বুলিয়ে ধৰ তই যেন গাঁৱলীয়া জীৱনৰ পটভূমিত, গাঁৱলীয়া সমাজৰ পৰাই নায়ক নায়িকা বাচি লব। আৰু এটা কথা, পৃথিৱীৰ বহুতো শ্ৰেষ্ঠ উপন্যাসৰ কাহিনী নিমিত্ত মাত্ৰ হ'লেও আমাৰ অসমীয়া পাঠকে এতিয়াও কাহিনীৰ মোহ এৰিব পৰা নাই যদিও কাহিনীতকৈ চৰিত্ৰ বৈশিষ্ট্যৰ ওপৰতহে উপন্যাসৰ সাৰ্থকতা নিৰ্ভৰ কৰে । কাজেই এটা সুসংবদ্ধ কাহিনীৰ আধাৰত প্ৰকৃত জন জীৱন প্ৰতিফলিত কৰিব পৰা চৰিত্ৰ সৃষ্টি কৰিবলৈ যত্ন কৰিবি। অৱশ্যে পাঠকৰ অভিৰুচিলৈ চাব লাগিব।

বহুতে মোৰ কমিক লেখাবোৰ ভাল পায। তেনে কিছুমান কমিক ৰচনাকে লেখিম নেকি? নতুবা কমেডি— কমেডি যিহেতু ভাৰতীয় কাব্যৰো আদৰ্শ?

নহয় অ, কমিক পাতল বস্তু। আৰু কমেডি! কমেডিতকৈ ট্ৰেজেডিৰ এপিল বেছি। ড' কাকতিয়ে কোৱাৰ নিচিনা করুণ ৰসেইহে প্ৰকৃততে জীৱন ৰস। জুয়ে পোৱা সোণৰ নিচিনা বেমাৰ-আজাৰ, মৃত্যু, আশংকা আদিৰ মাজেৰে ফুটি ওলোৱা মানুহৰ অৱস্থা আৰু সেই অৱস্থাৰ প্ৰতি আন্তৰিক সহানুভূতি জনোৱা একোখন মৰমী হৃদয় আৰু আনকি এনে অৱস্থাৰ সুযোগ লৈ নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ বিচৰা এশ্ৰেণীৰ নীচ লোকৰ ছবি আঁকি হৃদযবানৰ প্ৰতি শ্ৰদ্ধা আৰু নীচজনৰ প্ৰতি ঘৃণা উদ্ৰেক কৰিব পাৰিলে সেই লেখাই পাঠকক আকৰ্ষণ কৰাৰ লগতে তেওঁলোকৰ মানসিক ধৰাতলো উন্নত কৰিব পাৰি। তাৰ মাজতো 'কমিক' আৰু কবিত্বৰ বাবে ঠাই উলিয়াব পাৰিবি।

কেনে?

কেনে মানে Life is earnest and life is serious বুলি কোৱা হয় যদিও উপন্যাসত সি বৰ আমনিদায়ক হ'ব। আনহাতে পৰিস্থিতিয়ে কেতিয়াবা নিৰোকাকো মুখৰ কৰে, গোমোঠাকো হাঁহিমুৱা কৰে। কোনো কোনো পৰিস্থিতিয়ে আকৌ কাঠচিতীয়াকো কন্দুৱায়, নিতান্ত পাতলজনকো দাৰ্শনিকৰ দৰে ভাবিবলৈ বাধ্য কৰায়, অকণি জনকো কাব্যলোকৰ ভাব ৰাজলৈ টানি নিয়ে। এনে বিভিন্ন পৰিস্থিতিৰ চিত্ৰণে উপন্যাস সৰ্বজনৰ মনোগ্ৰাহী নকৰিব জানো? প্ৰকৃততে এনে সামগ্ৰিক পৰিস্থিতিৰ পটভূমিতহে জীৱনক ইয়াৰ প্ৰকৃত পৰিপ্ৰেক্ষিতত অঙ্কণ কৰিব পৰা যায়। আৰু তাৰ মাজে

মাজে তোৰ স্বাভাৱিক হিউমাৰৰ চিটিকনি থাকিলেই বচ, হৈ যাব।

—অঁ, বুজিছোঁ।.. ..

ভালে কেইটিহঁত নীৰৱ মুহূৰ্ত পাৰ হৈ যায়।

—হু, কি হ'ল তোৰ।

—ভাবিছোঁ।

—ভাব, গভীৰভাৱে চিন্তা কৰ। কিন্তু অকল ভাবিলেই নহ'ব, কৰিবও লাগিব। you are a practical man বল এতিয়া, ৰাতি ভালেখিনি হ'ল।

—উ, বল বাৰু।

******

ইয়াৰ পাছতো সিহঁত দুজন সেই নিৰ্দ্দিষ্ট ৰাস্তাটোৰে ফুৰিছিল, কিন্তু বৰ ব্যস্ত দেখা গৈছিল দুয়োকো। কবলৈ লাগিলে সন্ধিয়াৰ বেলি মৰাৰ দৃশ্যটো চাবলৈকেইহে যেন সিহঁত ওলায় আৰু পিছতে যায় গৈ! দৰাচলতে ইয়াৰ পাছত আৰম্ভ হৈছিল লিখন পৰ্ব। ডাঙৰজনে নিতৌ ফাচ্‌ৰা কাকত কেইখিলামানত কিবা কিবি লিখি আনি ইজনক দেখুৱায়; কেতিয়াবা ইজনেই সিজনৰ ঘৰলৈ গৈ কি লিখিছে চায়। আলোচনা কৰে বহু বেলিলৈ। দুযোবো মাজত কথাৰ কটা-কটিও হয় কেতিয়াবা। প্ৰায় তিনিমাহ পাৰ হয়। আই, এ পৰীক্ষাৰ খবৰ ওলায়। দুযো নিজ নিজ কলেজৰ বি, এ শ্ৰেণীত ভৰ্তি হয়।

ডেৰ কি দুমাহ পাছত পুজাৰ বন্ধ হয়। দুয়ো আকৌ লগ হয়। এইবাৰ সিহঁত ৰাস্তাটোত প্ৰায়ে নুফুৰা হ'ল। সিহঁতৰ কোনোবা এজনৰ পঢ়া কোঠাত দুযো লগ লাগে— সমুখত থাকে এখন উপন্যাসৰ পাণ্ডুলিপি।

—অ, হয়। ঠিক তালৈ নিলেহে ভাল হ'ব। কিন্তু অমুকটো চেপ্টাৰ অমুক ঠাইলৈ নে অ। আৰু এইটো মানে এই অমুক চেপ্টাৰটো ফ্লাছ বেক পদ্ধতিত লিখিলেহে ভাল হ'ব যেন পাওঁ।

এনে আলোচনাৰ মাজেৰেই সৃষ্টি হয় অসমীয়া ভাষাৰ অতিকৈ জনপ্ৰিয় উপন্যাস 'আজিৰ মানুহ'ৰ। ৰচকৰ আলোচনাৰ সঙ্গীজনেই হ'ল এই প্ৰবন্ধ ৰচয়িতা। 'আজিৰ মানুহ'ৰ ভূমিকা লেখিছিল তিনিজনে— শ্ৰদ্ধেয় ত্ৰৈলোক্য নাথ গোস্বামী, কোহিৰাম দাস আৰু এই লিখকে। আজিৰ মানুহৰ এতিয়ালৈকে ভালেমান তাঙৰণ ওলাইছে। প্ৰথম দুটা তাঙৰণ লেখকে নিজে প্ৰকাশ কৰিছিল। তৃতীয় তাঙৰণৰ পৰা চপলা বুকষ্টলে প্ৰকাশ কৰিবলৈ লয়। তেতিয়াৰ পৰাই গোস্বামী ডাঙৰীয়াৰ ভূমিকাটোৱে যথেষ্ট যদিও লিখকে বাকী দুটা ভূমিকাও পুনৰ ছপাবলৈ খুজিও প্ৰথম আৰু দ্বিতীয় তাঙৰণৰ কপি ক'তো বিচাৰি নোপোৱা হেতু তাক কৰিব পৰা নাই।

□□□□□

# হিতেশ ডেকাৰ উপন্যাসত গ্ৰাম্যজীৱন

ড° যোগেন্দ্ৰ শইকীয়া

অসমীয়া উপন্যাসৰ শক্তিশালী ধাৰাটোৱে দ্বিতীয় মহাযুদ্ধৰ পিছতহে বিকাশ লাভ কৰে। যুদ্ধৰ ঠিক শেষৰ পৰাই অসমীয়া উপন্যাসৰ যেন নৱযৌৱন আহিল। আগৰ ৰোমাণ্টিক বিষয়বস্তু এৰি এতিয়া উপন্যাস সমাজমুখী হ'ল। সমাজৰ, নগৰৰ আৰু গাঁৱৰ জীৱনৰ নানা সমস্যাই ঔপন্যাসিকৰ চিত্ত ব্যাপৃত কৰিলে। উপন্যাসৰ ললিত অঙ্গৰো সুষ্ঠ বিন্যাস ঘটিল।[১] উপন্যাসৰ এই শক্তিশালী ধাৰাটোৰ বিৰিঞ্চি কুমাৰ বৰুৱা, দীননাথ শৰ্মা আৰু প্ৰফুল্লদত্ত গোস্বামীৰ পিছতে হিতেশ ডেকাই আত্মপ্ৰকাশ কৰে। ৬১তম অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিতেশ ডেকাৰ নাম নজনা নুশুনা মানুহ নাই বুলিয়েই ক'ব পাৰি। সমাজৰ স্বাৰ্থান্ধ, অপদাৰ্থ মানুহখিনিৰ যি দৃঢ়তা, সাহস আৰু নৈতিক মনোবলৰ প্ৰয়োজন; ঔপন্যাসিকৰ ব্যক্তিগত জীৱনত তাৰ অভাৱ হোৱা নাছিল। তদুপৰি ঔপন্যাসিকে মুখত সোণৰ চামুচ লৈয়ো জন্মগ্ৰহণ কৰা নাছিল। তেখেতৰ ব্যক্তিগত জীৱনো আছিল বৈচিত্ৰপূৰ্ণ আৰু সংঘাতময়। সম্ভৱত এইবাবেই উপন্যাসিক ডেকাৰ হাতত অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ মাজলৈ উপন্যাস নামি আহে। গাঁৱৰ বহাত-পানী আৰু মটিৰ গোন্ধ লৈ ডাঙৰ হোৱা হিতেশ ডেকাৰ উপন্যাসত গাঁৱলীয়া জীৱনৰ একো একোটা ৰূপ বাঙময় হৈ উঠিছে। আনহাতে নিষ্পেষিত, অৱহেলিত, কৃষক শ্ৰেণীৰ দুখ দুৰ্দশাই তেখেতৰ অন্তৰ আৰ্দ্ৰ কৰি তুলিছিল, যাৰ বাবে একোটা অঞ্চলৰ গ্ৰামীন কৃষক সকলৰ বাবে এটা নতুন যুগৰ, নতুন আদৰ্শৰ, আত্মপ্ৰতৰয়ৰ সন্ধান দিবলৈ সক্ষম হৈছিল। গাঁৱৰ বোকা-পানী গছকি ঔপন্যাসিক ডেকাই শৈশৱৰ পিছত যৌৱনত ভৰি দিছে। কৃষক সকলৰ লগতেই শৈশৱৰ স্বপ্ন নিহিত হৈ থকাৰ বাবেই তেখেতৰ উপন্যাসত গ্ৰাম্য সমাজে গুৰুত্ব লাভ কৰিছে আৰু লগতে কৃষকসকলৰ প্ৰতি সহানুভূতি দৃষ্টি নিক্ষেপ কৰিছে।

হিতেশ ডেকাৰ উপন্যাসৰাজি হ'ল— **আজিৰ মানুহ, নতুন পথ, মাটিকাৰ, ভাবাম্বৰ, এয়েতো জীৱন** (প্ৰথম, দ্বিতীয় আৰু তৃতীয় খণ্ড), **সীমাৰ কাজিয়া, আচল মানুহ, বৈৰী মানুহ, জীৱন সংঘাত, ইতিহাসে সকীয়ায়, সুখৰ সংসাৰ, কামপত্নী, নিৰ্যাতিতা সতী** আৰু **গাঁৱৰ মানুহ**। কেইখনমান উপন্যাসৰ বাহিৰে আটাইকেইখন উপন্যাসেই সামাজিক উপন্যাস।

> "সামাজিক উপন্যাসৰ মাজেদি একোটা যুগৰ সাংস্কৃতিক, অৰ্থনৈতিক, ৰাজনৈতিক, ধৰ্মীয়, সাধাৰণ লোকবিশ্বাস, লোকাচাৰ আদি সকলোবোৰেই প্ৰতিফলিত হয়। অৱশ্যে সমাজৰ সামগ্ৰিক ছবি অথবা যুগ প্ৰতিফলন হ'লেও ই উপন্যাসেহ; বুৰঞ্জী নহয়। সামাজিক উপন্যাসত বাস্তৱিক তথ্য থাকিলেও ই কলাৰস বিবৰ্জিত নহয়।"[২]

গ্ৰাম্য পটভূমিত লিখা আটাইকেইখন উপন্যাসতে ঔপন্যাসিক ডেকাই গ্ৰাম্য জীৱন অংকণ কৰিবলৈ যত্ন কৰা দেখা যায়।

অসমীয়া গ্ৰাম্য সংস্কৃতি নিসন্দেহে বৈচিত্ৰময়। গাঁও আৰু গাঁৱলীয়া জীৱনত পালন কৰি অহা নানা ধৰণৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, বিশ্বাস-অন্ধবিশ্বাস আদিৰ ওপৰত নিৰ্ভৰ কৰি বৈচিত্ৰময় গ্ৰাম্য সংস্কৃতিৰ কাঠামো সৃষ্টি হৈছে। অসমৰ সামাজিক জীৱনৰ মূল ভেটি হ'ল গাঁও। অসমীয়া গাঁও কোনো আৰ্হি আগত লৈ স্থাপন কৰা নহলেও অসমীয়া গাঁও বিলাকৰ এটি সুকীয়া আকৰ্ষণ আছে। গাঁও স্থাপনত প্ৰধানত স্থান নিৰ্বাচনৰ ওপৰতহে অধিক মনোনিবেশ কৰা হয়। গাঁও স্থাপনৰ কাৰণে

ওখ মাটি, নৈ, নিজৰা, পুখুৰীৰ পাৰ আদি উপযুক্ত। নগৰ বা চহৰৰ বতাহে স্পৰ্শ কৰিব নোৱাৰা গাঁও বিলাকৰ গাঁৱলীয়া পৰিবেশো বৰ মনোৰম। অসমীয়া গাঁওবোৰৰ পৰিবেশো বৰ মনোৰম। অসমীয়া গাঁওবোৰৰ এটা সাধাৰণ বৈশিষ্ট্য হ'ল প্ৰত্যেকঘৰ মানুহৰ ঘৰতে লাগি থকাকৈ একোখন বাৰী; সেই বাৰীখন তামোল-পাণ, আম-কঠাল, বাঁহ-বেত, ক'ল-নাৰিকল আদিৰে ভৰপূৰ।

ডেকাৰ 'এয়েতো জীৱন'ত গাঁৱৰ মনোৰম পৰিবেশ আৰু প্ৰাকৃতিক সৌন্দৰ্য দেখিবলৈ পোৱা যায়।

> "দক্ষিণত সৰু গাঁওখনি নিচেই কাষতে। গছে, বাঁহে ভৰপূৰ অসমৰ গাঁও। সেমেকা জলবায়ুত উদ্ভিদৰ অপৰূপ শ্ৰী। মনচুন বায়ুৰ মনোহৰ পৰশত অসমৰ মন মনোৰম, মাটি শস্যময়। নাৰিকল তামোল পাণে ভৰপূৰ গাঁওখনি। সেউজী অসমীৰ সেউজীয়া পাহাৰৰ গাত যেন লাগি আছে সুন্দৰী সেউজীয়া গাঁওখনি। .......... ধুনীয়া ঘৰবোৰ। ঘৰৰ আগফালে নাৰিকল গছ। পিচফালে বাৰীত তামোলপাণ। এখনি আদৰ্শ গাঁওযেন অনুমান হয়। গাঁৱৰ জীয়াৰী বোৱাৰী যায় পানী আনিবৰ বাবে নদী ঘাটলৈ। পাহাৰৰ কাষৰ নদী ঘাটলৈ জাকে জাকে ওলায় ঘৰৰে শুৱনি জীয়াৰী বোৱাৰী নদী ঘাটলৈ পানী আনিবলৈ; ব্ৰজবাসী বধু যায় যেন যমুনা তটিনী।
>
> কাষত কলহ লৈ হাঁহি খিকিন্দালি কৰি যায় গাভৰু ছোৱালীৰ জাক। পিচে পিচে ফিচিঙা ফিচিঙি মেল পাতি যায় বোৱাৰীৰ দল। জীয়াৰীৰ মূৰত লাহতী খোপা, বোৱাৰীৰ মূৰত শুৱনি ওৰণি। ............. নিতৌ পুৱা গধূলি দলে দলে আহে জীয়াৰী বোৱাৰী পানী নিবলৈ নদীৰ ঘাটলৈ। গা ধোৱা, পানী নিয়া, কাপোৰ ধোৱা, যাৱতীয় কাম চলে এই নদীখনৰ বুকুত। নৈখন যেন জিৰনি, শান্তি আৰু মিলনৰ স্থান।" (পৃ-৪-৫)

ঔপন্যাসিকে "এয়েতো জীৱন"ৰ (প্ৰথম খণ্ড) পাতনিত লিখি থৈ গৈছে -

> "এয়েতো জীৱন বন্ধু, এয়েতো জীৱন— আছে য'ত সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন। স্বৰ্গৰ কথা নহয়— এই মাটিৰ পৃথিৱীৰ কথা। পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয়— ক্ষুদ্ৰ গাওঁ এখনিৰ কথা। দেৱতাৰ কথা নহয়— কথা মানুহৰ। ডাঙৰ মানুহ, সন্মানিত অসাধাৰণ মানুহৰ কথা নহয়— সামান্য মানুহ, সাধাৰণ গাঁৱলীয়া জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনকে লৈ ৰচিত হ'ল এই কাহিনী— এই উপন্যাস। অসম দেশৰ, অসমীয়া সমাজৰ বিশেষকৈ গাঁৱলীয়া সমাজৰ এখনি চিত্ৰ এই "এয়েতো জীৱন।"

"বিয়া অসমীয়া সমাজৰ প্ৰাণময় উৎসব। গএগ্ৰা সমাজৰ ৰং-ৰহইচৰ ৰঙঘৰা।"[৩] গাঁৱৰ কোনোবা এঘৰত বিয়াৰ দিন-বাৰ ঠিক হলেই গাঁৱৰ সকলো ঘৰখনত উবুৰি খাই পৰে। প্ৰকৃতপক্ষে ক'বলৈ গ'লে অসমীয়া গাঁৱলীয়া জীৱনৰ আনন্দমুখৰ পৰিবেশ বিয়াৰ বাহিৰে আন একোৱে গঢ়ি তুলিব নোৱাৰে। 'এয়েতো জীৱন' (প্ৰথম খণ্ড) উপন্যাসখনত বিয়াৰ নিখুঁত বিৱৰণ নেপালেও বিয়াৰ সম্যক চিত্ৰ এখন প্ৰতিফলিত হৈছে।

"বৰ উদ্যমেৰে ডাঙৰ বৌৱেক উমাৰ বিয়াৰ যোগাৰ পাতি কৰিছে। তেওঁলোকৰ ধূমধাম লাগি পৰিছে। সান্দহ, পিঠা, লাৰু, চিৰা তেওঁলোকৰ ঘৰতে তৈয়াৰ কৰিছে। অনুমান হয় যেন বীৰেনহঁতৰ ঘৰতহে বিয়া। বীৰেনৰ ভনীয়েকৰহে যেন বিয়া। মহা ধূম-ধাম হৈ-চৈৰ ভিতৰেদি কামবোৰ হৈ যাব ধৰিছে।" (পৃ-২৯৭)

দেশ-দস্তুৰ মতে কন্যা দৰা ঘৰ আহি পোৱা লগে লগে আদৰি নিয়া নিয়ম। এনে অনুষ্ঠানত গাওঘৰীয়া উপচি পৰে। তদুপৰি ন-কইনা চাবলৈকো মানুহৰ মাজত হেঁতা-ওপৰা লাগে। আনকি

কন্যাক বিদ্রূপ তাচ্ছিল্যাৰে ব্যতিব্যস্ত কৰি তোলাও দেখা যায়। 'এয়েতো জীৱন'ত (দ্বিতীয়) গাঁৱলীয়া সমাজৰ দেশ-দস্তুৰ মনোৰম বৰ্ণনা পোৱা যায়।

> "কইনা চাবলৈ বলোৰামৰ নগুলামুখ ভৰি পৰিছে। মিতিৰ কুটুম, চুবুৰীয়া সকলোয়ে আহি চোতাল ভৰি পৰিছে। কেইজনীমান তিৰোতাই গৈ গাড়ীৰ পৰা কইনা নমাই আনি চোতাললৈ লৈ গ'ল। বৰ-পক্ষৰ ঘৰ চোতালত মানুহ ভৰি পৰিছে। কন্যা চাবলৈ আহিছে। আয়তীসকলে নাম গাই বৰ কন্যাক আগ দিব ধৰিলে। একে গাঁৱৰে আৰু সদায় দেখা ছোৱালী হলেও কন্যা চাবলৈ মানুহৰ স্বাভাৱিক এটা ইচ্ছা জন্মে। ডেকা-ডেকেৰীয়ে বৰ-কন্যাৰ চাই ৰূপ। বুঢ়া-বুঢ়ীয়ে বৰ-কন্যা চায় হৰ-গৌৰী বুলি মানি লৈ পাপ খণ্ডন কৰিবলৈ। সেইবাবে ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী আহি চোতাল ভৰি পৰিছে। দৰা ঘৰত এই সময়ত মহা হুলস্থুল।" (পৃ-৩০৯)

> "চহৰীয়া ছোৱালী গাঁৱৰ বোৱাৰী হৈ আহিলে দেশাচাৰসমূহ মানি লব নোখোজে। অৱশ্যে সকলোৰে ক্ষেত্ৰত কথাষাৰ প্ৰযোজ্য নহয়। 'আজিৰ মানুহ'ৰ বীণাদেৱীয়ে দেশাচাৰ সমূহ মানিব খোজা নাই। "মই ইমান ব্যতিব্যস্ত হৈ থাকিব নোৱাৰোঁ। স্কুলীয়া ল'ৰাবোৰ আহিব কইনা চাবলৈ, তিৰোতাবোৰে আহিব কইনা চাবলৈ; তাতে মূৰত ওৰণি ল'ব লাগে, চকু মুদিব লাগে ইত্যাদি অসভ্য গাঁৱলীয়া প্ৰথাবোৰ মই পালন কৰিব নোৱাৰোঁ।" (পৃ-৭৮)

বেজ-বেজালিৰ লগত গাঁৱলীয়া মানুহৰ ওচৰ সম্বন্ধ। পৰম্পৰাগতভাৱে গাঁও অঞ্চলত ভালেমান বিশ্বাস, অন্ধবিশ্বাস চলি আহিছে। তদুপৰি গাঁও একোখনত একোজনকৈ নহলেও অঞ্চল বিশেষে বেজ-বেজালিৰ অভাৱ নাই। ভূত-প্ৰেতৰ বাহিৰেও গৰ্ভৱতী তিৰোতাৰ গা-খালাচ কৰিবলৈ সততে ওজাৰ কাষ চপা হয়। 'এয়েতো জীৱন'ত (প্ৰথম খণ্ড) বেজ-বেজালিৰ কিছু আভাস পোৱা যায়।

"তুমি যদি সন্তান নোহোৱা বাঁজী তিৰোতাৰ সন্তান কামনা কৰা তেন্তে যাবা কাঞ্চন পেহীৰ তালৈ; আৰু যদি অবৈধ সন্তান নষ্ট কৰিবৰ দৰ্কাৰ হৈছে তেন্তে দিবা টকা দহোতা জেতুকী বাইৰ হাতত; তোমাৰ কাম অচিৰাৎ হাচিল। ........ এনেবোৰ ঔষধ, আহুদি, গুণমন্ত্ৰ জনা বুলি গাঁৱৰ সকলোৱে ভু-পায় আৰু বিশ্বাস কৰে।" (পৃ-৫৩) 'জীৱন সংঘাত' উপন্যাসখনতো আহুদি দিয়া তাৰু বেজ-বেজালিৰ চিত্ৰ দেখিবলৈ পোৱা যায়।

বিহু অসমীয়া জাতীয় উৎসৱ। অসমীয়া সংস্কৃতি পথাৰৰ সংস্কৃতি। কৃষিক কেন্দ্ৰ কৰি অসমীয়া জাতীয় কৃষ্টিয়ে যি স্বকীয় ৰূপ যুগে যুগে ল'লে তাৰ মনোৰম ইতিহাস চিৰী লুইতৰ পাৰত আৰু চটাই পৰ্ৱতৰ বুকুত বাখৰ পতোৱা হৈ আছে। জিলমিল এই ইতিহাস অসমীয়া জীৱনৰ স্বৰূপ বিহুৱেই আশ্চৰ্যজনকভাৱে উদ্ভাৱিত কৰি ৰাখিছে।[৪] অঞ্চল বিশেষে বিহুৰ কিছু তাৰতম্য দেখিবলৈ পোৱা যায়। উজনি অসমৰ ফালে বহাগ বিহুতহে গো-সেৱা কৰে। গৰু বিহুৰ দিনা ৰাতিপুৱা মাহ-হালধিৰে গৰুক নোৱাই গা ধুৱায় আৰু সন্ধিয়ালৈ নতুন পঘা দিয়ে। হিতেশ ডেকাৰ 'নতুন পথ' উপন্যাসখনত কিছু ব্যতিক্ৰম লক্ষ্য কৰা যায়।

> 'আজি ভোগালী বিহুৰ উৎসৱ। এই বিহু অসমীয়া জাতীয় উৎসৱ ঢোল পেপাঁৰ ৰাগিনীত গাঁও-ভুঁই মুখৰিত। ঘৰে ঘৰে লাৰু পিঠাৰ আয়োজন। এই বিহুৱে অসমীয়াৰ প্ৰাণত আনে বল, মনত দিয়ে প্ৰেৰণা আৰু হৃদয়ত দিয়ে আনন্দ। এই আনন্দৰ দিনতে নামঘৰত দুপৰীয়া নাম হয়। ভেলা পুজি আদি পুৰি অগ্নিদেৱতাৰ পূজা কৰাৰ পাছত গৰু-ছাগলী আদি ঘৰচীয়া জন্তুৰ পূজা চলে। দীঘলতীৰে কোবাই মেজিৰ ছাইৰে ফোট দি গৰু-গাই লৈ যায় গৰখীয়াই নদীলৈ। গৰু নি তাত গা ধুৱাই গৰু মেলি দিয়ে। (পৃ-৯৬)

প্ৰিয়জনক গোপনে বিহুৱান দি অসমীয়া গাভৰুৱে বিহুতেই মনৰ কথা ব্যক্ত কৰে। সকলৰে ডাঙৰক সেৱা জনাই আশীৰ্বাদ লয়, ডাঙৰে বিহুৱান দিয়ে। 'এয়েতো জীৱন'ত (প্ৰথম খণ্ড) ঔপন্যাসিকে ইয়াৰ সুন্দৰ নিদৰ্শন দাঙি ধৰিছে। "তাই কলহ দুটা মাটিত থয়। ওপৰৰ কলহটি গুচাই গামোচাখন উলিয়াই লয় আৰু কয়— বিহুত বিহুৱান দিব নালাগে?" (পৃ-৭৩)

জাতীয় উৎসৱ বিহুৰ বাহিৰেও গাঁৱলীয়া সমাজত বিভিন্ন ধৰণৰ উৎসৱ অতি আন্তৰিকতাৰে পালন কৰা হয়। দৌল উৎসৱ বৈষ্ণৱ সকলৰ উৎসৱ। বৰদোৱা আৰু বৰপেটা আদি সত্ৰবোৰত এই উৎসৱ উৎসাহ উদ্দীপনাৰে পালন কৰা হয়। গাঁও বিলাকতো ল'ৰা-ছোৱালীয়ে মুখত ফাকুৱা সানি আনন্দ উৎসৱ কৰে। 'এয়েতো জীৱন'ত (তৃতীয় খণ্ড, পৃ-১৪০) দৌল উৎসৱৰ চমু বিৱৰণ পোৱা যায়। 'জীৱন সংঘাত'ত (পৃ-৭৭) গোপিনী সবাহৰ কিছু এটা আভাস দিবলৈ যত্ন কৰা দেখা যায়। গোপিনী সবাহ নাৰী প্ৰধান উৎসৱ, ইয়াত পুৰুষৰ স্থান নাই। এই দিনটোত ঘৰখনৰ প্ৰধান নাৰী গৰাকী উপবাসে থাকে আৰু ভক্তিসহকাৰে গোপিনী নাম পাতে। ভকতনী সকলৰ হাত চাপৰি আৰু জাত লগাই গোৱা নামে ঘৰখন মুখৰিত কৰি তোলে। নাম-সেৱাৰ অন্তত প্ৰসাদ বিতৰণ কৰা হয়।

গাঁৱলীয়া সমাজ বহু ক্ষেত্ৰত ৰক্ষণশীল। বিশেষকৈ গাভৰু ছোৱালীৰ ওপৰত মাক-দেউতাক আৰু পৰিয়ালৰ আন আন সদস্যই সততে চকু ৰাখে। সেয়েহে গাঁৱলীয়া ডেকা-গাভৰুৰ বাবে প্ৰেম-প্ৰীতি সহজলভ্য নহয়। তথাপি গাঁৱলীয়া ডেকা গাভৰুৱে ইজনে সিজনৰ কাষত মনৰ ভাব ব্যক্ত নকৰাকৈ নাথাকে। "সামাজিক উপন্যাসত নৰ-নাৰীৰ প্ৰেম-প্ৰণয় অপৰিহাৰ্য বুলি কোনো ধৰা-বন্ধা নীতি নাই, অথচ এই শ্ৰেণী উপন্যাসৰ প্ৰায়বোৰতে প্ৰেম-প্ৰণয়ে প্ৰধান ভূমিকা পালন কৰা দেখা যায়।"[৫] চাৰ ৱাল'টাৰ স্কটে ক'বৰ দৰে " . a Smooth tale generally of love"[৬]

> এই শ্ৰেণী উপন্যাসত প্ৰেম-প্ৰণয়ক অধিক গুৰুত্ব দিলেও অন্তঃফল্গুৰ দৰে সংস্কাৰকামী মনোভাব এটাও প্ৰবাহিত হৈ থাকে। "The writer is not only influenced by Society, he influences it Art not merely reproduced life but also shapes it, People may model their lives upon the patterns of fictional heroes and heroines"[৭]

সাধাৰণতে গাঁৱলীয়া মানুহে নদীৰ পানীকেই ব্যৱহাৰ কৰে। নদীৰ ঘাটলৈ গাঁৱৰ জীয়াৰী-বোৱাৰীৰ সঘনে আহ-যাহ চলে। কাৰণ গাধোৱা, পানী নিয়া, কাপোৰ ধোৱা যাৱতীয় কাম নদীৰ বুকুতেই চলে। 'এয়েতো জীৱন'ত (প্ৰথম খণ্ড) নদী ঘাটৰ মনোৰম বৰ্ণনা পোৱা যায়। তদুপৰি নদীখনক কেন্দ্ৰ কৰিয়েই উমা আৰু বলোৰামৰ ভালপোৱা গঢ় লৈ উঠিছে। উমায়ো মাহীমাকৰ কাড়াচকুক ফাঁকি দি নদীৰ ঘাটতেই বলোৰামৰ আগত মনৰ কথা ব্যক্ত কৰিছে। নদীৰ ঘাটতেই প্ৰেমৰ উমান পাই একোজনীয়ে আনজনী গাভৰুৰ লগত হাঁহি ৰগৰ কৰে।

> "ভালে লোকেহে ইমান পুৱাতে পানী ঘাটলৈ আহে। আমি বোলো পানীকে নিয়ে হ'বলা, পিচে কথা অন্য ৰকমৰহে যেন পাওঁ।" তজবজীয়া তগৰজনীয়ে কলহটো কঁকালত লৈ লগালে বিহুনাম এফাকি—
>
> উভতি নেচাবি মোকে ঐ জোনাকী
> পালতি নেযাবি মোক;
> পানী অনা ঘাটত পিছলি পৰিবি
> মোৰ গাত নিদিবি দোষ। (পৃঃ ১৩-১৪)

ঘৰৰ চাৰিবেৰৰ কঠোৰ শাসনৰ মাজত থাকি পানী আনিবলৈ নদীৰ ঘাটলৈ ওলাই অহাৰ লগে লগে গাভৰুইত হৈ পৰে মুক্ত বিহঙ্গৰ দৰে। তাতে উমা-বলোৰামৰ প্ৰেমৰ দৃশ্য দেখি গাভৰুজাক

অধিক উতনুৱা হৈ উঠে। উমা কিছু দূৰ পোৱাত তাইক শুনাকৈ তগৰে জুৰিলে একাকি বিহু গীত—

আঠিয়া কলৰে পাত নাকাটিবা
ছিটিকি পৰিব এঠা;
লোকক দেখুৱাই কেতেৰাই মাতি
ভিতৰি নেৰিবা বেথা। (পৃ-১৫)

দৰা নিৰ্বাচনত গাঁৱলীয়া ছোৱালীৰ স্বাধীনতা নাই বুলিয়েই ক'ব পাৰি। গাঁৱৰ অনুশাসনৰ মাজত ডাঙৰ-দীঘল হোৱাৰ বাবে মাক-দেউতাকৰ আগত মুখ-ফালি ক'ব নোৱাৰে। তদুপৰি মাক-বাপেকৰ অবাধ্য হ'বলৈ সততে মন নকৰে বাবেই পৰিয়ালৰ জ্যেষ্ঠ সকলেই দৰা নিৰ্বাচনত আগ ভাগ লয়। প্ৰেমত পৰি আগ পিছ নুশুনি দুই-এজনী অবাধ্য ছোৱালীহে মাকবাপেকৰ হাক-বচন নুশুনি পলাই যায়। **'এয়েতো জীৱন'**ত (প্ৰথম খণ্ড) গাঁৱলীয়া ছোৱালীৰ দৰা নিৰ্বাচনতযে স্বাধীনতা নাই সুন্দৰ আভাস দাঙি ধৰিছে।

> "ঘৈনীয়েকে তাছিল্যৰ সুৰত কৈ উঠিল এহ আই, ছোৱালীক সুধিহে ল'ৰা চাব। আমাকনো কোনে শুধিছিল? তাই এনে স্কুল কলেজত পঢ়াজনী ওলাল যে তাইৰ বৰ তাই নিজে বাছি ল'ব? তাইক কি সুধিব লাগে? তাই কি জানে? আমি মাক-বাপেকহে বেয়াত দিব ওলাইছোনে?" (পৃ-৭৮)

> গাঁৱলীয়া গাভৰুৱে চাদৰ-মেখেলা পিন্ধে। 'আজিৰ মানুহ'ত পোৱা যায়ঃ "গাত এখন সূতাৰ চাদৰ, এখন নিজে বই লোৱা মেখেলা। হাতত এজোৰ হাতী-দাঁতৰ সৰু চুৰি। একেবাৰে সাধাৰণ সাজ পাৰ। সাজপাৰে যদিও গৰীব বুলি পৰিচয় ঘোষণা কৰিছে তথাপি মুখৰ কমনীয়তাই আৰু লাজকুৰীয়া স্বভাবে গাঁৱলীয়া ৰূপহী ছোৱালীৰ পৰিচয় দিছে।" (পৃ-১৪-১৫)

কৰ্কট ৰোগে মানুহৰ একোটা শৰীৰ এফালৰ পৰা ক্ষয় কৰি অনাৰ দৰে কানি, মদ, ভাং আদিয়েও একোখন সমাজ এফালৰ পৰা পঙ্গু কৰি আনে। আনকি কানিৰ বাবে একোখন ঘৰ, একোটা পৰিয়াল সৰ্বস্বান্ত হোৱা দেখা যায়। ঔপন্যাসিক সকলে সমাজৰ সৎ আৰু অসৎ কোনোটো দিশেই এৰি চলিব নোৱাৰে। সামাজিক উপন্যাসসমূহত সমাজৰ চিত্ৰ অঙ্কিত হলেও— সমাজৰ সমস্যাৰ ওপৰতহে অধিক গুৰুত্ব দিয়ে। ঔপন্যাসিক হিতেশ ডেকাও এই ক্ষেত্ৰত ব্যতিক্ৰম নহয়। **'নতুন পথ'** উপন্যাসখনত কানিৰ বিৰুদ্ধে ৰাইজৰ প্ৰতিবাদ শুনা যায়।

গাঁও অঞ্চলত প্ৰাথমিক বিদ্যালয় সমূহৰ অৱস্থা অতি শোচনীয়। বৰ্তমান কালতহে বিদ্যালয়সমূহ উন্নত অৱস্থা এটি পাইছে। এটা সময় আছিল বিদ্যালয়ত বহা-মেলাৰ ব্যৱস্থা ল'ৰা ছোৱালীৰ নিজৰ। অভিভাৱক সকলৰ শিক্ষকৰ প্ৰতি গভীৰ আস্থা আৰু বিশ্বাস আছিল। অভিভাৱকসকলে ছাত্ৰক শিক্ষকৰ কাষত গটাই দিলেই শিক্ষকে ভালদৰে শিকাব বুজাব বুলি আশা ৰাখিছিল। শিক্ষক সকলেও ৰাইজৰ আস্থা আৰু সন্মান ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু মনকৰিবলগীয়া কথা তদানীন্তন অসমীয়া গ্ৰাম্য জীৱনত স্ত্ৰী শিক্ষাৰ অনুকূল পৰিবেশ এটা গঢ় লৈ উঠা নাছিল। শিক্ষাৰ প্ৰতি ধাউতি থকা কোনোবা ছোৱালীয়ে আৰু দুটা শ্ৰেণী পঢ়িব খুজিলেও প্ৰথমতে মাতৃ সকলৰ ফালৰ পৰাই বাধা আহি পৰে। প্ৰত্যেকগৰাকী মাতৃয়েই বিচাৰে তেওঁলোকৰ কন্যাসন্তান ঘৰখনৰ কাম-কাজত কাজী হওক। তেনে মাতৃ কন্যা সন্তানৰ পঢ়া-শুনাৰ প্ৰতি অলপো উৎসাহিত নহয়। **'আজিৰ মানুহ'**ত নীলিমাই দশম শ্ৰেণীলৈকে পঢ়ি অন্ততঃ মেট্ৰিক পাছ কৰিব বিছাৰিছিল কিন্তু মাকে একেবাৰতে নীলিমাক স্তব্ধ কৰি দিছে;

"থ থ তোৰ মেট্ৰিক ফেট্ৰিক, মই এইবোৰ একো নুবুজোঁ। যি শিকিছা সেয়া ঢেৰ হ'ব। লিখা পঢ়া শিকি হাকিম চাহাব হ'ব নালাগে। মূৰ্খ দোষখিনি আঁতৰিছে যেতিয়া সেয়ে হ'ব। বায়েৰাই যিখিনিলৈ পঢ়িছিল তয়ো পঢ়িলি; এতিয়া বায়েৰৰ দৰে ঘৰৰ কামত পটু হ'ব পাৰিলেই হয়। দুখীয়া মানুহৰ ছোৱালী তই, ক'ৰবাত সোনকালে দিব লাগিব। কামকাজ নাজানিলে কেনেকৈ হ'ব। আমি গাঁৱলীয়া মানুহ, গতিকে ঘৰুৱা কাম কাজ শিকিব লাগে।" (পৃ-১৩-১৪)

গাঁৱলীয়া বিদ্যালয়ৰ যি শোচনীয় অৱস্থা, সেইদৰে গাঁও অঞ্চলত থকা চৰকাৰী ডাক্তাৰখানাবো একে অৱস্থা। বহুসময়ত এই ডাক্তাৰখানাৰ ঘৰ গৃহস্থহীন গৰুৰ আবাসস্থল। অপ্ৰিয় হলেও সঁচা যে এইক্ষেত্ৰত চৰকাৰৰ অমনোযোগিতাই প্ৰধান কাৰণ। গাঁৱলীয়া মানুহখিনিয়ে নূন্যতম চিকিৎসা সেৱাৰ পৰা সদায়ে বঞ্চিত হৈ আহিছে। উচ্চ ডিগ্ৰীধাৰী কোনো ডাক্তৰেই গাঁৱলৈ গৈ সেৱা আগবঢ়োৱাৰ ক্ষেত্ৰত অপাৰগতা প্ৰদৰ্শন কৰি আহিছে। কম্পাউণ্ডাৰজনেই তেনে ডাক্তৰখানাত মূল ব্যক্তি। কিন্তু ডাক্তাৰখানাত সদায়ে ঔষধৰ অভাৱ। মুঠতে গাঁৱলীয়া ডাক্তৰখানা নামতহে ডাক্তৰখানা। জনসংখ্যা অনুপাতে তেনে ডাক্তৰখানাত ডাক্তৰ আৰু নাৰ্চ নাই। ঔষধৰ কাৰণে গাঁৱলীয়া মানুহে ঘৈনীয়েকৰ কাণফুল পৰ্যন্ত বিক্ৰী কৰিব লগা হয়।'নতুন পথ' উপন্যাসখনত তেনে এখন ডাক্তৰখানাৰ আভাস দাঙি ধৰিছে। "গাঁৱলীয়া ডাক্তৰখানা, নাৰ্চ নাই, কম্পাউণ্ডাৰে গা ধোৱে ১১ বজাত। বেমাৰীক চকু দিবলৈ ডাক্তৰৰো সময় নিমিলে। একোখন মৌজাৰ ভিতৰত একোখন ডাক্তৰখানা।" (পৃ-১০৭)

পুৰুষ প্ৰধান সমাজ ব্যৱস্থাত নাৰীৰ পদে পদে বিপদ; পদে পদে বদনাম। সেয়ে গাঁৱলীয়া সামাজিক জীৱনত নাৰীৰ জীৱন যাত্ৰা মসৃন নহয়। গাঁৱলীয়া গাভৰুৱেই হওঁক বা বোৱাৰীয়েই হওঁক, প্ৰত্যেকেই সংসাৰ পথত অতি সাৱধানে খোজ দিব লগা হয়। কেতিয়াবা আনকি সমাজে এঘৰীয়া দণ্ড বিহে। 'জীৱন সংঘাত' উপন্যাসখনত পোৱা যায়— "গাঁৱৰ একশ্ৰেণী মানুহে লগলাগি এখন মেল পতাৰ দিহা কৰিলে যাতে যশোদাৰ অপবাদৰ দণ্ড লোৱা হয়, নহলে সমাজে কাজে কামে একেলগে তেওঁক লৈ নাযাব।" (পৃ-১০২) হিতেশ ডেকাৰ 'এয়েতো জীৱন' (প্ৰথম খণ্ড) উপন্যাসখনতো নাৰী বদনামৰ বিৱৰণ পোৱা যায়। উমা প্ৰকৃতাৰ্থত এগৰাকী সহজ-সৰল গাঁৱলীয়া গাভৰু। বলোৰামৰ প্ৰতি তাইৰ আছে আন্তৰিক ভালপোৱা। কিন্তু ড্ৰাইভাৰ, জেতুকী আৰু কাঞ্চনপেহী লগলাগি উমাৰ বদনাম ৰটনা কৰি ফুৰে। যাৰ বাবে উমাৰ জীৱন বিষময় হৈ উঠে। গাঁৱলীয়া অঞ্চলত তিলকে তাল কৰা মানুহৰ অভাৱ নাই। চাহ-তামোলৰ জুতি লৈ ইঘৰৰ কথা সিঘৰত আৰু সিঘৰৰ কথা ইঘৰত লগোৱা মানুহ বহুত পোৱা যায়।

"সচাঁসঁচিকৈ কেইদিনমান পিছত গাঁৱত জনৰব উঠিল যে যশোদাৰ গৰ্ভস্ৰাৱ কৰাইছে। বেয়া কথা বুলিলে প্ৰচাৰ হোৱাত বেছি সময় নালাগে। কেইদিনমান পিচত সমগ্ৰ গাঁৱত কথাটো ৰাষ্ট্ৰ হৈ পৰিল।" (পৃ-৯৮)

গোসাঁই ব্ৰাহ্মণৰ যি সকল বিধৱা তেওঁলোকৰ সমাজত এখন বিশেষ আসন আছে। কিন্তু অন্যান্য জাতিৰ বিশেষকৈ অপুত্ৰিকা বিধৱাৰ স্থান সমাজত বহু পৰিমণে নিম্ন। ঔপন্যাসিকে কাহিনী এটা কোৱাৰ লগতে সমাজৰ ভাল আৰু বেয়া দিশ দুয়োটাৰ ওপৰতে আলোকপাত কৰিবলৈ প্ৰয়াস কৰিছে। 'এয়েতো জীৱন'ত (প্ৰথম খণ্ড) ঔপন্যাসিকে সকীয়াই দিছে -

"গাঁৱত অপুত্ৰিকা বিধৱা থকা বৰ বিপদ। তাতে আকৌ যদি বিধৱাজনী ৰূপহী আৰু ডেকা বয়সৰ হয় তেনেহলে আৰু গুৰুতৰ। নানা বদমানে তিৰোতা গৰাকীক বিখ্যাত কৰি তোলে। অৱশ্যে বহুক্ষেত্ৰত যে অবৈধ মিলন ঘটে তাকো অস্বীকাৰ কৰিব নোৱাৰি। অভিভাৱকহীন

নাইবা দুৰ্বল মনা অভিভাৱক হলে কথা সাংঘাতিক হয়। সেই ঘৰখনেই এটা বেয়া আড্ডাত পৰিণত হয়। সুযোগ সুবিধা লৈ বৰলা আৰু স্ত্ৰীহীন সকলে সমাজ বিগৰ্হিত কাম কৰিবৰ বাবে প্ৰয়াস পায়। বহু ডেকা ল'ৰাৰ জহান্নামৰ ৰাস্তাও পৰিস্কাৰ হৈ পৰে। সাধাৰণতে এই বিধৱা সকলৰ যৌন লিপ্সা অপূৰণ হৈ ৰোৱাৰ ফলতে স্বাভাৱিকতে মনোবিজ্ঞানৰ ফালৰ পৰা বিধিনিষেধ কামৰ ফালে মন বেছিকৈ ঢাল খায়। ফলত নানা কেলেঙ্কাৰীৰ সৃষ্টি হয়। ভ্ৰূণহত্যা, গৰ্ভস্ৰাৱ আদি অবৈধ পাপ কামবোৰ ইয়াৰ ফলতে সৃষ্টি হয়। তদুপৰি তিৰোতাগৰাকী হিংসুক, পৰশ্ৰীকাতৰ আৰু টুটকীয়া ধৰণৰ হৈ উঠে। ক্ৰমে বৃদ্ধ হৈ আহে মানে টুটকীয়া স্বভাৱো বাঢ়ি যায়। এনে ধৰণৰ তিৰোতাৰ পৰা ঘৰ ভাঙে, গাঁৱত কাজিয়া বাঢ়ে। চুবুৰীত সদায় দ্বন্দ্ব খাৰিয়াল নুগুচা হয়।" (পৃ-৫১)

'এয়েতো জীৱন' উপন্যাসখনত কাঞ্চন পেহী আৰু জেতুকী বাই এনে দুগৰাকী বিধৱা। পেহী নিঃসন্তান বৃদ্ধ বিধাৱা আৰু বাই সন্তানহীনা গাভৰু বিধৱা। 'জীৱন সংঘাত'ত যশোদা এগৰাকী বিধৱা গাভৰু। কিন্তু যশোদা আন নাৰীৰ দৰে সংযত আৰু সচেতন। কিন্তু যশোদাৰ ৰূপ যৌৱন পাপৰ বোজাহেন হৈ পৰিছে। বিভিন্ন জনে অসৎ ইঙ্গিত কৰে, নানাজনে ঈৰ্ষাবশতঃ বদনাম ৰটনা কৰি ফুৰে। লম্পটজনে কামনা চৰিতাৰ্থ কৰিবলৈ বিচাৰে। ৰূপহী গাভৰু বিধৱাৰ বাবে নিজক ৰক্ষা কৰি চলাটো সঁচায়ে ভীষণ সমস্যা।

গাঁৱত গা ধুবলৈ গাধোৱা ঘৰ আৰু শৌচ-প্ৰস্ৰাৱ কৰিবলৈ আধুনিক পদ্ধতিৰ কোনো ব্যৱস্থা নাই। অৱশ্যে সময়ৰ লগে লগে গাঁৱলীয়া জীৱনধাৰাৰো পৰিবৰ্তন ঘটিছে। তদানীন্তন গাঁৱলীয়া মানুহে গা ধুবৰ বাবে নদী নাইবা পুখুৰীলৈ গৈছিল আৰু নদী নাইবা পুখুৰীত নামি নাইবা তাৰ পাৰতেই গা ধুইছিল। সেইদৰে বাৰীৰ ঢাপ, বাঁহবাৰী, নদীৰ পাৰ আৰু আওঁহতীয়া জংঘল ঠাই আদিত গাঁৱৰ মানুহে শৌচ কৰিছিল। 'এয়েতো জীৱন'ত নৈ ঘাটত গাধোৱা, পানী অনা আদিৰ অনুপংখ বিৱৰণ পোৱা যায়।

গাঁৱলীয়া অঞ্চলত যৌথ পৰিয়ালবোৰ বিভিন্ন কাৰণত ভাগি পৰে আৰু গোট গোট হৈ পৰে। এই কাৰণবোৰ প্ৰধানত ব্যক্তিকেন্দ্ৰিকতা, পৰিয়ালৰ সদস্যসকলৰ উপাৰ্জনৰ তাৰতম্য আৰু বিয়াবাৰু আদি। বিশেষকৈ গাঁৱলীয়া পৰিয়ালত আটাইকেইজন ভাইককায়েকে বিয়া পতাৰ পিছতে পৰিয়ালটো ভাঙনমুখী অৱস্থালৈ গতি কৰে। "The marriage of grownup girls who come with preconceived ideas of their own and cannot adapt themselves to the family is the poten factor in the rapid disintegration." [৮]

'এয়েতো জীৱন'ত পোৱা যায় ন বোৱাৰী হিচাবে কুঞ্জলতা বীৰেনহঁতৰ ঘৰখনত প্ৰৱেশ কৰাৰ লগে লগে ঘৰৰ পৰিবেশেই বদলি হৈ গ'ল। শান্ত আনন্দময় ঘৰখন নিৰানন্দময় হৈ উঠিল আৰু কূটনীতি প্ৰবেশ কৰিলে। কুঞ্জৰ মাক এজনী কূটনীতি বিশাৰদা নাৰী। একেখন ঘৰলৈ দুজনী জীয়েকক বিয়া দিয়াৰ পিছত তেওঁ ভাবিলে যে যদিও ডাঙৰজন আৰু সৰুজনক একেলগে ৰাখি মাজুজনক বেলেগ কৰিব পৰা যায় তেন্তে জীয়েক দুজনীৰ অধিক সুবিধা কৰিব পৰা যায়। তাকে কৰিব লাগিলে প্ৰথমতে প্ৰত্যেকক বেলেগ কৰিব লাগিব আৰু শেষত মাজুজনক এঘৰীয়া কৰিহে ডাঙৰজন আৰু সৰুজনক পুনৰ একেলগ কৰিব পাৰিব। অৱশেষত মহাজনৰ গৃহস্থী একেলগ হৈ নাথাকিল— আটাইকেইজন বেলেগ হ'ল। কেতিয়াবা দেখা যায় নবোৱাৰীয়ে উচ্চমত পোষণ কৰা বাবেও যৌথ পৰিয়ালসমূহ ভাগি যায়। কাৰণ চহৰমুখী তেনে নবোৱাৰীয়ে গাঁৱলীয়া পৰিবেশত নিজকে মিলাব নোৱাৰি চলেবলে কৌশলে গিৰীয়েকক মূল পৰিয়ালটোৰ পৰা আঁতৰাই আনে। হিতেশ ডেকাৰ "মাটিকাৰ" উপন্যাসখনত এই সম্পৰ্কীয় সুন্দৰ বৰ্ণনা পোৱা যায়।

প্ৰত্যেকখন গাঁৱত নাইবা একোটা অঞ্চল সামৰি একোজন মহাজন থাকে। ধনে-জনে সকলো ফালে স্বচ্ছল অৱস্থাৰ কাৰণেই দুখীয়া মানুহবিলাকে তেওঁলোকক মহাজন বুলি কয়। "শিক্ষাৰ পোহৰ নপৰা অনগ্ৰসৰ গাঁওবিলাকত ধনী মহাজসকলৰ এটি গুৰুত্বপূৰ্ণ ভূমিকা থাকে। সুযোগ সন্ধানী এই শ্ৰেণীৰ লোকে গাঁৱৰ দৰিদ্ৰ জনতাক নানা ছল-চাতুৰীৰে শোষণ কৰে।"[৯] গাঁৱলীয়া মানুহ বিভিন্ন সমস্যাৰে জৰ্জৰিত। সহজ-সৰল, নিৰক্ষৰ এই গাঁৱলীয়া মানুহখিনিৰ দুৰ্বলতাৰ সুযোগলৈ মহাজন বিলাকে তেওঁলোকক সৰ্বস্বান্ত কৰে।

'এয়েতো জীৱন'ত বীৰেণৰ দেউতাক এনে এজন মহাজন। গাঁৱৰ সকলোৱে তেওঁক মহাজন বুলি মাতে। চোৰাংকাৰবাৰ কৰি ধনী হোৱা মহাজনে নিজৰ মানুহকে শোষণ-প্ৰৱঞ্চনা কৰাৰ বাহিৰেও সাধাৰণ গাৰোৱান কৰ্মঠ গাঁৱলীয়া ডেকা বলোৰামক ভেটিহীন কৰিবলৈ অলপো সংকোচ কৰা নাই।

গাঁও অঞ্চলত থকা মহাজনবিলাক যে কেৱল অসমীয়া মানুহ তেনে নহয়। কোনো কোনো অঞ্চলত বিহাৰী নাইবা মাৰোৱাৰী মহাজনো দেখিবলৈ পোৱা যায়। এই ব্যৱসায়ী সকল ব্যৱসায় সূত্ৰে গাঁৱত থিতাপি লয় আৰু এদিন গোজেই গোজালি হৈ পৰে। "গাঁৱৰ ভিতৰত এই চিতাৰামায়াৰ দোকানখনেই দোকান। গোটেই গাঁৱৰ মানুহে তাৰ পৰা মাল পত্ৰ কিনে। গাঁৱৰ মানুহৰ সিয়েই সৰবৰাহী লোক। সি তাৰে চেলুলৈ নানা অপকৰ্ম কৰি ধন ঘটিবলৈ আৰম্ভ কৰিছে। চোৰৰ মাল গুপুতে ৰখাত সি সিদ্ধহস্ত। মিছা দলিল লিখি মহাজনৰ হতুৱাই মানুহৰ ঘৰমাটি ক্ৰোক কৰি নিজে ডাকি ৰখা, ইচ্ছামতে বস্তুৰ দাম কৰি পইচা লোৱা, ব্লেকপকেট কৰি ধন ঘটা, তাৰ উপৰি চোৰাং কানি আদিৰ ব্যৱসায় কৰালৈকে একো বাকী নাই। ইফালে দীনবন্ধু সুদখোৰ মহাজন। গাঁৱৰ মানুহক টকা ধাৰলৈ দি শতকৰা পঞ্চাচ টকা সুদ আদায় কৰা, সুতীয়াকৈ টকা দি শতকৰা বছৰি ৫/মোন ধান আদায় কৰা আৰু চক্ৰবৃদ্ধিহাৰে সুদ ধৰি শেষত মানুহৰ ঘৰ-মাটি নিলামত দি কেএগ্ৰাৰ দ্বাৰাই ডাকি ৰাখি পাচত তাৰ মালিক হোৱা তাৰ ব্যৱসায়।" (নতুন **পথ**, পৃ-১-২)

প্ৰত্যেকখন গাঁৱতে একোটি নামঘৰ দেখিবলৈ পোৱা যায়। নামঘৰৰ বিভিন্ন কাৰ্যৰ মাজেদি গাঁৱলীয়া মানুহৰ গণতান্ত্ৰিক চিন্তাধাৰা প্ৰকাশ পাই আহিছে। গাঁওখনত সৃষ্টি হোৱা বাদ-বিসম্বাদ এই নামঘৰতেই সমাধান কৰা হয়। তদুপৰি নামঘৰৰ মজিয়াতে ৰাজহুৱা মেল, ৰাজহুৱা বিচাৰ আদি সম্পন্ন কৰা দেখা যায়। 'নতুন **পথ**'ত পোৱা যায় যে ৰাজহুৱা নাম প্ৰসঙ্গৰ অন্তত এচাম গএগ্ৰাই প্ৰসাদ ল'বলৈ অমান্তি হয়। দীনবন্ধু মহাজনে যিজনী ছোৱালী পুতেকলৈ বিয়া পাতি আনিছে, সেই বোৱাৰীজনীৰ গা-বন্ধ হোৱা ছমাহ হৈছে। অথচ বিয়া পতা তিনিমাহে হৈছে। এই সন্দৰ্ভত ৰাইজে বিচাৰ কৰি দীনবন্ধুক এঘৰীয়া কৰি থৈছিল। দীনবন্ধুৰ চাউল প্ৰসাদত মিহলোৱাৰ বাবে গএগ্ৰা বিক্ষুব্ধ হৈ পৰে। অৱশেষত ৰাইজ দুফাল হ'ল আৰু দীনবন্ধুৰ ফালে গএগ্ৰা বেছি হোৱাত তেওঁৰে জয় হ'ল।

ৰাজহুৱা নামঘৰৰ বাহিৰেও কেতিয়াবা গাঁৱৰ ব্যক্তিগত বিবাদ আদি নিষ্পত্তি কৰিবৰ বাবে গাঁওখনৰ মুখীয়াল ব্যক্তিৰ চোতালত নাইবা মেল দিওঁতাজনৰ ঘৰৰ চোতালতো মেল বহা দেখিবলৈ পোৱা যায়। "জীৱন সংঘাত" উপন্যাসখনত এনে এখন মেলৰ সুন্দৰ বিবৰণ দেখিবলৈ পোৱা যায়।

গাঁৱলীয়া মানুহৰ প্ৰধান জীৱিকা হ'ল খেতি। তদুপৰি খেতি পথাৰৰ পৰা আজৰি হৈ শাক-পাচলি, আলু-কবি-বেঙেনা আদিৰ খেতি কাৰ্যতো ব্যস্ত হৈ পৰে। খেতি হয় বোকাত, পানীত; গাঁও অঞ্চলত। খেতিৰ দিনকেইটাত খেতিয়কসকলে হাড়ভগা পৰিশ্ৰম কৰে। কাৰোবাৰ লগত কথা পাতি সময় নষ্ট কৰিবলৈ তেওঁলোকৰ আহৰি নাই। কাউৰীয়ে কাঁ কৰাৰ আগতেই শোৱাৰ পৰা উঠি ল'ৰাৰ পৰা বুঢ়ালৈকে পথাৰলৈ ঢাপলিমেলে। ঘৰৰ তিৰোতাসকলেও পুৰুষসকলক ধানকটা, ভুঁইৰুৱা আদি কামত পূৰ্ণ সহযোগ কৰে। 'নতুন পথ'ত পোৱা যায় "ভাদ মাহ। শালিখেতিৰ ভৰ বতৰ। হালুৱৈৰ গাত তত্ নাই। কিন্ কিন্‌কৈ বৰষুণ পৰিছে।" (পৃ-২৩)

খেতিয়কসকলৰ সমস্যা এশ এবুৰি। তেওঁলোকৰ সমস্যাসমূহ হ'ল খৰাং বতৰ, বানপানী আৰু মাটিৰ সমস্যা। বৰষুণৰ ওপৰতেই অসমৰ খেতি নিৰ্ভৰশীল। সময়ৰ লগে লগে অসমৰ বানপানীৰ শ্ৰেণী চৰিত্ৰও বদলি হ'বলৈ ধৰিছে। "বানপানী হৈছে অসমৰ বাইজৰ কাৰণে এক বছৰেকীয়া আহুকাল। এই বানপানীয়ে কিমানৰ খেতিৰ মাটি নষ্ট কৰে, ভাবিলে আচৰিত নহৈ উপায় নাই। কিমান পশু আৰু জনসাধাৰণৰ মৃত্যু হয়, সেইবাৰ কথা কল্পনা কৰিব নোৱাৰি।" ১০

'নতুন পথ' উপন্যাসখনত বানপানীৰ বিষময় ফলৰ বিষয়ে চমু আভাস পোৱা যায়। "আহিনৰ বানপানীয়ে নাখালেহে ৰক্ষা। কি যে আকাল পৰিল। আহিনতো বানপানী হয়। দিন কাল উলটিল, পাপী ৰজা হ'ল— নহলেনো অকালত বানপানী হৈ আজি তিনি চাৰি বছৰে ধান নষ্ট কৰেনে?" (পৃ-২৩) 'আজিৰ মানুহ" তো বানপানীৰ কুফলৰ চমু আভাস পোৱা যায়। ব্ৰহ্মপুত্ৰৰ বানপানীয়ে গোটেই অঞ্চল বুৰাই শস্যবোৰ তেনেই নষ্ট কৰি পেলালে। চৰকাৰে কৃষক সকলৰ ৰাজহ কমাই দিলেও মহাজন সকলৰ কবলৰ পৰা খেতিয়ক সকলে ৰেহাই নেপালে। বাটে পথে সহস্ৰ দুখীয়া কৃষক এমুঠি অন্নৰ বাবে ঘূৰি ফুৰিব লগাত পৰিল। খেতিয়কসকলৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সমস্যা হ'ল· মাটিৰ সমস্যা। জনসংখ্যা বৃদ্ধি, গৰাখহনীয়া, অৰ্থনৈতিক দুৰাবস্থা আদিৰ ফলত ভূমিহীন খেতিয়কৰ সংখ্যা দিনক দিনে বাঢ়িব লাগিছে। তেওঁলোকৰ গৰু আছে, হাল আছে কিন্তু খেতি কৰিবলৈ মাটি নাই। আনহাতে দেশ স্বাধীন হোৱা চাৰি দশকৰ পাছতো প্ৰকৃতাৰ্থত কোনো ধৰণৰ ভূমি সংস্কাৰ ন'হল। ফলস্বৰূপে ভূমিৰ মালিকীস্বত্ব বেছিভাগ প্ৰকৃত কৃষকৰ হাতত নথকাত আধিখোৱা কৃষকে সেই মাটিত ইচ্ছামতে কোনো কাম হাতত ল'ব নোৱাৰে। তদুপৰি আধিয়াৰ পট্টা প্ৰচলিত হৈ থকাৰ কাৰণে মাটি হেৰুৱাৰ ভয়ত বহু মাটিৰ মালিকে নিজে খেতি-পথাৰ কৰিবলৈ লয়। অন্য এক সমস্যা হ'ল দুখীয়া কৃষকসকল সদায়ে দালালৰ দ্বাৰা শোষিত আৰু নিষ্পেষিত। দুখীয়া খেতিয়কসকলে উৎপাদন কৰা বিভিন্ন সামগ্ৰী এই দানালবোৰে নাম মাত্ৰ দামত ক্ৰয় কৰি অধিক মূল্যত বিক্ৰী কৰি আহিছে।

দুখীয়া খেতিয়ক সকলৰ মাটিৰ সমস্যাকলৈ উপন্যাস ৰচনা কৰি হিতেশ ডেকাই কৃষক সকলৰ বাবে এটা পথকেই প্ৰদৰ্শন কৰিছিল। "মাটিকাৰ? খেতি যাৰ মাটি তাৰ"— এই শ্লোগানেৰে খেতিয়ক সকলৰ বাবে কৃষক বিপ্লৱকে সূচনা কৰিছিল। সাধাৰণ দুখীয়া ভূমিহীন কৃষকসকলে জংঘল ভাঙি মাটি উলিয়ালে কিন্তু ভূতৰ ওপৰত দানৱ ওলোৱাৰ দৰে প্ৰকাশ হাজৰিকাই ভিতৰি ভিতৰি মাটিৰ পট্টা কৰি নিজেই মাটিৰ মালিক হৈ পৰিল। তদুপৰি অসমীয়া খেতিয়কসকলক উচ্ছেদ কৰিবলৈ গভীৰ ষড়যন্ত্ৰতো লিপ্ত হৈ পৰে। বহুক্ষেত্ৰত দেখা যায় মাটিৰ মালিক বিলাকে মইমনচিঙিয়া মানুহক সংস্থাপন কৰি দুখীয়া কৃষকৰ কামিহাড় ভাঙি পেলায়।

'আজিৰ মানুহ'ত পোৱা যায় 'কেইদিনমানৰ পিচত গোপীকান্ত বৰুৱাই বিদেশী আনি তেওঁৰ মাটিত বহুৱালে। চাওঁতে চাওঁতে অসমীয়া মানুহবিলাকৰ ভূঁই মাটি বোৰত কুঁজা কুঁজা ঘৰ থিয় হ'ল। বৰুৱাই ৰায়ত বোৰক উঠি যাবলৈ আদেশ দিলে।" (পৃ-৬২)

'মাটিকাৰ' উপন্যাসখনতো ঔপন্যাসিকে এই সম্পৰ্কে সুন্দৰ বিৱৰণ দাঙি ধৰিছে। "মই দেখি আহিছো— অসমীয়া খেতিয়ক সকলৰ বস্তিৰ চাৰিওফালে বিফিউজি পমুৱাবোৰৰ কুঁজা কুঁজা ঘৰবোৰ উঠিছে। শাৰী শাৰী ঘৰ। গুৰি পৰুৱাৰ দৰে শ শ পমুৱা আহি ভৰি পৰিছে।" (পৃ-৭৩)

> "দেশ বিভাজনৰ গইনা লৈ চৰকাৰে পূৰ্ব-পাকিস্তানৰ (অধুনা বাংলাদেশ) পৰা ভগনীয়া আনি অসমৰ বিজাৰ্ভত বসবাস কৰিবলৈ দি অসমৰ জন গাথঁনি আৰু অৰ্থনীতিত এৰাব নোৱাৰা সুদূৰ প্ৰসাৰী প্ৰভাৱৰ কথা উপলব্ধি কৰি সেই সময়তেই হিতেশ ডেকাই এই ভয়াবহ সমস্যাটোক ভূমি ধৰিছিল। 'মাটিকাৰ' উপন্যাসৰ যোগেদি। চৰকাৰৰ সেই অবিমৃষ্যকাৰিতাৰ ফল ভোগ কৰি আছে অসমৰ বৰ্তমান জনসাধাৰণে।" ১১

গাঁৱলীয়াসমাজত নবৌ আৰু দেওৰেকৰ মাজত মধুৰ সম্পৰ্ক দেখিবলৈ পোৱা যায়। বহুক্ষেত্ৰত এই সম্পৰ্ক মাতৃ আৰু পুত্ৰসুলভ। 'আজিৰ মানুহ'ত ঔপন্যাসিকে এই ক্ষেত্ৰত বাস্তৱসন্মত চিত্ৰ অঙ্কন কৰিছে। "কল্যানী কিন্তু বাস্তৱিকেই কল্যানকাৰিণী। যিদিন ধৰি ঘৰ সোমাল সিদিন ধৰি ঘৰলৈ লক্ষ্মী আহিল। অযত্ন পালিত ঘৰদুৱাৰ নতুন প্ৰাণৰ সঞ্চাৰ হ'ল। প্ৰতাপে যেন হেৰুৱা মাককহে পালে। স্কুললৈ যোৱাৰ আগতে ভাতপানী ৰান্ধি আদৰ-সাদৰ কৰি খুৱাই বুৱাই পঠাই দিয়ে স্কুললৈ বৌয়েকে। স্কুলৰ পৰা অহাৰ লগে লগে হাত মুখ ধুবলৈ পানী দি চাহজলপান দিয়ে। অলপ লেতেৰা কানি-কাপোৰবোৰ ধুই দিয়ে। অলপ অসুখ হ'লেই গৰম পানী কৰি হাত-মুখ ধুৱাই দিয়ে।" (পৃ-৮-৯)

'বিজয়লক্ষ্মী ফাৰ্ম'ত প্ৰতাপৰ অসুখ টান হৈ অহাত মানুহখিনিয়ে প্ৰতাপক ঘৰত থৈ আহিল। প্ৰায় এসপ্তাহ পাৰ হ'ল— বেমাৰ ভাললৈ অহা নাই। বৌয়েকে ভাত পানী এৰি বেমাৰীৰ লগত ব্যস্ত হৈ পৰিল। ডাক্তৰক দিবলৈ টকা নথকাত বৌয়েকে হাতৰ সোণৰ চুৰি যোৰকে বিক্ৰী কৰিবলৈ গিৰীয়েকৰ হাত তুলি দিছে। "এইজন যে মোৰ প্ৰাণতকৈও মৰমৰ।" (পৃ-১১৪) বৌয়েকে প্ৰতাপক ইমানেই মৰম কৰিছিল যে মৃত্যুৰ ক্ষণ গণি থকা সময়তো ভনীয়েকৰ হাতত প্ৰতাপক গতাই গৈছিল। "নীলিমা মোৰ মৰমৰ দেবৰ জনক তোক গতালোঁ। তেওঁৰ যত্ন লওঁতা আৰু কোনো নাথাকিব। তই যেন মোৰ মৰমৰ বাপুটিৰ যত্ন লৱ। মোৰ মৰমৰ সোণটিৰ মই সুখ নেদেখিলোঁ। তেওঁৰ জীৱনৰ দায়িত্ব তোৰ ওপৰত।" (পৃ-১১৮).

"এয়েতো জীৱনতো" বৌয়েক-দেওৰেকৰ মাজত থকা মধুৰ সম্পৰ্ক চিত্ৰিত হোৱা দেখিবলৈ পোৱা যায়। উৰ্বশীয়ে দেৱৰেক বীৰেনক বুকুৰ জীউ যেন দেখে। "বীৰেনক মৰম নকৰি মই কাক মৰম কৰিম? মোৰ কোন আছে? আই বোপাই নাই, ভাই নাই, সন্তান নাই; এনেস্থলত মই কাক মৰম যাচিম? মোৰ অন্তৰৰ মৰম কাৰ ওপৰত ঢালি দিম? তেনেস্থলত মই মোৰ মৰম ঢালি দিবৰ বাবে এনে এজন সুন্দৰ দেৱৰ পাইছো, মই তেওঁক মৰম নকৰি কাক কৰিম। মোৰ ভাইৰ স্থান, মোৰ সন্তানৰ স্থান তেৱেঁ পূৰণ কৰিছে। বীৰেন মোৰ দেৱৰ, ভাই, সন্তান সকলো।" (পৃ-১৩০)

অসমীয়া গাঁৱলীয়া মনুহৰ প্ৰধান আহাৰ হ'ল ভাত। জা-জলপানৰ ভিতৰত চিড়া, মুৰি, আখৈ, মোৱা লাড়ু, সান্দহ, গোটকৰাই, ডেৱাভজা, পিঠাগুৰি, কোমল চাউল আৰু বিভিন্ন প্ৰকাৰৰ পিঠাই প্ৰধান। আটাইকেইখন উপন্যাসতে খোৱা-বোৱাৰ সম্পৰ্কে চমুকৈ হলেও আভাস পোৱা যায়। 'নতুন পথ'ত অসমীয়া খোলা চাপৰি পিঠাৰ চমু আভাস দাঙি ধৰিছে। "পুৰি-লুচি আদিতকৈ আমাৰ এই অসমীয়া খোলা চাপৰি পিঠা বাস্তৱতে ভাল। আমাৰ আয়ে মাজে মাজে তৈয়াৰ কৰে।' তেওঁৰ কথাত হয়ভৰ দি ভেকেলাই ক'লে— 'খোলাচাপৰি পিটা বৰ পুষ্টিকৰ বোপা; তাৰোপৰি দুখন খালেই ভোক নাইকীয়া হৈ যাব। আমি খেতিয়ক মানুহৰ বাবে ই বৰ উপকাৰী।" (পৃ-৩০-৩১)

গাঁৱলীয়া সমাজত জন্ম আৰু মৃত্যু সম্বন্ধীয় নানা বিশ্বাস আছে আৰু নীতি নিয়মৰ মাজেৰে এই ক্ষেত্ৰত বিভিন্ন ধৰণৰ অনুষ্ঠান পালন কৰা হয়। মৃত্যু আসন্নজনক মুখত একোচামুচ পানী দিয়াটো পূৰ্বাপৰ চলি অহা ৰীতি। মৃত্যুমুখী বৌয়েকৰ মুখত প্ৰতাপে এচামুচ পানী ঢালি দিছে। গাঁও অঞ্চলত কাৰোবাৰ মৃত্যু হোৱাৰ লগে লগে দুখবৰটো প্ৰচাৰ হৈ পৰে আৰু ঘৰখন ওচৰচুবুৰীয়া মানুহৰে ভৰি পৰে। ঘৰৰ ভিতৰত শেষ নিশ্বাস পেলোৱাটো ঘৰখনৰ কাৰণে অমঙ্গলজনক বুলি ভবা হয়। সেয়েহে শেষ নিশ্বাস পেলোৱাৰ আগতে শবটো বাহিৰলৈ অনা হয়। 'আজিৰ মানুহ'ত দেখিবলৈ পোৱা যায়, কল্যানীৰ মৃত্যু সংবাদ পোৱাৰ লগে লগে ওচৰ চুবুৰীয়া ঘৰ ভৰি পৰিল আৰু শব বাহিৰ কৰিবৰ বাবে সকলো প্ৰস্তুত হ'ল। বয়োজ্যেষ্ঠ সকলে ঘৰখনৰ সকলোকে সান্ত্বনা দিবলৈ ধৰিলে। জন্ম আৰু মৃত্যুৰ ওপৰত মানুহৰ হাত নাই। মানুহ জন্ম হয় আৰু মৃত্যু হয়। মৃতদেহ সাধাৰণতে বাঁহৰ সাঙি কৰি শ্মশানলৈ নিয়া হয়। কল্যানীৰ মৃতদেহটোও বাঁহৰ সাঙি কৰি শ্মশানলৈ লৈ যোৱা হৈছে।

গাঁৱলীয়া মানুহৰ মাটিৰ প্ৰতি দুৰন্ত মোহ দেখিবলৈ পোৱা যায়। মাটিৰ সীমা লৈ প্ৰায়ে দুখন ঘৰৰ মাজত কাজিয়া-পেচাল হোৱা দেখিবলৈ পোৱা যায়। মাটি-বাৰী, ঘৰদুৱাৰ, ধন-সম্পত্তি আদি সকলোবোৰ যে মিছা; ই তেওঁলোকৰ বাবে ৰহস্যময়। সীমাৰ সামান্য ইফাল সিফাল হলেই একোখন কুৰুক্ষেত্ৰ আৰম্ভ হৈ যায়। **'মাটিকাৰ'** উপন্যাসখনত গঞাৰ মাটিৰ প্ৰতি থকা মোহ বাস্তৱসম্মতভাৱে প্ৰকাশ পাইছে।

"মাটিকাৰ? তোৰ নে মোৰ? ভালে ভালে কৈছো— আঁতৰি যা, নহলে দিম বাপেকে মজাপলি। মাটিৰ দাহ বৰ দাহ। মাটিৰ দাহত কাৰবাৰ মূৰ যাব।"

মণ্ডলাৰ কথা শুনি পুহই ক'লে— "মই তঁহতৰ ধমকনিত ভয় যোৱা বিধৰ লোক নহয় জানিবি। লাগে যদি জান দিম; তথাপি কেতিয়াও মাটি এৰি নিদিম। যা দূৰ হ সোনকালে ইয়াৰ পৰা।" মণ্ডলাৰ বৰ খণ্ড উঠে। ককাঁলত কাপোৰ বান্ধি আগুৱাই গৈ পুহাক আগচি ধৰিলে— "বেটা তোৰ ইমান গৰম, আহ তেন্তে! মুখেৰে মাটি বাহিৰ কৰিম বাপেকে। বেটা কুকুৰৰ পো।" (পৃ-১-২)।

উপন্যাস ৰসোত্তীৰ্ণ হবলৈ হলে আন আন উপাদানৰ লগতে পৰিবেশ সৃষ্টিও অপৰিহাৰ্য। "Whatever plan is adopted, it is evident than in all novels in which particular phases of life are kept to the fore, characterization and Social setting are vitally associated, and each element must therefore be considered in its connection with the other." [১২] হিতেশ ডেকাৰ **আজিৰ মানুহ, এয়েতো জীৱন, মাটিকাৰ, জীৱন সংঘাত আৰু নতুন পথ** আদি উপন্যাসত সহজ সৰল গ্ৰাম্য জীৱন বাঙ্ময় হৈ উঠিছে।

গাঁও আৰু গাঁৱলীয়া জীৱনৰ দীঘ-বাণি লৈ অসমীয়া গাঁৱলীয়া সভ্যতা গঢ়লৈ উঠিছে। গাঁৱলীয়া মানুহ সহজ-সৰল আৰু হোজা প্ৰকৃতিৰ। উপন্যাসৰ চৰিত্ৰ বাস্তৱ জীৱনৰ পৰাই বুটলি লোৱা হয়, গতিকে অসমীয়া উপন্যাসতো গাঁৱলীয়া চৰিত্ৰ অংকিত হৈছে। 'উপন্যাসৰ চৰিত্ৰ এক কাল্পনিক মানুহ আৰু এই কাল্পনিক মানুহজন গঢ়লৈ উঠিছে জীৱন সম্পৰ্কে লেখকৰ দৃষ্টিভংগী, আদৰ্শ আৰু বাস্তৱ সংমিশ্ৰনৰ ফলস্বৰূপে।" [১৩] দুজন মানুহৰ আকৃতি আৰু প্ৰকৃতিৰ ক্ষেত্ৰত যিদৰে পাৰ্থক্য দেখা যায়, সেইদৰে উপন্যাসৰ চৰিত্ৰৰ মাজতো পাৰ্থক্য লক্ষ্য কৰা যায়। প্ৰতিটো চৰিত্ৰৰ হাৱ-ভাৱ, কথা-বতৰা, চাল-চলন, পিন্ধন-উৰণ আৰু স্বভাৱ-চৰিত্ৰ সুকীয়া সুকীয়া। "In truth; character is what a person is" [১৪]

গ্ৰাম্যপটভূমিত উপন্যাস এখন ৰচনা কৰিলেই সকলো চৰিত্ৰ গাঁৱলীয়া হৈ উঠিব, তেনে কোনো সত্যতা নাই। কিন্তু দক্ষ ঔপন্যাসিকৰ হাতত তাৰ মাজৰে কিছুমান চৰিত্ৰ গ্ৰাম্যচৰিত্ৰ হিচাবে জীৱন্ত হৈ উঠে। গাঁৱলীয়া গাভৰু সহজ-সৰল। কামে বনে নিপুন, একোজনী পাকৈত শিপিনী। সেইদৰে সমাজৰ ৰীতি-নীতিৰ শ্ৰদ্ধাশীলা, দৃঢ়মনা আৰু সংযমশীলা।

হিতেশ ডেকাৰ 'আজিৰ মানুহ'ৰ নীলিমা আৰু **'এয়েতো জীৱন'**ৰ উমা এই শ্ৰেণীৰ গাভৰু। দুয়োটা চৰিত্ৰতে গাঁৱলীয়া জীৱনৰ মাটি পানীৰ গোন্ধ পোৱা যায়। "The Women is a symbol of love and forbearance." [১৫] এই সত্যটো দুয়োটা চৰিত্ৰতে প্ৰযোজ্য।

নীলিমা এজনী গাঁৱলীয়া গাভৰু। কামে বনে পাকৈত। দেখাই শুনাই, কথাই-বতৰাই ছোৱালীজনী শুৱনি। মনে প্ৰানে সৰু ভিনিহিয়েক প্ৰতাপক ভাল পায়। প্ৰতাপেও নীলিমাক ভাল পায়। পৰিস্থিতিৰ পৰিপ্ৰেক্ষাত প্ৰতাপে বীণাপাণিক বিয়া কৰাব লগা হয়। বিয়াৰ কথা জানিব পাৰি নীলিমাই চাৰিওফালে শূণ্যতা দেখা পালে। "তাইৰ খোৱা লোৱাৰ ঠিক নোহোৱা হ'ল। মূৰৰ চুলিবোৰ আউল বাউল হ'ল। সদায় বিষন্নমনে কিবা ভাবি থাকে। একোবাৰ ভাবে 'এবাৰ গৈ সকলোকে কথাটো কৈ আহোঁগৈ যে মই পাগলী হ'ম।' পিছে মুহূৰ্তত লাজ আহে 'ছি কি পাগলী মই? মোৰ লাজ চৰম পুৰি খালো নেকি?' (পৃ-৭৬)

প্ৰকৃততে নীলিমাই একা কৰিব নোৱাৰিলে। নিজৰ দুখ গোপনে বুকুত লৈ ত্যাগৰ পথ নিৰ্দেশ কৰিলে। সহজ-সৰল গাঁৱলীয়া ছোৱালী এজনীয়ে যে ত্যাগৰ মহত্ত্ব বুজি পায়— তাৰ জলন্ত প্ৰমাণ নীলিমা। জীৱনত সকলো হেৰুৱাই নিজে সৰ্বস্বান্ত হৈছে; অথচ আপোন জনক সান্ত্বনা দিছে— "জীৱনত সকলো হেৰুৱালোঁ। চিৰ ব্যৰ্থতাই হ'ল মোৰ জীৱনৰ আৱলম্বন। কিন্তু আজি চুলি চিঙি ভগবানক কাকুতি কৰিছোঁ যেন জনমে জমে মই আপোনাক ভাল পাওঁ।" (পৃ-১৮৩) বেদনাত ভাগি পৰা প্ৰতাপক নীলিমাই নিজেই সান্ত্বনা দিব লগা হৈছে— "নাকান্দিবা মোৰ আগত আপুনি, নুটুকিব মোৰ আগত চকুলো, মোৰ প্ৰাণে নসহে।" (পৃ-১৮৩). 'নতুন পথ'ৰ শান্তিও নীলিমাৰ সমপৰ্যায়ৰ নাৰী চৰিত্ৰ। সৰলতাই এই শ্ৰেণী গাভৰুৰ বৈশিষ্ট্য।

হিতেশ ডেকাৰ 'এয়েতো জীৱন'ৰ উমাও মাটি পানীৰ গোন্ধ লৈ ডাঙৰ হোৱা গাঁৱলীয়া ছোৱালী। বিভিন্ন ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈ প্ৰিয়জনক আপোন কৰি পালে সচাঁ, কিন্তু সেই সম্পৰ্ক স্থায়িত্ব নহ'ল। নিজৰ নিচেই প্ৰিয়জনেই ভুল বুজিলে; যাৰ বাবে তাই সাধবা হৈও বিধবাৰ দৰে যন্ত্ৰণা কাতৰ জীৱন কটাব লগা হয়। গাঁৱলীয়া ছোৱালী হিচাবে থাকিবলগীয়া আটাইখিনি গুণেই উমাৰ গাত দেখিবলৈ পোৱা যায়।

গাঁৱলীয়া সমাজত একশ্ৰেণী তিৰোতা আছে তেওঁলোকৰ বাবেই আনৰ ঘৰ ভাঙে, কাজিয়া-পেচালৰ সূত্ৰপাত হয়। 'এয়েতো জীৱন'ৰ 'কাঞ্চন পেহী আৰু জেতুকী' এই শ্ৰেণী তিৰোতা। "জেতুকী বাইৰ মতে সংসাৰত ক'তো সতী তিৰোতা নাই। সুবিধা পালে সকলোৱে পৰৰ পাতত এচেলেকা মাৰে। ইফালে কাঞ্চন পেহীৰ মতে জগতত ক'তো ভাল মানুহ নাই। আৱশ্যক হলে সকলোৱে অ'ৰ কথা ত'ত লগায়। এজনীৰ মতে 'সুবিধা' আৰু আনজনীৰ মতে 'আৱশ্যকৰ' তাগিদাদ জগতত মানুহে কাম কৰে। এই 'সুবিধা' আৰু 'আৱশ্যক' এটা দুটা শব্দই দুজনী নাৰী চৰিত্ৰৰ দিক্‌দৰ্শন। এয়ে এওঁলোকৰ জীৱন দৰ্শনো।" (পৃ-৫৪)

"আজিৰ মানুহ"ৰ নীলিমাৰ মাক এটি সাৰ্থক গাঁৱলীয়া চৰিত্ৰ। গাঁৱলীয়া মাকসকলৰ এটি বদ্ধমূল ধাৰণা যে ছোৱালী গাভৰু হলেই এঘৰলৈ দিব লাগিব, গতিকে ঘৰুৱা কাম-বনত ছোৱালীজনী পাকৈত হোৱা উচিত। গাঁৱলীয়া সমাজত সেয়েহে ছোৱালীৰ পঢ়া-শুনাৰ ক্ষেত্ৰত গুৰুত্ব দিয়া দেখা নাযায়। "নীলিমা গাভৰু হৈ আহিছে। গতিকে মাকে তাইক স্কুললৈ যোৱা বন্ধ কৰি দি ঘৰুৱা কাম-কাজত নিপুণা কৰিবলৈ যত্ন কৰিছে।" (পৃ-১৩).

গাঁৱলীয়া অঞ্চলত একো একোটা পৰিয়ালত 'নবৌ'ৰ বিশেষ মৰ্যাদা আছে। ককায়েকে বিয়া কৰি অনা কন্যাজনীক সম্বন্ধ ধৰি মাতে। 'বৌ' আৰু দেওৰেকৰ সম্পৰ্ক বৰ মধুৰ, বহুক্ষেত্ৰত মাতৃসুলভ। কেতিয়াবা বন্ধুত্বপূৰ্ণ সম্বন্ধও দেখা যায়। অসমীয়া উপন্যাসত গাঁৱলীয়া নবৌৰ চৰিত্ৰ অংকণ কৰাত হিতেশ ডেকাৰ এক বিশেষ স্থান আছে। 'আজিৰ মানুহ'ৰ 'কল্যানী' আৰু 'এয়েতো জীৱন'ৰ 'উৰ্বশী' নিসন্দেহে সাৰ্থক চৰিত্ৰ। দুয়োটা চৰিত্ৰ ঔপন্যাসিকে অংকণ কৰিবলৈ যাওঁতে এগৰাকী গাঁৱলীয়া নবৌৰ থাকিবলগীয়া সকলোবোৰ গুণেই আৰোপ কৰিছে।

'আজিৰ মানুহ'ৰ কল্যানী প্ৰকৃতাৰ্থত কল্যানময়ী। কল্যাণীৰ হাতৰ স্পৰ্শত ঘৰখনে প্ৰাণ পাই উঠিল। মাতৃহাৰা প্ৰতাপেও যেন মাকক্হে ঘুৰাই পালে। প্ৰতাপৰ সকলো দায়িত্ব নিজৰ হাতত তুলি ল'লে। প্ৰতাপৰ অসুখ হোৱাত কল্যানীৰ অন্তৰে হাহাঁকাৰ কৰি উঠিল। ডাক্তৰক দিবলৈ টকাৰ অভাৱ হোৱাত নিজৰ হাতৰ সোণৰ চুৰি যোৰকে বিক্ৰী কৰিবলৈ গিৰীয়েকৰ হাতত তুলি দিছে। মোৰ ধনটি ভাল হৈ উঠিলে মোৰ হাত আকৌ পূৰ হ'ব, যাওঁক পলম নকৰিব, লৈ যাওক সোনকলে।" (পৃ-১১৪)

'এয়েতো জীৱন'ৰ উৰ্বশী এনে এগৰাকী নবৌয়েক যি দেওৰেক বীৰেনক নিজৰ সন্তানৰ দৰে মৰম কৰে। উৰ্বশীৰ সন্তান নথকাৰ বাবে দেওৰেকৰ প্ৰতি মৰম অসীম। বীৰেনৰ মৃত্যুত উৰ্বশী

মূক-মৌন আৰু স্তব্ধ হৈ পৰিছে। হিঁয়া ধাকুৰী কান্দিবলৈকো পাহৰি গ'ল। গোটেই ঘৰখনে কান্দিছে যদিও জীৱনত কোনোবা নহয় কোনোবা এজন আছে। কিন্তু উৰ্বশীয়ে কাৰ বাবে কান্দিব। "মই কাৰ বাবে কান্দিম? মই কাৰ মুখ চাই থাকিম? মোৰ যে আৰু সংসাৰত কোনো নাই। বীৰেন মৰিছে মানে মোৰ সংসাৰ সুদা হৈ গৈছে। সংসাৰৰ প্ৰতি মোৰ আৰু আকৰ্ষণ নাই। সকলোৰে একোজন আকৰ্ষণৰ লোক আছে, সেই দেখি তেওঁলোকৰ কান্দিবৰো ঠাই আছে; কিন্তু মোৰ কোন আছে, কাৰ বাবে কান্দিম।" (পৃ-৩৩১)

গাঁৱত উৎপতীয়া ল'ৰাৰ অভাৱ নাই। সিহঁতৰ উৎপাতত গাঁৱলৈ অহা অতিথিও সমস্যাত পৰে। কাৰোবাৰ বাৰীৰ ৰবাব টেঙা চুৰ কৰা, কাৰোবাৰ বাৰীৰ কুহিঁয়াৰ চুৰ কৰি খোৱা, কাৰোবাৰ পুখুৰীত লুকাই চুৰকৈ বৰশী বোৱা কামবোৰ এই শ্ৰেণী ল'ৰাৰ বাবে নিতান্ত স্বভাৱিক। তদুপৰি সিহঁতৰ গাইপতি থাকে বাটলুগুটি মৰা একোখন ফান্দ। 'এয়েতো জীৱন'ৰ 'পৱন' আৰু 'অৰ্জুন' এই শ্ৰেণী ল'ৰা। পৱনৰ দুষ্টালিত মাক অতীষ্ঠ হৈ পৰে। বৰ বেছি গালি শপনিও দিব নোৱাৰে। কৰণ তাৰ হাতত অনবৰতে ফান্দখন থাকেই। কেতিয়া কি অঘটন ঘটায় ঠিক নাই। কেতিয়াবা খং উঠিলে বাটলুগুটিৰে ঘৰৰ পাৰ চৰাইৰ মূৰ ভাঙি দিয়ে। পৱন অৰ্জুনৰ অনুগত শিষ্য। গাঁৱৰ মানুহে দুয়োটাকে ভয় কৰে। কেতিয়া ক'ত জগৰ লগায়, কোনেও নাজানে। দুয়োটা লগ লাগিলেই কিবা এটা নহয় অঘটন এটা ঘটিবই— ই ধ্ৰুৰূপ। ঔপন্যাসিকে এই দুটা চাৰিত্ৰৰ মাজেৰে গাঁৱলীয়া উৎপতীয়া ল'ৰাৰ চৰিত্ৰ নিখুঁতভাৱে দাঙি ধৰিছে।

গাঁৱলীয়া ডেকা স্বাভাৱিকতে সহজ-সৰল আৰু উদাৰ। কিন্তু সহজ সৰল এই গাঁৱলীয়া ডেকাৰ মন এবাৰ যদি বিষবাষ্পৰে ভৰি পৰে, তাৰ পৰা মুক্তি আৰু নাপায়। এনে এটি গাঁৱলীয়া ডেকা হ'ল 'এয়েতো জীৱন'ৰ বলোৰাম। বলোৰাম গৰু গাড়ীৰ গাৰোৱান-এক কৰ্মঠ ডেকা। মানুহ হিচাবে, ডেকা হিচাবে সিও সপোন দেখে; এখন মধুময় সংসাৰৰ প্ৰতি তাৰ হাবিয়াস প্ৰবল হৈ উঠে। সৰুতে মাক-বাপেক মৰা এখন শূণ্যময় ঘৰৰ পৰিবৰ্তে হাইউৰুমিৰে পূৰ্ণ এখনি ঘৰৰ সপোন দেখে। "সি গাড়ী চলাব— ধন ঘটিব আৰু সেই ধন ভাঙি বিয়া কৰাই আনিব উমাক— তাৰ মৰমৰ উমাক।" (পৃ-৩)

দাৰোৱান হিচাবে, প্ৰেমিক হিচাবে বলোৰমৰ মাজত যি সততা আৰু সৰলতা দেখা গৈছিল, স্বামী হিচাবে সৰলতা আৰু সন্দেহৰ উৰ্দ্ধত উঠিব নোৱাৰা বাবেই উমা আৰু বলোৰামৰ জীৱন তিক্ততাৰে ভৰি পৰিল। বলোৰামে উমাক অযথা সন্দেহ কৰি ঘৰৰ পৰা উলিয়াই দিলে— "আজিৰ পৰা মোৰ ইয়াত তাইৰ ঠাই নাই। তাইক মই এৰি দিছো।" (পৃ-১৮৩, ২য় খণ্ড). অৱশেষ বীৰেনৰ বাবে দুয়োৰে পুনৰমিলন ঘটে।

'নতুন পথ'ৰ ভেকেলা আন এটা সহজ সৰল গাঁৱলীয়া চৰিত্ৰ। ৰাতিপুৱাৰ ৰ'দ উঠি আহে মানে গাঁৱলীয়া খেতিয়কৰ খঙৰ উষ্মাও ক্ৰমান্বয়ে বঢ়ি আহে। ভৰ দুপৰীয়া লোকৰ গৰুৱে যেতিয়া সাজধৰা ধাননিত মুখ দিয়ে তেতিয়া আৰু খঙটো দমাই ৰাখিব নোৱাৰে - সি বিস্ফোৰিত হবই। সেয়েহে মাষ্টৰৰ গৰুজনী বান্ধি থবলৈ পুতেকক আদেশ দি ভেকেলাই হকে বিহকে গালি-গালাজ কৰিবলৈ ধৰিলে। সন্ধিয়া যেতিয়া গৰুজনী নিবলৈ মাষ্টৰ আহি ওলাল তেতিয়া আৰু সেই আগৰ উষ্মা নাই। অপৰাধপ্ৰৱন মন এটা লৈহে মাষ্টৰৰ সন্মুখ হৈছে। "দুপৰীয়াৰ সেই খং আৰু ধমকনি আৰু গধূলিৰ এই শান্ত সৌম্যমূৰ্তি, এই আদৰ আপ্যায়ন। এয়েতো সহজ সৰল চহা জীৱন। খং ৰাগ আছে, কিন্তু শিক্ষিত সকলৰ দৰে জীৱন জুৰি নাথাকে। 'তোমাৰ খং যেন সূৰ্যাস্তৰ লগে লগে মাৰ যায়।' এই মহাবাণীৰ সাৰ্থকতা বোধ হয় এই জীৱনতে সম্ভৱপৰ।" (পৃ-৩১)

ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসত পুৰুষ চৰিত্ৰতকৈ নাৰী চৰিত্ৰসমূহ বেছি সজীৱ আৰু বাস্তৱানুগ। "In our everyday's life also men are generally self forgetful and

indifferent by nature, whereas the women are sensible, gentle and motherly to their backbone. With unbounded tenderness they protect the men from all evilders even at the cost of their lives, and hence, the are motherly by nature. This innate motherliness of women is highly appreciated in our culture and is considered as the ideas of Hindu womanhood." [১৬]

'উপন্যাসৰ চৰিত্ৰ বুলিলে তাত মাটিৰ গোন্ধ থাকিবই লাগিব।' [১৭] তাতে গাঁৱলীয়া চৰিত্ৰ বুলি· কলে মাটি পনীৰ গোন্ধ নথকাকৈ তেনে চৰিত্ৰ সৃষ্টি কৰা সম্ভৱ নহয়। আনহাতে গাঁৱলীয়া পটভূমিত উপন্যাস ৰচনা কৰিলেই তাৰ সমুদায় চৰিত্ৰ হুবহু গাঁৱলীয়া হ'ব তাৰ কোনো সত্যতা নাই। গাঁৱলীয়া চৰিত্ৰ সৃষ্টি কৰিবলৈ গ'লে ঔপন্যাসিকৰ পুৰামাত্ৰায় গাঁও সম্পৰ্কে অভিজ্ঞতা থাকিব লাগিব। ইয়াৰ অন্যথাই চৰিত্ৰবিলাক কৃত্ৰিমহৈ উঠিব। হিতেশ ডেকাৰ কৃতিত্ব যে তেখেতে ভালেকেইটা গাঁৱলীয়া চৰিত্ৰ অংকণ কৰাত সমৰ্থ হৈছে।

ঔপন্যাসিক সকলে মান্যভাষাটোকেই উপন্যাসত ব্যৱহাৰ কৰি আহিছে। ভাষা আকৰ্ষণীয় কৰি তোলে শব্দ বাচনি আৰু যথাযথ প্ৰয়োগে। সৰু সৰু শব্দৰে বা সৰু সৰু বাক্যৰ গাঠনিৰে ভাষাটো শক্তিশালী কৰি তুলিব পাৰিলেহে উপন্যাসৰ সৌষ্ঠৱ বাঢ়ে আৰু পাঠকৰ মনত গভীৰ ৰেখাপাত কৰিবলৈ সমৰ্থ হয়। অসমীয়া সমাজত বিশেষকৈ যি সকল শিক্ষিত, মধ্যবিত্ত, তেওঁলোকে এটি উন্নত ভাষা ব্যৱহাৰ কৰে। কিন্তু ইয়াৰ বিপৰীতে গাঁৱলীয়া অঞ্চলত ভাষাৰ আন এটা ৰূপ ব্যৱহৃত হয়। গাঁৱলীয়া অঞ্চলৰ এনে ভাষাক লোক ভাষা বোলে। মন কৰিব লগীয়া কথা যে গাঁৱলীয়া অঞ্চলত ব্যৱহৃত ভাষাটোয়ে সাহিত্যিক মৰ্যদা বহন নকৰিলেও ভাষাটো কম সমৃদ্ধিশালী নহয়। গাঁৱলীয়া মানুহে সুবিধা পালেই ফকৰা যোজনা-পটন্তৰ আদি যোৰা দি কথা ক'বলৈ ভাল পায়। তদুপৰি উপমা, জতুঁৱা ঠাচ, অনুকাৰ, অনুৰূপ, যুৰীয়া শব্দ ব্যৱহাৰ কৰাত গাঁৱলীয়া মানুহ অতি পাকৈত।

'লিখিত ভাষাতকৈ স্বতঃস্ফূৰ্ত লোকমুখৰ ভাষা অধিক হৃদয় গ্ৰাহী। ই কেৱল সবল আৰু চিত্ৰধৰ্মী শব্দৰ প্ৰয়োগ হেতুকেই নহয়, উচ্চাৰণ আৰু কথনভঙ্গিমাই ইয়াক সঙ্গীতৰ দৰে সুললিত কৰে। অঞ্চল আৰু সম্প্ৰদায় বিশেষে আনকি স্ত্ৰী পুৰুষ ভেদেও লোক ভাষাৰ সুৰ ভিন্ন। ইয়াৰ লগতে হাত-মুখ, চকুৰ নৃত্যভঙ্গীয়েও কথিত ভাষাক ভাব দ্যোতনাত সহায় কৰে। অঙ্গ সঞ্চালন লোক ভাষাৰ পৰিপূৰক; কাণেৰে নুশুনিলে অথবা চকুৰে নেদেখিলে লোক ভাষাৰ সম্পূৰ্ণ মাধুৰ্য উপলব্ধি কৰিব নোৱাৰি। আনন্দত শোকত, খণ্ডত, গালিত, গাঁৱৰ মতা তিৰোতাই সুৰ ধৰি আৰু হাত-মুখ জোকাৰি মনৰ কথা প্ৰকাশ কৰে।" [১৮]

গালি-শপনি দিয়াটো গাঁৱলীয়া মনুহৰ বাবে অতি সাধাৰণ কথা। সম্বন্ধ ধৰি মাতবোল কৰা গাঁৱলীয়া ভাষাৰ আন এক উল্লেখযোগ্য দিশ। সম্বন্ধত একো নহলেও বয়সত সৰুজনে ডাঙৰজনক সম্বন্ধ ধৰিহে মাতে। আনহাতে আকৌ পত্নীয়ে স্বামীক নাম ধৰি নাইবা উপাধি ধৰি মাতবোল কৰাটো গাঁৱলীয়া সমাজত নিষেধ।

হিতেশ ডেকাৰ গ্ৰাম্য পটভূমিত ৰচিত হোৱা আটাইকেইখন উপন্যাসতে অনুকাৰ, অনুৰূপ আৰু যুৰীয়া শব্দ সিঁচৰতি হৈ আছে। কথাই কথাই ফকৰা যোজনা দি নিজৰ যুক্তি প্ৰতিপন্ন কৰাত গাঁৱলীয়া মানুহ অতি পাকৈত। কেতিয়া ফকৰা যোজনা জৰিয়তে হাস্য-ব্যঙ্গৰ স্বৰূপো ফুটি উঠে।

> 'হাজাৰ কুকুৰে কামোৰক আঠুঁৰ তল।' (আজিৰ মানুহ)
> 'শিল ঘহিলে পানী নোলায় বৰং জুইহে উঠে।
> অৰণ্যত ৰোদন আৰু শোকত যাগন একে কথা।' (আজিৰ মানুহ)
> 'জলকীয়াৰ জ্বলানো কোনদিনা গুচিব মাহিদেউ ? ই
> চিৰদিন থাকিব— কেচায়ো শুকানেও।' (আজিৰ মানুহ)

'বোলে ভালে দেখে ভাল, জাবৰে দেখে খাল।' (এয়েতো জীৱন)
'ওপৰলৈ থু পেলালে নিজৰ মুখতে পৰে।' (এয়েতো জীৱন)
'মোৰ বাৰীৰ গৰু চাবে মোৰে ল'ৰাক ধৰি মাৰে।' (এয়েতো জীৱন)
'মনে খোজে ৰজা হ'ব, বিধাতাই নিদিয়ে খুজি খাব।' (নতুন পথ)
'ইয়াকে বোলে নাচিব নাজানে চোতালখন বেঁকা।' (নতুন পথ)
'সজিৰ বাঁহ বুদ্ধিৰেহে কাটিব পাৰি।' (মাটিকাৰ)

গাঁৱলীয়া সমাজত সম্বন্ধত একো নহলেও মান্য অনুসৰি এজনে আনজনক দাইটি, কাইটি, খুড়া, পেহা, মহা আৰু স্ত্রীবাচক হ'লে নবৌ (বৌ), খুড়ী, পেহী, মাহী, বাইটি আদি সম্বন্ধ ধৰিহে মাত বোল কৰে। ডেকাৰ আটাইকেইখন উপন্যাসতে সম্বন্ধবাচক শব্দবোৰ সিচঁৰতি হৈ আছে। বায়েকৰ গিৰীয়েকক ভায়েক-ভনীয়েকে 'ভিনদেউ' আৰু অঞ্চল বিশেষে 'ভিনিহি' বুলি সম্বোধন ধৰে। আনকি ভিনিহিয়েকৰ ভায়েককো 'সৰু ভিনিহিদেউ' বুলি সম্বোধন কৰাবো উদাহৰণ পোৱা যায়।

'দুপৰীয়া ভাত ৰান্ধি নীলিমাই প্রতাপৰ ৰুমত সোমাই মাত লগালে- সৰু ভিনিহিদেউ, ভাত খাবৰ হৈছে।" (আজিৰ মানুহ)

প্রকৃততে গাঁৱলীয়া মহিলাসকলেহে ভাষাৰ আচল ৰূপটো সংৰক্ষণ কৰে। হিতেশ ডেকাৰ কেইবাখনো উপন্যাসত গ্রাম্য ৰূপটো দেখিবলৈ পোৱা যায়।

"কটা ঘাত কলাখাৰ লিপিব আহিছিল, মোৰ বুকুখন চুৰমাৰ কৰি দি ৰং চাবলৈ আহিছিল।" (আজিৰ মানুহ)

"পানী নিবলৈ আহিছা পানী লৈ যা, এইবোৰ ৰটনা-খচনা আৰু কিয়?" (এয়েতো জীৱন)

"সেই সৰুৰে পৰা 'গু' ধুলো, 'মুত' ধুলো, কোলাত লৈ বোকোচাত তাইক মই তুলি তাঙি ডাঙৰ-দীঘল কৰিলোঁ।" (এয়েতো জীৱন)

গাঁৱলীয়া সমাজত শাওঁ-শপনি দিয়াটো নিত্যনৈমিত্তিক ঘটনা। সাধাৰণতে দেখা যায় ইজনে সিজনৰ প্রতি নিক্ষেপ কৰা শাওঁ-শপনি বোৰত অবৈধ সঙ্গমৰ কথাওঁ লক্ষ্য কৰা যায়। তদুপৰি শাওঁ-শপনি বোৰত গ্রাম্যমানুহৰ ধৰ্মমূলক, নৈতিক আৰু সামাজিক চিন্তাৰো পৰিচয় ফুটি উঠে।

"চালি নটী, বেশ্যা, মোৰ ঘৰৰ পৰা বাহিৰ হ।" (এয়েতো জীৱন)
"তোৰ ইমান খক্? মোৰ ছলিক চুৰ কৰিবলৈ দি
তই তোৰ খক্ পলুৱাইছ, বেটি হাৰিত খাইতি।" (এয়েতো জীৱন)

প্রেম নিবেদন কৰা ভাষাৰ এক সুকীয়া মাধুৰ্য আছে। য'ত আবেগৰ প্রশ্ন আছে তেনেস্থলত সাধাৰণ ভাষাৰ পৰা কিছু পৃথক হৈ পৰে। তাতে গাঁৱলীয়া ডেকা গাভৰুৰ প্রেমৰ ভাষা অতি সৰল আৰু কোমল। কবিতা কবিতা যেন লগা এনে ভাষা প্রাণময় আৰু ব্যঞ্জনাধৰ্মী।

'তই মোক যিমান মৰম কৰ, যিমান দিছ, তাৰ তুলনাত মই একো দিব পৰা নাই। মোৰ চেনেহী তোক মই কি দিম। ...........

'যি দিব লাগে, মোক তাকে দিছ, আৰু কি দিবলৈ আছে। মোক প্রাণটোকে দিছ; দিবলৈ আৰু বাকী আছে নে কিবা? মোক আৰু একো নালাগে মোৰ ধনটি। জীৱনত মোৰ লগা খিনি পাইছো আৰু দিব লগাখিনি দিছ, একো বাকী নাই।" (এয়েতো জীৱন)

গাঁৱলীয়া পটভূমিত উপন্যাস এখন ৰচনা কৰিলেই চৰিত্রসমূহৰ কথোপ-কথনে যে লোক ভাষাটোক প্রতিনিধিত্ব কৰিব তাৰ কোনো সত্যতা নাই। গাঁও আৰু গাঁৱলীয়া পৰিৱেশক নিজৰ আয়ত্তৰ ভিতৰলৈ টানি আনি ল'ব নাজানিলে গ্রাম্য সংস্কৃতিৰ আভাস ফুটাই তুলিব নোৱাৰে। এই ক্ষেত্রত হিতেশ ডেকাই পৰিপক্কতাৰ পৰিচয় দিবলৈ সমৰ্থ হৈছে। "অৱশ্যে গাঁৱৰ ক্ষয়িষ্ণু জীৱনতকৈ স্থিতিশীল

আৰু কম্পিত হলেও তুলনামূলকভাৱে আগৰ গাঁৱৰ জীৱনৰ চিত্ৰহে অধিক পোৱা যায়। বাস্তৱৰ চিত্ৰায়ণ কৰিবলৈ যাওঁতে মাজে মাজে কলা-সুষমা ব্যাহত সোহোৱাকৈ থকা নাই।"[১৯] মুঠতে গ্ৰাম্য পটভূমিত ৰচনা কৰা আটাইকেইখন উপন্যাসতে গ্ৰামীণ জীৱনৰ চিত্ৰ সজীৱ আৰু স্পষ্ট। অসমীয়া গ্ৰাম্য জীৱনৰ ৰীতি-নীতি, ঘৰ-দুৱাৰ, পিন্ধন-উৰণ, চাল-চলন, আহাৰ-বিহাৰ, খোৱা-বোৱা, গালি-শপনি, উৎসৱ-পাৰ্বণ, বিশ্বাস-অন্ধবিশ্বাস আদি কাহিনীৰ সিৰাই সিৰাই তেজ-মঙহৰ দৰে লাগি আছে। তদুপৰি গাঁৱলীয়া মানুহৰ সুখ-দুখ, হাঁহি-কান্দোন, আনন্দ-উল্লাস, অভাৱ- অনাটন, জৈৱিক আশা আকাঙ্ক্ষা, প্ৰেম-প্ৰীতি, পৰনিন্দা-পৰচৰ্চা আদিৰ অনুপুংখ বিৱৰণো উপন্যাস কেইখনত পোৱা যায়। "খেতিয়ক জীৱনৰ সমস্যা আৰু মাটিৰ প্ৰতি থকা চূড়ান্ত মোহ কেনেকৈ হিংস্ৰ ভাবৰো উদ্দীপক হ'ব পাৰে, তেওঁৰ অন্যতম উপন্যাস 'মাটিকাৰ'ত সেই ধাৰণাই গা কৰি উঠিছে।"[২০] 'আজিৰ মানুহ', 'এয়েতো জীৱন', 'ভাবাঘৰ', 'নতুন পথ', 'মাটিকাৰ', 'জীৱন সংঘাত' আদি উপন্যাসে প্ৰচুৰ জনপ্ৰিয়াত লাভ কৰাৰ মূলতে আছিল জটিল মনস্তাত্ত্বিক তত্ত্ব আৰু বিভিন্ন বাদ মতবাদৰ অভাৱ। যাৰ বাবে সহজ-সৰল পাঠকে উপন্যাস সমূহত নিজকে আৱিষ্কাৰ কৰিব পাৰিছিল। মুঠতে গ্ৰাম্য পটভূমিক কেন্দ্ৰ কৰি ৰচনা কৰা উপন্যাসকেইখনত গ্ৰাম্যজীৱন স্থান বিশেষে অধিক প্ৰাণবন্ত হৈ উঠিছে।

### সূত্ৰ নিৰ্দেশ ঃ


১। ড° মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ-৩৪৮

২। ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, উপন্যাস, পৃ-৫১

৩। ড° নিৰ্মল প্ৰভা বৰদলৈ, অসমৰ লোকসংস্কৃতি, পৃ-২৬

৪। ড° নিৰ্মলপ্ৰভা বৰদলৈ, প্ৰাগুক্ত গ্ৰন্থ, পৃ-৫৪

৫। ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, প্ৰাগুক্ত গ্ৰন্থ, পৃ-৫১

৬। Sir Walter Scott, Essay on Romana, Vol. VI-p-38

৭। Rene Wellek and Austin Warren, Theory of Literature, p-10

৮। Cencus of India, 1931 Voll-III, p-30

৯। ড° নীলমোহন ৰায়ঃ প্ৰবন্ধ, হিতেশ ডেকাৰ উপন্যাসঃ এশ বছৰৰ অসমীয়া উপন্যাস, পৃ-৪৯৭

১০। হেম বৰুৱা, সাহিত্য আৰু সমস্যা, পৃ-৪৬

১১। ড° নীলমোহন ৰায়, প্ৰাগুক্ত গ্ৰন্থ, পৃ-৪৯৩

১২। Hudson, An Introduction to the study of Literature, p-159

১৩। ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, প্ৰাগুক্ত গ্ৰন্থ, পৃ-২১

১৪। Webster : New International Dictionary of English Language, p-461

১৫। Dr. Umesh Deka, Post War Assamese Novel, p-85

১৬। P.C. Ghose, Concept of Sankhya Darsana, pp-126-127

১৭। ড° মহেন্দ্ৰ বৰা, সাহিত্য উপক্ৰমণিকা, পৃ-১৪৪

১৮। বিৰিঞ্চি কুমাৰ বৰুৱা, অসমৰ লোক-সংস্কৃতি, পৃ-১৬৩

১৯। ড° নগেন শইকীয়া, চিন্তা আৰু চৰ্চা, পৃ-৭৪

২০। ড° নগেন শইকীয়া, প্ৰাগুক্ত গ্ৰন্থ, পৃ-৭৪


□□□□□

# হিতেশ ডেকাৰ উপন্যাসত নাৰীচৰিত্ৰ

ড° নমিতা ডেকা

উপন্যাসৰ দুটা প্ৰধান উপাদান হৈছে কাহিনী আৰু চৰিত্ৰ। কাহিনী আৰু চৰিত্ৰৰ সুমন্বয়ত একোখন উপন্যাস সাৰ্থক উপন্যাস হিচাপে পৰিগণিত হ'ব পাৰে। সেয়ে উপন্যাসত কাহিনী আৰু চৰিত্ৰৰ গুৰুত্ব অধিক। উপন্যাসত চৰিত্ৰৰ মাজেদিয়ে কাহিনীয়ে গতিশীলতা লাভ কৰে আৰু কাহিনীৰ পৰিস্থিতিৰ সতে চৰিত্ৰ সংঘাতত লিপ্ত হ'লেই অন্তৰ্দ্বন্দ্ব আৰু বহিৰ্দ্বন্দ্বৰ সৃষ্টি হয়। এনে দ্বন্দ্বই একোখন উপন্যাসক প্ৰাণবন্ত কৰি তোলে। নাৰী আৰু পুৰুষক লৈ বাস্তৱ জগতৰ কাহিনী চলি থকাৰ দৰেই উপন্যাসতো আমি বিভিন্ন পুৰুষ-নাৰী চৰিত্ৰৰ সতে মুখামুখি হওঁ। উপমা প্ৰয়োগত সিদ্ধহস্ত ড° মহেন্দ্ৰ বৰাদেৱে উপন্যাসৰ চৰিত্ৰ সম্পৰ্কে উপমাৰ ভাষাৰেই এনেদৰে কৈছে,

> "উপন্যাসৰ কাহিনী যেনেকৈ মূলতঃ গল্পৰ গাঁথনি, চৰিত্ৰ তেনেকৈ গল্পৰ আঁচুসূতা। উকা ৰঙৰ দীঘ-বাণি লৈয়ো কাহিনীৰ কাপোৰ এখন বৈ উলিয়াব পাৰি; মাথোন দুই মূৰে আঁচুফুল বাছি দিলেই হয়। কিন্তু, কাহিনীৰ ৰঙীণ কাপোৰ বৈ উলিয়াবলৈ হ'লে, দীঘ-বাণি গোটেইখিনিতে আঁচুসূতা লাগে।"

ঔপন্যাসিকসকলে উপস্থাপিত কাহিনীৰ ভিত্তিত কেতিয়াবা পুৰুষ চৰিত্ৰ আৰু কেতিয়াবা নাৰীচৰিত্ৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। ফলত একো একোটা পুৰুষ বা নাৰীচৰিত্ৰ জীৱন্ত ৰূপত পাঠকৰ মনকুঠৰীত আবদ্ধ হৈ থাকে। ফলস্বৰূপে, স্বাভাৱিকতে তেনে চৰিত্ৰ সন্নিবিষ্ট উপন্যাসৰ নাম মনলৈ আহিলে পোনপ্ৰথমে চৰিত্ৰটোৱেহে চকুৰ আগেদি অহা-যোৱা কৰে। ঔপন্যাসিকজনে পুঁথি অভিজ্ঞতা, সূক্ষ্ম অধ্যয়ন আৰু যথাসম্ভৱ জ্ঞানেৰে উপন্যাসত চৰিত্ৰ সংযোজন কৰে। পাঠকে সেই চৰিত্ৰৰ মাজত চাৰিত্ৰিক বৈশিষ্ট্য উদঘাটন কৰে। বিৰিঞ্চিকুমাৰ বৰুৱাই (বীণা বৰুৱা) পুৰুষ-ঔপন্যাসিক হৈও তগৰৰ দৰে অমৰ চৰিত্ৰৰ সৃষ্টি কৰিছে; হোমেন বৰগোহাঞিয়ে সুবালাৰ। অৱশ্যে কেৱল পুৰুষ-ঔপন্যাসিকেই নহয়, মহিলা ঔপন্যাসিকৰ হাততো নাৰী চৰিত্ৰৰ সুখ-দুখ, আনন্দ-বিষাদ, আশা-আকাঙ্ক্ষা অতি স্পষ্টৰূপত প্ৰকাশ পাইছে। কিন্তু এইখিনিতেই এটা কথা উল্লেখ কৰা ভাল হ'ব যে ঔপন্যাসিক ঔপন্যাসিকেই। তাত পুৰুষ বা মহিলা বুলি কোনো কথা আহি নপৰে। চৰিত্ৰৰ সফল অধ্যয়নহে মুখ্য কথা। তেনে অধ্যয়নত সফলতা লাভ কৰাৰ ফলতেই অসমীয়া উপন্যাস সাহিত্যত ঔপন্যাসিকসকলে কালজয়ী চৰিত্ৰৰ সৃষ্টি কৰিব পাৰিছে।

অসমীয়া উপন্যাস সাহিত্যৰ এইসকল ঔপন্যাসিকৰ মাজৰে এটি অত্যুজ্জ্বল নাম হিতেশ ডেকা। যুদ্ধৰ পৰৱৰ্তীকালৰ অসমীয়া উপন্যাসত সমাজৰ বিভিন্ন সমস্যাই স্থান পোৱা দেখা যায়। এইক্ষেত্ৰত ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসসমূহে বিশেষ ভূমিকা গ্ৰহণ কৰিছে বুলি ক'ব পাৰি। আজিৰ আচল মানুহক চিনি পোৱা ডেকাৰ উপন্যাসে অসমৰ মানুহৰ অৰ্থনৈতিক, সামাজিক সমস্যাৰ চিত্ৰখন স্পষ্ট ৰূপত পাঠকৰ আগত দাঙি ধৰিছে। হিতেশ ডেকাই বিশ্বাস কৰে— "কল্পনাৰ কুহেলিকা নোহে উপন্যাস, ই যে সত্য জীৱন বিন্যাস।" তেওঁৰ উপন্যাসবোৰত সেই কথাৰে প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। ড° মহেশ্বৰ নেওগদেৱে অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত কৈছে, "মানুহৰ বৰ্ত্তমান অৰ্থনৈতিক সামাজিক সমস্যাৰ জীৱনলৈ উপন্যাস নামি আহে হিতেশ ডেকাৰ ৰচনাত।" ব্যক্তিগত জীৱনৰ সুখ-দুখ মিশ্ৰিত অভিজ্ঞতাই ঔপন্যাসিকক উপন্যাস ৰচনাত যথেষ্ট অৰিহণা যোগায়। হিতেশ ডেকাদেৱো

তেনে এজন অভিজ্ঞতাপুষ্ট লেখক। গ্ৰাম্য জীৱনৰ সতে সুপৰিচিত ডেকাদেৱে অসমৰ গাঁৱৰ পটভূমিতেই প্ৰধানকৈ উপন্যাস ৰচনা কৰিছে। পঞ্চাশৰ দশকত উপন্যাস ৰচনাত হাত দি ষাঠিৰ দশকত ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা লাভ কৰা হিতেশ ডেকাৰ উপন্যাসৰ চৰিত্ৰসমূহো গাঁৱৰ পৰাই বুটলি অনা। কৃষিজীৱী গ্ৰাম্য সমাজখন অন্তঃকৰণেৰে ভালপোৱা ডেকাই চহৰৰ জীৱন ধাৰণ-প্ৰণালীৰ সন্মুখীন হৈ উপলব্ধি কৰা কৃত্ৰিমতা, মিছা ভেম আদিকো তেওঁ উপন্যাসৰ ভিতৰুৱা কৰিছে। তদুপৰি হাস্য-ব্যঙ্গৰ আলম লৈ সমাজখনক সমালোচনা কৰিছে আৰু কেতিয়াবা সংস্কাৰকামী মনোভাৱেৰে বিভিন্ন দিশ অৱলোকন কৰিছে। ফলত উপন্যাসৰ বুকুত আত্মপ্ৰকাশ কৰিছে ভিন্নমুখী চৰিত্ৰই। এই চৰিত্ৰবোৰ সৰলতা, মৰমিয়াল, হিংসাকুৰীয়া, ভণ্ডামি আদি দোষ-গুণৰ প্ৰতিভূ। আনহাতে, জীৱন-জিজ্ঞাসা আৰু জীৱন-বীক্ষাৰ বাবেই কেতবোৰ চৰিত্ৰ অনুসন্ধিৎসু মনৰ আৰু সাহসী' লগতে দৃঢ়মনৰ। এই ক্ষেত্ৰত তেওঁৰ ব্যক্তিগত জীৱনৰ সাহসী প্ৰভাৱ চৰিত্ৰত পৰা যেন অনুভৱ হয়। এনে প্ৰসঙ্গতে ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ এই কথাখিনিলৈ মনত পৰে—

> "ন আৰু ডেকা লেখক হ'লেও জীৱনৰ ঘাত-প্ৰতিঘাতৰলগত তেওঁৰ পৰিচয় নঘটাকৈ থকা নাই। নিচেই কোমল বয়সৰ পৰা এইবোৰৰ লগত যুঁজ দিবৰ বাবে যি দৃঢ়তা আৰু সাহস লাগে তেওঁৰ ব্যক্তিগত জীৱনত তাৰ অভাৱ হোৱা নাই।"

হিতেশ ডেকাৰ প্ৰথম উপন্যাস 'আজিৰ মানুহ' (১৯৫২)। ইয়াত পিছত ক্ৰমান্বয়ে প্ৰকাশ পায় — 'নতুন পথ' (১৯৫৪), 'ভাৰাঘৰ' (১৯৫৭), 'মাটিকাৰ' (১৯৫৮), 'এয়েতো জীৱন' (তিনিখণ্ড ঃ ১৯৬০), 'সীমাৰ কাজিয়া' (১৯৬২), 'আচল মানুহ' (১৯৬৩), 'বৈৰী মানুহ' (১৯৬৫), 'জীৱন সংঘাত' (১৯৬৯), 'ইতিহাসে সকিয়ায়' (১৯৭২), 'সুখৰ সংসাৰ' (১৯৭৫), 'নিৰ্যাতিতা সতী' (১৯৮০), 'কামপত্নী' (১৯৮১), 'গাঁৱৰ মানুহ' (১৯৯৬), 'ত্যাগ'. (২০০০)। উপন্যাসৰ কাহিনীসমূহে মাটি, অৰ্থ, প্ৰেম, ভাৰাঘৰ আদি বিভিন্ন বিষয়ৰ সমস্যাকে ব্যক্ত কৰিছে। বিভিন্ন সমালোচকৰ মতে 'আজিৰ মানুহ'কেই তেওঁৰ সাহিত্যিক জীৱনৰ সোণালী ফচল বুলি ক'ব পাৰি। অন্য ভাষাত ক'বলৈ হ'লে— 'আজিৰ মানুহ'ই হিতেশ ডেকাক অসমীয়া উপন্যাস সাহিত্যৰ বৰমজিয়াত আসন দিলে। এশ বছৰীয়া উপন্যাস সাহিত্যত 'আজিৰ মানুহ'ৰ চৈধ্যটা সংস্কৰণ প্ৰকাশ পোৱাটো এক উল্লেখযোগ্য কথা। উপন্যাসখনৰ জনপ্ৰিয়তাৰ গুৰিতে হ'ল সমাজৰ শোষণ, অত্যাচাৰ, অৰ্থনৈতিক বিপৰ্যয়, ধনীৰ মানসিকতা আদি মুকলিক দাঙি ধৰা ইয়াৰ কাহিনী আৰু সেইবোৰৰ প্ৰতিনিধিত্ব কৰা চৰিত্ৰসমূহ। 'আজিৰ মানুহ'ত সন্নিবিষ্ট নাৰীচৰিত্ৰসমূহ হ'ল, কল্যাণী, নীলিমা, বীণাপাণি, সৰুৱা, মাধৱৰ শাহুৱেক আৰু সৰলাৰ মাক।

উপন্যাসখনত লেখকে কল্যাণীক পৰিয়ালৰ সকলোৰে কল্যনাৰ বাবে আত্মনিয়োগ কৰা এগৰাকী আদৰ্শ নাৰী হিচাপে অঙ্কিত কৰিছে। চৰিত্ৰটোৰ ভূমিকা অনন্য। পত্নী হিচাপে তেওঁ মাধৱৰ প্ৰতি কৰ্ত্তব্য কৰিছে আৰু আনহাতে বৌৱেক হিচাপে মাতৃৰ মৰমৰ পৰা বঞ্চিত দেওৰেক প্ৰতাপক দিছে মাতৃসুলভ স্নেহ। এই স্নেহ নিজ পুত্ৰৰ প্ৰতি থকা স্নেহৰ সমপৰ্যায়ৰ। সেয়ে প্ৰতাপক 'মোৰ মৰমৰ সোণ' বুলি তেওঁ আবদাৰ কৰিছে। প্ৰতাপৰ ভাবনাতো তাৰেই অভিব্যক্তি—

> "উহ্ নাৰী, তুমি কি স্নেহৰ প্ৰতিমূৰ্ত্তি! তোমাৰ কোমল পৰশত তোমাৰ স্নেহৰ আলিঙ্গনত পাষাণো যেন কোমল নিমজ হৈ গলি যায়! বিধিয়ে কি তেন্তে তোমাক স্নেহৰ মৰমী মূৰ্ত্তি কৰিয়ে গঢ়িছিল নেকি?" নে তুমিয়ে স্বয়ং স্নেহ?

সৰলতা কল্যাণী চৰিত্ৰটোৰ আন এক বৈশিষ্ট্য। বীণাপাণিৰ সতে বিয়াৰ বন্দোবস্ত হোৱাত প্ৰতাপৰ মত উদ্ৰেক হোৱা বিবাদৰ প্ৰকৃত কাৰণ বুজিব নোৱাৰি সৰলমনা বৌৱেক ব্যথিত স্বৰে কৈছে,

"বাপু তুমি নিশ্চয় বৰ আঘাত পাইছা আৰু বহুত কথা লুকাই ৰাখিছা। এই হাঁহিমুৱা মুখখন ইমান মলিন হৈ গৈছে। উহ্ মোৰ মনটো যে বৰ বেয়া লাগে বাপু? কোৱা তোমাৰ কি হৈছে?" একেদৰেই নীলিমাই গা-অসুখৰ বাবেই প্ৰতাপৰ বিয়ালৈ আহিব নোৱৰা কথাটোকে সহজভাৱে বিশ্বাস কৰি লৈছে। প্ৰতাপৰ অসুখৰ সময়ত 'মোৰ মৰমৰ সোণ, তুমি নাকান্দিবা। মই থাকোতে তুমি একো ভয় নকৰিবা' বুলি তেওঁক অভয় প্ৰদান কৰা কল্যাণীয়ে ত্যাগৰ প্ৰতিমূৰ্ত্তি হৈ ধৰা দি মাধৱক কৈছে, "আপুনি নাকান্দিব। মোৰ হাতৰ সোণৰ চুৰী যোৱাকে নি বেচক— অন্ততঃ পঞ্চাশটামান টকা পাব"। ঘৰৰ ডাঙৰ বোৱাৰীয়েক হিচাপে কল্যাণীয়ে জানে ঘৰ এখন কেনেদৰে মৰমৰ ডোলেৰে বান্ধি ৰাখিব লাগে। তদুপৰি চৰিত্ৰটোৰ বিজ্ঞতাও প্ৰশংসনীয়। প্ৰতাপৰ বাবে গোপীকান্তৰ জীয়েক বীণাপাণিক বোৱাৰী কৰি আনিব বুলি মাধৱে কথা দি অহাত কল্যাণীয়ে কৈছে, "আপুনিনো কথা দিলে কিয়? এতিয়াতো বাপু সৰু ল'ৰা নহয়; গতিকে তেওঁকো সোধা দৰ্কাৰ আছিল। আজিকালিৰ ল'ৰা কিজানি অমত হয়; তেতিয়া আপোনাৰ মান ক'ত ৰ'ব?" লেখকৰ ভাষাতে "কল্যাণী কিন্তু বাস্তৱিকতেই কল্যাণকাৰিণী।" তদুপৰি মাধৱে 'তুমি জানো ডাঙৰ বোৱেৰাক দেখিছিলা?' তেনে চৰিত্ৰৰ তিৰোতা মোৰ ভাগ্যত আৰু নঘটিব' বুলি কোৱা কথাৰ মাজেদি চৰিত্ৰটোৰ মহত্ত্ব ফুটি উঠিছে।

'আজিৰ মানুহ'ত নীলিমা এটি অতি উজ্জ্বল চৰিত্ৰ। কল্যাণীৰ ভনীয়েক নীলিমা বিধৱা মাকৰ সতে গাঁৱত থাকে। মেট্ৰিক পাছ কৰিবলৈ মাত্ৰ এবছৰ থাকোতেই মাকে তাইক স্কুল এৰুৱাই ঘৰুৱা কাম-কাজত নিপুণ কৰিবলৈ বিচাৰিলে। প্ৰথমতে নীলিমা অসম্মত হৈছিল পঢ়া এৰিবলৈ। কাৰণ, তাই বুদ্ধিমতী; পঢ়াৰ প্ৰতি তাইৰ ধাউতি আছে আৰু আছে এটি উচ্চ মন। তথাপি তাই মাকৰ কথা মানি চলিছে। এইখিনিতে চৰিত্ৰটো এটি বাধ্য চৰিত্ৰ হিচাপে প্ৰকাশিত হৈছে। কমনীয়তা আৰু লাস্যময়িতা চৰিত্ৰটোৰ মাজত বিৰাজমান। সেয়ে কল্যাণীহঁতৰ ঘৰলৈ যাওঁতে প্ৰতাপে 'নীলিমা নেকি অ' বুলি মাতোতে লাজতে বেৰৰ আঁৰত লুকাই পৰিছে। উপন্যাসখনত নীলিমাক আমি প্ৰথমতে লগ পাওঁ প্ৰেমৰ অনুৰাগেৰে ৰঞ্জিতা এগৰাকী গাভৰু হিচাপে; যাৰ হৃদয়ত বিকশিত হৈছে প্ৰতাপৰ প্ৰতি নিঃস্বাৰ্থ, নিষ্কলুষ প্ৰেমৰ শতদল। নীলিমা চতুৰা; বাকচাতুৰ্যই চৰিত্ৰটোক বয়সতকৈ অধিক পুৰঠ কৰি তুলিছে। 'চেষ্টাৰ অসাধ্য একো নাই কেৱল মন কৰিলেই হ'ল', 'খাবলৈ নাপালে যে সকলোৱে শুকায়; পেটক যেনেকৈ আহাৰ লাগে, মনবো তেনেকৈ খোৰাক দৰ্কাৰ; নহ'লে যে মানসিক বৃত্তিবোৰ শুকাই নাইকিয়া হৈ যায় আদি প্ৰতাপক উদ্দেশি নীলিমাই কোৱা কথাবোৰত উক্ত কথাৰ প্ৰমাণ পোৱা যায়। নীলিমাও ত্যাগৰ মূৰ্ত্ত-প্ৰতীক। নিজৰ সমস্ত ভালপোৱা গোপনে ৰাখি প্ৰতাপৰ কাষৰ পৰা আঁতৰি আহিছে আৰু অৱশেষত বায়েক কল্যাণিৰ মৃত্যুৰ পিছত মাধৱৰ ভগ্ন সংসাৰ পুনৰ সঞ্জীৱিত কৰিবলৈ মাধৱৰ সতে যুগ্ম জীৱনৰ পাতনি মেলিছে। নীলিমা গুণৱতী। কাৰণ, মাধৱৰ ভাষাতে 'বায়েকৰ কিছু গুণ তাইৰ গাত আছে।' প্ৰতাপৰ প্ৰতি থকা অসীম প্ৰেমৰ বাবেই নীলিমাই প্ৰতাপৰ অসুখৰ সময়ত তেওঁক শুশ্ৰূষা কৰিবলৈ লৰৰি আহিছে আৰু অৱশেষত নিজ হৃদয়ৰ যুক্তিক আওকাণ কৰি প্ৰতাপৰ নিৰ্দেশ তথা অনুৰোধ ৰক্ষা কৰিবলৈ আগবাঢ়িছে। নীলিমাই প্ৰতাপক কোৱা উক্তিতে 'আজিৰ মানুহ'ৰ বৈশিষ্ট্য ফুটি উঠিছে— "আপুনি কিন্তু আজিৰ মানুহ; আপুনি সেই তাহানিৰ ৰামায়ণৰ মানুহ নহয়; আপুনি কুৰি শতিকাৰ মানুহ।" নাৰীৰ স্বাভাৱিক অভিমান, খং ৰাগবো বশবৰ্ত্তী হৈছে চৰিত্ৰটো। প্ৰতাপৰ বিয়াৰ চিঠিয়ে নীলিমাৰ হৃদয়ৰ বিষণ্ণতাক উদঙাই দেখুৱাইছে। সেই মুহূৰ্ত্তত আমি নীলিমাক লগ পাওঁ প্ৰেমৰ ব্যৰ্থতাত ভাগি পৰা এগৰাকী বিৰহিনী ৰূপে।

নীলিমাৰ বিপৰীতধৰ্মী চৰিত্ৰ হ'ল বীণাপাণি। গোপীকান্ত বৰুৱাৰ একমাত্ৰ দুহিতা বীণাপাণি, "কুৰি শতিকাৰ 'আপ-টু-ডেট' নাৰীৰ তাই হ'ল শ্ৰেষ্ঠ নমুনা।" নীলিমাৰ দৃষ্টিত আছে গভীৰ আকুলতা আৰু আনহাতে বীণাপাণিৰ আছে ভ্ৰূকুটি কুটিল হৰমোহনৰ সৃষ্টি। 'পাশ্চাত্যৰ নকল নাৰী সংস্কৰণ' বীণাপাণিক দেখি প্ৰতাপৰ হৃদয়ত উদ্ভাৱিত হৈছে নীলিমা আৰু বীণাপাণিৰ এখনি তুলনাত্মক

ছবি— "এখনত আছে যৌৱনৰ উচ্ছাসভৰা ধন গৰ্বিত ছায়া-ৰঞ্জিত, আধুনিক সভ্যতাৰ ৰূপ-কথাৰ ছবিৰ দৰে উজ্জ্বল, দীপ্ত, তীব্ৰ ৰূপৰ মাদকতা আৰু আনখনত আছে নিষ্পেষিত. জৰ্জৰিত হোৱা দৰিদ্ৰতাৰ ক'লা ছায়া-বৃত্ত দাগ— প্ৰতি মুহূৰ্তে সমাজ নিপীডিতাৰ সজল, আকুল, আবেগময়ী ভাষাহীন চাৱনি।" বীণাপাণি অহঙ্কাৰী। গ্ৰাম্য সমাজৰ সহজ-সৰল জীৱন-ধাৰণ প্ৰণালীৰ প্ৰতি তেওঁৰ কোনো ধৰণৰ আকৰ্ষণ নাই। তাৰ পৰিবৰ্তে আধুনিক কৃত্ৰিম চাল-চলনে চৰিত্ৰটোক মোহাচ্ছন্ন কৰি ৰাখিছে। সেয়ে স্বামীগৃহ এৰি থৈ আহিও পিতৃগৃহত তেওঁ সুখৰ স্বপ্ন দেখিছে; স্বামীৰ অসুখৰ সময়ত তেওঁক অৱহেলা কৰিছে। আনকি মাধৱ অথবা কল্যাণীৰ সন্মুখতো অশুভ আচৰণ প্ৰদৰ্শন কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। নাৰী হৃদয়ৰ স্বাভাৱিক মমতাখিনিৰো বীণাপাণিৰ অভাৱ। সেয়ে 'খুলী, খুলী' বুলি কাব চাপি অহা ভতিজাক পুতুলকো তিৰস্কাৰ কৰি খেদি পঠিয়াইছে। প্ৰতাপে কৈছে, "মনুষ্যত্বৰ বজাৰতোমাৰ দাম খুউব কম, কাৰণ তুমি হৃদয়হীনা।" বীণাপাণি এজনী কাঠচিতীয়া নাৰী।

উপন্যাসখনত সৰলা এটি আদৰণীয় চৰিত্ৰ। প্ৰতাপে মহেশৰ অনুপস্থিতিত সৰলাৰ প্ৰতি পালন কৰা দায়িত্বৰ সৰলাই উপযুক্ত মৰ্যাদা আৰু প্ৰতিদান দিছে। নীলিমাৰ দৰে সৰলাৰো বাক্চাতুৰ্য কম নহয়। প্ৰতাপৰ সান্নিধ্য লাভ কৰি সৰলাৰ হৃদয়তো সাহিত্য-প্ৰীতি গঢ লৈ উঠিছে। সাহিত্যৰ জৰিয়তে জীৱনৰ আনন্দ যে লাভ কৰিব পাৰি, সৰলাই সেইকথা হৃদয়ঙ্গম কৰিব পাৰিছে। সৰলাই প্ৰতাপক স্পষ্টভাৱেই কৈছে, "মই সাংসাৰিক ধন দৌলতৰ বাঞ্ছা নকৰোঁ দাদা। অন্তৰৰ ঐশ্বৰ্যৰহে মই ভিখাৰী।" সৰলা প্ৰকৃতিপ্ৰেমী। সেয়ে 'বিজয়লক্ষ্মী' ফাৰ্মলৈ গৈ প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্য দেখি আনন্দতে আত্মহাৰা হৈছে। সৰলা সহৃদয়া। কল্যাণীবিহীন ঘৰখনত সৰলাই ভাত ৰান্ধি, সকলোকে খুৱাই-বুৱাই পৰিচৰ্যা কৰিছে। অসুখৰ সময়ত চিকিৎসা কৰিবলৈ অহা ভুপেন ডাক্তৰৰ প্ৰতি জাগি উঠা সৰলাৰ প্ৰেম এক স্বাভাৱিক প্ৰক্ৰিয়া। সেই বুলি সৰলা প্ৰেমিকা নহয়। চৰিত্ৰটোৰ নাৰীসুলভ কমনীয়তা আছে। পুতুলক তেওঁ মাতৃৰ স্নেহেৰে আৱৰি ল'ব পাৰিছে, যাৰবাবে পুতুলে সৰলাৰ লগ নেৰা হৈছে। পুতুলক কোলাত লৈ গাখীৰ খুৱাই থকা অৱস্থাত সৰলাক দেখি ভুপেনো মোহিত হৈছে সেই স্নেহময়ী মূৰ্ত্তি দেখি। আনহাতে প্ৰতাপৰ প্ৰতি বীণাপাণিয়ে প্ৰদৰ্শন কৰা আচৰণে সৰলাক উগ্ৰমূৰ্ত্তি ধাৰণ কৰাইছে— 'তাইক কোবাই দাঁত কেইটা ভাঙি দিব নোৱাৰিলে দাদা? তাইৰ গাল ফালি দিব লাগিছিল চৰত।" সৰলাৰ দায়িত্বজ্ঞান আছে বাবেই সৰলাই "স্বৰগলৈ গ'লেও যে ঢেঁকীয়ে ধান বানিব লাগে,' সেইকথা বুজি পাই প্ৰতাপহঁতৰ ঘৰৰ দায়িত্ব পালন কৰিছে।

'আজিৰ মানুহ'ত কল্যাণীৰ মাক আৰু সৰলাৰ মাক গাঁৱৰ সাধাৰণ তিৰোতা। নাৰীসুলভ মৰম-স্নেহ, সৰলতা, দায়িত্ববোধেৰে চৰিত্ৰ দুটি অন্তৰপৰশা। কল্যাণীৰ মাকে মাধৱৰ অসহনীয় দুখত সান্ত্বনা দিছে এনেদৰে, "ভগৱানে কৰিব বোপা। যেনেকৈ জন্ম দিছে,তেনেকৈ পালনো কৰিব। তুমি, মই চিন্তা কৰি কি পাৰ পাম?" দুয়োগৰাকী মাতৃ সাদৰী আৰু অতিথিপৰায়ণা।

হিতেশ ডেকাৰ 'নতুন পথ'ৰ শান্তিৰ চৰিত্ৰটোৰ সতে নীলিমাৰ (আজিৰ মানুহ) কিছু মিল বিচাৰি পোৱা যায়। 'আজিৰ মানুহ'ত প্ৰতাপ আৰু নীলিমাৰ প্ৰেমে সফল নহ'ল। প্ৰেমৰ বিচ্ছেদ আৰু কাৰুণ্যই চৰিত্ৰ কেইটিক যন্ত্ৰনা ভোগাইছে। 'নতুন পথ'ত প্ৰধানকৈ শান্তি আৰু উষা — এই নাৰী চৰিত্ৰ দুটাৰ প্ৰতিয়ে দৃষ্টি আকৰ্ষিত হয়। বিজয়ৰ প্ৰতি ভালপোৱা বুকুত সাৱটি লৈ শান্তিৰ বিবাহ হ'ল গুৱাহাটীত পুলিচৰ চাকৰি কৰা দেৱেন দাসৰ লগত। উপন্যাসত দেখা গৈছে পৰস্ত্ৰী হৈও শান্তিয়ে বিজয়ৰ প্ৰেমক পাহৰিব পৰা নাই। বিজয়ৰ উপস্থিতিত শান্তি মুৰৰ বিষত ভুগিছে— এই বিষ প্ৰকৃত প্ৰেমক লাভ নকৰাৰ দুৰ্বিষহ যন্ত্ৰণা মাথোন। বিজয়ৰ প্ৰতি থকা শান্তিৰ প্ৰেমৰ গভীৰতা এইফাঁকি বাক্যৰ মাজতে উপলব্ধি কৰিব পাৰি— "....এই জীৱন থাকে মানে মই আপোনাক পাহৰিব নোৱাৰিম। সেই ভালপোৱা মোৰ দিনে দিনে বাঢ়িব ধৰিছে— কমা নাই।" শান্তি শিক্ষাৰ পোহৰ পোৱা এজনী গাঁৱলীয়া ছোৱালী। গ্ৰাম্য জীৱনৰ সংস্কাৰৰ পৰা তাই মুক্ত নহয়। সেয়ে অন্তৰৰ

পবিত্ৰ ভালপোৱা তাই প্ৰকাশ কৰিব নোৱাৰিলে। শান্তি লাজকুৰীয়া যদিও নাৰীসুলভ বিচাৰ-বুদ্ধি সম্পন্ন। তাই বুদ্ধিমতী আৰু আনক আকৰ্ষণ কৰিব পৰাকৈ অমায়িক। উপন্যাসখনৰ আন এটি নাৰী চৰিত্ৰ উষা হৰেন ডেকাৰ পত্নী। বিজয়ৰ প্ৰতি কৰা শুশ্ৰূষা, শান্তিৰ বিবাহৰ বাবে আগভাগ লোৱা আদি কাৰ্যই চৰিত্ৰটো মহীয়ান কৰি তুলিছে। "শুশ্ৰূষা কৰাটো তিৰোতাৰ কামেই" বুলি ধৰি লোৱা উষা ৰাংঢালী। উপন্যাসখনত শান্তিৰ খুৰীয়েকে শন্তিক নিজৰ জীয়েকতকৈও মৰম কৰি মৰমিয়াল গুণৰ অধিকাৰী হৈছে। অনুপমা অথবা পদ্মবৰ্মন উকিলৰ পত্নীৰ চৰিত্ৰটোৱে উপন্যাসখনত বিশেষ অৰিহণা যোগোৱা নাই। উপন্যাসখনৰ ভূমিকাত ত্ৰৈলোক্যনাথ গোস্বামীদেৱে লিখা কথাখিনি উল্লেখনীয়—

> "উপন্যাসখনৰ কথাবস্তু ৰোমাণ্টিক, কিন্তু তাৰ ওপৰত আদৰ্শবাদৰ ছাপ আছে। পুথিৰ ঠায়ে ঠায়ে সাময়িক ভালেমান কথাৰ কথোপকথনৰ মাজেদি কৰা আলোচনা আছে। চৰিত্ৰ বিকাশৰ লগত আলোচনাবোৰৰ পোনপটীয়া সম্বন্ধ ৰক্ষা কৰাৰ চেষ্টা দেখা নাযায়; কিয়নো আধুনিক যুগৰ সৰহভাগ লোকৰেই জীৱন বিক্ষিপ্ত হৈ পৰিছে। সমাজত অনেক লোকৰেই কাৰ্য আৰু কথাৰ নাইবা বাহ্যিক আৰু আভ্যন্তৰীণ জীৱনৰ সমন্বয় দিনে দিনে আঁতৰি গৈছে। সেইবাবে প্ৰকৃত জীৱনৰ অনেক আলোচনাই ব্যক্তি জীৱনৰপৰা পৃথক হৈ থকাৰ দৰে উপন্যাসৰ ভিতৰত থকা কেইটা আলোচনায়ো চৰিত্ৰ চিত্ৰণত বিশেষ সহায় নকৰিলে।"

হিতেশ ডেকাৰ আন এখন উপন্যাস ভাৰাঘৰৰ পটভূমি চহৰ অঞ্চল। তথাপি লেখকে গাঁৱৰ বৰ্ণনা এইখন উপন্যাসতো পৰিহাৰ কৰা নাই। কলেজীয়া জীৱনত গুৱাহাটী চহৰৰ মেচত থাকি লাভ কৰা অভিজ্ঞতাৰে ৰচনা কৰা 'ভাৰাঘৰ'ত নায়িকা হিচাপে লগ পাওঁ সবিতাক। এই সবিতাৰ প্ৰেমতে আকুল নায়ক শৰৎ, যিয়ে অন্তৰৰ ৰূপ দৰ্শন কৰে তেওঁৰ আলম্বন সবিতাৰ মুখমণ্ডলত। সবিতা চৰিত্ৰটো মনুহৰ দোষ-গুণেৰে আবৃত যদিও তাৰ মাজেদিয়ে তেওঁৰ খোলা অন্তৰখনৰ পৰিচয় ফুটি উঠিছে। উপন্যাসখনৰ আন নাৰী চৰিত্ৰ পাৰুল, সবিতাৰ মাক সাধাৰণ পৰ্যায়ৰ। প্ৰণয়াত্মক উপন্যাসখনৰ নাৰীচৰিত্ৰসমূহত দৰাচলতে উল্লেখযোগ্য বৈশিষ্ট্য নাই।

হিতেশ ডেকাৰ 'মাটিকাৰ' সামাজিক সমস্যামূলক উপন্যাস। গ্ৰাম্য সমাজত সচৰাচৰ দেখা পোৱা মাটিৰ কাজিয়া, সীমা ঠেলা-ঠেলি আদিয়ে উপন্যাসখনৰ কাহিনীভাগ আগুৰি আছে। মাটিৰ হাকিম প্ৰকাশ হাজৰিকাৰ জীয়েক অৰুণা মেল মিটিং কৰি ফুৰা দাম্ভিক ছোৱালী। ধোবাৰ ঘৰৰপৰা সময়ত কাপোৰ আনি নিদিয়াৰ অজুহাতত তাই কাম কৰা ল'ৰা যদুক মাৰ-ধৰ কৰি খেদি দিবলৈও কুণ্ঠাবোধ কৰা নাই। অৱশ্যে পিছত তাৰবাবে চৰিত্ৰটো অনুশোচনাত ভুগিছে। প্ৰথমে তিৰস্কাৰ কৰা অতুলকে অৰুণাই স্বামী হিচাপে গ্ৰহণ কৰে। উপন্যাসখনৰ আন এটি নাৰী চৰিত্ৰ হৈছে কমলা। কমলা অৰুণাৰ বান্ধৱী। কলেজীয়া ছাত্ৰী কমলা "ধুনীয়া। মুখখন গোলাকাৰ; গাল দুখন ভৰা; চুলিটাৰী তপিনাত পৰা। গাৰ বৰণ ঈষৎ ক'লা। চুটি চাপৰ, গা-গাৰী থকা; স্বাস্থ্য সুন্দৰ, আনন্দমনা। ব্যৱহাৰে অমায়িক।" কমলা কনকৰ সহধৰ্মিনী। কমলাৰ চৰিত্ৰটোৰ মাজত নাৰীসুলভ সৌন্দৰ্য্য বিৰাজমান।

হিতেশ ডেকাৰ উপন্যাসসমূহৰ ভিতৰত তিনিটা খণ্ডত বিভক্ত 'এয়েতো জীৱন' উল্লেখযোগ্য। এইখন উপন্যাসৰো পটভূমি অসমৰ সামাজিক গ্ৰাম্য জীৱন। উমা আৰু বলোৰামৰ প্ৰণয় কাহিনীৰে উপন্যাসৰ কাহিনীভাগ পৰিব্যাপ্ত। শাহীমাকৰ অত্যাচাৰ, গালি-গঞ্জনাৰ মাজত জীয়াই থকা উমাৰ ধৈৰ্যশীল মনটোৰ পৰিচয় পোৱা যায় উপন্যাসৰ আৰম্ভণিতে। উমাৰ জীৱনলৈ প্ৰাইভাৰজনৰ বাবে সংঘাত নামি আহিছে। এই সংঘাতে চৰম ৰূপ লৈছে বলোৰাম ঘৰৰ পৰা পলাই যোৱাৰ পাছত। তেনেস্থলতো উমা ধৈৰ্য্যচ্যুত হোৱা নাই। স্বামীৰ দ্বাৰা পৰিত্যক্তা হৈ উমাই বহুতো দুখ-কষ্টৰ সন্মুখীন হৈছে যদিও ভাগ্যৰ অগ্নি-পৰীক্ষাত জুয়ে পোৱা সোণৰ দৰেই উমা উজ্জ্বল হৈ উঠিছে। 'উমা ভাগ্যৱতী নহ'লেও অভাগিনী নহয়।' উমাৰ দুখ আছে যদিও সেই দুখৰ সান্ত্বনাও লাভ কৰিছে।

উমা দায়িত্বশীলা আৰু মাতৃ হিচাপে পুত্ৰৰ উপযুক্ত দায়িত্ব পালন কৰিছে। 'এয়েতো জীৱন'ত চৰিত্ৰৰ সংখ্যা অধিক। উমাৰ বাহিৰেও ডাঙৰ বৌৱেক, সৰু বৌৱেক, জেতুকী, কাঞ্চনপেহী, কুসুম, কুসুমৰ বৌৱেক, ভবানী, কুঞ্জ, উমাৰ মাহীমাক আদি একাধিক চৰিত্ৰৰ সমাৱেশ ঘটিছে। সৰুবৌৱেক নিঃসন্তান যদিও আনৰ আনন্দৰ বাবে কাম কৰা এগৰাকী মৰমিয়াল নাৰী। আনহাতে কুঞ্জৰ মাক এগৰাকী কুটিল স্বভাৱৰ টুটুকীয়া নাৰী। জেতুকী আৰু কাঞ্চনৰ ঈৰ্ষাৰ বাবেই উমাৰ জীৱনলৈ নামি আহিছে ঘোৰ অন্ধকাৰ। কাঞ্চন আৰু জেতুকী পৰশ্ৰীকাতৰা নাৰী। তিৰোতাৰ ঈৰ্ষাৰ বহ্নিয়ে গ্ৰাস কৰাত এই চৰিত্ৰ দুটা গাঁৱৰ সাধাৰণ তিৰোতাৰ শাৰীতে থাকি গ'ল। অৱশ্যে উপন্যাসখনৰ শেষৰ ফালে মনলৈ অহা অনুশোচনাই জেতুকী আৰু কাঞ্চনক পৰিশুদ্ধ কৰিছে। কাঞ্চনেই অকলশৰীয়া বলোৰামৰ শুশ্ৰূষা কৰিছে আৰু উমাৰ প্ৰসৱৰ সময়ত আহি পৰিচৰ্যা কৰিছে। 'এয়েতো জীৱন' উপন্যাসখনত চৰিত্ৰ সৃষ্টিতকৈ গ্ৰাম্য সমাজৰ হুবহু চিত্ৰ দাঙি ধৰাতহে লেখকৰ কৃতকাৰ্যতা অধিক প্ৰকাশ পাইছে।

গ্ৰাম্য সমাজক কেন্দ্ৰ কৰি উপন্যাস ৰচনা কৰাৰ বিপৰীতে হিতেশ ডেকাই তেওঁৰ 'আচল মানুহ' ৰচনা কৰিছে নগৰীয়া জীৱনৰ বিশৃঙ্খলতাপূৰ্ণ যৌন সম্বন্ধীয় ঘটনাৰে। লেখকৰ ভাষাত—

> "এই কাহিনী বাস্তৱৰ ভেটিত ৰচিত, কিন্তু ই কল্পনাৰে ৰঞ্জিত। ইয়াত থকা নামবোৰ কাল্পনিক। ই সমাজৰ হুবহু কাঁয়া নহ'লেও ছায়া। আমাৰ সমাজৰে ই ইতিহাস।"[1]

উপন্যাসখনৰ মূল নায়ক-নায়িকা হৈছে মদন আৰু দীপালী। লেখকে 'সমাজৰে ই ইতিহাস' বুলি মদন-দীপালীক যি অত্যাধুনিকতাৰ শাৰীত প্ৰতিষ্ঠা কৰিব বিচাৰিছে, তাক সহজে মানি ল'ব নোৱাৰি। নৈতিকতা আৰু ধৰ্মবিৰোধী মদন-দীপালীৰ অবৈধ মিলনত সভ্যতা আৰু সংস্কাৰৰ বিধ্বংসী চিত্ৰহে প্ৰতিফলিত হৈছে। ঔপন্যাসিকৰ ভাষাত, "মদন আৰু দীপালী। দুই ভাই-ভনী, প্ৰেমিক-প্ৰেমিকা, স্ত্ৰী-পুৰুষ, কামুক-কামুকিনী নে অৱদমন বিৰোধী কেচাঁ মানুহ তাৰ উত্তৰ-নীতিবিদ, সমাজবিদ, ধৰ্মজ্ঞ, মনোবৈজ্ঞানিক আদিয়ে নিৰ্ণয় কৰিব; আমি একো ক'ব নোৱাৰোঁ। তথাকথিত সামাজিক মানদণ্ডত যে তেওঁলোক দোষী তাক নুই কৰিব নোৱাৰি; কিন্তু প্ৰকৃত ক্ষেত্ৰত দোষী হয়নে নহয় ক'ব নোৱাৰোঁ।" পাঠক হিচাপে দীপালীক আমি দোষী আৰু 'চহৰৰ বজৰুৱা ধৰণৰ উদণ্ড ছোৱালী বুলিয়ে ক'ম। ভোলা কাকতিৰ কঢ়া নজৰৰ আঁৰ লৈ দীপালী দুশ্চৰিত্ৰা হৈছে। দীপালীৰ বাহিৰেও তেৱাৰীৰ পত্নী, আৰতি, ৰ'জ, দিলাৰা, সত্যপ্ৰভা আদি নাৰী চৰিত্ৰ উপন্যাসখনত সন্নিবিষ্ট হৈছে। প্ৰতিটো নাৰী চৰিত্ৰই ধ্বংস-পথত খোজ পেলোৱা একোগৰাকী চৰিত্ৰহীনা নাৰী। অৱশ্যে তেওঁলোক চৰিত্ৰহীনা হোৱাৰ মূলতে জীৱনৰ কঠিন বন্ধন, জীয়াই থকাৰ তাড়না, পুৰুষৰ কুচক্ৰান্ত। বেশ্যা হ'লেও দিলাৰাৰ অন্তৰ নাৰীৰ সহজাত প্ৰবৃত্তিৰে আবৃত। মদনৰ বাবে ভাত ৰান্ধি তাই ভাবিছে, "ঘৈণী হোৱা নাৰী জীৱনৰ চৰম সাৰ্থতকা। ..... হায়! কেতিয়া মোৰ এই বেশ্যাৰ কদৰ্য জীৱনৰ অৱসান ঘটিব? কেতিয়াবা জানো ময়ো এজন স্বামী পাম? হে আল্লা! তুমি মেহেৰবাণী কৰা।" পৱন ডাক্তৰৰ কামুকতাৰ বলি হৈ 'ষ্টেট হোম'ত থাকিবলগীয়া হোৱা সত্যপ্ৰভা সৰল গাঁৱলীয়া ছোৱালী। কৈৱৰ্ত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰা, ৰংমন হাজৰিকাৰ জীয়েক সত্যপ্ৰভাৰ দৈহিক ৰূপ থকাৰ দৰেই অন্তৰখনো প্ৰকৃত ভালপোৱাৰ পবিত্ৰ ৰূপেৰে উজ্জ্বল। সেয়ে হয়তো মদনে কৈছে, "সঁচাকৈ তুমি সত্যপ্ৰভা - সত্যৰ জেউতিয়ে তোমাক উদ্ভাষিত কৰিছে।" সত্যপ্ৰভাৰ মাকক এগৰাকী মৰমিয়াল সাদৰী তিৰোতা হিচাপেই লগ পাওঁ। প্ৰথমে তুমি আহিছা; মোক মাছৰ মূল্য নালাগে। আজি মই এনেয়ে দিছোঁ। তোমালোকৰ ঘৰত মই কিমান দিন এনেয়ে খাইছোঁ; কিমান বস্তু এনেয়ে আনিছোঁ তাৰ লেখ নাই। আজি মোৰ মাছ দুটাৰো দাম ল'ম নে?" অৱশ্যে অতিবিশ্বাস চৰিত্ৰটোৰ এটা দুৰ্বল দিশ, যাৰবাবে তেওঁৰ লগতে সত্যপ্ৰভায়ো দুখ আৰু কলঙ্কৰ বোজা কঢ়িয়াব লগা হ'ল। 'আচল মানুহ'ৰ কোনোটো নাৰী চৰিত্ৰই সক্ৰিয় নহয়। তদুপৰি চৰিত্ৰসমূহৰ জীৱনলৈ নামি অহা সংঘাতে কোনো সহানুভূতি

আদায় কৰিব নোৱাৰে। এই সংঘাত চৰিত্ৰই নিজে মাতি অনা সংঘাত।

ঐতিহাসিক পটভূমিত দেশৰ ৰাজনৈতিক সমস্যাৰাজিৰ পৰিপ্ৰেক্ষিতত হিতেশ ডেকাই ৰচনা কৰিছে 'বৈৰী মানুহ'। অৱশ্যে ৰাজনৈতিক কথাবস্তুৰে সজাই তোলা উপন্যাসখনত প্ৰেমৰ মনোৰম বৰ্ণনাও আছে। পটভূমি হিচাপে জালুকবাৰীৰ ওচৰৰ গাড়ীগাঁৱকে বাছি লৈ লেখকে হিন্দু-মুছলমানৰ কটকটীয়া বান্ধোনে অসমক যে গৌৰৱান্বিত কৰি তুলিছে, সেই কথা স্পষ্টভাৱে ব্যক্ত কৰিছে। তেনেস্থলত সৃষ্টিকৰা চৰিত্ৰসমূহৰ মাজৰ নাৰী চৰিত্ৰ কেইটি— জেৰিণা, আলিমুন্নিচা, জেৰিণাৰ মাক উল্লেখনীয়। উপন্যাসখনত পাকিস্থান আৰু ভাৰতৰ যুদ্ধ আৰু সেই যুদ্ধৰ সময়ৰ অসমীয়া সামাজিক জীৱনৰ চিত্ৰ দাঙি ধৰিছে। জেৰিণা স্পষ্টবাদী, সাহসী আৰু যুক্তিবাদী। টলষ্টয়ৰ আদৰ্শত বিশ্বাসী জেৰিণাই বিশ্বাস কৰে যে মানুহ প্ৰেমেৰে জীয়াই থাকে। যুদ্ধৰ ভয়াবহ পৰিণামে জেৰিণাৰ অন্তৰ কঁপাই তুলিছে যাৰবাবে জেৰিণাই কৈছে, "এনে নিদাৰুণ যুদ্ধ আমাক নালাগে ডাঙৰ ককাইদেউ। যুদ্ধ আমাক নালাগে আৰু যুদ্ধ যেন কোনোদিন কতো নহয়।" আনিমুন্নিছাৰ মাজত সৎসাহসৰ পৰিচয় পোৱা যায়। আলিমুন্নিছা গাঁৱৰ নাৰী যদিও দেশপ্ৰেম কি বস্তু তাই বুজি পায়। সেয়ে সিহঁতৰ ঘৰত আশ্ৰয় দিয়া মানুহজন, যাক তাই স্বামী হিচাপে গ্ৰহণ কৰিছিল, তাৰ প্ৰকৃত পৰিচয় যে এজন ছদ্মবেশী পাকিস্থানী গুপ্তচৰ হিচাপেহে সেই কথা জানিব পাৰি তাক হাঁহিমুখে পৰিত্যাগ কৰিব পাৰিছিল। আলিমুন্নিছাৰ "ঘৰুৱা জীৱনত দেশপ্ৰেমৰ কাৰ্য আহমদৰ যুদ্ধক্ষেত্ৰৰ কাৰ্যতকৈ কোনো গুণে হীন নহয়।"

তেওঁৰ আন এখন সামাজিক উপন্যাস 'জীৱন সংঘাত' বাস্তৱ জীৱনৰ প্ৰতিচ্ছবিৰে ৰচনা কৰা এখনি করুণ উপন্যাস। যশোদা, যমুনা, সুভদ্ৰা আদি নাৰী চৰিত্ৰ সম্বলিত উপন্যাসখনত মাহীমাক হৈও যশোদাই মাতৃৰ অপত্য স্নেহেৰে ৰমেনক আঁকোৱালি লৈছে। বিধৱা হ'লেও যশোদাই পুৰুষৰ প্ৰলোভনক নেওচা দি নাৰীজীৱনৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিছে। যশোদাৰ অন্তৰত কোনো কপটভাৱ নাই। সেয়ে ৰমেনক 'সতীয়া ল'ৰা' বুলি কোৱাত নিজ হৃদয়ৰ উপলব্ধিৰে যমুনাক কৈছে, "তুমি তেনে কথা মোক কোনোদিনে নক'বা। এনে কথা ক'বলৈ আৰম্ভ কৰিলা? শিশুমনত বিভেদ ভাৱ এতিয়াৰ পৰাই জগাই দিবলৈ চেষ্টা কৰিলা?" শিশুৰ মনস্তত্ত্ব বুজি পোৱা যশোদা সুগৃহিণী আৰু আদৰ্শ পত্নীও। গিৰীয়েকৰ অসুখৰ সময়ত তেওঁ পাৰ্যমানে শুশ্ৰূষা আগবঢ়াইছে। যশোদাৰ বিপৰীতে যমুনা ঈৰ্ষাপৰায়ণা, কলহপ্ৰিয়া নাৰী। যশোদাৰ সুখ-শান্তি সহ্য কৰিব নোৱাৰি সেয়েহে পদে পদে যশোদাৰ অন্যায় কৰিবলৈ যত্নপৰ হৈছে। আনকি খাদ্যবস্তুত বেজৰ দৰব মিহলাই যশোদাৰ চৰিত্ৰহননৰ প্ৰচেষ্টা চলাইছে। শুভদ্ৰা যদিও যশোদা আৰু যমুনাৰ প্ৰতি ঈৰ্ষান্বিতা, তথাপি বংশৰ কলঙ্কৰ ভয়ত যশোদাক বিপদৰ পৰা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছে। স্বাৰ্থপৰতা চৰিত্ৰটোৰ এটি দুৰ্বল দিশ। নিজ স্বাৰ্থৰ কথা ভাবিয়ে ৰমেনক দোকানত ৰাখিবলৈ ইচ্ছা কৰিছিল। গাঁৱৰ জায়েকসকলৰ মাজত থকা হিংসা, বিদ্বেষ, কুটনীতিৰে উপন্যাসখনৰ কাহিনী পৰিপূৰ্ণ। মন্ত্ৰসাহিত্যৰ প্ৰভাৱো উপন্যাসখনত দেখুৱাবলৈ লেখকে যত্ন কৰিছে।

কেইবাটাও নাৰীচৰিত্ৰৰ সমাবেশেত ডেকাৰ 'সীমাৰ কাজিয়া' গঢ় লৈ উঠিছে। হৈমৱতী, সাগৰিকা, গঙ্গা, বিন্ধ্য, মন্দিৰা পেহী আদি নাৰী চৰিত্ৰৰ ভিতৰত হৈমৱতীয়ে মুখ্য ভূমিকা পালন কৰিছে। হৈমৱতী আৰু সাগৰিকা দুয়ো বাই-ভনী যদিও দুয়োৰে মাজত পাৰ্থক্য আছে। এই পাৰ্থক্য দৈহিক সৌন্দৰ্য আৰু মনৰ চিন্তাধাৰাৰ মাজত। হৈমৱতী লাজকুৰীয়া, চঞ্চলা আৰু দৈৰ্ঘী। আহাতে সাগৰিকাৰ গাৰ বৰং সামান্য ক'লা। সাগৰিকা বিবাহিতা, কেইবাটাও ল'ৰা-ছোৱালীৰ মাক। স্থূল শৰীৰৰ সাগৰিকা চাপৰ, জ্ঞানৱতী অথচ নিৰহঙ্কাৰী, দূৰদৃষ্টিসম্পন্না আৰু ক্ৰোধহীনা। যুদ্ধৰ বিষয়ক লৈ ৰচনা কৰা উপন্যাসখনত দেশপ্ৰেমৰ অনুৰাগেৰে ৰঞ্জিতা হৈমৱতীয়ে দেহৰ সকলো অলঙ্কাৰ প্ৰতিৰক্ষা পুঁজিলৈ দান কৰি অসীম দেশপ্ৰেমৰ পৰিচয় দিছে। হৈমৱতীয়ে ডাঙৰ খুৰাকক স্পষ্টভাৱে কৈছে,

"মোৰ ভাল লাগে সন্মান আৰু স্বাধীনতাক ভাঙৰ খুৰা, অলঙ্কাৰ আৰু আৰু ৰূপক নহয়। সন্মানেই ৰূপ, স্বাধীনতাই অলঙ্কাৰ, প্ৰকৃত ৰূপ দেহৰ অঙ্গ শোভাত নহয় খুৰা, আচল ৰূপ প্ৰকাশ পায় মন আৰু আদৰ্শৰ উজ্জ্বলতাতহে।"

সাগৰিকাৰ দেশপ্ৰেমৰো তুলনা নাই। তেৱোঁ সকলো অলঙ্কাৰ দান কৰি কৈছে, "মোৰ ঘৰখনৰ মান, সন্মান, স্বাধীনতা আৰু মৰ্য্যাদাৰ বাবে মোৰ অলঙ্কাৰ প্ৰতিৰক্ষা পুঁজিত দান কৰিলোঁ। এইখিনি নিয়ক ডাঙৰখুৰা, অস্ত্ৰ-শস্ত্ৰ কিনি আনক।"

'ইতিহাসে সকিয়ায়' উপন্যাসৰ পটভূমি ১৯৬০ চনৰ ভাষা আন্দোলন। এই আন্দোলনে অসমৰ ৰাজনৈতিক জীৱনৰ ওপৰত পেলোৱা প্ৰভাৱ, ভাষাক উপলক্ষ্য কৰি অসমীয়া আৰু বঙলা সম্প্ৰদায়ৰ মাজত হোৱা সংঘৰ্ষ আদি চিত্ৰিত কৰা ঐতিহাসিক উপন্যাসখনত কিৰণময়ী, সুনীলৰ মাকৰ চৰিত্ৰ দুটা অন্যতম। বঙ্গভাষী হ'লেও অসমীয়াৰ প্ৰতি থকা চেনেহ, আন্তৰিকতা চৰিত্ৰ দুটাৰ মাজেদি প্ৰকাশ পাইছে। কিৰণৰ পিছত অসমীয়া ডেকা অৰুণৰ সতে বিবাহ সম্পন্ন হয়। "কিৰণ নামত যেনে কিৰণময়ী, ৰূপতো তেনে দীপ্তিময়ী আৰু কামতো তেনে আলোকময়ী।" ৰূপ, গুণ আৰু বিদ্যাৰ সমাহাৰ ঘটিছে এই গৰাকী নাৰীত।

হিতেশ ডেকাৰ 'সুখৰ সংসাৰ', 'কামপত্নী' আৰু 'নিৰ্যাতিতা সতী'ত চৰিত্ৰতকৈ বৰ্ণনাৰ প্ৰাধান্য অধিক। 'সুখৰ সংসাৰ'ত অসমীয়া সমাজৰ এখনি চিত্ৰ হুবহু ৰূপত দাঙি ধৰিছে। শিক্ষাৰ পোহৰ পাই মিছা ভেমত অন্ধ হোৱা বোৱাৰীয়েক ৰেখা আৰু প্ৰতিভাৰ চৰিত্ৰদুটি যথাযথ হৈছে। 'কামপত্নী'ত কামসক্তা নাৰীকে অবৈধ সন্তানৰ বাবে জগৰীয়া কৰা যেন লাগে। ধৰ্ষিতা নাৰীৰ নিৰ্যাতনেৰে ভাৰাক্ৰান্ত 'নিৰ্যাতিতা সতী'ত ভাৰতীয় সামৰিক বাহিনীৰ ঘৃণনীয় চৰিত্ৰৰ দিশটো লেখকে উন্মুক্ত কৰি দিছে অতি সুন্দৰভাৱে। তেওঁলোকৰ এনে কুকাৰ্যৰ পৰা সামৰিক বাহিনীৰ জোৱান সত্যবান ডেকাৰ ভগ্নী, মাতৃ আৰু ঘৈনীয়েকো সাৰি যোৱা নাই। উপন্যাসখনত সাবিত্ৰী এটি উল্লেখযোগ্য নাৰী চৰিত্ৰ। সাবিত্ৰী ধৰ্ষিতা হৈছে যদিও তাই বিচলিত নহৈ অহিংসাৰ পথেৰে ধৰ্ষণৰ অৱসান ঘটাবলৈ সক্ষম হৈছে।

হিতেশ ডেকাৰ শেহতীয়া উপন্যাস 'ত্যাগ' তেওঁৰ মৃত্যুৰ পিছত প্ৰকাশিত হয়। দৰাচলতে 'ত্যাগ' তেওঁৰ দেহাৱসানৰ অব্যৱহিত পূৰ্বে ৰচনা কৰি থৈ যোৱা জীৱনৰ অন্তিম সৃষ্টি। কিন্তু অন্তিম সৃষ্টি যদিও জীৱনৰ প্ৰথম উপন্যাস 'আজিৰ মানুহ'ৰ দৰেই উপন্যাসখন আকৰ্ষণীয়। বাস্তৱজীৱন আৰু সমাজৰ চিত্ৰ প্ৰতিফলিত হোৱা বাবেই উপন্যাসখনৰ এটা মাদকতা আছে। গ্ৰাম্য জীৱনৰ পৰিপূৰ্ণতা যিগৰাকী লেখকৰ হাড়ে-হিমজুৰে সোমাই আছিল, তেওঁৰ সেই গ্ৰাম্য সমাজৰ চিত্ৰ অংকিত কৰাটো তেনেই স্বাভাৱিক। মানুহৰ সুখ-দুখ, ব্যথা-বেদনা, প্ৰেম-বিৰহৰ বাৰ্ত্তা কঢ়িয়াই অনা 'ত্যাগ' প্ৰেমৰ মহৎ ত্যাগৰ চানেকিৰে মহিমামণ্ডিত। 'আজিৰ মানুহ' উপন্যাসৰ প্ৰতাপ আৰু নীলিমাৰ ত্যাগৰ চানেকি 'ত্যাগ'ৰ ৰমেন আৰু হীৰাৰ চৰিত্ৰৰ মাজেদি যেন পুনৰ প্ৰতিফলিত হৈছে।'ত্যাগ'ৰ পটভূমি ঐতিহ্যমণ্ডিত কাঁহশিল্পৰ সতে জড়িত সৰ্থেবাৰী অঞ্চল। উপন্যাসৰ আৰম্ভণিতে আছে গঢ়শালৰ এটি পৰিচিতিমূলক বৰ্ণনা—

"সৰ্থেবাৰীৰ কঁহাৰ হৰেশ্বৰ ডেকাই ঘৰৰ গঢ়শালত কাঁহ কোবাই আছে। লগৰ ভাগীয়া চাৰিজন। হাফৰৰ জুইত কাঁহ গৰম কৰি নিয়ৰিত থৈ পিটি পিটি বহল কৰি আছে। আড়েসেৰী হাতুৰীৰে কাঁহ কোবাইছে। ছাগলীৰ ছালেৰে নিৰ্মিত ভাতীৰে আউটি আউটি জুই জ্বলাইছে। হাফৰত শাল গছৰ এঙাৰেৰে জুই ধৰে। জুইৰ তাপত মানুহবিলাক বৰ আপিত হোৱাত গাৰে ঘাম বৈ গৈছে।"

হৰেশ্বৰ ডেকাৰ জীয়েক হীৰা উপন্যাসখনৰ মুখ্য নাৰী চৰিত্ৰ। হীৰা নৃত্য পটিয়সী, সুন্দৰী।

গাঁৱৰ সভাৰ খোলাত নৃত্য প্ৰদৰ্শন কৰিবলৈ ওলোৱা হীৰাৰ নৃত্যৰ উপযোগী ভাল কাপোৰ নাই। তথাপি দুখীয়া পিতৃৰ অৱস্থা বুজি নতুন কাপোৰৰ কথা চিন্তা নকৰি পুৰণি কাপোৰযোৰকে ধুই-মেলি ল'বলৈ ঠিক কৰিছে। দাৰিদ্ৰই তাইৰ মনলৈ কোনো ধৰণৰ নীচাত্মিকাভাৱৰ সৃষ্টি কৰিব পৰা নাই। বৰং অভিজ্ঞ মানুহৰ দৰেই মাককহে ওলোটাই কৈছে, "সেইবোৰ কথা এৰ আই। আগতে চাউলকেইটাৰ কথাহে ভাব। আমি নাচিম বানপানীত তল যোৱা মানুহৰ সাহায্যৰ কাৰণেহে। গতিকে মানুহে বানপানীত ক্ষতিগ্ৰস্ত মানুহৰ কথা ভাবিহে টকা দিব।" 'আজিৰ মানুহ'ৰ নীলিমাই বায়েকৰ সংসাৰখন ধৰি ৰাখিবৰ বাবেই প্ৰতাপৰ কথামতে অন্তৰৰ প্ৰেম গোপনে ৰাখি মাধৱৰ সতে বিয়াত বহিবলৈ ৰাজি হৈছে; আনহাতে ন্যায়ৰ প্ৰতীক বীৰেনৰ 'দেশৰ দুৰ্নীতি-দুষ্কৃতি শত্ৰুক মৰ্বীমূৰ কৰি দিব' পৰা শক্তিক জাগ্ৰত কৰিবলৈ, বীৰেনক সাহস যোগাবলৈ, শক্তি দান কৰিবলৈ হীৰাই ৰমেনৰ নিষ্কলুষ প্ৰেম প্ৰত্যাখ্যান কৰি বীৰেনৰ জীৱনলৈ সোমাই গৈছে। উদ্দেশ্য আৰু লক্ষ্য সুকীয়া হ'লেও দুয়োটা চৰিত্ৰৰ প্ৰেমৰ ত্যাগ অতুলনীয়। ধৈৰ্য, সাহস আৰু সহিষ্ণুতাই হীৰাক এডোখৰ হীৰাৰ দৰেই উজ্জ্বল কৰি তুলিছে।

উপন্যাসখনৰ আন এটি নাৰীচৰিত্ৰ কাঞ্চন পঢ়া-শুনাত ভাল নহ'লেও মানৱীয় গুণেৰে চৰিত্ৰটি পৰিপূৰ্ণ। সেয়ে বীৰেনে ৰেগিঙৰ নামত ৰমেনক কৰা প্ৰহাৰে কাঞ্চনৰ মনত দুখৰ উদ্ৰেক কৰিছে আৰু ৰমেনৰ আৰোগ্যৰ বাবে চিকিৎসাৰো দিহা কৰিছে। মহাজনৰ দুহিতা হৈও কাঞ্চনৰ ধনৰ অহঙ্কাৰ নাই। সেয়ে হীৰাই কৈছে, "ধনী মানুহৰ ঘৰৰ সকলো মানুহ অহঙ্কাৰী নহয়। কাঞ্চনৰ অন্তৰত যে এগৰাকী মৰমিয়াল ছোৱালী লুকাই আছে আজিহে মই জানিব পাৰিলোঁ। কাঞ্চনমালাৰ হৃদয়ৰ কাঞ্চনজংঘা শৃঙ্গ আজি আৱিস্কাৰ হ'ল।" উপন্যাসখনত হীৰা আৰু কাঞ্চন দুয়োটা নাৰীচৰিত্ৰই দায়িত্বশীল আৰু বুদ্ধিমতী। শাৰীৰিক সৌন্দৰ্যৰ দৰে মনৰ সৌন্দৰ্যয়ো চৰিত্ৰদুটাক প্ৰদীপ্তি প্ৰদান কৰিছে।

হীৰা আৰু কাঞ্চনৰ মাক দুগৰাকীক গাঁৱৰ সাধাৰণ নাৰীৰ ৰূপত উপন্যাসখনত লগ পাওঁ। ঘৰৰ আৰ্থিক অৱস্থালৈ মন নকৰি হীৰাৰ মাক প্ৰমীলাই হৰেশ্বৰক খাটনি ধৰিছে নাচৰ বাবে এযোৰ নতুন কাপোৰ কিনিবলৈ টকাৰ কাৰণে। কাঞ্চনে ৰমেনৰ আগত মাকৰ কথা কৈছে এনেদৰে, "আইকতো তুমি জানা ৰমেনদা। তেওঁ কিমান সৰল, কিমান মৰমিয়াল। বেচেৰী একো নাজানে। কেৱল কান্দিবহে জানে।"

উপন্যাসৰ প্ৰয়োজনীয় কথাংশত লেখকে সবিতা, কবিতা, ৰৌচনাৰা, কুসুম, জানকী, প্ৰেমদা, সত্যৱতী আদি নাৰীচৰিত্ৰৰ নাম সংযোজন কৰিছে যদিও চৰিত্ৰসমূহৰ বিশেষ ভূমিকা উপন্যাসখনত নাই।

হিতেশ ডেকা এগৰাকী সমাজ সচেতন লেখক। উপন্যাসসমূহৰ মাজেদি তেওঁ আমাৰ সমাজৰ বিভিন্ন সমস্যা দাঙি ধৰাৰ লগতে তাৰ ভাল-বেয়া দিশলৈও আঙুলিয়াই দিছে। এইক্ষেত্ৰত পুৰুষ চৰিত্ৰৰ লগতে নাৰী চৰিত্ৰৰ সহায় তেওঁ লৈছে। নাৰীৰ অকপট প্ৰেম, স্থিৰ বিচাৰ-বিবেচনাই সহজতে একোখন ঘৰ আৰু একাখন সমাজলৈ শান্তিৰ ধাৰা বোৱাই আনিব পাৰে। হিতেশ ডেকাৰ উপন্যাসত এই কথাৰ স্পষ্ট নিদৰ্শন পৰিলক্ষিত হৈছে। গাঁও সম্পৰ্কে প্ৰচুৰ অভিজ্ঞতা থকা লেখকে নাৰীচৰিত্ৰৰ ভিন্ন বৈশিষ্ট্য, ভিন্ন বতৰা উপন্যাসৰ বুকুত উপস্থাপন কৰিছে। সৃষ্টিৰ মৌলিকতা আৰু গভীৰতাই বাস্তৱ আৰু কল্পনাৰ সংমিশ্ৰণত গঢ় লৈ উঠা নাৰীচৰিত্ৰসমূহক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰিছে। মুঠতে 'আজিৰ মানুহ'ৰ পৰা 'ত্যাগ' লৈ হিতেশ ডেকাৰ নাৰীচৰিত্ৰই প্ৰতিজন পাঠকৰে হৃদয়ত অঙ্কিত কৰি যায় সুখ আৰু দুখেৰে পৰিপূৰ্ণ জীৱনৰ একোখনি মচিব নোৱৰা চিত্ৰ। এই চিত্ৰ গাঁৱৰ কেঁচামাটিৰ গোন্ধেৰে সুবাসিত, লেখকৰ সাহিত্য-প্ৰতিভাৰে চিৰউদ্ভাসিত।

□□□□□

# হিতেশ ডেকাৰ 'ভাবাঘৰ' সামাজিক-সমস্যাৰ অনবদ্য প্ৰকাশ

**নিভাবাণী গগৈ**

জীৱনৰ তুচ্ছাতিতুচ্ছ বিষয়ৰ মনোগ্ৰাহী উপস্থাপনেই জনসমাজত সাহিত্য-কৃতিৰ স্থায়িত্ব নিৰূপণত সহায় কৰে। গল্প আৰু উপন্যাস ৰচনাৰ ক্ষেত্ৰত এই কথাষাৰ বিশেষভাৱে প্ৰযোজ্য। আকৌ উপন্যাস ৰচনাৰ ক্ষেত্ৰত ঔপন্যাসিকে এই দিশটোৰ কথা বিবেচনা নকৰাকৈ সৃষ্টিত হাত দিলে তেওঁ জনসাধাৰণৰ প্ৰিয় ঔপন্যাসিক হোৱাৰ পথত প্ৰতিবন্ধকতাৰ সৃষ্টি হ'ব। কাৰণ উপন্যাসৰ বিষয়বস্তু অথবা বাণী যিয়েই নহওক কিয়, যদিহে সেই উপন্যাস-ৰচনাই সৰ্বসাধাৰণ পাঠকৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰে তেন্তে ঔপন্যাসিকৰ উদ্দেশ্য কাহানিও পূৰণ নহয়। তদুপৰি এইটো অনস্বীকাৰ্য যে সৰ্বকালৰ শ্ৰেষ্ঠ সাহিত্য-কৃতিসমূহ সৰ্বসাধাৰণৰ নামত উৎসৰ্গীকৃত। আমাৰ সাহিত্যিক সকলেও এই কথাৰ স্বীকৃতি স্বৰূপে অসমীয়া ৰাইজ আৰু সমাজৰ নামত সাহিত্য-কৃতিসমূহ উৎসৰ্গা কৰিছে। জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাইয়ো এই উদ্দেশ্যকে সাৱোগত কৰি তেওঁৰ অলেখ ৰচনা সৃষ্টি কৰি গ'ল। সাহিত্যৰ তিনিওটা প্ৰধান ক্ষেত্ৰ— গল্প, উপন্যাস আৰু নাটকত তেওঁৰ বৰঙণি আছে যদিও জনসমাজত ঔপন্যাসিক হিতেশ ডেকাৰহে গুৰুত্ব অধিক।

আধুনিক অসমীয়া উপন্যাসৰ ইতিহাসত হিতেশ ডেকাৰ উপন্যাস ৰাজিৰ স্থান অথবা বৰঙণি কি, সেয়া বিজ্ঞ উপন্যাস-সমালোচকসকলৰ বিচাৰ্য বিষয়। তথাপিতো **'আজিৰ মানুহ'**ৰ স্ৰষ্টা গৰাকীৰ সৃষ্টিশীল কৰ্মৰাজিক যে উলাই কৰিব নোৱাৰি, সেই কথাষাৰ অনস্বীকাৰ্য। অৱশ্যে বিজ্ঞ সাহিত্য-সমালোচকসকলৰ লগতে সুৰ মিলাই ক'বলৈ গ'লে ভালে কেইখন উপন্যাসৰ স্ৰষ্টা হিচাপে ডেকাৰ 'আজিৰ মানুহ' শিৰোনামাৰে উপন্যাসখনে যিদৰে সমালোচকৰ দৃষ্টি আকৰ্ষণ কৰিছে, তেওঁৰ দ্বাৰা ৰচিত অন্যান্য উপন্যাসৰ ক্ষেত্ৰত তেনে হোৱা পৰিলক্ষিত নহয়। সি যিয়েই নহওক, তেওঁৰ উপন্যাসৰাজি অধ্যয়ন কৰিলে এইটো প্ৰতীয়মান হয় যে তেওঁ যি ভাবাদৰ্শকে সাৱোগত কৰি উপন্যাস ৰচনা নকৰক কিয়, তাত সৰ্বসাধাৰণ পাঠকৰ মনোৰঞ্জনৰ সমলেই সৰহ। সহজ-সৰল জীৱনাদৰ্শৰে অনুপ্ৰাণিত হোৱা এই গৰাকী ঔপন্যাসিকৰ কাপৰ পৰা নিগৰি অহা সৃষ্টিশীল কৰ্মৰাজিতো তাৰেই ছিটিকনি পৰিছিল। ফলস্বৰূপে প্ৰাণ পাই উঠিছিল **'আজিৰ মানুহ', 'এয়েতো জীৱন', 'সীমাৰ কাজিয়া', 'নতুন পথ', 'বৈৰী মানুহ', 'ভাবাঘৰ'** আদি প্ৰায় একুৰিখন উপন্যাস।

ঔপন্যাসিক ডেকাৰ প্ৰায় কেউখন উপন্যাস সামাজিক আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত। গতিকে তেওঁৰ উপন্যাসৰ চৰিত্ৰসমূহৰ স্থিতি কাহিনীভাগত উদ্ভাসিত হোৱা বৰ্ণাঢ্য পৰিৱেশ আৰু পৰিস্থিতিৰ ওপৰত নিৰ্ভৰশীল। ১৯৫৭ চনত ৰচিত তেওঁৰ **'ভাবাঘৰ'**তো এনে কিছুমান লক্ষণ পৰিস্ফুট হৈছে। ইয়াৰ পটভূমি নিৰ্মাণ হৈছে মধ্যবিত্ত সমাজখনৰ ওপৰত ভিত্তি কৰি। এইখিনিতে উনুকিয়াই থোৱাটো উচিত হ'ব যে সামাজিক বিষয়ক লৈ ৰচিত এই বিশেষ উপন্যাসখন পঞ্চাছৰ দশকৰ অৰ্থাৎ স্বাধীনোত্তৰ কালৰ ৰচনা। গতিকে তাত স্বাধীনোত্তৰ যুগৰ ব্যক্তি-মানসিকতাৰ চাপ পৰাটো স্বাভাৱিক। স্বাধীনোত্তৰ ভাৰতৰ সমাজ-পৰিপ্ৰেক্ষিতত বিচাৰ কৰিলে এইটো প্ৰতীয়মান হ'ব যে স্বাধীনতা প্ৰাপ্তিৰ ঠিক পিছতে পঞ্চাছৰ দশকটোত আৰু তাৰো আগলৈ বিস্তাৰিত হৈছিল। ডেকাৰ উপন্যাসত এই শ্ৰেণীৰ পাত্ৰ-পাত্ৰীৰ সমাৱেশ ঘটিছে। সম-সাময়িক যুগত এই মধ্যবিত্ত শ্ৰেণীটো শিক্ষা, সংস্কৃতি, সাহিত্য, সমাজ-

সেৱা, ৰাজনীতি, ব্যৱসায় ইত্যাদি সকলো ক্ষেত্ৰতে আগবঢ়া। উপন্যাসৰ নায়িকা সবিতা, নায়ক শৰৎ, শৰতৰ বন্ধু নবীন আদি পাত্ৰ-পাত্ৰীসকলৰ ব্যক্তিৰ উপৰোক্ত নানা গুণৰ সমাৱেশেৰে ভাস্বৰ হৈ উঠিছে। স্বাধীনোত্তৰ যুগৰ দুজন মধ্যবিত্ত অভিভাৱকৰ অনৰ্থক অহংকাৰযুক্ত মনোবৃত্তিৰ পৰিণতিত দুখন কোমল হৃদয়ে নিকট হোৱাৰ পণ কৰিও দুৰ্ভোগত চট্‌ফটাব লগীয়া হৈছে। যেতিয়া আধুনিক শিক্ষাৰে শিক্ষিত কাব্যপ্ৰিয় শৰতে দেউতাকৰ পূৰ্ণ সিদ্ধান্তৰ ওচৰত নতশিৰ হৈ প্ৰেয়সী সবিতাক ত্যাগ কৰিবলৈ কুণ্ঠিত নহ'ল, তেতিয়া শৰতৰ তেনে মনোভাৱে সবিতাক নিৰ্মমভাৱে আঘাত কৰিছে। ক্ষণিকৰ বাবে তেওঁ থমকি ৰৈছে যদিও পিছত মনস্থিৰ কৰি এইটো সিদ্ধান্ত গ্ৰহণ কৰিলে যে তেওঁ দুনাই শৰতৰ ওচৰত প্ৰণয় ভিক্ষা কৰিবলৈ নাযায়। বৰঞ্চ সঙ্গীত-কলাৰ সাধনাৰ দ্বাৰা অন্তচেতনা জাগ্ৰত কৰি মানসিক প্ৰশান্তি লাভৰ বাবে সাৰ্থক প্ৰয়াস কৰিব। দৃঢ়মনা সবিতাই কঠোৰ সাধনাত ব্ৰতী হৈ তেওঁৰ জীৱনৰ হেৰোৱা ছন্দ ঘূৰাই আনিলে এনে নহয়, বৰঞ্চ স্বাভিমানিনী সবিতাই নিজৰ কাৰ্যৰ দ্বাৰা এইটো প্ৰতিপন্ন কৰিব খুজিলে যে শৰতৰ নিচিনা এজন দুৰ্বল মনৰ পুৰুষৰ লগত সম্বন্ধ ৰখাতকৈ সঙ্গীত তথা নৃত্য-কলা জগতৰ মধ্যমণি হৈ থকাই শ্ৰেয়। প্ৰতিভাৰ আঁকৰ সবিতাক তেওঁৰ সেই প্ৰয়াসত উদ্‌গনি যোগালে শৰতৰেই বন্ধু নবীনে।

উপন্যাসখনত ভালে সংখ্যক চৰিত্ৰই আত্মপ্ৰকাশ কৰিছে। সেই চৰিত্ৰসমূহৰ ভিতৰত পুৰুষ, নাৰী উভয় শ্ৰেণীৰ চৰিত্ৰ আছে। চৰিত্ৰসমূহৰ আচৰণ আৰু কাৰ্যাৱলীৰ প্ৰতি দৃষ্টিপাত কৰিলে আমাৰ বোধগম্য হয় যে ঔপন্যাসিকে আমাৰ চৌপাশৰ চিনাকি সমাজখনৰ পৰাই চৰিত্ৰসমূহ নিৰ্বাচন কৰিছে। চৰিত্ৰবোৰৰ মুখত দিয়া সংলাপে এই দিশটোৰ প্ৰতি আঙুলিয়াই দিছে। 'ভাৰাঘৰ'ত চিত্ৰিত হোৱা শৰৎ, নবীন, প্ৰবীণ, সবিতা, জয়ন্তী আদি চৰিত্ৰসমূহত হয়তো আমি সকলোৱে লগ পোৱা কোনোবা ব্যক্তি অথবা ব্যক্তি সমষ্টিৰ মনোজগত উন্মোচিত হৈছে। দৰাচলতে সৰ্বসাধাৰণ পাঠক তেওঁলোকৰ চিনাকি পাৰিপাৰ্শ্বিকতাৰ প্ৰতি অধিক আগ্ৰহী, কাৰণ তেওঁলোকে উপন্যাসধৰ্মী ৰচনা কেৱল বিশুদ্ধ মনোৰঞ্জনৰ বাবে অধ্যয়ন কৰে। তাৰ পৰা কোনো নতুন তথ্য আৱিষ্কাৰ কৰাৰ প্ৰতি লালায়িত নহয়। দূৰদৰ্শী ঔপন্যাসিকে পাঠক সমাজৰ সেই মনোবৈজ্ঞানিক দিশটোৰ প্ৰতি সদা সচেতন। সেয়েহে তেওঁ সৰ্বসাধাৰণ পাঠকৰ মনোৰঞ্জনৰ বাবে 'ভাৰাঘৰ'ত শৰৎ, নবীন, সবিতা, গিৰীশ দাস, জগৎ ভূএগ্ৰাৰ নিচিনা চৰিত্ৰৰ অংকণেৰে পাঠকৰ মন আকৰ্ষণ কৰিবলৈ প্ৰয়াস কৰিছে আৰু তেওঁ সেই প্ৰয়াসত কৃতকাৰ্যও হৈছে। ফলস্বৰূপে 'ভাৰাঘৰ'ৰ 'চাহিদা'ও বৃদ্ধি পাইছে আৰু তাৰ লগতে শৰৎ, নবীন, সবিতা আদি চৰিত্ৰই পাঠকসমাজৰ দ্বাৰা যথোপযুক্ত সহাঁৰি পাবলৈ সক্ষম হৈছে।

'ভাৰাঘৰ'ৰ অন্যতম আকৰ্ষণীয় চৰিত্ৰ হৈছে নবীন। ইয়াত নবীন নামৰ এই বিশেষ চৰিত্ৰটোৰ ভূমিকাও গুৰুত্বপূৰ্ণ। ধুৰন্ধৰ ওৰফে নবীন যথাৰ্থতে এজন ধুৰন্ধৰ ব্যক্তি। সবিতা আৰু শৰতৰ সম্পৰ্কটোত সৃষ্টি হোৱা জটিলতাৰ পাকবোৰ ধুৰন্ধৰ নবীনেই পৰ্যায়ক্ৰমে মুকলি কৰিছে। এই ধুৰন্ধৰৰ ধূৰ্তালিৰ বাবেই এসময়ত শৰতে সবিতাৰ কাষ চাপি যাবলৈ সুযোগ লাভ কৰিছে। ঔপন্যাসিকে নবীন নামৰ চৰিত্ৰটোৰ উপনাম স্বৰূপ ধুৰন্ধৰ বিশেষণটো দি পৰোক্ষভাৱে উপন্যাসৰ কাহিনীভাগৰ এটা বিশেষ অংশৰ কাৰ্য সমাধা কৰিলে। সেয়া হৈছে উপন্যাসখনত চিত্ৰিত হোৱা প্ৰেম-কাহিনীটোৰ নায়ক-নায়িকাৰ মানসিক দ্বন্দ্ব-সংঘাতৰ চিত্ৰ স্পষ্ট কৰি ভুলৰ মাজুলীৰ অৱস্থান কৰা সেই দিক্‌ভ্ৰান্ত নৰ-নাৰীহালৰ মিলন সুনিশ্চিত কৰাটো। এইজন ব্যক্তিয়ে শৰৎ-সবিতা দুয়োৰে ভগ্ন হৃদয় জোৰা লগাই মিলনৰ সেতু ৰচনা কৰাই নহয়, তেওঁলোক দুয়োজনকে নিজৰ নিজৰ দোষ-দুৰ্বলতা সমূহ ফঁহিয়াই চাবলৈকো সুযোগ প্ৰদান কৰিছে। পৰিস্থিতিৰ দায়ত পৰি কোনো কোনো সময়ত নবীনে কুটিল কঠোৰ আচৰণ কৰা পৰিলক্ষিত হয়। কিন্তু দূৰ দৃষ্টি সম্পন্ন মনোভাবেৰে বিচাৰ কৰিলে এইটো উপলব্ধি হ'ব যে তেওঁৰ তেনে আচৰণৰ অন্তৰালত একোটা মহৎ উদ্দেশ্য নিহিত থাকে। সেয়া আন একো নহয়, সেয়া হৈছে তেওঁৰ বন্ধু শৰৎ আৰু বন্ধু প্ৰিয়া সবিতাৰ প্ৰতি থকা আন্তৰিক শুভ কামনা

আৰু সহযোগিতা। তেওঁৰ অতীত জীৱন আছিল অভাৱ-অনাটন আৰু হতাশাৰে পৰিপূৰ্ণ। অভিন্ন হৃদয়ৰ বন্ধু শৰতৰ সহায় সহযোগিতাৰ বাবে তেওঁ নিজকে সমাজত প্ৰতিষ্ঠা কৰিব পাৰিলে। বন্ধুৰ সেই অকপট সহায়-সহযোগিতাৰ কথা পৰৱৰ্তী কালত 'অনামী' আলোচনীৰ সম্পাদক হিচাপে খ্যাতি লাভ কৰাৰ পিছতো তেওঁ পাহৰি যোৱা নাছিল। সেয়েহে ব্যৱহাৰিক জীৱনত ধুৰন্ধৰ হোৱা সত্বেও মানুহ হিচাপে নবীন এগৰাকী সৎ আদৰ্শবান ব্যক্তি হৈয়েই থাকিল। পৰিবৰ্তনৰ কোবাল সোঁতত তেওঁ উটি-ভাহি যোৱা নাই। নবীন বৰ্মন চিৰ নবীন হৈয়েই থাকিল।

'অনামী' আলোচনীৰ সম্পাদক ৰূপেও নবীন বৰ্মনে নিজৰ বহুমুখী ব্যক্তিত্বৰ পৰিচয় দিবলৈ সক্ষম হৈছে। তেওঁ এহাতে যেনেকৈ এজন চতুৰ ব্যক্তি তেনেকৈ সাহিত্য তথা সমাজ চিন্তাৰে আমূল পৰিবৰ্তন আনিব পৰা জনপ্ৰিয় কৃতী সম্পাদক। তদুপৰি সাহিত্যৰ দৰে সঙ্গীত কলাৰ প্ৰতিও তেওঁৰ অপাৰ আগ্ৰহ। জীৱনৰ হেৰোৱা ছন্দ ঘূৰাই আনিবলৈ সবিতাই কৰা অশেষ কষ্ট স্বীকাৰত তেওঁ সম্পূৰ্ণৰূপে সহযোগিতা আগবঢ়াইছে। কেৱল সিমানতে ক্ষান্ত নাথাকি হতাশাগ্ৰস্তা সবিতাক উৎসাহিত কৰিবলৈকে তেওঁ সঙ্গীত তথা নৃত্য সাধনাত বাদ্য যন্ত্ৰৰে অংশ গ্ৰহণ কৰি নিজৰ বহুমুখী প্ৰতিভাৰ পৰিচয় দিছে। এক দুৰ্যোগপূৰ্ণ সময়ত নবীনে সবিতাক সংযতমনা হ'বলৈ উপদেশ আৰু পৰামৰ্শ দি তেওঁৰ বিচ্ছেদকাতৰ মনলৈ আনিছে আশাৰ ৰেঙণি। বিচ্ছেদকাতৰ মনৰ খেলি-মেলিৰ বাবেই হওক অথবা কিবা কাৰণতেই হওক শৰতে তেওঁক প্ৰত্যাখান কৰাৰ পিছত সবিতাৰ মন নবীনৰ প্ৰতি ঢাল খাবলৈ আৰম্ভ কৰে। ইফালে সবিতাৰ পিতৃ অভিযন্তা গিৰীশ দাসৰ অধীনস্থ কণিষ্ঠ অভিযন্তা প্ৰবীণ কলিতাও সবিতাৰ মোহত আঁতুৰ। প্ৰবীণ হ'ব নোৱাৰে সবিতাৰ কাম্য পুৰুষ। আকৌ শৰতৰ লগত হোৱা ভুল বুজাবুজি চৰম বিন্দুত উপনীত হোৱাত সবিতা নামৰ নাৰী সত্তাটোত সুপ্ত হৈ থকা যুগুপ্সা আৰু প্ৰতিহিংসাৰ দাবানল জ্বলি উঠিছে। চতুৰ সবিতাই শৰতৰ ওপৰত প্ৰতিশোধ ল'বলৈ প্ৰবীণকে এটা মাধ্যম হিচাপে ব্যৱহাৰ কৰিছে। প্ৰবীণে অৱশ্যে ইয়াৰ আঁত ধৰিব নোৱাৰে। সবিতাৰ মন ক্ৰমশঃ নবীনৰ ফালে ঢাল খোৱাত প্ৰবীণ তেওঁৰ বাবে অপাংক্তেয় হৈ পৰিছে। কিন্তু নাৰী মনৰ এনে ভাবনাৰ লগত বাস্তৱবাদী, দূৰদৰ্শী নবীন অপৰিচিত নহয়। শৰৎ আৰু সবিতাৰ জীৱনৰ সেই বিয়োগাত্মক নাটকখনত নবীনেই সেই একমাত্ৰ নিৰপেক্ষ পাত্ৰ যি জনে দুয়োৰে দোষ-ত্ৰুটিসমূহ ভালদৰে পৰ্যবেক্ষণ কৰিবলৈ সমৰ্থ হৈছে। তেওঁৰ এইটো সঠিক উপলব্ধি যে সবিতা তেওঁৰ প্ৰতি সচাঁকৈয়ে আকৃষ্ট। অন্তৰঙ্গ বন্ধু শৰতৰ প্ৰতি থকা তেওঁৰ অকৃত্ৰিম আন্তৰিকতাৰ বাবেই হওক অথবা এগৰাকী বিবেকবান বন্ধু হিচাপেই হওক, তেওঁ সবিতৰ সেই দুৰ্বলতাক প্ৰশ্ৰয় নিদিলে। বৰঞ্চ তেওঁ সুযোগ, সুবিধা আৰু পৰিবেশ বুজি সবিতাক প্ৰকৃত সত্যৰ মুখামুখি কৰালে আৰু শৰতকো পুনৰাই সবিতাক গ্ৰহণ কৰিবলৈ পৰামৰ্শ দি দুটা বিচ্ছেদকাতৰ আত্মাক পৰস্পৰৰ কাষ চপাই অনাৰ সুবৰ্ণ পৰিবেশ ৰচনা কৰিছে। নবীনৰ এনে ভূমিকাই এগৰাকী প্ৰকৃত সুহৃদয়ৰ চানেকিকে দাঙি ধৰিছে।

**'ভাৰাঘৰ'**ৰ নায়ক বুলিলে আমি শৰৎ চৰিত্ৰটোলৈকে আঙুলিয়াব লাগিব। শৰৎ এক সংস্কৃতিবান যুৱক। তদুপৰি তেওঁ শিক্ষিত। অথচ সেই একেজন সংস্কৃতিবান, প্ৰগতিবাদী মনৰ যুৱকে সমাজত প্ৰচলিত পণপ্ৰথাৰ ওচৰত শিৰ নত কৰিবলৈ বাধ্য হৈছে। শৰতৰ ঠিকাদাৰ পিতৃ জগত ভূএগ্ৰাই বিচাৰে যে তেওঁৰ একমাত্ৰ পুত্ৰ শৰতে যি কন্যাক বিবাহ কৰাব, সেই কন্যাৰ পিতৃয়ে বিবাহোপলক্ষে পণ প্ৰথাৰ নিয়ম মানি দৰাপক্ষক তেওঁলোকৰ দাবি অনুসৰি যথেষ্ট ধন দিব লাগিব। সবিতাৰ পিতৃৰ ওচৰতো ভূএগ্ৰাই সেই প্ৰস্তাৱকে উত্থাপন ক্ৰিলে। কিন্তু সবিতাৰ অভিযন্তা পিতৃ দাসে তেওঁৰ এসময়ৰ অনুগ্ৰহ প্ৰাৰ্থী ঠিকাদাৰ জগত ভূএগ্ৰাৰ স্পৰ্ধা দেখি অপমানিত বোধ কৰিলে। এইখিনিতে দুয়ো গৰাকী পিতৃৰ মাজত মনোমালিনাৰ আৰম্ভণি আৰু সেই মনোমালিন্যৰ ফলাফলেই এদিন সুদূৰপ্ৰসাৰী হ'ল। নিশ্চিত কথা, দুজন অভিজ্ঞতাপুষ্ট অভিভাৱকৰ তেনে অবিবেচনাপূৰ্ণ সিদ্ধান্তৰ চৰম পৰিণতিৰ ভুক্তভোগী হ'ব লগীয়া হ'ল শৰৎ আৰু সবিতা। আদৰুৱা কন্যাৰ কৰুণ মিনতিৰ বাবেই হওক অথবা

অন্য কিবা কাৰণতেই হওক গিৰীশ দাসে জগত ভূঞাৰ লগত বুজাবুজিলৈ আহিবলৈ মনস্থ কৰিলে। কিন্তু মদগৰ্বী ভূঞাই দাসৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি তেওঁক আকৌ এবাৰ অপমানিত কৰিলে। ফলস্বৰূপে দাসে সবিতা আৰু শৰতৰ সম্পৰ্কক লৈ অধিক কঠোৰ মনোভাৱ পোষণ কৰাৰ পথ সুচল হ'ল। তদুপৰি এক প্ৰচণ্ড জেদ ভাবৰ বশবৰ্তী হৈ তেওঁ অভিযন্তা প্ৰবীণ কলিতাক নিজৰ জোঁৱায়েক কৰিবলৈ উঠি-পৰি লাগিল। পিতৃৰ সেই আয়োজন দেখি সবিতা মৰ্মাহত হ'ল যদিও তেওঁ শৰতক ক্ষমা কৰিব পৰা নাই। ইফালে শৰতৰ নিষ্ক্ৰিয় ভূমিকাই সবিতাৰ মনটোও সন্দিহান কৰি তুলিলে। শৰতৰ তেনে আচৰণে তেওঁক ভাবিবলৈ বাধ্য কৰালে যে দৰাচলতে শৰতেও নতুনকৈ লাভ কৰা পদবী তথা তাৰ আনুষঙ্গিক সুযোগ-সুবিধাবোৰৰ বাবে তেওঁৰ পৰা ফালৰি কাটিব বিচাৰিছে। তদুপৰি সন্দেহৰ বীজৰ দ্বাৰা আক্ৰান্ত হৈ সবিতাই শৰতৰ সম্বন্ধীয় ভনীয়েককে শৰতৰ জীৱনৰ নতুন নাৰী গৰাকী বুলি ভাবি শৰতক অপমানিত কৰিলে। অথচ শৰতে সবিতাৰ মনৰ পৰা সেই সন্দেহৰ বীজ অংকুৰিত হওতেই নাশ নকৰি অভিমান কৰি আঁতৰি গ'ল। নায়ক হিচাপে এইটো শৰতে খৰা এটা ডাঙৰ ভুল বুলিয়েই ধৰিব পাৰি। কাৰণ দুঃচিন্তাগ্ৰস্তা সবিতাৰ মনৰ প্ৰকৃত স্থিতিৰ কথা শৰতে ভালদৰে উপলব্ধি কৰিব পাৰিব লাগিছিল। অন্যহাতেদি তেওঁ দেউতাকৰ পণ প্ৰথাৰ প্ৰতি আনুগত্যশীল চিন্তাৰ বিৰুদ্ধেও মাত মাতে, অথচ এজন প্ৰগতিবাদী চিন্তাৰ নতুন পুৰুষ হিচাপে থাকিব লগীয়া ধৈৰ্য, সহনশীলতা তথা দূৰদৰ্শিতাৰ অভাৱৰ বাবে সবিতাক বুজনি দিব নোৱাৰিলে। ফলস্বৰূপে সবিতাৰ দৃষ্টিত তেওঁ ভীৰু, স্বাৰ্থপৰ আৰু দাম্ভিক লোক হিচাপেহে ধৰা দিলে। উভয়ৰে পিতৃ দুজনৰ মাজত হোৱা মনোমালিন্যৰ ফলস্বৰূপে শৰৎ আৰু সবিতাৰ মাজত হ'বলগীয়া বিবাহ নহ'ল। সবিতাই আশা কৰিছিল যে প্ৰগতিশীল মনৰ শৰতে তেওঁৰ দেউতাকৰ বিৰোধিতা কৰিব আৰু কোনো পণ গ্ৰহণ নকৰাকৈয়ে তেওঁক বিবাহ কৰাব। কিন্তু শৰতে প্ৰেৰণ কৰা চিঠিখন পঢ়াৰ পিছত সবিতাৰ ভ্ৰান্তি দূৰ হ'ল। সেই চিঠিখনত শৰতে উল্লেখ কৰিছিল—

> "......... পিতাক বুজাবলৈ মই যত্ন কৰিছোঁ; কাৰণ তেখেতৰ অমতত মই কোনো কামকে কৰিব নোৱাৰিম। মই পাৰ্যমানে চেষ্টা কৰিম, অনুৰোধ কৰিম, কেতিয়াও যদি সন্মত নহয়, তেন্তে মই নিৰুপায়। পিতাৰ বিৰুদ্ধে যাবৰ মোৰ সাহস নাই।"

এইটো ঠিক যে উপন্যাসখনৰ নায়ক শৰৎ। কিন্তু এজন প্ৰগতিশীল মনৰ যুৱক হোৱা সত্বেও তেওঁ পণ প্ৰথাৰ নিচিনা লজ্জাজনক প্ৰথাৰ বিৰুদ্ধে মাত মাতি তেওঁৰ পিতৃক সেই প্ৰথাৰ অন্তঃসাৰশূণ্যতা আৰু ক্ষতিকাৰক দিশৰ সম্পৰ্কে বুজোৱাৰ সৎ সাহস গোটাব পৰা নাই। এইটো শৰৎ চৰিত্ৰৰ এটা অন্যতম ত্ৰুটি হিচাপে গণ্য কৰিব পাৰি। তদুপৰি শৰতৰ অন্য এটা দুৰ্বলতা হ'ল তেওঁৰ অদূৰদৰ্শী মনোভাৱ। নিজৰ অদূৰদৰ্শী মনোভাৱৰ বাবে কেৱল যে তেওঁ নিজকে মানসিক যাতনা দিছে এনে নহয়। তেওঁ নিজৰ প্ৰেয়সী সবিতাকো সেই একে মানসিক যাতনাৰ ভুক্তভোগী কৰিছে। কম-বেছি পৰিমাণে প্ৰায় সকলো প্ৰেমজনিত সম্পৰ্কত কেতিয়াবা নহয় কেতিয়াবা ভুল বুজা বুজিৰ সৃষ্টি হয়। সেই ভুল বুজা বুজি দূৰ কৰি সম্পৰ্কটো পূৰ্বৰ দৰে স্বাভাৱিক কৰি তোলাৰ প্ৰচেষ্টাটো সুবিবেচনাৰ পৰিচায়ক। শৰৎ আৰু সবিতাৰ সম্পৰ্কৰ ক্ষেত্ৰতো এনে এটা পৰিস্থিতিৰেই সৃষ্টি হৈছিল। উপযুক্ত সময়ত শৰতে উচিত পদক্ষেপ গ্ৰহণ কৰাহেঁতেন কিজানি তেওঁলোক দুয়োৰে জীৱন ইমান বিষাদময় হৈ নুঠিলহেঁতেন।

অৱশ্যে পিতৃমাতৃৰ একমাত্ৰ সন্তান হিচাপে শৰতে তেওঁৰ পিতৃৰ আদেশ অমান্য নকৰাতো তেনেই স্বাভাৱিক কথা। কাৰণ একমাত্ৰ সন্তানৰ পৰা মানসিক শান্তি লাভ কৰিব বিচৰাটো প্ৰত্যেক গৰাকী পিতৃ-মাতৃৰেই আশা। এনে স্থলত শৰতেও যুগধৰ্মকেই পালন কৰিব বিচৰাটোত কোনো অস্বাভাৱিকতা নাই। কিন্তু পিতৃ-মাতৃৰ লগতে তেওঁৰ ওপৰত পৰিছিল তেওঁৰ প্ৰেয়সী সবিতাৰ দায়িত্ব।

তেওঁৰ বিবাহক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা সমস্যাটো আবেগিক দৃষ্টিৰে চোৱাৰ সলনি যুক্তি সহকাৰে সমাধান কৰিবলৈ চেষ্টা চলোৱাহেঁতেন ব্যক্তি হিচাপে তেওঁৰ দূৰদৰ্শিতা আৰু সুবিবেচনাৰ পৰিচয় পোৱা গ'লহেঁতেন। অথচ তেওঁ আবেগিক ভাৱেই জীৱনৰ সেই জটিল সমস্যাটোৰ সমাধান কৰিবলৈ অগ্ৰসৰ হৈছিল। তাৰ পৰিণতি তেওঁৰ বাবে সুখকৰ নহ'ল। কিন্তু ব্যক্তি হিচাপে শৰতক আমি এনেদৰে একপক্ষীয়ভাৱে মূল্যায়ণ কৰাটো অনুচিত হ'ব। কাৰণ উপন্যাসখনত বৰ্ণিত হোৱা তেওঁৰ কাৰ্যকলাপসমূহলৈ দৃষ্টিপাত কৰিলে আমি প্ৰত্যেক্ষ কৰিব পাৰো যে সেই একেজন শৰতৰ মাজতে এটা স্পৰ্শকাতৰ দয়ালু, পৰোপকাৰী তথা মৰমীয়াল অনুভূতিৰ মনো সুপ্ত হৈ আছে। নবীনৰ লগত থকা সম্পৰ্কৰ পৰা এইটো বোধগম্য হয় যে দুয়োৰে মাজত বিৰাজমান এক প্ৰগাঢ় বন্ধুত্ব। এই বন্ধুত্ব কেৱল ৰং-ৰহইচ কৰাতে সীমাবদ্ধ নহয়। বৰঞ্চ আৰ্থিক সমস্যাৰ দ্বৰা ভাৰাক্ৰান্ত নবীনক সেই দুশ্চিন্তৰ পৰা মুক্ত কৰি তেওঁ যাতে তেওঁৰ উচ্চ শিক্ষা সুচাৰুৰূপে লাভ কৰিব পাৰে, তাৰ ব্যৱস্থাও শৰতে উদাৰ মনে কৰিছে। ইয়াৰ বাবে নবীন তেওঁৰ ওচৰত চিৰ কৃতজ্ঞ হৈ থাকিল। কিন্তু সেই বুলি নবীনে সবিতা আৰু শৰতৰ মাজত সৃষ্টি হোৱা মনোমালিন্যক একপক্ষীয়ভাৱে বিচাৰ কৰা নাই। বৰঞ্চ এগৰাকী নিৰপেক্ষ বিচাৰকৰ দৰে দুয়োৰে ভুল-ত্ৰুটিসমূহ তন্নতন্নকৈ পৰীক্ষা কৰি এটা স্থিৰ সিদ্ধান্তত উপনীত হৈছে। তথাপি এইটো ঠিক যে উপন্যাসৰ নায়ক শৰৎ চৰিত্ৰৰ যি কাৰ্যাৱলী, সেয়া বহু সময়ত নবীনৰ কাৰ্যাৱলীৰ ওচৰত ম্লান হৈ গৈছে।

ঔপন্যাসিক ডেকাৰ কাপত 'ভাৰাঘৰ'ৰ নায়িকা সবিতাই নাৰীমনৰ স্বভাৱজাত প্ৰবৃত্তিসমূহক প্ৰতিনিধিত্ব কৰিছে। এফালে যেনেকৈ তেওঁৰ অন্তৰৰ প্ৰেম, দয়া, ক্ষমা, সহানুভূতি ইত্যাদি গুণৰ সমাবেশ ঘটিছে, অন্যহাতেদি সেই একেগৰাকী নাৰীৰ অন্তৰত হিংসা, ঘৃণা, ক্ৰোধ, সন্দেহ আদি মানবীয় দুৰ্বলতাসমূহ নিহিত হৈ আছে। সবিতা নিশ্চিত যে শৰতে তেওঁৰ লগতে যুগ্মজীৱনৰ সুৰ ৰচনা কৰিব। অথচ পৰিবৰ্তিত পৰিস্থিতিয়ে সেই একেজন শৰতৰ প্ৰতি তেওঁৰ মনত ঘৃণা ভাবৰ উদ্ৰেক কৰিছে। পিতৃৰ মিছা অহংকাৰৰ বাবে শৰতে সবিতাক বিশ্বাসঘাটকতা কৰিবলৈ বাধ্য হৈছে। সবিতাৰ বাবে সেই আঘাত অতি নিৰ্মম। তেওঁৰ ধাৰণা হৈছে যে শৰতে স্বইচ্ছাই তেনে এটা নিষ্ঠুৰ সিদ্ধান্ত লৈছে। নহ'লে কোনো স্পষ্টবাদী, সৎসাহসী শিক্ষিত যুৱকে পণ প্ৰথাৰ নিচিনা নিন্দনীয় প্ৰথাৰ বিৰুদ্ধে মাত নমতাকৈ নাথাকে। কিন্তু শৰতে তেনে নকৰি পিতৃ-আজ্ঞা শিৰোধাৰ্য কৰি সবিতাক ত্যাগ কৰাৰ কথা ঘোষণা কৰিলে। শৰতৰ এই সিদ্ধান্তই সবিতাৰ দৃষ্টিত তেওঁক অতি লঘু কৰিলে আৰু সবিতাৰ মনতো ধাৰণা জন্মালে যে তেওঁ অতদিনে এজন কাপুৰুষকে আদৰ্শবান পুৰুষ বুলি ভবাৰ ভুলটো কৰি আহিছে। ইফালে আকৌ তেওঁৰ অন্তৰে এইটোৱো সহজভাৱে স্বীকাৰ কৰিব পৰা নাই যে তেওঁৰ প্ৰাণৰ পুৰুষ গৰাকীয়ে তেওঁক এনেকৈ এক নিষ্ঠুৰ আঘাত দিব পাৰে। যুক্তি আৰু আবেগৰ দ্বন্দ্বই সবিতাক ধৰাশায়ী কৰিছে। কিন্তু তেওঁ নিৰুপায়। কাৰণ তেওঁ অশিক্ষিতা অথবা অৰ্দ্ধশিক্ষিতা নহয়। তেওঁ এগৰাকী সুশিক্ষিতা যুৱতী। নিঃসন্দেহে—

> "আধুনিক শিক্ষাৰ সমস্ত চিন্তাধাৰা আৰু ধৰণ-কৰণৰ লগত তাইৰ বেছ পৰিচয় আছে। তেনেস্থলত তাই অশিক্ষিত সকলৰ দৰে আউলী-বাউলী চুলি লৈ উন্মদিনীৰ দৰে বিৰহ তীব্ৰ দংশন উপশম কৰিব নোৱাৰে, অৰ্ধ-শিক্ষিতসকলৰ প্ৰেমপত্ৰ ৰচনা কৰি হৃদয় উজাৰ কৰি দেখুৱাব নোৱাৰে। তাই মাথোন পাৰে নীৰবে হৃদয়ৰ সমস্ত ভাবাবেগ গোপন কৰি তিলে তিলে ধ্বংস হ'বলৈ— নিজৰ অন্তৰৰ অগ্নি অন্তৰতে মাৰ নিয়াবলৈ। তাই নোৱাৰে— নিজক তাই হাঁহিয়তৰ পাত্ৰী হ'বলৈ এৰি দিব নোৱাৰে; আৰু নোৱাৰে মনৰ সকলো বেদনা প্ৰকাশ কৰি নিজৰ ব্যক্তিত্বক হেয় প্ৰতিপন্ন কৰিবলৈ। সেয়েহে তাই হৃদয়ৰ এই অসহনীয় জ্বালা অন্তৰতে থুপাই থৈ বাহিৰত বেছ ৰং-ৰূপহৰ গাভৰুজনী সাজিলে। নৱ-আয়োজনে চলিল ৰূপৰ

সাধনা। হৃদয়ৰ বেদনা আচ্ছাদন কৰি ৰাখিবৰ বাবে সবিতাই নিজকে সজাই তুলিলে চহৰৰ আধুনিকা গাভৰু সাজেৰে।......"

উপন্যাসখনত সবিতাৰ প্ৰতাৰিত নাৰী সত্তাটো ক্ষোভিত হৈ পৰিছে। বাঞ্চিতজনৰ লগত হোৱা তেনে করুণ বিচ্ছেদৰ বাবে তেওঁ মানসিক ভাৱে প্ৰস্তুত নহয়। অথচ কঠোৰ বাস্তৱিকতাৰ প্ৰতিও তেওঁ উদাসীন হোৱা নাই। ক্ষোভ, বেদনা আৰু হতাশাৰ এই ত্ৰি-মাত্ৰিক পৰিস্থিতিয়ে তেওঁক দিশহাৰা কৰিছে। ঠিক তেনে এক পৰিস্থিতিত যেতিয়া তেওঁ শৰতক এগৰাকী অচিনাকি যুৱতীৰ লগত অন্তৰংগভাৱে কথা পাতি থকা অৱস্থাত প্ৰত্যক্ষ কৰিলে, তেতিয়া নাৰীমনৰ স্বভাৱজাত ঈৰ্ষা তথা সন্দেহবাদী ভাবে সবিতাক গ্ৰাস কৰিছে। পৰিণতিস্বৰূপে শৰতকো তেওঁ ঈৰ্ষাৰ জুইত দগ্ধ কৰিবলৈকে প্ৰবীণৰ লগত মিছা প্ৰেমৰ অভিনয় কৰিবলৈ আৰম্ভ কৰিলে। তেনে কৰাত তেওঁৰ উদ্দেশ্য সিদ্ধি হ'ল যদিও তাত মানসিক সন্তুষ্টি নাপালে। বৰঞ্চ এক অনামী অৱসাদ আৰু হতাশাগ্ৰস্ততাই তেওঁক আগুৰি ধৰিলে। কিন্তু নবীনৰ সান্নিধ্য লভি তেওঁ জীৱনটোক এক নতুন ৰূপ দিবলৈ বদ্ধ পৰিকৰ হ'ল। তেওঁ সুকুমাৰ কলাৰ চৰ্চাত নিজকে সমৰ্পিত কৰিলে। সময়ত তেওঁ সুযোগ্য নৃত্য পটিয়সী হিচাপে জনপ্ৰিয়তাৰ শীৰ্ষত উপনীত হ'ল। হতাশাগ্ৰস্তা সবিতাৰ নবীনে মানবীয়তাৰ খাতিৰতেই হওক অথবা বন্ধুত্বপূৰ্ণ ভাবৰ বাবেই হওক, যথেষ্ট উৎসাহ উদ্দীপনা যোগাই তেওঁৰ মৰহি যাবলৈ ধৰা উদ্যম পুনৰুজ্জীৱিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিলে। কিন্তু সবিতাই নবীনৰ সেই সহৃদয়তাৰ ভুল ব্যাখ্যা কৰি বুজিলে যে নবীন তেওঁৰ প্ৰতি আকৃষ্ট হৈছে। চতুৰ নবীনে তেওঁৰ সেই মনোভাবৰ বিষয়ে জানিলে। কিন্তু তেওঁৰ লক্ষ্য তথা উদ্দেশ্য শৰৎ আৰু সবিতাৰ মাজত থকা ভুল বুজাবুজি আঁতৰাই দুয়োৰে পুনৰ মিলন ঘটোৱাহে। গতিকে তেওঁ কৌশলেৰে সেই কাৰ্য সমাধা কৰাত গুৰুত্ব দি বন্ধুত্বৰ মান ৰক্ষা কৰিলে।

শৰতৰ তুলনাত সবিতাৰ চৰিত্ৰ চিত্ৰণত ঔপন্যাসিকৰ অধিক সযত্ন প্ৰয়াস দৃষ্টিগোচৰ হৈছে। নাৰী চৰিত্ৰ সবিতাৰ মাজেদি নাৰী মনৰ দোষ-দুৰ্বলতাবোৰৰ লগতে আবেগ-অনুভূতিৰ বৰ্ণাঢ্য দিশ উন্মোচিত হৈছে আৰু ইয়ে কাহিনীভাগৰ আকৰ্ষণ বৃদ্ধি কৰিছে। উপন্যাসখনৰ অন্যান্য গৌণ নাৰী চৰিত্ৰসমূহো ইয়াৰ ব্যতিক্ৰম নহয়, অভিযন্তা পিতৃৰ একমাত্ৰ জীয়াৰী সবিতা সুশিক্ষিতা আৰু এক মধ্যবিত্ত পৰিয়ালৰ ছোৱালীৰদৰে সবিতা লঘু ৰং-ৰহইচ আৰু লাহ বিলাসত মত্ত নহয়। বৰঞ্চ তেওঁ সাহিত্য-সংস্কৃতিৰ জগতৰ লগত সম্পৰ্ক ৰক্ষা কৰি বৌদ্ধিক তথা মানসিক উৎকৰ্ষৰ বাবে চেষ্টা চলাইছে। ব্যক্তিগত জীৱনলৈ অহা দুৰ্যোগে সাময়িকভাবে তেওঁৰ সেই চেষ্টা ব্যাহত কৰিছে যদিও আগলৈ পৰিবৰ্তিত পৰিস্থিতিয়ে তেওঁৰ সাংস্কৃতিক সাধনাত কোনো মেমেজালিৰ সৃষ্টি কৰা নাই। অথচ সেই একে দুৰ্যোগপূৰ্ণ পৰিস্থিতিৰ সমভাগী শৰতৰ সৃষ্টিশীল কাম থমকি গৈছে। অৱশ্যে এইটো অনস্বীকাৰ্য যে নাৰীমনৰ দোষ-দুৰ্বলতাসমূহক প্ৰতিহত কৰি যুক্তিবাদী চিন্তাৰে সবিতা অগ্ৰসৰ হোৱাহেঁতেন তেওঁৰ চৰিত্ৰ অধিক উজ্জ্বল হৈ উঠিলহেঁতেন।

উপন্যাসখনৰ অন্যান্য চৰিত্ৰসমূহৰ ভূমিকা বিশেষভাৱে উপলব্ধি কৰিব নোৱাৰি। সেই সমূহক কাহিনীৰ প্ৰয়োজনত ঔপন্যাসিকে সূত্ৰধাৰৰ দৰে পৰিচালিত কৰি মূল কাহিনীৰ ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ তৎপৰ হৈছে। উপন্যাসখনত দুজন পিতৃৰ চৰিত্ৰ চিত্ৰিত হৈছে। তেওঁলোক ক্ৰমে শৰতৰ পিতৃ ঠিকাদাৰ জগত ভূঞা আৰু অন্যজন সবিতাৰ পিতৃ অভিযন্তা গিৰীশ দাস। পিতৃ দুজনৰ মাজত হোৱা বিৰোধৰ বাবে নায়ক-নায়িকাৰ মিলনৰ ক্ষেত্ৰত প্ৰতিবন্ধকতাৰ সৃষ্টি হয়। জগত ভূঞা আৰু গিৰীশ দাসৰ মাজত হোৱা আদৰ্শগত সংঘাতে উপন্যাসৰ মূল কাহিনীভাগৰ বিয়োগাত্মক অধ্যায়টোক অধিক জীৱন্ত কৰাত সহায়ক হৈছে। ঠিকাদাৰ জগত ভূঞা আৰু অভিযন্তা গিৰীশ দাসৰ নিচিনা অভিভাৱকৰ স্থিতি আজিও আমাৰ সমাজত নথকা নহয়। এই চাম অভিভাৱকে নিজৰ স্বাৰ্থৰ বাবে

সামাজিক পৰম্পৰাৰ দোহাই দি নিজৰ সন্তানক মনোবাঞ্ছিত জীৱন সঙ্গী বা সঙ্গিনী বাচি লোৱাত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰি কেৱল সন্তানৰেই নহয়, বৰঞ্চ তাৰ লগতে কেইবাটাও পৰিয়ালক মানসিক যাতনা দিবলৈ কুণ্ঠাবোধ নকৰে। এনে স্থলত ঔপন্যাসিকে এই চৰিত্ৰ দুটাৰ নিৰ্বাচন কৰি বাস্তৱ সমাজৰ এক নগ্ন স্বৰূপ পৰিস্ফুট কৰিছে। সবিতাৰ দুয়োজন ককায়েক তৰুণ আৰু বৰুণ চৰিত্ৰত তেনে কোনো বিশেষ বৈশিষ্ট্য নাই। অন্যান্য ককায়েকৰ দৰে সবিতাকো একমাত্ৰ ভনীয়েক হিচাপে তেওঁৰ দুয়োজন ককায়েকে অপাৰ স্নেহ কৰিছিল। তেওঁলোকে সবিতা সুখী হৈ থকটো বাঞ্ছা কৰিছিল। সেয়েহে দেউতাকৰ আকোৰগোজ মনোভাবৰ বিৰুদ্ধে মন পোষণ কৰি তেওঁলোকে বিচাৰিছিল যে একমাত্ৰ কন্যাৰ সুখৰ বাবে তেওঁলোকৰ পিতৃয়ে জগত ভূঞাৰ দাবি মানি লৈ শৰতৰ লগত সবিতাৰ বিবাহ সম্পন্ন কৰিব লাগে। কিন্তু তেওঁলোকে তেওঁলোকৰ সেই মনোভাব কাৰ্যকৰী কৰিব নোৱাৰিলে। ফলত তেওঁলোক নিষ্ক্ৰিয় চৰিত্ৰ হৈয়েই থাকিল। কিন্তু প্ৰবীণ চৰিত্ৰৰ আলোচনা নকৰিলে উপন্যাসখনৰ চৰিত্ৰ সমূহৰ আলোচনাটো অসম্পূৰ্ণ হৈ ৰ'ব। অভিযন্তা প্ৰবীণ কলিতা গিৰীশ দাসৰ অধীনস্থ বিষয়া। জগত ভূঞাৰ লগত তেওঁৰ মনত বিৰোধ হোৱাৰ পিছত দাসে প্ৰবীণ কলিতৰ লগত তেওঁৰ জীয়েক সবিতাৰ বিয়া পাতিবলৈ মনস্থ কৰিলে। তেওঁৰ সেই সিদ্ধান্তই প্ৰবীণক কৃতাৰ্থ কৰিলে। কিন্তু সবিতাৰ মন পোৱাটো সিমান সহজ নাছিল। সেয়েহে প্ৰবীণে সবিতাক সন্তুষ্ট কৰিবলৈ অহোপুৰুষাৰ্থ চেষ্টা কৰিলে। সবিতাৰ কেতবোৰ আচৰণে তেওঁৰ মনত আশাৰ সঞ্চাৰ কৰিছিল যদিও তেওঁ সম্পূৰ্ণভাৱে আশ্বস্ত হ'ব পৰা নাছিল। প্ৰকৃতাৰ্থত তেওঁ সেই নাৰীগৰাকীৰ দৃষ্টিত এটা দাবাখেলৰ গুটি মাত্ৰ। শৰতৰ ওপৰত প্ৰতিশোধ ল'বলৈকে সবিতাই তেওঁক 'ব্যৱহাৰ' কৰিছিল। অথচ প্ৰবীণৰ বাবে সেয়া সবিতাৰ তেওঁৰ প্ৰতি জাগ্ৰত হোৱা অনুৰাগ মাত্ৰ আছিল। তেওঁ নাৰীমনৰ কুটিলতাৰ লগত হয়তো পৰিচিত নাছিল। সেয়েহে সবিতাৰ হাতত তেওঁ 'ব্যৱহৃত' আৰু প্ৰতাৰিত হৈছিল। প্ৰবীণ ব্যক্তিত্বশালী পুৰুষ হোৱাহেঁতেন তেওঁ এনেদৰে অপমানিত আৰু প্ৰতাৰিত নহ'লহেঁতেন। সম্ভৱতঃ তেওঁ তেওঁৰ গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্বৰ দ্বাৰা সবিতাক মোহিত কৰি কাহিনীৰ গতি সলনি কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁ আছিল এজন দুৰ্বলমনা, ভিৰু ব্যক্তি। সেয়েহে পৰিবৰ্তিত পৰিস্থিতিৰ সোঁতত তেওঁ হেৰাই গৈছিল। উপন্যাসত অংকিত হোৱা সবিতা আৰু শৰতৰ মাতৃ দুগৰাকীৰ চৰিত্ৰত চিৰপৰিচিত মমতাময়ী, উদাৰ মনোভাবী, সহনশীল মাতৃ মূৰ্তি উদ্ভাসি উঠিছে। আনহাতে সবিতাৰ বন্ধু বান্ধৱী আৰু চৰকাৰী কৰ্মচাৰী কেইজনৰ চৰিত্ৰৰ মাজেদি আমাৰ সমাজত প্ৰত্যক্ষ কৰিবলৈ পোৱা কেতবোৰ ব্যক্তিৰ মনোভাব প্ৰকাশ পাইছে। ঔপন্যাসিকে বাস্তৱ সমাজৰ পৰা বুটলি অনা এই চৰিত্ৰসমূহ উপন্যাসখনৰ কাহিনীভাগৰ লগত খাপ খুৱাই সিবিলাক চৰিত্ৰক যথাযথ স্থান প্ৰদান কৰিছে আৰু 'ভাৱাঘৰ'ৰ কাহিনীভাগ অধিক বিশ্বাসযোগ্য আৰু মনোগ্ৰাহী কৰাত সফলকাম হৈছে।

মূলতঃ 'ভাৱাঘৰ'ৰ কাহিনীটো এটা প্ৰেমৰ কাহিনী। পিছে এই প্ৰেমত সংঘাত আছে। সেই সংঘাতৰ বাবে দায়ী দুয়ো পক্ষৰ পিতৃ দুগৰাকীৰ অনৰ্থক অহংকাৰযুক্ত মনোবৃত্তি। ল'ৰাজনৰ ব্যৱসায়ী পিতৃজনে কন্যাদায়গ্ৰস্ত পিতৃৰ ওচৰত বিবাহৰ পূৰ্বে নিৰ্দিষ্ট বৰপণৰ অংকটো ধাৰ্য কৰিছে। কন্যাৰ পিতৃৰ বাবে তেনে প্ৰস্তাৱ অতি অপমানজনক, কিয়নো কোনো এক সময়ত ল'ৰাৰ দাম্ভিক পিতৃ তেওঁৰেই অনুগ্ৰহপ্ৰাৰ্থী আছিল। ইয়াৰ ফলত উপন্যাসৰ কাহিনীভাগে এটা সামাজিক সমস্যাৰ ৰূপ পৰিগ্ৰহ কৰিছে। সমসাময়িক সমাজজীৱনত বেখাপাত কৰা সেই সমস্যা আজিও বৰ্তমান। অৱশ্যে ঔপন্যাসিকে এই সমস্যাটোক উপন্যাসৰ মূল বিষয়বস্তুৰ অন্তৰ্গত আনুষঙ্গিক বিষয় হিচাপে উত্থাপন কৰিছে। ইয়াক মূল বিষয়বস্তু ৰূপে অংকণ কৰা নাই।

যিকোনো উপন্যাস কৃতিত একো একোখন বিশেষ সমাজৰ প্ৰতিচ্ছবি উদ্ভাসিত হয়। হিতেশ ডেকাৰ উপন্যাস 'ভাৱাঘৰ' খনো ইয়াৰ ব্যতিক্ৰম নহয়। ইয়াত বৰ্ণিত হোৱা কাহিনীয়ে এটা বিশেষ সামাজিক সমস্যাৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰে। সেয়া হৈছে পণপ্ৰথা। দেখা গৈছে যে পণপ্ৰথাই

ভালেসংখ্যক পাৰিবাৰিক সমস্যাৰ বাবে জগৰীয়া। 'ভাৰাঘৰ'ৰ নায়ক শৰৎ আৰু নায়িকা সবিতাৰ মিলনৰ প্ৰতিবন্ধক হৈছে পণপ্ৰথা। লোভী, অবিবেচক, অহংকাৰী অভিভাৱকৰ মইমতালীয়েও পণপ্ৰথাৰ পৰা উদ্ভৱ হোৱা সমস্যাই গুৰুত্বৰ ৰূপ লাভ কৰাত ইন্ধন যোগায়। উপন্যাসত চিত্ৰিত জগত ভূঞাৰ চৰিত্ৰটো তাৰেই উৎকৃষ্ট উদাহৰণ। কিন্তু কেৱল জগত ভূঞাৰ নিচিনা মানুহেই সমাজক প্ৰতিনিধিত্ব নকৰে। সমাজৰ প্ৰগতিশীল ধাৰাটো বৰ্তাই ৰখাত 'অনামী' আলোচনীৰ সম্পাদক নবীন, নৃত্য পটিয়সী সবিতা, জয়ন্তী, মঞ্জু, আৰতিহঁতৰ নিচিনা সংস্কৃতিপ্ৰেমী যুৱক-যুৱতীৰ অৰিহণাও অপৰিসীম। উপন্যাসখনত বিংশ শতিকাৰ মধ্যভাগৰ অসমীয়া সমাজখন চিত্ৰিত হৈছে। সেইখন হৈছে চহৰকেন্দ্ৰীক শিক্ষিত মধ্যবিত্তৰ সমাজ, য'ত এফালে আছে উচ্চ আদৰ্শবোধ, জ্ঞানৰ ন ন দিগন্ত উন্মোচনৰ প্ৰতি হাবিয়াস আৰু অন্যফালে সমাজৰ কেতবোৰ আওপুৰণি, কুসংস্কাৰজনিত বিশ্বাস আৰু পৰম্পৰাৰ প্ৰতি আনুগত্য। সত্য কথা ক'বলৈ গ'লে এনেদৰে একেখন সমাজতে প্ৰগতিশীল চিন্তা আৰু ৰক্ষণশীল ধ্যান-ধাৰণাই সহাৱস্থান কৰিছে।

সেয়েহে উপন্যাসত শৰৎ, নবীন আৰু সবিতাৰ দৰে প্ৰগতিশীল চিন্তাৰ যুৱক-যুৱতীৰ লগতে জগত ভূঞাহঁতৰ নিচিনা ৰক্ষণশীল মনৰ স্বাৰ্থপৰ লোকেও অৱস্থান কৰিছিল। ঔপন্যাসিক ডেকাই সেই বিশেষ সমাজখন অতি সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিছে আৰু নিজৰ উপন্যাসত সেই সমাজখনৰ প্ৰতিনিধিত্বমূলক চৰিত্ৰ কিছুমান সন্নিবিষ্ট কৰিছে। আধুনিকতাৰ বতাহে স্পৰ্শ কৰা সেই সমাজখনত প্ৰত্যক্ষ কৰিবলৈ পোৱা সমজুৱাসকলৰ কেতবোৰ চাৰিত্ৰিক দুৰ্বলতাৰ বিষয়েও ডেকা সচেতন। সেয়েহে ব্যক্তিগত জীৱনতেই হওক অথবা ৰাজহুৱা জীৱনতেই হওক চৰিত্ৰসমূহে প্ৰদৰ্শন কৰা ত্ৰুটিপূৰ্ণ আচৰণ নিঃসঙ্কোচে চিত্ৰিত কৰিবলৈ যত্নপৰ হৈছে। পি. ডব্লিউ. ডি,ৰ বিভাগীয় কাৰ্যালয়ৰ কৰ্মচাৰীসকলৰ মাজত হোৱা আলাপ -আলোচনা, ঠিকাদাৰ জগত ভূঞা, অভিযন্তা গিৰীশ দাস আৰু প্ৰবীণ কলিতা, এম. এল. এ. আৰু অন্যান্য ভালে কেইটা গৌণ পুৰুষ চৰিত্ৰৰ মুখত দিয়া সংলাপৰ মাজেদি আমাৰ আগত এখন ক্ৰমবৰ্ধমান ক্ষয়িষ্ণু, দুৰ্নীতিগ্ৰস্ত সমাজৰ ছবি ভাহি উঠে। সূক্ষ্মদৰ্শী ঔপন্যাসিকৰ দৃষ্টিত নগৰীয়া মানুহৰ দৈনন্দিন ব্যস্ততাপূৰ্ণ জীৱনৰ কেতবোৰ টুকুৰা-টুকুৰ ছবিও ধৰা নিদিয়াকৈ থকা নাই। দোষ-গুণ সমন্বিতে এই সকলোবোৰ চিত্ৰই সমসাময়িক সমাজ জীৱনৰ এখন সজীৱ প্ৰতিচ্ছৱি দাঙি ধৰিবলৈ সমৰ্থ হৈছে।

তদুপৰি হিতেশ ডেকাই তেওঁৰ উপন্যাসখনত নগৰীয়া জীৱনৰ অন্তঃসাৰশূন্য ধ্যান-ধাৰণাৰ ওপৰত আলোকপাত কৰিবলৈ প্ৰয়াস কৰিছে। চৰিত্ৰসমূহৰ ভালে সংখ্যকৰে চাৰিত্ৰিক দোষ-গুণৰ মূল্যায়ণে উপন্যাসখনত গুৰুত্ব লাভ কৰিছে। এই ক্ষেত্ৰত উপন্যাসিক গৰাকী সাৱধানতাৰে অগ্ৰসৰ হৈছে। মন কৰিবলগীয়া যে ইয়াৰ প্ৰায় ভাগ চৰিত্ৰই নগৰীয়া জীৱনৰ পৰা উদ্ভূত। এনেস্থলত সিবিলাকৰ ধ্যান-ধাৰণাৰ বিষয়ে একেবাৰতে সামৰি ক'ব নোৱাৰি। অথচ ডেকাই তেনে এটা প্ৰচেষ্টা যৎ সামান্য পৰিমাণে হ'লেও শৰৎ, নবীন, সবিতা, প্ৰবীণ, জয়ন্তী, গিৰীশদাস, জগত ভূঞা আদি চৰিত্ৰৰ মনোজগতৰ বতৰা ল'বলৈ সমৰ্থ হৈছে। আধুনিক শিক্ষাই শৰৎ, সবিতা, নবীনহঁতৰ নিচিনা তৰুণ-তৰুণীৰ মন সংস্কাৰমুক্ত কৰি উদাৰ, প্ৰগতিশীল কৰি তুলিছে যদিও জগত ভূঞা আৰু গিৰীশ দাসৰ নিচিনা অহংকাৰী স্বাৰ্থান্ধ অভিভাৱকৰ মনৰ সংকীৰ্ণতা দূৰ কৰিব পৰা নাই। কেৱল ইমানেই নহয়, তেওঁলোকৰ নিচিনা অভিভাৱকৰ বাবেই সমাজত আজিও পণপ্ৰথাৰ নিচিনা ঘৃণনীয় আৰু লজ্জাজনক প্ৰথা বৰ্তি আছে। এনে প্ৰথা বৰ্তাই ৰখাৰ শৰতৰ নিচিনা দুৰ্বলমনা শিক্ষিত তৰুণবো ভূমিকা নোহোৱা নহয়। শৰতৰ নিচিনা যুৱকসকলে পৰম্পৰাগত বিশ্বাস আৰু মজ্জাগত সংস্কাৰৰ বশবৰ্তী হৈ তেওঁলোকৰ অভিভাৱকসকলৰ দোষ-দুৰ্বলতাবোৰ দেখিও নেদেখাৰ ভাও জোৰে অথবা নৈতিক কাৰণত অভিভাৱকৰ ৰক্ষণশীল মনোভাৱৰ বিৰুদ্ধে মন ব্যক্ত কৰিব নোৱাৰে। এখন প্ৰগতিশীল সমাজৰ ভৱিষ্যৎ উন্নয়নৰ পথত এনেবোৰ আচৰণ প্ৰগতিৰ অন্তৰায় স্বৰূপ। তেনে আচৰণ প্ৰদৰ্শন

কৰাৰ পৰা যুৱকচামে নিজকে বিৰত কৰিব লাগে। তাৰ সলনি সিবিলাক গঠনমূলক কামত নিয়োজিত হোৱা যুগুত। গিৰীশ দাসৰ নিচিনা উচ্চ পদস্থ চৰকাৰী বিষয়াই নিজৰ ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ বাবে আইন বহিৰ্ভূত কাৰ্য কৰি তলতীয়া কৰ্মচাৰীৰ নিন্দা, ইতিকিঙৰ বলি হয়। অথচ প্ৰবীণ কলিতাৰ নিচিনা ব্যক্তিত্বহীন উচ্চাভিলাষী স্বাৰ্থপৰ লোকে অন্যায় সুযোগৰ সদব্যবহাৰ কৰি গিৰীশ দাসৰ নিচিনা উচ্চ স্তৰীয় বিষয়াৰ প্ৰশংসা অভিলাষী হয়। ৰাজহুৱা জীৱনৰ এনে দৃষ্টান্ত আজিও বৰ্তমান। আকৌ সামাজিক কল্যানৰ নামত নগৰীয়া সংস্কৃতিপ্ৰেমী লোকে সংঘবদ্ধ হৈ দুৰ্দশাগ্ৰস্ত লোকৰ সাহাৰ্যৰ বাবে বিভিন্ন সাংস্কৃতিক অনুষ্ঠান-কাৰ্যসূচী হাতত লয়। নিঃসন্দেহে তেনে পদক্ষেপ গ্ৰহণে সেই অনুষ্ঠানসমূহক আৰ্থিকভাৱে লাভবান কৰাৰ লগতে দুৰ্গতসকলকো সকাহ দিব পাৰে। কিন্তু তাৰ মাজতে এচাম তথাকথিত সংস্কৃতিপ্ৰেমী লোকে নিজৰ ব্যক্তিগত উদ্দেশ্য পূৰণৰ প্ৰতি সজাগ হয়। উপন্যাসত সবিতাহঁতে আয়োজন কৰা সাংস্কৃতিক অনুষ্ঠানৰ পূৰ্ববৰ্তী সময়ছোৱাত আৰু অনুষ্ঠানৰ সময়ত কেতবোৰ বিষয়ববীয়াই প্ৰদৰ্শন কৰা আচৰণত সিবিলাকৰ অনুষ্ঠানটোৰ প্ৰতি থকা আন্তৰিকতাহীন উদাসীন ভাব ফুটি উঠিছে। অৱশ্যে উপন্যাসত ইয়াৰ বিস্তৃত লেখ নাই। কিন্তু তাত বিবৃত হোৱা কেইখনমান খণ্ড চিত্ৰৰ মাজেদিয়েই ঔপন্যাসিকে সামাজিক জীৱনত প্ৰত্যক্ষ কৰিবলৈ পোৱা তেনে অন্তঃসাৰশূণ্য আচৰণৰ ইংগিত দিছে। তেওঁৰ সেই বিৱৰণৰ মাজেদি নগৰীয়া জীৱনৰ জটিলতা আৰু ব্যক্তি-মানসত ক্ৰিয়াশীল অন্তঃসাৰশূণ্য দম্ভ-অহংকাৰৰ জীৱন্ত চিত্ৰ পৰিস্ফুট হৈছে।

উপন্যাসত অংকিত হোৱা চৰিত্ৰৰ সৌন্দৰ্য বহুলাংশে নিৰ্ভৰ কৰে, চৰিত্ৰৰ মনত ক্ৰিয়াশীল দ্বন্দ্ব-সংঘাতৰ ওপৰত। সংঘাতপূৰ্ণ পৰিস্থিতিৰ অৱস্থিতিয়ে একোটা চৰিত্ৰক সজীৱ কৰি তোলাই নহয়, ইয়াক এটা বিশেষ গতি প্ৰদান কৰে। সাৰ্থক ঔপন্যাসিকৰ হাতত তেনে সংঘাতজৰ্জৰ চৰিত্ৰৰ যথাযথ বিকাশ ঘটে আৰু কাহিনীভাগৰ গতিশীলতা বৃদ্ধি কৰি তাক এক আকৰ্ষণীয় পৰিণতিৰ পিনে অগ্ৰসৰ কৰায়। 'ভাৰাঘৰ'তো চৰিত্ৰৰ সংঘাত নথকা নহয়। নায়ক শৰৎ আৰু নায়িকা সবিতাৰ চৰিত্ৰাংকণত সংঘাতময় পৰিস্থিতি নিহিত আছে। প্ৰেমজনিত সংঘাতৰ বাবে শৰৎ আৰু সবিতা উভয়ে মানসিক দ্বন্দ্বৰে জৰ্জৰিত। সেই সংঘাতৰ বাবে শৰতৰ দুৰ্বল ধ্যান-ধাৰণা কিছু পৰিমাণে জগৰীয়া। তেওঁ সবিতাক নিজৰ মনোভাৱ স্পষ্টভাৱে বুজাই দিয়াটো দূৰৰ কথা, বৰঞ্চ সেই ভুল বুজাবুজি চিৰস্থায়ী কৰিবলৈ এনে কিছুমান আচৰণ প্ৰদৰ্শন কৰিলে যে সবিতাৰ মনত শৰতৰ প্ৰতি তীব্ৰ ঘৃণা আৰু বিদ্বেষৰ বাহিৰে একো নাথাকিল। শৰতৰ তেনে আচৰণৰ প্ৰত্যুত্তৰ স্বৰূপে সবিতাই অধিক দুঃসাহসী পদক্ষেপ গ্ৰহণ কৰি তেওঁক মানসিকভাৱে পীড়িত কৰিবলৈ বদ্ধপৰিকৰ হ'ল। কিন্তু এই ক্ষেত্ৰত শৰতকে একপক্ষীয়ভাৱে দোষী সাব্যস্ত কৰাটো ভুল হ'ব। কাৰণ সবিতাৰ মনতো কিছু ভুল ধাৰণাৰ উন্মেষ ঘটিছে যাৰ ফলস্বৰূপে তেওঁ শৰতৰ প্ৰতি বিদ্বেষী হৈছে। ঔপন্যাসিকে দুয়োজনৰে কাৰ্যকলাপৰ মাজেদি সেই সংঘাতপূৰ্ণ ছবি অংকণ কৰিবলৈ প্ৰয়াস কৰিছে। উপন্যাসত শৰৎ আৰু সবিতাৰ মাজত বিনিময় হোৱা ভাব আৰু সংলাপৰ মাজেদি সেই সংঘাতপূৰ্ণ পৰিস্থিতি জীৱন্ত হৈ উঠিছে। ৰসজ্ঞ পাঠকৰ বাবে তাত আমোদ পোৱাৰ অৱকাশ আছে। কিন্তু ঔপন্যাসিকে আৰু অলপ চেষ্টা কৰাহেঁতেন হয়তো চৰিত্ৰ দুটাৰ মনস্তাত্বিক বিশ্লেষণ অধিক ফলপ্ৰসু হোৱাৰ উপৰিও চৰিত্ৰ দুটিৰ গতিশীলতা বৃদ্ধি পালেহেঁতেন।

যিকোনো গদ্যধৰ্মী সাহিত্য-কৃতিৰ অধ্যয়নত তাৰ গদ্যশৈলীৰ বিচাৰ এটা আৱশ্যকীয় দিশ। 'ভাৰাঘৰ' উপন্যাসত ব্যৱহৃত গদ্যৰ ওপৰত দৃষ্টিপাত কৰিলে এইটো বোধগম্য হ'ব যে ইয়াত ঔপন্যাসিকে সৰ্বসাধাৰণ মানুহে দৈনন্দিন জীৱনত কথোপকথনত ব্যৱহাৰ কৰা ভাষাৰ সহায় লৈছে। ইয়ে উপন্যাসৰ কাহিনীভাগৰ জনপ্ৰিয়তাত সহায় কৰিছে। কাৰণ সৰ্বসাধাৰণৰ বাবে ৰচিত সাহিত্য-কৰ্মত সৰ্বসাধাৰণৰ ভাব-অনুভূতি, আশা-আকাংক্ষা, হৰ্ষ-বিষাদৰ চিত্ৰ ফুটি নুঠিলে সেই সাহিত্য-কৰ্ম সাৰ্থক হ'ব নোৱাৰে। অনুভৱী পাঠকৰ মনত ৰেখাপাত কৰিব পৰাকৈ হিতেশ ডেকাই 'ভাৰাঘৰ'ত

দৈনন্দিন জীৱনত ঘটি থকা এনে কিছুমান ঘটনাৰ সন্নিবেশ কৰিছে যিবোৰৰ ওপৰত চকু ফুৰালে পাঠক মাত্ৰেই আপ্লুত হ'ব। পাঠকৰ মনোৰঞ্জনৰ বাবে স্থান বিশেষে হাস্যৰসাত্মক সংলাপ নিদিয়াকৈ থকা নাই। যেনে—

> "নবীনৰ মাত শুনি খণ্ডতে শৰতে কৈ উঠিল— "তোৰ দৰে দুষ্ট নাই। ছোৱালী জোকাই পলাইছ ধুৰন্ধৰ?" 'আৰু তই বুৰ্বকৰ দৰে থিয় হৈ আছ গাধ?' নবীনে কয় আৰু হাঁহে; শৰতে শুনে আৰু খং কৰে।"

বাক্যবোৰ চুটি চুটি আৰু তাত প্ৰয়োগ কৰা শব্দবোৰো সৰল আৰু সহজতে বুজিব পৰা বিধৰ। সেয়েহে সাক্ষৰ-নিৰক্ষৰ সকলো শ্ৰেণীৰ লোকে তেওঁৰ ৰচনাৰ আস্বাদ ল'ব পাৰে। ডেকাই তেওঁৰ উপন্যাসত কেৱল যে সৰল হাস্যকৰহে সৃষ্টি কৰিছে এনে নহয়। বৰঞ্চ তেওঁৰ ৰচনাত মধুৰ কাব্যৰসৰ স্বাদো নিহিত হৈ আছে। উদাহৰণস্বৰূপে উপন্যাসৰ প্ৰথম অধ্যায়ত বৰ্ণিত পুৱাবেলাৰ পৰিবেশটোৰ কথা উল্লেখযোগ্য—

> "প্ৰভাতৰ মৃদু মন্দ সমীৰণ। গছে-পাতে মলয়াৰ মৃদু পৰশন। শান্ত স্নিগ্ধ প্ৰকৃতিৰ বুকু। নিজম, নিদ্ৰামগ্ন অচেতন জগত। মাজে মাজে শুনা যায় দুটি-এটি কুৰুৱাৰ ডাক। লাহে লাহে পুৱাই দিয়ে ধলফাট। নিশাচৰ পক্ষীৰ কলকণ্ঠ যায় ধীৰে ধীৰে শূণ্যত বিলীন হৈ। ... ......"

অজটিল বাক্য বিন্যাসে উপন্যাসৰ কাহিনীভাগক এটা সৰল গতি প্ৰদান কৰিছে। তদুপৰি চৰিত্ৰসমূহৰ মুখত দিয়া সংলাপো পোনপটীয়া। দুটামান চৰিত্ৰৰ মুখত কোনো কোনো স্থানত শ্লেষপূৰ্ণ বাক্য দিছে যদিও সেয়া পৰিস্থিতিৰ প্ৰয়োজনতহে। পাঠকে বিশেষ কষ্ট নকৰাকৈয়ে সেই সংলাপৰ গূঢ়াৰ্থ উপলব্ধি কৰিব পাৰে। এই সৰল গদ্যৰীতিৰ উপস্থিতিয়ে উপন্যাসখনৰ জনপ্ৰিয়তা বৃদ্ধিত কিছু পৰিমাণে ইন্ধন যোগাইছে।

যিকোনো সাহিত্য-কৃতিৰ মান বিচাৰত সমালোচনাৰ প্ৰয়োজনীয়তা অনস্বীকাৰ্য। অৱশ্যে সেই আলোচনা নিৰপেক্ষ হোৱা বাঞ্ছনীয়। কাৰণ একপক্ষীয় সমালোচনাই আলোচিত সাহিত্য-কৃতিৰ মূল্যায়ন কৰিব নোৱাৰে। **'ভাৰাঘৰ'** শীৰ্ষক উপন্যাসখনৰ ক্ষেত্ৰতো সেই একে কথা প্ৰযোজ্য। **'ভাৰাঘৰ'**খনক আমি সামাজিক উপন্যাসৰ ধাৰাত থব পাৰো। সেই মৰ্মে ইয়াৰ বিষয়বস্তু, কাহিনী-নিৰ্মাণ কৌশল, চৰিত্ৰ সৃষ্টি ইত্যাদি বিভিন্ন দিশৰ ওপৰত দৃষ্টিপাত কৰা আৱশ্যক। দৰাচলতে ঔপন্যাসিকে উপন্যাসখন সৰ্বসাধাৰণ ৰাইজৰ মনোৰঞ্জনৰ বাবে ৰচনা কৰিছে। অৰ্থাৎ এই উপন্যাসখনৰ জনপ্ৰিয়তা সমাজৰ সকলো স্তৰৰ মাজত সমানে নাই। বিশেষকৈ উপন্যাস-পঠনৰ দ্বাৰা বৌদ্ধিক তৃপ্তি লাভ কৰিব খোজা ৰুচিবান পাঠকে **'ভাৰাঘৰ'** পঢ়ি সাময়িক তৃপ্তি লাভ কৰিলেও সেয়া দীৰ্ঘস্থায়ী নহয়। ঔপন্যাসিকে পাঠকৰ ঔৎসুক্য বৃদ্ধি কৰিলে যদিও তাৰ নিৰাময়ৰ কোনো ব্যৱস্থা নল'লে। উপন্যাসৰ কাহিনীভাগৰ আমনিদায়ক বিন্যাস তাৰ বাবে দায়ী। আকৌ একে ধৰণৰ কাহিনীকে দুবাৰকৈ উত্থাপন কৰা প্ৰক্ৰিয়াটোৱে উপন্যাসখনৰ ৰস ভঙ্গ কৰিছে।

চৰিত্ৰ চিত্ৰণৰ ক্ষেত্ৰতো ঔপন্যাসিক ঠায়ে ঠায়ে উজুতি নোখোৱাকৈ থকা নাই। পাঠক মাত্ৰেই এইটো উপলব্ধি কৰিব যে উপন্যাসৰ নায়ক-নায়িকা ক্ৰমে শৰৎ আৰু সবিতাৰ তুলনাত সহযোগী চৰিত্ৰ নবীনৰ চৰিত্ৰটো অধিক সজীৱ হৈছে। নবীনৰ চৰিত্ৰটো অংকণ কৰাত ঔপন্যাসিকৰ নিৰৱচ্ছিন্ন চেষ্টাও দৃষ্টিগোচৰ হয়। তেওঁ শৰৎ আৰু সবিতাৰ চৰিত্ৰ দুটাক অধিক সজীৱ আৰু প্ৰাণৱন্ত কৰি ফুটাই তুলিব পাৰিলেহেঁতেন। শৰৎ চৰিত্ৰটো বিশ্লেষণ কৰিলে এইটো বোধগম্য হ'ব যে নায়ক হিচাপে শৰতৰ থাকিবলগীয়া দৃঢ় ব্যক্তিত্ব আৰু গুণাৱলীৰ অভাৱ ঘটিছে। শৰতৰ তুলনাত সবিতাৰ চৰিত্ৰ অধিক মনোগ্ৰাহী হোৱা পৰিলক্ষিত হয়। শৰতৰ আদৰ্শ আৰু চিন্তাধাৰাত এক শিথিলতা আহি

পৰিছিল। এজন প্ৰগতিশীল মনৰ যুৱক হিচাপে শৰতৰ মনত সৃষ্টি হোৱা সেই সঙ্কোচবোধে তেওঁৰ চৰিত্ৰৰ উজ্জ্বল দিশটো ম্লান কৰিলে। শৰতে তেওঁৰ দুৰ্বলতাসমূহ পৰিহাৰ কৰিব পৰাহেঁতেন উপন্যাসৰ সংঘাতপূৰ্ণ পৰিস্থিতিটোৰ চিত্ৰণ অধিক সজীৱ আৰু অৰ্থপূৰ্ণ হ'লহেঁতেন। অৱশ্যে নায়িকা সবিতাৰ চৰিত্ৰ চিত্ৰণত ঔপন্যাসিকে চেষ্টাৰ ত্ৰুটি কৰা নাই, যদিওবা চৰিত্ৰটো আৰু অধিক ব্যাপ্ত কৰাৰ স্থল আছিল। 'ভাৰাঘৰ'ত ভালে সংখ্যক গৌণ চৰিত্ৰৰো সমাবেশ ঘটিছে। স্থান বিশেষে সেই চৰিত্ৰসমূহৰ কাৰ্যাৱলীৰ পৰিসৰ বৃদ্ধি কৰাৰ স্থল নথকা নহয়। কিন্তু মূল কাহিনীৰ প্ৰয়োজনতেই হওক অথবা অন্য কিবা কাৰণতেই হওক, ঔপন্যাসিকে সেই চৰিত্ৰসমূহৰ কাৰ্যক্ষেত্ৰ তেনেই সীমাবদ্ধ কৰিলে।

সি যিয়েই নহওক কিয়, ত্ৰুটিমুক্ত নহ'লেও হিতেশ ডেকাৰ অন্যান্য উপন্যাস সম্ভাৰৰ লগতে এইখনকো যুদ্ধোত্তৰ যুগত ৰচিত উপন্যাস সম্ভাৰৰ অন্তৰ্গত বুলি ধৰিব পাৰি। ঔপন্যাসিক যোগেশ দাসৰ 'ডাৱৰ আৰু নাই'ৰ দৰে ডেকাৰ 'ভাৰাঘৰ'ত যুদ্ধোত্তৰ যুগৰ সমাজ তথা পৰিৱৰ্তিত সামাজিক মূল্যবোধৰ কোনো প্ৰত্যক্ষ চিত্ৰ বিচাৰি পাবলৈ নাই। কিন্তু ইয়াত স্বৰাজোত্তৰ কালৰ সামাজিক জীৱনৰ সেই চিত্ৰ আছে, যি সমাজত শিক্ষিত, তথাকথিত প্ৰগতিবাদী মধ্যবিত্ত চিন্তাৰ এক হতাশাজনক ছবি উদ্ভাসিত হৈ উঠিছে। সেই শ্ৰেণীৰ এটা অংশই অনৰ্থক অহংকাৰত মজি ব্যক্তি তথা সামূহিক জীৱন অশান্তিকৰ কৰি তোলে আৰু অন্য ভাগে প্ৰথম ভাগৰ অযুক্তিকৰ মতামতৰ সন্মুখত নতশিৰ হৈ নিজৰ ব্যক্তিত্ব লাঘৱ কৰাৰ সিদ্ধান্ত ল'বলৈকো কুণ্ঠাবোধ নকৰে। সেই একেখন সমাজতে অন্য এক শ্ৰেণীও আছে যিয়ে সাৱধানী পদক্ষেপেৰে আগবাঢ়ি নিজৰ স্বাৰ্থসিদ্ধিৰ পাছত অগ্ৰসৰ হয়। শৰৎ আৰু সবিতাৰ পিতৃক প্ৰথমটো শ্ৰেণীত ধৰিব পাৰি। শৰতৰ নিচিনা দুৰ্বল মনৰ ব্যক্তি দ্বিতীয় শ্ৰেণীৰ অন্তৰ্ভুক্ত। ঔপন্যাসিকে আৰু অলপ মাত্ৰ যত্ন কৰা হ'লে 'ভাৰাঘৰ'ৰ চৰিত্ৰ আৰু সিবিলাকৰ কাৰ্য-কলাপৰ মাজেদি ইয়াতকৈয়ো নিটোল কাহিনী এটা এই উপন্যাসখনৰ মাধ্যমেদি প্ৰকাশ কৰিব পাৰিলেহেঁতেন।

বাস্তৱ সমাজখনেই উপন্যাস ৰচনাৰ মূল আধাৰ। ঔপন্যাসিকে চৰ্ম চক্ষুৰ আগত ভাহি উঠা চিনাকি চৰিত্ৰ, চিনাকি পৰিবেশ আৰু পৰম্পৰাগত বিশ্বাসকে মুলধন হিচাপে লৈ সৃষ্টিত মনোনিবেশ কৰে। নতুনত্ব প্ৰয়াসী, মানৱ দৰদী অন্য কেতবোৰ দিশো সংযোজিত কৰে। সেয়া হৈছে লেখকৰ নিজস্ব দৃষ্টিভংগী, সমাজ তথা সমাজত বাসকৰা ব্যক্তিসকলৰ প্ৰতি থকা তেওঁৰ মনোভাব, সিবিলাকৰ সংঘাতময় জীৱনৰ ওপৰত সূক্ষ্ম পৰ্যবেক্ষণ আৰু প্ৰয়োজন সাপেক্ষে সামাজিক কুসংস্কাৰ অথবা গৰ্হিত ৰীতি-প্ৰথাৰ বিৰুদ্ধে নিজৰ ৰচনাৰ মাজেৰেই প্ৰতিবাদ সাব্যস্ত কৰাৰ মানসিকতা। ঔপন্যাসিক হিতেশ ডেকাও এনেবিধ লেখকৰ শাৰীতেই পৰে। সেয়েহে তেওঁৰ সৰহ সংখ্যক ৰচনাতে আমি প্ৰত্যক্ষ কৰিবলৈ পাওঁ একো একোটা সামাজিক সমস্যা। এই পৰ্যবেক্ষণৰ আধাৰত বিচাৰ কৰিলে তেওঁৰ উপন্যাস **'ভাৰাঘৰ'** খনো ইয়াৰ ব্যতিক্ৰম নহয়। মূলতঃ **'ভাৰাঘৰ'** এটা প্ৰেম-কাহিনীৰ ওপৰত আধাৰিত যদিও ইয়াত পণপ্ৰথাৰ দৰে এটা সামাজিক সমস্যাৰ ওপৰত আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হৈছে। তদুপৰি কাহিনীত সংঘাত সৃষ্টি হৈছে এই পণপ্ৰথাকে কেন্দ্ৰ কৰি। এনে স্থলত **'ভাৰাঘৰ'** খনত এটা সামাজিক সমস্যাক উপস্থাপন কৰা নাই বুলি আমি একেবাৰে কৈ দিব নোৱাৰো। গতিকে এটা প্ৰেম-কাহিনী আৰু এটা সামাজিক সমস্যাৰ সুসমন্বয়ত **'ভাৰাঘৰ'** এখন সাৰ্থক উপন্যাস হৈছে বুলি ক'ব পাৰি। এই ফালৰ পৰা বিচাৰ কৰিলে জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাৰ এই প্ৰয়াস ফলৱতী হৈছে।



# হিতেশ ডেকাৰ 'ইতিহাসে সকীয়ায়'

ড° জাহ্নৱী দেৱী

অসমীয়া উপন্যাসৰ জন্মলগ্নৰেপৰা চৌৱন্ন বছৰৰ পিছত, ভাৰতৰ স্বাধীনতা লাভৰ প্ৰাকমুহূৰ্ত্তত বিৰিঞ্চি কুমাৰ বৰুৱাৰ ৰচিত **'জীৱনৰ বাটত'** (১৯৪৪ চনত ৰচিত ১৯৪৫ চনত প্ৰকাশিত) উপন্যাসে অসমীয়া উপন্যাসৰ এক নতুনগতি প্ৰদান কৰিলে। এই উপন্যাসতে প্ৰথম প্ৰতিভাত হৈ উঠিছিল বৈচিত্ৰপূৰ্ণ অসমীয়া সমাজ। স্বাধীনতা লাভৰ সময়ৰে পৰা অসমীয়া উপন্যাস সাহিত্যই দ্ৰুত বিকাশ লাভ কৰিছিল। ৰেডিঅ', টেলিফোন, গাড়ী-মটৰ আদি বৈজ্ঞানিক আৱিস্কাৰ সমূহৰ ব্যৱহাৰ সেইসময়ত সুলভ হৈ পৰাৰ ফলত মানুহৰ ব্যৱহাৰিক জীৱনৰ লগতে বৌদ্ধিক চিন্তাধাৰায়ো এক নতুন গতি লাভ কৰিছিল। নগৰীয়া জীৱনৰ প্ৰতি আকৰ্ষণ, বাণিজ্যকৰণ, ইংৰাজী শিক্ষাৰে শিক্ষাপ্ৰাপ্ত মধ্যবিত্ত শ্ৰেণীৰ উদ্ভৱ আৰু ব্যক্তিবাদী চিন্তাৰে পুষ্ট হৈ পৰাৰ ফলত এচাম অসমীয়া মানুহৰ উপন্যাস সাহিত্যৰ প্ৰতি আকৰ্ষণ বৃদ্ধি পাইছিল। ত্বৰিত গতিত পাঠকৰ সংখ্যা বৃদ্ধি পোৱাৰ সময়ত চাহিদা পূৰাব পৰাকৈ সেই সময়ত মাত্ৰ কেইগৰাকীমান ঔপন্যাসিকেহে উপন্যাস ৰচনাত একান্তভাৱে মনোনিবেশ কৰিছিল। প্ৰফুল্ল দত্ত গোস্বামী, দীননাথ শৰ্মা, মহম্মদ পীয়াৰৰ দৰে জনপ্ৰিয় ঔপন্যাসিক সকলে উপন্যাস ৰচনা কৰিছিল যদিও পাঠকৰ উপন্যাস অধ্যয়ন পিপাসাৰ যেন শেষ নাই। এই গুৰুত্বপূৰ্ণ সময়ত ঔপন্যাসিক হিতেশ ডেকাই উপন্যাস ৰচনা কৰি গৈছিল ইখনৰ পাছত সিখনকৈ। ঔপন্যাসিক হিচাপে ডেকাই সমাজৰ আৰু পাঠকৰ সন্তুষ্টিৰ দায়িত্ব কান্ধ পাতি লৈছিল দায়িত্বশীল পুত্ৰৰ দৰে। কলেজীয়া ছাত্ৰ অৱস্থাৰে পৰা গল্প উপন্যাস লিখিবলৈ আৰম্ভ কৰা হিতেশ ডেকাৰ সাহিত্য কৰ্মৰ সামৰণি পৰে মৃত্যুশয্যাত পৰাৰ চাৰিঘণ্টা আগতে ৰচনা কৰি সম্পূৰ্ণ কৰা **'ত্যাগ'** নামৰ উপন্যাসেৰে।

হিতেশ ডেকাৰ সমাজ চেতনা আৰু সমাজৰ প্ৰতি দায়বদ্ধতা আছিল অসীম। তেখেতৰ প্ৰতিখন উপন্যাসৰ বিষয়বস্তু আৰু পটভূমিলৈ দৃষ্টি নিক্ষেপ কৰিলে এই কথা স্পষ্ট ৰূপত ধৰা পৰে। বিশেষকৈ ভাৰতৰ উত্তৰ-পূব সীমাত চীনা আগ্ৰাসনৰ পটভূমিত **'সীমাৰ কাজিয়া'**, কমিউনিষ্ট আন্দোলনৰ পটভূমিত **'মাটিকাৰ?'**, পাক-ভাৰত যুদ্ধৰ পটভূমিত **'বৈৰী মানুহ'** আৰু ১৯৬০-৬১ চনৰ অসমৰ ভাষা আন্দোলনৰ পটভূমিত ৰচনা কৰা **'ইতিহাসে সকীয়ায়'** উপন্যাসে এই ক্ষেত্ৰত আগস্থান পায়।

ঔপন্যাসিক ডেকাই **'ইতিহাসে সকীয়ায়'** নামৰ উপন্যাসখন ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল ১৯৬০ চনৰ অসমৰ ভাষা আন্দোলনৰ ঠিক পিছতেই। ১৯৬২ চনত এই ৰচনা সম্পূৰ্ণ হৈ উঠিছিল। সমসাময়িক ঘটনা প্ৰবাহক সাহিত্যিকৰ সূক্ষ্ম দৃষ্টিৰে নিৰীক্ষণ কৰি তাক উপন্যাসৰ ৰূপত বৰ্ণনা কৰা হৈছিল। ৰচনা সম্পূৰ্ণ কৰাৰ পৰা প্ৰায় সোতৰ বছৰৰ পিছত উপন্যাসখনৰ প্ৰথম প্ৰকাশ হয় ১৯৭৯ চনত।

১৯৬০ চনত অসমত ৰাজ্যভাষা সমস্যাৰ সৃষ্টি হৈছিল। ভাৰতীয় সংবিধানৰ দ্বাৰা স্বীকৃতি প্ৰাপ্ত অসমীয়া ভাষা অসমৰ ৰাজ্যভাষা হ'ব লাগে বুলি 'অসম সাহিত্য সভাই' ১৯৫০ চনৰ পৰা অসম চৰকাৰক অনুৰোধ জনাই আহিছিল। সময়ে সময়ে বিধান সভাতো এই প্ৰস্তাৱ উত্থাপিত হৈছিল। কিন্তু ১৯৫১ চন পৰ্যন্ত ৰাজ্যভাষাৰ প্ৰশ্নটো সমাধান নোহোৱাত ১৯৫৯ চনত অতুল চন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ অধিৱেশনত ১৯৬০ চনৰ ভিতৰতে অসমীয়াক ৰাজ্যভাষা হিচাবে গ্ৰহণ নকৰিলে বিৰাট গণ-আন্দোলনৰ সম্মুখীন হ'ব লাগিব বুলি প্ৰস্তাৱ গ্ৰহণ কৰে। অসমৰ

চচিয়েলিষ্ট পাৰ্টিৰ বিধায়ক হৰেশ্বৰ গোস্বামীয়ে অসমীয়াক অসমৰ ৰাজ্যভাষা ঘোষণা কৰিব লাগে বুলি এটা প্ৰস্তাৱ বিধান সভাতো উত্থাপন কৰে। এনে সময়তে বৰাক উপত্যকাৰ বাংলা ভাষীসকলৰ নেতৃত্বত ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাংলাভাষী লোকসকলে ইয়াৰ প্ৰতিবাদ কৰ্ম্মে প্ৰতিৰোধ গঢ়ি তুলিছিল। ইয়াৰ ফলত অসমত গঢ় লৈ উঠিছিল অসমীয়া ভাষী আৰু বাংলা ভাষীসকলৰ মাজত এক অবাঞ্ছনীয় সংঘাত। এই সংঘাতৰ পৰিণতিতে সম্ভাৱনাপূৰ্ণ যুৱ ছাত্ৰকে ধৰি কেবাগৰাকী ব্যক্তি শ্বহীদ হৈছিল। এই বাস্তৱ ঘটনাক কেন্দ্ৰ কৰি উক্ত আন্দোলনৰ পটভূমিতে **'ইতিহাসে সকীয়ায়'** উপন্যাসৰ কাহিনী সংস্থাপিত।

উপন্যাসৰ কাহিনী আগবঢ়াই নিছে তিনিটা মুখ্য চৰিত্ৰ অৰুণ ডেকা, সুনীল সৰকাৰ আৰু সুনীলৰ ভগ্নী কিৰণ সৰকাৰে। উপন্যাসৰ কাহিনীটো চমুকৈ এনেঃ কাহিনীৰ নায়ক অৰুণ ডেকা কামৰূপ জিলাৰ এখন ভিতৰুৱা গাঁৱৰ দুখীয়া খেতিয়কৰ মাতৃহাৰা যুৱক। অনেক কষ্টৰ মাজেৰে মেট্ৰিক পাছ কৰি নাবালক ভায়েক আৰু দুখীয়া পিতাকক গাঁৱতে এৰি অৰুণে মালিগাঁৱৰ ৰেলৱেৰ চাকৰিত সোমাই দিনত চাকৰি কৰি ৰাতিৰ কলেজত পঢ়ি বি এ পাছ কৰি বিশ্ববিদ্যালয় আইন মহাবিদ্যালয়ত পঢ়ি আছে। অৰুণ ডেকা এগৰাকী সৎ, আদৰ্শবান, দেশপ্ৰেমিক, সুৰুচিপূৰ্ণ, ৰসিক যুৱক। তেওঁৰ ৰচনাশক্তি অতি প্ৰখৰ। অতি গহীন সমস্যাক লৈ আলোচনা চলি থকাৰ মাজতো কেতিয়াবা ব্যঙ্গাত্মক কবিতা একোটি ৰচনা কৰি পৰিবেশ সলনি কৰি পেলাব পাৰে। অৰুণ ডেকাৰ বন্ধু সুনীল সৰকাৰ যুক্তিবাদী সমাজ সচেতন ডেকা। আবেগৰ সোঁত উটি ভাহি গৈ অযুক্তিকৰ কামত লিপ্ত হৈ নপৰে। সেয়ে বাংলা ভাষী কেতবোৰ লোকে কৰা ষড়যন্ত্ৰৰ বিৰোধিতা কৰি স্বজাতিলোকৰ ক্ষোভ, হিংসাৰ বলি হ'ব লগা হৈছে। সুনীল চিৰিয়াচ ডেকা, পৰিস্থিতিৰ গুৰুত্ব ভালদৰে বুজি পায়। সেয়ে সন্মুখত দেখা দিয়া ষড়যন্ত্ৰৰ আভাস পাই চিন্তিত হৈ পৰিছে। উপন্যাসৰ নায়িকা কিৰণ সৰকাৰ এগৰাকী শিক্ষিতা যুৱতী। পিতৃ গগন সৰকাৰৰ মৃত্যুৰ পিছত ককায়েকৰ আৰ্থিক দুৰ্বলতাৰ বাবে দৰা ঘৰে বাঞ্ছা কৰা যৌতুক দিব নোৱাৰাৰ বাবে দৈহিক সৌন্দৰ্যৰ অধিকাৰিণী হোৱাৰ লগতে সুশিক্ষিতা হোৱাৰ পিছতো বিয়া নোহোৱাকৈ থাকিবলগীয়া হৈছে। (সেই সময়ত সাধাৰণতে ১৫ বছৰৰ পৰা ২০ বছৰৰ ভিতৰত অসমীয়া আৰু বঙালী ছোৱালীক বিয়া দিয়া হৈছিল।) ককায়েকৰ বন্ধু অৰুণ ডেকাৰ ব্যক্তিত্ব আৰু জীৱনৰ আদৰ্শই কিৰণক মুগ্ধ কৰে আৰু এই মুগ্ধতাই পিছলৈ প্ৰণয়লৈ ৰূপান্তৰিত হয়।

এই তিনিটা মুখ্য চৰিত্ৰৰ কথোপকথনৰপৰা উপন্যাসৰ কাহিনীত উপস্থাপিত মুখ্য সমস্যাটোৰ আভাস পোৱা যায়। কিৰণ আৰু অৰুণ ডেকাই আলোচনা কৰিছে এইদৰে—

— "মই ভাবো অসমত অসমীয়া আৰু বঙালীৰ মাজত কাজিয়া হ'ব।"

— "কি চিন পালা?"

— "এক শ্ৰেণীৰ দুৰ্বৃত্ত আৰু প্ৰাদেশিকতাবাদী বঙালী অসমত আছে। সিহঁতে অসম নাম নাইকিয়া কৰি পূৰ্বাচল প্ৰদেশ নাম দি এই ৰাজ্যৰ নাম বদলাই দিব খোজে। তলে তলে এটা ৰাজনৈতিক দল গঢ়ি উঠিছে আজি কেইবছৰমান আগৰপৰা। আনকি টকা পইচা তুলি আলোচনী আদি চপাই এই ভাবধাৰাও প্ৰচাৰ কৰিব ধৰিছে।"

অৱশ্যে কিৰণৰ মতে স্থায়ী বঙালীসকল ইয়াৰ বিৰোধী। এচাম স্বাৰ্থান্বেষী প্ৰব্ৰজনকাৰী বঙালী লোকেহে এই চক্ৰান্তত লিপ্ত হৈছে। কিৰণৰ পৰা আভাস পোৱাৰ পাছত সুনীলৰ পৰা সবিশেষ শুনি নায়ক অৰুণ ডেকা চিন্তিত হৈ উঠে। ১৯৬০ চনৰ ৩ মাৰ্চ তাৰিখে সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা ডাঙৰীয়াই বিধান সভাত ৰাজ্যভাষাৰ বিল সন্দৰ্ভত এটি বিবৃতি দিয়ে এইবুলি—

Government would prefer to wait till get the same demand from the non-Assamese speaking population for declaration of Assamese as the state language."

নেপালী, মাৰোৱাৰী, হিন্দী ভাষী আদি ভাষাভাষী লোকে ইয়াৰ সমৰ্থনো জনালে। কিন্তু বিশ্বনাথ মুখাৰ্জী, সমৰেন্দ্ৰ মোহন দাস, মহাপেচ নমশূদ্ৰ, অনাহক চৌধুৰী, তিমিৰ বৰণ দাসগুপ্ত আদি লোকে অসমীয়াৰ লগতে বাংলা ভাষাকো দ্বিতীয় ৰাজ্যভাষাৰ মৰ্যাদাৰ দাবি তুলিলে। গোপনে সভা-সমিতি পাতি তেওঁলোকে আন্দোলন তীব্ৰতৰ কৰি তুলিলে। কেৱল সভা-সমিতি পাতি ক্ষান্ত নাথাকি তেওঁলোকে তলে তলে হিংসাত্মক উপায়ো অৱলম্বন কৰিলে। যাৰ ফলত মৰিয়নি ৰেল ষ্টেচন, লামডিঙৰ 'পুৰেৰুণ' চিনেমা হল আদিত হিংসাত্মক ঘটনা ঘটিল। শ্বিলঙত অসমীয়া ভাষাৰ বিৰোধিতা কৰি শোভাযাত্ৰা উলিয়ালে আৰু 'অসমীয়া ভাষা গাধৰ ভাষা'ৰ দৰে অপমানজনক শ্লোগান দিলে। ইয়াৰ প্ৰতিবাদত ঠায়ে ঠায়ে কোনো কোনো অসমীয়া লোকেও উত্তেজিত হৈ পৰিছিল। মিছা বাতৰি পৰিৱেশন কৰি পৰিস্থিতি উত্তপ্ত কৰাৰ অভিযোগত কলিকতাৰ পৰা প্ৰকাশিত 'যুগান্তৰ' কাকত দাহন কৰিলে। গোৰেশ্বৰত হিংসাত্মক কাৰ্য হ'ল। কিছুমান ষড়যন্ত্ৰকাৰীয়েও গোৰেশ্বৰৰ বহু জুপুৰিত অগ্নি সংযোগ কৰি বিশৃংখল পৰিৱেশ সৃষ্টি কৰিছিল। গুৱাহাটীত কটন কলেজৰ ছাত্ৰাবাসৰ ভিতৰতে ৰঞ্জিত বৰপূজাৰী নামৰ যুৱকজনক পুলিচে গুলীয়াই মাৰিলে। গুৱাহাটী অভিমুখী ৰেলত সূৰ্য্য বৰাক হত্যা কৰিলে। বিধান সভাৰ সদস্য হৰেশ্বৰ গোস্বামীক মাৰধৰ কৰিলে। উপন্যাসৰ নায়ক অৰুণ ডেকা অহিংস নীতিত বিশ্বাসী। গণতান্ত্ৰিক পদ্ধতিৰে সমস্যাৰ সমাধান কৰিবলৈ তেওঁ নানা সভা-সমিতি পাতিলে। সুনীল সৰকাৰেও পাৰ্যমানে অৰুণক সহায় কৰে। সুনিলে বাংলাভাষী ষড়যন্ত্ৰকাৰীৰ গোপন মিটিঙত উপস্থিত থাকি তথ্য সমৃদ্ধ যুক্তি দাঙি ধৰি তেওঁলোকক বুজাবলৈ যত্ন কৰিলে। কিন্তু ষড়যন্ত্ৰকাৰীইঁতে সুনীলৰ কথাত পতিয়ন নগ'ল। বৰং ষড়যন্ত্ৰকাৰীইঁতে আন্ধাৰৰ সুযোগ লৈ সুনীলক শাৰীৰিকভাৱে আক্ৰমণহে কৰিলে। তথাপি তেওঁলোকে হাৰ নামানিলে। সহানুভূতিশীল এদল কলেজীয়া ডেকাৰ সৈতে গোৰেশ্বৰলৈ গৈ পীড়িত সকলক পুনৰ সংস্থাপিত কৰিলে। সন্দিকৈ কলেজৰ শিক্ষয়ত্ৰী আৰু ছাত্ৰীৰ সৈতে কিৰণেও গোৰেশ্বৰলৈ গৈ সাহায্যৰ কামত সহায় কৰিলেগৈ।

দিল্লীৰপৰা অনেক ৰাজনৈতিক নেতা আহি অসমৰ পৰিস্থিতি অধ্যয়ন কৰিলে। অৱশেষত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু আহি সিদ্ধান্ত দিলে যে অসমৰ ৰাজ্যভাষা অসমীয়া হ'ব। লাহে লাহে পৰিস্থিতি সাম কাটিলে। বিধৱ মাকে পুতেক সুনীল আৰু কিৰণক ঘূৰাই পাই সন্তোষ লভিছে। লগতে অৰুণ ডেকাৰ লগত কিৰণৰ মিঠা আলাপৰ জৰিয়তে তেওঁলোকৰ সুখময় মিলনাত্মক ভবিষ্যতৰ ইঙ্গিতেৰে উপন্যাসৰ কাহিনী সামৰণি পৰিছে। কাছাৰ জিলাৰ নেতাসকলে ইয়াৰ প্ৰতিবাদ কৰাত কাছাৰ জিলাৰ অন্তৰ্গত জিলা পৰ্যায় পৰ্যন্ত প্ৰশাসনীয় বা অন্যান্য চৰকাৰী কাম কাজৰ বাবে বাংলা ভাষা ব্যৱহৃত হ'ব বুলি মানি লোৱা হ'ল।

ঔপন্যাসিক হিতেশ ডেকাৰ অসমভূমি, অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ প্ৰতি থকা ভালপোৱাৰ প্ৰাবল্যই এই উপন্যাস ৰচনাৰ মূল প্ৰেৰণা বুলিব পাৰি। উপন্যাসত বিধৃত হৈছে এটাৰ পিছত এটাকৈ ঐতিহাসিক তথ্য। চন, তাৰিখ আনকি কেতিয়াবা সময় পৰ্যন্ত উল্লেখ কৰি লিপিবদ্ধ কৰা তথ্য সমূহে ১৯৬০ চনৰ জুলাই মাহত সংঘটিত অপ্ৰীতিকৰ পৰিস্থিতিৰ এটি উমান দিয়ে। আনকথাত ক'বলৈ গ'লে তৎকালীন অসমৰ ৰাজনৈতিক প্ৰেক্ষাপটৰ আঁৰত ঘটা অবাঞ্ছিত ঘটনাসমূহক অসমবাসীৰ আগত স্পষ্ট ৰূপত তুলি ধৰিবলৈকে এই উপন্যাস ৰচনা কৰা যেন লাগে। উপন্যাস কলাৰ ৰূপত প্ৰত্যয়শীল কৰি তুলিবলৈ কল্পনাৰ সৈতে ঐতিহাসিক সত্যসমূহৰ আবেগিক ভাবে বৰ্ণনা কৰিছে। আবেগৰ ভৰত কেতিয়াবা এই তথ্য বিৱৰণত মাত্ৰাধিক্যও নোহোৱা নহয়।

'ইতিহাসে সকীয়ায়' পৰম্পৰাগত উপন্যাস। উপন্যাসৰ আৰম্ভণিতে জন্মসূত্ৰে বঙালী যুৱক

সুনীল সৰকাৰৰ সৈতে থকা বন্ধুত্ব আৰু বন্ধুৰ ভনীয়েক কিৰণৰ সৈতে নায়ক অৰুণ ডেকাৰ সৌহাদ্যই শেষলৈ স্বাভাৱিকভাৱেই প্ৰণয়লৈ ৰূপান্তৰিত হৈছে আৰু দুয়ো পত্তি পত্নী হ'বলৈ অংগীকাৰ কৰিছে। এই ক্ষেত্ৰত নায়ক-নায়িকাৰ জীৱনৰ আদৰ্শগত মিল আৰু চৌপাশৰ পৰিবেশে দুয়োকে ওচৰ চপাই নিয়াত সহায় কৰিছে। এয়া দুটি মানৱ আত্মাৰ মাজৰ প্ৰণয়। ইয়াত ভাষিক বৈষম্য বা জাতিগত বিভেদে হেঙাৰ হৈ ঠিয় দিব পৰা নাই।

পুৰুষ চৰিত্ৰৰ তুলনাত নাৰী-চৰিত্ৰৰ সংখ্যা কম। নায়িকা কিৰণ আৰু কিৰণৰ মাতৃৰ চৰিত্ৰৰ বাহিৰে আৰতি আৰু আন্ধেৰী চন্দ নামৰ দুটি চৰিত্ৰই মাথোঁ ভুমুকিহে মাৰিছে। ৰান্ধনী ঘৰৰ চাৰি বেৰৰ মাজতে আবদ্ধ থকা মাকৰ (কিৰণ আৰু সুনীলৰ) চৰিত্ৰটি এটি সৰল সমতলীয় চৰিত্ৰ, যিয়ে কেৱল ল'ৰা ছোৱালী দুটিৰ মঙ্গল কামনা কৰিব জানে, সুস্বাদু ব্যঞ্জন ৰান্ধি মৰমেৰে খুৱাব জানে আৰু বিপদৰ মাজলৈ আগুৱাই যোৱা সন্তানৰ আশঙ্কাত ভয় কৰি চকুলো টুকিব জানে। কিৰণৰ চৰিত্ৰটি সবল। বাগ্মিতা কিৰণৰ চৰিত্ৰৰ আকৰ্ষণীয় দিশ। উপস্থিতি বুদ্ধি সম্পন্না, সমাজ-সচেতনা, দৰদী আৰু সাহসী কিৰণে জাতি, ভাষা, বৰ্ণ অতিক্ৰমী অৰুণ ডেকা এগৰাকী ৰোমান্টিক যুবক। সুৰুচি পূৰ্ণ অৰুণে পাতল ভাবৰ ব্যঙ্গাত্মক কথোপকথনৰ জৰিয়তে হাঁহিৰ খোৰাকো দিছে—

> ইংৰাজী ভাষা নজনা, ইংৰাজী আইন নজনা সংস্কৃতীয়া সৰস্বতীক পূজা কৰি আজি কালি আমি ইংৰাজী শিকা ল'ৰাইঁতৰ একো লাভ নহয়। কাৰণ ইংৰাজীত সকলোৱে ফেল কৰে। সৰস্বতীয়ে নিজেই ইংৰাজী নাজানে, ল'ৰাক ইংৰাজী শিকাব কেনেকৈ (পৃ-৩, ৮, ১২)

আকৌ প্ৰচলিত প্ৰবাদ পটন্তৰৰ পেৰডি ঠাইতে ৰচনা কৰি পৰিবেশ পৰিস্থিতিৰ লগত মিলা ধৰণে পটন্তৰ ৰচনা কৰি নিজৰ বুদ্ধিমত্তাৰ পৰিচয়ো দিছে— 'দেশতকৈ মোমাই ডাঙৰ নহয় আৰু মই আজি কৈ যাম সমাজতকৈ গৃহস্থী ডাঙৰ নহয়'। (পৃ-১১৬)

ঔপন্যাসিকৰ দৃষ্টিভংগীৰে কাহিনীত মাত্ৰ দুই ধৰণৰ চৰিত্ৰ আছে— ভাল চৰিত্ৰ, বেয়া চৰিত্ৰ। কোনো কোনো অসমত অসমীয়া ভাষাই ৰাজ্যভাষাৰ মৰ্যাদা পাব লাগে বুলি নিৰপেক্ষভাৱে স্বীকাৰ কৰিছে আৰু আন ধৰণৰ চৰিত্ৰই অসমীয়া ভাষাক ৰাজ্যভাষাৰ প্ৰদানত বাধা দিবলৈ নানা ধৰণৰ ষড়যন্ত্ৰত লিপ্ত হৈছে। ভাল বেয়া গুণৰ সমাহাৰেৰে ৰহস্যময় হৈ উঠা চৰিত্ৰ উপন্যাসৰ কাহিনীত পাবলৈ নাই। চৰিত্ৰগত বিশেষত্ব অনুযায়ী চৰিত্ৰ সমূহৰ নামকৰণ মন কৰিবলগীয়া। যেনে— অনাহক চৌধুৰী, অসন্তোষ পাল, সমৰ দাস, আকতুৰ ৰহমান, আন্ধেৰী চন্দ, ধুবুৰী বোস আদি। আনহাতে নায়ক অৰুণ, সুনীল আৰু কিৰণৰ নামকৰণো ঔপন্যাসিক সচেতন। অৰুণে কিৰণৰ সৈতে কথোপকথন কৰিছে—

— "আচ্ছা কিৰণ, তুমি কোৱাচোন অৰুণ মানে কি?"
— "সূৰ্য।' তাই উত্তৰ দিলে।
— "আৰু কিৰণ মানে কি?"
— "ৰশ্মি বা পোহৰ?"
— "সূৰ্যই যদি ৰশ্মি এৰি পেলায় তেনে কি অৱস্থা হ'ব তাৰ অৱস্থা?"
— "নিস্প্ৰভ হ'ব মৰি যাব?"
— "তেন্তে কিৰণ নহ'লে আকাশৰ অৰুণ নিস্প্ৰভ হ'ব-মৃত হ'ব।" (পৃ-২১-২২)

উপন্যাসৰ কাহিনী উপস্থাপনৰ ক্ষেত্ৰত ঔপন্যাসিকে মাজে মাজে তৃতীয় পুৰুষত বৰ্ণনাধৰ্মী ৰীতি আৰু মাজে মাজে প্ৰত্যক্ষ উক্তি অৰ্থাৎ প্ৰথম পুৰুষত সংলাপৰ জৰিয়তে নাটকীয় ভংগী অৱলম্বন কৰিছে। দীঘলীয়া বৰ্ণনাধৰ্মী তথ্যগধুৰ কাহিনী কেতিয়াবা শ্লথ হৈ পৰা যেন লাগে। কিন্তু

নায়ক অৰুণ ডেকাৰ বাক্-চাতুৰ্যই উপন্যাসৰ কাহিনীত নতুন গতি দান কৰি সজীৱতা ঘূৰাই আনিছে।

উপন্যাসৰ ভাষা সহজ- সৰল আৰু পোনপটীয়া। অসমীয়া ভাষাৰ বিশেষত্ব ৰক্ষা কৰি প্ৰবাদ প্ৰবচন, ফঁকৰা-যোজনা, খণ্ডবাক্যৰ প্ৰয়োগে ঔপন্যাসিকৰ অভিধেয় বক্তব্য স্পষ্ট কৰি তোলাত সহায় কৰিছে। মাজে মাজে কামৰূপী উপভাষাৰ প্ৰভাৱো অনুভৱ কৰা যায়।— 'আপোনাৰ জানো পিতাক আৰু ভায়েক নাছে ঘৰত?' ঔপন্যাসিকৰ আন আন উপন্যাসত সহজে চকুত পৰা মাটি-বাৰীহীন কৃষকৰ প্ৰতি থকা সমবেদনা এই উপন্যাসতো লুকাই থকা নাই—

মাটি বাৰীহীন অসমীয়াক খেতিয়কৰ অৱস্থা বৰ্ণাই কোনো ৰাজনৈতিক দলক উচটনি দিয়াৰ প্ৰয়োজন নাই। (পৃ-৩) বঙালী সমাজত চলিত যৌতুক প্ৰথাৰ প্ৰতিও তীব্ৰ কটাক্ষ কৰিছে।

> যৌতুকত দৰাক হাজাৰ দুই হাজাৰ নগদ দিব নোৱাৰিলে বাটে বাটে 'চানাচুৰ ভজা' বিক্ৰী কৰি ফুৰা কেষ্টকান্তৰ পুতেক পেষ্টকান্তৰ ওচৰলৈও যাব নোৱাৰি। লিখা পঢ়া জনা ল'ৰা হ'লেতো টকাৰ লগতে চাকৰি এটাও বন্দবস্ত কৰি দিব লাগিব নহ'লে ল'ৰাৰ বাপেক আনকি স্বয়ং ল'ৰা বনাম (?) দৰা বাহাদুৰৰ আগত বিয়াৰ কথা উলিওৱা গুৰুত্বৰ অপৰাধ। এই ক্ষেত্ৰত পণ প্ৰথাত বঙ্গদেশ আন ৰাজ্যতকৈ আগেয়েও আগবঢ়া আছিল আৰু আজিও তাৰ গৌৰৱ দাবী কৰিব পাৰে। (পৃ-৩-৪)

আনহাতে বঙালী সমাজৰ "হাওফাও খাই নিব ধৰা ৰাজযক্ষ্মা। সদৃশ এই কুপ্ৰথাৰ ভযাবহতা প্ৰত্যক্ষ কৰি এনে অৱস্থাৰ সমাপ্তিৰ সম্ভাৱনীযতা সম্পৰ্কে সন্দিহান হৈ উঠিছে: "....কোনদিনা এই দুৰাৰোগ্য সামাজিক ব্যাধি দূৰ হব!" (পৃ-৪)

সেইদৰে অসমীয়াক মানুহৰ জাতিগত দোষ দুৰ্বলতাকো আঙুলিয়াই আত্মসমালোচনা কৰিবলৈও সংকোচ কৰা নাই—

> 'অসমীয়াক মানুহৰ এই পেলাই থোৱা স্বভাৱটো জাতিগত দোষ। সময়ৰ কাম সময়তে কৰা আমাৰ স্বভাৱ নাই। টৌতে খৰ মাৰি কাম নকৰাৰ দোষতেই আজি আমাৰ এনে অৱস্থা।' (পৃ-২৭)

সমগ্ৰ উপন্যাসৰ কাহিনীত ৰৈ ৰৈ অনুৰণিত হোৱা মহত্বম বিষয়টি হৈছে মানৱতাৰ জয়গান। উপন্যাসৰ নায়ক নায়িকাই সাধাৰণ ভাষিক বৈষম্য, জাত-পাত আদি সংকীৰ্ণ মনোভাৱৰ পৰা উত্তীৰ্ণ হৈ মানৱতাৰ বাহক হৈ উঠিছে। উপন্যাসৰ কাহিনীৰ একাধিক ঠাইত মানৱতাৰ জয় ঘোষিত হৈছে এনেদৰে—

> অৰুণ— এৰা তুমি ঠিকেই কৈছা কিৰণ,আমি দুয়ো অসমীয়া বঙালী কোনো দলতে নাই— ক'ব গ'লে আমি ভাৰতীয়। তাতকৈযো আচলতে পৰীক্ষা কৰিলে দেখিবা, আমি মানুহহে, ভাৰতৰ ঠেক গণ্ডিয়েও আমাৰ ভাব, আদৰ্শ আৰু চিন্তাক সামৰি ৰাখিব পৰা নাই। ধৰ্ম, জাতি দেশ আদিৰ সংকীৰ্ণতাৰ পৰা আমি মুক্ত। আমি মানুহ, কুসংস্কাৰ বৰ্জিত মানুহ কিৰণ; আমাৰ ধৰ্ম মানৱতা, জানি (জাতি?) মানৱ জাতি আৰু দেশ এই পৃথিৱীখন। আমাৰ চকুৰ আগত আজি নতুন পোহৰে, ধৰা দিছে। (পৃ-২১০-২১১)

নতুন পোহৰৰ সন্ধান পাই নায়ক-নায়িকাই জাতি ধৰ্ম ভাষাক অতিক্ৰম কৰি কুসংস্কাৰমুক্ত মানৱ সমাজ এখন গঢ়িবলৈ দৃঢ় প্ৰতিজ্ঞ হৈছে। সমাগত নতুন প্ৰজন্মৰ প্ৰতি উপন্যাসখনৰ এয়ে হৈছে মূল বাণী (massage)।

□□□□□

# হিতেশ ডেকাৰ 'ত্যাগ'
# ত্যাগৰ এক বিৰল আখ্যান

ড° নীলমোহন ৰায়

অসমীয়া উপন্যাসক জনপ্ৰিয়তাৰ শীৰ্ষস্তৰলৈ লৈ যোৱা ঔপন্যাসিকসকলৰ ভিতৰত হিতেশ ডেকা অন্যতম। সম্প্ৰতি প্ৰকাশ হৈ ওলোৱা 'ত্যাগ' হিতেশ ডেকাৰ অন্তিম উপন্যাস্। উপন্যাসখন লিখি উলিওৱাৰ অব্যবহিত পিছতেই ঔপন্যাসিকগৰাকীৰ দেহাৱসান ঘটে। ডেকাৰ অন্যান্য উপন্যাসৰ দৰেই 'ত্যাগ'ৰ মাজেৰেও মূৰ্ত হৈ উঠিছে অসমৰ সমাজজীৱনৰ নিটোল বাস্তৱ ছবি। উপন্যাসখনৰ পটভূমি গঢ়ি উঠিছে ঔপন্যাসিকৰ জন্মস্থান সৰ্থেবাৰী অঞ্চলক কেন্দ্ৰ কৰি। কাহিনীৰ ভিত্তিভূমিত অসমৰ ঐতিহ্যমণ্ডিত সৰ্থেবাৰীৰ কাঁহশিল্প উদ্যোগৰ প্ৰসংগ্ৰও সম্পৃক্ত হৈ আছে। আনহাতে উপন্যাসখনৰ কথাবস্তুত অসমৰ সন্ত্ৰাসজৰ্জৰ বিধ্বস্ত সময়ৰ আঁচোৰ লাগিলেও ইয়াৰ কেন্দ্ৰীয় আখ্যান আবৰ্তিত হৈছে সমান্তৰালভাৱে আগবঢ়া চাৰিকেন্দ্ৰিক প্ৰেমৰ জটিল চাকনৈয়াত। উপন্যাসখনৰ এটি গুৰুত্বপূৰ্ণ চৰিত্ৰ বীৰেনে উপন্যাসৰ নায়ক ৰমেন আৰু নায়িকা হীৰাৰ সৰলৰৈখিক প্ৰেমৰ পৰিধিত প্ৰৱেশ কৰাৰ লগে লগে উপন্যাস প্ৰকৃত শীৰ্ষদ্বন্দ্বলৈ আগবাঢ়ে। সমাজত এক বিশেষ গুৰুত্বপূৰ্ণ স্থান লভি থকা বীৰেনে হীৰাৰ প্ৰেমত আকুল হৈ উঠে; কিন্তু হীৰাই ৰমেনৰ বাহিৰে আন কাকো জীৱনসংগী কৰিব নোৱাৰে। আনহাতে বীৰেনৰ ভনীয়েক কাঞ্চনে সংগোপনে ভালপোৱাৰ আৰক্তিম বেদীত প্ৰতিষ্ঠা কৰে ৰমেনক। কিন্তু ৰমেন হীৰাৰ হৃদয়মন্দিৰতহে একান্তভাৱে বন্দী।

এনে এক জটিল প্ৰেম- আখ্যানৰ গ্ৰন্থিমোচন কৰিবলৈ ঔপন্যাসিকে আশ্ৰয় লবলগীয়া হৈছে ভাৰতীয় চিৰন্তন আদৰ্শ আৰু ত্যাগ নামৰ হৃদয়বৃত্তিৰ ওচৰত। জগতৰ সকলো সমস্যাৰেই সমাধান সম্ভৱ হয় ত্যাগৰ মাজেৰে উপন্যাসৰ জটিল আৰু অমীমাংসিত প্ৰেম-সংঘাতৰ সমাধান কৰা হৈছে উপন্যাসখনৰ নায়ক ৰমেনৰ 'ত্যাগ'ৰ জৰিয়তে। ৰমেনে নিজৰ প্ৰাণতকৈও প্ৰিয়তম হীৰাক অৰ্পণ কৰিছে বীৰেনলৈ আৰু গ্ৰহণ কৰিছে তেওঁৰেই প্ৰতীক্ষাত দিবস-যামিনীৰ প্ৰতিটো মুহূৰ্ত্ত অপেক্ষা কৰি থকা কাঞ্চনক। কাঞ্চনে লাভ কৰিলে তাইৰ বাঞ্ছিতক, বীৰেনেও পালে তেওঁৰ কাঙ্খিত দয়িতাক। কিন্তু ৰমেন আৰু হীৰাই বাঞ্ছিতজনক নাপালে একমাত্ৰ তেওঁলোক ত্যাগী হোৱাৰ কাৰণেই। অৱশ্যে এই ত্যাগৰ মাজেৰে তেওঁলোকে যি সুমহান আদৰ্শ দাঙি ধৰিলে তাৰ বাবে এক অনাস্বাদিত পুলকত তেওঁলোকৰ অন্তৰো পৰিপূৰ্ণ হৈ উঠিছে আৰু সেই পুলক-প্ৰবাহে হৃদয়ৰ নিভৃত কোণত জমা হৈ থকা তেওঁলোকৰ বিষণ্ণতাৰ কালিমাকো উটুৱাই লৈ গৈছে। সেয়ে এক বিষণ্ণ-মধুৰ আনন্দৰ মাজেৰে উপন্যাসখনৰ পৰিসমাপ্তি ঘটিছে।

সাম্প্ৰতিক কালত ৰচিত হিতেশ ডেকাৰ 'ত্যাগ' এখন সামাজিক উপন্যাস। সম্প্ৰতি উপন্যাসকলাত কাহিনী বৰ্ণনাতকৈ চৰিত্ৰচিত্ৰণতহে অধিক গুৰুত্ব দিয়া হয়। ডেকাৰ 'ত্যাগ' উপন্যাসৰ ক্ষেত্ৰতো দেখা যায় কাহিনীতকৈ চৰিত্ৰৰ গুৰুত্ব অধিক। 'ত্যাগ'ৰ কেন্দ্ৰীয় চৰিত্ৰ ৰমেন কঁহাৰৰ ল'ৰা। দৰিদ্ৰ ঘৰৰ ল'ৰা ৰমেনে হৃদয়ত উচ্চাকাংক্ষা লৈ নিজকে এক সৎ, চৰিত্ৰবান, পৰোপকাৰী, সহিষ্ণু প্ৰভৃতি গুণেৰে গুণান্বিত কৰি উপন্যাসৰ আদ্যোপান্ত সমুজ্জ্বল কৰি ৰাখিছে। ৰমেন চৰিত্ৰৰ বিশেষ গুণ এয়ে যে তেওঁ কাৰো অমংগল চিন্তা নকৰে; তেওঁৰ অমংগল কৰা বা কৰিবলৈ সচেষ্ট হোৱা জনকো তেওঁ উপযাচি উপকাৰহে কৰে। এই গুণটোৰ বাবেই তেওঁ এহাতে নিজৰ ক্ষতি স্বীকাৰ কৰিবলগীয়া হৈছে, আনহাতে ইয়াৰ বাবেই তেওঁ সকলোৰে প্ৰিয়পাত্ৰ হৈছে; এনেকি সময়ত ঘোৰ শত্ৰু বা প্ৰতিদ্বন্দ্বীয়েও তেওঁৰ ওচৰত পৰাজয় মানি নতি

স্বীকাৰ কৰিছে। কলেজত ৰেগিঙৰ নামত অগ্ৰজপ্ৰতিম যি বীৰেনে তেওঁক শাৰীৰিক নিৰ্যাতন কৰিলে, সেই বীৰেনৰ প্ৰতিও কোনোদিনেই তেওঁ অশ্ৰদ্ধা আৰু বিৰাগ দেখুওৱা নাই; বৰং হীনমন্যতাত ভুগিবলৈ আৰম্ভ কৰা বীৰেনৰ দুৰ্দিনত তেৱেঁই সক্ৰিয়ভাৱে সহায়ৰ হাত আগবঢ়াই দিছে। প্ৰেমৰ ক্ষেত্ৰত ব্যৰ্থ হৈ জীৱনৰ প্ৰতি মমত্ব হেৰুৱাই পেলোৱা বীৰেনক উদ্যমশীল আৰু জীয়াই থকাৰ বাসনাৰে উদ্দীপ্ত কৰি তুলিবলৈ অনুপ্ৰেৰিত কৰিছে ৰমেনেই। তদুপৰি বীৰেনৰ পিতৃ সুৰেন চৌধুৰীক জেল হাজতলৈ লৈ যোৱাৰ পৰিপ্ৰেক্ষিতত বিপৰ্যস্ত হৈ পৰা বীৰেনহঁতৰ পৰিয়ালটোক তেওঁ আপ্ৰাণ সহায় কৰিছে, ভাগি পৰা লোককেইজনক সান্ত্বনা দিছে। এনেকি জেলৰ পৰা সুৰেন চৌধুৰীক মোকোলাই অনাৰ বাবেও তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিছে। অৱশ্যে ৰমেনৰ চেষ্টা সত্বেও ড্ৰাগচ্‌ৰ ব্যৱসায়ত লিপ্ত থকাৰ অপৰাধত অপৰাধী সুৰেন চৌধুৰীক আইনে ৰেহাই দিয়া নাই। এই ৰমেনেই বীৰেনক সন্তুষ্ট আৰু প্ৰকৃতিস্থ কৰাৰ বাবেই নিজৰ প্ৰাণাধিকা প্ৰিয়তমা হীৰামণিক অম্লানবদনেৰে তুলি দিছে বীৰেনৰ হাতত। ইয়াতকৈ ত্যাগৰ পৰাকাষ্ঠা আৰু কি হ'ব পাৰে? প্ৰেমিকা হীৰামণিৰ বাবেও তেওঁ ত্যাগ স্বীকাৰ কৰাৰ দৃষ্টান্ত আছে। স্থানীয় কলেজত নিজৰ চাকৰি নিশ্চিত বুলি জানিও তাত দৰ্খাস্ত নকৰি হীৰামণিৰ চাকৰি প্ৰাপ্তিৰ পথ নিষ্কণ্টক কৰি দিছে ৰমেনে। তাৰ এই ত্যাগৰ কাৰণেই হীৰামণিৰ চাকৰি হৈছে আৰু দাৰিদ্ৰই চেলেকি থকা হীৰামণিহঁতৰ সংসাৰলৈ আৰ্থিক সচ্ছলতা ঘূৰি আহিছে।

কৃতজ্ঞতাবোধ ৰমেনৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। বীৰেনে কৰা শাৰীৰিক নিৰ্যাতনত অসুস্থ হৈ গুৱাহাটী চিকিৎসা মহাবিদ্যালয় হস্পিটেলত শুশ্ৰূষা কৰি উভতি আহিয়েই তেওঁ গাঁৱৰ প্ৰত্যেকৰে ঘৰত উপস্থিত হৈ সকলোকে মাত এষাৰ দিয়া কাৰ্যৰ পৰাই সৰল-সহজ আৰু সকৃতজ্ঞ চাৰিত্ৰিক বৈশিষ্ট্যটো ওলাই পৰিছে। কিন্তু কেতিয়াবা ৰমেনে ইমান বিজ্ঞ আৰু ধীমানৰ দৰে কথা কয় যে সেইবোৰ কিছু পৰিমাণে অস্বাভাৱিক যেন ধাৰণা হয়। ৰমেনৰ সৈতে সম্পৰ্ক ঘটাক কেন্দ্ৰ কৰি গাঁৱৰ লোকে নানা কুৎসা ৰটনা কৰাত হীৰামণিয়ে যেতিয়া লোক-লজ্জাত পঢ়াশুনা নকৰাৰ সিদ্ধান্ত লৈছে তেতিয়া ৰমেনে তাইক সান্ত্বনা দিয়াৰ প্ৰসংগত যিবোৰ কথা কৈছে সেয়া সদ্য হায়াৰ চেকেণ্ডাৰী উত্তীৰ্ণ এজন কিশোৰৰ উক্তি বুলি ভাবিবলৈ অসুবিধা হয়। ধাৰণা হয় সেয়া যেন ঔপন্যাসিকৰ মনৰ আৰোপিত বচনহে। সহপাঠী হীৰামণিক ৰমেনে কৈছে—

> "লোকৰ ঈৰ্ষা হিংসাৰ পাত্ৰ হ'ব পৰাটো মহাগৌৰৱৰহে কথা। প্ৰতিভা বিকাশৰ বাবে ধনৰ প্ৰয়োজন থাকিলেও জন্মগত প্ৰতিভাক ধনৰ অভাৱে বাধা দি ৰাখিব নোৱাৰে। পৃথিৱীৰ ডাঙৰ ডাঙৰ পুৰুষ-মহিলাসকলক দৰিদ্ৰতাই বাধা দি ৰাখিব নোৱাৰিলে। তুমি দৃঢ় হোৱা, মনৰ ক্ষন্তেকৰ দুৰ্বলতা ত্যাগ কৰা হীৰা। তুমি এটুকুৰা হীৰা— মহামূল্যবান পদাৰ্থ। তুমি উজ্জ্বল, তোমাৰ আলোকত এদিন সমাজো উজ্জ্বল হ'ব।" (পৃঃ ৬৭)

একে প্ৰসংগতে হীৰাৰ মাককো ৰমেনে কৈছে—

> "আপোনাৰ ছোৱালী এটুকুৰা হীৰা। প্ৰকৃত জহুৰী হ'লে হীৰা চিনে। আপুনি নজনাকৈয়ে আপোনাৰ পেটত এটুকুৰা হীৰা ধাৰণ কৰিছিল খুৰী। . হীৰা ধাৰণ কৰা বৰ কঠিন খুৰী। মহামূল্যবান হীৰা ধাৰণ কৰিব লাগিলে যথেষ্ট শক্তিমান হ'ব লাগিব, নহ'লে কোনো বলবান ডকাইতে হীৰাৰ আঙুঠি আঁজুৰি লৈ যাব। তাক ৰক্ষা কৰিবৰ বাবে শাৰীৰিক শক্তিৰ প্ৰয়োজন। কিন্তু শাৰীৰিক শক্তিৰে শক্তিমান হ'লেই নহ'ব। হীৰা চেলেকিলে তৎক্ষণাত মানুহ মৰে। হীৰা ইমান বিষাক্ত। এই বিষাক্ত হীৰা ধাৰণ কৰিবলৈ মানুহ অসীম ধৈৰ্যশীলো হ'ব লাগিব। ধৈৰ্য আৰু শক্তি দুয়োটা সমানে থাকিলেহে তাক ঐশ্বৰ্যমান বুলি কয়। তেনে ধৈৰ্যশীল, শক্তিমান আৰু ঐশ্বৰ্যশালী কোনো ল'ৰাই এদিন এই হীৰা ধাৰণ কৰিব।" (পৃঃ ৬৮)

মাতৃসমা মহিলাগৰাকীৰ আগত কোৱা বিজ্ঞজনোচিত এনেধৰণৰ বচন ৰমেনৰ মুখত বৰ্জিতা খোৱা নাই যেন লাগে। অৱশ্যে সমাজত একশ্ৰেণীৰ লোক থাকে যিসকলৰ বুদ্ধিমত্তা, চিন্তাধাৰা, দূৰদৰ্শিতা সমসাময়িক সমাজতকৈ বহুতো আগবঢ়া। ৰমেনো নিশ্চয় সেই শ্ৰেণীৰেই প্ৰতিভূ। সেই ফালৰ পৰা চাবলৈ গ'লে ৰমেনৰ বচনত অস্বাভাৱিকতা একো নাই।

ৰমেনৰ চৰিত্ৰত দূৰদৰ্শিতা আৰু যুক্তিবাদীমনৰ চিন্তা-এষণা প্ৰকট হৈ উঠিছে। বুকুৰ কলিজাস্বৰূপ হীৰামণিয়ে যাতে তেওঁক ত্যাগ কৰি বীৰেনক গ্ৰহণ কৰে তাৰ বাবে তেওঁ হীৰামণিক বহুতো যুক্তিপূৰ্ণ বাণী শুনাবলগীয়া হৈছে। বীৰেনৰ দৰে দৃঢ়মনৰ উদ্যমী চফল ডেকা এজনৰ যাতে করুণ বিলুপ্তি নঘটে, যাতে বীৰেনহঁতৰ পৰিয়ালটোৰ বিপৰ্যস্ত হোৱা অৱস্থা স্বাভাৱিকলৈ ঘূৰি আহে, যাতে বীৰেনে হীৰামণিৰ প্ৰেম আৰু আদৰ্শেৰে, সাহচৰ্য আৰু প্ৰেৰণাৰে উদ্দীপ্ত হৈ সমাজৰ মংগলকাৰ্যত আত্মনিয়োগ কৰিব পাৰে, তাৰবাবেই হীৰামণিক ত্যাগ কৰিবলৈ ৰমেনে সংকল্প লৈছিল। এই কাৰ্যৰ মাজেৰে তেওঁৰ দুৰ্বলচিত্তৰ প্ৰকাশ ঘটা নাই, বৰং দূৰদৰ্শিতা আৰু প্ৰকৃতপ্ৰেমৰ পৰাকাষ্ঠাই প্ৰকট হৈ উঠিছে। কাৰণ ৰমেনৰ বাবে বীৰেন আছিল এক সুপ্ত শক্তিৰ আধাৰ, মেঘাবৃত ভাস্কৰ। মেঘ আঁতৰি গ'লেই সূৰ্যৰ দীপ্ত কিৰণে ধৰণী পোহৰাই তুলিব। আৰু সেই ক'লীয়া মেঘ আঁতৰ কৰিব পাৰে, সুপ্ত হিয়াক জগাই তুলিব পাৰে একমাত্ৰ হীৰামণিয়েই। এই সন্দৰ্ভত হীৰামণিক ৰমেনে কৈছে—

"শুনা হীৰা, বীৰেনদা এটুকুৰা জ্বলন্ত অগ্নি। তাৰ মানসিক শক্তিৰ গম তুমি নাপাবা। সি ন্যায়ৰ প্ৰতীক। কোনোদিন কাকো সি অন্যায় নকৰে। নতুন প্ৰজন্মৰ কাৰণে সিহে হ'ব উপযুক্ত নেতা। আমাৰ ঠাইৰ, আমাৰ ৰাজ্যৰ সি এটা ন্যায়ৰ জ্বলন্ত অগ্নিপিণ্ড। তাৰ মন শক্তিশালী— এটা কামান। কিন্তু তাৰ ভিতৰত গুলী নাই। যদি গুলিৰ সংযোগ ঘটে তেন্তে সেই কামানে দেশৰ দুৰ্নীতি, দুষ্কৃতিক ধূলিসাৎ কৰি দিব। ....... শ্ৰীকৃষ্ণই সাৰথি হৈ গীতাৰ বাণীৰে অৰ্জুনৰ হৃদয়ৰ দৌৰ্বল্য দূৰ কৰি জাগ্ৰত কৰাৰ দৰে তুমিও তাৰ সাৰথি হৈ তাক তুমি জাগ্ৰত কৰিব লাগিব।" (পৃঃ ১৬৪)

ৰমেনৰ এই দূৰদৰ্শী চিন্তাধাৰা আৰু যুক্তিপূৰ্ণ বাণীত উদ্বুদ্ধ হৈয়েই অৱশেষত হীৰামণিয়ে বীৰেনকে গ্ৰহণ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে। ৰমেনৰ বুজনিত হীৰামণিৰ অন্তৰৰ সকলো ক্ষোভ আৰু অৱসাদ আঁতৰি গৈছে। হীৰামণিয়ে তাক প্ৰকাশ কৰিছে এনেদৰে--

"মই মোৰ প্ৰেম অমৰ কৰি ৰাখিলো ৰমেনদা। মোৰ মনৰ অৱসাদ আজি দূৰ হৈ গৈছে। মই মোৰ প্ৰিয়তমৰ ইচ্ছা পূৰণ কৰিবলৈ সিদ্ধান্ত কৰিছোঁ। তুমি মোৰ শতদোষ ক্ষমা কৰিবা।" (পৃঃ ১৬৮)

প্ৰেম সম্পৰ্কেও ৰমেনৰ ধাৰণা আছিল স্বচ্ছ, অনাবিল। প্ৰেমৰ মাহাত্ম্য আৰু স্বৰূপ সম্পৰ্কে হীৰামণিৰ আগত তেওঁ কোৱা কথাৰ পৰাই তেওঁৰ প্ৰেম সম্পৰ্কীয় দৃষ্টিভংগী মূৰ্ত হৈ উঠিছে। তেওঁ কৈছে--

"প্ৰেম এনে এক আকৰ্ষণ যে পৃথিৱীৰ মাধ্যাকৰ্ষণৰ দৰেই সি দুৰ্বাৰ— অপ্ৰতিৰোধ্য; তাক কোনেও প্ৰত্যাখ্যান কৰিবৰ শক্তি নাই। কিন্তু তোমাক এটা কথা কওঁ হীৰা, অকল দেহদানেই প্ৰেম নহয়, বৰং হৃদয়দানহে প্ৰকৃত প্ৰেম।" (পৃঃ ১৬৬)

উপন্যাসখনৰ আন এটি গুৰুত্বপূৰ্ণ চৰিত্ৰ হ'ল বীৰেন। ধনী মহাজন সুৰেন চৌধুৰীৰ ল'ৰা বীৰেন ৰমেনহঁততকৈ কিছু ডাঙৰ। উপন্যাসখনত তাৰ ভূমিকা ভাল-বেয়াৰ মিশ্ৰণেৰে গঢ়া। উপন্যাসখনৰ প্ৰথম অধ্যায়তে বীৰেনৰ প্ৰেমিক মনটোৰ ইংগিত পোৱা যায়। তেওঁ দৰিদ্ৰ কঁহাৰ হৰেশ্বৰ ডেকাৰ ছোৱালী হীৰামণিক আগন্তুক সাংস্কৃতিক সন্ধিয়াত নাচিবলৈ এযোৰ দামী কাপোৰ দিয়ে। হীৰামণিৰ প্ৰতি থকা দুৰ্বলতাই এই বস্ত্ৰদানৰ ক্ষেত্ৰত তেওঁক প্ৰৰোচিত কৰে; অৱশ্যে বান-পীড়িত লোকৰ সাহায্যাৰ্থে অনুষ্ঠিত এই সাংস্কৃতিক সন্ধিয়াখন পৰিচালনা কৰি বীৰেনে নিজৰ কৰ্মদক্ষতাৰ পৰিচয় দিয়ে।

আনহাতে উপন্যাসৰ তৃতীয় অধ্যায়ত কলেজত নামভৰ্তিক কেন্দ্ৰ কৰি যি হুলস্থূলীয়া আৰু অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টি হয় তাৰ মূল জগৰীয়া হ'ল বীৰেন। তদুপৰি চতুৰ্থ অধ্যায়ত কলেজত ৰেগিঙৰ দৃশ্যতো বীৰেনেই প্ৰধান খলনায়কৰ ভূমিকা পালন কৰে। কলেজৰ জ্যেষ্ঠ উদণ্ড ল'ৰাৰ দৰে ৰেগিঙৰ নামত কনিষ্ঠসকলক শাৰীৰিক নিৰ্যাতন কৰিবলৈয়ো পৰাঙ্মুখ হোৱা নাই বীৰেনে। এনেকি অনুজপ্ৰতিম প্ৰতিবেশী বুদ্ধিদীপ্ত ল'ৰা ৰমেনক তেওঁ নিজেই সজোৰে চৰাইছে। বীৰেন চৰিত্ৰৰ এনে অৱনমিত অৱস্থা চিত্ৰণৰ অন্তৰালত লেখকে কোনো যুক্তিগ্ৰাহ্য কাৰণ উপস্থাপিত কৰা নাই। বিশেষকৈ হীৰামণিক কেন্দ্ৰ কৰি প্ৰেমৰ ৰাজ্যত তেওঁৰ প্ৰতিদ্বন্দ্বীৰূপে ৰমেনৰো আবিৰ্ভাৱ ঘটা নাই। সেয়ে বীৰেন-চৰিত্ৰটোৰ প্ৰথম ডোখৰৰ চিত্ৰণ উদণ্ড কলেজীয়া ল'ৰা হিচপেই পৰিগণিত হৈছে।

সেয়া হ'লেও স্বৰূপতে বীৰেন আছিল প্ৰেমিক আৰু হৃদয়বান। হীৰামণিক তেওঁ ভাল পাইছিল অপাৰ। কিন্তু হীৰামণিক নাপাই ব্যৰ্থপ্ৰেমৰ জ্বালাত তেওঁ শেষলৈ অস্থিৰ আৰু ম্ৰিয়মান হৈ পৰে। তেওঁৰ এই নিষ্ক্ৰিয়তাৰ কাৰণেই হীৰামণিৰ চৰিত্ৰক লৈ গাঁৱৰ মানুহে অনেক বু-বা কৰিবলৈ সাহস আৰু সুযোগ পায়। এনেকি পিতৃ সুৰেন চৌধুৰীয়েও হীৰামণিৰ চৰিত্ৰকলৈ অশ্লীল কথা-বতৰা চলায়। বীৰেনে প্ৰত্যক্ষভাৱে নিজে হীৰামণিৰ চৰিত্ৰৰ ওপৰত কোনো কলংক বা অপযশ আৰোপ কৰা নাই যদিও গাঁৱলীয়া মানুহৰ মিথ্যা ৰটনাক নীৰৱে সহ্য কৰিছে। অন্যায় কৰা আৰু অন্যায় সহ্য কৰা প্ৰায় একে পৰ্যায়ৰে অপৰাধ। কিন্তু এটা সময়ত তেওঁৰ বিবেকশক্তি জাগি উঠে। সেয়ে হীৰামণিৰ অপযশৰ পৰোক্ষ কাৰণ নিজৰ গাতে চপাই লৈ তাৰ প্ৰায়শ্চিত্ত কৰাৰ মানসেৰেই হীৰামণিক এক লাখ টকা দান কৰে। সেই টকাৰ সূতৰ দ্বাৰাই হীৰামণিয়ে এম. এ পাছ কৰি কলেজত প্ৰবক্তাৰ চাকৰি পাবলৈ সক্ষম হয়।

বীৰেন-চৰিত্ৰৰ ব্যক্তিত্ব আৰু তাৰ অন্তৰালত লুকাই থকা সুপ্ত শক্তিৰ প্ৰকাশ দেখুওৱা হৈছে ৰমেনৰ মুখেৰেই, স্বয়ংক্ৰিয়ভাৱে বীৰেনে উপন্যাসখনত বৰবেছি নিজৰ ব্যক্তিত্বৰ পৰিস্ফুটন ঘটাব পৰা নাই। শেষলৈ প্ৰেমৰ প্ৰতিদ্বন্দ্বী ৰমেনৰ ওচৰত নতি স্বীকাৰ কৰি নিজৰ চৰিত্ৰৰ মহত্ত্ব প্ৰমাণ কৰিবলৈ তেওঁ সক্ষম হৈছে।

পুৰুষ চৰিত্ৰৰ ভিতৰত আন এটি বলিষ্ঠ চৰিত্ৰ হৈছে সুৰেন চৌধুৰী। মহাজনী প্ৰভাৱ, বিচক্ষণতা, দুৰ্বুদ্ধি, বাক্-চাতুৰ্য, ছল-চাতুৰি, অসামাজিক কাম-কাজ— এই আটাইবোৰ দুৰ্গুণ সুৰেন চৌধুৰীৰ গাত বৰ্তমান। এইবোৰ গুণেৰে ভূষিত কৰি গ্ৰাম্য মহাজনৰ জ্বলন্ত প্ৰতিভূৰূপে চৰিত্ৰটোক উজ্জ্বল কৰি তুলিবলৈ লেখক সক্ষম হৈছে। অকল এইখন উপন্যাসতে নহয় গ্ৰাম্য-জীৱনাধাৰিত প্ৰায়বোৰ উপন্যাসৰ মহাজন শ্ৰেণীৰ চৰিত্ৰ ফুটাই তোলাত হিতেশ ডেকাৰ তুলনা নাই। কঁহাৰৰ মতাওল সুৰেন চৌধুৰীয়ে অশিক্ষিত দৰিদ্ৰ কঁহাৰসকলক ছলে-বলে শোষণ কৰিছে, ড্ৰাগচৰ বাবসায়েৰে নিজে ধনী হোৱাৰ বিপৰীতে যুৱ সমাজক অধঃপতিত কৰিছে আৰু শেষত এগাঁটা গৰু খালে বাঘৰো মৰণ হোৱাৰ দৰে অতিপাপৰ ফল হিচাপে কাৰাগাৰত থাকিবলগীয়া হৈছে। আইনৰ হাতত বন্দী মহাজনে বিবেকৰ দংশনত ক্ষতবিক্ষত হৈ অৱশেষত নিজৰ ভুল-ত্ৰুটি স্বীকাৰ কৰিছে আৰু ৰমেনৰ দৰে আদৰ্শযুৱকৰ ওচৰত নিজৰ মদগৰ্বী শিৰ নত কৰিছে।

সুৰেন চৌধুৰীৰ দৰেই গাঁৱলীয়া সমাজ [illegible]ক শোষণ-বঞ্চনাৰে কলুষিত কৰা আন তিনিটা চৰিত্ৰ হ'ল মদ আৰু গেলামালৰ দোকানী প্ৰবীণ তামুলী, [illegible]কুছিৰ ঠিকাদাৰ মতিৰাম মেধি আৰু বণিয়াকুছিৰ ইজাদ্দাৰ পীতাম্বৰ কৈৱৰ্ত। এই আটাইবোৰ খলচৰিত্ৰ লেখকে সঠিকভাৱেই অংকন কৰিছে। উপন্যাসকখনৰ দাৰিদ্ৰপীড়িত সৰল আৰু হোজা চৰিত্ৰৰ প্ৰতিভূ হ'ল হীৰাম[illegible]ৰ দেউতাক কঁহাৰ হৰেশ্বৰ ডেকা আৰু ৰমেনৰ দেউতাক জগত পাটোৱাৰী। সমাজৰ হাই-কাজিয়াৰ উৰ্ধত থকা, পৰিশ্ৰমী এই দুটি চৰিত্ৰৰ সৰলতাই পাঠকক মুগ্ধ নকৰাকৈ নাথাকে। মহাজন সুৰেন চৌধুৰীৰ চক্ৰান্তত জুৰুলা হৈয়ো এই দুজন মানুহে কেতিয়াও উত্তেজিত হৈ উঠা নাই; বৰং নিজ নিজ কাম কৰি গৈছে। চৰিত্ৰ দুটি গ্ৰাম্য সৰলতাৰ প্ৰতিভূ।

উপন্যাসখনত চিত্ৰিত প্ৰায় সকলোবোৰ নাৰী চৰিত্ৰই আদৰ্শ চৰিত্ৰ। নায়িকা হীৰামণিৰ চৰিত্ৰৰ

মাজেৰে সৰলা-কিন্তু বুদ্ধিমতী আৰু কাম-কাজত নিপুণা গ্ৰাম্য জীয়ৰীৰ স্বৰূপ মূৰ্ত হৈ উঠিছে। অশেষ দুঃখ-কষ্টৰ মাজেৰে পঢ়া-শুনা কৰি তাই নিজকে প্ৰতিষ্ঠিত কৰিছে। অবাবতে লোকনিন্দা ধৰিত্ৰীৰ দৰেই বুকুত ধাৰণ কৰিছে। শেষত নিজৰ প্ৰেমত অবিচল থাকি প্ৰকৃতপ্ৰেমৰ পৰাকাষ্ঠা দেখুৱাবলৈয়ে প্ৰাণতকৈয়ো প্ৰিয়তম প্ৰেমিক ৰমেনৰ অনুৰোধত ইমান দিনে প্ৰত্যাখ্যান কৰি অহা বীৰেনকে স্বামী হিচাপে গ্ৰহণ কৰিছে। হীৰামণিৰ এই মহান ত্যাগে চৰিত্ৰটোক হীৰাৰ দৰেই উজ্জ্বল কৰি তুলিছে।

আন এটা প্ৰধান নাৰী চৰিত্ৰ হ'ল ধনীৰ দুলালী কাঞ্চন। প্ৰতাপী মহাজন সুৰেন চৌধুৰীৰ একমাত্ৰ জীয়ৰী হৈয়ো তাই নিৰহংকাৰী, সদয়া, প্ৰত্যুৎপন্নমতিসম্পন্না আৰু কৰ্মকুশলী। পঢ়াশুনাত তাই মজলীয়া হ'লেও দেখাত ধুনীয়া আৰু মাৰ্জিত। নিজৰ ককায়েক বীৰেনৰ দ্বাৰা বিনা কাৰণতে সহপাঠী ৰমেন আক্ৰান্ত হৈ অসুস্থ হৈ পৰাত তাইৰ অন্তৰ কান্দি উঠিছে, মনত কৰ্তব্যবোধ জাগি উঠিছে। সেয়ে তুৰন্তে খুৰীয়েক তাৰাৱতীৰ হাতত গোপনে পাঁচশ টকা পঠিয়াই দিছে ৰমেনৰ চিকিৎসাৰ বাবে আৰু নিজে গৈ ডাক্তৰকো মাতি আনিছে। তদুপৰি গুৱাহাটী মেডিকেল কলেজলৈ ৰমেনক লৈ যোৱাৰ সকলো ব্যৱস্থাই তাই অতি শান্ত মস্তিষ্কেৰে আৰু নিয়াৰিকৈ কৰি দিছে। ৰমেনৰ প্ৰতি তাইৰ অন্তৰত যে ভালপোৱা ভাব আছে সেই কথাৰ কোনো উমানেই এই পৰ্যায়লৈ তাইৰ আচাৰ-আচৰণত ফুটি উঠা নাই; এয়া মাথোঁ কৰ্তব্যৰ খাতিৰতেই তাই কৰি গৈছে বুলি ভবাৰ থল আছে। কাঞ্চনে তৎপৰতাৰে ৰমেনক গুৱাহাটীলৈ নিয়াৰ ব্যৱস্থা কৰি নিদিলে হয়তো চিৰদিনৰ কাৰণে ৰমেনৰ কাণ ক'লা হৈ গ'লহেঁতেন। কাঞ্চনৰ এই দৰদী হৃদয়ৰ প্ৰকাশ ইমানদিনে ঘটা নাছিল। ৰমেনৰ দুখত তাই যেতিয়া অস্থিৰ হৈ কান্দিলে তেতিয়াহে সকলোৱে তাৰ উমান পালে। ঔপন্যাসিকে কাঞ্চনৰ অন্তঃসৌন্দৰ্য এনেদৰে ফুটাই তুলিছে—

> "তাইৰ ক্ৰন্দনত সকলোৰে চকুপানী আহিল। কোনেও আজিলৈ জনা নাছিল যে ধনীৰ দুলালী লাহ-বিলাহত লালিত-পালিত হোৱা চৌখিন সাজপাৰৰ আঁৰত এগৰাকী ধুনীয়া গাভৰুৰ দৰদী অন্তৰ ৰৈ আছে। আজি যেন কাঞ্চনমালাৰ হৃদয়ৰ কাঞ্চনজংঘা শৃংগ আবিষ্কাৰ হ'ল।" (পৃঃ ৪১)

ৰমেন ভাল হৈ গুৱাহাটী মেডিকেল কলেজৰ পৰা অহাৰ পিছত যেতিয়া প্ৰথম কাঞ্চনহঁতৰ ঘৰলৈ যায়, সেইদিনাহে কাঞ্চনৰ অন্তৰত অন্তৰ্লীন হৈ থকা অপাৰ ভালপোৱাৰ কথা ৰমেনে জানিব পাৰে। কাঞ্চনৰ ৰমেনৰ প্ৰতি ভালপোৱাৰ হেতু হ'ল ৰমেনৰ আদৰ্শ। ৰমেনৰ উদাৰ পৰোপকাৰী শান্ত-সৌম্য ব্যক্তিত্বই কাঞ্চনক মোহিত কৰা বুলি তাই নিজেই প্ৰকাশ কৰিছে।

প্ৰেমৰ বলত বলীয়ান হৈয়েই ৰমেনৰ সাহচৰ্যত থাকি কাঞ্চনে পঢ়া-শুনাত উন্নতি কৰিছে। তাই বুদ্ধিমতী কাৰণেই বুজি পায় যে ৰমেনে তাইক ভালপোৱাৰ বিপৰীতে ভালপায় হীৰামণিক। নাৰীৰ সহজাত স্বভাৱ ঈৰ্ষাৰ কাৰণেই মাজে মাজে তাই হীৰামণিৰ প্ৰতি ঈৰ্ষান্বিতা হৈ উঠিছে। কিন্তু হীৰামণিৰ চাৰিত্ৰিক দৃঢ়তা, বুদ্ধিদীপ্ততা আৰু পৰোপকাৰী স্বভাৱৰ বাবেই তাইৰ ঈৰ্ষা সময়ত কৰ্পূৰৰ দৰেই বিলীন হৈ যায়। শেষত অপ্ৰত্যাশিতভাৱে ৰমেনক স্বামী হিচাপে পাই আনন্দত সোণৰ দৰে উজ্জ্বল হৈ উঠে। চৰিত্ৰটিৰ আদ্যোপান্ত ভূমিকাই পাঠকক আকৰ্ষিত কৰিবলৈ সক্ষম হ'ব।

আন দুটি নাৰী চৰিত্ৰ হীৰামণিৰ মাক প্ৰমীলা আৰু ৰমেনৰ মাক তাৰাৱতীৰ চিত্ৰণো যথাযথ হৈছে। দুয়ো দাৰিদ্ৰলাঞ্চিত ঘৰৰ সৰল-সহজ গাঁৱলীয়া তিৰোতা। স্বামীৰ দুখত দুখী, স্বামীৰ সুখত সুখী এই দুই নাৰীয়ে সন্তানৰ মংগল কামনা কৰাৰ লগতে আনৰ সন্তানৰো কল্যাণ কামনা কৰি আহিছে। তেওঁলোক অসমীয়া গাঁৱলীয়া তিৰোতাৰেই প্ৰতিভূ। আনহাতে ধনী মহাজনৰ পত্নী হৈয়ো পৰোপকাৰী হৃদয়শীলা, দয়াৱতী নাৰীৰ ভূমিকা পালন কৰিছে সুৰেনৰ মাক অময়াই। নিজৰ পুত্ৰ বীৰেনে কৰা অন্যায়ৰ প্ৰায়শ্চিত্ত কৰিবলৈয়ে স্বামীপুত্ৰৰ অগোচৰে ৰমেনৰ মাক তাৰাৱতীৰ হাতত তেওঁ চিকিৎসাৰ বাবে টকা তুলি দিছে। তদুপৰি পুত্ৰৰ কৃতকাৰ্যৰ বাবে মানসিক যাতনাত নিপীড়িতা হৈ পুত্ৰক ধিক্কাৰ দিছে। এগৰাকী আঢ্যৱন্ত ধনীঘৰৰ মহিলাই ইচ্ছা কৰিলে এইখিনি কৰ্তব্যবোধ আৰু কৃতজ্ঞতাবোধ নেদেখুৱালেও চলিলহেঁতেন। কিন্তু

মহিয়সী নাৰী হিচাপে তেওঁ ৰমেনৰ কল্যাণ কামনাত যৎপৰোনাস্তি সহায়ৰ হাত আগবঢ়াই দিছে। এই কাৰ্যই চৰিত্ৰটিক দেদীপ্যমান কৰি তুলিছে।

উপন্যাসখনিৰ এটি বিশেষ দিশ হ'ল সাম্প্ৰদায়িক সম্প্ৰীতিৰ চিত্ৰণ। উপন্যাসখনিত এটি মুছলমান পৰিয়ালৰ ছবিও অংকিত হৈছে। মুৰ্গীৰ বেপাৰী জলিল আহমেদ; তেওঁৰ পত্নী ওহেদা বেগম, পুত্ৰ মফিজ আৰু ছোৱালী বৌচনাৱাৰ চৰিত্ৰৰ মাজেৰে হিন্দু-মুছলমানৰ সম্ভাৱৰ পৰাকাষ্ঠা দাঙি ধৰিবলৈ লেখক সচেষ্ট হৈছে। ৰমেনক গুৱাহাটী মেডিকেল হস্পিটালত ভৰ্তিকৰাবলৈ নিওতে লগত যোৱা সকলৰ ভিতৰত মফিজও এজন। মফিজে ৰমেনৰ অসুস্থতাৰ সময়ত যথেষ্ট সহায় কৰিছে। তদুপৰি প্ৰতিবেশী হিচাপে এই মুছলমান পৰিয়ালটোই সকলোৰে লগত সম্ভাৱ বজাই ৰখাৰ ছবিও উপন্যাসখনিত ফুটি উঠিছে।

**'ত্যাগ'** এখন সামাজিক উপন্যাস। সামাজিক উপন্যাস কাৰণেই ইয়াত সমসাময়িক সমাজ তথা দেশকালৰ আঁচোৰ পৰাটো অনিবাৰ্য হৈ উঠিছে। অসমীয়া সমাজ জীৱনক বাৰুকৈয়ে বিপযস্ত কৰি তোলা এটি সামাজিক সমস্যা হ'ল উগ্ৰপন্থী সমস্যা। ঢকা-হকা দি লোকৰ পৰা অৰ্থ-সম্পদ আত্মসাৎ কৰি বিনাপৰিশ্ৰমতে ধনী হোৱাৰ প্ৰৱণতা যুৱসমাজত সন্চালনিকৈ প্ৰচলিত হৈছে। দেশোদ্ধাৰৰ নামত এচাম বিপথগামী যুৱকে হাতত অস্ত্ৰ তুলি লৈ ধনীলোকৰ পৰা টকা আদায় কৰা অপকৰ্ম বৃদ্ধি পাইছে। চাকৰি-বাকৰিহীন এচাম উদণ্ড যুৱকৰ দ্বাৰা এনে দুষ্কাৰ্য সংঘটিত হোৱা ঘটনা দেখুওৱা হৈছে উপন্যাসখনত। এনে ভুৱা উগ্ৰপন্থী অস্ত্ৰধাৰীৰ চিকাৰ হৈছে সুৰেন মহাজন, প্ৰবীণ তামুলী আদি সমাজৰ বৰমূৰীয়া ধনী লোকসকল। অৱশ্যে পুলিচ-মিলিটাৰীৰ তৎপৰতাত এই উগ্ৰপন্থী যুৱকসকল ধৰা পৰিছে আৰু কিছুমান নিহত হৈছে। দিন দুপৰতে সন্ধ্যা নামি অহা সন্ত্ৰাসবিধ্বস্ত দুৰ্যোগপূৰ্ণ দিন আৰু সমাজৰ চিত্ৰ ঔপন্যাসিকে সুন্দৰভাৱে দাঙি ধৰিছে। অৱশ্যে ৰমেন, বীৰেন, মফিজ, ৰঘু প্ৰভৃতি মুখ্য চৰিত্ৰসমূহ এই সামাজিক ঘটনাপ্ৰবাহৰ দ্বাৰা আলোড়িত হোৱা নাই। তথাপি সামগ্ৰিকভাৱে সমাজখনকে সচকিত কৰি তোলা আৰু কিছুমান চৰিত্ৰক প্ৰভাৱিত কৰা এই উগ্ৰপন্থী সমস্যাৰ চিত্ৰণ আদিয়ে উপন্যাসখনক সমাজ সচেতন উপন্যাসত পৰিণত কৰিবলৈ সক্ষম হৈছে।

স্বৰূপতে উপন্যাসখনৰ **'ত্যাগ'** নামটো সাৰ্থক হৈছে। কাৰণ জগতত ত্যাগ কৰা জনহে প্ৰকৃততে বিজয়ী হয়। মানৱজীৱনৰ অৰ্থও সেয়ে। লোকৰ কাৰণে ত্যাগ কৰাটোৱেই মানুহৰ মহান গুণ। ঔপন্যাসিকে হীৰামণিক বুজনি দিয়াৰ সময়ত ৰমেনৰ মুখেৰে জীৱনত ত্যাগৰ প্ৰাসংগিকতা সম্পৰ্কে তাৎপৰ্যপূৰ্ণ কথাখিনি ব্যক্ত কৰাইছে—

> "জীৱনৰ আচল কাম ত্যাগ হীৰা। মানৱ জীৱনৰ মহৎ কাম নিজকে লোকৰ কাৰণে উছৰ্গা কৰাটো। তাকেই মই ত্যাগ বুলি কৈছোঁ। তুমি তোমাৰ জীৱন লোকৰ কাৰণে ত্যাগ কৰা।" (পৃঃ ১৬২)

শেষত এই ত্যাগৰ জৰিয়তেই ৰমেন আৰু হীৰামণি হাৰি গৈও চূড়ান্ত বিচাৰত বিজয়ী হৈছে।



# হিতেশ ডেকাৰ 'ভাৰাঘৰ'
# এক নিৰ্মোহ অৱলোকন

**মূল ঃ তিমিৰ দে**
**ভাষান্তৰ ঃ শৈলেন কলিতা**

এশবছৰৰ অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসত জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাৰ (১৯২৪-২০০০) নাম উল্লেখযোগ্য। অসমীয়া উপন্যাসৰ ধাৰাটোত তেওঁ স্বকীয় প্ৰতিভাৰ পৰিচয় দি যাবলৈ সক্ষম হৈছে। তেওঁ সহজ-সৰল জীৱনবোধৰ জৰিয়তে সাধাৰণ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ চাৰিত্ৰিক ত্ৰুটি-বিচ্যুতিবোৰ নিখুঁতভাৱে চালিজাৰি চাইছিল। নিজৰ দেশৰ, নিজৰ গাঁৱৰ মানুহক ইমান সূক্ষ্ম তথা নিবিড়ভাৱে পৰ্যবেক্ষণ কৰি আন কোনো ঔপন্যাসিকে চাইছে বুলি মনে নধৰে। তেওঁৰ অসাধাৰণ জীৱনবীক্ষাই তেওঁক জনপ্ৰিয়তাৰ শীৰ্ষস্থানত আৰোহন কৰাইছে।

প্ৰগতিবাদী, চিন্তাশীল কৰ্মবীৰ হিতেশ ডেকাৰ জন্ম অসমৰ সৰ্থেবাৰীৰ এখন গাঁৱৰ এটি সাধাৰণ দুখীয়া পৰিয়ালত। কিন্তু বাল্যকালৰপৰাই তেওঁ অতিশয় স্পষ্টবাদী আছিল। শৈশৱৰেপৰাই তেওঁ গান্ধীজীৰ আদৰ্শেৰে উদ্বুদ্ধ হৈছিল। পৰাধীনতাৰ নাগপাশৰপৰা মুক্তি পোৱাৰ কামনাত নিজৰ জীৱন-যৌৱনক উৎসৰ্গিত কৰিছিল। কিন্তু স্বাধীনতাৰ পৰৱৰ্তীকালত তেওঁৰ 'মোহভঙ্গ' হয়। যি আশা-আকাংক্ষা, উদ্দীপনাৰে যৌৱনৰ স্বপ্নৰ দিনবোৰ সেউজপ্ৰেমেৰে উদ্ভাসিত হৈ আছিল সেইবোৰ পৰৱৰ্তীকালত, অৰ্থাৎ স্বাধীনতাৰ পাছত বেলুনৰ দৰে সংকুচিত হৈ যায়। হিংসা, দ্বেষ, ক'লাবজাৰ, চাৰিত্ৰিক স্খলন, মূল্যবোধৰ সংকট প্ৰভৃতিৰে দেশ ভৰি পৰে। তাৰ কাৰণো অৱশ্যে আছিল। ত্ৰিশৰ দশকত বিশ্বজোৰা অৰ্থনৈতিক সমস্যা, গান্ধীজীৰ দ্বিতীয় ঘূৰণীয়া মেজমেলৰ ব্যৰ্থতা, ভাৰতত্যাগ আন্দোলন, দেশবিভাজন, সাম্প্ৰদায়িক সংঘাত, সংঘৰ্ষ— বিশেষকৈ দ্বিতীয় বিশ্বযুদ্ধৰ কৰালগ্ৰাসে অসমীয়া মানুহক আৰ্থিক আৰু মানসিকভাৱে ক্ষতবিক্ষত কৰি দিয়ে। স্বাধীনতাৰ পাছৰপৰাই অসমৰ বিভিন্ন ৰাজনৈতিক, আৰ্থ-সামাজিক, ভাষিক, সংখ্যালঘুৰ প্ৰব্ৰজন প্ৰভৃতি সমস্যাৰ ফলত অসমৰ প্ৰেক্ষাপট দ্ৰুতভাৱে সলনি হ'বলৈ ধৰে। এনে সংকটাৱস্থাত হিতেশ ডেকা নীৰৱ হৈ নাথাকিল। মূল্যবোধৰ অৱক্ষয়ৰ যুগত থাকিয়েই তেওঁ লিপিবদ্ধ কৰিলে সাধাৰণ মানুহৰ দুখ-দুৰ্দশাৰ কথা। ইয়াৰ লগতে তেওঁ অসমত বসবাস কৰা মধ্যবিত্ত মানুহৰ চাৰিত্ৰিক অৱক্ষয়ৰ দিশটোও দাঙি ধৰিলে। গোটেই জীৱনজুৰি তেওঁ অসমীয়া গাঁৱৰ মানুহক প্ৰতিনিধিত্ব কৰিছিল। তেওঁৰ সৰহভাগ উপন্যাসৰ পটভূমি আছিল গাঁৱলীয়া পৰিবেশ। অসমৰ গাঁও তথা গাঁৱৰ মনুহৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আৰু সহজ সৰল মানুহক জানিবলৈ হ'লে হিতেশ ডেকাৰ উপন্যাসসমূহ পঢ়াটো অতি প্ৰয়োজন। বাংলা সাহিত্যত যেনেকৈ বিভূতিভূষণ বন্দোপাধ্যায় (১৮৯৪-১৯৫০) আৰু তাৰাশংকৰ বন্দোপাধ্যায়ে (১৮৯৮-১৯৭১) বিশেষ এটা অঞ্চলক কেন্দ্ৰ কৰি তেওঁলোকৰ উপন্যাসৰ পটভূমিক গঢ় দিছিল, তেনেকৈ হিতেশ ডেকাৰ উপন্যাসতো অসমৰ গ্ৰাম্য সভ্যতা, সংস্কৃতি তথা দৈনন্দিন জীৱনৰ খুঁটি-নাটি দেখিবলৈ পোৱা যায়। গোটেই জীৱন গ্ৰাম্য পৰিবেশৰ মাজত থাকি তেওঁ উপন্যাসৰ আধাৰশিলা স্থাপন কৰিছে খাঁটি অসমীয়া গাঁৱৰ মাটিৰ মানুহ হিচাপে।

ছয়সত্তৰ বছৰৰ এক দীৰ্ঘ সময়জুৰি হিতেশ ডেকাই প্ৰত্যক্ষ কৰিছিল বিভিন্ন ৰুচিৰ, বিভিন্ন প্ৰকৃতিৰ মানুহক। সুদীৰ্ঘ এই জীৱনকালত বিচিত্ৰ ধৰণৰ মানুহৰ লগত তেওঁৰ পৰিচয় হৈছিল- যাৰকথা

তেওঁ নিজৰ উপন্যাসমূহত চিত্ৰিত কৰিছে। তেওঁ নিজৰ মূল্যবোধৰ লগত কেতিয়াও আপোচ কৰা নাছিল। এই আপোচহীন সংগ্ৰামী মানুহজন একমাত্ৰ মনৰ জোৰত এখন সাধাৰণ বিদ্যালয়ৰ শিক্ষক হৈও 'অসম সাহিত্য সভা'ৰ দৰে এটি গৌৰৱান্বিত প্ৰতিষ্ঠানৰ সভাপতি হৈছিল। সহজ-সৰল, সাধাৰণ জীৱনযাত্ৰাক আদৰ্শ হিচাপে লৈ কাম কৰি নতুন প্ৰজন্মৰ ওচৰত তেওঁ দৃষ্টান্ত ৰাখি থৈ গৈছে।

হিতেশ ডেকাৰ প্ৰথম উপন্যাস 'আজিৰ মানুহ' ১৯৫২ চনত প্ৰকাশিত হয়। তাৰ পাছৰপৰা ধাৰাবাহিকভাৱে তেওঁ চৈধ্যখন উপন্যাস আৰু এখন শিশু উপন্যাস লিখি উলিয়াইছে। হিতেশ ডেকাৰদৰে সৌভাগ্যবান ঔপন্যাসিক খুব কমেই আছে, যিয়ে প্ৰথম প্ৰকাশিত উপন্যাসৰ জৰিয়তে পাঠকসমাজৰ মাজত জনপ্ৰিয় হোৱাই মাথোঁ নহয়, আত্মপ্ৰতিষ্ঠাও লাভ কৰিছে। তেওঁৰ প্ৰথম উপন্যাস 'আজিৰ মানুহে' অসমীয়া সাহিত্য আৰু সমাজত বিপুল আলোড়নৰ সৃষ্টি কৰিছে। কেৱল চিন্তাশীল পাঠকেই নহয়, কৃতী সমালোচকসকলেও তেওঁৰ অসাধাৰণ প্ৰতিভাৰ কথা স্বীকাৰ কৰিছে। 'আজিৰ মানুহ' উপন্যাসত তেওঁ অসমৰ গ্ৰাম্য জীৱনৰ সজীৱ আৰু জীৱন্ত ছবি মূৰ্ত কৰি তুলিছে। গ্ৰাম্য সমাজজীৱনৰ প্ৰতিভূস্বৰূপ প্ৰায় সকলো চৰিত্ৰই প্ৰতিনিধিমূলক হৈ উঠিছে। গ্ৰাম্য মানুহৰ চাল-চলন, আচাৰ-ব্যৱহাৰ, বেশভূষা, সামাজিক ৰীতি-নীতি, অন্ধ-কুসংস্কাৰ, অভাৱগ্ৰস্ত মানুহৰ দুখ-দুৰ্দশা, পৰনিন্দা-পৰচৰ্চা প্ৰভৃতি বদগুণবোৰ সংকোচ নকৰাকৈ বিশদভাৱে তথা নিৰ্ভেজালভাৱে বৰ্ণনা কৰিছে। তেওঁৰ এই অসাধাৰণ পৰ্যবেক্ষণক্ষমতা আৰু চৰিত্ৰসমূহৰ প্ৰতি থকা সৰ্বব্যাপী সহানুভূতিৰ বাবে 'আজিৰ মানুহ' উপন্যাসখন তেওঁৰ সাহিত্যিক জীৱনৰ অক্ষয়-কীৰ্তিয়েই মাথোঁ নহয়, অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসতো এক অপূৰ্ব সংযোজন।

হিতেশ ডেকাৰদ্বাৰা ৰচিত উপন্যাসসমূহৰ ভিতৰত অন্যতম জনপ্ৰিয় উপন্যাসখন হ'ল 'ভাৰাঘৰ' '১৯৫৭)। নিজৰ জীৱনৰ বাস্তৱ অভিজ্ঞতাৰে উপলব্ধি কৰা নগৰীয়া ভাৰাঘৰৰ জীৱনচিত্ৰকে তেওঁ দেদীপ্যমান কৰি তুলিছে এই উপন্যাসখনত। পঞ্চাশৰ দশকৰ অৰ্থাৎ স্বাধীনতাৰ পৰৱৰ্তীকালৰ মধ্যবিত্ত সমাজৰ এটা স্পষ্ট অৱক্ষয়িত ৰূপ তথা নৈতিক প্ৰমূল্যবোধৰ স্খলিত ইতিহাস উপন্যাসখনত লিপিবদ্ধ হৈ আছে। স্বাধীনোত্তৰকালৰ মানুহৰ দৈনন্দিন জীৱনধাৰাত পূৰ্বৰ তুলনাতযে বহুখিনি পৰিৱৰ্তন আহিছে তাৰ স্পষ্ট ইংগিত ইয়াত পোৱা যায়। সেইসময়ত মধ্যবিত্ত শ্ৰেণীৰ মানুহবোৰ শিক্ষা-দীক্ষা, সাহিত্য-সংস্কৃতি, ৰাজনীতি, ব্যৱসায়-বাণিজ্য, খেলা-ধূলা প্ৰভৃতি বিভিন্ন সামাজিক দিশত যে বহুখিনি আগুৱাই গৈছিল তাৰ নিবিড় ইতিহাসো উপন্যাসখনত পোৱা যায়। ব্যক্তিগত স্বাৰ্থৰ কাৰণে দেশৰ ক্ষতি কৰি ৰাতিৰ ভিতৰতে নিজে বিত্তবান হোৱাৰ প্ৰৱণতা মধ্যবিত্ত সমাজত বৰ্তমানে ব্যাপক হাৰত বৃদ্ধি পাইছে; ইয়াৰ উৎপত্তিৰ ইতিহাসখিনি এই উপন্যাসখনত বৰ্ণিত কেইবাটাও চৰিত্ৰৰ মাজত দেখিবলৈ পোৱা যায়। স্বাধীনোত্তৰ কালত ক'লা-বেপাৰী, দুৰ্নীতি, বাহুবল, কাৰছাজি আদি চৰকাৰী কৰ্মক্ষেত্ৰত কিভাৱে কালসৰ্পৰ দৰে মধ্যবিত্ত সমাজত ধীৰে ধীৰে প্ৰৱেশ কৰিছে সেই বিষয়েও জানিব পাৰোঁ উপন্যাসখনৰ জৰিয়তে। সংক্ষেপে ক'ব পাৰি যে পঞ্চাশৰ দশকৰ মধ্যবিত্ত সমাজৰ অৱক্ষয়িত মূল্যবোধৰ এখন জীৱন্ত দলিল এই 'ভাৰাঘৰ' উপন্যাস।

'ভাৰাঘৰ' কাহিনীপ্ৰধান উপন্যাস নহয়। কাহিনী অতি সাধাৰণ। স্বাধীনতাৰ পৰৱৰ্তীকালত গুৱাহাটী চহৰৰ দুজন অভিভাৱকৰ অনৰ্থক অহংকাৰ মনোবৃত্তিৰ পৰিণতিস্বৰূপে দুজন কোমলহৃদয়ৰ প্ৰেমিক-প্ৰেমিকাৰ সুখস্বপ্ন বিলীন হৈ যোৱা তথা পৰৱৰ্তীকালত বিভিন্ন ৰোমাঞ্চকৰ ঘটনাপ্ৰবাহৰ মাজেৰে সিহঁতৰ পুনৰ্মিলনেই হৈছে উপন্যাসখনৰ মূল কাহিনী। আধুনিক শিক্ষৰে শিক্ষিত পৰিয়ালৰ মানুহ হৈও মধ্যযুগীয় সংস্কাৰেৰে আচ্ছন্ন উপন্যাসখনৰ নায়ক শৰৎ ভূঞাৰ দেউতাক জগৎ ভূঞাই নিজৰ ব্যক্তিগত স্বাৰ্থৰ বাবে পুত্ৰৰ আশা-আকাংক্ষাক বিসৰ্জন দিয়ে। আনহাতে, উপন্যাসখনৰ নায়িকা সবিতা দাস আধুনিক মাৰ্জিত ৰুচিশীলা শিক্ষিতা নাৰীহিচাপে আত্মপ্ৰকাশ কৰি উপন্যাসখনত এটি আদৰ্শবাদী নাৰী চৰিত্ৰত উন্নীত হৈছে। উপন্যাসখনৰ ঘটনাসমূহৰ লগত প্ৰাসংগিকভাৱে আৰু কিছুমান চৰিত্ৰ

সংযোজিত হৈছে— যাৰফলত উপন্যাসখনে প্ৰাণ পাই উঠিছে।

উপন্যাসখনৰ কাহিনীভাগ নাটকীয়ভাৱে আৰম্ভ হ'লেও দৰাচলতে ই এটা প্ৰেমকাহিনীকে প্ৰতিনিধিত্ব কৰিছে। উপন্যাসখনৰ আৰম্ভণিতে ঘন কুঁৱলিৰ আবেশ থাকিলেও কেইটামান পৃষ্ঠা পঢ়াৰ পাছত বুজাত অসুবিধা নহয় যে শৰৎ আৰু সবিতাৰ প্ৰেমকাহিনীক কেন্দ্ৰ কৰিয়েই কাহিনীভাগ আৰম্ভ হৈছে। ঔপন্যাসিকে যথেষ্ট সংযম তথা নিপুণতাৰে এই প্ৰেমকাহিনীৰ ইতিহাস উপন্যাসখনত বৰ্ণনা কৰিছে। কলেজীয়া জীৱনতেই শৰৎ-সবিতাৰ প্ৰথম পৰিচয় হয়। কালক্ৰমত সেই পৰিচয়ৰপৰাই সিহঁতৰ মাজত প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠে। শৰতে মনে-প্ৰাণে সবিতাক ভালপায়। সবিতাৰ জীৱনত শৰৎ প্ৰথম পুৰুষ। সবিতাৰ অন্তৰাত্মাত শৰতৰ নাম অহৰহ প্ৰতিধ্বনিত হৈ থাকে। সবিতাই হৃদয়েৰে শৰতৰ পৰা ভালপোৱা বিচাৰে, কিন্তু কেতিয়াও তাই শৰতৰ লগত অসংযত-অসংলগ্ন দৈহিক সম্পৰ্ক কৰা নাই। কাৰণ দুয়ো সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান। সবিতা শিক্ষা-দীক্ষা, গান-বাজনাত এজনী ৰুচিশীলা ছোৱালী। সবিতাৰ দেউতাক গিৰীশ দাস পি. ডব্লিউ. ডি. ডিপাৰ্টমেণ্টৰ একজিকিউটিভ ইঞ্জিনিয়াৰ। টকা-পইচা, ঘৰ-দুৱাৰ, গাড়ী-ঘোঁৰা একোৰেই তেওঁৰ অভাৱ নাই। কিন্তু ঘোচ লৈ বা অন্যায় কাৰ্যৰে তেওঁ সেই সম্পত্তি কৰা নাই, নিজে কঠোৰ পৰিশ্ৰম কৰি তেওঁ এই পৰ্যায়ত উপনীত হৈছে। সবিতাৰ দুজন ককায়েক। ডাঙৰ ককায়েক তৰুণে এম. বি. বি. এচ. পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰেকটিছ কৰিছে। সৰু ককায়েক বৰুণে ইঞ্জিনিয়াৰিং পৰীক্ষাত উত্তীৰ্ণ হৈ দেউতাকৰ অফিচত অস্থায়ী ইঞ্জিনিয়াৰ হিচাপে কাম কৰিছে। ভৱিষ্যতে এস, ডিও হোৱাৰ সম্পূৰ্ণ আশা আছে। সবিতাৰ মাকও যথেষ্ট আভিজাত্য পৰিয়ালৰ ছোৱালী আছিল। এনেকুৱা পৰিয়ালৰ সকলোৰে আদৰৰ কনিষ্ঠা ছোৱালী সবিতা। কন্যাপ্ৰাণা পিতাকে কেতিয়াও সবিতাৰ কোনো কামত বাধা নিদিয়ে। সেয়ে বাল্যকালৰপৰাই সবিতা কিছু স্বাধীনমনা তথা ব্যক্তিত্বসম্পন্ন। সবিতাই কেৱল পঢ়া-শুনাতে ব্যস্ত নাথাকি তাৰ লগে লগে নাচে-গানেও দক্ষ হৈ উঠে। সবিতাই ৰূপে-গুণে, আচাৰে-ব্যৱহাৰে এজনী স্বয়ংসম্পূৰ্ণা নাৰী হিচাপে নিজকে গঢ়ি তোলে। যিকোনো পুৰুষৰ কাৰণে তাই ঈৰ্ষনীয় তথা আকাংক্ষাৰ পাত্ৰী।

আনহাতে, শৰৎ বাল্যকালৰপৰাই মেধাবী ছাত্ৰ। শ্ৰেণীৰ প্ৰথম স্থানপ্ৰাপ্ত ল'ৰা। সি যথেষ্ট পৰিশ্ৰমী, নিষ্ঠাবান আৰু অনুভূতিশীল যুৱক। আন আন বন্ধুসকলৰদৰে সি খামখেয়ালী স্বভাৱৰ নহয়। শৰৎ যথেষ্ট ভাবুক তথা ৰুচিশীল পুৰুষ। অযথা কাৰোস'তে ফাজলামি, ঠাট্টা-মস্কৰা, অসংযত কথাবাৰ্তা, উচ্ছৃঙ্খলভাৱে চলাফুৰা সি নকৰে। সহজ-সৰল আৰু স্বাভাৱিকভাৱে সি জীৱনযাপন কৰিব বিচাৰে। পৰিয়ালৰ প্ৰতি তাৰ যথেষ্ট দায়বদ্ধতা আছে। আৰ্থিক দিশত সবিতাহঁততকৈ ধনী হ'লেও সিহঁত সবিতাহঁতৰ পৰিয়ালৰ ওচৰত কৃতজ্ঞ তথা সহানুভূতিশীল। নহ'বই বা কিয়, এসময়ত জগৎ ভূঞাৰ সম্পত্তি বুলিবলৈ একোৱেই নাছিল। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত জগৎ ভূঞাই সাধাৰণ মানুহৰদৰেই বাস্তাৰে ঘূৰিলে উভতে। এদিনাখন গিৰীশ দাসৰ লগত তেওঁৰ পৰিচয় হয়। গিৰীশ দাসে তেওঁৰ প্ৰতি সন্তুষ্ট হৈ সৰুসুৱা ঠিকাৰ কাম দিয়ে। তাৰপাছত লাহে লাহে তেওঁ ডাঙৰ ডাঙৰ ঠিকা পায়। কালক্ৰমত গিৰীশ দাসৰ জহতেই তেওঁ সমাজৰ বিখ্যাত ঠিকাদাৰ হৈ পৰে। অৱশ্যে জগৎ ভূঞাই মাজে সময়ে গিৰীশ দাসক লাভৰ ভাগ দিছিল। এনেদৰে দুয়োটা পৰিয়ালৰ মাজত সম্পৰ্ক গঢ়ি উঠিছিল। তদুপৰি শৰৎ-সবিতাৰ প্ৰেমৰ সম্পৰ্কই এই দুই পৰিয়ালক আৰু বেছি ওচৰচপাই আনে। সিহঁতৰ এই সম্পৰ্কত দুয়োটা পৰিয়ালৰে সহযোগিতা আছিল। সবিতাৰ মাকে শৰতক পুত্ৰৱৎ ভালপায়। আনহাতে, শৰতৰ মাকে সবিতাক পুত্ৰবধূ হিচাপে পোৱাৰ সপোন বচে। কিন্তু সংস্কাৰৰ বৰ্ম ভেদ কৰি ওলাই অহাৰ দৰে মানসিকতা শৰতৰ দেউতাক জগৎ ভূঞাৰ নাছিল।

উপন্যাসখনৰ কাহিনীৰ সোঁতত পাঠকে যেতিয়া শৰৎ আৰু সবিতাৰ মধুৰ পৰিণতিৰ কথা আশা কৰিছিল তেতিয়া কাহিনীৰ গতি অন্যফালে ঢাল খায়। সবিতাৰ দেউতাক গিৰীশ দাসে খুব উৎসাহ আৰু উদ্দীপনাৰে সবিতাৰ বিয়াৰ প্ৰস্তাৱ লৈ শৰতৰ দেউতাক জগৎ ভূঞাৰ ওচৰলৈ যায়।

কথা-বতৰাৰ মাজত জগৎ ভূএগ্রাই যেতিয়া যৌতুক হিচাপে দহহাজাৰ টকা দাবি কৰিলে, তেতিয়া স্বাভাবিকতে ই গিৰীশ দাসৰ আত্মাভিমানত আঘাত দিয়ে। জগৎ ভূএগ্রাই তেওঁৰ ওচৰত যৌতুক দাবী কৰিব পাৰে বুলি তেওঁ কেতিয়াও কল্পনাই কৰিবপৰা নাছিল। জগৎ ভূএগ্রাৰ এনেকুৱা কু-সামাজিক মনোবৃত্তিয়ে গিৰীশ দাসক মৰ্মাহত কৰে। জগৎ ভূএগ্রাৰ এই আকস্মিক অস্বাভাৱিক ব্যৱহাৰত গিৰীশ দাস মাথোঁ আচৰিতেই নহয়; অপমানিতও বোধ কৰে। তীব্র অপমানত জর্জৰিত হৈ ঘৰলৈ ঘূৰি আহি তেওঁ স্নেহশীলা সবিতাক ভৰ্ৎসনা কৰে। সবিতাৰ অভিপ্রায় তথা সপোন যে বাস্তৱত পৰিণত নহ'ব সেইটোও তেওঁ স্পষ্টভাবে জনাই দিয়ে। সবিতাৰ মাকে যেতিয়া স্বামীক বুজাই কয় যে ছোৱালীক বিয়া দিবলৈ হ'লে যৌতুক দিবই লাগে, এই নিয়ম চিৰকাল ধৰি চলি আহিছে; তেতিয়া পত্নীৰ বুজনিত তেওঁ সন্তুষ্ট হ'ব নোৱাৰিলে। আধুনিক মানসিকতাত চিন্তাশীল ব্যক্তি গিৰীশ দাসে কোনোপধ্যেই আত্মমৰ্যাদাক বিনাশ কৰি জীয়েকক বিয়া দিব নিবিচাৰিলে। সেয়ে তেওঁ পত্নীক বুজাই কয়—

"বুজিছা সবিতাৰ মাক, কুকুৰক ৰজা পাতিলেও যে জোতা কামুৰিব নেৰে এয়ে তাৰ প্রমাণ। নীচ সদায় নীচ; উচ্চ হ'ব কেনেকৈ? মোক আৰু একো নকবা। মোৰ ছোৱালী বজাৰৰ পকা কল নহয় যে, আজি বিক্রী কৰিব নোৱাৰিলে পচি যাব। মোৰ ছোৱালী মই য'তে ত'তে দিব নোৱাৰোঁ।"

উপন্যাসখনৰ ঘটনা ইয়াৰপৰাই আৰম্ভ হৈছে। আত্মাভিমানৰ কাৰণে গিৰীশ দাসে নিজৰ জীয়েকক টকাৰ বিনিময়ত বিয়া দিব নিবিচাৰে। আনহাতে, জগৎ ভূএগ্রাই নগদ টকা নোলোৱাকৈ পুতেকৰ বিয়া নেপাতে। তেওঁৰ স্থূলযুক্তি হ'ল— ইমান টকা-পইচা খৰচ কৰি তেওঁ পুতেকক পঢ়া-শুনা কৰাইছে; গতিকে তাক মানুহ কৰিবলৈ যিমান টকা লাগিছে তাৰ কিছু অংশ তেওঁ বিয়াৰ বজাৰৰপৰা লাভ কৰিব বিচাৰে। তদুপৰি আগৰপৰাই ল'ৰাৰ দেউতাকে যৌতুক লৈ আহিছে। সেইপিনৰপৰা তেওঁ কোনো অন্যায় কৰা নাই। এনেকৈয়ে ইঞ্জিনীয়াৰ আৰু ঠিকাদাৰৰ মাজত আত্মমৰ্যাদাৰ শীতল যুদ্ধ আৰম্ভ হয়। এইপিনে সবিতাই সমস্ত ঘটনা জনাই শৰতক চিঠি দিয়ে। অসহায় সবিতাই মনে মনে প্রার্থনা কৰিছিল, দেউতাক আৰু জগৎভূএগ্রাৰ মাজত যি মনোমালিন্য আৰম্ভ হৈছে সেইটোৱে যেন সিহঁতৰ পবিত্র প্রেমক কলুষিত নকৰে। শৰৎ যদি ঠিকেই থাকে তেনেহ'লে দুঃচিন্তা নাই। সেই আশা-ভৰসাতে তাই বিস্তৃতভাৱে সকলো ঘটনা জনাই নতুনকৈ তেজপুৰত চাকৰি পোৱা শৰতলৈ চিঠি লিখে।

সবিতাৰ চিঠি পাই শৰৎ চমকি উঠে। তৎক্ষণাৎ গুৱাহাটীলৈ আহি দেউতাকৰ সৈতে সি আলোচনা কৰে। দেউতাকক বুজাবৰ চেষ্টা কৰে। কিন্তু নিৰাশ হৈ কাপুৰুষৰ দৰে সবিতাক চিঠি লিখি জনায়—

"মৰমৰ সবিতা, হয়তো তোমাক আৰু মৰমৰ বুলি সম্বোধন কৰিব নোৱাৰিম। মানুহৰ সকলো কামনা পূৰণ নহয়। মানুহৰ ইচ্ছাৰ বিৰুদ্ধে যেন ভগবানৰ ইচ্ছা। ...... পিতাক বুজাবলৈ মই যত্ন কৰিছোঁ; কাৰণ তেখেতৰ অমতত মই কোনো কামকে কৰিব নোৱাৰিম। মই পাৰ্যমানে চেষ্টা কৰিম— অনুৰোধ কৰিম, তেতিয়াও যদি সন্মত নহয়; তেন্তে মই নিৰুপায়। পিতাৰ বিৰুদ্ধে যাবৰ মোৰ সাহস নাই।"

শৰতৰ এইধৰণৰ চিঠি পাই সবিতা মৰ্মাহত হৈ পৰে। তাইৰ জীৱনত যেন বিনামেঘে বজ্রপাত পৰিল। কোনোমতে চিঠিখন পঢ়ি সবিতাৰ সৰ্বশৰীৰ কঁপি উঠিল। ইমান ব্যক্তিত্বহীন দুৰ্বলমনা শৰৎ! যি শৰতক তাই মনেপ্রাণেৰে ভাল পাইছিল, আদর্শ পুৰুষ হিচাপে মনত স্থান দিছিল; সি

আজি দেউতাকৰ অন্যায়কাৰ্যক সমৰ্থন কৰি কাপুৰুষৰ দৰে সবিতাক পাহৰি যাব বিচাৰে। ইমান প্ৰেম, ইমান ভালপোৱা, ইমান মায়া-মমতাৰ কোনো মূল্য নাই? নিজৰ বিবেক বুলিবলৈ একো নাই? সকলো আজি মিছা। তেনেহ'লে ইমানদিন ধৰি তাইৰ সৈতে শৰতে কেৱল ছলনাই কৰিলে। ক্ৰোধে-অভিমানে জৰ্জৰিতা সবিতাৰ অন্তৰত দাবানল জ্বলি উঠিল। শৰতৰ প্ৰতি এক তীব্ৰ ঘৃণা তাইৰ মনত জাগি উঠিল। শৰতৰ এই ঘৃণনীয় আচৰণৰ প্ৰতিবাদ কৰিবলৈ গৈ আন দহটা সাধাৰণ ছোৱালীৰ দৰে তাই উন্মাদিনী নহৈ প্ৰতিদ্বন্দ্বিতাত নামি পৰিল। যিকোনো প্ৰকাৰেই শৰতক জব্দ কৰিবই লাগিব। পৰাজয় স্বীকাৰ কৰা ছোৱালী সবিতা নহয়। কাৰণ—

> "আধুনিক শিক্ষাৰ সমস্ত চিন্তাধাৰা আৰু ধৰণ-কৰণৰ লগত তাইৰ বেছ পৰিচয় আছে। তেনেস্থলত তাই অশিক্ষিতাসকলৰ দৰে আউলী-বাউলী চুলি লৈ উন্মাদিনীৰদৰে বিৰহৰ তীব্ৰ দংশন উপশম কৰিব নোৱাৰে, অৰ্দ্ধ শিক্ষিতসকলৰ দৰে প্ৰেমপত্ৰ ৰচনা কৰি হৃদয় উজাৰ কৰি দেখুৱাব নোৱাৰে। তাই মাথোন পাৰে নীৰৱে হৃদয়ৰ সমস্ত ভাবাবেগ গোপন কৰি তিলে তিলে ধ্বংস হ'বলৈ— নিজৰ অন্তৰৰ অগ্নি অন্তৰতে মাৰ নিয়াবলৈ। তাই নোৱাৰে— নিজক তাই হাঁহিয়তাৰ পাত্ৰী হ'বলৈ এৰি দিব নোৱাৰে; আৰু নোৱাৰে মনৰ সকলো বেদনা প্ৰকাশ কৰি নিজৰ ব্যক্তিত্বক হেঁয় প্ৰতিপন্ন কৰিবলৈ। সেয়েহে তাই হৃদয়ৰ এই অসহনীয় জ্বালা অন্তৰতে থুপাই থৈ বাহিৰত বেছ ৰং-ৰূপহৰ গাভৰুজনী সাজিলে। নব-আয়োজনে চলিল ৰূপৰ সাধনা। হৃদয়ৰ বেদনা আচ্ছাদন কৰি ৰাখিবৰ বাবে সবিতাই নিজকে সজাই তুলিলে চহৰৰ আধুনিকা গাভৰু সাজেৰে।......."

উপন্যাসখনৰ কাহিনীৰ এই সংকটকালত আবিৰ্ভাব হয় শৰতৰ বন্ধু নবীনৰ। ধুৰন্ধৰ ওৰফে নবীন যথাৰ্থতে এজন ধুৰন্ধৰ ব্যক্তি। সবিতা আৰু শৰতৰ মাজত জটিলতা সৃষ্টি হোৱাৰ প্ৰতিটো পৰ্যায়তে সি সুচিন্তিতভাৱে সহায় সহযোগ কৰিছে। উপন্যাসখনৰ আৰম্ভণিতে আমি জানিব পাৰোঁ— এই ধুৰন্ধৰ নবীনৰ ধূৰ্ততাৰ বাবেই এটা সময়ত শৰৎ আৰু সবিতা হৃদয়ৰ কাষচাপি আহিব পাৰিছিল। ঔপন্যাসিকে নবীনৰ ছদ্মনাম ধুৰন্ধৰ ৰাখি কাৰ্যতঃ এটি অন্য উদ্দেশ্য প্ৰকট কৰি তুলিছে। 'অনামী' নামৰ এখনি সাহিত্য পত্ৰিকাৰ সম্পাদক নবীন এজন বহুমুখী প্ৰতিভাৰ ব্যক্তি। সাহিত্য, সংস্কৃতি, সঙ্গীত সকলোতেই তাৰ বিচৰণ। সাহিত্য জগতত এক নতুন পৰিবৰ্তন আনিবৰ কাৰণে নবীনে এটা অদ্ভুত কৌশল অৱলম্বন কৰে। টকাৰ বিনিময়ত সি তাত গল্প, কবিতা আদি চপাই অৰ্থ ৰোজগাৰ কৰে। সমাজত যিবোৰ ভণ্ড, সুবিধাবাদী, ব্যৱসায়ী সাহিত্যিক আছে সিহঁতৰ মুখা খুলি দিছে ঔপন্যাসিকে এই 'অনামী' নামৰ পত্ৰিকাৰ সম্পাদক ধুৰন্ধৰৰ অভিপ্ৰায়ৰ জৰিয়তে। সৎ উদ্দেশ্য, সাধু চিন্তা নাথাকিলে কোনো কামতেই যে পৰিপূৰ্ণ সফলতা পোৱা নাযায়, সেইটো আমি 'অনামী'ৰ পৰিণতিতে জানিব পাৰোঁ। সাময়িকভাৱে জনপ্ৰিয়তা অৰ্জন কৰিবপৰা যাব পাৰে, কিন্তু তাত প্ৰকৃত সাহিত্যৰ মূল উদ্দেশ্য পূৰণ নহয়— 'অনামী'য়েই এই কথা প্ৰমাণিত কৰে। ধুৰন্ধৰে চাতুৰীৰদ্বাৰা সকলোৰে মন জয় কৰিছিল— সেইটো অৱশ্যে ধুৰুপ। সবিতাই যদিও শৰতৰ কাপুৰুষোচিত ব্যৱহাৰত অসহায় আৰু দুৰ্বল হৈ পৰিছিল তথাপি ব্যক্তিত্বহীনাৰ দৰে শৰতৰ ওচৰত প্ৰণয়-ভিক্ষা নকৰি বৰং সঙ্গীত সাধনাৰ জৰিয়তে জীৱনৰ নতুন ছন্দ ঘূৰাই পায়। সঙ্গীত সাধনাই যে মাথোঁ তাইৰ মনৰ হেৰাই যোৱা ছন্দ ঘূৰাই আনিলে তেনেকুৱা নহয়; আত্মাভিমানী সবিতাই নিজৰ কৰ্মদ্বাৰা প্ৰমাণ কৰিব বিচাৰিলে যে তাই কেতিয়াও উপেক্ষাৰ পাত্ৰী নহয়। তাইৰ এই কঠোৰ সাধনাত ত্ৰাতাৰ ভূমিকা লৈছিল ধুৰন্ধৰ বন্ধু নবীনে। মাথোঁ সেয়াই নহয়, হতাশাগ্ৰস্ত সবিতাক উৎসাহিত কৰাৰ স্বাৰ্থত সি সংগীত তথা নৃত্য সাধনাত নিজে অংশগ্ৰহণ কৰি নিজৰ বহুমুখী প্ৰতিভাৰ পৰিচয় দিছে। এক দুৰ্যোগপূৰ্ণ সময়ত নবীনে সবিতাক নানান সু-পৰামৰ্শ দি মনক সংযত ৰাখিবলৈ শিকাইছে। গতিকে,

শৰতে প্ৰত্যাখ্যান কৰাৰ পাছত সবিতাৰ দুৰ্বল মন স্বাভাৱিকতে নবীনৰ প্ৰতি আকৃষ্ট হৈছে। এনে পৰিস্থিতিত নবীনে অসাধাৰণ সংযমৰ পৰিচয় দিছিল। এই বিষয়ত তেওঁক নিশ্চয় প্ৰশংসো নকৰি নোৱাৰি।

শৰতৰ লগত নবীনৰ বন্ধুত্ব স্কুলীয়া জীৱনৰ পৰাই। সম্পূৰ্ণ অন্তঃকৰণেৰে দুয়োজনৰ মাজত বন্ধুত্ব স্থায়ীভাৱে গঢ় লৈ উঠিছে। এই বন্ধুত্ব কেৱল হাঁহি-ধেমালিতে সীমাবদ্ধ নাছিল, বৰং আৰ্থিক সমস্যাত জৰ্জৰিত নবীনক দুশ্চিন্তাৰপৰা মুক্ত কৰি সুচাৰুৰূপে উচ্চশিক্ষা লাভ কৰাত সহায় কৰিছে শৰতে নিজেই। উদাৰমনা, পৰোপকাৰী তথা অনুভূতিশীল শৰতে নিজৰ সামৰ্থ অনুসাৰে বন্ধু নবীনক সহায় কৰিছিল। সেয়ে নবীন শৰতৰ ওচৰত চিৰকৃতজ্ঞ। কিন্তু নবীনে সবিতা আৰু শৰতৰ মাজত যি মনোমালিন্যৰ সৃষ্টি হৈছে তাক একপক্ষীয়ভাৱে বিচাৰ কৰা নাই; বৰং নিৰপেক্ষ বিচাৰকৰ দৰে দুয়োজনৰ ভুল-ত্ৰুটিসমূহক তন্নতন্নকৈ বিশ্লেষণ কৰি এটা স্থিৰ সিদ্ধান্তত উপনীত হৈছে। এই বিচক্ষণতা তথা বুদ্ধিদীপ্ত আচৰণে অনেক সময়ত শৰতৰ চৰিত্ৰটোতকৈ নবীনৰ চৰিত্ৰটো অধিক জীৱন্ত কৰি তুলিছে বুলি ধাৰণা কৰিব পাৰি। এই উপন্যাসখনৰ অনেক ঠাইত নবীনৰ চৰিত্ৰটো নিজগুণেৰে শৰতৰ চৰিত্ৰটোতকৈ অধিক উজ্জ্বলৰূপত প্ৰতিভাত হৈ উঠিছে। বাংলা উপন্যাসতো তদ্ৰূপ ঘটনা লক্ষ কৰা যায়। ৰবীন্দ্ৰনাথ (১৮৬১-১৯৪১)ৰ 'ঘৰে-বাইৰে' (১৯১৬) উপন্যাসৰ নায়ক নিখিলেশতকৈ বেছি জীৱন্ত আৰু উজ্জ্বল হৈ উঠিছে তাৰ বন্ধু সন্দীপ। আনহাতে, শৰৎচন্দ্ৰ (১৮৭৮-১৯৩৮)ৰ 'গৃহদাহ' (১৯২০) উপন্যাসৰ নায়ক মহিমতকৈ বেছি উজ্জ্বলৰূপত প্ৰকাশ পাইছে সুৰেশৰ চৰিত্ৰটো। ত্ৰিকোণীয়া প্ৰেমৰ ঘটনাত প্ৰতিবাৰেই দেখা যায় নায়কতকৈ তাৰ বন্ধু নায়িকাৰ ওচৰত বেছি আপোন তথা বিশ্বাসযোগ্য। হিতেশ ডেকাৰ 'ভাৰাঘৰ' উপন্যাসতো ইয়াৰ ব্যতিক্ৰম দেখিবলৈ পোৱা নাযায়। ইয়াতো পৰিলক্ষিত হয় উপন্যাসখনৰ নায়ক শৰততকৈ নবীন বেছি প্ৰাণবন্ত। মাথোঁ সেয়াই নহয়, নবীন নায়িকা সবিতাৰ সকলোতকৈ বেছি বিশ্বাসযোগ্য আৰু আপোন মানুহ।

ইঞ্জিনিয়াৰ গিৰীশ দাস অৰ্থাৎ সবিতাৰ দেউতাকে জগৎ ভূএগৰদ্বাৰা অপমানিত হোৱাৰ পাছত নীৰৱ হৈ বহি নাথাকিল। তেওঁ জীয়েকৰ কাৰণে উপযুক্ত পাত্ৰৰ সন্ধান কৰিব ধৰিলে। তেওঁৰেই অফিচৰ সহকাৰী ইঞ্জিনিয়াৰ প্ৰবীণ কলিতাক তেওঁ ইয়াৰ বাবে টোপ দিয়ে। সুযোগসন্ধানী প্ৰবীণে গিৰীশ দাসৰ অভিপ্ৰায় অনুমান কৰিব পাৰি তেওঁৰ ঘৰলৈ যোৱা আৰম্ভ কৰে আৰু ক্ৰমে ৰূপহী সবিতাৰ মোহত আকৃষ্ট হয়। আনহাতে, প্ৰতিহিংসাপৰায়ণা সবিতাই শৰতৰ ওপৰত প্ৰতিশোধ লোৱাৰ মানসেৰে প্ৰবীনক ঢাল হিচাপে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰে। সবিতাই ইচ্ছা কৰি প্ৰবীণৰ লগত প্ৰেমাভিনয় কৰে। কিন্তু নিৰ্বোধ প্ৰবীণে সেইটো ঘুণাক্ষৰেও জানিব নোৱাৰিলে। সবিতাই প্ৰবীণৰ লগত পাৰ্কলৈ ফুৰিব যায় আৰু চিনেমাও চাবলৈ যায়। এবাৰ সবিতাই শৰতক তাৰ সম্বন্ধীয়া ভণীয়েকৰ লগত প্ৰণয়ৰ সম্বন্ধ থকা বুলি সন্দেহ কৰি কঠোৰ ভাষাৰে তিৰস্কাৰ কৰে। শৰতেও দুঃচিন্তাগ্ৰস্ত সবিতাৰ মনৰপৰা সংশয়, দ্বিধা দূৰ কৰি অভিমানবশতঃ সবিতাক কটু কথা শুনাই দিয়ে। ইয়াৰ ফলত দুয়োৰে মাজত থকা তিক্ততা বহুগুণে বৃদ্ধি পায়। নায়ক হিচাপে শৰতৰ যি ধৈৰ্য, সহনশীলতা আৰু দূৰদৰ্শিতা থাকিব লাগিছিল সেইবোৰ একমুহূৰ্তৰ বাবেও অনুপস্থিত থকাৰ ফলত সি সুযোগ পায়ো সবিতাৰ ওচৰত নিজৰ নিৰ্দোষিতা প্ৰমাণ কৰিব নোৱাৰিলে। ফলস্বৰূপে সবিতাৰ দৃষ্টিত সি একেবাৰে ভীৰু, স্বাৰ্থপৰ আৰু দাম্ভিক মানুহ হিচাপেই পৰিগণিত হয়। আনহাতে, জেদী গিৰীশ দাসে কঠোৰ মনোভাব লৈ যেতিয়া প্ৰবীণৰ সৈতে সবিতাৰ বিয়া বন্দোবস্ত কৰে তেতিয়া সবিতা মৰ্মাহত হৈও দেউতাকৰ এই কাৰ্যত সম্মতি নিদিয়ে। নিজৰ লক্ষ্যত স্থিৰ থাকি তাই প্ৰবল চাপৰ মাজতো দেউতাকৰ বিৰুদ্ধাচৰণ কৰে। প্ৰকৃততে সবিতাই সমস্ত অন্তঃকৰণেৰে শৰতক ভালপায়। বাহ্যিক পাৰিপাৰ্শ্বিক ঘটনাই তাইক উত্তেজিত কৰি তুলিছে; কিন্তু তাইৰ হৃদয় বৈ আছে শৰতৰ কাৰণে। সেয়ে সমস্ত ঘটনা ৰোমন্থন কৰাৰ পাছত শৰতৰূপী মাধৱৰ কৰুণ পৰিণতিৰ কাৰণে সবিতাৰ প্ৰাণে

কান্দে। নাৰীমনৰ সহজাত স্নেহ-মায়া-মমতাৰে আচ্ছন্ন সবিতাৰ মন ব্যাকুল হৈ উঠে শৰতৰ কাৰণে। বানাক্ৰান্ত অঞ্চলত যি দুঃসাহসিকতাৰে শৰতে সাধাৰণ মানুহৰ কাৰণে ৰুচদপাতি পঠিয়াই দিছে তাক নবীনৰ মুখত শুনি সবিতা অধীৰ তথা অস্থিৰ হৈ উঠে। শৰতক ক্ষণিকৰ বাবে চাবলৈ তাইৰ প্ৰেমিকসত্তা হুৰুকৈ কান্দি উঠে। পূৰ্বৰ সকলো ভুল বুজাবুজি শেষ কৰি তাই নিজকে সম্পূৰ্ণভাৱে সমৰ্পণ কৰি দিব বিচাৰে শৰতৰ ওচৰত। আকৌ, ইপিনে শৰতে সবিতাৰ বিৰহানল সহ্য কৰিব নোৱাৰি জনহিতকৰ কামত নিজকে নিঃশেষ কৰি দিবলৈ সিদ্ধান্ত লয়। সিহঁত দুজনৰ এই মানসিক সংকটাৱস্থাত নবীনে আশাৰ পোহৰ দেখুৱায়। নবীনৰ অসাধাৰণ প্ৰচেষ্টাত উপন্যাসখনৰ শেষত দেখিবলৈ পোৱা যায়, শৰতে সবিতাক সাৱটি ধৰি কৈছে—

> "মেঘাবৃত সবিতাৰ আলোক সাময়িকভাৱে ক্ষীণ হ'লেও হীন নহয়। ডাৱৰাচ্ছন্ন হ'লেও সবিতা নহয় কলুষিতা। সবিতা চিৰ উজ্জ্বল, চিৰ নিৰ্মল। শৰতৰ আকাশত মেঘমুক্ত সবিতাৰ উজ্জ্বল কিৰণে পৰিব্যাপ্ত দশোদিশে। আকাশৰ সবিতা নহ'ব অৱহেলিত— পৃথিৱীৰ মোৰ এই সবিতাও নহয় অনাদৃত।"

বহুমুখী প্ৰতিভাৰ অধিকাৰী হিতেশ ডেকা এজন অসাধাৰণ হাস্যৰসিক ব্যক্তি আছিল। আঁঠুৰ ওপৰত চুৰিয়া পিন্ধা এই ব্যক্তিজনৰ অন্তৰত যে শিশুসুলভ হাস্যৰসৰ ফল্গুধাৰা বৈ আছিল তাৰ প্ৰমাণ আমি তেওঁৰ ৰচনাৰাজিৰ মাজত দেখিবলৈ পাওঁ। তেওঁ ৰচনাসমূহৰ মাজত যেতিয়াই সময় আৰু সুযোগ পাইছে তেতিয়াই তাত স্বভাৱসুলভ হাস্যৰসৰ সৃষ্টি কৰি নিজৰ প্ৰতিভাৰ পৰিচয় দিছে। **'ভাৰাঘৰ'** উপন্যাসখনো ইয়াৰ ব্যতিক্ৰম নহয়। এই উপন্যাসখনত তেওঁ গভীৰ-গম্ভীৰ আধুনিক জীৱনযাত্ৰাৰ কথা প্ৰকাশ কৰাৰ লগতে হাস্যৰসৰো সৃষ্টি কৰিছে।

উপন্যাসখনৰ আৰম্ভনিতে পঢ়িবলৈ পাওঁ--- শৰৎ প্ৰাতঃভ্ৰমণৰ বাবে ওলাইছে। সেই সময়তে পিছৰপৰা 'গাধা' বুলি চিৎকাৰ কৰি তাৰ ধুৰন্ধৰ বন্ধু নবীনে মাতিছে। এজন বন্ধুৱে আনজনক 'গাধা' তথা 'ধুৰন্ধৰ' বুলি সম্বোধন কৰি পাঠকৰ মনত হাস্যৰসৰ সৃষ্টি কৰিছে। তাৰোপৰি সিহঁতৰ এইধৰণৰ নামাকৰণৰ অন্তৰালত থকা ইতিহাসখিনি আৰু বেছি আমোদজনক তথা কৌতুকপূৰ্ণ। গুৱাহাটী চহৰৰ জীৱনচিত্ৰ বৰ্ণনা কৰিবলৈ গৈ তেওঁ যিদৰে তিনিটা 'প' আৱিস্কাৰ কৰিছে তাক ভাবিলে আশ্চৰ্যান্বিত হ'বলগা হয়। নবীনে শৰতক অনুৰোধ কৰে তাৰকাৰণে গুৱাহাটীত এটা ভাৰাঘৰ বিচাৰি দিবলৈ। তাৰ পাছত সিহঁতৰ মাজত যি বাৰ্তালাপ হয় সি বেছ মধুৰ তথা কৌতুকপূৰ্ণ—

নবীনঃ "বুজিছ গাধ, মই গুৱাহাটীত থাকিম বুলি ভাবিছোঁ। এটা ভাৰাঘৰ ঠিক কৰি দে।"

শৰৎঃ "আজিকালি গুৱাহাটীত ঘৰ পোৱা কঠিন। বাৰু চাওঁচোন কি হয়, নহ'লে মোৰ এই ৰুমেই গতি হ'ব দুয়োৰো।"

নবীনঃ "বাৰু চাচোন ক'ত আছে। এটা কথা কিন্তু মনত ৰাখিবি, যাতে তিনিটা 'প'ৰ সমাহাৰ হয়।"

শৰৎঃ "তিনিটা 'প'ৰ সমাহাৰ মানে?"

নবীনঃ "তাৰমানে পানী, পায়খানা, পাকঘৰ। পানীৰ 'প', পাইখানাৰ 'প' আৰু পাকঘৰৰ 'প' থাকিব লাগিব।"

শৰৎঃ "পানী, পায়খানা, পাকঘৰ নহ'লেনো ভাৰাঘৰ ল'ব কোনে? এইকেইটা থাকিবই লাগিব।" হাঁহে শৰতে।

হাঁহি মাৰি কয় নবীনেঃ "আজিকালি গুৱাহাটীত এইকেইটা নাথাকিলেও চলে দেখিছোঁ।"

এই ধৰণৰ ব্যংগ-বিদ্ৰূপৰ মাজেৰে তেওঁ চহৰৰ মানুহৰ [illegible] জীৱনযাত্ৰাকে প্ৰতিফলিত কৰি তুলিছে।

বিহু অসমৰ জাতীয় উৎসৱ। বহাগমাহত অসমৰ চুকে-কোণে এই উৎসৱ পালন কৰা হয়। বিহু বিভিন্ন ঠাইত পালন কৰিলেও ইয়াৰ কৰ্মপদ্ধতি, কৰ্মব্যৱস্থা, কৰ্মকৰ্তাসকলৰ আওভাও সকলোতে একে। 'ভাৰাঘৰ' উপন্যাসত এই বিহু উৎসৱৰ যি কৰ্মব্যৱস্থাৰ ছবি অংকিত কৰিছে সি এককথাত অসাধাৰণেই। বিহু উৎসৱ পালন কৰাৰ সময়ত বিভিন্ন ঘটনা ঘটি থাকে। উপন্যাসখনত তাৰেই কেইটামান দৃষ্টান্ত দেখিবলৈ পোৱা যায়। মঞ্চত অনুষ্ঠান আৰম্ভ হোৱাৰ পূৰ্বেই মাইকৰ সন্মুখত থিয় হৈ ডেকা দুই এজনে মাজে-সময়ে ৰাইজক অনুৰোধ কৰে—

> "চাইলেণ্ট প্লিজ! ৰাইজৰ মাজত চলে ভলণ্টিয়াৰসকলৰ অনুৰোধ গণ্ডগোল নকৰিবলৈ। 'হাই নকৰিব', 'হাই নকৰিব' সাৱধানবাণী ইমান অধিক হয় যে তেওঁলোকৰ নিষেধাজ্ঞাৰ ধ্বনিয়ে গণ্ডগোল লগায় বেছি।"

আকৌ কৰ্মকৰ্তাসকলৰ কিছুমানে এনেযেই ব্যস্তভাৱে অহা-যোৱা কৰিবলৈ ধৰে--

> "কোনোজনে হয়তো দ্ৰুতপদে মঞ্চত প্ৰৱেশ কৰি 'মাইক'টোকে লাৰি চাৰি চাই ইফালে-সিফালে ঘুৰাই দুটামান ফুকমাৰি ভালবেয়া পৰীক্ষা কৰে। তাৰপাছত বায়ুবেগে যায় মহাব্যস্ত হৈ অফিচলৈ। তেওঁক হয়তো যোৱাহে দেখা যায়, পুনৰ দেখাৰ আৰু সৌভাগ্য নঘটে। হয়তো সেই মহাব্যস্ত ব্যক্তিজনে তেতিয়া মেনেজাৰ বা চেক্ৰেটাৰীৰ পিছফালে থিয় হৈ চেয়াৰত ধৰি ক'বলৈ একো কথা নাপাই লাহেকৈ চেক্ৰেটাৰীৰ কাণৰ কাষত সেমেনা-সেমেনি কৰি সুধিছে— "তামোল খাব নেকি?"
> এইবোৰ কাম কৰা ভলণ্টিয়াৰৰ অৰ্থাৎ স্বেচ্ছাসেৱকৰ সংখ্যা অধিক, কিন্তু কাম নোহোৱা স্বেচ্ছাসেৱকৰ সংখ্যা ততোধিক।"

বিহু উৎসৱত এনেধৰণৰ ঘটনা প্ৰতিবছৰে প্ৰতিটো অঞ্চলতে দেখিবলৈ পোৱা যায়। প্ৰতিবছৰে নতুন নতুন যুৱক-যুৱতীসকলে নৱৰাগত জীৱনৰ প্ৰথম প্ৰেম নিবদেন কৰে। এই প্ৰেমনিবেদনৰ কথাও উপন্যাসখনত পৰিলক্ষিত হয়। উপন্যাসখনত বৰ্ণিত সকলোতকৈ আমোদজনক তথা হাস্যৰসৰ ছবি ঔপন্যাসিকে এই প্ৰসংগত উল্লেখ কৰিছে—

> "তিৰোতাৰ ফালে হয় জনতাৰ ভিৰ। গাঁৱত যাত্ৰাপাটি হ'লে হয় হেঙাৰৰ ব্যৱস্থা। তিৰোতাৰফালে আছুতীয়াকৈ বান্ধে হেঙাৰ। হেঙাৰৰ ভিতৰত থাকে নাৰীসকল। কিন্তু হেঙাৰৰ বাহিৰত পুৰুষৰ সংখ্যা হয় তিৰোতাতকৈও অধিক। হেঙাৰ ভাগি যাতে একো অনিষ্ট নহয় তাৰবাবেই বোধহয় বাহিৰত থিয় হৈ থাকে ডেকা ল'ৰাৰ দল। বাঁহৰ বেৰক বিশ্বাস নাইতো— গতিকে মানুহৰ বেৰ।"

এনেদৰে বিভিন্ন ক্ষুদ্ৰ ক্ষুদ্ৰ ঘটনাৰ অৱতাৰণা কৰি হাস্যৰসৰ জৰিয়তে ঔপন্যাসিকে ৰঙালী বিহু উৎসৱৰ নিটোল চিত্ৰ সেউজ আৱৰণৰ মাজত আৱদ্ধ কৰি ৰাখিছে।

বহুগুণেৰে সমৃদ্ধ হিতেশ ডেকাৰ এই উপন্যাসখনত কিছু আসোঁৱাহ লক্ষ্য কৰা যায়। প্ৰধানতঃ 'ভাৰাঘৰ' এটা নিটোল প্ৰেমৰ কাহিনী। প্ৰেম য'ত আছে সংঘাত তাত থাকিবই। বিশ্বৰ শ্ৰেষ্ঠ প্ৰেমকাহিনীক কেন্দ্ৰ কৰি গঢ়ি উঠা উপন্যাসসমূহ বিচাৰ-বিশ্লেষণ কৰিলে দেখা যায়, তাত নায়ক-নায়িকাৰ মাজত যি সংঘাতৰ সৃষ্টি হয় তাৰ ভাববোৰ অতি গভীৰ। কিন্তু 'ভাৰাঘৰ'ৰ কাহিনীত সংঘাত সৃষ্টি হৈছে অতি সাধাৰণভাৱে যৌতুকক কেন্দ্ৰ কৰি। সিও মাত্ৰ দহহাজাৰ টকাক কেন্দ্ৰ কৰি সৃষ্টি হৈছে। পাত্ৰৰ এজন বিত্তবান পিতৃয়ে কেৱলমাত্ৰ দহহাজাৰ টকা পণ হিচাপে ল'ব সেইটো অবিশ্বাস্য যেন বোধ হয়। উপন্যাসখনৰ চৰিত্ৰ সৃষ্টিত ঔপন্যাসিকে সকলো সময়তে নিৰপেক্ষ হৈ থাকিবপৰা নাই। নায়ক শৰততকৈ তাৰ বন্ধু নৱীন বহুগুণে বেছি উজ্জ্বল তথা সপ্ৰতিভ। ঔপন্যাসিক

ডেকাই কাহিনীৰ প্ৰয়োজনত নবীন চৰিত্ৰৰ ওপৰত বহুমুখী গুণ আৰোপ কৰিছে। উপন্যাসখনত নবীনৰ ভূমিকা প্ৰয়োজনতকৈ বেছিকৈ দিয়া হৈছে। আনহাতে, ঔপন্যাসিকে নায়কৰ চৰিত্ৰতকৈ অধিক গুৰুত্ব দিছে নায়িকা সবিতাক এটি আদৰ্শ চৰিত্ৰ হিচাপে গঢ় দিবলৈ। উপন্যাসখনত বৰ্ণিত পাৰ্শ্বচৰিত্ৰসমূহৰ ভূমিকা অসাধাৰণ চৰিত্ৰৰূপে প্ৰতিভাত হৈ উঠিছে। বিশেষকৈ গিৰীশ দাস, জগৎ ভূঞা আৰু প্ৰবীণৰ চৰিত্ৰকেইটা অসাধাৰণ চৰিত্ৰ হিচাপে প্ৰতিফলিত হৈছে। অসমীয়া পাৰিবাৰিক জীৱনৰ চিত্ৰ সবিতাৰ মাক তথা শৰতৰ মাকৰ কথা-বতৰাৰ যোগেৰে নিটোলভাৱে ফুটি উঠিছে।

উপন্যাসখনৰ আৰম্ভণিতে যি সমস্যা - অৰ্থাৎ সমসাময়িক সমাজৰ কুশ্ৰী দিশটোৰ কথা-- অৱতাৰণা কৰা হৈছিল, কাহিনীভাগ আগবঢ়াৰ লগে লগে সি অন্যফালে ঢাল খায়। ঔপন্যাসিকে এই সমস্যাটোক আনুষংগিক বিষয় হিচাপেহে উত্থাপন কৰিছে - মূল বিষয়বস্তু হিচাপে চিত্ৰিত কৰা নাই।

মূলতঃ **'ভাৰাঘৰ'** এখন সামজিক উপন্যাস। সেইপিনৰপৰা ইয়াৰ বিষয়বস্তু, কাহিনী নিৰ্মাণ কৌশল, চৰিত্ৰ সৃষ্টি আদিৰ কৰবাত নহয় কৰবাত ভুল-ত্ৰুটি লক্ষ্য কৰা যায়। তথাপি এটা কথা মনত ৰাখিব লাগিব, সেইটো হ'ল ঔপন্যাসিকৰ মূল উদ্দেশ্য। তেওঁ আচলতে পাঠক-সমাজৰ ৰুচিৰ ফালে সততে দৃষ্টি ৰাখি উপন্যাসখন ৰচনা কৰিছে। ফলস্বৰূপে উপন্যাসখনৰ বৌদ্ধিক পাঠকতকৈ সাধাৰণ পাঠকৰ সংখ্যাই সৰহ। সেয়েহে উপন্যাসখন ইমান জনপ্ৰিয়।

যি মহান উদ্দেশ্য আগত ৰাখি উপন্যাসখনৰ কাহিনীভাগ আৰম্ভ কৰা হৈছিল তাৰ ধাৰাবাহিকতা ঔপন্যাসিকে শেষলৈকে ৰক্ষা কৰিব নোৱাৰিলে। কাহিনীৰ গতি যি তীব্ৰ বেগেৰে প্ৰথমে অগ্ৰসৰ হৈছিল সি শীৰ্ষবিন্দুলৈ যোৱাৰ পূৰ্বেই মন্থৰ হৈ পৰে। কাহিনীবিন্যাসৰ ক্ষেত্ৰতো ঔপন্যাসিকে বিশেষ গুৰুত্ব নিদিয়া যেন লাগে, যাৰফলত বহুসময়ত ঘটনাটো বিৰক্তিদায়ক হৈ উঠিছে। উপন্যাসখনৰ শেষত একেটাই ঘটনাৰ পুনৰাবৃত্তি কৰাত ইয়াৰ মূলৰস বহুখিনি হ্ৰাস পাইছে। সকলোতকৈ আশ্চৰ্যকৰ কথা, যি পৰিৱৰ্তিত মূল্যবোধৰ ইংগিত দি কাহিনীভাগ আৰম্ভ হৈছিল তাৰ কোনো প্ৰত্যেক্ষ চিত্ৰ উপন্যাসখনত স্পষ্টকৈ দেখিবলৈ পোৱা নাযায়।

যি পৰিৱেশ-পৰিস্থিতিৰ মাজেৰে হিতেশ ডেকাই এককভাৱে নিজৰ সংযম তথা মনোবল অটুট ৰাখি নিৰৱচ্ছিন্নভাৱে এখনৰ পিছত এখনকৈ উপন্যাস ৰচনা কৰি গৈছে সি সঁচাকৈয়ে প্ৰশংসনীয়। সমালোচকৰ কথাই শেষ কথা নহয়, অগণন পাঠক তথা অন্তহীন সময়েই হ'ল এইবোৰৰ প্ৰকৃত বিচাৰক। সেইবোৰেহে ইয়াৰ প্ৰকৃত মূল্যায়ন কৰিব পাৰে। তথাপি এই কথা অনস্বীকাৰ্য যে অসমীয়া উপন্যাস সাহিত্যৰ চলন্ত ইতিহাসৰ উত্থানকালত তেওঁ এজন প্ৰধান বাটকটীয়া আছিল। এই বিষয়ত নিশ্চয় কাৰো দ্বিমত নাই।

**সহায়ক গ্ৰন্থঃ**

১। 'ভাৰাঘৰ'ঃ ৭ ম সংস্কৰণ, নৱেম্বৰ ১৯৯৪।
২। চন্দ্ৰ প্ৰসাদ শইকীয়া (সম্পা)ঃ গৰীয়সী, অষ্টম বছৰ, তৃতীয় সংখ্যা, ডিচেম্বৰ ২০০০।
৩। অসমীয়া সাহিত্যৰ বুৰঞ্জী (ষষ্ঠ খণ্ড)ঃ ABILAC সম্পাদকঃ হোমেন বৰগোহাঞি।
৪। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্তঃ ড সত্যেন্দ্ৰনাথ শৰ্মা।
৫। অসমীয়া সাহিত্যৰ ৰূপৰেখাঃ ড মহেশ্বৰ নেওগ।
৬। বাংলা সাহিত্যৰ সম্পূৰ্ণ ইতিবৃত্তঃ ড অসিত কুমাৰ বন্দোপাধ্যায়।



# হিতেশ ডেকাৰ উপন্যাস 'সীমাৰ কাজিয়া' এটি আলোচনা

লীলাধৰ হাজৰিকা

অসমীয়া সাহিত্যৰ বুৰঞ্জীত হিতেশ ডেকাৰ এখন সুকীয়া স্থান আছে। হিতেশ ডেকা একাধাৰে ঔপন্যাসিক, গল্পকাৰ, নাট্যকাৰ, প্ৰবন্ধকাৰ, কৃতী শিক্ষক আৰু সমাজসেৱক। তেখেত এজন সুবক্তাও। গল্পকাৰ হিচাপে ১৯৪৯ চনতেই আত্মপ্ৰকাশ কৰা হিতেশ ডেকা ঔপন্যাসিক হিচাপেহে বেছি জনপ্ৰিয়। সেই কথালৈ লক্ষ্য ৰাখি তেখেতৰ সাহিত্যৰাজিৰ এটি আভাস দিবলৈ চেষ্টা কৰাই এই নিবন্ধৰ মূল লক্ষ্য। তেখেতৰ সাহিত্যৰাজিৰ সকলোবোৰৰ আলোচনা কৰা এই ক্ষুদ্ৰ প্ৰবন্ধত সম্ভৱপৰ নহয় বাবেই **'সীমাৰ কাজিয়া'** নামৰ উপন্যাসখনহে বিশেষ উল্লিখনসহ আলোচনা কৰিবলৈ যত্ন কৰিম। অসমীয়া উপন্যাসৰ পটভূমি বিচাৰ কৰিলেই হিতেশ ডেকাৰ উপন্যাস তথা সাহিত্যৰ সমীক্ষা কৰাৰ প্ৰয়োজনীতা অনুধাৱন কৰিব পাৰি।

চল্লিশৰ দশকত সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰা হিতেশ ডেকাই ত্ৰিশখন গ্ৰন্থ লিখি থৈ গৈছে। তেখেতৰ সাহিত্য ৰাজিক চাৰিটা ভাগত ভাগ কৰিব পাৰি।

(ক) উপন্যাস (খ) গল্প

(গ) নাটক (ঘ) প্ৰবন্ধ

ঔপন্যাসিক হিচাপে তেখেত যিমান জনপ্ৰিয় প্ৰবন্ধকাৰ নাট্যকাৰ অথবা গল্পকাৰ হিচাপে সিমান প্ৰসিদ্ধ নহয়। অসমীয়া সাহিত্যলৈ অনবদ্য অৱদান আগবঢ়োৱা ডেকাৰ সাহিত্যিক জীৱন আৰম্ভ হয় হাইস্কুলীয়া জীৱনত হাতেলিখা আলোচনী **'ৰেণু'**ৰ সম্পাদক হিচাপে। ১৯৪৯ চনত **'প্ৰায়শ্চিত্ত'** নামৰ গল্প সংকলন ডেকাৰ প্ৰথম ছপা পুথি। তেখেতে নিজৰ লেখা সম্পৰ্কে কৈছিল—

> "সৰু কালতে মই কবিতা আৰু ধেমেলীয়া লেখা লিখি ছাত্ৰ সমাজত বৰ জনপ্ৰিয় হৈ পৰিছিলো। মই প্ৰথম উপন্যাস লিখো ১৯৪৭ চনত ১৬ বছৰ বয়সত নৱম মান শ্ৰেণীত থাকোতে। এই উপন্যাসখনৰ নাম আছিল **'গাঁৱলীয়া'**। দশম মানতো এখন লিখিছিলো। সেই সময়ত মই ৰাতি হ'লে উপন্যাসৰ একোটা অধ্যায় লিখো আৰু দিনত স্কুললৈ আগধৰি গৈ মোৰ সহপাঠী তিনিগৰাকী বন্ধুৰ হাতত লিখাখিনি তুলি দিওঁ। কোনোদিন লিখি নিনিলে মোক বৰ ভৰ্ৎসনা কৰে, কৈফিয়ৎ লয়।" [১]

হাইস্কুলীয়া জীৱনৰে পৰা ডেকাৰ সাহিত্য চৰ্চা আৰম্ভ হোৱাৰ কথাটো উক্ত বক্তব্যৰ মাজেদি ফুটি উঠিছে। তেখেতে লিখা বিভিন্ন গ্ৰন্থসমূহ হৈছে—

উপন্যাস— **'আজিৰ মানুহ' (১৯৫২), 'নতুন পথ' (১৯৫৪), 'মাটিকাৰ' (১৯৫৬), 'ভাৰাঘৰ' (১৯৫৮), 'এয়েতো জীৱন'** (১ম খণ্ড) **(১৯৬০)**, (২য় খণ্ড) **(১৯৬১)**, (তৃতীয় খণ্ড) **(১৯৬১), 'সীমাৰ কাজিয়া' (১৯৬২), 'আচল মানুহ' (১৯৬৩), 'বৈৰী মানুহ' (১৯৬৫), 'জীৱন-সংঘাত' (১৯৬৯), 'ইতিহাসে সঁকিয়ায়' (১৯৬৭), 'সুখৰ সংসাৰ' (১৯৭৫), 'কামপত্নী' (১৯৮০), 'নিৰ্যাতিতা সতী' (১৯৮০), 'গাঁৱৰ মানুহ' (১৯৯৪)। 'বাঁধীৰ কোঁৱৰ'** (শিশু উপন্যাস), **'ত্যাগ'** (২০০০)।

গল্প সংকলন— **'প্ৰায়শ্চিত্ত'** (১৯৪৯), **'গৰা খহনীয়া'** (১৯৫৪), **'এইখন আমাৰ সমাজ'** (১৯৭৬), **'হিতেশ ডেকাৰ এথুপি গল্প'** (১৯৮৭), **'গল্পটো লিখা নহ'ল'** (১৯৯১)।

নাটক— **'মন্ত্ৰীৰ হুকুম'**, (১৯৭২), **'শীৰ্ষ সন্মিলন'** (১৯৭৪), **'বিহুৱান'** (১৯৭৬), **'অসমীৰ প্ৰাণৰ কথা'** (১৯৮১)।

প্ৰবন্ধ সংকলন— **'পশ্চিমবংগত মাটিকাৰ'**, **'জাতীয় চৰকাৰ'** (১৯৮০), **'অসমীয়া জাতি টিকিবনে?** (১৯৮০)

ইয়াৰ উপৰিও বিভিন্ন বাতৰি কাকত আৰু আলোচনীত হিতেশ ডেকাৰ ভালেমান প্ৰবন্ধ, সাক্ষাৎকাৰ আদি সংকলিত নোহোৱাকৈ আছে। হিতেশ ডেকাৰ **'এয়েতো জীৱন'** আৰু **'আজিৰ মানুহ'** উপন্যাস দুখন গুৱাহাটী দূৰদৰ্শনৰ ধাৰাবাহিক শিতানত ইতিমধ্যে সম্প্ৰচাৰিত হৈ গৈছে। হিতেশ ডেকাৰ কবিতাও কিছুসংখ্যক প্ৰকাশ পাইছিল। ১৯৫২ চনতে ডেকাই লিখা **'মুক্তি'** নামৰ কবিতাটো উল্লেখযোগ্য।

স্বাধীনতাৰ ঠিক পিছতেই এমুঠি অসমীয়া সামাজিক উপন্যাস লিখি জনপ্ৰিয় হোৱা সাহিত্যিক গৰাকীয়ে হ'ল হিতেশ ডেকা। হিতেশ ডেকাৰ উপন্যাসত সমাজৰ বাস্তৱ মধুৰ দৃশ্যৰাজিৰ ছবি দেখা যায়। হিতেশ ডেকাৰ উপন্যাসসমূহ অধ্যয়ন কৰিলে প্ৰধানকৈ এই কেইটা দিশৰ প্ৰতি পঢ়ুৱৈ সমাজ বেছি আকৰ্ষিত হয়।

(ক) সামাজিক দুৰ্নীতিৰ বিৰুদ্ধে জেহাদ ঘোষণা।
(খ) গ্ৰাম্য জীৱনৰ নিখুঁত চিত্ৰ অংকন।
(গ) সমাজবাদ প্ৰতিষ্ঠাৰ আকাংক্ষা।
(ঘ) কুসংস্কাৰৰ কুফল।
(ঙ) দুৰ্বলীৰ ওপৰত অত্যাচাৰ আৰু ধনীৰ ধনগৰ্ব, যৌনক্ষুধা চৰিতাৰ্থ।
(চ) ভাৰাঘৰৰ সমস্যা।
(ছ) ভূমিহীনৰ ভূমি সমস্যা।
(জ) প্ৰেম, প্ৰীতি আৰু ঈৰ্ষা পৰায়ণতা।
(ঝ) চীনা আক্ৰমণ আৰু ভাৰত পাকিস্তানৰ যুদ্ধৰ বৰ্ণনা।
(ঞ) জীৱনৰ মৰ্মন্তুদ বেদনাৰে ভাৰাক্ৰান্তজনৰ হৃদয় বিদাৰক ঘটনা।

ভাষা আন্দোলনৰ পটভূমি আৰু অসমৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ বৰ্ণনাই উপন্যাস কেইখনৰ কাহিনী আৱৰি আছে।

হিতেশ ডেকাৰ উপন্যাসৰ মাজত প্ৰাদেশিক চেতনাৰ লগতে অখণ্ড ভাৰত চেতনাৰ উমানো পোৱা যায়। কেতিয়াবা কেতিয়াবা সেই চেতনা বিশ্ব চেতনাও হৈ পৰে।

> "ৰাষ্ট্ৰীয় চেতনা সমৃদ্ধ তেওঁৰ দুখন উপন্যাস হ'ল **'সীমাৰ কাজিয়া'** (১৯৬২) আৰু **'বৈৰী মানুহ'** (১৯৬৫)। **'সীমাৰ কাজিয়া'** ভাৰত চীন যুদ্ধৰ পটভূমিত ৰচিত আৰু ই এখন সংবেদনশীল দেশাত্মবোধক উপন্যাস। অনৈক্যৰ মাজতো ঐক্য— ভাৰতীয় ঐতিহ্যৰ যি বিশেষ ৰূপ সেই ৰূপেই প্ৰতিফলিত হৈছে উপন্যাসখনত। নিজৰ মাজতে থকা ভেদাভেদ দ্বন্দ্ব অসূয়া হিংসা আৰু অনৈক্যক পাহৰি দেশবাসী একগোট হৈছে বিদেশী শত্ৰুৰ বিৰুদ্ধে।"[২]

হিতেশ ডেকাৰ উপন্যাসত সমস্যাই এক মূৰ্ত ৰূপত চিত্ৰিত হয়। **'মাটিকাৰ'**, **'সীমাৰ কাজিয়া'**, **'বৈৰী মানুহ'**, **'নিৰ্যাতিতা সতী'** আদি উপন্যাসত এনে সমস্যাই লেখকৰ দৃষ্টিত বৰ্ণিত হৈছে। হিতেশ ডেকাই অসমীয়া সমাজ জীৱনত ঘটি থকা কথাকেই যে উপন্যাসত বৰ্ণনা কৰে— সেই কথাৰ উমান প্ৰতিখন উপন্যাসতে পোৱা যায়। ড° মহেশ্বৰ নেওগদেৱে কৈছে—

"মানুহৰ অৰ্থনৈতিক সামাজিক সমস্যাৰ জীৱনলৈ উপন্যাস নামি আহে হিতেশ ডেকাৰ ৰচনাত— **'আজিৰ মানুহ', 'নতুন পথ', 'ভাবাঘৰ', 'মাটিকাৰ', 'এয়েতো জীৱন', 'আচল মানুহ', 'বৈৰী মানুহ', 'জীৱন সংঘাত'**। এইবোৰৰ অৰ্থ আৰু মাটিৰ সমস্যা; ভাবাঘৰৰ আহুকাল আদিৰ কথাকে বিষয়বস্তু কৰি প্ৰেম, আৰু সুখ দুখৰ কাহিনী গুঠি যোৱা হৈছে। কিন্তু তেওঁৰ প্ৰথম উপন্যাস **'আজিৰ মানুহে'ই** তেওঁৰ শ্ৰেষ্ঠ হৈ থাকিল যেন ভাব হয়।" [৩]

হিতেশ ডেকাৰ প্ৰত্যেকখন উপন্যাসতে সমাজ সচেতনতাৰ মনোভাব ফুটি উঠিছে যদিও কলাসুলভ দিশত আটাইকেইখনেই সৰ্বাঙ্গসুন্দৰ হৈছে বুলি ক'ব নোৱাৰি। ড° শৈলেন ভৰালীৰ ভাষাত.........

"আজিৰ মানুহৰ কাহিনীৰ মাজত লেখকৰ এটি কলাসুলভ দৃষ্টিভঙ্গী পৰিস্ফুট হৈছিল। কিন্তু পাছৰ উপন্যাসত সি সম্পূৰ্ণ ভাবে হেৰাই যায়। খেতিয়ক নাইবা গাঁৱৰ জীৱনৰ সৈতে লেখকৰ নিবিড় পৰিচয় সৰহভাগ উপন্যাসতে ফুটি উঠিছে। প্ৰতিখনেই লেখকৰ সমাজ সচেতনতাৰ পৰিচয় বহন কৰিছে যদিও **'আজিৰ মানুহ'**ৰ পাছত প্ৰকাশিত **'নতুন পথ', 'ভাবাঘৰ', 'মাটিকাৰ', 'এয়েতো জীৱন', 'আচল মানুহ', 'বৈৰী মানুহ' 'সীমাৰ কাজিয়া'** আদিত উপন্যাসত কলাৰ সৌন্দৰ্য তেনেই ব্যাহত হৈছে। লেখকৰ নিজস্ব আদৰ্শ প্ৰতিষ্ঠাৰ অত্যুৎসাহে উপন্যাসসমূহক বক্তৃতাধৰ্মী ৰচনাত পৰিণত কৰিছে। কলাৰ বাবে আৱশ্যকীয় সংযত প্ৰকাশভঙ্গী আৰু শৃঙ্খলাবোধৰ অভাৱ সেইবোৰত অনুভৱ কৰা যায়। [৪]

হিতেশ ডেকাৰ **'সীমাৰ কাজিয়া'** উপন্যাসখন আলোচনা কৰিবলৈ ললেও ওপৰত উনুকিওৱা কথাবোৰৰ সীমাবদ্ধতাৰ কথাটো আহি পৰে। উপন্যাসখনত এক আদৰ্শগত দ্বন্দ্বৰ কথাটো উজ্জ্বল হৈ আছে। "সাহিত্যই কালজয়ী তথা শ্ৰেষ্ঠতৰ দাবি কৰিব নোৱাৰে যদিহে সেই ৰচনাই আদৰ্শগত মানদণ্ড আৰু সামাজিক মানসিকতাৰ আলোড়ন সৃষ্টি কৰি নতুন পথৰ সন্ধান নিদিয়ে।" [৫] উপন্যাসৰ লগত এই নিবিড় সম্পৰ্কৰ কথা হেনৰি জেমচে তেওঁৰ Art of Fiction নামৰ প্ৰবন্ধত কৈছে—

"As people feel lipe, so they feel the art that is most closely related to it. This closeness of relation is what we should never forget in talking of the effort of Novel' [৬]

কলাগত মানদণ্ডৰ দিশৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে বিষযবস্তুৰ নিৰ্বাচন আলোচনা পদ্ধতি আৰু দৃষ্টিভঙ্গীৰ যি আদৰ্শ অসমীয়া উপন্যাসত পূৰ্বৱৰ্তী ঔপন্যাসিক সকলে আলোচনা কৰিছিল যুদ্ধোত্তৰ যুগত সেইবোৰ দিশৰপৰা আঁতৰি আহি নতুন বিষয়বস্তু আৰু পদ্ধতি গ্ৰহণ কৰা সকলৰ ভিতৰত হিতেশ ডেকা অন্যতম। ইয়াৰ মূল কাৰণ বিচাৰ কৰিবলৈ গ'লে দেখা যায় নতুনকৈ উদ্ভৱ হোৱা সামাজিক পৰিবেশ আৰু জাগ্ৰত চেতনাই বুলি ক'ব পাৰি। দুখনকৈ মহাযুদ্ধই আমাৰ জীৱনত বাৰুকৈয়ে প্ৰভাৱ পেলাই থৈ গৈছে। বিশেষকৈ দ্বিতীয় বিশ্বযুদ্ধৰ পটভূমিত ৰচিত যোগেশ দাসৰ **'ডাৱৰ আৰু নাই'** নগা বিদ্ৰোহৰ ওপৰত লিখা ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ **'ইয়াৰুইঙ্গম'** কৈলাশ শৰ্মাৰ **'বিদ্ৰোহী নগাৰ হাতত'** উপন্যাস আদিত যুদ্ধস্পৰ্শিত জীৱনৰ সুন্দৰ পৰিবেশ দেখা যায়। বাস্তৱ দৃষ্টিভঙ্গীৰে জীৱনক উপলব্ধি কৰি জনসাধাৰণৰ অন্তৰ স্পৰ্শ কৰিব পৰা ক্ষমতাই ঔপন্যাসিকৰ সাৰ্থকতা নিৰ্ভৰ কৰে।

**"ঔপন্যাসিকৰ পক্ষে সকলোতকৈ ডাঙৰ বিষয় হ'ল জীৱনৰ সমগ্ৰতাৰ সন্ধান। সমগ্ৰতা ব্যতিৰেকে কেতিয়াও সাৰ্থক উপন্যাস সৃষ্টি হ'ব নোৱাৰে। অৱশ্যে এইটোও ঠিক যে এখন উপন্যাসৰ পৰা শেষ পৰ্যন্ত কেৱল জীৱনকেই বিচৰা নাযায়, জীৱন সম্বন্ধে ঔপন্যাসিকৰ বক্তব্য কি সেইটোৰহে সন্ধান কৰা যায়। সেয়ে ঔপন্যাসিকৰ সুস্থ জীৱন দৰ্শনেই শ্ৰেষ্ঠ উপন্যাসৰ হেতুস্বৰূপ।"** [৭]

হিতেশ ডেকাৰ 'সীমাৰ কাজিয়া'ত লেখকৰ এক সুস্থ সমাজবোধৰ পৰিচয় পোৱা যায়। সুস্থ সমাজবোধৰ চেতনাইহে মানুহৰ জীৱন আন্দোলিত কৰি তুলিব পাৰে। ঔপন্যাসিকৰ অভিজ্ঞতাকেন্দ্ৰিক সমস্যাই উপন্যাসক ক্ষুদ্ৰৰ পৰা বৃহত্তম, নীচৰ পৰা উচ্চতম, ঠেকৰ পৰা বিস্তৃততম সকলো সমাজ আৰু জীৱন প্ৰসূত সৃষ্টিকেই সামৰি খোৱাৰ প্ৰয়াস কৰে।

> "সেয়ে একোখন ৰসজ্ঞ উপন্যাসৰ মাজত সমাজ বাস্তৱতাৰ বৈচিত্ৰময় পৰিৱেশত মানৱ মনৰ নিভৃততম্ চিন্তাৰ সন্ধান সম্ভৱ হৈ পৰে। সমসাময়িক বাস্তৱৰ পৰিৱেশিক চিত্ৰণে উপন্যাসৰ পটভূমি গঢ় দিয়ে যদিও সমাজত বিভীষিকা সৃষ্টিকাৰী, ঐহিক জীৱন-সমতাৰ বিধ্বস্তকাৰী যুদ্ধ বিগ্ৰহে মহত্তম উপন্যাসৰ পটভূমি সৃষ্টি কৰিব পাৰে। তাৰ নজিৰ বিশ্বৰ উপন্যাসৰ মাজত সহজেই অনুমেয়। টলষ্টয়ৰ 'ৱাৰ এণ্ড পিচ' যুদ্ধৰ পটভূমিত ৰচিত বিশ্বৰ এখন মহত্তম উপন্যাসেই নহয় বিশ্বৰ সমগ্ৰ মানুহৰ হৃদয়-বেদনা মৰ্মস্পৰ্শী ৰূপত ৰূপায়িত কৰা ই এখন মানৱ ইতিহাসৰেই দলিল স্বৰূপ।[৮]

হিতেশ ডেকাৰ 'সীমাৰ কাজিয়া' টলষ্টয়ৰ 'ৱাৰ এণ্ড পিচ্'ৰ সৈতে তুলনা কৰিব পৰা উপন্যাস নহয় যদিও চীনা আক্ৰমণৰ সময়ত অসম তথা ভাৰতৰ জনসাধাৰণে ঐক্য ভাৱৰ দ্বাৰা একাত্মবোধ সৃষ্টিৰ বিষয়ে লিখা এখন উপাদেয় উপন্যাস। মহাপৰাক্ৰমী শত্ৰুৰ দ্বাৰা বিৰুদ্ধে যুঁজিবলৈ অস্ত্ৰৰ প্ৰয়োজন, তাৰ বাবে অৰ্থৰো প্ৰয়োজন আছে। উপন্যাসখনত দেশাত্মবোধত উদ্দীপ্ত হৈ অসমৰ ধনী দুখীয়া, শিশু, নাৰী সকলোৱে যথাসাধ্যে অৰ্থদান কৰিছে প্ৰতিৰক্ষা পুঁজিলৈ। দেশৰ অৰ্থে উৎসৰ্গ কৰা এনে দানৰ মূল্য অপৰিসীম। উপন্যাসখনত ৰাষ্ট্ৰীয় চেতনাবোধৰ চিত্ৰ সুন্দৰভাৱে জিলিকি উঠিছে।

'সীমাৰ কাজিয়া' হিতেশ ডেকাৰ ষষ্ঠ উপন্যাস। 'মাটিকাৰ'ত মাটিক লৈ হোৱা সমস্যাৰ দৰে 'সীমাৰ কাজিয়া'তো সীমাক লৈ হোৱা সমস্যাৰ কথাটো লেখকে সুন্দৰভাৱে বৰ্ণনা কৰি গৈছে। উপন্যাসখনত কোনো নায়ক নাই। লেখকে প্ৰথম পুৰুষত কথাবোৰ বৰ্ণনা কৰি গৈছে। উপন্যাসখনত দুটা অধ্যায় আছে। প্ৰথম অধ্যায়ত যুদ্ধ যে অতি ঘৃণনীয় কাৰ্য সেই কথাৰে প্ৰথম অধ্যায় আৰম্ভ কৰি প্ৰাচীন ৰজা মহাৰজাৰ দিনৰ যুদ্ধৰ পৰা আমাৰ চাৰিওফালে ঘটি থকা দেশসমূহৰ কথা বৰ্ণনা কৰিছে। প্ৰাচীন ৰজাই প্ৰজাৰ ওপৰত কৰা অত্যাচাৰৰ পৰা পশ্চিমৰ খলিফা, মোল্লা, মমিন, ইউৰোপৰ কিং, বেৰণ, পোপ আদি ধৰ্মতৰ সকলে কৰা যুদ্ধৰ ইঙ্গিত বৰ্ণনা কৰিছে। লেখকে বন্ধু এজনৰ সৈতে তেওঁৰ ঘৰখনৰ চাৰিওফালে ঘটি থকা কাজিয়াবোৰৰ আলোচনা প্ৰসঙ্গতেই এই উপন্যাসখন আৰম্ভ কৰিছে। লেখকে কৈছে যে তেওঁৰ ভালেকেইজনী ভনী আছে আৰু প্ৰতিগৰাকী ভনীয়েই ৰূপৱতী। ধুনীয়া ভনী থকাটো বিপদ বুলি কৈ উত্তৰ পূৰ্বাঞ্চলৰ সাতভনীৰ কথাকেই পৰোক্ষ ভাৱে উল্লেখ কৰিছে-- এজনীৰ নাম হৈমৱতী, হৈমৱতী মানে লেখকে কাশ্মীৰক বুজাইছে যেন অনুমান হয়। লেখক আৰু বন্ধু দুয়োৱে মাজত অসম, অৰুনাচল কাশ্মীৰ আদি দেশ সমূহৰ বিভিন্ন সময়ত চীনাসকলে, পাকিস্তানে আক্ৰমণ কৰি সীমা বিবাদক লৈ কৰা গণ্ডগোলৰ কথা কৈছে। কাশ্মীৰ সমস্যাৰ পৰা অসম সমস্যালৈ সকলো কথা আলোচনাৰ মাজত সোমাই পৰিছে। প্ৰকাৰান্তৰে গান্ধী, নেহৰু আদিৰ কথাও উল্লেখ কৰিছে।

দ্বিতীয় অধ্যায়ত কাশ্মীৰ আৰু অসম সম্পৰ্কে গভীৰ আলোচনাত নেহৰু চিন্তিত হৈ পৰিছে। গোটেই ঘটনাবোৰ চিত্ৰশিল্পী এজনে নিৰীক্ষণ কৰি আছে। গোটেই ঘটনাটো চিত্ৰশিল্পীজনে ছবিৰে আঁকিম বুলি প্ৰতিশ্ৰুতিও দিছে। ইয়াৰ উপৰি সঙ্গীতকাৰ এজনৰো কথা কৈছে। সঙ্গীতকাৰৰ দৰে সাহিত্যিককো কাহিনীৰ মাজলৈ আনি লেখকে সমস্যাবোৰৰ ভিন ভিন আলোচনা কৰিছে। দেশৰ দুৰ্দশাগ্ৰস্ত অৱস্থাৰ প্ৰতি সহাঁৰি জনাই সাহিত্যিক অভিনেতা, গায়ক, চিত্ৰকৰ আদি সকলোৱে স্ব-উপাৰ্জিত ধন মুক্তহস্তে দেশৰ বাবে দান দিম বুলি প্ৰতিশ্ৰুতি দিছে। আনকি নাগৰিকাইতেও হাতৰ

কাণৰ অলংকাৰ মুক্তহস্তে দান কৰিলে। দেশৰ সীমান্ত অঞ্চলত চলা সমস্যাটোক লেখকে বিভিন্ন চৰিত্ৰৰ মাজেৰে চিত্ৰিত কৰিব বিচাৰিছে। উপন্যাসখনৰ পটভূমি সীমান্তৰ মাটি আৰু মানুহ। সেই সকল মানুহৰ জীৱনৰ বৰ্ণাঢ্য সংঘটনে উপন্যাসখন জীপাল কৰি তুলিছে। উপন্যাসখনত কোনো এটা বিশেষ চৰিত্ৰত লেখকে গুৰুত্ব দিয়া নাই। এটা ৰাজনৈতিক সমস্যাৰ কথা উপন্যাসখনত লেখকে বৰ্ণনা কৰিবলৈ চেষ্টা কৰিছে। উপন্যাসখনৰ বক্তব্য ধৰ্মিতাই উপন্যাসখনক ৰাজনৈতিক উপন্যাসৰ শাৰীলৈ উন্নীত কৰাত সামান্য পৰিমাণে হলেও সমলৰ যোগান ধৰিছে।

'সীমাৰ কাজিয়া'ৰ পৰিবেশ এক সমস্যাবহুল বিষয়। সিটো বিষয়ৰ উত্থাপনহে লেখকে কৰিছে, ইয়াৰ সমাধান আজি পৰ্যন্ত হোৱা নাই। উপন্যাসখনত চৰিত্ৰবোৰৰ প্ৰতীকী অৰ্থ অতি সুন্দৰ।

হিতেশ ডেকাৰ উপন্যাসত সমাজ চিত্ৰণ চৰিত্ৰ সৃষ্টি লক্ষ্য আৰু দৰ্শন ভাষা আৰু গদ্যৰীতি আদিৰ আলোচনা কৰিলে 'সীমাৰ কাজিয়া'ৰ মাজতো এই সকলোবোৰ বৈশিষ্ট্য কম বেছি পৰিমাণে দেখা যায়। 'সীমাৰ কাজিয়া'ত যিখন সমাজৰ চিত্ৰ লেখকে অংকণ কৰিছে সেয়া সম্পূৰ্ণ ভাৱে ভাৰতীয় সমাজ। ভাৰতীয়ৰ লগতে অসম আৰু ইয়াৰ চুবুৰীয়া সমাজৰ কথালৈকো স্পৰ্শ কৰি গৈছে। 'সীমাৰ কাজিয়া' উপন্যাসখনৰ নামাকৰণতেই ইয়াৰ অৰ্থ নিহিত হৈ আছে। উপন্যাসখনৰ আৰম্ভণিতেই যুদ্ধৰ উল্লেখ আছে।

> 'যুদ্ধ অতি ঘৃণনীয় কাৰ্য নৃশংসতাৰ চৰম পৰিণতি। মানৱ ৰক্তেৰে ধৰণী প্লাৱিত কৰি এক পৈশাচিক দৃশ্যৰ অৱতাৰণা কৰে ৰণাঙ্গনত। হিংসা, প্ৰতিহিংসা আৰু অমানশিকতাৰে মানৱ মন ভৰি উঠে। মানুহ হৈ পৰে হিংস্ৰ পশু।"[৯]

লেখকে যুদ্ধৰ পৰিণতি যে বেয়া সেই কথা বক্তব্যৰ মাজত প্ৰকাশ কৰিছে। এখন গাঁৱৰ সমস্যাই এখন দেশৰো সমস্যা। লেখকে কৈছে— "যুদ্ধত যেনেকৈ একোখন ৰাজ্য ভাগি চিগি চুৰমাৰ হৈ যায়, কাজিয়াতো তেনেকৈ একোখন গৃহস্থী থানবান হৈ যায়। ৰাজ্যৰ কাৰণে ৰণ আৰু গাঁৱৰ কাৰণে কাজিয়া সমপৰ্যায়ৰ।[১০] লেখকৰ কথাবোৰ বক্তব্যধৰ্মী হলেও বেচ প্ৰতীকী অৰ্থ যুক্ত। লেখকে কৈছে যে আমাৰ চুবুৰীৰ আমাৰ কাষৰ উত্তৰৰ ঘৰৰ লগতে আমাৰ কাজিয়া আৰম্ভ হৈছে। 'সীমাৰ কাজিয়া' উপন্যাসখন মনোযোগেৰে পঢ়ি গৈ থাকিলে আমাৰ দেশৰ কথাবোৰেই যে লেখকে বক্তব্যৰ মাজত কৈছে, সেই কথাটো স্পষ্ট হৈ পৰে। সীমাৰ কাজিয়াৰ সমাজখন ভাৰতীয় তথা অসমীয়া সমাজ। ইয়াৰ সমস্যা আমাৰ সমস্যা। আমাৰ দেশৰ অতীত গৌৰৱৰ কথাও লেখকে কবলৈ পাহৰি যোৱা নাই। এঠাইত কৈছে—

> "অতীতৰে পৰা গাঁৱৰ মাজত আমাৰ ঘৰখন ডাঙৰ জিলিকি আছিল, বিশেষকৈ ধৰ্ম আৰু জ্ঞানবিদ্যাত আমাৰ আতাইত গাঁৱত বিখ্যাত আছিল। গাঁৱৰ কিমান ঘৰ মানুহ যে জ্ঞান-বিজ্ঞানৰ কথা শিকিবলৈ আমাৰ ঘৰলৈ আহিছিল তাৰ লেখ নাই"।[১১]

এনেধৰণৰ বক্তব্যৰ মাজেদি আমাৰ দেশৰ প্ৰাচীন ঐতিহ্য আৰু চিন্তাচৰ্চাৰ দিশটোৰ কথা লেখকে দাঙি ধৰিছে। 'সীমাৰ কাজিয়া'ৰ মাজেদি লেখকে বিশ্বনাগৰিকৰ আদৰ্শ আগত ৰাখিয়েই গাঁৱলীয়া সৰলতাৰ এক অনবদ্য ৰূপৰ বৰ্ণনা কৰিছে। লেখকে প্ৰকাৰন্তৰে ভাৰত-বিভাজনৰ সময়ত হোৱা হিন্দু-মুছলমানৰ কথাও প্ৰতীকী অৰ্থত কৈছে।

> "মোৰ বেচিভাগ ল'ৰা-ছোৱালীয়ে মোৰ লগত নাযায় বাইদেউ, তোমাৰ লগতে বোলে থাকিব। সিইঁতে তোমাৰ মৰম পাহৰিব নোৱাৰে, মোতকৈ তোমাক বেচি ভাল পায়। মই জানো ভালকৈ আৰু তুমিও নজনাকৈ থকা নাই। গতিকে ইইঁতক তুমি ৰাখা বাইদেউ। মই ইইঁতক তোমাকে গতাই দিলোঁ। ইইঁতক তুমি মানুহ কৰিবা বাইদেউ-সৎ নাগৰিক কৰিবা।"[১২]

লেখকে ভাৰত আৰু চীনৰ মাজতেই যে গোনপতীয়া ভাৱেই সীমাৰ কাজিয়াখন হৈছে সেই কথাৰ উমান ধৰিব পাৰি। এঠাইত আছে-"এতিয়া একো উপায় নাপাই আমাৰ উত্তৰ পশ্চিমৰ ঘৰটি কাশ্মীৰে দখল কৰিব বিচাৰে।" এনে ধৰণৰ বৰ্ণনাৰ পৰা সীমাৰ কাজিয়াখন যে ৰাজনৈতিক কাজিয়াহে সেই কথা ধৰিব পাৰি। লেখকে যদিও তেওঁ থকা ঠাইখনৰ চাৰিওফালৰ ঘৰখনৰ কথাই উপন্যাসখনত উল্লেখ কৰিছে -প্ৰকৃততে ভৰতবৰ্ষক নিজৰ ঘৰ কৰি লৈ ইয়াৰ চুবুৰীয়া দেশবোৰক হে চুবুৰীয়া বুলি অভিহিত কৰিছে। চীনৰ লগত হোৱা ভাৰতৰ সীমা বিবাদৰ কথাটোকেই সীমাৰ কাজিয়া বুলিছে। এই কথাটো আৰু অধিক স্পষ্ট হৈ পৰে, এই খিনি উক্তিৰ পৰা

> "আজি ইমান দিনে আমাৰ কাৰো লগত কাজিয়া লগা নাই কেৱল সিদিনা ১৯৬২ চনৰ অক্টোবৰ মাহত আমাৰ উত্তৰৰ ঘৰে আহি অতৰ্কিতে বাৰীৰ ফালে শিলৰ ওখ ঢাপতো পাৰ হৈ আহি আমাৰ ভাই ভনীহঁতৰ থকা ঠাইখিনি অধিকাৰ কৰি লয় আৰু অন্যায় আক্ৰমণ কৰি আমাৰ ভাইহঁতৰ কিছুমানক মাৰে আৰু কিছুমানক বান্ধি নিয়ে।"[১৩]

উপন্যাসখনৰ পাতে পাতে বিবাদৰ সমস্যা সম্পৰ্কে বিশদ বিবৰণ আছে। উপন্যাসনৰ এঠাইত আছে- "আমাৰ এক ইঞ্চি মাটিও আমি এৰি নিদিও। তাৰ বাবে আমাৰ যিমানে ক্ষতি নহওক লাগে। ডাঙৰ মুখৰ কথা শুনি আমাৰ ঘৰৰ লৰা বুঢ়া ডেকা-গাভৰু সকলোৱে আনন্দ পালে আৰু শত্ৰুৰ বিৰুদ্ধে শেষ বাৰলৈ হলেও যুঁজিবলৈ দৃঢ় সংকল্প হ'ল।"[১৪] লেখকৰ বক্তব্যৰ মাজত কোনো লুক-ঢাক নাই। লেখক আৰু বন্ধু দুয়ো পুৱ সীমালৈগে ঘৰবোৰ চাইছে। লেখকে কৈছে পুৱৰখনৰ নাম হৈছে অসম। এইঘৰৰ উত্তৰ কোঠালী নেফাত অনাধিকাৰ প্ৰবেশ কৰিছে, সিপাৰৰ দেশখনে। এনেধৰণৰ বৰ্ণনাৰ পৰা এই কথা স্পষ্ট হৈ পৰে যে আমাৰ দেশখন আক্ৰমণ কৰা দেশখন হৈছে চীন দেশ। লেখকে সীমাৰ কথা কবলৈ গৈ চীনে বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ টোৱাংমঠ, ডামচক, জাৰলো, লাদাখ আদি দখলৰ কথাও কৈছে। আনকি চীনে নেফাৰ বোমদিলা দখল কৰাত নেফাৰ জনসাধাৰণ তেজপুৰলৈ পলাইঅহাৰ বৰ্ণনাও লেখকে দিবলৈ পাহৰা নাই।

উপন্যাসখনৰ দ্বিতীয় অধ্যায়টোত লেখকে ১৯৬২চনৰ নবেম্বৰ মাহত হোৱা বিবাদ সম্পৰ্কে আলোচনা কৰিছে।সীমাৰ বাবে হোৱা যুঁজত যে দেশৰ অপকাৰেই বেচি হয় সেই কথা বাৰুকৈয়ে উপলব্ধি কৰিছে দেশৰ জনগণই। ডাঙৰ খুৰা নামক চৰিত্ৰটোৰ মুখেৰে কোৱা

> "মই মোৰ জোৱান ভাইৰ শক্তিৰ কথা জানো। গাৱঁৰ সকলোৱে জানে আমাৰ জোৱানভাইৰ যুজঁৰ কৌশল আৰু পৰাক্ৰম। বিগত মহাযুজঁত তাৰ প্ৰমাণহৈ গৈছে। কেন্তু মই যুজঁৰ আদেশ দিব নোৱাৰো, কাৰণ যুঁজ ঘোষণা কৰি দিলে যুজঁখন অকল আমাৰ সীমাতে আৱদ্ধ নাথাকিব-সমস্ত গাঁও বিয়পি পৰিব আৰু সমগ্ৰ গাঁও ব্যাপী পুনৰ এখন তৃতীয় মহাযুদ্ধ আৰম্ভ হব।"[১৫]

কথাবোৰৰ পৰাই যুদ্ধ যে সৰ্বসাধাৰণৰ বাবে ভয়ানক সেই কথা প্ৰতীয়মান হৈছে। আনকি যুদ্ধৰ বাবে ভাৰতবৰ্ষই গভীৰ বিশ্বাসেৰে জনসাধাৰণক প্ৰস্তুত হবলৈ সকীয়নি দিয়াৰ কথাও উপন্যাসখনত বৰ্ণিত হৈছে। "অৱস্থাৰ কথা উপলব্ধি কৰি মই বিবিচনা কৰিছো যে আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ কথা উলাই কৰিব পৰা বিধৰ নহয়। নিজৰ ঘৰৰ নিৰাপত্তাৰ বাবে সকলো লৰা ছোৱালীয়ে স্কুল কলেজ, বিশ্ববিদ্যালয়ত সামৰিক শিক্ষা লোৱা উচিত"। শীৰ্ষক বক্তব্য সচাঁকৈয়ে প্ৰশংসনীয়। উল্লেখযোগ্য যে সেই সময়ত বিদেশীৰ আক্ৰমণ প্ৰতিহত কৰিবৰবাবে সকলোৱে সামৰিক প্ৰশিক্ষণ লৈছিল। আনকি দেশ মাতৃৰ ৰক্ষাৰ্থে কৃষকসকলো আগবাঢ়ি আহিল, কল কাৰখানাৰ কৰ্মীসকল, দেশৰ বুদ্ধিজীৱীসকল, চিত্ৰকৰ, অভিনেতা, সঙ্গীতজ্ঞ আদিসকলো সক্ষম হৈ উঠিল। সীমাৰ কাজিয়াত দেশৰ জনগণই একমাত্ৰ নহয় পশ্চিমীয়া দেশৰ কানাডা, ইংলণ্ড, আমেৰিকা, আৰব পুৱৰ মালয় আদি দেশেও আমাৰ দেশক সহায় কৰিম বোলা প্ৰতিশ্ৰুতিৰ কথাও উপন্যাসখনত লেখতে

বৰ্ণনা কৰিছে। দেশৰ দুৰ্দিনত 'নেজৰ অগ্নি মুখেৰে নুমাৰ লাগিব'কথাষাৰ যেন সময়োপযোগী হৈ পৰিছে। জনসাধাৰণে দেশমাতৃক ৰক্ষা কৰিবলৈ ঘৰত থকা সোণ-ৰূপ অলংকাৰো বিক্ৰী কৰি প্ৰতিৰক্ষা পূঁজিত দিবলৈ আগবাঢ়ি আহিল। এঠাইত আছে "আমাৰ ঘৰৰ যাৰ হাতত যিমান সোন আছে, সকলোৱে সেইবোৰ ভৰালত জমা দিব লাগে। সোণৰ বাবে আমি ভৰালৰ পৰা টকা দিম। ভৰালে সোণ কিনিব। গতিকে ঘৰৰ এই মহা সংকটত সকলোৱে সহায় কৰিব লাগে।"[১৬]

গোটেই উপন্যাসখন এক ভয়াবহ যুদ্ধৰ পৰিণতিৰে শেষ কৰা হৈছে। উপন্যাসখনৰ শেষত আছে ১৯৬২ চনৰ ২০ নবেম্বৰ তাৰিখে সিহঁতে যুঁজ বিৰতি প্ৰস্তাৱ দিলে। এক পক্ষীয় প্ৰস্তাৱ। "ডিচেম্বৰৰ এক তাৰিখৰ পৰা আমাৰ যুজাঁৰু ভাইহঁতক উভতাই নিম। আপোনালোকৰ বন্দী কৰা ভাই সকলকো উভতাই দিম। তাৰ উপৰি আমি মেকমোহন সীমা বেখাও সিপাৰলৈ যাম।" লেখকে আশা কৰা ধৰণে সমস্যাটো সমাধান নহল। সেয়ে আক্ষেপৰ সুৰত লেখকে কৈছে "সিহঁত বিশ্বাসঘাতকহঁতৰ পঞ্চশীল নীতি গৈ পঞ্চশীল অৰ্থৎ পাচঁটা শিল যেন হ'ল। . সীমাৰ কাজিয়া আমাৰ আৰম্ভ হে হৈছে - নিষ্পত্তি হোৱা নাই।[১৭]

হিতেশ ডেকাৰ সাহিত্যিক ভাষা আৰু গদ্য ৰীতি আলোচনা কৰিলে কেইটামান বৈশিষ্ট্য, আমাৰ চকুৰ আগত ভাহি উঠে। হিতেশ ডেকাৰ উপন্যাস, নাটক, প্ৰবন্ধ, আৰু গল্পৰ ৰচনা ৰীতি একে নহয়। গ্ৰাম্য জীৱনৰ চিত্ৰ আকিঁবলৈ যাওঁতে যি ভাবে তেওঁ এটা দৃশ্য দেখিছে, তেনে ভবেই বৰ্ণনাও কৰিছে। আমি আলোচনা কৰা সীমাৰ কাজিয়া উপন্যাসৰ পাতে পাতে এনে উদাহৰণ বিদ্যমান। এঠাইত আছে-

> "সিহঁত আমাৰ শত্ৰু। এই শত্ৰুক আমাৰ যিসকল ভায়ে গোপনে সহায্য কৰে তেওঁলোক আমাৰ দুই নম্বৰ শত্ৰু। ইয়াৰ বাহিৰে আমাৰ মাজৰ বেপাৰী দুই চাৰিজনে এই গোলমালৰ সুযোগতে বস্তুৰ মূল্য অধিক বঢ়াই দি দুই চাৰি পইচা নিজৰ পকেটত ৰাহি কৰাৰ তালত আছে।"

হেতেশ ডেকাই সময়ে সময়ে হাস্যৰসৰো সোৱাদ পাঠকক নিদিয়া নহয়। তেওঁ হুহয়াই পাঠকক ভাল পায়। "তেওঁৰ নিজৰ তিৰোতা আছে, কাণ কাটিলে ডুলী ভৰাকৈ এপাল লৰা ছোৱালী আছে।" ...আদিৰ উপৰিও "বোলো তাইৰ কেও কেছু নোহোৱা যেন দেখিছে নেকি যে বিনাৰচী ছোৱালী বাটতে পাই লৈ যাওক...." বাকাই পাঠকক আমোদ দিয়ে। তেখেতে উপন্যাসখনত জতুৱা চৰ প্ৰয়োগ কৰিবলৈ যত্ন কৰিছে। উদাহৰণ স্বৰূপে "হাপাৰ দ্বাৰাই হাঁহ মাৰি শিয়ালৰো মাংস খোৱা মতলব" (পৃ-৬৯) নেজৰ অগ্নি মুখেৰে নুমাব (পৃ-১০৪), ঠেলাৰ নাম বাবাজী (পৃ-১২২) বিশ্বাসঘাতকতাৰ সজাত নাই (পৃ-১২৩) আদিৰ প্ৰয়োগ লেখকৰ অসমীয়া জতুৱা আদি অন্যতম। হিতেশ ডেকাৰ অন্যান্য উপন্যাসসমূহত থকাৰ দৰে 'সীমাৰ কাজিয়া'ত কামৰূপী ভাষাৰ প্ৰয়োগ কম। হিতেশ ডেকাৰ উপন্যাস 'সীমাৰ কাজিয়া'ত অসমীয়া কথন ভঙ্গী আৰু সৰল ৰচনা আদিৰ প্ৰয়োগ মন কৰিবলগীয়া। গোটেই উপন্যাসখনতেই লেখকৰ সৰল গদ্য ৰীতিৰ প্ৰয়োগ ঘটিছে। তেখেঁতে যি পৰিবেশত যি চৰিত্ৰ পাইছে তেনে চৰিত্ৰৰ মুখত তেনে শব্দই প্ৰয়োগ কৰিছে। সীমাৰ কাজিয়াত পাণ্ডিত্যগন্ধী শব্দৰ প্ৰয়োগ কম। তাৰ সলনি সহজ সৰল ঘৰুৱা শব্দকেই অধিক পৰিমানে প্ৰয়োগ কৰিছে। হিতেশ ডেকাই আজিৰ মানুহৰ পৰা ত্যাগ (২০০০) লৈ মাটাইকেইখন উপন্যাসত গ্ৰম্য জীৱনৰ কথা নিঁখুত ভাবে বৰ্ণনা কৰিব পাৰিছে। সীমাৰ কাজিয়াত যুদ্ধৰ বৰ্ণনা দি গৈছে যদিও সেইবোৰ পৰস্পৰৰ মাজত হোৱা আলোচনাৰ দৰেহে হৈছে। হিতেশ ডেকাই সকলোবোৰ উপন্যাসেই অভিজ্ঞতাৰে লিখিছে বুলি কব নোৱাৰি। কাৰণ 'আজিৰ মানুহ' অথবা 'এয়েটো জীৱন'ৰ ভাষাৰ লগত 'ইতিহাসে সৰ্কীয়ায়' অথবা কামপত্নীৰ ভাষাৰ মাজত বিৰাট তফাৎ। কিন্তু "সীমাৰ কাজিয়া" তেখেতে সেই সময়ৰ জনজীৱনৰ মাজত প্ৰভাবিত মনোভাবৰ মানসিকতাৰে লিখিছে বুলি কলে নিশ্চয় বেছি কোৱা নহব।

লোকভাষাৰ প্ৰতি লেখকৰ এটা বিশেষ মোহ আছে। অৱশ্যে **'সীমাৰ কাজিয়া'**ত লোক ভাষাৰ প্ৰয়োগ কম। **নতুন পথ, ভাৰাঘৰ, আচল মানুহ** আদিত সেয়েহে তেওঁ প্ৰত্যেকটো অধ্যায়কে নামকৰণ কৰিছে- প্ৰবাদ বাক্য, প্ৰবচন আদিৰ দ্বাৰা।

হিতেশ ডেকাৰ প্ৰতিখন উপন্যাসতে অলেখ প্ৰবাদ-যোজনা পৰ্যন্তৰ আদি পোৱা যায়। **'সীমাৰ কাজিয়া'** যুদ্ধ কেন্দ্ৰিক উপন্যাস হেৱা বাবে এই উপন্যাসখনত যোজনা, পটন্তৰৰ প্ৰয়োগ কম। গ্ৰাম্য জীৱন যেনে সহজ সৰল, তেনেদৰে ভাষা আৰু চৰিত্ৰবোৰ সহজ সৰল। "চীনা যুদ্ধৰ পটভূমিত লিখা সীমাৰ কাজিযাৰ উপন্যাসৰ ভাষা আদ্যন্ত প্ৰতীকাত্মক। সমগ্ৰ ভাৰতবৰ্ষক নিজৰ আই আৰু গান্ধীজীক পিতা হিচাপে লৈ স্বাধীনতা আন্দোলন, ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন, ভাৰত বিভাজন, ১৯৬২ চনৰ অক্টোবৰত আৰম্ভ হেবা চীনা আক্ৰমণ, ভৰতবৰ্ষত তাৰ প্ৰতিক্ৰিয়া আৰু শেষত ১৯৬২ চনৰ ২০ নবেম্বৰত একপক্ষীযভাবে যুদ্ধ বিৰতি ঘোষণা কৰি মেকমোহন সীমাৰেখাৰ সিপাৰলৈ উভতি যোৱা ইত্যাদি বিষয়ে লেখকে প্ৰতীকী ভাষাৰে এই উপন্যাসখনি ৰচনা কৰা বুলি ডঃ লালাৰতী শইকীযা বৰাই তেখেতৰ এটি প্ৰবন্ধত উল্লেখ কৰিছে। মন কৰিবলগীযা যে এই উপন্যাসত উল্লিখিত বৰমেলৰ সভাপতি ৰাজেন খুৰা, ডাঙৰ খুৰা, ভাবে খুৰা, ভৰালী খুৰা, ইন্দিৰা পেহী, বন্ধুবিশ্বাখত এইসকল চৰিত্ৰ সম্পৰ্কীয় কথাবোৰো প্ৰতীকধৰ্মীহে। ভালদৰে নপঢ়িলে উপন্যাসৰ চৰিত্ৰবোৰৰ কথা জনাটো অসম্ভৱ। ডঃ শইকীযা বৰাই কৈছে যে "উপন্যাসৰ চৰিত্ৰ সমূহৰ মুখত দিয়া সংলাপ সমূহ একো একোটা দীঘল বক্তৃতা হোৱাত কলা হিচাপে ইখনি সাৰ্থক উপন্যাস হৈছে বুলি বোৱাটো টান, কিন্তু ভাষাৰ ক্ষেত্ৰত লেখকে প্ৰতিকী ভাষাৰ মাজে মাজে যতেই সুবিধা পাইছে, তাতেই ব্যঙ্গাত্মক ভাষা ব্যৱহাৰ কৰি নিজৰ বক্তব্য স্পষ্ট কৰি তুলিছে।"[১৮]

**সীমাৰ কাজিয়াৰ** ভাষাই বক্তৃতাধৰ্মীতাহে প্ৰকাশ কৰা যেন লাগে। এই কথাও স্বীকাৰ্য যে **সীমাৰ কাজিয়াৰ** ভাষাৰ মাজেদি লেখকৰ দেশপ্ৰেমৰ ভাব ধাৰা ফুটি উঠিছে। লেখকৰ নিজৰ ভাষাত

> "উপন্যাসৰ যোগেদি মই সমাজৰ চিত্ৰ অংকন কৰিবলৈ বিচাৰো। জনজীবনৰ বাস্তব ৰূপায়নেই মোৰ উপন্যাসৰ প্ৰধান উদ্দেশ্য। মই সাধাৰণ পাঠকৰবাবে লিখো। সাধাৰণ পাঠক শ্ৰেণীয়ে জনতাৰ অধিক অংশ আৰু মই এই জনতাৰ বাবেই লিখো।"[১৯]

সীমাৰ কাজিযাৰ চৰিত্ৰ চিত্ৰণ নিখুঁত নহয়। লেখকে নিজেই প্ৰথম পুৰুষত কথাবোৰ কৈ যোৱা বাবে চৰিত্ৰবোৰৰ বিশ্লেষণ স্পষ্ট হোৱা নাই। বিশেষকৈ উপন্যাসত নাৰী চৰিত্ৰৰ প্ৰয়োগ অতি সীমিত হৈছে।

হিতেশ ডেকাৰ জীৱন আৰু সাহিত্যৰ নিজস্ব লক্ষ্য আৰু দৰ্শন আছে। এই লক্ষ্য জাতীযতাবাদৰ মনোভাৱ জনসাধাৰণৰ মাজত প্ৰচাৰ কৰা আৰু আনটো হৈছে সাম্যবাদী দৰ্শন। তেখেতে নিজৰ ভাষাত কৈছে-

> "মই কোনো ৰাজনৈতিক দৰ্শনত বিশ্বাস নকৰো। কাৰণ ৰাজনীতি হ'ল দৈনন্দিন জীৱনৰ এটা অংশহে, সমাজ জীৱন সত্ত্বা নহয়। সেইবাবেই সময়ৰ পৰিবৰ্ত্তনত ৰাজনীতিৰো তাৰতম্য ঘটি থাকে। কিন্তু জীৱনৰ অখণ্ড সত্ত্বাৰ সামগ্ৰিক ৰূপ এটা ধাৰাবাহিক ভাবে প্ৰবাহমান। জীৱন এটা ঐক্যকেন্দ্ৰিক বৃত্ত, ৰাজনীতি তাৰ ভিতৰৰ এটা মাত্ৰ ক্ষুদ্ৰ বৃত্ত। মানৱ জীৱনৰ সামগ্ৰিক সত্ত্বাৰ ওপৰতহে মোৰ বিশ্বাস অধিক। মোৰ জীৱন দৰ্শন হল কৰ্মৰ মাজেৰে জীৱনৰ শাশ্বত সত্য উপলব্ধি কৰা। এই জীৱনৰ মই সুখ দুখ আনন্দ-নিৰানন্দ উপলব্ধি কৰিব বিচাৰো। জনহিত সাধন মোৰ জীৱনৰ আদৰ্শ হিচাপে সৰুৰে পৰাই মই গ্ৰহণ কৰি আহিছো, লোকক আনন্দদান কৰা কৰ্ত্তব্য বুলি ধৰি লৈছো। পূজা অৰ্চনা কৰা; ঈশ্বৰ উপাসনা কৰা আৰু নিয়ম নীতি মানি ধৰ্ম পালন কৰাক মই মোৰ জীৱনৰ আদৰ্শৰ ভিতৰত কোনো দিনে ধৰা নাই।[২০]

লেখকৰ এই কথাখিনিৰ মাজেৰে তেখেতৰ সাহিত্যৰ লক্ষ্য আৰু দৰ্শন ফুটি উঠিছে। **"সীমাৰ কাজিয়াৰ"** মাজত লেখকৰ নিজস্ব দৰ্শনৰ ভাৱধাৰাই ফুটি উঠিছে। সীমাৰ কাজিয়াৰ মাজত অসমৰ মাটিৰ গোন্ধ আছে, দেশপ্ৰেমৰ ফল্গুধাৰা প্ৰবাহিত হৈ আছে; যিটো গোন্ধ আন বহুতৰে ৰচনাত পাবলৈ টান। এই উপন্যাসখনিৰ মাজেৰে লেখকে ৰাষ্ট্ৰীয় চেতনা জাগ্ৰত কৰিবলৈ সক্ষম হৈছে। ই এখন সংবেদশীল দেশত্মবোধৰ উপন্যাস। বহুতৰেই ধাৰণা উপন্যাসখনে কলাত্মক দিশত বিশেষ কৃতিত্বৰ দাবি কৰিব নোৱাৰে। আমি ভাবো হিতেশ ডেকাৰ **"সীমাৰ কাজিয়াই"** ৰাষ্ট্ৰীয় চেতনাসমৃদ্ধ এক আদৰ্শগত মানদণ্ডৰ সৃষ্টি কৰি জনসাধাৰণৰ প্ৰাণত জাগ্ৰত কৰি তুলিব পাৰিছে। উপন্যাসখনে ভাৰতীয় সামৰিক মানসিকতাৰো এক যোগাত্মক চিন্তাৰ উদ্বেগ বহন কৰিব পাৰিছে।

**সূত্ৰসংকেত ঃ**


১. হিতেশ ডেকা - উপন্যাস সম্পৰ্কে নেপথ্য কথা ড" নগেন শইকীয়া সম্পাদিত **"আধুনিক অসমীয়া অভিলেখ"**, অসম সাহিত্য সভা ১৯৭৭ চন।

২. ৰায়, ড° নীলমোহন ঃ **হিতেশ ডেকাৰ উপন্যাসত জীৱনচিত্ৰ**; গৰীয়সী অষ্টম বছৰ তৃতীয় সংখ্য, ২০০০ ডিচেম্বৰ, পৃঃ ৩৬

৩. নেওগ, ড° মহেশ্বৰ ঃ **অসমীয়া সাহিত্যৰ ৰূপৰেখা**, ১৯৮৩ পৃঃ ৩৩৭

৪. ভৰালী, ড° শৈলেন ঃ **আধুনিক অসমীয়া সাহিত্য**, দুটি তৰঙ্গ ১৯৭৬ পৃঃ ১৭৮

৫. ডেকা, ড° উমেশ ঃ **বৰ্তমান অসমীয়া উপন্যাস আৰু ইয়াৰ কলাগত মানদণ্ড**; পাণ্ডু কলেজ আলোচনী, দশম সংখ্যা, ১৯৭৭-৭৮ চন।

৬. জেমচ, হেনৰি।

৭. ডেকা, ড° উমেশ ঃ বৰ্তমান অসমীয়া উপন্যাস আৰু ইয়াৰ কলাগত মানদণ্ড, পাণ্ডু কলেজ আলোচনী, দশম সংখ্যা ১৯৭৭-৭৮ চন।

৮. ডেকা, ড° উমেশ ঃ যুদ্ধ-স্পৰ্শিত জীৱনৰ ইতিহাস; যোগেশ দাসৰ **ডাৱৰ আৰু নাই**, প্ৰাগজ্যোতিষীয়, ২৪ তম সংখ্যা ১৯৮৩-৮৪।

৯. ডেকা, হিতেশ ঃ **সীমাৰ কাজিয়া**; চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, তৃতীয় সংস্কৰণ ১৯৯২, পৃঃ ১

১০. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩

১১ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১১

১২ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২২

১৩. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২৯

১৪. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩২

১৫. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১০৫

১৬. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১১২

১৭. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১২৪

১৮. পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৯১

১৯. ডেকা, হিতেশ **উপন্যাস সম্পৰ্কে নেপথ্য কথা**

২০. পূৰ্বোক্ত গ্ৰন্থ

২১. পূৰ্বোক্ত গ্ৰন্থ




# হিতেশ ডেকাৰ উপন্যাসত আৰ্থ-সামাজিক জীৱনৰ প্ৰতিফলন

ৰেজিনা বেগম

স্বাধীনতাৰ প্ৰাৰম্ভতে আত্মপ্ৰকাশ কৰা ঔপন্যাসিকসকলৰ ভিতৰত হিতেশ ডেকা অন্যতম। বৰ্তমানলৈকে একুৰিৰো অধিক উপন্যাস আৰু গল্প, নাটক তথা নিৰ্বাচিত প্ৰবন্ধৰ যোগেদি অসমীয়া সাহিত্য সৌষ্ঠৱশীল কৰি অহা ডেকা অসমীয়া সাহিত্যত এগৰাকী প্ৰতিষ্ঠিত তথা জনপ্ৰিয় ঔপন্যাসিক হিচাপে সৰ্বজন পৰিচিত। বিৰিঞ্চি কুমাৰ বৰুৱাৰ ঠিক পাছতেই অসমীয়া সামাজিক উপন্যাসক সৰ্বসাধাৰণ স্তৰত জনপ্ৰিয় কৰি তোলা এই-গৰাকী ঔপন্যাসিকৰ দান অনবদ্য।

স্বাধীনতা-পৰৱৰ্তী স্তৰত অৰ্থনৈতিক আৰু ৰাজনৈতিক অসাম্যই সৃষ্টি কৰা অসমৰ সমাজ ব্যৱস্থাৰ ভাঙোনমুখী ৰূপৰ এক নিকৰুণ ছবি ডেকাৰ উপন্যাসত প্ৰতিফলিত হৈছে। পৰম্পৰাগত গ্ৰাম্য সংস্কৃতিৰ অৱক্ষয় আৰু গ্ৰাম্য অৰ্থনীতিৰ ভাঙোনমুখী অৱস্থাত পতিত সাধাৰণ মানুহৰ দাৰিদ্ৰ-পীড়িত জীৱনৰ ছবি তেওঁৰ উপন্যাসৰ অন্যতম বিষয়বস্তু। গ্ৰাম্য সমাজৰ পটভূমিত সংগ্ৰামী নায়কৰ স্বাৱলম্বী স্থিতিৰ জৰিয়তে ডেকাই তেওঁৰ উপন্যাসত সংঘাত তীব্ৰতৰ কৰি তুলিছে। সমাজৰ পীড়িতসকলৰ প্ৰতি স্বাভাৱিক অনুকম্পা আৰু তথাকথিত শোষক শ্ৰেণীৰ প্ৰতি তীব্ৰ জেহাদ তেওঁৰ উপন্যাসসমূহৰ সংগ্ৰামী নায়কসকলৰ জৰিয়তে সক্ৰিয় হৈ উঠিছে। সামাজিক ন্যায় প্ৰতিষ্ঠা আৰু স্বাৱলম্বী চেতনাৰে অৰ্থনৈতিক আৰু সামাজিক সংঘাত মষিমূৰ কৰা প্ৰত্যাহ্বান তেওঁৰ নায়ক নায়িকা সকলে বৰ সহজভাৱে গ্ৰহণ কৰিছে। বিশেষকৈ মহাজনসকলৰ শোষণ, দাৰিদ্ৰ-পীড়িত সাধাৰণ মানুহৰ অৰ্থনৈতিক অৱস্থা, জাত্যভিমান, ভেম-ভণ্ডামী, ভূমিৰ সমস্যা, কৃষকৰ অধিকাৰ আদি চিৰন্তন সমস্যাৰে তেওঁৰ উপন্যাস ভৰপূৰ। মূলতঃ হিতেশ ডেকাৰ উপন্যাসৰ বিষয়বস্তু সামাজিক। সামাজিক বাস্তৱতা প্ৰতিফলিত কৰিবলৈ যাওঁতে তেওঁৰ উপন্যাসত ৰাজনৈতিক আদৰ্শ বা চিন্তা চৰ্চাৰো প্ৰতিফলন নঘটাকৈ থকা নাই। অৰ্থনৈতিক সমতাইহে সামাজিক সমতা আনিব পাৰে; এয়াই যেন তেওঁৰ উপন্যাসৰ মূল বক্তব্য। ডেকাৰ প্ৰায়বোৰ উপন্যাসতে অসমৰ গ্ৰাম্য সমাজৰ সৰু বৰ চৰিত্ৰই মুক্ত প্ৰকাশ লাভ কৰিছে, যিয়ে আন সকলো ঔপন্যাসিকতকৈ ডেকাক পৃথক কৰি ৰাখিব পাৰিছে।

হিতেশ ডেকাৰ অৰ্থনৈতিক আৰু সামাজিক দিশটোয়ে অধিক গুৰুত্ব পূৰ্ণ তেওঁৰ সৰহ সংখ্যক উপন্যাসেই গ্ৰাম্য সমাজ আৰু অৰ্থনীতিৰ ওপৰত প্ৰতিষ্ঠিত হলেও দুই এখন চহৰকেন্দ্ৰিক উপন্যাসো নথকা নহয়। অৱশ্যে সেইবোৰতো গ্ৰাম্য জীৱনধাৰাই ঠায়ে ঠায়ে ভুমুকি নমৰাকৈ থকা নাই। সমাজ আৰু অৰ্থনৈতিক জীৱনৰ পূৰ্ণ প্ৰতিফলনে তেওঁৰ উপন্যাসৰ সাফল্যৰ জয়ঢোল কোবাইছে।

কৃষি প্ৰধান অসম ৰাজ্যৰ প্ৰায় নব্বৈ শতাংশ লোকেই গ্ৰাম্য জীৱনৰ সৈতে সম্পৰ্কান্বিত। অসমৰ অৰ্থনীতি সম্পূৰ্ণ ৰূপেই গ্ৰাম্য নিৰ্ভৰশীল। অসমৰ জনসাধাৰণৰ প্ৰধান ব্যৱসায় জীৱিকা নিৰ্বাহৰ উপায় হৈছে কৃষি। ১৯৫১ চনৰ লোক গণনা অনুসৰি কৃষিৰ ওপৰত শতকৰা ৭৩.৪ ভাগ মানুহে জীৱন নিৰ্বাহ কৰে।[১] সেয়েহে অসমৰ প্ৰাণকেন্দ্ৰ কৃষিজীৱী কৃষকৰ নিকৰুণ জীৱনৰ ব্যথিত ইতিহাস ডেকাৰ উপন্যাসৰো প্ৰাণ কেন্দ্ৰ স্বৰূপ।

স্বৰাজোত্তৰ অসমত সাধাৰণ মানুহে স্বাধীনতা লাভ কৰিলে যদিও তেওঁলোকৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনৰ কোনো উন্নতি নহ'ল। স্বাধীনতাৰ পাছত মানুহৰ স্বপ্ন ভঙ্গ হ'ল। সাহিত্যিক

সকলে স্বাধীনতা লাভৰ পাছত এক স্বৰ্গৰাজ্য কল্পনা কৰিছিল, কিন্তু ইয়াৰ ব্যতিক্ৰমত তেওঁলোক পিছলৈ কেনে এক নিৰ্মম মানসিক যাতনাত বলি হ'বলগীয়া হ'ল সেই কথা আমি তেওঁলোকৰ উপন্যাস ৰাজিৰ মাজত স্পষ্টভাৱে দেখা পাওঁ। হিতেশ ডেকাও ইয়াৰ ব্যতিক্ৰম নাছিল। মানুহে কৰ্তব্যৰ প্ৰতি উদাসীন হৈ স্বাৰ্থৰ প্ৰতি সচেতন হৈ পৰাৰ ফলত নৈতিক মূল্যবোধৰ পতন ঘটিল। অস্তিত্বৰ সংঘৰ্ষ তীব্ৰ হৈ পৰাত নিজৰ ত্ৰাণৰ বাবে ব্যক্তিয়ে এটাই পথ দেখা পাইছিল-ধন। 'জীৱনৰ এই অস্তিত্ব সংগ্ৰামত ব্যক্তিয়ে ভয়ে ভয়ে নিজৰ সাংঘাতত ৰক্তাক্ত হৈ পৰিছিল আৰু বুজি পাইছিল যে এই পৃথিৱীত ধনেই সৰ্বস্ব। ধনৰ অভাৱেই সকলোতকৈ ডাঙৰ অভিশাপ। 'এইদৰে জীৱনৰ সকলো মূল্য অৰ্থৰ লগত এক হৈ পৰাত আৰ্থিক মূল্যই জীৱনৰ মূল্য হৈ পৰিল।[২] কৃষিজীৱীলোকৰ কোনো উন্নতি নহল আনহাতে উদ্যোগপতিসকল অজেয় হৈ পৰিল। ফলস্বৰূপে সমাজত দুটা শ্ৰেণীৰ সৃষ্টি হ'ল। ধনীসকল ধনী হৈ গৈ থাকিল আৰু দুখীয়াবোৰে আৰু বেছি আৰ্থিকভাৱে পিছপৰি ৰ'ল। ভাৰতৰ অন্যান্য ৰাজ্যত সৃষ্টি হোৱা জমিদাৰ শ্ৰেণীৰ অৰ্হিত অসমতো মহাজন সকল সৰ্বেসৰ্বা হৈ পৰিল। মহাজনসকলে সকলো ভূমিৰ ওপৰত অধিক ক্ষমতা প্ৰয়োগ কৰি কৃষকৰ সকলো অধিকাৰ নিজ হাতলৈ আনি নাম মাত্ৰ মূল্যত ক্ৰয় কৰা, কৃষকৰ ওপৰত অধিক শোষণ নিপীড়ন চলোৱা আদি কাৰ্য্যত শোষক আৰু শোষিতৰ মাজত এক বিৰাট ব্যৱধান আহি পৰিল। হিতেশ ডেকাই তেওঁৰ উপন্যাসত অসমৰ অৰ্থনীতিৰ এই দিশটো সবল ভাৱে প্ৰকাশ কৰি ইয়াৰ পৰিত্ৰাণৰ পথো নিৰ্দেশ কৰিছে।

ডেকাৰ প্ৰথম উপন্যাস 'আজিৰ মানুহ' (১৯৫২)ৰ নায়ক প্ৰতাপৰ আদৰ্শবাদী সংগ্ৰামে উপন্যাসখনি অধিক মনোগ্ৰাহী কৰি তুলিছে। প্ৰতাপ আৰু মহেশৰ চৰিত্ৰৰ মাজেদি গান্ধীদৰ্শনৰ প্ৰভাৱ বাৰুকৈ অনুভূত হয়। ডেকাবিশেষভাৱে মহাত্মা গান্ধীৰ সমবায় আন্দোলনৰ আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত। অসমৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নৰ ক্ষেত্ৰত সমবায়ৰ ভূমিকা অতিকৈ গুৰুত্বপূৰ্ণ। 'সমবায়ৰ ওপৰত যথেষ্ট দখল থকা মাৰ্গাৰেট-ডি-গৰে কৈছে 'একমাত্ৰ সমবায় প্ৰতিষ্ঠানৰ মাধ্যমত সাধাৰণ ৰাইজে নিশ্চিন্তভাৱে সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনৰ ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ ঘটাব পাৰে। প্ৰকৃততে ভাৰতবৰ্ষত বিশেষকৈ গাঁৱলীয়া সমাজৰ ক্ষেত্ৰত সমবায় আন্দোলন ভাৰতীয় সমাজবাদৰ প্ৰচেষ্টাৰ ক্ষেত্ৰত স্বীকৃতি লাভ কৰিছে।[৩] 'আজিৰ মানুহ'ত উচ্চ শিক্ষিত ডেকা প্ৰতাপ আৰু মহেশে চৰকাৰী চাকৰি কৰি সহজে টকা ঘটাৰ পক্ষপাতী নাছিল। দৰিদ্ৰ কৃষকৰ প্ৰতি এক বিশেষ অনুকম্পা অনুভৱ কৰি মহেশে সমবায় পদ্ধতিৰে গ্ৰাম্য অৰ্থনীতিক সমৃদ্ধিশালী কৰাৰ বাবে কৃষকক একত্ৰিত কৰি তামুলপুৰত চৰকাৰে কৃষকৰ বাবে কাটি দিয়া ৰিজাৰ্ভত মাটি ভঙা কাম আৰম্ভ কৰিছে। ৰায়তৰ ওপৰত সকলো অধিকাৰ হেৰোৱাৰ ভয়ত গাঁৱৰ মহাজন গোপীকান্ত বৰুৱাই সমবায় পদ্ধতিৰে কৰা কৃষকৰ এনে সমূহীয়া প্ৰচেষ্টাক বাধা দিবলৈ এক ভীষণ ষড়যন্ত্ৰ কৰিলে। এনে ষড়যন্ত্ৰৰ বলি হৈ কৃষকৰ নেতৃত্ব লোৱা মহেশ তিনিবছৰৰ বাবে কাৰাবৰণ খাটিবলগীয়া হ'ল। মহেশৰ অবৰ্তমানত প্ৰতাপ আগবাঢ়ি আহিল মহেশৰ সপোনক বাস্তৱায়িত কৰিবলৈ। প্ৰতাপৰ মহৎ প্ৰচেষ্টা আৰু কৃষক সকলৰ সমূহীয়া প্ৰচেষ্টাত অতি সোনকালে সমবায় পদ্ধতিত 'বিজয় লক্ষ্মী ফাৰ্ম' ঠন ধৰি উঠিল। মহাজন গোপীকান্ত বৰুৱা পৰাজয় স্বীকাৰ কৰি বহি থকা বিধৰ লোক নাছিল। শেষ প্ৰচেষ্টাৰে তেওঁ প্ৰতাপক 'বিজয় লক্ষ্মী ফাৰ্ম'ৰ পৰা আতৰাই নিয়াৰ চক্ৰান্তৰে জীয়েক বীণাপানিৰ সৈতে 'বিজয়লক্ষ্মী' ফাৰ্মত আহি উপস্থিত হ'ল। গাৱৰ মহাজন তাতে আকৌ প্ৰতাপৰ শহুৰেক হোৱা বাবে কৃষক সকলে আথে বেথে বৰুৱাক আদৰ-অপ্যায়ন কৰিলে। প্ৰতাপক যিকোনো প্ৰকাৰে বুজাই বঢ়াই নিবলৈ অহা গোপীকান্তক প্ৰতাপে কৈছে - "পৰাধীনতাৰ সোণ-ৰূপতকৈ স্বাধীনতাৰ ধুলি বালিয়ে শ্ৰেয়ঃ তাত আনন্দ আছে তৃপ্তি আছে - মুক্ত উশাহ আছে।"[৪] 'আজিৰ মানুহ'ত ডেকাই সমবায় আন্দোলনৰ যি সুন্দৰ প্ৰয়োগ দেখুৱাইছে স্বাধীনতাৰ কালছোৱাত কিন্তু সেই আন্দোলন বৰ জীৰ্ণ অবস্থাত আছিল।

মহাজনসকলে অধিক সুতত কৃষকক ধন ধাৰে দি যুগে যুগে যি শোষণ নীতি চলাই আছে তাৰ বিৰুদ্ধে হিতেশ ডেকাৰ উপন্যাসৰ চৰিত্ৰসমূহে বিদ্ৰোহ কৰি উঠিছে। গাৱৰ মহাজনৰ ওচৰত ঋণ গ্ৰস্ততাৰ বাবে খেতিয়কে তেওঁলোকৰ মাটিও হেৰুৱাব লগাত পৰে আৰু শেষত গৈ এজন কৃষি শ্ৰমিকত পৰিণত হয়। দুখীয়া খেতিয়কক কৰি অহা মহাজনসকলৰ শোষণৰ কথা ডেকাই গোপীকান্তৰ মুখেৰে বৰ্ণনা কৰিছে" তোৰ ধান পানীয়ে খালে মোৰ কি হ'ল? কিনি হলেও ধান দিবই লাগিব। মোৰ লগত সেইবোৰ ফাকি ফুকা নাখাটে।"[৫]

স্বৰাজোত্তৰ অসমৰ নিবনুৱা সমস্যা, শোষণ, কলাধন, জাত-পাতৰ বিচাৰ, স্ত্ৰী শিক্ষাৰ প্ৰতি অসচেতনতা, বৈধব্য যন্ত্ৰণা, যৌন সমস্যা আদি সামাজিক সমস্যাসমূহ ডেকাৰ উপন্যাসৰ অন্য এক বিশেষত্ব। আধুনিকা বীণাপানিৰ স্বামীৰ প্ৰতি অনাদৰ, দাৰিদ্ৰ্যৰ প্ৰতি 'ইতিকিং সূচক মন্তব্য, অধিক আতন সচেতনতা আদিয়ে নাৰী হৃদয়ৰ স্বভাব সুলভ সৰলতা, কোমলতাৰ বিপৰীতে কঠোৰ হৃদয়ৰ পৰিচয় দিয়ে। বীণাৰ বিপৰীতে নীলিমাৰ চৰিত্ৰত নাৰীসুলভ মনৰ পৰিচয় প্ৰথম দৰ্শনতে অনুভূত হয়। স্ত্ৰীশিক্ষাৰ প্ৰতি সমাজ উদাসীন আছিল। সেয়ে হয়তো 'আজিৰ মানুহ'ৰ নীলিমা আৰু 'নতুন পথ'ৰ শান্তিয়ে মনৰ ইচ্ছাৰ বিৰুদ্ধে শিক্ষা জীৱন জলাঞ্জলি দিব লগা হ'ল সংৰক্ষণশীল সমাজৰ ছত্ৰছাঁয়াত থকাৰ বাবে। ডেকাৰ ওপৰত মহাকাব্য ৰামায়ণৰ আদৰ্শৰ প্ৰভাবো পোনপটীয়াভাৱে পৰা বুলি কব পাৰি। ৰামায়ণৰ মাৰ্জিত আবদ্ধ ডেকাৰ 'আজিৰ মানুহ'ৰ প্ৰতাপ যেন লক্ষ্মণৰ পুনৰুক্তি। উপন্যাসখনত শিক্ষিত আদৰ্শবাদী যুৱকৰ ত্যাগৰ মহানুভৱতা সাম্যবাদী চিন্তাৰ উন্মেষ, গ্ৰাম্য অৰ্থনীতিৰ খহনীয়াত আত্মজাহ যোৱা সাধাৰণ মানুহৰ জীৱনৰ দ্বন্দ্বময় সংঘাতৰ ৰূপ ডেকাৰ জীৱন অভিজ্ঞতাৰেই এক প্ৰত্যক্ষ ৰূপ।

ডেকাৰ প্ৰথম ভাগৰ উপন্যাস সমূহত হিন্দী ঔপন্যাসিক প্ৰেমানন্দৰ দৰে গান্ধী দৰ্শনৰ প্ৰভাৱে মুক্ত বিচৰণ কৰা দেখা যায়। সেই সময়ছোৱা পূৰ্ণ গান্ধীবাদী আছিলবাবেই হয়তো সাহিত্যিকসকলৰ ৰচনাত সেয়া অলক্ষিতে হলেও প্ৰৱেশ কৰিছিল। ডেকাৰ **'মাটি কাৰ?'** (১৯৫৬) উপন্যাসতো সমবায় আন্দোলনৰ পৰিপ্ৰেক্ষাত মহাজনৰ সৈতে এক দ্বন্দ্বময় সংঘাতৰ সৃষ্টি হৈছে। উপন্যাসৰ নায়ক অতুলৰ নেতৃত্বত জনজাতি অজনজাতি সকলো একত্ৰিত হৈ 'খেতি যাৰ মাটি তাৰ' ধ্বনিৰে বিদ্ৰোহ ঘোষণা কৰিছে। অতুলক কাৰাৰুদ্ধ কৰাৰ সময়ত কছাৰী, মিছিং, কাৰ্বি, নেপালী আদিয়ে চাওতালসকলৰ পৰা ধনুবিদ্যা শিকি পুঁজিপতি সামন্তবাদী জমিদাৰৰ বিৰুদ্ধে হাতত অস্ত্ৰ তুলি লবলৈকো দ্বিধাবোধ কৰা নাই। ডেকাই প্ৰয়োজন সাপেক্ষে তেওঁৰ উপন্যাসৰ চৰিত্ৰসমূহক অধিক বিদ্ৰেহী ৰূপত অংকন কৰিলেও শেষত গান্ধীৰ অহিংসা নীতিৰে সকলো সমস্যাৰ ওৰ পেলাবলৈ চেষ্টা কৰিছে। সমবায় পদ্ধতিৰে খেতি আৰম্ভ কৰিবলৈ যো-জা কৰা অতুলক হাজৰিকাই মৃত্যুৰ ভাবুকি দিয়াত অতুলে দৃঢ় কণ্ঠে কৈছে "ৰক্তবীজৰ প্ৰতিটোপা ৰক্তৰ পৰা একোটা দৈত্য সৃষ্টি হোৱাৰ দৰে, এজনৰ মৃত্যুৰ পৰা সহস্ৰ জনৰ জন্ম হ'ব।"[৬] নতুন সমাজৰ প্ৰতিষ্ঠাপক অতুলৰ ত্যাগ আৰু আদৰ্শই সমাজৰ কলুষতা আঁতৰাই মাটিৰ মোহৰ পৰা হাঁজৰিকাইঁতৰ দৰে শোষকক মুক্ত কৰি নতুন সমাজ গঢ়াত সহায় কৰিছে। ডেকাৰ জাতীয়তাবাদী মনটোৰ পূৰ্ণ প্ৰস্ফুৰণ এই উপন্যাসখনত অধিক প্ৰকট হৈ পৰিছে।

ডেকাৰ উপন্যাসসমূহ মূলতঃ ৰোমান্টিক। আদৰ্শবাদী ৰোমান্টিক প্ৰেমৰ মাজেৰে অৰ্থনৈতিক আৰু সামাজিক ৰূপ এটা দাঙি ধৰিছে। আনহাতে জাতীয়তাবাদ ডেকাৰ উপন্যাসৰ ছত্ৰে ছত্ৰে বিৰাজমান। **'সীমাৰ কাজিয়া'** (১৯৬২) আৰু **'বৈৰী মানুহ'** (১৯৬৭) ৰাষ্ট্ৰীয় চেতনাসমৃদ্ধ দুখন সংবেদনশীল উপনাস। ১৯৬২ চনৰ চীন-ভাৰত যুদ্ধ আৰু ১৯৬৫ চনৰ পাক ভাৰত যুদ্ধৰ পটভূমিত ৰচিত উপন্যাস দুখনত অৰ্থনৈতিক দিশটোৰ মূল্যায়ন কৰিছে মানৱসত্তাৰ একাত্মবোধৰ জাগৰণৰ মাজেদি। ঐতিহাসিক পটভূমিত ৰাজনৈতিক সমস্যা ৰাজিৰ ৰচিত **'বৈৰী মানুহ'**ত আহমদ মাষ্টৰ, জেৰিণা, আলিমুন্নিচা, আদি চৰিত্ৰসমূহে বহিঁশত্ৰু পাকিস্থানৰ বিৰুদ্ধে একলগ হৈ থিয় দিছে। পাকিস্থানৰ

গুপুচৰ মহম্মদ আলীক দেশদ্ৰোহী বুলি জনাৰ পিছত আলিমুন্নিচাই পত্নীৰ কৰ্তব্যতকৈ দেশাত্মবোধৰ আত্মিক চেতনাৰ প্ৰতি অধিক সচেতন হৈ নিজৰ স্বামী মহম্মদ আলীক পুলিচৰ হাতত গটাই দিছে। ১৯৬০ চনৰ ভাষা আন্দোলনৰ পটভূমিত ৰচিত 'ইতিহাসে সকিয়াই' বঙ্গবাদীৰ চক্ৰান্ত, পাৰ্বত্য নেতাসকলৰ পৃথক ৰাজ্য দাবী উত্থাপন আদি সমস্যাই ১৯৬০ চনত অসমত কি এক অচল অৱস্থাৰ সৃষ্টি কৰিছিল তাৰ বৰ্ণনা দাঙি ধৰিছে। বঙ্গবাদীৰ মাজতো যে সুচিন্তিত ব্যক্তিৰ অভাৱ নাছিল তাক সুনীল চৰকাৰ আৰু তেওঁৰ পৰিয়ালটিৰ মাজেৰে প্ৰকাশ পাইছে। অৰুণ আৰু কিৰণৰ চিন্তাধাৰাৰ মাজেৰে প্ৰকাশ পাইছে মানৱ সত্তাইহে প্ৰকৃত সত্তা- "এৰা তুমি ঠিকেই কৈছা কিৰণ, আমি দুয়ো অসমীয়া-বঙালী কোনো দলতে নাই- ক'ব গলে আমি ভাৰতীয়। তাতকৈয়ো আচলকৈ পৰীক্ষা কৰিলে দেখিবা আমি মানুহহে, ভাৰতৰ ঠেক গণ্ডীয়েও আমাৰ ভাব আদৰ্শ আৰু চিন্তাক সামৰি ৰাখিব পৰা নাই। ধৰ্ম, জাতি দেশ আদিৰ সংকীৰ্ণতাৰ পৰা আমি মুক্ত। আমি মানুহ, কুসংস্কাৰ বৰ্জিত মানুহ কিৰণ, আমাৰ ধৰ্ম মানৱতা, জাতি মানৱ জাতি আৰু দেশ এই পৃথিৱীখন।"[৭]

অসমীয়া উপন্যাস সাহিত্যৰ পৰম্পৰাগত ধাৰাটো ডেকাই উপন্যাসত অব্যাহত ৰাখিলে। পঞ্চাশ আৰু ষাঠি দশকৰ অসমীয়া গ্ৰাম্য জীৱন ধাৰাৰ মাজত ঔপন্যাসিক আৱদ্ধ হৈ পৰাৰ ফলত পাশ্চাত্য ধ্যান-ধাৰণাই তেওঁক আকৰ্ষণ কৰিব পৰা নাছিল। ড° জিতেন দাসে লিখিছে "হিতেশ ডেকাৰ উপন্যাসৰ মাধ্যমেদি অসমৰ গাঁৱৰ চহাৰ যি জীৱন চিত্ৰ পোৱা যায় সেই জীৱন চিত্ৰৰ এক দূৰণিবটীয়া ৰিং ইংৰাজ ঔপন্যাসিক থ'মাছ হাৰ্ডী (১৮৪০-১৯২৮) ৰ উপন্যাসতো শুনিবলৈ পোৱা যায়। হিতেশ ডেকাক মোৰ অসমৰ থ'মাছ হাৰ্ডী বুলিবৰ মন যায়।"[৮] বৰ্ণনাত্মক ৰীতিৰ পৰিবাহক ডেকাৰ উপন্যাসত গ্ৰামীণ সমাজ ব্যৱস্থাৰ ব্যথিত ইতিহাস এক স্বাভাৱিক পটভূমি হৈ পৰিছে। সামাজিক ন্যাস প্ৰতিষ্ঠা আৰু স্বাৱলম্বী চেতনাৰে অৰ্থনৈতিক আৰু সামাজিক সংঘাত মসিমূৰ কৰাৰ প্ৰত্যাহ্বান তেওঁৰ নায়ক নায়িকাসকলে বৰ সহজভাৱে গ্ৰহণ কৰিছে। তিনিটা খণ্ডত প্ৰকাশিত বৃহদায়তনিক উপন্যাস 'এয়েতো জীৱন' (১৯৬০)ত এনে প্ৰত্যাহ্বানৰ সুৰ বৰ গভীৰভাৱে শুনিবলৈ পোৱা যায়। উপন্যাসখন যৌথ পৰিয়ালৰ সমস্যা, প্ৰণয়ৰ ব্যথিত ইতিহাস, মহাজনী শোষণ, কলাধন, অনগ্ৰসৰতা, বৈধব্য সমস্যা, গ্ৰাম্য সমাজত সদা প্ৰচলিত দ্বন্দ্ব খেয়াল আদিৰে সম্পূৰ্ণ গাৱলীয়া জীৱনধাৰাৰ আধাৰত ৰচিত 'এয়েতো জীৱন' উপন্যাসৰ নায়ক বলোৰাম কৰ্মঠ যুৱক। বলোৰাম আৰু উমাৰ প্ৰণয় কাহিনীৰ বৰ্ণনাৰে সম্পূৰ্ণ গাৱলীয়া পৰিবেশ এটিৰ উপস্থাপন উপন্যাসত এনেধৰণৰ -

"খৰধৰকৈ ডুব মাৰি গাটো ধুই তাই পাৰত উঠিল। গা ধুই উঠি নদীৰ পাৰত পানী যুৰলিত থিয় হৈ পাৰত থকা মেখেলাখন সলাবৰ বাবে হাতত লৈছেহে এনেতে চকুত পৰিল নদীৰ ডাঙৰ শিলচটাৰ সিপাৰত গৰুক গা ধুৱাই থকা বলোৰামক। সি তাৰ গাড়ীৰ বলদ হালক পানীত নমাই লৈ জাবৰেৰে গা ঘঁহি দিব ধৰিছে আৰু কেৰাহীকৈ তাইৰ ফালে চাই আছে।"[৯] উমাৰ জেঠাক ভৈৰৱ মহাজনৰ দোকানৰ মাল কঢ়িয়াই দিন-ৰাতি কঠোৰ পৰিশ্ৰম কৰি উমাক পত্নী ৰূপত পাবলৈ বলোৰামে পইচা গোটাইছিল। মহাজনৰ সৰুপুতেক বীৰেণৰ প্ৰচেষ্টাত উমা বলোৰামৰ বিয়া সুকলমে সম্পন্ন হ'ল যদিও মহাজনৰ ড্ৰাইভাৰৰ চক্ৰান্তত উমা প্ৰতি সন্দেহৰ বীজ অংকুৰিত হৈ ক্ষোভ আৰু হতাশাত বলোৰাম গাঁও এৰি নিৰুদ্দেশ হ'ল। অদৃশ্য ধিয়াই চৰম লাঞ্ছনা আৰু অপমান সহ্য কৰিও গৰ্ভস্থ সন্তানটিৰ বাবে উমা জীয়াই থাকিবলৈ পিতৃগৃহত আশ্ৰয় ললে। গাঁৱৰ বিধবা কাঞ্চনমতী আৰু জেতুকীও উমাৰ দুৰৱস্থাৰ বাবে প্ৰত্যক্ষভাৱে দায়ী। শেষত বীৰেণৰ শোকাবহ মৃত্যু আৰু বলোৰামৰ নিজৰ ভুলৰ অনুশোচনা আৰু পুনৰ মিলনেৰে উপন্যাসখন সামৰা হৈছে।

গান্ধী দৰ্শনেৰে জীৱনটো আৱত্ত কৰা ডেকাৰ এইখন উপন্যাসতো গান্ধীজীৰ স্বৰাজৰ আদৰ্শত শিক্ষিত যুৱক বীৰেন। অম্বৰ চৰখা বিদ্যালয় প্ৰতিষ্ঠা কৰি শিক্ষা আৰু হস্তশিল্পৰ দ্বাৰা গাঁওখনলৈ স্বনিৰ্ভৰশীলতা আনে আৰু ইয়াৰ দ্বাৰা গাঁওৰ যথেষ্ট উন্নতি সাধন কৰে। বীৰেণে উপদেশ আৰু

নিজৰ আদৰ্শৰ দ্বাৰা গাঁৱৰ চৰিত্ৰহীন লম্পট তথা পৰস্ত্ৰীকাতৰ শ্ৰেণীটোক সৎ পথলৈ অনাত কৃতকাৰ্যতা লাভ কৰিছিল। জমিদাৰ, সামন্ত প্ৰভু মহাজনসকলে অসৎ উপায়ে অৰ্জা কলাধনেৰে গাঁৱত কিদৰে প্ৰভুত্ব দেখুৱাই সন্মানৰ অধিকাৰী হ'ব পাৰে সেয়া ভৈৰৱ মহাজনৰ কাৰ্য্যৰ পৰাই স্পষ্ট হৈ উঠিছে। নিজৰ ভ্ৰাতৃ মধুনাথক প্ৰৱঞ্চনা কৰিয়ে ক্ষান্ত নাথাকি বলোৰামৰ ভেঁটি পৰ্য্যন্ত উচ্ছন্ন কৰিবলৈ দ্বিধাবোধ কৰা নাই। উপন্যাসখনৰ আন আন চৰিত্ৰৰ ভিতৰত জেতুকী বাই, কাঞ্চনপেহী, উমাৰ মাহীমাক আদি গ্ৰাম্য জীৱন সম্ভূত নাৰী চৰিত্ৰ। বিধৱা তাতে আকৌ সন্তানহীনা জেতুকী বাই, কাঞ্চনপেহীহঁতৰ দৰে নাৰীয়েই সদায় নাৰীৰ অনিষ্ট সাধন কৰি আহিছে। মাতৃ হৈও মাতৃত্বৰ মোল নোপোৱা উমাৰ মাহীমাকে অৱশেষে শেষলৈ নিজৰ ভুল উপলব্ধি কৰি উমাৰ প্ৰতি দৰদত একীভূত হৈ পৰিছে। বীৰেণৰ প্ৰচেষ্টাত জেতুকী, কাঞ্চন, ড্ৰাইভাৰ আজিও সৎপথলৈ প্ৰত্যাবৰ্তন কৰিছে।

ত্ৰিশৰ দশকত অসমত যৌথ পৰিয়াল এক আদৰ্শ পৰিয়াল ৰূপে চিহ্নিত আছিল। শিক্ষাৰ প্ৰসাৰৰ লগে লগে যৌথ পৰিয়ালৰ ভাঙোন আৰম্ভ হ'বলৈ ধৰিলে। মানুহ স্বাৰ্থপৰ হ'বলৈ আৰম্ভ কৰিলে, ডাঙৰৰ প্ৰতি সন্মান কমি আহিল; অৰ্থনৈতিক বান্ধোন শিথিল হৈ পৰাৰ লগে লগে স্বনিৰ্ভৰশীল হবলৈ ব্যৱসায় তথা চাকৰিৰ সূত্ৰে দূৰদূৰণিলৈ গৈ পৰিয়ালৰ অলক্ষিতে বিয়া বাৰু কৰাই পৰিয়ালৰ পৰা আঁতৰি পৰিল। এনে বিভিন্ন কাৰণত যৌথ পৰিয়ালৰ ভাঙোন ক্ৰমাগত ভাৱে বৃদ্ধি পাবলৈ ধৰিলে। বিশেষকৈ গ্ৰাম্য জীৱন ধাৰাত যৌথ পৰিয়ালৰ যি এক মিলা-প্ৰীতিৰ আদৰ্শ পৰম্পৰাগত ভাৱে চলি আহিছিল সেয়াও স্বাধীনোত্তৰ পিছত স্তিমিত হৈ পৰিল। ভৈৰৱ মহাজনৰ পৰিয়াল সূত্ৰে চলোৱা ব্যৱসায় যৌথ পৰিয়ালৰ ভাঙোনে কেনে এক পৰ্য্যয়ত তিনিজন ভাই ককাইক উপনীত কৰিছিল সেয়া উদ্ধৃত কথাকেইষাৰৰ পৰাই অনুমান কৰিব পাৰি "সকলো ওলট-পালট হৈ গ'ল। ওৰে ৰাতি লাইট জ্বলাই প্ৰত্যেকজনে নিজৰ কাম কৰি থাকিল ওৰে ৰাতি অনাহাৰ অনিদ্ৰাই অতিবাহিত হ'ল গৃহস্থী ঘৰৰ।"[১০] আইনৰ অবিহনে মেল পাতি বেলেগ হোৱাৰ পৰম্পৰা বৰ্তমানো দুই এখন গাঁৱত নথকা নহয়। গাৱৰ অশিক্ষিত লোকৰ মাজত চলি অহা গালি-গালাজ, পৰম্পৰাগতভাৱে চলি অহা তন্ত্ৰ-মন্ত্ৰত বিশ্বাস উপন্যাসখনৰ অন্যতম উপজীৱ্য।

ডেকাৰ নগৰকেন্দ্ৰিক উপন্যাস 'আচল মানুহ' (১৯৬৩) গ্ৰাম্য অৰ্থনীতিৰ মেৰপাকৰ পৰা মুক্ত এখন মনোবিশ্লেষণাত্মক উপন্যাস। নগৰীয়া জীৱনৰ অসংলগ্ন যৌন মিলনৰ বৰ্ণনাৰে মদনৰ দৰে শিক্ষিত স্পষ্টবাদী আনৰ মঙ্গলৰ বাবে নিজৰ ক্ষুদ্ৰ জীৱন দান কৰিব পৰা অথচ লক্ষ্যবিহীন যুৱকৰ মানসিক দ্বন্দ্ব আৰু বিকৃত ৰুচিবোধৰ পৰিচয় দিছে। অকামিত আদিম প্ৰবৃত্তিৰ ওচৰত নতি স্বীকাৰ কৰি ককায়েক ভনীয়েকৰ মাজত যৌন সম্পৰ্কই আজিৰ পৰা হাজাৰ বছৰৰ আগৰ সমাজ এখনৰ প্ৰতিচ্ছবি বহন কৰিলেও পতিত আৰু দলিত সকলৰ দুখ মোচনৰ বাবে মদনে যি পথ অৱলম্বন কৰিছে সিয়ে চৰিত্ৰটো শেষলৈ এক মানৱতাবাদী চৰিত্ৰৰূপে প্ৰতিষ্ঠিত কৰিছে। উশৃঙ্খলিত জীৱন যাপন কৰিলেও, সমাজত লম্পট, চৰিত্ৰহীন হিচাপে চিহ্নিত হলেও মদনৰ যোগেদি ঔপন্যাসিকে 'আচল মানুহ'ৰ ছবি এখন দাঙি ধৰিবলৈ চেষ্টা কৰিছে।

'সুখৰ সংসাৰ, কাম-পত্নী, ভাৰাঘৰ আদি আন আন উপন্যাসতো ডেকাই সম্পূৰ্ণ গ্ৰাম্য অৰ্থনীতি বা সমাজখন এৰাই চলিব পৰা নাই। অসমীয়া সামাজিক বিবাহ এখনৰ বৰ্ণনাৰে 'সুখৰ সংসাৰ'ত হাস্য-ব্যঙ্গ ৰসৰ মাজেদি নৰেশ্বৰ পাঠক আৰু চহৰীয়া বন্ধু ভবেন শইকীয়াৰ সংসাৰৰ বৰ্ণনা দাঙি ধৰিছে। শান্ত আৰু কৰুণ ৰসক প্ৰাধান্য দিয়া ডেকাৰ উপন্যাসত নায়ক নায়িকাৰ বিদায় মধুৰ দৃশ্য তেওঁৰ বাহিৰে আন উপন্যাসত ইমান সজীৱভাৱে কোনেও অংকন কৰিব পৰা নাই।

ঐতিহাসিক পটভূমিত ৰচিত 'গাঁৱৰ মানুহ'ৰ পাতনিত ঔপন্যাসিকে লিখিছে বৰ্তমান অসমৰ অৱস্থা আৰু ঘটনাৱলীয়েই ভৱিষ্যতৰ বাবে হ'ব অসম বুৰঞ্জীৰ সমল সেই বাবে বৰ্তমানৰ অসমৰ ঘটনাৱলীৰ এটি ক্ষুদ্ৰ বিষয়ৰ ওপৰত আলোকপাত কৰি এই উপন্যাসখন ৰচনা কৰা হ'ল। সেই

ফালেৰে চাবলৈ গ'লে এই উপন্যাসখন ঐতিহাসিক উপন্যাসৰ শাৰীত পৰিব। 'গাঁৱৰ মানুহ' নামৰ অসমৰ গাঁৱৰ ছবি অঙ্কিত এই উপন্যাসখন অসম ৰাজ্যৰ বৰ্তমানৰ গাঁওবোৰৰ এটি প্ৰতিবিম্ব। এই পুথিখনিৰ ভিতৰেদিয়ে বৰ্তমানৰ গাঁওৰ অৱস্থাৰ, দেশৰ অৱস্থাৰ এটি সম্যক চিত্ৰ দৰ্শন কৰিব পাৰিব নতুন প্ৰজন্মই।"[১১]

পাতনিৰ উল্লিখিত কথাৰ পৰাই উপন্যাসৰ কাহিনীৰ গভীৰতা অনুভৱ কৰিব পৰা যায়। জালুকবাৰী অঞ্চল বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয়ক কাহিনীৰ আধাৰ কৰি ললেও গ্ৰাম্য সাংস্কৃতিয়ে উপন্যাসখনত প্ৰাধান্য লাভ কৰিছে। ভোগালী বিহুৰ উৰুকা, গোসাই ঘৰত ভকতনীসকলৰ নাম, গোসাইঘৰৰ চোতালত ৰাইজৰ মেল, আদিয়ে গাৱঁৰ সামাজিক চিত্ৰখনিৰ মনোৰম ৰূপ এটি দাঙি ধৰিছে। বিংশ শতিকাৰ শেষত অসমত সন্ত্ৰাসবাদে গা-কৰি উঠিছিল। শিক্ষিত লোকৰ মাজতো যে সন্ত্ৰাসবাদী কাৰ্য কলাপ বৰ্তি আছিল তাৰ আভাস জগদীশৰ দৰে যুৱকৰ দুমুখীয়া নীতিৰ দ্বাৰা প্ৰকটিত হৈছে।

মৰণোত্তৰভাৱে প্ৰকাশিত 'ত্যাগ' হিতেশ ডেকাৰ শেষ উপন্যাস। অসমৰ সমাজ জীৱনৰ নিটোল বাস্তৱ ছবি অংকিত উপন্যাসখনৰ পটভূমি ঘাইকৈ গঢ়ি উঠিছে কঁহ শিল্পখ্যাত সৰ্থেবাৰী অঞ্চলক কেন্দ্ৰ কৰি। সৰ্থেবাৰীৰ কঁহাৰ সকলৰ কাৰুণ্যসিক্ত জীৱনৰ ছবি মূৰ্ত হৈ উঠিছে 'ত্যাগ'ৰ মাজেদি। অসমীয়া গাৱলীয়া সমাজৰ সুখ-দুখ, আনন্দ-বেদনা, হাঁহি-অশ্ৰু, আৰু প্ৰেম অসূয়াৰে ভৰা জীৱনৰ জীৱন্ত ছবিৰ মূৰ্ত প্ৰকাশ এই উপন্যাসখনিত ৰমেন আৰু হীৰাৰ প্ৰগাঢ় প্ৰেম শেষ মুহূৰ্ত্তত 'ত্যাগ'ৰ বন্তিৰে প্ৰজ্বলিত হৈ উঠিছে। হৃদয় প্ৰতিমা হীৰাক মনে প্ৰাণে ভাল পালেও ত্যাগৰ মাজতহে প্ৰকৃত ভালপোৱা নিহীত থাকে বুলি ৰমেনে হীৰাক বীৰেনৰ সৈতে বিবাহত মত দিবলৈ বাধ্য কৰাইছে আৰু নিজে বীৰেণৰ ভনীয়েক কাঞ্চনক গ্ৰহণ কৰি সমাজত আদৰ্শ দাঙি ধৰিছে। বীৰেন আৰু কাঞ্চনে কাঙ্খিতজনক লাভ কৰি মনে-প্ৰাণে সুখী হ'ল; কিন্তু হীৰা আৰু ৰমেনে ত্যাগৰ মাজেৰে এক মহান আদৰ্শৰ গৰাকী হৈ নিজৰ কৰ্তব্য পালনেৰে সুখী হবলৈ যত্ন কৰিছে।

কাৰুণ্যসিক্ত চাৰিকেন্দ্ৰিক প্ৰেমৰ বাহিৰেও উপন্যাসখনত আছে সহজ সৰল গাঁৱলীয়া সমাজত মহাজনৰ শোষণ, কলাধনৰ বাবে ড্ৰাগছৰ ব্যৱসায়, সহজাত প্ৰবৃত্তিৰে বদনাম ঘটনা আদি। অৱশ্যে ইয়াৰ বিপৰীতে ডেকাই শিক্ষিত ডেকাৰ 'ত্যাগ' মহানুভৱতা অংকনেৰে পুৰণি মূল্যবোধক ৰোধ কৰি নতুন নৈতিক মূল্যবোধৰ প্ৰয়োগ দেখুৱাইছে।

যুদ্ধোত্তৰ যুগৰ সমাজ জীৱন সূক্ষ্ম পৰ্যবেক্ষণেৰে নিৰীক্ষণ কৰি বাস্তৱানুগভাৱে চিত্ৰিত কৰা ডেকাৰ উপন্যাসসমূহৰ অসমীয়া সাহিত্যত এক গুৰুত্বপূৰ্ণ স্থান আছে। তেওঁৰ উপন্যাসসমূহৰ প্ৰায়বোৰতে কাহিনীয়ে গঢ় লৈ উঠিছে সামাজিক আৰু অৰ্থনৈতিক সমস্যাক কেন্দ্ৰ কৰি। দ্বিতীয় বিশ্বযুদ্ধৰ পৰৱৰ্তী স্তৰ আৰু স্বাধীনতাৰ পিছলৈচোৱা সময়ত অৰ্থনৈতিক সমস্যাই পৰিৱৰ্তন কৰা পৰম্পৰাগত মূল্যবোধ আৰু কাৰুণ্য-সিক্ত জীৱনৰ চিত্ৰ এই উপন্যাসসমূহৰ মাজত বাৰুকৈ স্পষ্ট। অথচ ডেকাৰ উপন্যাসসমূহ সচেতন দৃষ্টিভংগীৰে নিৰীক্ষণ কৰিলে কিছুমান দুৰ্বলতা চকুত নপৰাকৈ নাথাকে। বহুবক্তীতা, কৃত্ৰিম আৰু বক্তৃতাধৰ্মী কথোপকথন আদিয়ে বহু সময়ত উপন্যাসৰ কলাত্মক গুণ নিম্ন কৰিছে বুলি কব পাৰি। গ্ৰাম্য জীৱনধাৰা আধাৰ কৰি ৰচিত উপন্যাসকেইখনত লেখক জীৱন অভিজ্ঞতা পুষ্ট হোৱা বাবে সাৰ্থক হৈছে। অৱশ্যে ডেকা গাৱঁৰ এক গণ্ডীৰ মাজতে থাকি গ'ল, জ্যোতিপ্ৰসাদৰ দৰে বিশ্ব নাগৰিক হ'বলৈ ওলাই নাহিল। স্বাধীনোত্তৰ অসমীয়া সমাজৰ ট্ৰেদ ইউনিয়নৰ কোনো বৰ্ণনাই ডেকাৰ উপন্যাসত ঠাই নোপোৱাতো অন্য এক দুৰ্বলতাৰ পৰিচায়ক। উদাহৰণস্বৰূপে 'এয়েতো জীৱন'ৰ বলোৰামহঁত গাৰোবান নিৰুপায়ে সামান্ত প্ৰভুৰ নিৰ্দেশতেই চলি গ'ল গোটেই জীৱন। প্ৰতিবাদৰ যেন কোনো কণ্ঠই নাই। প্ৰেমচন্দ- নাগাৰ্জুনৰ উপন্যাসত গ্ৰাম্য সমাজৰ ভিতৰত প্ৰৱেশ কৰি স্বাধীনোত্তৰ গ্ৰাম্য জীৱনৰ যি বাস্তৱ ৰূপ তুলি ধৰিছে হিতেশ ডেকাই তাক মাত্ৰ ৰোমাণ্টিক

প্ৰণয়ৰ মাজতে আবদ্ধ ৰাখিছে। স্বাধীনতাৰ বাস্তৱ ৰূপৰ ঠাইত ৰোমাণ্টিক মোহত আবদ্ধ হৈ একে পৰ্য্যায়ত বৈ গ'ল ডেকাৰ ধ্যান-ধাৰণা। স্বাধীনতাই আনি দিয়া পৰিবৰ্তিত সমাজখনত ডেকাই সমসাময়িক দৃষ্টিভংগীৰে প্ৰৱেশ কৰিব নোৱাৰিলে। স্বাধীনতাৰ পিছত আহি পৰা নতুন ধ্যান-ধাৰণাৰ মাজত আদৰ্শবাদী মন এটাৰে জীয়াই থাকিব বিচৰা অসমীয়ালোকৰ মন এটাই ডেকাই তেওঁৰ উপন্যাস সমূহৰ মাজত আবদ্ধ কৰি ৰাখিছে। নিয়তি বা ভাগ্যৰ ওচৰত ডেকাৰ উপন্যাসৰ চৰিত্ৰবোৰ পৰিচালিত যেন লাগে। উমাই হয়তো সেই বাবেই জীৱনৰ চৰম মুহূৰ্ত্ততো ধৈৰ্য্য হেৰুৱা নাছিল। অথবা নীলিমা আৰু প্ৰতাপে নিয়তি বা ভাগ্যচক্ৰক ধিয়াই ভাগ্যৰ দ্বাৰা নিয়ন্ত্ৰিত হবলৈ মানসিকভাৱে প্ৰস্তুত হৈছিল।

সূত্ৰ নিৰ্দেশ ঃ

১। ভবানন্দ ডেকা, অসমৰ অৰ্থনীতি, পৃঃ ৪৩
২। হৰিবংশ ৰাই বচ্চন, নগেন্দ্ৰ আৰু ভাৰত ভূষণ। আগৰৱাল সম্পাদিত, ৰণবীৰ ৰাংৰোৰ উপন্যাস, (প্ৰকাশক, সমসাময়িক হিন্দী সাহিত্য, ১৯৪৩, ২য় সংস্কৰণ) পৃঃ ২৯
৩। প্ৰণৱ কুমাৰ ধৰ, অসমৰ অৰ্থনীতিৰ ৰূপৰেখা, পৃ৭৭
৪। আজিৰ মানুহ, (১১শ সংস্কৰণ, ১৯৮৯) পৃঃ ৮
৫। প্ৰাগুক্ত, পৃঃ ৩৪
৬। 'মাটি কাৰ?' (তৃতীয় প্ৰকাশ, ১৯৮৩) পৃঃ ১৩০
৭। ইতিহাসে সকিয়াই (তৃতীয় প্ৰকাশ ১৯৯২) পৃঃ ৯৭
৮। মোৰ সোঁৱৰণত হিতেশ ডেকাৰ জীৱন আৰু সাহিত্যঃ অসমীয়া প্ৰতিদিন, ১১ চেপ্তেম্বৰ ২০০০
৯। 'এয়েতো জীৱন' (১ম খণ্ড, ৯ম সংস্কৰণ ১৯৯৮) পৃঃ ৭
১০। প্ৰাগুক্ত, পৃঃ ৮০
১১। গাঁৱৰ মানুহ (প্ৰথম সংস্কৰণ, ১৯৯৭) পাতনি।



# জীৱন-চিত্ৰৰ অনুপম নিদৰ্শন - এয়েতো জীৱন

ড° সৰোজ কাকতি

পঞ্চাশৰ দশকত ঔপন্যাসিক ৰূপে আত্মপ্ৰকাশ কৰা হিতেশ ডেকাদেৱৰ উপন্যাসৰাজিৰ ভিতৰত **'আজিৰ মানুহ', 'আচল মানুহ', 'বৈৰী মানুহ', 'জীৱন সংঘাত', 'এয়েতো জীৱন', 'সীমাৰ কাজিয়া', 'ইতিহাসে সকিয়ায়', 'মাটিকাৰ?', 'সুখৰ সংসাৰ' 'কামপত্নী', 'নিৰ্যাতিতা সতী', 'ভাড়াঘৰ'** আদিয়ে অসমীয়া উপন্যাস সাহিত্যৰ ভড়াল ঐশ্বৰ্যমণ্ডিত কৰিছে। ব্যক্তিগত জীৱনৰ সকলোক্ষেত্ৰতে জীৱনৰ প্ৰকৃতৰূপৰ অনুসন্ধান কৰি ফুৰা ডেকাদেৱৰ প্ৰত্যেকখন উপন্যাসতে জীৱনৰ হাঁহি অথবা অশ্ৰুৰ স্বৰূপ নিৰ্ধাৰণ কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। মানুহৰ বৈচিত্ৰময় জীৱনেই হ'ল উপন্যাসৰ প্ৰাণকেন্দ্ৰ। ভূদেৱ মুখোপাধ্যায়ে কৈছে—

> "জীৱনই উপন্যাসেৰ অৱলম্বন এবং মানৱ জীৱন সমাজকে আশ্ৰয় কৰিয়াই বিকাশ ৱলাভ কৰিয়া থাকে; সুতৰাং উপন্যাস কদাচ সমাজ নিৰপেক্ষ ৰচনা হইতে পাৰেনা। প্ৰত্যেক দেশেৰেই সমাজ জীৱনে যে বৈশিষ্ট্য থাকে, তাৰ দ্বাৰাই ব্যক্তি জীৱন গঠিত হয়; সেইজনৰ শাশ্বৱত পৰিচয়েৰ দিক দিয়া দেশে, দেশে কোন পাৰ্থক্য না থাকিলেও বৰ্হিমুখী যে ৰূপেৰ ভিতৰ দিয়া দেশে দেশে জীৱনেৰ বিকাশ হইয়া থাকে, যাহাৰ মধ্যে, যে পাৰ্থক্য আছে, তাহাৰ ফালেই দেশে দেশে ইহাৰ ৰূপ বিভিন্ন হইয়া থাকে।" **(বাংলো কথা সাহিত্যেৰ ইতিহাস পৃ-৭৪)**

স্বাধীনতা আৰু তাৰ পাৰ্শ্বৱৰ্তী সময়খিনিত অসমৰ গ্ৰাম্য জীৱনৰ প্ৰতি আলোকপাত কৰি কবি ঔপন্যাসিকসকলে সাহিত্য ৰচনা কৰিছিল। সমাজৰ শ্ৰেণী-বৈষম্য, মহাজনী অৰ্থনীতিৰ শোষণ, অসমৰ অনগ্ৰসৰ গ্ৰাম্য জীৱনৰ খাদ্য বাসস্থান আৰু বস্ত্ৰক কেন্দ্ৰ কৰিয়ে সৃষ্টি হোৱা অলেখ সমস্যা আদিক উপজীব্য স্বৰূপে লৈয়েই হিতেশ ডেকাদেৱে 'এয়েতো জীৱন' উপন্যাসখন ৰচনা কৰিছে।

উপন্যাসখনৰ কাহিনীভাগ নামনি অসমৰ কোনো এখন গাঁৱৰ পটভূমিত নিৰ্মিত হৈছে। প্ৰতিপত্তিশীল মহাজনৰ যৌথ পৰিয়ালটিৰ তিনিজন পুত্ৰ, তিনিজনী বোৱাৰী, মহাজনৰ ট্ৰাকৰ ড্ৰাইভাৰ, মহাজনৰ দোকানৰ মাল কঢ়িওৱা গাৰোৱান- বলোৰাম, বলোৰামৰ প্ৰেয়সী উমা, উমাৰ মাক বাপেক আৰু ভায়েক, গাঁৱত বাসকৰা আন দুজনী তিৰোতা— কাঞ্চন পেহী আৰু জেতুকীবাই আদিৰ কথাৰে কাহিনীভাগ ৰসাল হৈ পৰিছে। বলোৰাম আৰু উমাৰ প্ৰেমৰ কথাৰে কাহিনীৰ আৰম্ভণি হৈছে। সৰ্বসুলক্ষণা উমাই চফল ডেকা বলোৰামৰ প্ৰতি গভীৰ প্ৰীতি অনুভৱ কৰে যদিও, মদাহী ড্ৰাইভাৰে উমাক পত্নীৰূপে পাব খোজে। বলোৰাম আৰু উমাৰ মিলনৰ পথত নানা ঘাত-প্ৰতিঘাত উপস্থিত হলেও আদৰ্শবান ককায়েক বীৰেণৰ হস্তক্ষেপত উমাই শেষত বলোৰামকে পতিৰূপে লাভ কৰিলে। দুয়োৰে সুখৰ সংসাৰৰ যাত্ৰাপথত প্ৰতিশোধপৰায়ণ ড্ৰাইভাৰে বাধাৰ প্ৰাচীৰ হৈ থিয় দিলে। জেতুকীবাইৰ কু-পৰামৰ্শমতে ড্ৰাইভাৰে বলোৰামৰ মনত সন্দেহ উৎপন্ন কৰালে যে উমাই বিয়াৰ পাছত মদপী ড্ৰাইভাৰৰ সৈতে শাৰীৰীক সম্পৰ্ক ৰক্ষা কৰি চলিছে। পত্নীৰ চৰিত্ৰৰ প্ৰতি সন্দেহ কৰি বলোৰামে শেষত উমাকো পৰিত্যাগ কৰিলে আৰু নিজেও ঘৰ-সংসাৰ ত্যাগ কৰি স্বনিৰ্বাসিত হ'ল। উজনি অসমৰ এজন ধনী ঠিকাদাৰৰ আশ্ৰয়ত বহুদিন থাকিল যদিও শেষত ঠিকাদাৰৰ সৰুজনী পত্নীৰ যৌৱৰ বলি হৈ বলোৰামে ঠিকাদাৰৰ ঘৰো পৰিত্যাগ কৰিলে আৰু কৃষিজীৱী যৌথ পৰিয়াল এটাত

আশ্ৰয় গ্ৰহণ কৰিলে। তিনিবছৰমান অতিবাহিত হোৱাৰ পাছত সেই পৰিয়ালটোৰ পৰাও বলোৰামে বিদায় ললে আৰু গুৱাহাটীৰ মাৰোৱাৰীৰ ঘোঁৰা-গাড়ীৰ চালক হৈ থাকিল। ইপিনে উমাৰ ককায়েক বীৰেণে বলোৰামক বিচাৰি গুৱাহাটীলৈ যাওতে মটৰ দুৰ্ঘটনাত পতিত হয় আৰু আকস্মিক ভাবে মৃত্যুবৰণ কৰিবলগা হয়। উপন্যাসখনৰ এই মূল কাহিনীৰ লগতে অৰ্জুন আৰু পৱনৰ কাহিনী, বীৰেণ তথা মহাজনৰ ঘৰুৱা কন্দল, ড্ৰাইভাৰৰ প্ৰণয়, ঠিকাদাৰৰ কাহিনী আদিক উপকাহিনী ৰূপে সংযোজিত কৰা হৈছে।

উপন্যাসখনৰ প্ৰথমতেই লেখকে যে গাঁৱৰ জীৱনক কেন্দ্ৰ কৰিয়ে উপন্যাসখন ৰচনা কৰিছে তাৰকথা ঘোষণা কৰিছে এনেদৰে—

> "এয়েতো জীৱন বন্ধু এয়েতো জীৱন— আছে য'ত সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন। স্বৰগৰ কথা নহয়-- এই মাটিৰ পৃথিৱীৰ কথা, পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয়, ক্ষুদ্ৰ গাঁও এখনিৰ কথা। সামান্য মানুহ, সাধাৰণ গাঁৱলীয়া জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনকে লৈ ৰচিত হ'ল এই কাহিনী, এই উপন্যাস।"

এই প্ৰসংগতে হেম বুৰুৱা দেৱৰ এষাৰ কথা মনত পেলাব পাৰি—

> "গ্ৰাম্য জীৱনৰ বাস্তৱধৰ্মী বিশ্লেষণ, খেতিয়ক সমাজৰ সমস্যা, বৰ্হি অৱস্থাই সৃষ্টি কৰা ভাৰ-সাম্যহীনতা, স্বাৰ্থান্বেষী মানুহৰ মাটিৰ প্ৰতি মোহ, ইত্যাদি হৈছে হিতেশ ডেকাৰ উপন্যাসৰ মূল বিষয়বস্তু।" (অসমীয়া সাহিত্য- পৃ-২৭৩)

অসমৰ গাঁৱৰ-- মানুহে প্ৰকৃতিৰ সেউজীয়া কোলাতেই ডাঙৰ দীঘল হয়। বেছিভাগ মানুহে নৈত গা ধুই, তাৰ পৰা পানী আনি দৈনন্দিন জীৱনৰ কাম সমাপন কৰে। জীয়ৰী বোৱাৰী সকলে কাষত কলহলৈ জাকপাতি হাঁহি ধেমালিৰে নৈৰ ঘাটলৈ পানী আনিবলৈ যায়। নৈৰ ঘাট অকল পানীৰ প্ৰয়োজনতেই সীমাবদ্ধ নহয়; এই ঘাট গাঁওবাসীৰ মানসিক শক্তিৰো উৎসস্থল।

> "নিতৌ পুৱা গধূলি দলে দলে আহে জীয়াৰী বোৱাৰী পানী নিবলৈ নদীৰ ঘাটলৈ। গাধোৱা পানী নিয়া কাপোৰ ধোৱা, যাবতীয় কাম চলে এই নৈখনৰ বুকুত। নৈখন যেন জিৰণি, শান্তি আৰু মিলনৰ স্থান।"

প্ৰকৃতিৰ এই বিশ্ববিমোহন ৰূপ চাই ডাঙৰ-দীঘল হোৱা ডেকা-গাভৰু বোৰে প্ৰাণময়তাৰে জীৱন-যাপন কৰে, তাৰ লক্ষণ ফুটি উঠে তেওঁলোকে ইজনীয়ে সিজনীক জোকোৱা বিহুগীতবোৰৰ মাজত। অন্তৰৰ প্ৰেমৰ অনুভূতিক তেওঁলোকে "উভতি নেচাবি, মোক ঐ জোনাকী-পালতি নেচাবি মোক, পানী অনা ঘাটত, পিছলি পৰিবি, মোৰ গাত নিদিবি দোষ।" — আদি বিহুগীতবোৰৰ মাজেৰে প্ৰকাশ কৰে।

পৱন আৰু অৰ্জুনৰ দুষ্টালি ভৰা কাৰ্যকলাপৰ মাজতো অসমীয়া গাঁৱৰ মানুহৰ বাৰীত লাগি থকা আম, কঠাল, জাম, লেতেকু, আনাৰস, মধুৰি, আম আদি সুযোগ পালেই চিঙি আনি খোৱা পৱন আৰু অৰ্জুনে পঢ়াশালীতো নিয়মিত ভাবে উপস্থিত নাথাকি, নানা ধৰণৰ উৎপাত কৰি ফুৰে। হাতত ৰবৰৰ ফান্দলৈ, চৰাই চিকাৰ কৰি, ধিতিঙালি কৰি, মুক্ত প্ৰকৃতিৰ মাজত শৈশৱ পাৰ কৰা ল'ৰা-ছোৱালী গাঁৱৰ সমাজৰ এটা অন্যতম বৈশিষ্ট্য।

সেইদৰে কাঞ্চন পেহী আৰু জেতুকীবাইৰ চৰিত্ৰ দুটিও এনে এক গ্ৰাম্য বৈশিষ্ট্যৰে উপযুক্ত নিদৰ্শন। জেতুকী হ'ল কেও-কিছু নোহোৱা গাভৰু বিধবা। অকলশৰে বাসকৰা জেতুকীৰ ওচৰলৈ সেয়েহে গাঁৱৰ ডেকা অথবা স্ত্ৰী-হীনসকলে যৌন-কামনা চৰিতাৰ্থ কৰাৰ কাৰণে যায়। মানুহৰ ঘৃণাৰ পাত্ৰী হোৱা এনেবোৰ মানুহে শেষত হিংসুক ঈৰ্ষাপৰায়ণ আৰু পৰশ্ৰীকাতৰ হৈ পৰে। কেও কিছু

নোহোৱা বৃদ্ধা কাঞ্চন পেহীয়ে সেইকাৰণে গাঁৱৰ মানুহৰ মাজত টুটুকনীহে ইয়াৰ তাৰ ঘৰ ভাঙি ফুৰে। আনৰ কুৎসা-ৰটনা কৰি বিকৃত মানসিক তৃপ্তি লাভ কৰে। এই জেতুকী আৰু কাঞ্চন পেহীৰ কাৰণেই বলোৰাম আৰু উমাৰ সুখৰ সংসাৰখন ভাঙি থানবান হৈ পৰিছিল, দুয়োটাই অবৰ্ণনীয় দুখ-কষ্ট ভোগ কৰিব লগা হৈছিল। সমাজত আঁহদি কৰাৰ প্ৰথা অতীতৰে পৰা প্ৰচলিত হৈ আছে আৰু জেতুকীবায়ে এই আঁহদিৰ প্ৰয়োগ কৰিয়েই মদপী ড্ৰাইভাৰৰ সতে উমাক বিয়া দিয়াৰ আচনি পাঙিলে। জেতুকীয়ে ড্ৰাইভাৰক সেয়ে কৈছে—

> "এশ নলাগে তুমি মোক আজি একুৰি টকা দিয়া, কাইলৈ তাইক মই তোমাৰ পিছে পিছে দৌৰা কৰিম। ক'ত ছোৱালীক এই জেতুকীয়ে ল'ৰাৰ পিছে পিছে দৌৰা কৰি দিছে তাৰ লেখজোখ নাই। উমাতো সামান্য ছোৱালী।" (প্ৰথম খণ্ড-পৃ-৫)

প্ৰতিজন গাঁওবাসীৰে বদনাম সম্পৰ্কে তিক্ত অভিজ্ঞতা থাকে। নোহোৱা কথা একোটাকো হোৱাবুলি প্ৰচাৰ কৰাটো গ্ৰাম্যসমাজ এখনৰ সাধাৰণ বৈশিষ্ট্য। এনেবোৰ বদনাম প্ৰচাৰৰ ক্ষেত্ৰত কাঞ্চন পেহী সিদ্ধহস্ত। প্ৰকৃত সত্যৰ ওচৰলৈ নাযাই কাঞ্চন পেহীয়ে উমাক জেতুকীৰ চোতালত দেখিয়েই চাৰিওফালে প্ৰচাৰ কৰি দিলে যে উমা আৰু ড্ৰাইভাৰৰ মাজত অবৈধ প্ৰণয়ৰ সম্পৰ্ক আছে।

ভাৰতবৰ্ষৰ আন ঠাইত বিধবা-বিবাহক যি সময়ত আইন প্ৰয়াগৰদ্বাৰা প্ৰচলন কৰিব লগা হৈছিল, সেই সময়ত অসমৰ গ্ৰাম্য সমাজত অতীতৰে পৰা বিধবা-বিবাহ তথা ধেমনি অনা প্ৰথাৰ প্ৰচলন আছে। সহজ-সৰল পৰোপকাৰী হাতী-মাউত ধৰমে প্ৰথমা পত্নীৰ মৃত্যুৰ পাছত আশ্ৰয় বিচাৰি অহা তিৰোতা এজনীক পত্নীৰূপে নিজৰ লগতে ৰাখিছে। লগতে অহা ছোৱালীজনীক নিজৰ ছোৱালীৰ দৰে কোলাত তুলি লৈছে।

> "আগৰজনী ঘৈণীয়েক মৰাত এতিয়া এজনী ধেমনি আনিছে, তাইৰ লগত প্ৰথম পক্ষৰ এজনী ছোৱালী আহিছে। নিৰাশ্ৰয়া বিধবা গৰাকীয়ে স্ব-ইচ্ছাৰেই অহা দেখি ধৰমে একো আপত্তি নকৰিলে।" (প্ৰথম খণ্ড-পৃ-২৮৪)

পোহনীয়া গৰু, ম'হ, ছাগলী আদিক কোনোবাই শাসন নকৰিলে সেই গৰু ম'হক খোৱাৰ বা পাউণ্ডত দিয়াৰ ব্যৱস্থা আছে। গৃহস্থই পইচা ভৰি সেই গৰু ম'হ মোকোলাই আনিব লগা হয়। যিয়ে গৰু ম'হ খোৱাৰত দিয়ে সিয়ো খোৱাৰৰ মালিকৰপৰা এটা কমিচন পায়। এই কমিচনৰ লোভতে বহু ধূৰ্ত্ত ল'ৰাই— নিৰ্দোষী গৰু-ম'হকো আনি খোৱাৰত ভৰাই থয়। এই দৃশ্য উপন্যাসখনৰ প্ৰথম খণ্ডত লেখকে সাৰ্থকতাৰে অংকণ কৰিছে।

উপন্যাসখনৰ এটা গুৰুত্বপূৰ্ণ চৰিত্ৰ মহাজনৰ কাৰ্যাৱলীৰ মাজেৰে লেখকে গাঁৱৰ সমাজত প্ৰচলিত এই শ্ৰেণীৰ মানুহৰ শোষণ আৰু প্ৰতিপত্তিৰ নমুনা দাঙি ধৰিছে। ভৈৰৱ মহাজনে ঘৰতে গেলামালৰ দোকান চলায়, টিং, চিমেন্ট, চাউল আদিৰ চোৰাং ব্যৱসায় কৰে। শিলৰ ঠিকা, হাতীৰ কাৰবাৰ, কাৰোবাক টকা ধাৰলৈ দি চেগ বুজি ধৰুৱাৰ ঘৰ মাটি আত্মসাৎ কৰা আদি কোনো কামেই তেওঁ বাদ নিদিয়ে। সৎ অসৎ দুয়োটা বাটেৰে ধন উপাৰ্জন কৰি ধনী হোৱা মহাজনে এনেকৈয়ে সামাজিক প্ৰতিপত্তি লাভ কৰে।

বলোৰামৰ গৰুৰ গাড়ীৰ সঘন উল্লেখ আৰু গৰু হালৰ প্ৰতি থকা বলোৰামৰ যি পিতৃবৎ চেনেহ তাৰ মাজত ঔপন্যাসিকে অসমীয়া গাঁৱৰ সমাজখনৰ এটা সাৰ্থক চিত্ৰ দাঙি ধৰিছে। গৰুৰ গাড়ীখন আৰু গৰুহালৰ মাজেৰে জীৱিকা অৰ্জন কৰা বলোৰামৰ নৱবিবাহিতা পত্নী উমাকো ভায়েক অৰ্জুনে গাড়ীখনত উঠায়েই বলোৰামৰ ঘৰলৈ লৈ গৈছে। প্ৰায় ত্ৰিশ বছৰ আগলৈকে অসমৰ গাঁৱৰ সমাজত গৰু অথবা ম'হৰ গাড়ীৰে কইনাক দৰাৰ ঘৰলৈ নিয়াৰ ব্যৱস্থা আছিল। চৈ দিয়া, গাঁৱৰ

ধূলি অথবা বোকাময় ৰাস্তাৰে আহি থকা কইনাৰ গাড়ী, গাঁৱৰ মানুহে জুম বান্ধি ঠায়ে ঠায়ে গাড়ী ৰখাই কইনা চোৱা দৃশ্য স্বাভাৱিক—

> গাড়ী আৰু গৰু, লগতে গাৰোৱান ভায়েক অৰ্জুন। ........ হাঁহি হাঁহি সি বলোৰামৰ প্ৰকাণ্ড বলধ হাল গাড়ীত জুৰি দিলে আৰু গাৰোৱান হৈ বহি পৰিল। এনেতে তাৰ চিৰসংগী পৱনে আহি গাড়ীৰ পিছফালে বহিলহি। সি বায়েকৰ লগত যাব। ......... সি গহীন হৈ নিৰ্বাক ভাবে ৰচি ডালত ধৰি টান মাৰি, গৰুহাল আনি গাড়ী জুৰিলে। চল মুগা বুলি মুগা বলধটোক কোব এটা মাৰি দিয়াৰ লগে লগে বলধে গাড়ী টানি লৈ গ'ল। ........ উমাই গাড়ীৰ ভিতৰত ফেকুৰি ফেকুৰি কান্দি যাব ধৰিলে। ........ বলোৰামৰ শকত শক্তিশালী বলধে নিমিষৰ ভিতৰতে বহুদূৰ বাট পালেগৈ।" (প্ৰথম খণ্ড-পৃ-৩০৮)

ভাৰতীয় আদৰ্শত বৈবাহিক জীৱনৰ প্ৰকৃত উদ্দেশ্য হ'ল "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা।" ভাৰ্যা লাভ কৰি ভৱিষ্যত বংশ ৰক্ষাৰ পবিত্ৰ কাৰ্য সমাপন কৰা। পত্নী হিচাবে, অথবা পতি হিচাবে সংসাৰৰ দায়িত্ব গ্ৰহণ কৰাৰ আগমুহূৰ্ত্তত আমাৰ সমাজৰ সংসাৰ-অভিজ্ঞ লোকসকলে সংসাৰ ধৰ্ম কেনেকৈ পালন কৰিব লাগে তাৰ উপদেশ প্ৰদান কৰে। ছোৱালী পুষ্পিতাহোৱাৰ সময়তো ব্ৰাহ্মণসকলে এই সংসাৰৰ বাস্তৱধৰ্মী উপদেশ দিয়াৰ পৰম্পৰা প্ৰচলিত আছে। বলোৰামক সৰুবৌয়েকে সেয়েহে এনে কিছুমান অমূল্য নীতিবচন শিকাইছে এনেদৰে—

> "আজিৰ পৰা তোমাৰ নতুন জীৱন আৰম্ভ হ'ল। ........ এই ঘৰ-দুৱাৰ ভাই স্ত্ৰী সকলোৰে ওপৰত তোমাৰ নজৰ থাকিব লাগিব। ...... খং উঠিলেও দমাই চলিব লাগিব, কাৰণ তুমি ঘৰৰ গৰাকী। তুমি সকলোকে সমানে মৰম কৰিবা; সকলোকে সমানে দেখিবা।" (দ্বিতীয় খণ্ড-পৃ-৬)

সেইদৰে উমাকো ককায়েক বীৰেণে এইদৰে বুজনি দিছে—

> "সি কিবা উপহাৰ দিলে সাদৰেৰে গ্ৰহণ কৰিবি। কাপোৰ কানি কিবা দিলে সকলোকে তই বৰ ভাল বুলি প্ৰশংসা কৰিবি। ....... সুখে সন্তোষে জীৱন-যাপন কৰিব খুজিলে বহুত কথাত নিজৰ মত এৰি দি আনৰ মন যোগনিয়াৰ হ'ব লাগে। ... .... খণ্ডৰ সময়ত মাত নিদিবি, দুখে ভাগৰে আহিলে প্ৰশ্ন নকৰিবি, বৰং আদৰ শুশ্ৰূষা কৰিবি, দেখিবি তোৰ কথা সি কোনোদিনে পেলাব নোৱাৰা হ'ব। লোকক বশ কৰা যায় প্ৰেমেৰেহে, প্ৰতিবাদেৰে নহয়। সংসাৰত কোনেও সমস্ত কাম শুদ্ধ আৰু নিৰ্দোষ স্বভাৱলৈ থাকিব নোৱাৰে। ......... সেইবাবে এই মানুহৰ লগত লগ হৈ মিলি সংসাৰ কৰিব লাগিলে দোষ গুণবোৰক একেলগ লৈ সমিলমিল কৰি চলিব লাগিব।" (দ্বিতীয় খণ্ড পৃ-৭)

মহৎ সাহিত্যৰ বুকুত সদায় জীৱনৰ বাবে শিক্ষণীয় সম্পৰ্ক লুকাই থাকে। উক্ত নীতি নিয়মবোৰ মানি চলাৰ বাবেই উমা আৰু বলোৰামৰ দাম্পত্য জীৱনত সুখৰ উপস্থিতি ঘটিছিল। ভ্ৰাইভাৰৰ ষড়যন্ত্ৰত এই সুখত ব্যাঘাত জন্মিছিল। আনফালে বীৰেণৰ পত্নী কুঞ্জৰ এইবোৰ নীতি নিয়মৰ প্ৰতি কোনো শ্ৰদ্ধা নাছিল কাৰণে বীৰেণৰ দাম্পত্য জীৱন দুৰ্বিসহ হৈ পৰিছিল।

উপন্যাসখনৰ তৃতীয়খণ্ডত বৰ্ণিত হোৱা বেলেগ হোৱাৰ দৃশ্যটোৱে অসমৰ গ্ৰাম্য সমাজ এখনৰ হুবহু চিত্ৰ এটা দাঙি ধৰিছে। পিতৃ ভৈৰৱ মহাজনৰ মৃত্যুৰ পাছত পুতেক তিনিজনৰ মাজত মিল আছিল যদিও ডাঙৰ বোৱাৰীয়েক আৰু সৰু বোৱাৰীয়েকে ঘটোৱা কাজিয়াৰ সূত্ৰপাতে গোটেই যৌথ পৰিয়ালটোকে ভাঙি থানবান কৰিলে। ঘৈণীয়েকে লগোৱা কাজিয়াই গিৰিয়েককো সংক্ৰমণ কৰিলে আৰু গাঁৱৰ মেলেকী মাতি আনি সকলো সম্পত্তিৰ ভাগবটোৱাৰা কৰি ল'লে।

"বস্তু বাহানি, টকা পইচাৰ ভাগ আৰম্ভ হ'ল। ডাঙৰ ঘৰটি, চ'ৰা ঘৰটি ডাঙৰ জনক দিলে। বাকী দুজনৰ ভাগত প্ৰত্যেককে টিন থকা ঘৰ একোটি আৰু পাক ঘৰ একোটি পৰিল। উঁৰাল ঘৰটি বীৰেণৰ ভাগত। গোসাঁই ঘৰটি সুৰেণক দিলে।" (তৃতীয় খণ্ড পৃ-৩৭)

ভাৰতবৰ্ষৰ বিভিন্ন মঠ-মন্দিৰ সমূহত থকা মৈথুনৰত নৰ-নাৰী সকলৰ মূৰ্ত্তিবোৰে এই কথাই প্ৰতীয়মান কৰে যে, অতীজতে বংশবৃদ্ধি কৰা কাৰ্য্যটোক বৰ পূণ্যৰ কথা বুলি গণ্য কৰা হৈছিল, কাৰণ নানা মাৰি-মৰকে দেশৰ জনসংখ্যা কেতিয়াবা দ্ৰুত গতিত হ্ৰাস কৰিছিল। সেইকাৰণে সন্তান জন্ম দিব নোৱাৰা পুৰুষ নাৰীসকলক সমাজত অত্যন্ত হেয় চকুৰে চোৱা হৈছিল আৰু আজিও জনবিস্ফোৰণৰ সময়তো সমাজত এই ধাৰণাৰ বিলোপ হোৱা নাই। সুৰেণৰ পত্নীয়ে মাতৃত্ব লাভ কৰিব নোৱাৰা কাৰণে তেওঁক সমাজৰ কোনো মাংগলিক অনুষ্ঠানতে অংশ গ্ৰহণ কৰিবলৈ দিয়া নহয়। সম্পত্তিৰ ভাগ কৰি দিয়া গাঁৱৰ মানুহবোৰে ৰাজহুৱাভাবে সন্তানহীন সুৰেণ আৰু তেওঁৰ পত্নীৰ প্ৰতি এনে নিষ্ঠুৰ মন্তব্য কৰা শুনা শুনা যায়—

"আন এজনে ক'লে— এৰা ভালেই হ'ব। সন্তান সন্ততি নোহোৱা মানুহে ঈশ্বৰক পূজা কৰা ভালেই। কিজানি কেতিয়াবা কিবা হয়েই, ভগৱন্ত সন্তুষ্ট হ'লে। অন্য এজনে ক'লে— সন্তান সন্ততি নোহোৱা মানুহে সম্পত্তিক ইমান লালসা কৰা ভাল নহয়। ধনে নাটে ৰজাক, ধনে নাটে বজাক। বজা মানুহৰ ধনৰ আক্ৰোহ বৰ বেছি। হয মানে লাগে। গুড গুডাই কয় এজনে।" (তৃতীয় খণ্ড পৃ-৩৯)

জীৱন যুঁজত তিষ্ঠিব নোৱাৰি পলাই যোৱা বলোৰামে প্ৰথমে উজনি অসমৰ এজন ঠিকাদাৰৰ ঘৰত আশ্ৰয় ল'লে, তাৰ পাছত সেই ঠাইৰপৰা আঁতৰি আহি আশ্ৰয় ল'লে আন এজন খেতিয়ক মানুহৰ ওচৰত। তাতে বলোৰামে যিখিনি অচিনাকি অতিথি হিচাপে আদৰ যত্ন লাভ কৰিলে তাৰ মাজতে অসমীয়া গাঁৱৰ সমাজ এখনৰ অতিথি পৰায়ণতাৰ ৰূপ ফুটি ওলাইছে। এই চিত্ৰই অসমৰ এসময়ৰ অজটিল সমাজ এখনৰ পৰিচয়কেই বহন কৰে; যিখন সমাজক গধূলিৰ অতিথিক "সাক্ষাৎ নাৰায়ণ" বুলি গণ্য কৰে। সম্পূৰ্ণ অচিনাকী মানুহ এজনক ঘৰৰ বোৱাৰী এজনীয়ে আতিথ্য আগবঢ়াইছে এনেদৰে—

"অলপমান পিছতে এটা লেম, এলোটা পানী আৰু এখন গামোছা হাতত লৈ আহি দি গ'ল সেই ন-কইনাজনীয়ে। যাওতে লাহেকৈ কৈ গ'ল— "পানী লাগিলে আকৌ দিম। ক'ব।" ন-কইনাৰ এনে মিঠা মাত শুনি সি অলপ থমকি ৰ'ল। এটা শান্ত আৰু মধুৰ ভাবে তাৰ হিয়া সাত পেলাই দিলে। সি পানীলোটাৰে ভৰি ধুলে আৰু গামোচাৰে মছি পুনৰ আহি বেঞ্চত বহিল।" (তৃতীয় খণ্ড পৃ-২১১)

তাৰ পাছত বলোৰামে চাহ-জলপান খাইছে, ৰাতিৰ আহাৰ খাইছে আৰু শেতেলী এখনত শুবলৈ পাইছে।

উপন্যাসখনত বহুতো যোজনাৰ প্ৰয়োগ হোৱা দেখা যায়। এইবোৰ গাঁৱৰ মানুহৰ বাক পটুতাৰ স্বাভাৱিক নিদৰ্শন।

১. নিদিলেহে ধন, নিচিঙিলেহে পাণ।
২. নিজৰ মন মলয়াৰ বা
সতীয়া মা, বিচনীৰ বা।
৩. তিৰীয়ে গিৰি, তিৰী নহ'লে হয় হতচিৰি।
৪. ভাল কৰি চিনিলোক বিবাহৰ পৰে, পিতৃ-মাতৃ ভাই ভনীক কেনেকুৱা কৰে।

৫. শগুণৰ শাপত বুঢ়া হালোৱা নমৰে।
৬. সকলোই পানী পেলায়, ডাঙৰে পিছলি পৰে।
৭. পুৰুষ মৰে ৰণে, নাৰী মৰে পিয়ানে।
৮. মহাপাপীৰ লগত যমদূতৰো শাস্তি।
৯. নিখীণোৱাই খীণালে খীণোৱাৰ সমান, খীণোৱাই খীণালে মৰাৰ সমান।

বলোৰামৰ চৰিত্ৰটোক কেন্দ্ৰ কৰিয়েই, উপন্যাসখনৰ কাহিনী বিকশিত হৈছে। অসমৰ গ্ৰাম্য-জীৱনৰ সহজ-সৰল মানসিকতাৰ প্ৰতীক বলোৰাম। মহাজনৰ ঘৰত গাৰোৱান হিচবে জীৱিকা নিৰ্বাহ কৰা বলোৰামে নিজৰ দায়িত্ব সূচাৰুৰূপে পলন কৰে। অন্তৰৰ সৰল বিশ্বাসেৰে যিখিনি উপাৰ্জন কৰে, সেইখিনিও মহাজনৰ হাতত জমা থয়। মহাজনক যিদৰে বিশ্বাস কৰে আনকো সেইদৰে বিশ্বাস কৰে। সৰল হোজা অন্তৰেৰে প্ৰাণ ভৰি উমাকো ভাল পায়। প্ৰথম অৱস্থাত ড্ৰাইভাৰৰ প্ৰতি উমাৰ দুৰ্বলতা থকা বুলি ভাবিছিল যদিও, পাছত বলোৰামে এই ভুল শুধৰাই লয় আৰু উমাকে পত্নীৰূপে গ্ৰহণ কৰিলে। বলোৰাম বিখ্যাত লোক নহয় কিন্তু তাৰ অন্তৰখন বহুতো গুণেৰে ভৰা। সেই কাৰণে উমাৰ ওচৰত ক্ষমা বিচাৰি সি কৈছে—

"মোৰ মৰমৰ উমা, কিমান ভাগ্যৰ বলত মই তোক পালো, উহ ঈশ্বৰ কিমান যে দুখ দিলা প্ৰভু এই কেইমাহে ভাবিলে এতিয়াও মোৰ বুকু হুমহুমাই যায়। লোকৰ কথা শুনি মই পাগল হৈছিলো। মোক ক্ষমা কৰিবি?" (দ্বিতীয় খণ্ড পৃ-১৩)

লোকৰ কথা শুনি দুখ পোৱা বুলি বুজি পোৱা বলোৰামে পিছে ড্ৰাইভাৰ আৰু জেতুকীৰ ষড়যন্ত্ৰ বুজিব নোৱাৰি পুনৰবাৰ উমাক ভুল বুজিলে। আনৰ অন্যায় নকৰা কূট কৌশলৰ আশ্ৰয় নোলোৱা বলোৰামে ড্ৰাইভাৰৰ অভিনয়খিনিক সত্য বুলি ভাবিলে আৰু উমাৰ সৈতে চৰিত্ৰহীন ড্ৰাইভাৰৰ অবৈধ প্ৰণয় থকা বুলি প্ৰাণাধিক উমাক পৰিত্যাগ কৰিলে। অথচ এইজন বলোৰামেই বীৰেণৰ শিক্ষাৰ মৰ্যাদা ৰক্ষাৰ কাৰণে, বীৰেণে উমাৰ বিয়াত উপহাৰ দিয়া চকীত নবহে। বলোৰামৰ এই নম্ৰতা দেখি বীৰেণৰ অনুভূতিৰ মাজেৰে লেখকে বলোৰামৰ চৰিত্ৰৰ বিষয়ে এনেদৰে মন্তব্য কৰিছে।

"কি নিৰ্মল অন্তৰ, কেনে প্ৰাণখোলা ভালপোৱা, সৰল নিস্পাপ হৃদয়, উদাৰ অকপট মন। নিজৰ অন্তৰৰ সমস্ত কথা খুলি কৈ দিছে, কোনো দুৰভিসন্ধি নাই, কোনো অভিমান নাই, আত্ম গৰ্ব নাই নিজক ডাঙৰ বুলি দম্ভকৰা ভদ্ৰলোকী গাম্ভীৰ্য নাই, নাই কোনো অৱজ্ঞা বা তাচ্ছিল্যৰ ইংগিত।" (দ্বিতীয় খণ্ড পৃ-৩৫)

এনেকুৱা এজন নিৰ্মল চৰিত্ৰৰ মানুহেই আকৌ উমাক ভুল বুজি উমাৰ প্ৰতি ভয়ংকৰ আচৰণ কৰিছে—

"তাই তাৰ ভৰিখনত খামুচি ধৰি, কান্দি কান্দি অনুনয় বিনয় কৰি কাকুতি কৰে। সি খঙৰ বেগতে তাইৰ মুখত এটা লাঠি মাৰিদি কয়— "তোক মই উলিয়াই নিদিম? তোক মই খেদিহে চাৰিম আজি। আহ চালি নটী, বেশ্যা মোৰ ঘৰৰ পৰা বাহিৰ হ।" এই বুলি কৈ সি তাইৰ চুলিকোচাত ধৰি চোচোৰাই নিয়ে।" (দ্বিতীয় খণ্ড পৃ-১৭৫)

উমাক পৰিত্যাগ কৰি বলোৰামে নিজে পাতিলোৱা ঘৰখন ত্যাগ কৰিলে আৰু উজনি অসমৰ এজন ঠিকাদাৰৰ ঘৰত আশ্ৰয় লৈ থাকিল। তাতো নিজৰ সৎকাৰ্য আৰু বিশ্বাসৰ দ্বাৰা ঠিকাদাৰৰ পৰিয়ালৰ অতি আপোনজন হৈ পৰিল। ঠিকাদাৰৰ কামঅপৰিতৃপ্ত পত্নীয়ে বলোৰামক সম্ভোগৰ বাবে

আহ্বান জনোৱা গ্ৰহণ নকৰাৰ বাবেই ঠিকাদাৰৰ পত্নীৰ প্ৰতিশোধৰ বলি হৈ ঠিকাদাৰৰ ঘৰ পৰিত্যাগ কৰিব লগা হ'ল। তাৰপৰা আহি গজেন্দ্ৰ বৰুৱাৰ ঘৰত আশ্ৰয়লোৱাৰ সময়তো বৰুৱাৰ গাভৰু ছোৱালী কুসুমে বলোৰামক পতিৰূপে পাবলৈ বাঞ্ছা কৰিছিল যদিও বলোৰামে সেই কুসুমকো ভগ্নীৰ মৰ্যাদাহে প্ৰদান কৰিছিল।

উমাৰ চৰিত্ৰটিত লেখকে কোনো প্ৰকাৰৰ খুঁত ৰখা নাই। বলোৰামৰ দৰে উমায়ো সহজ-সৰল, সৎ-এগৰাকী আদৰ্শ নাৰীৰ প্ৰতিভূ। শাৰীৰিক সৌন্দৰ্যৰে উমা যিদৰে মহিমা-মণ্ডিতা সেইদৰে মানসিক সৌন্দৰ্যৰ পৰাও উমা ঐশ্বৰ্য-মণ্ডিতা। মাহীমাকৰ সকলোবোৰ অত্যাচাৰৰ মুখামুখি হৈছে যদিও তেওঁ কোনোদিন তাৰ সংযমহীন প্ৰতিবাদ কৰা নাই। দুৰ্দ্দান্ত ভায়েক পবনৰ দোষো নিজৰ দাত চপাই লৈ ভায়েকক ৰক্ষা কৰা উমাই বলোৰামৰ ঘৰৰ সুগৃহিনী হ'ব পাৰিলে। স্বামী ভক্তি পৰায়ণা উমাই বলোৰামক সেৱাজনাই ক'লে—

"তুমি মোৰ স্বামী, মোৰ ইহজন্ম পৰজন্মৰ দেৱতা। তুমি মোৰ গুৰু।" (দ্বিতীয় খণ্ড, পৃ-১১)

উমাৰ হৃদয়ৰ আবগেভৰা স্পৰ্শত বলোৰামৰ ঘৰখনে প্ৰাণপাই উঠা কাৰণে লেখকে কৈছে—

"বলোৰামৰ ঘৰৰ আজি শ্ৰীফুটি উঠিছে। উমাৰ মধুৰ হাতৰ পৰশত আৰু মনোথোহা ৰূপৰ প্ৰভাত, তাৰ নিৰ্জ্জীৱ নিস্তেজ ঘৰখনি সজীৱ তেজাল আৰু প্ৰাণ প্ৰাচুৰ্যৰে ভৰপূৰ হৈ পৰিছে।" (দ্বিতীয় খণ্ড, পৃ-১৬)

এইজনী উমা, জেতুকী কাঞ্চন পেহী আৰু ড্ৰাইভাৰৰ ষড়যন্ত্ৰত বলোৰামৰ দ্বাৰা পৰিত্যক্ত হ'ল। অবৰ্ণনীয় শাৰীৰিক কষ্ট, অসহনীয় মানসিক যন্ত্ৰণা সহিব লগা হ'ল। অথচ ড্ৰাইভাৰে যেতিয়া উমাৰ ওচৰত নিজৰ ভুল স্বীকাৰ কৰিলে দয়াৰ পৰৱশ হৈ উমাই এই ড্ৰাইভাৰকো ক্ষমা কৰি দিলে। ড্ৰাইভাৰৰ অনিষ্ট চিন্তা কৰাতো দূৰৰ কথা, এবাৰ কঠোৰ বাক্যৰেও আনকি ড্ৰাইভাৰক আঘাত নকৰিলে। উমাই ড্ৰাইভাৰক ক্ষমা কৰি দিয়াৰ কথা কোৱাত নিজৰ কাণকে বিশ্বাস কৰিব নোৱাৰা ড্ৰাইভাৰক উমাই কৈছে—

"মই তোমাক ক্ষমা কৰিছোঁ। তোমাৰ সকলো দোষ ক্ষমা কৰিছোঁ; কেৱল তুমি ভাল মানুহ হোৱাগৈ।" সহজ শান্ত সুৰেৰে কয় উমাই, নিস্তব্ধ ভাবে শুনি থাকে ড্ৰাইভাৰে। সি যেন আজি এটা সপোন দেখিছে। উমা যেন মানবী নহয়— দেৱী। ইমান অন্যায়, ইমান অত্যাচাৰকো ক্ষমা কৰিব পাৰে।" (তৃতীয় খণ্ড, পৃ-১৯-২০)

ঔপন্যাসিকে সেইকাৰণেই হয়তো সুদীৰ্ঘ সাত বছৰৰ মূৰত বলোৰামৰ সৈতে উমাৰ পুনৰ মিলন ঘটাইছে। উমা আৰু বলোৰামৰ চৰিত্ৰৰ যি নিৰ্মলতা সেই নিৰ্মলতাৰ পুৰস্কাৰ স্বৰূপেই লেখকে যেন এই সহানুভূতি প্ৰকাশ কৰিছে।

উপন্যাসখনৰ আন এটা শক্তিশালী আদৰ্শবান চৰিত্ৰ হ'ল বীৰেণৰ চৰিত্ৰটি। ত্যাগৰ জ্যোতিৰে জ্যোতিস্মান এই চৰিত্ৰটিয়ে উমা আৰু বলোৰামৰ দৰে সৎপথত থাকিও জীৱনটোত নানা দুখকষ্ট সহ্য কৰিব লগা হৈছে। উমাৰ বৈবাহিক জীৱনৰ সুখৰ কাৰণে শিক্ষিত বীৰেণে এজনী অবিবেচক ছোৱালীক পত্নীৰূপে গ্ৰহণ কৰিব লগা হৈছে। অন্যথা বীৰেণৰ মৰমৰ ভনীয়েক উমাক মনে বিচৰা দৰা বলোৰামৰ সৈতে বিয়া দিবলৈ সমৰ্থ নহয়। কিন্তু আদৰ্শবান বীৰেণে এই ত্যাগৰ কথা চিৰদিনৰ বাবে গোপনেই ৰাখিলে।

সৰু বৌয়েকৰ প্ৰতি অনুগত বীৰেণে বেলেগ হোৱাৰ পাছত নিজৰ এটা প্ৰধান উপাৰ্জনৰ পথ 'লবী'খন তেওঁলোকক প্ৰকাৰান্তৰে দান কৰিলে আৰু নিজে সামাজিক কামত ব্যস্ত হৈ পৰিল।

বীৰেণৰ যুক্তি হ'ল যিহেতু বীৰেণৰ পিতাকে অন্যায়কৈ ৰাইজৰ পৰা ধন সংগ্ৰহ কৰিছিল সেয়েহে সেই সংগৃহীত ধন ৰাইজৰ মংগলৰ হকেই ব্যৱহৃত হোৱাটো উচিত। নিজৰ ভাগৰ মাটি দুই বিঘা বিক্ৰী কৰি স্কুল ঘৰ নিৰ্মাণ কৰাৰ বাবদ খৰছ কৰিলে।

> "টকাবোৰেৰে ৰাইজে স্কুল বান্ধিছে। ৰাইজৰ ল'ৰাই সেই স্কুলত শিক্ষিত হৈ সংসাৰত জ্ঞান পাব আৰু লগতে পেটৰ ভাতমুঠিৰো সংস্থান কৰিব। মোৰ পিতাৰ এই টকা কেইটাৰ কিমানৰ উপকাৰ হ'ব চোৱাচোন? ৰাইজৰপৰা ব্যৱসায়ৰ চলেৰে ধন সংগ্ৰহ কৰি থোৱা পাপ আছিল আৰু সেই সংগৃহিত ধন পুনৰ দানৰ চলেৰে ৰাইজক ফিৰাই দিয়াত পাপে গৈ পুণ্যত পৰিণত হ'ল।" (তৃতীয় খণ্ড, পৃ-৯৮)

মানুহৰ মাজত উচ্চ-নীচ, জাতি-অজাতি আদিৰ সৃষ্টি ঈশ্বৰে কৰা নাই- মানুহেই কৰিছে। এক ঈশ্বৰৰ সন্তানৰূপে এখন বৰ্ণ বৈষম্যহীন সমাজত বাস কৰিবলৈ বীৰেণৰ মনে বিচাৰে। ধৰ্মৰ ভিত্তিত মানুহৰ মাজত ভিন-পৰ ভাব সৃষ্টি হোৱাতো বীৰেণে কেতিয়াও নিবিচাৰে। ধৰ্মৰ প্ৰকৃত উদ্দেশ্য হ'ল সৎগুণৰ অনুশীলন কৰা। তাৰ পৰিবৰ্তে মানুহে ধৰ্মৰ বাবে ইজনে সিজনক ঘিণ কৰাতো মানৱতাৰ পৰিপন্থী কাৰ্য। বীৰেণে সেয়েহে কৈছে—

> "মানুহৰ ভিন-পৰ নাই, সকলো একে। আমি তাকে নকৰি মানুহজনক বাদদি ধৰ্মটোকহে খামুচি ধৰিছোঁ। সেই দেখিয়ে আজি জগতত বিভেদ সৃষ্টি হৈছে। মহাপুৰুষ সকলে ধৰ্মবোৰ উলিয়াইছিল মানুহক মিলন কৰাবলৈহে, এক কৰিবলৈহে— বিভেদ কৰিবলৈ নহয়; গাইগোটা কৰিবলৈ নহয়। মহাপুৰুষ সকলৰ উদ্দেশ্য আজি ধৰ্মধ্বজসকলে বিফল কৰি তুলিছে।" (প্ৰথম খণ্ড, পৃ-১৫৩)

দাম্পত্য জীৱনক পৰিচালনা কৰাৰ বাবে উমাক প্ৰেমৰ পথ অৱলম্বন কৰিবলৈ উপদেশ দিয়া বীৰেণে, নানান পাৰিবাৰিক অশান্তিৰ মাজত দিন যাপন কৰিব লগা হয়। কোনো সাংসাৰিক দুখৰ ওচৰতে পৰাজয় বৰণ কৰিব নোখোজা বীৰেণে উমা আৰু ড্ৰাইভাৰে আত্মহত্যা কৰাৰ কথা কওতে সিহঁতক তিৰস্কাৰ কৰিছে। তাৰ সলনি ড্ৰাইভাৰক সৎ পৰামৰ্শ প্ৰদান কৰি সৎপথলৈ উভোটাই আনিলে। সেইদৰে গাঁওখনৰ ভিতৰত চৰিত্ৰহীন তিৰোতা বুলি জনাজাত জেতুকীকো বীৰেণে সৎপথলৈ আনি ড্ৰাইভাৰৰ সৈতে বিবাহ পাশত আবদ্ধ কৰাইছে। অম্বৰ চৰখা বিদ্যালয় স্থাপন কৰি গাৱঁৰ অলসভাবে সময় কটোৱা গাভৰু অথবা তিৰোতাসকলক উচিত কৰ্মৰ পথ প্ৰদৰ্শন কৰিলে। মুঠতে উপন্যাসখনৰ সকলোবোৰ চৰিত্ৰৰ ভিতৰতে বীৰেণৰ চৰিত্ৰটিক বিবেকবান চৰিত্ৰৰূপে ঔপন্যাসিকে অংকণ কৰিছে।

আন এগৰাকী বিবেকবতী নাৰীৰ চৰিত্ৰৰূপ লেখকে সৰু বৌয়েকৰ চৰিত্ৰটি অংকণ কৰিছে। সকলোবোৰ সৎগুণেৰে বিভূষিতা অথচ সন্তানহীনা এই নাৰীগৰাকীয়ে বীৰেণকেই দেৱৰ হলেও নিজৰ সন্তানৰদৰে মৰম কৰে। সংসাৰৰ সকলোবোৰ ঘাত-প্ৰতিঘাত, সন্তানহীনা হোৱাৰ সকলোবোৰ অপমান মূৰ পাতি লৈয়ো "সৰু বৌ"ৰ চৰিত্ৰটি চিৰ উজ্জ্বল চৰিত্ৰৰূপে অংকিত হৈছে। সন্তানহীনা তেওঁ কাৰ দোষৰ কাৰণে হ'ব ল'গা হ'ল, সেয়াও অনিৰ্দ্ধাৰিত হৈয়েই থাকিল। উমাৰ সৈতে বৈবাহিক জীৱন যাপন কৰাৰ আগমুহূৰ্ত্তত তেওঁ বলোৱামক উপদেশ দিছে এনেদৰে—

> "তোমাৰ ঘৈণীয়েৰাক তুমি সুখী কৰি ৰাখিব লাগিব। এতিয়াৰপৰা তাইৰ দায়িত্ব তোমাৰ ওপৰত। তোমাৰপৰা যাতে তাই সদায় দয়া মৰম পায় তাৰবাবে নজৰ ৰাখিবা। তাইৰ মান অভিমান তুমি ভালপোৱা দান কৰি ভাঙিবা। সমস্ত অন্তৰখন দি তুমি তাইক ভাল পাবা যাতে তোমাক তাই ভালকৈ বুজি পায়।" (দ্বিতীয় খণ্ড পৃ-৪)

মহাজনৰ পুত্ৰ দুজনৰ মাজত বিবাদ লাগি বেলেগ হোৱাৰ সময়ত ঘৰখন যাতে ভাগি নৈ, ঘৰখনৰ ঐক্য বিনষ্ট নহয় তাৰবাবে অহোপুৰুষাৰ্থ কৰিছে। নিজে নিৰ্দোষী হৈয়ো পতিৰ হাতত প্ৰহৃত হোৱাৰ পাছতো তেওঁ আবেগৰ বশৱৰ্তী হৈ কাকো এষাৰো কটুবাক্য প্ৰয়োগ কৰা নাই। বীৰেণক তেওঁ প্ৰাণভৰি ভালপায় কিন্তু সেই ভালপোৱাৰ মাজত তেওঁ পুত্ৰস্নেহকহে স্থান দিছে।

ড্ৰাইভাৰ জেতুকীবাই আৰু ডাঙৰ বৌৱেকৰ চৰিত্ৰ তিনিটাক ঔপন্যাসিকে ঋণাত্মক চৰিত্ৰৰূপে অংকণ কৰিছে। তথাপিও কিন্তু ঔপন্যাসিক মানুহৰ প্ৰতি প্ৰবল আশাবাদী- কাৰণ চৰিত্ৰহীন ড্ৰাইভাৰ আৰু জেতুকীবাইক লেখকে শেষত সৎগুণৰ অধিকাৰী কৰি অংকণ কৰিছে। মদাহী ড্ৰাইভাৰে মদ্যপাণ কৰাৰ কাৰণেই নিজৰ পত্নীৰ সৈতে বিচ্ছেদ হৈ মহাজনৰ ঘৰত আশ্ৰয় লৈ ট্ৰাক চালকহৈ জীৱন নিৰ্বাহ কৰিছিল। পতিহীনা জেতুকীয়ে ড্ৰাইভাৰক প্ৰশ্ৰয় দিছিল একমাত্ৰ জীৱিকা নিৰ্বাহ কৰাৰ স্বাৰ্থত। বলোৰামৰ প্ৰতি প্ৰায় আসক্ত বুলি জানিও ড্ৰাইভাৰে উমাক পত্নীৰূপে লাভকৰাৰ প্ৰযত্ন কৰিছিল যদিও মূৰকত সেই আশা ফলৱতী নহ'ল। তাৰেই প্ৰতিশোধ লোৱাৰ মনেৰে ড্ৰাইভাৰে জেতুকীৰ পৰামৰ্শমতে বলোৰামৰ মনত উমাৰ প্ৰতি সন্দেহ জন্মাই বলোৰাম আৰু উমাৰ সংসাৰ ভাঙি থানবান কৰিলে। এই কু-মতি ড্ৰাইভাৰেই শেষত, অনুশোচনাত দগ্ধ হৈ উমাৰ ওচৰত নিজৰ ভুলৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলে এনেদৰে—

> "মই আজি ইমান দিনে তোমাৰ অন্যায় কৰিলোঁ, তাৰ পাপে মোক খুলি খুলি খাব ধৰিছে। আজি মই আহিছোঁ তোমাৰ ওচৰত শাস্তি লবলৈ, মোৰ সমস্ত পাপ নিজ মুখে স্বীকাৰ কৰিবলৈ। তুমি নিৰ্দোষী, মই তোমাৰ যিমান অন্যায় কৰিলো তাৰবাবে নৰকতো ঠাই নহব। মই মহাপাপ কৰিছোঁ। তুমি দেৱী, তুমি মোক শাস্তি দিয়া, শাস্তি দিলেহে মোৰ আত্মাই শান্তি পাব।" সি তাইক সেৱা কৰে। (তৃতীয় খণ্ড, পৃ-১৮)

কুপৰামৰ্শ দাতৃ জেতুকী বায়ো সময়ত গৈ এজনী ভাল মানুহত পৰিণত হ'ল। নিজৰ অসৎ বুদ্ধিক অম্বৰ-চৰখা বিদ্যালয়ত সৎবুদ্ধিলৈ ৰূপান্তৰিত কৰি জেতুকীয়ে এজনী সুদক্ষা মহিলাৰূপে পৰিগণিত হৈছে।

> "অতি অলপ দিনৰ ভিতৰত তাই কাম শিকিছে। তায়ে আজিকালি আগৰণুৱা। তাইৰ স্বাস্থ্যৰ ৰূপ, বল আৰু বুদ্ধিয়ে সকলোৰে আগত তাইৰ স্থান নিৰ্ণয় কৰি দিছে। তাইৰ উপাৰ্জনো অধিক। তাইৰ মন আজিকালি বদলি গৈছে।" (তৃতীয় খণ্ড, পৃ-৮৫)

সেইদৰে কাঞ্চন পেহীয়েও অম্বৰ চৰখা বিদ্যালয়ত সূতা নাকাটে কিন্তু আন তিৰোতা বোৰৰ কাম কাজৰ বুজ লয়। আনৰ অসুখ-বিসুখ হ'লে তাৰ খবৰ কৰে, শুশ্ৰূষা কৰে। নিজৰ টুটকীয়া চৰিত্ৰটোক বিদ্যালয়ৰ উন্নয়ণৰ কামত নিয়োগ কৰিলে।

শিশুচৰিত্ৰ পবন, অৰ্জুন আৰু বাপুকণৰ চৰিত্ৰকেইটাও যথাযথ ৰূপে অংকিত হৈছে। পবন আৰু অৰ্জুনৰ যি দুৰ্দান্ত স্বভাৱ আৰু সিহঁতৰ বাবে গাঁওবাসীৰ যি আতংক, সিয়ে উপন্যাসখনৰ সৌন্দৰ্য বৰ্দ্ধন কৰিছে। উপন্যাসখনৰ আন এটা সৎ, পৰোপকাৰী চৰিত্ৰ হ'ল হাতী মাউতৰ চৰিত্ৰ। কোনো স্বাৰ্থৰ কথা নাভাবি মাউতে বলোৰামক তাৰ প্ৰবল জ্বৰ হোৱাৰ সময়ত সেৱা শুশ্ৰূষা কৰিছে; বলোৰামে ঘৰ এৰি যোৱাৰ সময়তো তাৰ বলধহাল আৰু গাড়ীখন চোৱা-চিতা কৰিলে। সেইদৰে উমাৰ পিতৃ মধুনাথৰ চৰিত্ৰটিও সৎ পৰোপকাৰী, শান্ত-শিষ্ট চৰিত্ৰৰূপে অংকিত হৈছে। বীৰেণৰ ডাঙৰ বৌৱেক, ধনকুবেৰ ঠিকাদাৰ, ঠিকাদাৰৰ সকজনী ঘৈণীয়েক আদিৰ স্বাৰ্থপৰতাখিনি আৰু সেই স্বাৰ্থত আঘাত লাগিলে কিদৰে চৰম প্ৰকাশ কৰিব পাৰে তাৰ যথাযথ চিত্ৰায়ণ উপন্যাসখনত হৈছে।

এয়েতো জীৱন শিৰোনামাৰে নামকৰণ কৰি ঔপন্যাসিকে মানুহৰ জীৱনৰ হাঁহি আৰু কান্দোনৰ

যি ৰূপৰ সন্ধান কৰিছে, তাৰ লগে লগে জীৱন সম্পৰ্কীয় বহুতো সত্যৰো মুখামুখি হৈছে। এনেদৰে সত্যৰ উপলব্ধিয়ে উপন্যাসখনক মাজে মাজে দাৰ্শনিকতাৰ গাম্ভীৰ্য প্ৰদান কৰিছে।

মহাপুৰুষসকলে সমাজত ধৰ্মৰ প্ৰচলন কৰিছিল সমাজত শান্তি প্ৰতিষ্ঠা কৰাৰ স্বাৰ্থত। তাৰ পৰিবৰ্তে সাধাৰণ মানুহে এই ধৰ্মৰ বিকৃত ব্যাখ্যা কৰি সমাজত অশান্তি মাতি অনা দেখি লেখক ব্যথিত হৈ পৰিছে।

> "মহাপুৰুষ সকলে কৈছে যে, সকলো সমান, কোনো তফাৎ নাই। কিন্তু আমি মানুহক মানুহ হিচাবে নাভাবো - ভাবো ধৰ্ম হিচাবেহে। আমি কও মুছলমান মানুহ; হিন্দু মানুহ। আগতে মুছলমান, পিছতহে সি মানুহ।" (প্ৰথম খণ্ড, পৃ-১৫৩)

মানুহৰ জীৱনৰ সকলোপ্ৰকাৰৰ দুখ অশান্তিৰ মূলতে হৈছে অবিদ্যা বা মায়াৰ প্ৰভাব। এই অবিদ্যাৰ বাবেই মানুহে সত্যকো অসত্য বুলি জ্ঞান কৰে— মিছাকো সচা বুলি ভাবিবলৈ লয়। জীৱনৰ প্ৰাজ্ঞাপূৰ্ণ মুহূৰ্ত্তত মানুহে যেতিয়া উপলব্ধি কৰে যে সংসাৰত মানুহে যিবোৰক সত্য বুলি খামোচ মাৰি ধৰি আছে প্ৰকৃততে সেইবোৰ মিথ্যাহে। এনে এক প্ৰজ্ঞা সমৃদ্ধ উপলব্ধি ঔপন্যাসিকৰ হৈছে—

> "পৃথিৱীৰ মানুহ জন্মে নিজৰ বাবে। কোনেও কাৰো বাবে নজন্মে। আত্মাই শৰীৰ ধাৰণ কৰে প্ৰাৰব্ধ কৰ্ম কৰিবলৈ। প্ৰত্যেক ব্যক্তিয়ে নিজৰ জন্মৰ বাবে নিজে দায়ী। নিজৰ অসমাপ্ত কৰ্ম সমাধানৰ বাবেই আত্মাই নতুন শৰীৰ ধাৰণ কৰে। গতিকে আমাৰ জন্মৰবাবে কোনেও দায়ী নহয়। ..... আমি সংস্কাৰবদ্ধ মনলৈ স্বাৰ্থ পুৰণৰ বাবে কও যে মাক বাপেকক সুখ আনন্দ দিয়া সন্তানৰ কৰ্ত্তব্য। ..... মায়াত আৱদ্ধ হৈ আমি আমাৰ ল'ৰা-ছোৱালী বা আই-বোপাই বুলি ভাবো। দৰাচলতে প্ৰত্যেক আত্মা স্বতন্ত্ৰ। কাৰোলগত কাৰো সম্বন্ধ নাই। নিজৰ জোখাৰে আত্মাই শৰীৰ ধাৰণ কৰে আৰু যি পৰিবেশত সি তাৰ কাম সমাধা কৰিব পাৰিব, সেই পৰিবেশ যাৰ ঘৰত আছে তাৰ ঘৰতে জন্ম লয়। সেই হিচাবে দুখীয়া বা ধনীৰ ঘৰত জন্ম পোৱাত দুখ কৰিবলগীয়া বা সুখ কৰিবলগীয়া একো নাই। যাৰ য'ত সুবিধা বুলি ভাবিছে সি তাতে জন্ম লৈছে। (তৃতীয় খণ্ড, পৃ-১০৬)

মানুহে জীৱনত সুখৰেই সন্ধান কৰি ফুৰে যদিও দুখহে অনুভৱ কৰে। মানুহৰ জীৱনত সুখ যিদৰে এটা স্বাভাৱিক পৰিঘটনা দুখো তেনেকুৱা এটা স্বাভাৱিক পৰিঘটনা। সেয়েহে মানুহে জীৱনত দুখ পোৱাৰ বাবে বিতত নহৈ দুখক সহজভাৱে গ্ৰহণ কৰিব পৰাতেই জীৱনৰ সাৰ্থকতা থাকে।

> "সংসাৰত সমস্ত জ্বালা সহ্য কৰিব লাগিব। মানুহে সংসাৰত কামনা লৈ জন্মে.......... তাৰ ফলত পায় দুখ। সেই দেখিয়ে জীৱন মানে দুখৰ অভিনয়। ... ......... সুখ পাম বুলি ফুৰোতে দুখহে পায়। সেই দেখি তাৰ বাবে চিন্তা কৰি লাভ নাই। ধৈৰ্য ধৰি সংসাৰৰ সকলো দুখ বৰণ কৰি লোৱাহে কৰ্ত্তব্য।" (তৃতীয় খণ্ড, পৃ-১৪৬)

ভাগ্য বা অদৃষ্টৰ ওচৰত আত্মসমৰ্পণ কৰা মানুহৰ এটা স্বাভাৱিক প্ৰৱণতা। ভাগ্য আন কোনো নহয়, দৰাচলতে ই হ'ল মানুহৰ অবিচ্ছিন্ন জীৱনৰ কৰ্ম ফল। সেই ভাগ্যসম্পৰ্কে ঔপন্যাসিকে কৈছে—

> "মানুহে যেতিয়া নিজ শক্তিৰে বুদ্ধিৰে ঢুকি নাপায়, তেতিয়া সকলোকে ভাগ্যৰ হাতত এৰি দি শান্তনা লভে। ভাগ্য বিশ্বাস হ'ল আত্ম শান্তনাৰ স্থল। অৱশ্যেই আত্ম প্ৰবঞ্চনাও।" (তৃতীয় খণ্ড, পৃ-২৭১)

মানুহৰ জীৱন এটা সৰল সমীকৰণ নহয়। প্ৰত্যেক ব্যক্তিৰে জীৱনৰ সমস্যা আৰু উপলব্ধিৰ আছে। সেয়েহে লেখকে কৈছে—

"জীৱন এটা অংক নহয়। তাৰ উত্তৰ কোনেও উলিয়াব নোৱাৰে। কেতিয়া কি হয় কোনেও ক'ব নোৱাৰে। মানুহ অনির্দিষ্ট পথযাত্রী।" (তৃতীয় খণ্ড, পৃ-২৭১)

সমাজৰ সুস্থ সমালোচনাৰ প্ৰেৰণাতেই সামাজিক উপন্যাসৰ জন্ম হয়। প্ৰহ্লাদ কুমাৰ বৰুৱাদেৱে এই প্ৰসংগতে কৈছে—

"সমাজত স্ত্ৰী-পুৰুষ, ধনী-দুখীয়া, উচ্চ-নীচ, সকলো শ্ৰেণী মানুহৰ সমানাধিকাৰ আৰু সকলোৰে মুক্তি কামনাৰ প্ৰেৰণাতেই সামাজিক উপন্যাসৰ সৃষ্টি হয়। এইবাবেই সামাজিক উপন্যাসত সামাজিক ন্যায় অন্যায়ৰ এক বিচাৰ চলে, কিন্তু এই বিচাৰ পৰোক্ষ।" (উপন্যাস, পৃ-৭১)

'এয়েতো জীৱন'ৰ কাহিনী চৰিত্ৰ সামাজিক চিত্ৰৰ বিশ্লেষণ আদিৰ মাজেদি এই কথা প্ৰতীয়মান হয়। লেখকে এনে এক মহৎ প্ৰচেষ্টাৰদ্বাৰা ব্যক্তিজীৱনক তথা সমাজ জীৱনক সুন্দৰ কৰাৰ মহৎ প্ৰচেষ্টা কৰিছে। সৎ শিল্পী সাহিত্যিক সংগীতজ্ঞৰ জীৱনৰ সাধনাৰ লক্ষ্য বিন্দু সেয়াই হোৱা উচিত— যি সাধনাৰ লক্ষ্যই মানৱ জীৱনক অধিকতৰ সুন্দৰ হোৱাত সহায় কৰে। এই প্ৰসংগতে Rene Wellek আৰু Austin Warren ৰ দ্বাৰা ৰচিত Theory of Literature নামৰ গ্ৰন্থৰপৰা উদ্ধৃতি দি ক'ব পাৰি—

"সমাজৰদ্বাৰা লেখকেই কেবল প্ৰভাৱান্বিত নহয়, লেখকেও সমাজক প্ৰাভাৱান্বিত কৰে। কলাই জীৱনক প্ৰতিফলনেই নকৰে, জীৱনক গঢ়ো দিয়ে। মানুহে উপন্যাসৰ নায়ক নায়িকাৰ পৰা আৰ্হি গ্ৰহণ কৰি নিজৰ জীৱনকো গঢ় দিব পাৰে।" (প্ৰহ্লাদকুমাৰ বৰুৱাদেৱৰ "উপন্যাস" নামৰ গ্ৰন্থৰ পৰা উদ্ধৃত পৃ-৭৩)



# হিতেশ ডেকাৰ 'সুখৰ সংসাৰ' আৰু 'কামপত্নী' ঃ এটি ক্ষিপ্ৰ অবলোকন

গীতা দেৱী গগৈ

পঞ্চাশৰ দশকৰ পৰা সত্তৰ দশকৰ ভিতৰত হিতেশ ডেকাই তেওঁৰ জীৱনৰ আটাইতকৈ উল্লেখযোগ্য উপন্যাসকেইখন লিখি অসমীয়া সাহিত্যৰ বুৰঞ্জীত জনপ্ৰিয় ঔপন্যাসিক হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হয়। তেখেতে একেধাৰে ঔপন্যাসিক, গল্পকাৰ, প্ৰাবন্ধিক আৰু নাট্যকাৰ যদিও ঔপন্যাসিক হিচাবেহে বেছি সুনাম অৰ্জন কৰিছে। হিতেশ ডেকাদেৱৰ প্ৰকাশিত সৰ্বমুঠ উপন্যাস হ'ল যোল্লখন। এই উপন্যাস সমূহ হ'ল— 'আজিৰ মানুহ' (১৯৫২), 'নতুন পথ' (১৯৫৪), 'মাটিকাৰ' (১৯৫৬), 'ভাবাঘৰ' (১৯৫৮), 'এয়েতো জীৱন' তিনিটা খণ্ড (১৯৬০), 'সীমাৰ কাজিয়া' (১৯৬২), 'আচল মানুহ' (১৯৬৩), 'বৈৰী মানুহ' (১৯৬৫), 'জীৱন-সংঘাত' (১৯৬৯), 'ইতিহাসে সঁকিয়ায়' (১৯৭২), 'সুখৰ সংসাৰ' (১৯৭৫), 'নিৰ্যাতিতা সতী' (১৯৮৪), 'কামপত্নী' (১৯৮০), 'গাঁৱৰ মানুহ' (১৯৯৬) 'বাঁধীৰ কোঁৱৰ' (শিশু উপন্যাস-১৯৯৫) আদি।

ঔপন্যাসিক ডেকাদেৱে এই উপন্যাসসমূহৰ মাজেৰে জীৱনৰ বিচিত্ৰ অভিজ্ঞতাক ব্যক্ত কৰিবলৈ সক্ষম হৈছে। ডেকাদেৱ সৰ্বেবাৰীৰ দৰে এখন গাঁৱত জন্ম গ্ৰহণ কৰি নানান ঘাত-প্ৰতিঘাতৰ মাজেৰে বাটকুৰি বাই আহি চহৰৰ উপকণ্ঠত বাস কৰিছিল। সেয়া হ'লেও চহৰৰ আভিজাত্যই তেওঁক উটুৱাই নিব পৰা নাছিল। তেখেতৰ কথা-বতৰা আৰু আচাৰ-ব্যৱহাৰ সকলোতে ফুটি উঠিছিল সৰল-সহজ গ্ৰাম্যজীৱনধাৰাৰ প্ৰতিফলন। বৰ্ডছৱৰ্থৰ দৰেই সাধাৰণ জীৱনযাপন, উচ্চ চিন্তাধাৰাৰে মানবীয় মহত্ব বিচৰাটোৱেই আছিল তেখেতৰ জীৱন দৰ্শন।

হিতেশ ডেকাৰ সৰহসংখ্যক উপন্যাসেই ৰচিত হৈছিল গ্ৰাম্যজীৱনৰ আধাৰত আৰু সেইবাবেই গ্ৰাম্য সমাজৰ পৰা সমাদৰো পাইছিল অভূতপূৰ্বভাৱে। ষাঠিৰ দশকৰ পৰা সত্তৰৰ দশকৰ ভিতৰত তেখেতৰ উপন্যাস অতি জনপ্ৰিয় হৈ উঠিছিল। ভাষাৰ সাৱলীলতা বাস্তৱানুগ চৰিত্ৰচিত্ৰণ তথা গ্ৰাম্যজীৱন প্ৰতিফলনৰ কাৰণেই উপন্যাসসমূহে সকলোৰে মন জয় কৰিবলৈ সক্ষম হৈছে। তেখেতৰ উপন্যাসৰ জনপ্ৰিয়তা চহৰাঞ্চলতকৈ গ্ৰাম্যসমাজত অধিক হোৱাৰ কাৰণো সেয়ে। অৱশ্যে 'আচল মানুহ', 'ভাবাঘৰ', 'কামপত্নী' আৰু কমবেছি পৰিমাণে 'সুখৰ সংসাৰ' আদি কেইখনমান উপন্যাসত নগৰীয়া জীৱনধাৰাক বিষয়-বস্তু হিচাপে লোৱা হৈছে। কিন্তু গ্ৰাম্য জীৱন আধাৰিত উপন্যাসত কথাশিল্পী গৰাকীয়ে যিমান সফলতা লাভ কৰিছে, চহৰীয়া জীৱনৰ আধাৰত লিখা উপন্যাসত সিমান সফলতা লাভ কৰিব পৰা নাই। তেখেত হাড়ে-হিমজুৱে গ্ৰাম্য সমাজৰ প্ৰতিনিধি। 'এয়েতো জীৱন', 'আজিৰ মানুহ', 'মাটিকাৰ', 'গাঁৱৰ মানুহ', 'সীমাৰ কাজিয়া' আদি উপন্যাসৰ মাজেৰে গ্ৰাম্য সমাজৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক সমস্যাসমূহ ফঁহিয়াই দেখুৱাইছে। এই কেইখন উপন্যাস লিখিয়েই সেই সময়ত অসমীয়া সাহিত্যৰ বুৰঞ্জীত ঔপন্যাসিক হিচাবে তেখেতে উচ্চ আসন দখল কৰিবলৈ সমৰ্থ হৈছে। অৱশ্যে পৰৱৰ্তী উপন্যাস কেইখনৰ মান আগৰ উপন্যাসসমূহতকৈ কিছু অৱনমিত হোৱা যেন পৰিলক্ষিত হৈছে। তথাপি এই কথা নুই কৰিব নোৱাৰি যে অসমীয়া উপন্যাস সাহিত্যত এই কেইখন উপন্যাসৰো মূল্য কোনো গুণে কম নহয়।

ঔপন্যাসিকৰ গ্ৰাম্যজীৱন আৰু চহৰীয়া জীৱন দুয়োটা পৰিক্ৰমাত লিখা উপন্যাস সমূহ সম-সাময়িক সমাজৰ ওপৰত লিখা। ১৯৭৫ চনত লিখা 'সুখৰ সংসাৰ' আৰু ১৯৮০ চনত লিখা 'কামপত্নী' দুয়োখন

উপন্যাসেই কলেৱৰত সৰু যদিও, উপন্যাস দুখনত নীতিগত আদৰ্শ পৰিলক্ষিত হোৱা দেখা যায়। কাহিনীৰ ক্ষেত্ৰতো দুয়োখন উপন্যাসতেই সুকীয়া সুকীয়া বৈশিষ্ট্য দেখা পোৱা যায়।

**'সুখৰ সংসাৰ'** উপন্যাসত নৰেশ্বৰ পাঠকৰ দ্বিতীয় জীয়েকৰ বিয়াৰ পাতনি মেলিছে। মধ্যবিত্ত পৰিয়ালৰ বিয়াৰ দৃশ্য অঙ্কনত ঔপন্যাসিকে সফলতা দাবী কৰিব পাৰে। বিয়ালৈ বহু মানুহৰ সমাগম হৈছে, পাঠকৰ স্কুলীয়া বন্ধু ভবেশ শইকীয়া আৰু আনন্দ বৰাই নৰেশ্বৰ পাঠকৰ আঠোটি ল'ৰা-ছোৱালীৰে ভৰ-পুৰ সংসাৰ খন দেখি আচৰিত হৈছে। পাঠকৰ বিপৰীতে শইকীয়া আৰু বৰাই ফেমিলি প্লেনিঙৰ মাজেৰে আদৰ্শৰে সংসাৰ কৰিছে। শইকীয়াৰ বৰপুত্ৰ মহেশ ডক্টৰ আৰু সৰুপুত্ৰ পৰেশ ইঞ্জিনীয়াৰ হৈ বিলাসী জীৱন কটোৱাতেই ব্যস্ত হৈ পৰিছে। মহেশ আৰু পৰেশে চহৰীয়া পত্নী ক্ৰমে ৰেখা আৰু প্ৰতিভাক পিতৃৰ মৃত্যুৰ সময়তো পিতৃগৃহলৈ আনিব নোৱাৰিলে। নিজকে কমসংখ্যক সন্তান জন্ম দি সুখী বুলি ভবা শইকীয়াই মৃত্যুৰ সময়ত পুত্ৰ বোৱাৰীক নেদেখি দুখেৰে মৃত্যুক আঁকোৱালি লবলগীয়া হ'ল। নৰেশ্বৰ পাঠক অৱশেষত শইকীয়াৰ মৃত্যুৰ সময়ত উপস্থিত থাকিব লগীয়া হ'ল আৰু লগতে তেওঁৰ পুত্ৰ কামেশ্বৰ আৰু বোৱাৰী নিৰদা মৃত্যুৰ সময়ত শুশ্ৰূষাকাৰীৰূপে অৱতীৰ্ণ হ'ল। আনহাতে নৰেশ্বৰ পাঠকে বহুকেইটা ল'ৰা-ছোৱালীৰ পিতৃ হৈও সংসাৰ চলাওঁতে একো অসুবিধা পোৱা নাই। প্ৰত্যেকজনে একাদিক্ৰমে ইজনে সিজনৰ দায়িত্ব লোৱাৰ ফলত ঘৰখন সুচাৰুৰূপে পৰিচালিত হৈছে। সকলোৱে পিতৃৰ বাক্য শিৰোধাৰ্য কৰিছিল। তাৰ ফলত পাঠকে সুখৰ সংসাৰ লাভ কৰিছিল। নিৰদাৰ চৰিত্ৰৰ মাজেৰে, স্কুলৰ শিক্ষকতা কাম কৰিও ঘৰখনৰ দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল, বিশেষকৈ পিতৃ আৰু পতিৰ দায়িত্ব পালনত নিৰদাৰ চৰিত্ৰই সফলতা লাভ কৰিছে। আনন্দ বৰাইও ই, এ, চি, পুত্ৰৰ কাৰণে নৰেশ্বৰ পাঠকৰ ছোৱালীক বোৱাৰী কৰিবলৈ মনস্থ কৰিছে। নিৰদা, ৰেখা আৰু প্ৰতিভাৰ চৰিত্ৰ অঙ্কণত লেখক সফল হৈছে। নিৰদাক দায়িত্বশীলা, আদৰ্শ মহিলাৰ চৰিত্ৰ হিচাপে অঙ্কণ কৰিছে। আনহাতে ৰেখা আৰু প্ৰতিভাই বিলাসিতাক জীৱনত ইমান প্ৰাধান্য দিলে যে— পতিক ভুল পথে পৰিচালিত হ'বলৈ বাধ্য কৰালে। কামেশ্বৰ, সোমেশ্বৰ আদি চৰিত্ৰৰ মাজেৰেও দায়িত্ব বোধৰ পৰিচয় পোৱা যায়। আনহাতে উচ্চ শিক্ষা প্ৰাপ্ত হৈয়ো মহেশ আৰু পৰেশৰ চৰিত্ৰৰ মাজেৰে দায়িত্বহীনতাৰ পৰিচয় পোৱা যায়। দায়িত্ববান সন্তান জন্ম দি নৰেশ্বৰ পাঠকে নিজকে সুখী পৰিয়াল লাভ কৰা বুলি গৌৰৱবোধ কৰিব পাৰে। বাৰীৰ তামোল পাণ বিক্ৰী কৰি তাঁত শালৰ কাৰবাৰ কৰি আৰু হাঁহৰ ফাৰ্ম খুলিয়ো ইজনে, সিজনৰ দায়িত্ব পালন কৰা কাৰ্যই সেই সময়ৰ অৰ্থনৈতিক দিশটোৰ সুন্দৰ প্ৰতিচ্ছবি দাঙি ধৰিছে।

যি কি নহওক বহুত ক্ষেত্ৰত বিফলতা আৰু ত্ৰুটিমুক্ত নহ'লেও ঔপন্যাসিক হিতেশ ডেকাৰ অন্যান্য উপন্যাসৰ লগতে **'সুখৰ সংসাৰ'** উপন্যাসখনকো লেখত লব পাৰি।

**'কামপত্নী'** উপন্যাসত ঔপন্যাসিকে প্ৰেমক কামনাৰ সৈতে যুক্ত কৰি দেখুৱাইছে। শৰীৰ উপভোগেই যেন প্ৰেমৰ সমাপ্তি তেনে এটি দৃষ্টিভঙ্গীও ওলাই পৰিছে। নায়ক অজিত আৰু নায়িকা মিনতিৰ প্ৰেমৰ মাজত সন্দেহৰ বশবৰ্তী হৈ থিয় দিলে ভৱেন কাকতি। সাংসৰিক জীৱনৰ দুখ-দৈন্যক পাতলাবৰ কাৰণে মিনতিৰ ওচৰলৈ আহে, দুই-এবাৰ কথা পা৷ে, তাকে লৈ বিশ্ববিদ্যালয়ৰ কলা শাখাৰ ছাত্ৰ অজিত বৰুৱাই মিনতিক সন্দেহৰ চকুৰে চাবলৈ ধৰিলে ্ - তাৰেই পোটক লবলৈ কাকতি ছাৰৰ পত্নী বীণাৰ কাষলৈ প্ৰেম বিচাৰি গ'ল। তেওঁৰ সেই প্ৰেমত কামনাৰ ৰক্তৰাগ নিহিত হৈ আছিল। বীণাইও নিজৰ পতিক বিশ্বাস ঘাতকতা কৰি; অজিতৰ ভ্ৰূণৰ দ্বাৰা অন্তঃসত্বা হ'ল। মিনতি অজিতৰ মান ৰক্ষা কৰিবলৈ কাৰ ভ্ৰূণ তাই গৰ্ভত স্থিতি ললে, এই কথা কবলৈ অপাৰগ হোৱাত সকলোৱে ভাবি ললে, কাকতি ছাৰেই ইয়াৰ বাবে দায়ী। অৱশেষত কাকতিৰ অন্তৰ্ধান, বীণা আৰু অজিতৰ অবাধ মিলা-মিছা। অজিতে বহুত চেষ্টা কৰিও মিনতিৰ ভ্ৰূণ হত্যা কৰিব নোৱাৰিলে। অৱশেষত মিনতিয়ে এটি পুত্ৰ সন্তান জন্ম দিলে, দেখিবলৈ সাইলাখ অজিতৰ নিচিনা। তেতিয়া সকলোৱে বুজিবলৈ বাকী নাথাকিল, পুত্ৰৰ পিতৃ কোন। ব্যভিচাৰিণী, দুঃচৰিত্ৰা, কামপত্নী বীণাই অজিতৰ অভিপ্ৰায় বুজিবলৈ বাকী নেথাকিল। তাই ভ্ৰূণ হত্যা কৰিবলৈ ডাঃ দাসৰ ওচৰলৈ

গ'ল, পতি অবিহনে ডাঃ দাসে ভ্ৰূণহত্যা কৰিবলৈ অপাৰগ, অৱশেষত কাকতিয়ে বীণাক ভ্ৰূণ হত্যা কৰিবলৈ নিদিলে, সেই সন্তানবো ধৰ্ম পিতৃৰ দায়িত্ব পালন কৰিবলৈ আগবাঢ়ি আহিল।

হিতেশ ডেকাৰ নগৰকেন্দ্ৰীক উপন্যাস 'কামপত্নী'ৰ কাহিনীভাগ তেনেই ক্ষুদ্ৰ। গুৱাহাটী মহানগৰীৰ পটভূমিত ৰচিত উপন্যাস খনিত বহুতো বিফলতা দেখিবলৈ পোৱা গৈছে। উপন্যাসৰ প্ৰথম বাক্য "প্ৰেমে জাতিকুল নিবিচাৰে— প্ৰতিদানহে বিচাৰে'— ঔপন্যাসিকে উপন্যাসত এই বাক্যৰ কথাখিনিক ৰক্ষা কৰিব নোৱাৰিলে। তেওঁ প্ৰেমক উচ্চস্তৰলৈ নিব নোৱাৰিলে। ঔপন্যাসিকৰ উপন্যাসসমূহ জনপ্ৰিয়তাৰ শীৰ্ষস্থানত উপনীত হ'লেও 'কামপত্নী' উপন্যাসৰ কিছুমান দুৰ্বলতা সচেতন পাঠকৰ দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকে। মিনতিৰ সহজ-সৰলতাৰ সুযোগ লাভ কৰিয়েই অতি লোভী অজিতে অতি সহজে বেয়া পথলৈ ধাবিত হ'ব পাৰিছে। হিতেশ ডেকাই উপন্যাসখনত চৰিত্ৰ অঙ্কনৰ ক্ষেত্ৰত ভালেখিনি সফলতা লাভ কৰিছে। উপন্যাসখনৰ ভাষাও বৰ সহজ-সৰল আৰু অনাড়ম্বৰ। উপন্যাসখনৰ কিছু সীমাবদ্ধতা তথা দুৰ্বলতা থাকিলেও একাধিক দিশৰ পৰা উপন্যাসখনে সফলতা তথা কৃতকাৰ্যতা দাবী কৰিবলৈ সক্ষম হৈছে।



# জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাৰ হাস্যবোধ

ভবানী প্ৰসাদ অধিকাৰী

ওখই পাঁচফুটমান, সেওঁতাৰে পৰিপাটি এমূৰ পাতলীয়া চুলি, চিক্ চিকীয়া সুগঢ়ী দুপাৰি দাঁতেৰে সদাহাস্য বদন, অযুত প্ৰশ্নৰ সীমাহীন প্ৰশ্নবোধকৰ প্ৰশ্নবাণেৰে চঞ্চল এযুৰি চকু, কৃষ্ণপক্ষৰ প্ৰলেপেৰে পুৰণি হুজলিৰ এটি আবয়ব, কোনো দিনে গৰম চেপা নপৰা, নীলৰ চেকুৰা চেকুৰ বৰণে কেয়াৰলেছ বিউটিৰ অঘোষিত গৌৰৱ ঘোষণা কৰা কপাহী চুৰিয়া আৰু পাঞ্জাবী চোলা পৰিহিত এটি গ্ৰাম্য প্ৰতিনিধি, কস্মিন কালেও ৰঙৰ মুখ নেদেখা এযোৰ এলেহুৱা পামছু, আকৌ পিঠিৰ ওপৰেৰে বাগৰি অহা ভাঁজ কৰা এখন চেলেং অথবা এৰীয়া চাদৰ খনেৰে সুশোভিত বপুৰে এজন সাইলাখ অসমীয়া মানুহৰ জীৱন্ত ছবি। এইখিনিয়ে থিয় কৰোৱা এসময়ৰ সমনীয়াৰ সেনাপতি বলবন্ত, গদহা 'ৰাজা' আৰু মঞ্চৰ ভীম, অসুৰ, দশানন ওৰফে আজিৰ মানুহৰ হিতেশ ডেকা। জীৱন কালতে যিজন কিম্বদন্তী। পাঠকৰ 'আৰাধ্য দেৱতা' হিতেশ ডেকাক লৈ কল্পনাৰো শেষ নাই ৰটনাৰো অন্ত নাই। কল্পনাৰ হিতেশ ডেকা জনক বাস্তৱত দেখি হতাশ হোৱা লোক লগ পাইছো একাধিক বাৰ। সেই বিষয়ে কোৱাৰ আগতে এষাৰ কথা কবই লাগিব- সেয়া হ'ল হিতেশ ডেকাৰ উপন্যাসৰ জনপ্ৰিয়তা। তাকো ১৯৫২ চনতে প্ৰকাশ পোৱা 'আজিৰ মানুহ'ৰ অবিশ্বাস্য ধৰণৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ। দুবছৰ পাছৰ নতুন পথ, দুবছৰ পাছৰ মাটি কাৰ, এবছৰ পাছৰ ভাৰা ঘৰ আৰু ইয়াৰ তিনি বছৰ পাছত তিনিটা খণ্ডত প্ৰকাশিত এয়েতো জীৱন আদি উপন্যাসৰাজিয়ে আঠ কি দহটামান বছৰ পাঠকৰ হৃদয় মন এনেদৰে আচ্ছন্ন কৰি ৰাখিছিল যে হিতেশ ডেকাৰ উপন্যাসৰ কাহিনী, চৰিত্ৰবোৰে পাঠকৰ পৰিমণ্ডলৰ হৰি মধু যদু ৰাম ৰহিম কৰিম, জেউতি সেউতী, মালতী মাধৱীহঁতৰ লগত হৈ পৰে একাকাৰ আৰু স্বয়ং উপন্যাসৰ স্ৰষ্টা ডেকা ডাঙৰীয়াও হয় 'নিজৰ মানুহ'ৰ দৰে আপোনৰো আপোনজন। ১৯৫৬ চনত এম-ই বৃত্তি পৰীক্ষা দি 'দুষ্ট' হ'বলৈ আৰম্ভ কৰিছো এথোন, সৰু দাদাৰ সৌজন্যত ইখনৰ পাছত সিখনকৈ আলমাৰিত কিতাপ সোমায়হে সোমায় আৰু দাদাহঁতৰ অনুপস্থিতিৰ সুযোগ লৈ শুৱলা পাঠ পঢ়াদি পঢ়ো। ওপৰত লেখ দিয়া এটা দশকৰ সৃষ্টিৰে হিতেশ ডেকাই আবাদ কৰা পাঠকৰ পথাৰখন নামনিৰ পৰা উজাবলৈ ধৰিলে। আমি ফুকলীয়া স্কুলীয়া জ্ঞান আৰু আধা কেচেলুৱা উপন্যাস উপলব্ধিৰ পিৰপিৰণিত পীড়িত হৈ ফুচফুচিয়া মেলৰ মেলুৱৈ, গৃহস্থ ওৰফে মাতৃৰ দিব্য দৃষ্টিত পৰি স্থিৰ চিত্ৰৰ দৰে নি[illegible]ৰ হৈ গাৰুৰ তলত লুকুৱাই ৰখা উপন্যাস সাহিত্যৰ ওপৰত সোণালী পাঠৰ ঢাকনি দি চকুত [illegible] মাৰিলেও ধৰা পৰাৰ অপৰাধবোধ মোৰেই যে এনে নহয়; হিতেশা প্ৰীতিত গদ গদ অসমত [illegible]কাৰ হৈ থকা চেঙেলীয়া চামৰ স্বীকাৰোক্তিবোৰ যে ডেকা দেৱৰ জীৱন অৱসানৰ পাছত বাতা[illegible] [illegible]কতৰ, কিতাপৰ পাতত সবিস্তাৰে পালো। দাদাহঁতে কৈছিল অলপ দম্ভ মাৰি, অলপ গৌৰৱৰ [illegible]ত-যে হিতেশ ডেকা সৰ্বেবাৰীৰ মানুহ। এখোপ উধাই কৈছিল যে হিতেশ ডেকা মাৰাত্মক বস্তু। [illegible]-এ পাছ কৰাৰ পাছতো ফুটবল খেলি ফুৰিছিল। এই কালান্তক হিতেশ ডেকা কালান্তৰৰ হিতেশ ডেকা হ'বলৈ সৰহ দিন নালাগিল। কৈহোঁৱেই নহয়, হিতেশ ডেকাক বিচাৰি সৰ্বেবাৰীলৈ যাবই নালাগে। তেওঁ জীৱিত— অথচ তেওঁৰ যেন অৱতাৰী ৰূপ অসমৰ গাঁৱে, ভূঞে, চহৰে নগৰে, পৰ্বতে কন্দৰে, পথাৰে সমাৰে, পথে প্ৰান্তে উদ্দীপ্ত হৈ আছে। ১৯৬৩ চনত কোকৰাঝাৰ চহৰৰ পৰা সাতমাইল মান উত্তৰৰ ধাউলিগুৰি গাঁৱৰ ঈশান ব্ৰহ্মৰ ঘৰৰ কাষৰ স্কুল এখনত কৰা শিক্ষকতা সূত্ৰে ব্ৰহ্মডাঙৰীয়াৰ ঘৰখন মোৰ ভাত ঘৰ হ'ল। মোৰ

জন্ম গাঁও টিহুৰ মাখিবাহাৰ কথা কওঁতে আমাৰ গাঁৱৰ পৰা সৰ্থেবাৰী কিমান দূৰ সুধিলে। আৰু সুধিলে হিতেশ ডেকাক চিনি পাওঁনে নাপাওঁ? কিন্তু মোৰ বি-এ শ্ৰেণীৰ ছাত্ৰাৱস্থাত মই শৰীৰী হিতেশ ডেকাক নিচিনো, পিছে আজিৰ মানুহৰ পৰা আচল মানুহলৈকে কিতাপবোৰ পঢ়ি দাঢ়ি ক'মা চেমি কলন মুখস্থ মাতিব পৰা, প্ৰতিটো চৰিত্ৰৰ চাল চলন, উক্তি-প্ৰত্যুক্তি মনত ৰাখি সেই আদৰ্শবাদত বিশ্বাসী হৈ পৰিছিলো— আনকি, মই প্ৰতাপৰ প্ৰতিভূ ৰূপে ঘৰতেই বিজয় লক্ষ্মী কৃষি কামৰ আৰ্হি প্ৰদৰ্শন কৰিছিলো— ডাঙৰ বৌক কল্যাণীৰ ৰূপত পূজা কৰিছিলো বাবে ঈশান ব্ৰহ্মাৰ প্ৰশ্নত কিছু বিব্ৰত হোৱা আৰু লজ্জাবোধ কৰা সত্বেও আলোচনাত ভাগ লব পৰাৰ জোখেৰে হিতেশ ডেকাৰ সাহিত্য কৰ্মৰ চাৰি ঢাপ মাৰি জেওৰা জপনাৰে সীমা ঠিক কৰি লৈছিলো। মোৰ কথা সুৰুীয়া, ঈশান ব্ৰহ্মাৰ শোৱনী কোঠাৰ শিশু কাঠৰ আলমাৰিত ঠাহ খাই থকা অসমীয়া, বাংলা, ইংৰাজী কিতাপৰ দ'মত হিতেশ ডেকাৰ উপন্যাস কেবাখনো গৰ্বেৰে শাৰী পূৰাই আছে। পাছত মোৰ বৰ্ণনাৰ আঁত ধৰি ঈশান ব্ৰহ্মাই টিহুলৈ ৰেলেৰে আহি সৰ্থেবাৰীলৈ যোৱা গড়কাপ্তানি বিভাগৰ আশীৰ্বাদত অৰ্দ্ধ সমাপ্ত, অৰ্দ্ধ নিৰ্মিত পথ আৰু দলংবোৰ পাৰ হৈ সৰ্থেবাৰীৰ হিতেশ ডেকাৰ ঘৰ পাই হতভম্ব হৈ পৰিছিল। ব্ৰহ্মাৰ কল্পনাৰ, পূজনীয়, নমস্য সাহিত্যিক হিতেশ ডেকাক যেন বিচাৰি নাপাই বিপৰীত বিন্দুৰ কৃষ্ণবৰ্ণৰ মাটিৰ মানুহ হিতেশ ডেকা বোলা এজনকহে পালে। কিন্তু জীৱনত বিষ্ণু ৰাভাৰ বাহিৰে নাম কৰা সাহিত্যিক কাকো নেদেখা ব্ৰহ্মাই অতিশয় আপ্লুত, আহ্লাদিত হ'ল হিতেশ ডেকাৰ সান্নিধ্য লাভ কৰি। এই ব্ৰহ্মা ডাঙৰীয়া আছিল সাহিত্যকলা সংস্কৃতিৰ অনুৰাগী লোক আৰু বিদ্যোৎসাহী পুৰুষ। তেওঁৰ বৰপুত্ৰ পাছলৈ ইঞ্জিনীয়াৰিং পাছ কৰি জলসিঞ্চন বিভাগৰ অধীক্ষক অভিযন্তাৰূপে অৱসৰ গ্ৰহণ কৰে। সেইগাঁৱৰে শ্ৰীমতী জলেশ্বৰী বসুমতাৰীও হিতেশ ভক্ত। তেওঁলোকৰ ঘৰতো ডেকাৰ উপন্যাসকে ধৰি ভালেমান অসমীয়া কিতাপ চকুত পৰিছিল। এওঁৰ দেউতাকৰ নাম শুক্ৰাচাৰ্য ব্ৰহ্মা। বিষ্ণুৰাভাৰ পলাতক জীৱনৰ আশ্ৰয় গৃহ। আমাৰ টিহু অঞ্চলতো দেখিছো অজনজাতি, জনজাতি বুলি কথা নাই, হিতেশ ডেকাৰ উপন্যাস (আন ৰচনাৰ কথা নকলোৱেই যেনিবা) শিক্ষিতই হওক, অৰ্দ্ধ শিক্ষিতই হওক ঘৰে ঘৰে থকাটো এটা 'নিয়মে'ই আছিল। বিয়া-বাৰুত 'প্ৰীতি উপাহাৰ' দিছিল এখন উপন্যাসেৰে। হয়তো সেইখন হিতেশ ডেকাৰ যিকোনো উপন্যাস হ'ব পাৰে। সেয়ে হবলা বিগত অৰ্দ্ধ শতাব্দীত **'আজিৰ মানুহে'** পোন্ধৰটা সংস্কৰণ দেখিলে। কলে কথা বহুত ওলায়। ১৯৬৮ চনত অৰুণাচলৰ তিৰাপ জিলালৈ গৈছো সাংস্কৃতিক তথা শুভেচ্ছাবাহী দল লৈ— গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পৰা। আমি হাতত কিছু অসমীয়া কিতাপ লৈ গৈছিলো। অৰুণাচলৰ খুনচা আৰু ওচৰ পাজৰৰ গাঁও ভূই ঘূৰি ভাব বিনিময় কৰি ফুৰিছো। খুনচাৰ স্কুল আৰু চৰকাৰী পুথি ভঁৰালত অসমীয়া কিতাপ চকুত পৰিছে। কথা প্ৰসংগত নক্টেঅৰুণাচলী অসমীয়া ভাষী এজন শিক্ষকে কেইজনমান অসমীয়া লেখকৰ কিতাপ পঢ়ি বৰ সুখী। হিতেশ ডেকাৰ আজিৰ মানুহখনহে তেওঁ পঢ়া বুলি কলে আৰু তাতেই যেন তেওঁ সাৰ পালে; অসমৰ গাঁৱলীয়া সমাজত সাধুতা, সৰলতা এতিয়াও আছে। অতি দুখ আৰু পৰিতাপৰ বিষয় যে পি টি চি এৰ উদয়াচলৰ দাবীত বড়োসকলে কৰা আন্দোলনৰ সময়ৰেপৰা বড়ো ভাষী গাঁওবোৰৰ পুথি ভঁৰালৰপৰা অসমীয়া গ্ৰন্থ বিতাৰিত হ'ল আৰু সৰ্বভাৰতীয়ত্বৰ ভূতে লম্ভোৱা সহজ সৰল অসমীয়া ভাষী অৰুণাচলীৰো মুখত আধাফুটা হিন্দী আৰু ইংৰাজী সুযুৰাই অসমীয়াক চিৰ বিদায় দিলে।

আজি হিতেশ ডেকাৰ সৃষ্টি সমগ্ৰৰ মূল্যায়নৰ উপযুক্ত সময়। ১৯৪৮ চনতে প্ৰকাশ পোৱা প্ৰায়চিত্ত নামৰ গল্প পুথিখনেৰে সাহিত্য চৰ্চাৰ খুটি মাৰি '৯২ চনলৈকে ছখন গল্পৰ সংকলন উলিওৱাৰ যোগেদি ডেকা যে গল্পকাৰো আছিল তাকেই প্ৰতিপন্ন কৰে। মানৰ কথা এৰিলেও আয়তনৰ দিশলৈ চাই সেইবিধ সৃষ্টি কৰ্মৰ এটি থূলমূল বিচাৰ হোৱাটো ঐতিহাসিক স্বাৰ্থতেই

প্ৰয়োজন হ'ব। সেইদৰে, ৬১ আৰু ৮৩ ৰ ভিতৰৰ কাল ছোৱাত প্ৰকাশিত চাৰিখন নাটৰো উপযুক্ত মূল্যায়ন হোৱা নাই। জাতীয় স্বাৰ্থ উদ্দীপক তেওঁৰ নিৰ্ভীক মনৰ প্ৰতিফলন প্ৰবন্ধলানিয়ে গ্ৰন্থৰূপ পৰিগ্ৰহ কৰি পাঠক সমাজৰ দৃষ্টিত পৰিছে। যুক্তি সিদ্ধ গদ্যৰূপে সিবোৰৰ স্থান এটি থাকি যাবই। সোতৰখন উপন্যাসৰ স্ৰষ্টা (এয়েতো জীৱনৰ তিনিটা খণ্ডও স্বয়ং সম্পূৰ্ণ একোখন বৃহৎ কলেবৰৰ গ্ৰন্থ হিচাপত ধৰিলে উনৈশখন বুলি কব পাৰি) হিতেশ ডেকাক বাহ্য আৰু অন্তৰ্দৃষ্টিৰে অৱলোকন কৰি আচল হিতেশ ডেকাজনক লগ পাব পাৰি। ডেৰকুৰিখন বিবিধ বিষয়ক গ্ৰন্থৰ সামগ্ৰিক 'আদৰ্শ'টো কি? একেষাৰে কব পৰা কথাটি হ'ল গান্ধীবাদী আৰু সাম্যবাদী হিতেশ ডেকাজন। অৰ্থাৎ সকলো সৃষ্টিৰ আঁৰত একোজন ব্যক্তি থাকে। ব্যক্তিৰ আঁৰৰ ব্যক্তিও থাকে। কোট পটলুং পিন্ধা কৃপাবৰ বৰবৰুৱাৰ আঁৰৰ বিচিত্ৰ ব্যাক্তিজনেই লক্ষ্মীনাথ বেজবৰুৱা। তেওঁ এবাৰ দুৱৰালৈ লিখা এখন চিঠিৰ তলত ল. বে, ল. নিলিখি কৃপাবৰ বুলিয়ে লিখিলে। ব্যক্তি হিচাপে হিতেশ ডেকাজন যুক্তি বাদী। কথা বতৰাতো তেওঁৰ হাস্য-ব্যংগ বাক-ভংগী লক্ষ্য কৰিব লগীয়া। সেইবাবে তেওঁৰ ৰচনাৰ ছত্ৰে ছত্ৰে হাস্য-ব্যংগৰ চিটিকনি পৰিলক্ষিত হয়। তেওঁ যি দেখে তাকে লিখে। যি দৰে ভাবে সেইদৰেই আঁৰবেৰ নাৰাখি লিখি যায়। প্ৰকাশভংগীত জঠৰতা নাই। আছে গতিশীলতা। কিন্তু তাত ৰেণুৰ কৃত্ৰিম পিহনি নাই। হৃদয় উথলি উঠা আবেগ অনুভূতিবোৰ যেন বিগলিত কৰুণা জাহ্নবী যমুনা। অম্বিকাগিৰীৰ আটাহবোৰৰ দৰে বৰপেটীয়া তথা কামৰূপীয়া শব্দৰ সমাহাৰ বা বাক্য ৰচনাই শুধ অসমীয়াৰ উকীল সকলক বা শুচিবায়ুগ্ৰস্ত সকলক হতাশ কৰাটো স্বাভাৱিক। অসংযত গ্ৰাম্য ঘৰুৱা ঠাঁচত লিখা বাবে নামনি অসমৰ মানুহৰ বাবে পোনে পোনে গ্ৰহণযোগ্য হ'লেও উজনিৰ পাঠকে বাৰে বাৰে উজুটি খাব পাৰে। এই প্ৰসংগত এটা কথা কব পাৰি-- আজি-কালি মাৰ্কিন সাহিত্যত বিশেষকৈ কাব্য, গল্প আৰু উপন্যাসত স্থান কাল পাত্ৰৰ ভাষা ব্যৱহাৰৰ প্ৰৱণতা বাঢ়িছে। এই সম্পৰীক্ষাৰ যুক্তি যৌক্তিকতাও আছে। আমাৰ অসমীয়া সাহিত্যৰ পৰাই উদাহৰণটো স্পষ্ট কৰিব খুজিছো। চতুৰ্দশ শতিকাৰ ৰামায়ণ কবি মাধৱ কন্দলীয়ে শ্লোক সংস্কৃত ভালকৈ লিখিব জনা সত্বেও লৌকিক ভাষাত বাল্মীকিৰ ৰামায়ণ অনুবাদ কৰি আজিও জনপ্ৰিয় হৈ আছে। শংকৰ-মাধৱ গুৰুৰ ৰচনাৰ য'ত গ্ৰাম্যতা আছে তাত ৰস ভংগ হোৱা বুলি কলেও সেই সময়ৰ সমাজৰ মানসিক বলয়ৰ বিচাৰত বিশ্লেষণ কৰাটো উচিত। আনহাতে ভট্টদেৱৰ গদ্যই জনপ্ৰিয়তা নাপালে একমাত্ৰ বেছি সংস্কৃত গন্ধীহোৱা বাবে। এইখিনিতে ইংৰাজ কবি ওৱৰ্ডছৱৰ্থৰ 'পয়েটিক ডিকছন'ৰ কথা মনলৈ আহে। প্ৰকৃতি আৰু হালোৱা হজুৱা, চহা জীৱনৰ মুখৰ মাত কাব্যৰ প্ৰয়োজনৰ তাগিদাত ব্যৱহাৰ কৰি কালৰ খিযাতি ৰাখি থৈ গৈছে। আমাৰ দৈৱচন্দ্ৰ তালুকদাৰৰ লৌকিকতাৰ পৰশত গ্ৰাম্য জীৱনৰ প্ৰেমৰ চিত্ৰ প্ৰকাশক 'কুঁহিমালা' মালিতাখন ৱৰ্ডছ ৱৰ্থৰ 'ৰুথ'ৰ ছাঁ লৈ লিখা বুলি সমালোচক সকলে কব খোজে। লক্ষ লক্ষ অধিবাসীৰ জীৱন ধাৰাক উপক্ষা কৰাটোও সমানেই চিন্তনীয়। বাংলাদেশৰ সাহিত্যত সেই দেশৰ পল্লীজীৱনৰ চিত্ৰ স্পষ্ট কৰে চৰিত্ৰ সমূহৰ মুখত পৰিবেশ, প্ৰয়োজনানুযায়ী দিয়া বচন ভংগীয়ে। বিশেষকৈ নাটকত টাইপ চৰিত্ৰৰ মুখত দিয়া কথিত ভাষাই কাহিনীক্ৰম বিঘ্নিত নকৰে-- বৰং অধিক বাংময় আৰু জীৱন্তহে কৰি তোলা দেখা যায়। কিন্তু অসমীয়া কোনোটোইত ৰচনাত বা কোনো এখন গ্ৰন্থত, নাটকত লঘু হাস্যৰ সুৰ সুৰণিৰ বাবে নামনিৰ মাত বচন ব্যৱহাৰ কৰি বিদ্ৰূপৰ ভাগী কৰে। সিবোৰ যিয়েই নহওক লাগিলে, সমালোচক সকলে একেমুখে কৈ আহিছে, হিতেশ ডেকাৰ 'আজিৰ মানুহ'ৰ পাছত প্ৰকাশ পোৱা ডেৰ ডজন উপন্যাস সেই পৰ্যায়লৈ নুঠিল বুলি। আৰু ইয়াৰ ঘাই কাৰণ, কাহিনীৰ তৰলতা বা উদ্দেশ্যৰ অস্পষ্টতা নহয়। প্ৰায়েই শুনা যায়, গ্ৰাম্যতা দোষৰ বাবে হিতেশ ডেকাৰ উপন্যাস (গল্প আৰু নাটকৰ আলোচনা কোনেও নকৰে) নিম্ন মানৰ। আমাৰ ৰচনাত আমি শেষ কথা এতিয়াই নকওঁ। সময়েহে কব। অৰ্থাৎ উজনিৰ শিৱ সাগৰীয়া কথিত ভাষাটোকে মান্যতা প্ৰদান কৰি সৃষ্ট অসমীয়া ভাষাটো আজি আমাৰ ভাব বিনিময়ৰ

বাহন। আমাৰ সৃষ্টিৰ শক্তিশালী মাধ্যম। কিন্তু অসমীয়া সাহিত্যিক ভালেমানে উজনিৰ গ্ৰাম্য ঠাচটোৰে বৰ্ণোৱা কাহিনী বা চৰিত্ৰৰ উক্তি নিৰ্দ্বিধাই যদি মানি লব পাৰি- নামনিৰ ঠাচটো-- সি কামৰূপীয়া গোৱালপৰীয়াই নহক কিয় লাগিলে, মানিলব নোৱৰাৰ যুক্তি নাই। মামণি ৰয়ছম গোস্বামীয়ে 'দঁতাল হাতীৰ উয়ে খোৱা হাওদা'ত দক্ষিণ কামৰূপৰ ভাষা পোনপটীয়াকৈ ব্যৱহাৰ কৰি সফল হৈছে। শীল ভদ্ৰৰ ৰচনাতো অবিভক্ত গোৱালপৰীয়া তথা গৌৰীপুৰীয়া ঠাচ বিদ্যমান। পাঠকে সহজে গ্ৰহণ কৰিছে। আমি ভাবোঁ, হিতেশ ডেকাৰ লেখাও সৰ্বত্ৰ গ্ৰহণীয়, প্ৰতিখন উপন্যাসৰ একাধিক সংস্কৰণেই ইয়াৰ যুক্তি যুক্ততা প্ৰমাণ কৰে। হিতেশ ডেকাৰ উপন্যাসৰ জনপ্ৰিয়তাৰ আৰু এটা উদাহৰণেই যথেষ্ট। সৰভোগৰ কামাৰগাঁও নামৰ এখন গাঁৱত প্ৰতি সন্ধিয়া উপন্যাস পাঠ অনুষ্ঠান এটি হৈছিল। সম্প্ৰতি এই অনুষ্ঠান আছে নে নাই কব নোৱাৰোঁ। উপন্যাসখন হিতেশ ডেকাৰেই হ'ব লাগিব। এডাল খুটিত লেম্প এটা ওলোমাই ৰাখি তাৰে পোহৰত এজন শিক্ষিত ৰসজ্ঞ পাঠকে উপন্যাসখন আঁৰ নলগাকৈ এফালৰপৰা পঢ়ি যায়, দৈৰ্ঘ্য অনুসৰি সময় দিন মাহ পাৰ হয়। শ্ৰোতা মণ্ডলীয়ে একান্ত মনেৰে শুনি পৰম তৃপ্তিত আপ্লুত হয়। নায়ক-নায়িকাৰ সুখ-দুখৰ সমভাগী হয়, কাহিনীৰ মাজত থকা আদৰ্শবাদৰ প্ৰতি সমৰ্থন জনায় অথবা বিশ্লেষণ দাঙি ধৰে। অসমৰ আন কোনোবা গাঁৱত এনে দৃশ্য থাকিব পাৰে আমাৰ জ্ঞাত নহয়। কিন্তু সাধাৰণতে ধৰ্ম গ্ৰন্থ পাঠ বা শাস্ত্ৰ চৰ্চা স্বাভাৱিক, নৈমিত্তিক দৃশ্যৰূপে আমি গ্ৰহণ কৰি আহিছো। হিতেশ ডেকাৰ উপন্যাসে নতুন অভিজ্ঞতা এটি যোগ দিলে। অসমীয়া সাহিত্য ৰস পিপাসুৰ বাবে এই খবৰ সুকদায়ক-- অনুপ্ৰেৰণা মূলক। লেখকৰতো কথাই নাই।

১৯৪৪ চনত বীণা বৰুৱা ছদ্ম নামত বিৰিঞ্চি কুমাৰ বৰুৱাই লিখা জীৱনৰ বাটত উপন্যাসখনৰ পাছত 'শেষ ক'ত' ('৪৮), 'কেচঁা পাতৰ কাহিনী' (৫৮); ড° প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেচঁা পাতৰ কঁপনি' '৫২; মালিকৰ 'ৰথৰ চকৰি ঘূৰে' ৫০, 'বনজুই' ৰাধিকা মোহন গোস্বামীৰ 'চাকনৈয়া' ৫৪, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়' ৫৫, নৱকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু', যোগেশ দাসৰ 'ডাৱৰ আৰু নাই', পদ্ম বৰকটকীৰ 'মনৰ দাপোণ', নিৰুপমা বৰগোহাঞিৰ 'সেইনদী নিৰবধি', কাঞ্চন বৰুৱাৰ 'অসীমত যাৰ হেৰাল সীমা', সুৰেশ গোস্বামীৰ 'সাত ৰঙৰ নতুন কাৰেং' ৪৯, দীন নাথ শৰ্মাৰ উযা ৫১, 'সংগ্ৰাম' ৫৪, মহম্মদ পিয়াৰৰ 'প্ৰীতি উপহাৰ' ৪৮, 'পুৱতি নিশাৰ আজান', 'জীৱন নৈৰ জাঁজী', গোবিন্দ মহন্তৰ 'কৃষকৰ নাতি', 'নতুন জীৱন' ৫৪, প্ৰেম নাৰায়ণ দত্তৰ 'নিয়তিৰ নিৰ্মালি', ৫৩ 'প্ৰণয়ৰ সুতি' ৫৪, কুমাৰ কিশোৰৰ 'শতাব্দীৰ স্বপ্ন', 'শিখাৰ কঁপনি' ৫৪ আদি উপন্যাসৰ মাজত হিতেশ ডেকাৰ তিনিখন উপন্যাসে-- ('আজিৰ মানুহ', 'নতুন পথ' আৰু 'ভাৰা ঘৰ') পাঠকৰ বুকুত ৰেখাপাত কৰিবলৈ সক্ষম হৈছিল, ইবোৰৰ স্বকীয়তাৰ গুণত।

হিতেশ ডেকাৰ চাল চলন গহীন বা কৃত্ৰিম নাছিল। তেওঁ সৰ্থেবৰীয়া কাঁহৰ বাটিত কোব মাৰিলে পোৱা ঠন ঠনীয়া মাত কথাৰ মানুহ। নিজে নাহাঁহি কথাই প্ৰতি হাস্য-ব্যঙ্গ কৰি দৃষ্টি আকৰ্ষণ কৰা আৰু তেওঁৰ লেখাতো প্ৰয়োগ কৰাটো তেওঁৰ স্বকীয় বৈশিষ্ট্য। সাধাৰণ কথা বতৰাৰ খুহুতীয়া (উইট) ভাব যিদৰে সদা বৰ্তমান, আক্ষৰিক অৰ্থত হাস্যৰস (হিউমাৰ) বিচৰাতকৈ ডেকাৰ লেখা সমূহত ব্যংগ (চেটায়াৰ)ৰ ছাটহে অধিক ৰেঙাই থকা গুণটো আৱিষ্কাৰ কৰিব পাৰি। গাঁৱলীয়া জীৱনৰ হাঁহি-কান্দোন, সুখ-দুখ, অশ্ৰু-বেদনা, বিৰহ-মিলনৰ গাঁথাৰে আজিৰ মানুহ গহীন কাহিনীৰ উপন্যাসতো উচ্চ আদৰ্শবাদৰ মাজতে চেগ বুজি আৰু পৰিবেশৰ তাগিদাত ডেকাই হয় ফকৰা যোজনাৰে, নহ'লে উদাহৰণ পটন্তৰ এটিৰে নতুবা লঘু, বিদ্ৰূপাত্মক উক্তিৰে বক্তব্যৰ স্পষ্টতা দেখুৱাব পাৰিছে। আজিৰ মানুহৰ মূল নায়ক প্ৰতাপ। প্ৰতাপৰ অভিন্ন হৃদয় মহেশ। ডেকাৰ বৰ্ণনাত এই 'গা পাতলকৈ মানুহজন' (প্ৰতাপ) হাতত চুটকেছ এটা লৈ গাঁৱৰ পৰা বন্ধু মহেশৰ চহৰৰ ঘৰলৈ অহাত

এহাতে মহেশৰ প্ৰতাপক দেখি ৰঙো লাগিছে আৰু তেওঁ আচৰিতো হৈছে। প্ৰতাপৰ উপস্থিতিৰ আকস্মিকতাত স্বতঃস্ফূৰ্ত ভাৱে মহেশৰ মুখৰপৰা ওলালঃ 'প্ৰতাপ দেখোন? ক'ৰ পৰা? মই তোক বিচাৰি একদম হায়ৰাণ। পিছে, ইমানদিন ক'ত নিৰুদ্দেশ হৈ আছিলি?'

মহেশ ঃ নিৰুদ্দেশ নহয়, বনবাস ওৰফে অজ্ঞাতবাস। পিছে শুনি সুখী হলো যে অন্ততঃ মোৰ খবৰ লোৱা মানুহো পৃথিৱীত আছে।'

এনে স্বগতোক্তি ধৰ্মী ব্যঞ্জোক্তিৰ স্বাদ ডেকাৰ কোনো কোনো লেখাত পোৱা যায়। আনহাতে, মহেশৰ মাকে আগু ব্যস্তকৈ মাত লগাই প্ৰতাপ অহাত সন্তোষ পাই প্ৰায় একে উশাহতে সুধিলে—

'ক'ৰপৰা আহিছা? কি কৰিছা এতিয়া? বৰ ভাগৰ লাগিছে হবলা? গা ধুবা? উপৰ্যুপৰি সোধা প্ৰশ্নত প্ৰতাপে ৰস পাই নিজেও ৰস লগাই উত্তৰ দিছে এনেকৈ ঃ 'একেবাৰে ইমানবোৰ প্ৰশ্ন কোনো পৰীক্ষাত নাহে মাহীদেউ। পিছে ১ম প্ৰশ্নৰ উত্তৰ-- আহিছোঁ গাঁৱৰ পৰা। ২য় প্ৰশ্নৰ উত্তৰ— কৰিছোঁ ঘুৰৎ আৰু ফেৰৎ। ৩য় প্ৰশ্নৰ উত্তৰ— ভাগৰ হলে লাগিছে। ৪ৰ্থ প্ৰশ্নৰ উত্তৰ-- গা হলে ধুম।' --নিৰ্দোষ ধেমালি। মহেশৰ মাকে প্ৰতাপক পুনৰ কলেঃ সেই আগৰ পেংলাই কৰা স্বভাৱটো নুগুছিল নহয়?

মহেশ ঃ জলকীয়াৰ জ্বলানো কোন দিনা গুচিব মাহীদেউ? ই চিৰদিন থাকিব-- কেঁচায়ো, শুকানেও।

মহেশৰ ভনীয়েক সৰলা ওলাই আহি প্ৰতাপক দেখি হাঁহিৰে সম্ভাষণ জনাই কলে— বোধ হয় আজি পথ ভুল হ'ল?

মহেশ ঃ পথ ভুল কৰা নাছিল, পিছে মোকে পদধূলা এফেৰি দিবৰ আশাৰে বাটৰ পৰা আহিল।'

প্ৰতাপ ঃ তাৰ পূৰ্বেই কিন্তু মই বন্ধুস্থান বিচাৰি আছিলো।

সৰলা ঃ বন্ধুস্থান?

প্ৰতাপ— হিন্দু থাকিলে হিন্দুস্থান, মুছলমান থাকিলে পাকিস্থান যদি হয়। তেন্তে বন্ধু থাকিলে বন্ধুস্থান নহ'ব কিয়? আজিকালি কথাৰ আগত এটা ইজম আৰু ঠাইৰ পিছত একোটা স্থানৰ দোহাই নিদিলে গুৰুত্ববোধ নহয়। সেই বাবে বন্ধুৰ পিছত এটা স্থান লগাই দি বন্ধুস্থান কৰা হৈছে। পিছে পদধূলাৰ যে কথা কৈছে, মই হলে পদধূলা দিব নোৱাৰিম। কাৰণ পিচ্‌ঢলা ৰাস্তাৰে আহিছো, ধূলা নাপালো। লাগিলে পদজ্বলা দিব পাৰিম, কাৰণ, তপত্ আলকাতৰাৰ তাপে চেণ্ডেলৰ ওপৰতো ভৰি জ্বলো কৰি জ্বলা ফুটাইছে।' ডেকাৰ ৰচনাত ইংগিতময়িতাৰ সলনি বহুবক্তিতা বিদ্যমান। গাম্ভীৰ্যবা মাধুৰ্যৰ প্ৰতি তেওঁ ভ্ৰূক্ষেপ নকৰে। পিছে এটা কথা ঠিক যে আজিৰ পৰা অৰ্দ্ধশতাব্দীৰ আগৰ অসমীয়া সমাজত বন্ধু-প্ৰীতিৰ যি আদৰ্শ হিতেশ ডেকাই দেখুৱাইছিল— সেইটো ডেকাচামৰ মাজত অকৃত্ৰিম ৰূপত অনুশীলনীৰ আৰ্হি হৈ পৰিছিল। সমালোচনাৰ খাটিৰত যদি আমি ডেকাৰ উপৰোক্ত তৰল ৰসবোধক সংস্কৃত আলংকৰিকৰ ভাষাত 'স্ত্ৰী-নীচ প্ৰকৃতাৱেষ ভূয়িষ্ঠং দৃশ্যতে ৰসঃ' বুলি বৰ্জন কৰো, অৰ্থাৎ নীচ প্ৰকৃতিৰ সকলেহে হাস্যৰসৰ আস্বাদ পায় বুলি উপলুঙা কৰোঁ উচ্চ ৰুচিবোধৰ অহমিকাত, তেন্তে উপায় নাই। বেজবৰুৱাই সম্বলপুৰীয়া হাবিত যাতনা ভুগি ভাগৰি পৰা মনটোৰে কবি দূৰৰাৰ্লৈ লিখিছিল— 'মই বনবাসী বনৰীয়া। বনত বনফুল দেখোঁ। কিন্তু তুলিব নোৱাৰোঁ, উপভোগ কৰাৰ আগেয়ে তাক সপৰিয়াৰে উজাৰ কৰিবলৈ তাৰ গুৰিত বৰকুঠাৰ মাৰোঁ। মোৰ কাৰ্য দেখি দৈত্যই হাঁহে, দেৱতাই কান্দে। মই খিবাংকৈ কব পাৰোঁ, তুমি আৰু মাজুৱেও (চন্দ্ৰ কুমাৰ) কান্দিবাহঁক।' আজিৰ মানুহৰ প্ৰতাপৰ দুখৰ ঢাকনিখন বেজবৰুৱাৰ উক্তিতেই আছে। হাঁহিৰওঁহ ইয়াতেই ওলাব।

দুর্নীতি ব্যাধি যুগে যুগে বিদ্যমান। আঢ়ৈকুৰি বছৰ আগতেও চাকৰি পাবলৈ পঠিয়ালে যে 'দেনেবালাৰ' লুভীয়া জিভাই এচেলেকা মাৰিছিল সেয়া সময়ৰ আঁচোৰ ৰূপে হিতেশ ডেকাৰ 'আজিৰ মানুহ'ত কেঁচা হৈ আছে।

প্ৰতাপ— 'তেন্তে তোৰ ইণ্টাৰভিউৰ কোনো দৰকাৰ নাই। বাবুক ইণ্টাৰভিউ দিয়াৰ আগতে তেখেতৰ পৰিবাৰক ইণ্টাৰভিউ দিব লাগে, নহ'লে চাকৰি নিমিলে।' ........ ইত্যাদিৰে ক্ষমতাশালীৰ কেণ্ডিডেট, বাবুৰ খুলশালী, উপঢৌকন দিলে ইণ্টাৰভিউ মিলে চাকৰিও মিলে। কিন্তু যোগ্যতাৰ 'কুৱালিফিকেছন'ত মেধাৰ স্থান শেষতহে যেতিয়া ইণ্টাৰভিউ মিলিলেও চাকৰি হলে নিমিলে। ইয়াত মেধাক বিদ্ৰূপ আৰু তাচ্ছিল্য কৰা সকলক তীৰ্যক বাণ নিক্ষেপ কৰিছে। তাহানি হেমচন্দ্ৰ বৰুৱাই বাহিৰে ৰং চং ভিতৰে কোনৰাভাতুৰী'ত অন্ধ সংস্কাৰাচ্ছন্ন অসমীয়া সমাজ খনক বেপি বেপি কটাৰ দৰে, কৃপাবৰ বৰবৰুৱাই শাৰ্ণিত শব্দ শেল বছৱাই ৰং চোৱাৰ দৰেই সত্য। বেজবৰুৱা, ডিকেন্সৰ পিকউইকৰ চৰিত্ৰৰ অনুসৰণ বা বংকিমচন্দ্ৰৰ কমলাকান্তৰ কথাবোৰ ভাবি যে হিতেশ ডেকাই কথাবোৰ লিখিছে সেয়া কেতিয়াও নহয়। ডেকাৰ নিজস্ব কথন ভঙ্গীৰেই বহিৰ্প্ৰকাশ ঘটিছে যত্ৰ তত্ৰ। আদৰ্শবাদী মহেশৰ ৰিজাৰ্ভৰ চৰকাৰী মাটি দখল কৰি ভূমিহীন কৃষকৰ কল্যাণ সাধন কৰিবলৈ কৰা সংকল্পত বিদেশীৰ দালাল গোপীকান্ত বৰুৱাহঁতৰ নিকৃষ্ট ভূমিকাকো ডেকা ডাঙৰীয়াৰ কলমে ৰেহাই দিয়া নাই। আধুনিকতাৰ প্ৰলেপেৰে তথাকথিত আঢ্যবন্তৰ মুখা পিন্ধি নব্য উত্থানবাদী সকলৰ বহুৱালি বীণাৰ চৰিত্ৰৰ মাজেদি দাঙি ধৰা হৈছে। প্ৰতাপৰ আদৰ্শবাদিতাৰ বিপৰীতে বীণাৰ কৃত্ৰিম সাংসাৰিক জীৱন বৰ হতাশজনক। এই অসহনীয় বেদনাৰ আঁৰতো ডেকাৰ ব্যঙ্গ বিদ্ৰূপৰ চোক সুস্পষ্ট। বেজবৰুৱাৰ প্ৰসঙ্গ বাৰে বাৰে টানি আনিব লগীয়া হৈছে। অসহায়, দুৰ্বল প্ৰতাপৰ কাৰুণ্যৰ বাবে ভাগ্যলিপি দায়ী নে নিজৰ অদূৰদৰ্শিতা? কথা এষাৰ আছে যে ছেক্সপিয়েৰৰ নাটকৰ নায়কে কৰি পেলোৱা আকস্মিক ভুলৰ বাবে জীৱনটোৰেই বেয়াকৈ ভুগিবলগীয়া হয়, অৰ্থাৎ নাটকীয় ঘটনাচক্ৰত এনে কৌশল প্ৰয়োজনীয়। সেইদৰে প্ৰতাপৰ জীৱনৰ সঁচা প্ৰেম হেঁচুকি ৰাখি পৰিস্থিতিৰ দাস হৈ এটা সুকীয়া বৃত্তেৰে জীৱন ৰথ চলিবগৈ দিছে। প্ৰতাপৰ কাৰণে ব্যক্তিগত স্বাৰ্থতকৈ আদৰ্শ ডাঙৰ। এনে কাৰুণ্যৰ অন্তঃসলিলাৰ মাজে মাজে বেজবৰুৱাৰ হাঁহি যেন জীৱনৰ দুখ মথি ওলাই আহি নীল হৈ শোভা পাইছিল। জীৱনৰ ওচৰত পৰাজয় মানিবলৈ সমূলি ৰাজি নহয়। হিতেশ ডেকাৰ জীৱনটো পাৰ হৈ আহিছে সৰ্থেৱৰীয়া ভাতীৰ তপত অঙঠাৰ মাজেদি। সেয়ে তেওঁ দুখ যন্ত্ৰণাত কাতৰ হৈ হায়ৈ বিয়ৈ কৰা 'ভকত' নহয়। ডেকাৰ হাতত প্ৰাণৱন্ত হৈ পৰা প্ৰতিটি চৰিত্ৰও জুয়ে পোৰা সোণ। বাস্তৱ অভিজ্ঞতাৰ পৰা বুটলি অনা। লেখকে চৰিত্ৰ সৃষ্টিৰ তাগিদাত কাৰোবাৰ চকুত অশ্ৰুনীৰ বোৱাইছে যদিও ভালেমান চৰিত্ৰ অংকন কৰিছে ওঁঠত হাঁহিৰ ৰেখাৰে। পৃথিবীত হেনো তিনিজন মানুহে হাঁহিব জানিছিল গ্ৰীচৰ এৰিষ্টোফেনিছ, স্পেইনৰ চাৰ্ভেণ্টিছ আৰু ইউৰোপৰ জনাথন ছুইফটে। বিদ্ৰূপ অস্ত্ৰৰ পৰিচালনা ৰূপে এৰিষ্টোফেনিছৰ সূক্ষ্ম কৌশল আৰু আমোদদায়ক কল্পনা অতুলনীয়। অৱশ্যে কোনো কোনোৱে তেওঁক ৰক্ষণশীল বুলিও ভাবিছিল। সাংসাৰিক জীৱনত বিফলতাকে মূৰ পাতি লোৱা চাৰ্ভেণ্টিছৰ জীৱনৰ শেষ বয়সৰ ফচল ডন কুইকছট ধন আৰু খ্যাতিৰ বাবে যথেষ্ট হৈছিল। ছুইফটৰ গালিভাৰ্ছ ট্ৰেভেলছ মানৱ জাতিৰ প্ৰতি এক প্ৰতিশোধৰ বহ্নি-স্বৰূপ বুলি জনা যায়। ছুইফটৰ চেটায়াৰ বৰ মাৰাত্মক বিধৰ। বেজবৰুৱাইত সংৰক্ষণশীল নথকাৰ বাবে কাকো পৰোৱা নকৰাকৈ পানচৈ এৰি দিছিল। ডেকা ডাঙৰীয়াৰ স্বভাৱো তদ্ৰূপ।

'ভাৰাঘৰ' নামৰ উপন্যাখনৰ উধৰ পৰা মূধলৈ ৰস আৰু ৰসৌ বৈ সঃ। চহৰ নগৰৰ ভাৰাঘৰৰ সমস্যা দাঙি ধৰাত ডেকা সফল হৈছে। আজিৰ কথাই নাই চাৰি-পাঁচটা দশক আগতেও যে ভাৰাঘৰে ছাত্ৰ-চাকৰিজীৱীক নাকনি কাননি কৰিছিল সেয়া বৰ্ণনাৰ ছত্ৰে ছত্ৰে পৰিস্ফুত হৈছে। পানী, পাইখানা আৰু পাকঘৰ যে ভাৰাঘৰৰ পূৰ্বচৰ্ত 'ভাৰাঘৰ' উপন্যাসত বাস্তৱিক অৰ্থতে

ব্যৱহৃত হৈছে। শৰৎ আৰু নবীনে ভাৰাঘৰতেই ছদ্মনামত (ধুৰন্ধৰ) 'অনামী' আলোচনী ইলিওৱাৰ পৰিকল্পনাৰ আঁৰত ডেকাৰ ব্যঙ্গাত্মক দৃষ্টি এটি আছে। লেখকক পক্ষপাত দুষ্ট ভাৱে আলোচনীত ছপা কৰা নকৰাৰ যি তথাকথিত 'মান' বান্ধি দিয়া দেখুৱাইছে সেয়া বিদ্রূপৰ নামান্তৰ। নিৰ্বাচনী সভাত নেতাই দিয়া ভাষণ আৰু প্ৰতিশ্ৰুতিবোৰ যে অন্তঃসাৰ শূন্য সেই কথা আওপকীয়াকৈ নবীন-সবিতাৰ চৰিত্ৰৰ যোগেদি বা উক্তিৰদ্বাৰা প্ৰমাণ কৰিছে। সাধাৰণ মানুহবো যে কৰ্তব্যবোধ, সময়ানুৱৰ্তিতা থাকে তাকে প্ৰতিষ্ঠা কৰিলে ঈষৎ ব্যঙ্গোক্তিৰে। ডেকা বা পুৰুষ চামৰ যে অবচেতন মনোজগতত নাৰীপ্ৰীতি লুকাই থাকে তাৰ এটি বাহ্য ৰূপ দাঙি ধৰিছে গাঁৱলীয়া সমাজত থিয়েটাৰ ভাওনা হ'লে ডেকাচামে হেঙাৰ ভাঙি মহিলাৰ ফালে ভিৰ কৰা দৃশ্যাংশৰ বৰ্ণনাৰে। 'আচল মানুহ'ত মদনে আৰতিক দিয়া উপদেশ, আল্লা আৰু গডৰ যুদ্ধ নহয়— পোপ আৰু মোল্লাৰহে যুঁজ বুলি দিয়া মন্তব্য আদিত মৃদু হাস্য-ব্যঙ্গৰ ৰেখ লক্ষ্য কৰা যায়। ডিগ্ৰী বেচি কন্যাদায়গ্ৰস্ত গৃহস্থৰপৰা টকা লোৱা ৰুচি বিগৰ্হিত কামকো ডেকাই— 'চাৰ্বাচ ডিগ্ৰী ধাৰী কুৰি শতিকাৰ ডেকা' বুলি তাচ্ছিল্য কৰিছে। অৱশ্যে যাৰ আছে ডিগ্ৰী সি পায় নাৰী আৰু যাৰ নাই ডিগ্ৰী সি পায় তিৰী বুলিও হাস্য কৰিছে। "বলোৰাম গাৰোৱান। গৰুৰ গাড়ীৰ গাৰোৱান সি। কুৰি শতিকাৰ যান্ত্ৰিক যুগতো সি চলায় গাড়ী। বোধহয় গৰু বোৰৰ গাড়ী টনা ভাগ্যলিপি বিধাতাই মচি দিবলৈ আৰু কেইশতাব্দীমান পলম আছে, আৰু গাৰোৱানবোৰবো বোধহয় চিত্ৰগুপ্তই খাতাৰ পৰা নাম কাটি দিয়া নাই। সেয়েহে বলোৰামেও গাড়ী টানি থাকিব লগা হৈছে।" বলোৰামৰ ভায়েক অৰ্জুন আৰু উমাৰ ভায়েক পবনক খটাসুৰ বুলি কব পাৰি কিয়নো দুয়ো আমনি, তামোলনিলৈ গৈ হাতত ফান, পেটলুঙৰ মোনাত শিলগুটি লৈ চৰাই চিকাৰ কৰা কাৰ্যকো আমোদজনক বৰ্ণনাৰে ৰসোত্তীৰ্ণ কৰিছে। "দুয়ো মহাবীৰ ফানধাৰী অৰ্জুন-পবন। স্কুলৰ পৰা পলায়ন আৰু মহাজনৰ চনবাৰীলৈ গমন। কপৌ, কুকুৰা, ডাউক, চকা অনুসন্ধান..........।" এনে বৰ্ণনাত তৎসম তদ্ভৱ শব্দ চাতুৰ্যই বক্তব্য সমৃদ্ধ কৰিছে।

'আচল মানুহ'ত 'চাকৰি মানে চা কৰি অৰ্থাৎ কৰি চা, কেনে ৰকম হয়?' বুলি ধেমালি কৰিছে। সেইদৰে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি কছাৰী ছোৱালী ৰমলা ৰোজ হৈ পৰিল আৰু প্ৰসঙ্গক্ৰমে মদনক 'তুমি নাস্তিক নেকি ককাইদেউ' বুলি কৰা প্ৰশ্নৰ উত্তৰত মদনে 'মই নাস্তিক আস্তিক একো নহয় বৰং ক'ব পাৰ যে মই প্লাষ্টিক' বোলা কথাৰ দ্বাৰা তৰল হাস্য কৰা যেন লাগিলেও ইয়াৰ অইন এটা তাৎপৰ্যও নিহিত থাকিব পাৰে— সেয়া হ'ল আধুনিকতাই আনি দিয়া মানুহৰ অস্থৈৰ্য আৰু দৃঢ়তাহীনতা। ৰাজনীতি ঠগ প্ৰবঞ্চনাৰ ব্যৱসায়, মাৰোৱাৰী ব্যৱসায়ীৰ ঘৰত পামিট বিক্ৰী কৰি [illegible]ফা ঠাণ্ডা কৰা ধান্দাবাজীসকলক পোনপটীয়া শ্লেষেৰে আঁকুহি বাঁকুহি পেলাইছে। বিদ্ৰোহাত্মক আদৰ্শৰ ধাৰত আগবঢ়া 'মাটিকাৰ'ত হাস্য ব্যংগৰ অৱকাশ কম। লপাং নামৰ কছাৰী এজনৰ মুখত 'এৰিছে দে বাবু। তই যিদিনাই কমেতি কৰি মানুহ মখাক বুজাই কলি সিদিন ধৰি মদ গাহৰি কুকুৰা সব এৰি দিলু দে। তোক আৰু আমাৰ কছাৰী মানুহে খুব মানিছে দে বাবু। তোক আমি দেৱতাহেন ভাবু দে আৰো।' জাতীয় ভাষা দি জনজাতীয় মানুহৰ সৰলতা বুজাব খুজিছে। 'মাটি থাকে অফিছৰ ফাইলত; মণ্ডলৰ চিঠাত, দিল্লী-দিছপুৰৰ ৰাজ মন্ত্ৰীৰ খাতাত— দেশত বা শস্য ক্ষেত্ৰত নহয়। ...... খেতি যাৰ পট্টা তাৰ। ....... নাঙল যাৰ মাটি তাৰ।' -- আদি প্ৰখ্যাত উক্তি হিতেশ ডেকাই নিজৰ গাঁৱৰ জীৱনৰ অভিজ্ঞতাৰ পৰা আহৰণ কৰিছে। 'মাটিকাৰ'ৰ ডেকাক বাঙালী বিদ্বেষী বুলি কব খোজে। পিছে 'অসমীয়াৰ বাবে অসমীয়া ভাষা নিজা মা আৰু বাংলা ভাষা মাহী মা' বোলা যুক্তি ইতিবাচক দৃষ্টিভঙ্গীৰ বাহক। বহুবৰ্ণী ডেকাই 'সীমাৰ কাজিয়া'ত আদৰ্শ চৰিত্ৰ সৃষ্টিৰ নামত নিজে লুকাই থাকি বাকপটুতা, ৰসিকতা প্ৰকাশ কৰিছে আৰু ঠায়ে ঠায়ে ৰোমাণ্টিকতাও প্ৰকাশ পাইছে। সুযোগ পালে ব্যঙ্গ বিদ্ৰূপো প্ৰয়োগ কৰিছে। ডেকাক ঠেক আঞ্চলিকতাবাদী বা উগ্ৰ জাতীয়তাবাদী অসমীয়া বুলি কোৱা সকলৰ প্ৰতি যথাযথ উত্তৰ দিব পৰা উপন্যাস 'সীমাৰ কাজিয়া' আৰু 'বৈৰী

মানুহ'। তেওঁৰ উপন্যাসবোৰ আৰম্ভ হয় একোটা আপ্তবাক্যসদৃশ আকস্মিকতাৰে। 'আচল মানুহ'ত 'আটাইতকৈ কি ফুল ধুনীয়া?' ৰ উত্তৰত কোৱা হৈছিল ছোৱালীফুল বুলি। 'বৈৰী মানুহ'তো মানুহক বৈৰী মানুহ বুলি দিয়া উত্তৰ, ৰণ মানে মৰণ, পুৰুষে বীৰত্ব দেখুৱাব লাগে যুদ্ধত তিৰোতাই নিজঘৰত, আদি গাজত লগা কথাবোৰ, অসমীয়া মানুহৰ মনৰ মাজত সাঁচ বহুৱাই দিলে হিতেশ ডেকাৰ উপন্যাসসমূহে। এনে পৰোক্ষ প্ৰভাববোৰে মন উৰ্বৰ কৰে আৰু কথোপকথন ৰসঘণ কৰে ইচুতা, সিচুতা, আই চিকো, কুকুৰৰ ছলিহঁত, কেষ্টকান্তৰ পুতেক পেষ্টকান্তৰ চানাচুৰ ভাজা আদি শব্দ চয়ন নিতান্তই গ্ৰাম্য। এনে লঘু, তৰল, সৰল হাস্যৰস সৃষ্টি কৰি স্ফূৰ্তি পোৱা ডেকাই ৰেপি ৰেপি কাটি ক'লাখাৰ ছটিয়াই দি ৰং চোৱা বিধৰ আসুৰিক ধেমালি নকৰে। তীব্ৰ মানৱ বিদ্বেষী ছুইফটৰ হাতত চেটায়াৰ মাৰাত্মক ৰূপত আবিৰ্ভূত হৈছিল বাবে থেকাৰে নামৰ সমালোচক এগৰাকীয়ে কৈছিল— 'তেওঁ ছেক্সপিয়েৰৰ জুতাৰ ৰং হ'বলৈও ভাল পাব, কিন্তু ছুইফটৰ লগত থকাৰ কথাটোকে তেওঁ পছন্দ নকৰে।' বেজবৰুৱাৰ চেটায়াৰিক ভেইন আক্ৰমাত্মক নহয়— ব্যংগসুৰীয়া। হিতেশ ডেকাৰো মনটো সংস্কাৰকামী। ব্যক্তিগত জীৱনত তেওঁ ভেম ভণ্ডামি কৰি নাপালে। ভিতৰে বাহিৰে কথা চহকী ভলভলীয়া, কথাৰসাগৰ। তেওঁ যে অসমীয়া হাস্য-ব্যংগৰ পৰম্পৰাবাদী তাকো ক'ব নোৱাৰি। হঠাৎ সমুখত উপস্থিত হোৱা চৰিত্ৰই বিচৰা ধৰণৰ পৰিবেশৰ লগত খাপ খোৱাকৈ তেওঁৰ লেখাত লিপিবদ্ধ হয়। হাস্যৰসৰ ধাৰা বা শৈলী সচেতন নহয়েই। সৰ্থেবৰীয়া হলীৰাম ডেকাই অসমীয়া গল্পত এটা পাতলীয়া ধাৰা সৃষ্টিৰ উদ্দেশ্যধৰ্মী প্ৰচেষ্টা বলোৱাৰ দৰে হিতেশ ডেকাৰ কোনো নিৰ্দিষ্টতা নাই।

প্ৰাক বৈষ্ণৱ যুগৰ সাহিত্যত আৰু প্ৰাক শংকৰী যুগৰ মাধৱ কন্দলিৰ ৰচনাত হাস্য ৰস নিটোল ৰূপত জপজপীয়া হৈ থকাৰ ঐতিহ্যৰে শংকৰদেৱ মাধৱদেৱৰ নাটক, ঝুমুৰাত নিখুঁত হাস্যৰ চিটিকনিয়ে কেনেদৰে নিৰ্মল পৰিমণ্ডল ৰচনা কৰিছে অসমীয়া পাঠক মাত্ৰেই জানে। সেই ঐতিহ্যৰ পৰম্পৰা ৰক্ষা কৰি দুতিৰাম হাজৰিকাই 'ইতিহাস কথা ইটো ৰসিক পুৰান কানি ভাঙ্গ ধপাতৰ কহো বিৱৰণ' লিখি মৌলিকতাৰ পৰিচয় দিয়া আৰু বলৰাম ফুকনৰ 'হৰ্ষ বিসাদ বিষয়ক সংবাদ' দিব পৰাটোত অসমীয়া মানুহৰ হাস্যবোধৰ অবাৰিত ধাৰাটোৰ কথালৈ সোঁৱৰাই দিয়ে। ইংৰাজী নৱন্যাস বা ভিক্টোৰীয়া যুগৰ সাহিত্য বা ডিকেন্সৰ ব্যঙ্গ মূৰ্তি পিক উইকৰ পৰা প্ৰভাৱিত হাস্য-ব্যঙ্গয়ো অসমীয়া স্বকীয় হাস্যবোধত নতুন মাত্ৰা দান হয়তো কৰিছিল। কিন্তু বেজবৰুৱাৰ কৃপাবৰে হাঁহিবলৈ শিকাই থৈ যোৱা অসমীয়া হাঁহিটি কি চন্দ্ৰধৰ বৰুৱা, কি দণ্ডিনাথ কলিতা, লক্ষ্মীনাথ ফুকন আৰু সত্যনাথ বৰাৰ মৃদুব্যঙ্গলৈকে ফৰিংফুটা হৈ আছে। বেজবৰুৱাৰ হাস্য যেনে শক্তিশালী আশা বাদৰ ওপৰত প্ৰতিষ্ঠিত তেনে হাস্যৰসৰ বা বহল অৰ্থত হিউমাৰৰ খনিকৰ অসমত কাহানিবা পামনে? অসমীয়া কেবাগৰাকীও লেখকৰ ৰচনাত হাস্যৰ বোল আছে বা হাস্যৰস-ৰচনাও লিখিছে— কিন্তু তাত শব্দৰ মৃদু যাদুৰ সলনি জীৱনৰ মৰ্মৰ বাণী নাই। চৈয়দ আব্দুল মালিকৰ ৰচনাতো হাস্যৰসৰ অন্তঃসলিলা আছে— কিন্তু প্ৰভাৱ সঞ্চাৰী হয় নে নহয় সেয়া বিচাৰ্য। বেজবৰুৱাৰ ভাষাৰে কওঁ— হাঁহি স্বাভাৱিক ধৰ্ম। হাঁহি দেৱতা। ঈশ্বৰ সদায় প্ৰসন্ন বদন, হাঁহি মুখীয়া। ..... হাঁহিয়ে সংসাৰৰ কেলেশ পাতলাব আৰু হাঁহিৰ বিমানত উঠি তুমি সদায় প্ৰসন্ন বদন প্ৰভুৰ কাষ পাবাগৈ। তোমাৰ প্ৰভু হাঁহিমুখীয়া। তুমি তোমাৰ গেমোঠা মুখখন লৈ গৈ তেওঁৰ কাষত ওলালে তেওঁ দুৰদুৰৈলে তোমাক খেদি দিব। তেওঁৰ গছে হাঁহে, ফুলে হাঁহে, বতাহে হাঁহে, জোন বেলিয়ে হাঁহে। তেওঁৰ এনে প্ৰফুল্লবদন সৃষ্টিত তুমি অনা সৃষ্টি গোমোঠামুৱা ওফোন্দাগলীয়া হ'লে তোমালৈ তাত ঠাই নাই।' —বেজবৰুৱাৰ হাঁহিৰদৰ্শনৰ দৰে হিতেশ ডেকাৰ 'ডেম কেয়াৰ' জীৱনতো হাঁহি তেওঁৰ হাতধৰী লিগিৰী আছিল।

□□□□□

# 'নির্যাতিতা সতী'- এটি আলোচনা

অৰ্চনা গগৈ বৰুৱা

১৯৫২ চনত 'আজিৰ মানুহ' উপন্যাসৰ জৰিয়তে আত্মপ্ৰকাশ কৰা প্ৰসিদ্ধ ঔপন্যাসিক হিতেশ ডেকাৰ অন্যান্য প্ৰকাশিত অপ্ৰকাশিত উপন্যাসসমূহ হ'ল— **নতুন পথ** (১৯৫৪), **মাটিকাৰ** (১৯৫৬), **তাৰাঘৰ** (১৯৫৮), **এয়েতো জীৱন** (১৯৬০ এই গ্ৰন্থৰ তিনিখণ্ড আছে), **সীমাৰ কাজিয়া** (১৯৬২), **আচল মানুহ** (১৯৬৩), **বৈৰী মানুহ** (১৯৬৫), **জীৱন সংঘাত** (১৯৬৯), **ইতিহাসে সকীয়ায়** (১৯৬৭), **সুখৰ সংসাৰ** (১৯৭৫), **নিৰ্যাতিতা সতী** (১৯৮০), **গাঁৱৰ মানুহ** (১৯৯৬), **সাহসী ল'ৰা** (যন্ত্ৰস্থ), ত্যাগ। ইয়াৰে আমাৰ আলোচ্য **'নিৰ্যাতিতা সতী'** উপন্যাসখন ১৯৭৯ চনত আৰম্ভহোৱা অসম আন্দোলনৰ পটভূমিত বাস্তৱ ঘটনাৰ আধাৰত ৰচনা কৰা এখন ঐতিহাসিক উপন্যাস। উপন্যাসখন ৰচনা সম্পৰ্কে ঔপন্যাসিক ডেকাই নিজে এনেদৰে মন্তব্য কৰিছে— "এই উপন্যাসখন বাস্তৱৰ ভেটিত ৰচিত। ঘটনা সত্য কিন্তু নামবোৰ কাল্পনিক।"[১] ৫৬ পৃষ্ঠাৰ সৰু কলেৱৰৰ উপন্যাসখনত অসম আন্দোলনৰ সময়ত অসমৰ গাঁওসমূহত বাস কৰা হিন্দু-মুছলমানধৰ্মী মানুহৰ মাজত কেনে মধুৰ সম্পৰ্ক আছিল তাক দেখুৱাবলৈ যতন কৰাৰ লগতে অসম আন্দোলনত অংশগ্ৰহণ কৰা অপৰাধত ভাৰতীয় জোৱানৰ হাতত গাঁৱৰ মানুহে কেনে অমানুষিক অত্যাচাৰৰ সন্মুখীন হৈছিল তাৰ এক ভয়ানক বৰ্ণনা দাঙি ধৰিছে। গান্ধীৰ অহিংস নীতিৰ সহায়ত কেনেদৰে হিংসা জৰ্জৰিত গাঁওবাসীৰ জীৱনলৈ শান্তি ঘুৰি আহিল তাক দেখুৱাবলৈ যতন কৰাৰ লগতে অসম আন্দোলনৰ সময়তে গঢ়লৈ উঠা সন্ত্ৰাসবাদী সংগঠনটোৰ ঠাল এটা যে অসমত বৈ গ'ল তাৰো ইংগিত এটা উপন্যাসখনত দাঙি ধৰিবলৈ চেষ্টা কৰা যেন অনুমান হয়।

উপন্যাসৰ কাহিনীভাগ আৰম্ভ হৈছে ১৯৮০ চনৰ জানুৱাৰী মাহৰ ৮ তাৰিখে কামৰূপ জিলাৰ উত্তৰ পাৰৰ খাখৰিশাল, কুমাৰীকাটা আৰু দাগিৰা গাঁৱৰ ওপৰত ভাৰতীয় সৈন্যবাহিনীৰ জোৱান কেইজনমানে সামগ্ৰিকভাৱে গাঁওকেইখনৰ নাৰীসকলক ধৰ্ষন কৰা কাৰ্যৰে। সাবিত্ৰী নামৰ পাঁচমহীয়া গৰ্ভৱতী বোৱাৰী গৰাকীৰ গিৰিয়েক সত্যৰাম ডেকা এজন মিলিটেৰী জোৱান। তেওঁক ঘৰৰ মানুহে মাকৰ অসুখ বুলি টেলিগ্ৰাম কৰি মাতি পঠালে। মাকৰ অসুখ বুলি ছুটী লৈ সত্যৰাম ডেকা ঘৰ পালেহি। ঘৰত আহিহে পত্নী সাবিত্ৰী আৰু বাল্যবন্ধু মাষ্টৰ নৰেণ বৰ্মণৰ মুখৰ পৰা সকলো কথা বিতংকৈ জানিব পাৰিলে। কথাবোৰ জানি সত্যৰাম ডেকা খঙত জ্বলি পকি উঠিল। মানুহ হৈ মানুহক বন্যপ্ৰাণীৰ দৰে অধম ব্যৱহাৰ কৰিব পাৰে। অত্যাচাৰী নৰপশুকেইটাক বধ কৰিলেহে যেন তেওঁ শান্তি পাব, এই কথা ব্যক্ত কৰিলত বৰ্মণ মাষ্টৰে তেওঁক বাধা দিলে। ঔপন্যাসিক ডেকা নিজে এজন সমাজবাদী, গান্ধীৰ অহিংস নীতি -বিশ্বাসী লোক হোৱা হেতুকে তেওঁৰ উপন্যাসত এই নীতিৰ প্ৰতিফলন ঘটিছে। উপন্যাসখনত ডেকাই সাবিত্ৰী আৰু বৰ্মণ মাষ্টৰ এই দুই চৰিত্ৰৰ জৰিয়তে তাক প্ৰতিফলিত কৰাইছে।

অসম আন্দোলনৰ মুখ্য উদ্দেশ্য আছিল— "বিদেশী নাগৰিকক বহিষ্কাৰ কৰক, ভাৰতীয় সংবিধানৰ পবিত্ৰতা ৰক্ষা কৰক। ভাৰতৰ নাগৰিকক ৰক্ষা কৰক। অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা কৰক।"[২] কিন্তু অসমবাসীৰ এই আন্দোলনক অসমৰে কিছু লোকে সমৰ্থন কৰা নাছিল। আন্দোলনৰ বিৰোধিতা কৰা লোকসকলৰ লগত এটা আন্তৰ্জাতিক ৰাজনৈতিক দলৰ লোক আছিল। এই আন্তৰ্জাতিক ৰাজনৈতিক দলৰ কথাত উঠা-বহা কৰা অসম আন্দোলন বিৰোধী ৰাজনৈতিকনেতাসকল বিদেশী

ভোটাৰৰ দ্বাৰা নিৰ্বাচিত হৈ নেতা হোৱা বাবে বিদেশী খেদা আন্দোলনৰ বিৰোধী আছিল। সেয়ে আন্দোলনকাৰীক এই নেতাসকলে মিলিটেৰী জোৱানৰ দ্বাৰা বৰ্বৰ অত্যাচাৰ কৰালে।

অসম আন্দোলনটো সম্পূৰ্ণ অহিংস নীতিৰ দ্বাৰা পৰিচালিত হোৱা বাবেই অত্যাচাৰী মিলিটেৰী জোৱান আৰু তেওঁলোকক বাট দেখুৱাই আনি গাঁওবাসীক অত্যাচাৰ কৰোৱা সকলক বধ কৰা কথা কওঁতে বৰ্মণ মাষ্টৰে কৈছে—

> "বধ কৰা আমাৰ নীতি নহয় ডেকা- আমাৰ আদৰ্শ মহাত্মা গান্ধীৰ অহিংস নীতি। আমি কাকো বধ নকৰো। আৰু হিংসা নকৰো। অহিংসা অসহযোগৰেহে আমি এই শ্ৰেণী লোকক বিৰত কৰিম।" (পৃঃ ২০)

> "এজনক মাৰি কি হ'ব ডেকা আৰু সহস্ৰজন ওলাব। মানুহৰ মন পবিত্ৰ কৰিব নোৱাৰি, মানসিক ভাবে মতবাদ বদলাই দিব পাৰিলে আপুনি ফিৰি আহিব।" (পৃঃ২৭)

উপন্যাসখনত পুৰুষ চৰিত্ৰ বহুকেইটা আছে যদিও বৰ্মণ মাষ্টৰকে প্ৰধান চৰিত্ৰ হিচাবে অংকণ কৰিছে। আন্দোলনৰ নেতৃত্ব দিয়া বৰ্মণ মাষ্টৰে মিলিটেৰী জোৱানৰ হাতত মাৰকিল খাই ঘূণীয়া দেহাৰে গাঁওখনৰ সকলো মানুহৰে খা-খবৰ ৰাখিছে। চাকৰি সংক্ৰান্তত সুদূৰত থকা সত্যৰাম ডেকাক টেলিগ্ৰাম কৰি মাতি আনিছে। সত্যৰাম ঘৰত নথকা অৱস্থাত তেওঁলোকৰ ঘৰত খা-খবৰ ৰাখিছে। গাঁৱৰ জীয়াৰী বোৱাৰীক নেতৃত্ব দি আন্দোলনত যোগ দিবলৈ উলিয়াই নিয়া অপৰাধত মিলিটেৰী জোৱানৰ লগতে গাঁৱৰ দুজন যুৱকেও সমূহীয়া ধৰ্ষণ কৰি অচেতন অৱস্থাত এৰি যোৱা নলবাৰী কলেজৰ ছাত্ৰী আমিনাক নিজৰ আঘাতপ্ৰাপ্ত দেহাৰে গৈ খবৰ কৰিছে। মিলিটেৰী জোৱানক বাটদেখুৱাই আনি ঘৈনীয়েকৰ লগতে ভাই বোৱাৰীয়েককো সমূহীয়া ধৰ্ষণ কৰি নিজক তামোল গছত বান্ধি মাৰ-কিল কৰি যোৱা গাঁৱৰ যুৱক বিপিনক আৰু ভগবানক সত্যৰাম ডেকাই গঠন কৰা সন্ত্ৰাসবাদীদলে আক্ৰমন কৰি জান মাৰিবলৈ উদ্যত হওঁতে বৰ্মণ মাষ্টৰে বাধা দিয়াই নহয়, বিপিনক প্ৰাণে মৰা সলনি তেওঁকে প্ৰাণে মাৰিবলৈ আহ্বান জনাইছে। তেওঁ কৈছে— "ক্ষমা কাক কয়? শত্ৰুক ক্ষমা কৰাটোহে আচল ক্ষমা, আপুনি তাক এৰি দিয়ক। আপুনি যদি নৰহত্যা নকৰিলে নচলে তেন্তে মোকে হত্যা কৰক।" (পৃঃ ৪৫) উপন্যাসখনত বৰ্মণ মাষ্টৰৰ এনেবোৰ বক্তব্যই তেওঁৰ মহানতাৰ কথা ব্যক্ত কৰিছে আৰু চৰিত্ৰটো জুয়েপোৰা সোণৰদৰে জিলিকাই তুলিছে।

উপন্যাসখনত দ্বিতীয়টো পুৰুষ চৰিত্ৰ সত্যৰাম ডেকাক এজন জাতীয়তাবাদী নেতা হিচাপে অংকণ কৰিছে। একেজন মানুহৰে বিবেক আৰু আবেগ সম্পূৰ্ণ দুটা বিপৰীত বস্তুৰ দৰে। সত্যৰাম ডেকা আৰু বৰ্মণ মাষ্টৰ দুজন নলেগলে লগা বন্ধুৰ দুটা বিপৰীত গুণৰ অধিকাৰী চৰিত্ৰ। ইয়াত বৰ্মণ মাষ্টৰক বিবেকৰ লগত তুলনা কৰিলে সত্যৰাম ডেকাক আবেগৰ লগত তুলনা কৰিব পাৰি।

উপন্যাসখনত অংকণ কৰা অন্যান্য পুৰুষ চৰিত্ৰ বছিৰ, জাফৰ, ইনতাজহঁতে প্ৰথম অৱস্থাত সত্যৰাম ডেকাৰ উগ্ৰজাতীয়তাবাদত বিশ্বাসী হৈ সন্ত্ৰাসবাদক আদৰণি জনালেও শেষত সাবিত্ৰী আৰু বৰ্মণ মাষ্টৰৰ উপদেশমৰ্মে গান্ধীৰ অহিংস নীতিক আদৰণি জনাইছে।

উপন্যাসখনত পুৰুষ চৰিত্ৰৰ দৰে কেইবাটাও নাৰী চৰিত্ৰ অংকণ কৰিছে যদিও একমাত্ৰ সাবিত্ৰী চৰিত্ৰটোৰহে ইয়াত সম্পূৰ্ণৰূপে প্ৰতিফলিত হোৱাৰ সুযোগ মিলিছে। বাকী আমিনা, আমিনাৰ মাক, দময়ন্তী, দময়ন্তীৰ মাক আৰু নিৰুপমা, অনুপমা আৰু সিহঁতৰ মাকৰ চৰিত্ৰ কেইটা সম্পূৰ্ণৰূপে প্ৰস্ফুটিত হবলৈ নাপালেও বিজুলীৰ চমকৰ দৰে সেই খন্তেকীয়া মুহূৰ্ততে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে। ঔপন্যাসিক ডেকাই তেওঁৰ ৰচিত উপন্যাস কেইখনত অংকণ কৰা নাৰী চৰিত্ৰ সমূহৰ মাজত [illegible] প্ৰচলিত হৈ অহা সতীত্ব ধাৰণাটোক অক্ষুন্ন ৰখাৰ চেষ্টা কৰা দেখা যায়। আমাৰ আলোচ্য উপন্যাসখনৰ নাৰী চৰিত্ৰকেইটাতো তাৰ প্ৰভাৱ পৰা পৰিলক্ষিত হৈছে। মিলিটেৰী জোৱানদ্বাৰা

ধৰ্ষিতা সাবিত্ৰীয়ে দেহাটো চুৱা হ'ল বুলি ধৰি লোৱা কাৰণে গিৰিয়েক সত্যৰাম ডেকাক কৈছে— "মোৰ দেহ নৰপশুহঁতে চুৱা কৰিছে; আপুনি জানো সেই অপবিত্ৰ দেহ গ্ৰহণ কৰিব পাৰিব?" (পৃঃ ১০) ভাৰতীয় নাৰীয়ে পৰম্পৰাগতভাবে এনে মনোভাব লৈ আহিছে যে অপবিত্ৰ দেহ এটা লৈ স্বামীৰ ওচৰত জীয়াই থকাৰ অৰ্থ নাই, সেয়েহে ধৰ্ষিতা সাবিত্ৰীয়ে কৈছে— "আপোনাৰ চৰণত সেৱা জনাই মই অপবিত্ৰ দেহ আৰু নাৰাখো। মই আত্মহত্যা কৰি এই অপবিত্ৰ দেহ ধ্বংস কৰিম আৰু ঈশ্বৰৰ ওচৰত খাটিম যেন অহা জনমত মই আপোনাৰ পত্নী হ'ব পাৰো।" (পৃঃ ১১) সাবিত্ৰীৰ এনেধৰণৰ বক্তব্যই মনুস্মৃতি শাস্ত্ৰত বিশ্বাসী পুৰণিকলীয়া নাৰী ৰূপে চিত্ৰিত কৰাৰ পৰিবৰ্তে সত্যৰাম ডেকাক কিন্তু এজন যুক্তিবান বাস্তৱবাদী পুৰুষ হিচাবে অংকণ কৰিছে। সত্যৰামৰ বক্তব্যত তাৰ সুন্দৰ প্ৰকাশ ঘটিছে—

> "তুমি কি কৈছা সাবিত্ৰী? তুমি আত্মহত্যা কৰিবা? কিয়? কিয় তুমি আত্মহত্যা কৰিবা? পাষণ্ডহঁতে তোমাক অত্যাচাৰ কৰিব আৰু তুমি তাৰ প্ৰতিশোধ লব এৰি নিজে আত্মহত্যা কৰিবা?" (পৃঃ ১১)

পুৰণি কলীয়া অন্ধ নীতিৰ দ্বাৰাই যে সাবিত্ৰী সম্পূৰ্ণৰূপে পৰিচালিত হৈছিল তেনে নহয়। গান্ধীজীৰ আদৰ্শবান অহিংস নীতিৰ দ্বাৰাও সাবিত্ৰী পৰিচালিত হৈছিল। সেয়ে যিজন বিপিনে মিলিটেৰী জোৱানক বাট দেখুৱাই আনি তেওঁৰ লগতে গাঁৱৰ সকলো তিৰোতাকে ধৰ্ষণ কৰোৱালে আৰু তেওঁলোকৰ ধৰ্ষিতা অৱস্থা চাই হাঁহি ফূৰ্ত্তি কৰিলে, সেই বিপিনৰ ভনীয়েক নিৰুপমা, অনুপমাহঁতক ইজ্জত লুটিবলৈ যাওঁতে সাবিত্ৰীয়ে সাহসেৰে আগুৱাই গৈ কৈছে—

> "পুৰুষহে নাৰীৰ ওপৰত বীৰত্ব দেখুৱাবলৈ আহিছা আৰু পাশবিক কাম কৰিবলৈ তোমালোক মানুহনে পশু? নাৰীৰ ওপৰত বলাৎকাৰ কৰি বীৰত্ব দেখুৱাবলৈ আহিছা? এৰি দিয়া এওঁলোকক, গুচি যোৱা ইয়াৰ পৰা। যদি শক্তি আছে মিলিটেৰীৰ লগত নুযুঁজাগে কিয়? চৰকাৰৰ লগত নুযুঁজাগে কিয়? নাৰীৰ ওপৰত, ছোৱালীৰ ওপৰত বীৰত্ব দেখুৱাবলৈ নালাগে। কামুক পাষণ্ডহঁত।" (পৃঃ ৪৮)

গান্ধীৰ অহিংস নীতিৰ দ্বাৰা পৰিচালিত হোৱা কাৰণে ধৰ্ষিতা সাবিত্ৰীয়ে কব পাৰিছে—

> "মোক যেয়ে যিমান অপমান কৰে অত্যাচাৰ কৰে কৰক, কিন্তু মোৰ দৰে যাতে পৃথিৱীত কোনো নাৰীয়ে এনে নিৰ্যাতন আৰু লাঞ্চনা নাপায় তাকহে মই কামনা কৰো আৰু ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিছো। সকলো লাঞ্চনা যেন মোৰ মূৰত জাপি দি, সকলো কলঙ্ক মোৰ মূৰত দি যেন জগতৰ নাৰীয়ে শান্তিত বাস কৰিব পাৰে। মোৰ দৰে যাতনা যেন কোনেও ভোগ কৰিব নালাগে।" (পৃঃ ৪৯)

ঔপন্যাসিক ডেকাই উপন্যাসৰ নামকৰণতে উপন্যাসৰ বিষয়বস্তুৰ স্পষ্ট আভাস এটা দিয়ে। আমাৰ আলোচ্য উপন্যাসখনতো **'নিৰ্যাতিতা সতী'** নামটোৰে সাৰ্থকভাৱে উপন্যাসৰ বিষয়বস্তুক ব্যঞ্জিত কৰিব পাৰিছে বুলি কব পাৰি। কিয়নো ভাৰতীয় পৰম্পৰামতে নাৰীৰ নাৰীত্ব অটুট থাকিলেই সতী আখ্যা নাপায়। অসীম ত্যাগ, অশেষ কষ্ট স্বীকাৰ, সহিষ্ণুতা আৰু আন্তৰিকতাৰে জীৱনৰ বাটত আগবাঢ়ি যাব পৰা নাৰীকহে সতী আখ্যা দি আহিছে. সেয়ে দেশৰ স্বাৰ্থৰ কাৰণে ধৰ্ষিতা হোৱা খাৰবিশাল, কুমাৰীকাটা আৰু গদিৰা গাঁৱৰ তিৰোতাসকলকো সতী বুলি ঘোষণা কৰা কথাষাৰ সমাজৰ সকলো মানুহে স্বীকাৰ কৰি লোৱাতো যুক্তিযুক্ত কথা বুলি কব পাৰি।

ভাৰতীয় সৈন্য বাহিনীত যে কেৱল অসৎ বৰ্বৰ জোৱানহে থাকে এনে নহয়, বহুতো সৎ আৰু নিষ্ঠাবান জোৱান ভাৰতীয় সৈন্যবাহিনীত আছে। তাক প্ৰতিপন্ন কৰিবৰ কাৰণেই যেন

উপন্যাসখনত ১৯৭০-৭১ চনৰ যুদ্ধখনৰ বৰ্ণনা দাঙি ধৰিছে।

ঐতিহাসিক উপন্যাসে এটা যুগৰ বাস্তৱ চিত্ৰ কিছুমান ধৰি ৰাখে। আমাৰ আলোচ্য উপন্যাস খনতো আমি অসম আন্দোলনৰ সময়ত মিলিটেৰী জোৱানৰ বৰ্বৰ অত্যাচাৰৰ দৃশ্য প্ৰত্যক্ষ কৰিবলৈ পাওঁ। তাৰ দুটা মান দৃশ্য দাঙি ধৰা হ'ল—

> "মোক যেতিয়া বগৰাই লয় মই কান্দি কান্দি তাৰ ভৰিত ধৰি কাকুতি কৰিলো। মোক এৰি দিয়া। মোৰ সতীত্ব নষ্ট নকৰিবা। মোৰ স্বামী তোমাৰ দৰেই এজন সৈনিক আৰু তেওঁৰ পাঁচমহীয়া সন্তান মোৰ গৰ্ভত আছে। পাপ হ'ব মহাপাপ। মোক এৰি দিয়া। সৈনিক হৈ সৈনিকৰ ঘৈনীয়েকৰ ওপৰত বলাৎকাৰ নকৰিবা। মই কাবৌ কৰিছো, মই পিতা বুলিছো মোক এৰি দিয়া।" (পৃঃ ৯)
>
> "দুজনমানে মোৰ স্ত্ৰীক ধৰিলে আৰু দুজনে ভাই বোৱাৰীক নাঙঠ কৰি বগৰাই পেলাই ললে। মই চিঞৰি হকা বধা কৰাত এজনে আহি মোক হাতত এটা দোহোতীয়া কোব মাৰি দিলে— 'নিচিঞৰিবি চালা মাষ্টৰ তোৰ আজি নেতাগিৰি দেখুৱাই দিম।" (পৃঃ ১৬-১৭)
>
> "মাক আৰু আমিনাক ঘৰৰ মজিয়াত দুয়োকে একেলগে ওচৰা ওচৰিকৈ চাৰিজন মিলিটেৰীয়ে ধৰ্ষণ কৰে। শেষত আমিনাক অচেতন অৱস্থাত দাঙি আনি চোতালত থয় আৰু স্তনযুগলত বেয়নেটেৰে খুচি ৰক্তাক্ত দেহেৰে এৰি যায়।" (পৃঃ ২৬) মিলিটেৰীৰ বৰ্বৰ অত্যাচাৰৰ চিত্ৰ দেখিবলৈ পোৱাৰ লগতে সেই সময়ত গাওঁ সমূহত বাস কৰা হিন্দু মুছলমান মানুহৰ মাজত থকা মিলা-প্ৰীতিৰ মধুৰ চিত্ৰ এখনো দেখিবলৈ পোৱা যায়।

উপন্যাসখনত ব্যৱহাৰ কৰা ভাষা সহজ সৰল গাঁৱলীয়া জীৱনৰ সৈতে ৰজিতা খাই পৰা বিধৰ। মুছলমান সম্প্ৰদায়ৰ সংস্কৃতিক স্পষ্ট কৰি তুলিব পৰা শব্দ কিছুমান উপন্যাসখনত ব্যৱহাৰ কৰিছে। যেনে— খোদা, দুনীয়া, ইন্তেকাল, দোজখত, গজব আদি। জতুৱাঠাচঁৰ প্ৰয়োগো উপন্যাসখনত দেখিবলৈ পোৱা যায়— "এনেয়ে জালুকৰ জলা, তাতে পিপেলীৰ কথ।" হিতেশ ডেকাৰ উপন্যাসৰ বহু বঙ্কিতাৰ দোষ এই উপন্যাসখনত দেখিবলৈ পোৱা নাযায়। বাস্তৱ ঘটনা এটাক জাহিৰ কৰি উপন্যাসৰ চৰিত্ৰসমূহ চিত্ৰিত কৰিবলৈ চেষ্টা কৰা কাৰণে ভাব, ভাষা আৰু প্ৰকাশ ভঙ্গী সকলোতে এক সৰলতাই বিৰাজ কৰা দেখা গৈছে।

মুঠতে কব পাৰি যে কাহিনী উপস্থাপন পদ্ধতি, কথোপকথনৰ গতিময়তা আৰু বৰ্ণনাৰ সজীৱতাই 'নিৰ্যাতিতা সতী' উপন্যাসখনক এখন ৰসপূৰ্ণ ঐতিহাসিক উপন্যাস কৰি তুলিবলৈ সক্ষম হৈছে।

**সূত্ৰ নিৰ্দেশ ঃ**

১। ডেকা হিতেশ ঃ নিৰ্যাতিতা সতী, উপন্যাসখনৰ ঐতিহাসিক পটভূমি (পৃঃ ক)

২। ডেকা হিতেশ ঃ নিৰ্যাতিতা সতী (পৃঃ ২)



# হিতেশ ডেকাৰ 'গাঁৱৰ মানুহ'

লিপিকা তালুকদাৰ

আধুনিক কালৰ গদ্যাশ্ৰিত শিল্পকৰ্মৰ ভিতৰত উপন্যাস অন্যতম। ই এনে এক শিল্পকৰ্ম য'ত জীৱনক জীৱনৰদৰেই উপস্থাপন কৰা হয়। অৰ্থাৎ উপন্যাসত বাস্তৱ জীৱনৰ প্ৰতিবিম্ব প্ৰতিফলিত হয়। জীৱন বুলি ক'লেই আহি পৰে ব্যক্তিসত্তাৰ কথা। ব্যক্তিসত্তা কেতিয়াও স্বতন্ত্ৰীয়া হ'ব নোৱাৰে। কিয়নো, ই সমাজৰ লগত অংগাংগীভাৱে সম্পৃক্ত হৈ থাকে। মানৱ জীৱনৰ এটা প্ৰধান ভেটি হ'ল সমাজ। সমাজক কেন্দ্ৰ কৰিয়েই মানৱ জীৱন আৱৰ্তিত হয়। সমাজ আৰু মানৱ জীৱন— দুয়োটাই গতিশীল; ৰূপান্তৰমুখী। এই ৰূপান্তৰমুখীতাৰ প্ৰতি লক্ষ্য ৰাখি কোৱা হয়— "Every age in age of transition"। জীৱনে ক্ষণে ক্ষণে ৰং সলোৱাৰ লগে লগে সমাজৰ গতিধাৰাতো ভাঁজ পৰে। এই পৰিৱৰ্তিত ৰং আৰু ভাঁজবোৰক যেতিয়া কলাসন্মত ৰূপত উপন্যাসত তুলি ধৰা হয় তেতিয়া ই নাম পায় সামাজিক উপন্যাস হিচাপে। সামাজিক উপন্যাসত সমসাময়িক সমাজত উদ্ভৱ হোৱা বিভিন্ন পৰিস্থিতি আৰু সমস্যাৰ ৰসোত্তীৰ্ণ বিশ্লেষণ আগবঢ়োৱা হয়। সামাজিক বাস্তৱতা ইয়াৰ প্ৰাণবস্তু। এইখিনিতে মনকৰিবলগীয়া যে এখন সুস্থ আৰু সুন্দৰ সমাজৰ আদৰ্শ আগত ৰাখিহে ঔপন্যাসিকে বিভিন্ন চৰিত্ৰ সৃষ্টি কৰে আৰু সেই চৰিত্ৰবোৰৰ জৰিয়তেই সমাজৰ যোগাত্মক বিয়োগাত্মক সকলো দিশ উন্মোচিত কৰি তোলে। ঔপন্যাসিকৰ ৰুচি আৰু অভিজ্ঞতা অনুসৰি গাঁৱলীয়া অথবা নগৰীয়া সমাজৰ চিত্ৰ পৰিস্ফুট হ'ব পাৰে। কেতিয়াবা দুয়োখন সমাজৰ ছবি সমান্তৰাল ৰূপত তুলি ধৰাও দেখা যায়। মানুহৰ সামাজিক সচেতনতা বৃদ্ধি হোৱাৰ লগে লগে সামাজিক উপন্যাস অধিক জনপ্ৰিয় হৈ পৰিছে।

অসমীয়া সাহিত্যত সামাজিক উপন্যাসৰ জনপ্ৰিয়তা বৃদ্ধিত গুৰুত্বপূৰ্ণ অবদান আগবঢ়াইছে 'মাটিৰ মানুহ' হিচাপে খ্যাত ঔপন্যাসিক হিতেশ ডেকাই। তেওঁৰ **'এয়েতো জীৱন' (১৯৫১), 'আজিৰ মানুহ' (১৯৫৪), 'নতুন পথ' (১৯৫৬), 'ভাৰাঘৰ' (১৯৫৮), 'মাটিকাৰ?' (১৯৬০), 'আচল মানুহ' (১৯৯৬)** আদি উপন্যাস সৰ্বজন পঠিত অথবা শ্ৰব্য বুলি ক'লেও অতিৰঞ্জনৰ দোষে নাপায় বুলি আমাৰ ধাৰণা। ইয়াৰ পূৰ্বতে যে সামাজিক উপন্যাসৰ প্ৰচলনো অসমীয়া পাঠকৰ মাজত নাছিল এনে নহয়। কিন্তু, এই প্ৰচলন এক শ্ৰেণীৰ জ্ঞানানুসন্ধানী, সাহিত্যানুৰাগী, বুদ্ধিদীপ্ত পাঠকৰ মাজতে সীমাবদ্ধ আছিল। হিতেশ ডেকাৰ উপন্যাসে এই সীমাৰ পৰিধি ভেদ কৰি হালোৱা, হজুৱা, ঘৰঘৈণী, ছাত্ৰ-ছাত্ৰী আদি সকলো স্তৰৰ মাজতে এখন বিশাল পাঠক সমাজৰ সৃষ্টি কৰিলে। এইখিনিতে প্ৰশ্ন উঠে— তেওঁৰ উপন্যাস সৰ্বজন সমাদৃত হোৱাৰ কাৰণ নো কি? তাৰ উত্তৰত ক'ব পাৰি যে স্বাভিজ্ঞতাৰে পুষ্ট এইগৰাকী ঔপন্যাসিকে গ্ৰাম্য জীৱনধাৰা আৰু গ্ৰামীণ সভ্যতাৰ সংকট নিখুঁত আৰু ৰসগ্ৰাহীভাৱে উপস্থাপন কৰিছে। তাকে কৰিবলৈ যাওঁতে তেওঁ যিবোৰ চৰিত্ৰ সৃষ্টি কৰিছিল সেই চৰিত্ৰবোৰৰ লগত বিভিন্ন স্তৰৰ পাঠক একাত্ম হ'ব পাৰে। আনহাতে, তেওঁৰ প্ৰকাশভংগী ইমানেই প্ৰাঞ্জল আৰু ৰসোত্তীৰ্ণ যে সকলো শ্ৰেণীৰ লোকেই পঢ়ি আনন্দ পাব পাৰে। তদুপৰি, ঠায়ে ঠায়ে প্ৰয়োগ হোৱা বিভিন্ন উপভাষিক অঞ্চলৰ লোকৰ বাগ্‌ভংগীয়ে পাঠকৰ লগত উপন্যাসৰ আত্মীয়তা স্থাপনত সাঁকো হিচাপে কাম কৰিছে। এনেদৰে, অসমীয়া সামাজিক উপন্যাসক জনপ্ৰিয়তাৰ শীৰ্ষলৈ নিয়া ঔপন্যাসিক হিতেশ ডেকাৰ এখন সাৰ্থক উপন্যাস হ'ল **'গাঁৱৰ মানুহ'**।

**'গাঁৱৰ মানুহ'** উপন্যাসখনৰ বিষয়বস্তু অসমীয়া সমাজ জীৱনৰ ওপৰত আধাৰিত। অসমীয়া

সমাজৰ এছোৱা অতি সংকটপূৰ্ণ সময়ৰ এক ভাস্কৰ্যনিপুণ চিত্ৰ ইয়াত তুলি ধৰা হৈছে। ইয়াত চাঁত্ৰত সংকটপূৰ্ণ সময়ছোৱা হ'ল কুৰি শতিকাৰ শেষৰ দুটা দশক। এই দুটা দশকত অসমীয়া সমাজ জীৱনত নৈতিকতা, মানৱতা, সনাতন মূল্যবোধ আদিৰ যি চৰম অৱক্ষয় হ'ল— সেয়া প্ৰতিজন সচেতন আৰু ৰাষ্ট্ৰৰ কল্যাণকামী নাগৰিকৰ বাবে উদ্বেগৰ বিষয়। এখন ভাঙনমুখী সমাজৰ বিভিন্ন শ্ৰেণীৰ নাগৰিকৰ ক্ৰিয়াকলাপ (বিশেষকৈ ধ্বংসকামী শক্তিৰ) ইয়াত সজীৱ ৰূপত উপস্থাপন কৰা হৈছে। এই সম্পৰ্কে ঔপন্যাসিকে পাতনিত এনেদৰে উল্লেখ কৰিছে—

> "কুৰি শতিকাৰ শেষৰ দুই দশকৰ সন্ত্ৰাসবাদৰদ্বাৰা সৃষ্টি হোৱা নৃশংস আৰু অমানৱীয় কাৰ্যবোৰৰ হুবহু ছবি ইয়াত দেখা পাব। বেচৰকাৰী আৰু চৰকাৰী দুই সন্ত্ৰাসবাদৰ মাজত পৰি অসমীয়া জাতিৰ পানীত হাঁহ নচৰা অৱস্থা হৈছে তাৰ হুবহু ছবি দৰ্শন কৰিব পাৰিব। বিভিন্ন সন্ত্ৰাসবাদী আৰু সৈন্য-বাহিনীৰ সন্ত্ৰাসে জনতাক সন্ত্ৰাসিত কৰি তুলিছে। হিংসা, হত্যা, অপহৰণ, লুণ্ঠন কাৰ্যৰ যি অবাধ প্ৰচলন হৈ অসমীয়া সমাজজীৱন নিৰাপত্তাহীন হৈ পৰিছে; আৰু ৰাজ্যখনত অশান্তিৰ সৃষ্টি হৈ জনজীৱন পঙ্গু হৈছে, তাৰে কৰুণ আৰু মৰ্মন্তুদ কাহিনী উপন্যাসখনৰ পাতত অংকণ কৰিবলৈ চেষ্টা কৰা হৈছে।"

উপন্যাসখনৰ কাহিনীভাগত কোনো জটিলতা নাই। ঔপন্যাসিকে তেনেই সৰল আৰু সহজবোধ্য অথচ কৰুণা উদ্ৰেককাৰী এটা কাহিনীৰ আলমত অসমৰ ক্ষয়িষ্ণু জাতীয় জীৱনক নিৰ্মোহভাৱে চালি জাৰি চোৱাৰ প্ৰয়াস কৰিছে। উপন্যাসখনৰ প্ৰধান চৰিত্ৰ ৰঞ্জু বৰুৱা নলবাৰী অঞ্চলৰ এখন অখ্যাত গাঁৱৰ এজন উপান্ত খেতিয়ক ভোলানাথ বৰুৱাৰ বৰপুত্ৰ। পঢ়া-শুনাত নিজৰ প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হোৱা ৰঞ্জু বৰুৱাই বি. এ. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ আহিলে। বিশ্ববিদ্যালয়লৈ আহি তেওঁ সন্ধান পালে তেওঁৰ মনৰ অচিনাকি এখন জগতৰ। এইখন জগতৰ মানুহবোৰ ক্ষমতাৰ ৰাগীত মতলীয়া। ক্ষমতাপ্ৰাপ্তিৰ তাড়নাত তেওঁলোকে পাহৰি যায় ন্যায়-অন্যায়, উচিত-অনুচিতৰ জ্ঞান। ছাত্ৰ নামধাৰী একাংশ শিক্ষিত লোক যে 'মণিনাং ভূষিত সৰ্প' তাক বুজিবলৈ তেওঁৰ বেছি পৰ নালাগিল। কিয়নো, বিশ্ববিদ্যালয়ৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰোঁতে তেওঁ বিৰোধী পক্ষৰ জগদীশ শইকীয়াৰ নীচ চক্ৰান্তৰ বলি হ'বলগীয়া হ'ল। জগদীশে ৰঞ্জু বৰুৱাৰ প্ৰেয়সী মঞ্জুমালাক হাত কৰি লৈ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰোৱালে। পাছত নিজৰ মনৰ মানুহজনৰ কথা ভাবি মঞ্জুমালাই প্ৰাৰ্থিত্ব উঠাই ল'লে যদিও ৰঞ্জু বৰুৱা পৰাজিত হ'ল। জগদীশৰ এটা উদ্দেশ্য সফল হ'ল। কিন্তু, ৰঞ্জু বৰুৱাৰ অন্তৰংগ বন্ধু প্ৰবীণ হাজৰিকাৰ গতি তেওঁ ৰোধ কৰিব নোৱাৰিলে। এইবাৰ জগদীশে ৰঞ্জু বৰুৱা আৰু মঞ্জুমালাৰ অন্তৰংগতা দেখি ,চল কৰি ৰঞ্জুৰ ওচৰৰপৰা ঘৰৰ মানুহৰ হতুৱাই মঞ্জুক আঁতৰ কৰোৱালে। এইদৰে, নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে ৰঞ্জু, মঞ্জু, প্ৰবীণ আটায়ে বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হ'ল। কিন্তু ৰাজনৈতিক নেতাক ঘোচ দিয়াৰ অনিচ্ছা আৰু অসমৰ্থতাৰ বাবে যোগ্যতা থকা সত্ত্বেও ৰঞ্জু বৰুৱাৰ ভাগ্যত চাকৰি নিমিলিল। সেয়ে তেওঁ নিজৰ শিক্ষাগুৰু চন্দ্ৰ কলিতা পণ্ডিতৰ পৰামৰ্শ অনুসৰি নিষ্ঠা আৰু সততাৰে সাংবাদিকতাকে জীৱনৰ বৃত্তি হিচাপে গ্ৰহণ কৰিলে। তেওঁক আৰ্থিকভাৱে সহায় কৰিলে ডি. এছ. পি. হিচাপে চাকৰিত যোগদান কৰা প্ৰিয় বন্ধু প্ৰবীণ হাজৰিকাই। ইফালে, জগদীশ শইকীয়াৰ ষড়যন্ত্ৰত ৰঞ্জু আৰু মঞ্জুমালাৰ যোগাযোগ বিচ্ছিন্ন হৈ থকাৰ সময়তে মঞ্জুৰ দেউতাক চাহ-বাগিছাৰ বিষয়া পৰ্যায়ৰ চাকৰিয়াল কমল বৰা অপহৃত হ'ল। অপহৰণকাৰী সন্ত্ৰাসবাদী দলৰ সদস্যসকলে মুক্তিপণ হিচাপে বিশ লাখ টকা দাবী কৰিলে। এই ক্ষেত্ৰত অপহৰণকাৰী আৰু মঞ্জুৰ পৰিয়ালৰ মাজত মধ্যস্থতাকাৰীৰ ভূমিকাত অৱতীৰ্ণ হ'ল জগদীশ শইকীয়া। সেই সময়ত ডি. এছ. পি. প্ৰবীণ হাজৰিকাই কমল বৰাৰ সন্ধেদ উলিয়াবলৈ ক্ষিপ্ৰতাৰে অনুসন্ধান আৰম্ভ কৰা দেখি তেওঁক বদলি কৰিবলৈ সন্ত্ৰাসবাদী দলটোৱে ৰাজনৈতিক নেতাক হেঁচা দিলে। লগে লগে

কমল বৰাকো নলবাৰীলৈ স্থানান্তৰিত কৰিলে। দুৰ্ভাগ্য ক্ৰমে প্ৰবীণ হাজৰিকা নলবাৰীলৈকে বদলি হোৱাত অপহৃত কমল বৰাক লৈ যোৱা হ'ল ৰঞ্জুহঁতৰ গাঁওখনলৈ। ইতিমধ্যে সন্ত্ৰাসবাদী সংগঠনত যোগদান কৰা নগেন, বলেন, প্ৰফুল্ল আদি গাঁৱৰ কিছুসংখ্যক ল'ৰাই ৰঞ্জুহঁতৰ ঘৰত ৰখাৰ ব্যৱস্থা কৰিলে। সেই পৰিস্থিতিতে কমল বৰাৰ লগত ৰঞ্জুৰ পৰিচয় হ'ল। ৰঞ্জুই নিজৰ উদ্যোগত সন্ত্ৰাসবাদী ল'ৰাবোৰক বুজাই-বঢ়াই আত্মসমৰ্পণ কৰিবলৈ সন্মত কৰোৱালে। সেইমতে, সিহঁতে প্ৰবীণ হাজৰিকাৰ লগত আলোচনা কৰি কমল বৰাকো মুক্তি দিলে। ইফালে, চৰকাৰী নিৰ্দেশ মৰ্মে কমল বৰাৰ সন্ধান বিচাৰি সেনাবাহিনীয়ে ৰঞ্জুহঁতৰ গাঁৱত চলোৱা অভিযানবোৰে গাঁওবাসীক জুৰুলা কৰিলে। আনকি, ভবানীৰদৰে আদহীয়া মহিলা, মায়াৰদৰে গাভৰু ধৰ্ষিতা হ'বলগীয়া হ'ল। পাছলৈ মঞ্জুহঁতৰ পৰিয়ালে গম পালে যে তেওঁলোকৰ লগত অতি ঘনিষ্ঠ জগদীশৰ নেতৃত্বতে এই অপহৰণ কাৰ্য সম্পন্ন হৈছিল। কিয়নো, এটি সফল ৰাজনৈতিক জীৱনৰ সপোন দেখা জগদীশক বিধানসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ বহুতো টকাৰ দৰকাৰ হৈছিল।

ঔপন্যাসিকে কাহিনীভাগত সন্ত্ৰাসজৰ্জৰ অসমীয়া সমাজৰ এখন কৰুণ ছবি অংকণ কৰিছে। কুৰি শতিকাৰ শেষৰ দুটা দশক অসমীয়া জাতীয় জীৱনৰ বাবে অতি সংকটৰ কাল। নানান সন্ত্ৰাসবাদী সংগঠনৰ জন্ম আৰু ৰাজনৈতিক উত্থান-পতনে এইছোৱা সময়ক বাৰুকৈয়ে অস্থিৰ কৰি তুলিছিল। ঔপন্যাসিক হিতেশ ডেকাই আলোচ্য উপন্যাসখনত অসমীয়া সমাজ জীৱনৰ এটি সূক্ষ্ম বিশ্লেষণ আগবঢ়াবলৈ সক্ষম হৈছে। লোকবৃত্তত অতীত আৰু বৰ্তমান এক অবিচ্ছিন্ন ধাৰাত বান্ধ খাই থাকে। আজিৰ বৰ্তমান কাইলৈৰ অতীত। সেয়ে বৰ্তমানক নিৰ্মোহভাৱে তুলি ধৰাটো লিখকৰ এক প্ৰধান দায়িত্ব। এনে নিৰ্মোহ বাস্তৱৰ গাত ভেঁজা দিয়েই গঢ়ি উঠে ঐতিহাসিক সাহিত্যৰাজি। 'গাঁৱৰ মানুহ'ৰ ঔপন্যাসিকগৰাকীয়ে নিজেও আশা কৰিছে যে তেওঁ উপন্যাসখনত যিখিনি তুলি ধৰিছে সেয়া অসমৰ সমাজ জীৱনৰ এক গুৰুত্বপূৰ্ণ ইতিহাস। সেইবাবে আলোচ্য উপন্যাসখনে ঐতিহাসিক উপন্যাস হিচাপে ঠাই পাব। তেওঁ লিখিছে—

> "এইখন উপন্যাস ভৱিষ্যতে ঐতিহাসিক উপন্যাস হিচাঁপে পৰিচিত হ'ব বুলি মোৰ বিশ্বাস।" (পাতনি)

আলোচ্য উপন্যাসখনত ঔপন্যাসিকৰ নিৰ্মোহ ভাবনাৰ প্ৰতিফলন দেখা যায়। এই ক্ষেত্ৰত তেওঁ এক বহল দৃষ্টিভংগী গ্ৰহণ কৰিছে। তেওঁ কাহিনীৰ পৰিধিত সমান্তৰালভাবে গাঁৱলীয়া, নগৰীয়া, সন্ত্ৰাসবাদী, চৰকাৰী সেনা-বাহিনী, নিৰীহ সাধাৰণ জনতা— এই সকলোৰে কাৰ্যকলাপ, ক্ৰিয়া-প্ৰতিক্ৰিয়া অন্তৰ্ভুক্ত কৰিছে। উপন্যাসখনৰ কেইটামান চৰিত্ৰ প্ৰফুল্ল, বলেন, নগেনহঁত গাঁৱৰ ল'ৰা। গাঁৱৰ প্ৰাকৃতিক পৰিৱেশৰ মাজত সিহঁতৰ জন্ম। তথাপি, গাঁৱলীয়া জীৱনৰ পৰম্পৰাৰপৰা সিহঁত যেন ক্ৰমাৎ বিচ্ছিন্ন হৈ পৰিছে। সিহঁতে খেতি পথাৰত কাম কৰি জীৱনৰ মধুৰ আবেগ-অনুভূতিৰে শিহৰিত নহয়; নামঘৰৰ ডবা, কাঁহৰ শব্দই সিহঁতক আকুল নকৰে। কিয়নো, সিহঁতৰ মনত নগৰীয়া জীৱনৰ চাকচিক্য আৰু শ্ৰম নকৰাকৈয়ে পোৱা ধনৰ প্ৰতি এক তীব্ৰ আকৰ্ষণ সোমাই পৰিছে। সিহঁতৰ মনত জীপালৈ উঠা এই অসংযত অভিলাষক দুৰ্বলতা হিচাপে গ্ৰহণ কৰি তাৰ সুযোগ লৈছে জগদীশ শইকীয়াহঁতৰদৰে এচাম স্বাৰ্থান্বেষী ব্যক্তিয়ে। জগদীশক নগৰীয়া তথা বুদ্ধিদীপ্ত শ্ৰেণীৰ প্ৰতিনিধি বুলি ক'ব পাৰি। এনে লোকে নিজৰ উচ্চাকাংক্ষা পূৰণৰ বাবে যি কোনো কাম কৰিবলৈ কুণ্ঠাবোধ নকৰে। জগদীশৰ পৰিচালনা আৰু নিৰ্দেশমৰ্মে অপহৰণ কৰা কমল বৰাৰ অপহৰণ প্ৰক্ৰিয়াৰ লগত গাঁৱৰ ল'ৰা বলেন, প্ৰফুল্ল, নগেনহঁতকো জড়িত কৰা হ'ল ধনৰ লোভ দেখুৱাই। এইদৰে, শিক্ষিত আৰু ৰাজনৈতিকভাৱে প্ৰভাৱশালী ব্যক্তিৰপৰা সঁহাৰি পাই সিহঁতে বাটৰ ছোৱালী জোকোৱা, দুখীয়াৰ কবিতলী ধ্বংস কৰা আদিৰপৰা আৰম্ভ কৰি দাবি-ধমকি আৰু অপহৰণৰ জৰিয়তে ধন লুণ্ঠন

কৰ্মালৈকে সকলো ধৰণৰ সন্ত্ৰাস নিৰ্বিবাদে চলাই গ'ল। আনকি, মিলিটেৰী কনভয় নিমিষতে উৰুৱাই দিব পৰা ধৰণৰ প্ৰশিক্ষণো সিহঁতে লৈছে। এইদৰে, সহজলভ্য ধনৰ আকৰ্ষণে ক্ৰমাৎ নিঃশেষ কৰিলে মাটিৰ মানুহৰ সন্তাত বিৰাজ কৰা সহজাত মানৱতাবোধ। ঔপন্যাসিকে এই পৰিস্থিতিৰ সুন্দৰ, স্পষ্ট আৰু বিশ্বাসযোগ্য ছবি এখন দক্ষতাৰে অংকণ কৰিছে এনেদৰে—

> "নলবাৰীৰ ওচৰৰ ৰঞ্জুহঁতৰ গাঁৱৰ দুষ্ট ল'ৰাবিলাকেও শেষত ধন অৰ্জনৰ এই উজু পথ ল'লে। দিনত পথাৰত, বাৰীত, বাঁহৰ তলত বহি তাচ পাত খেলি থাকে আৰু ৰাতি কোনো ধনী মানুহৰ ঘৰত গৈ চাৰিজনমান হাজিৰ হৈ নকল পিষ্টল দেখুৱাই ধন আদায় কৰে। কিছুদিন পাছত অধিক ধন হাতত পৰাত সঁচা পিষ্টলো সংগ্ৰহ কৰিব পৰা হ'ল। চাহ বাগানকে আৰম্ভ কৰি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু আঢ্যৱন্ত ব্যক্তিৰ শিশু অপহৰণ কৰি মাক-বাপেকৰপৰা লক্ষ লক্ষ টকা দাবী কৰিলে।" (১৫৩ পৃষ্ঠা, দ্বিতীয় সংস্কৰণ)

এনে বৰ্ণনাৰপৰা ঔপন্যাসিকৰ সূক্ষ্ম পৰ্যবেক্ষণ, গাঁৱৰ লগত থকা প্ৰত্যক্ষ সংযোগ আৰু বাস্তৱক বাস্তৱৰূপেই তুলি ধৰাৰ এক সুস্থ প্ৰৱণতাৰ উমান পোৱা যায়। গাঁৱৰ পৰিৱেশ বা গাঁৱৰ মানুহৰ সৰলতা,অকৃত্ৰিমতা আদিৰ যি প্ৰসিদ্ধি যুগ যুগ ধৰি গ্ৰন্থৰ পাতত চলি আহিছে; তাৰ বিপৰীতধৰ্মী দিশবোৰো তেওঁ ইয়াত দেখুৱাইছে। মৰম, স্নেহ আদিৰ দৰে দন, হাই-কাজিয়া আদিও যে গাঁৱলীয়া জীৱনৰ নিত্য সহচৰ তাক তেওঁ এপিকধৰ্মী এই উপন্যাসখনৰ বহুতো ঠাইত অংকন কৰিছে। ৰাইজ মেলত চন্দ্ৰ পণ্ডিতক কৰা অৱমাননা, সৰু কথা এটাতে লাগি গাঁও দুফাল হোৱা আদি অশুভ দিশবোৰো উপন্যাসখনত চিত্ৰিত কৰা কথাটোৱে তেওঁৰ বাস্তৱমুখিতা আৰু নিৰ্মোহ বিশ্লেষণ ক্ষমতাৰ পৰিচয় দিছে।

গাঁৱৰ জীৱনৰ সমান্তৰালভাৱে তেওঁ নগৰীয়া জীৱনৰ চিত্ৰও অংকন কৰিছে। গাঁৱলীয়া সমাজৰ প্ৰতিনিধিস্বৰূপ নগৰবাসী মন্ত্ৰী-বিধায়কসকলে সন্ত্ৰাসবাদী দলসমূহৰ নিৰ্দেশমতে কাম কৰিবলগীয়া হৈছে। আনহাতে, ব্যক্তিগত জীৱনক উজ্জ্বল কৰাৰ মানসেৰে ৰাজনীতিত যোগ দি ৰাইজৰ সেৱা কৰা লোকৰ অভাৱ নাইকীয়া হ'ল। লাহে লাহে অসমৰ প্ৰশাসন ব্যৱস্থাটোৱে যে দালানসৰ্বস্ব হৈ পৰিল তাৰ পুংখানুপুংখ বৰ্ণনা উপন্যাসখনত পোৱা যায়। মুঠতে, সকলোতে এক অৰাজকতাৰ সৃষ্টি হ'ল। তাতে আকৌ ভূতৰ ওপৰত দানহ পৰাদি সন্ত্ৰাসবাদী দমনৰ নামত চৰকাৰে ৰাইজৰ ওপৰত জাপি দিলে অন্য এক সন্ত্ৰাসবাদ। এই চৰকাৰী সন্ত্ৰাসৰ বলি হোৱা নিৰীহ জনসাধাৰণৰ কথা তেওঁ মৰ্মস্পৰ্শী ভাষাৰে বৰ্ণনা কৰিছে—

> "ৰাতিৰ ভাগত গাঁৱৰ ডেকা ল'ৰাই পুলিচ মিলিটেৰীৰ মাৰৰ ভয়ত বাৰীৰ চুকত নাইবা বাঁহনি বেতনিত লুকাই থাকে আৰু দিনৰ ভাগত বাৰীৰ পাছত থাকে। গাঁওবোৰত ডেকা ল'ৰা যেন নোহোৱা হৈছে; মতা মানুহবোৰে ঘৰ এৰি পলায়ন কৰিছে। নিঃসহায় তিৰোতাসকলৰ ওপৰত পুলিচ মিলিটেৰীৰ অবাধ ৰাজত্ব চলিছে। ৰাতি হ'লে গাঁৱৰ মাজত মিলিটেৰী সোমাই প্ৰত্যেক ঘৰতে অত্যাচাৰ চলায়। গাভৰু ছোৱালী, বোৱাৰী আনকি আদহীয়া তিৰোতাৰ ওপৰতো অশালীন ব্যৱহাৰ চলিছে। কিছুমান অসৎ প্ৰকৃতিৰ সৈন্যই তিৰোতাৰ সতীত্ব নষ্ট কৰিছে। এক অবৰ্ণনীয় অত্যাচাৰ চলিছে। দেশত যেন আইন-কানুন নাই; পুলিচ মিলিটেৰীৰ ইচ্ছাই আইন হৈ পৰিছে। এনে অবৰ্ণনীয় অত্যাচাৰত অতিষ্ঠ হৈ অনেক মতা তিৰোতাই ঘৰ এৰি পলাই মিত্ৰিৰ ঘৰলৈ গৈছে। মানুহৰ কাম-কাজ বন্ধ হৈ গৈছে।"

উপন্যাসখনৰ বিষয়বস্তুৰ গাঁথনিত ঔপন্যাসিকৰ গভীৰ সামাজিক চেতনা স্পষ্ট ৰূপত প্ৰতিফলিত হৈছে। গভীৰ চেতনাসম্পন্ন, স্বাভিজ্ঞতাৰে পুষ্ট আৰু গভীৰ মননশীল লিখকেহে জীৱন আৰু সমাজৰ

সম্পৰ্ক সাহিত্য নিৰ্মিতিত নন্দনতাত্ত্বিক ৰূপত তুলি ধৰিব পাৰে। আলোচ্য উপন্যাসখনত জীৱন আৰু সমাজৰ চিত্ৰ অংকণত ঔপন্যাসিক হিতেশ ডেকা সফল হৈছে।

উপন্যাসখনৰ সফলতাৰ ক্ষেত্ৰত চৰিত্ৰ সৃষ্টিয়েও এক বিশেষ ভূমিকা গ্ৰহণ কৰিছে। ইতিমধ্যে উল্লেখ কৰা হৈছে যে সামাজিক উপন্যাসত ঔপন্যাসিকে সদায় এক কল্যাণকামী আদৰ্শৰ কথা মনত ৰাখে; আৰু তাৰ অনুৰূপ-প্ৰতিৰূপ কিছু চৰিত্ৰ সৃষ্টি কৰি এক দ্বন্দ্ব বা সংঘাতৰ সৃষ্টি কৰে। আলোচ্য উপন্যাসৰ প্ৰধান চৰিত্ৰ ৰঞ্জু বৰুৱা যেন ঔপন্যাসিকৰ মনত জীপ লৈ থকা কল্যাণকামী আদৰ্শৰে প্ৰতিনিধি। ৰঞ্জু বৰুৱা গাঁৱৰ খেতিয়কৰ ল'ৰা। গাঁৱৰ মাটি-পানী, আকাশ-বতাহ, পথাৰ, কৃষি তেওঁৰ আজন্ম চিনাকি। অকল সেয়াই নহয়, অসমীয়া জাতীয় জীৱন যি মহতী পৰম্পৰাৰে সমৃদ্ধ সেই পৰম্পৰাৰো তেওঁ সাৰ্থক উত্তৰাধিকাৰী। হত্যা, লুণ্ঠন আৰু অধঃপতিত মানৱীয় মূল্যবোধৰ চাকনৈয়াত পৰি থাউনি হেৰুৱা সমাজখনৰ বাবে ৰঞ্জু বৰুৱাৰ চৰিত্ৰই আশাৰ সঞ্চাৰ কৰিব পাৰে। সমাজত মানৱীয় মূল্যবোধৰ অৱক্ষয় ঘটিলেও ই নিশেষ হৈ নাযায়— এয়াও এক সামাজিক বাস্তৱতা। ৰঞ্জু বৰুৱাৰ চৰিত্ৰই যেন এই বাস্তৱকে তুলি ধৰিছে। আনহাতে, গাঁৱলীয়া ডেকা গাভৰু ভূপেন-মায়া, চষকাৰী চাকৰিয়াল ডি. এছ. পি প্ৰবীণ হাজৰিকা আদি চৰিত্ৰবোৰে সততা আৰু কৰ্মনিষ্ঠতাৰ শুভ দিশ উন্মোচিত কৰিছে। চন্দ্ৰ কলিতা পণ্ডিতৰ দৰে বয়োবৃদ্ধ সৎ নাগৰিকসকল যে সমাজৰ অভিভাৱকস্বৰূপ— সেই কথাও চৰিত্ৰটোৰ মাজেৰে ফুটি উঠিছে। আনহাতে, জগদীশ শইকীয়া, ৰাজেন গগৈ, প্ৰফুল্ল, বলেন, নগেন আদি সমাজৰ ৰঘুমলা স্বৰূপ। এইসকলৰ বাবেই সমাজৰ সমৃদ্ধি পথ কণ্টকাকীৰ্ণ হৈ পৰে। কিন্তু, এই অশুভ শক্তিৰ মইমতালি সৰ্বকালৰ বাবে তিষ্ঠি নাথাকে। ইয়াৰ এদিন বিনাশ হ'বই। ঔপন্যাসিকে এই কথা দৃঢ়তাৰে উপন্যাসখনত উপস্থাপন কৰিছে। এইখিনিতে ক'ব পাৰি যে চৰিত্ৰসমূহৰ বাহ্যিক দিশবোৰ যিমান উজ্জ্বল ৰূপত প্ৰকাশ পাইছে, মনস্তাত্ত্বিক দিশৰ প্ৰতিফলন সিমান উজ্জ্বল হোৱা নাই। ধৰ্ষিতা মায়াৰ মানসিক যন্ত্ৰণা অথবা সমাজৰ দুৰ্নীতিগ্ৰস্ত ৰূপ দেখি গান্ধীবাদী লোক চন্দ্ৰ কলিতাই অনুভৱ কৰা মানসিক কষ্ট অধিক মৰ্মস্পৰ্শী ৰূপত প্ৰকাশ কৰাৰ থল আছিল। মঞ্জুমালা আৰু ৰঞ্জুৰ প্ৰেমৰ ক্ষেত্ৰত হোৱা বিচ্ছেদৰ সময়ছোৱাক তেওঁলোকৰ হিয়াৰ আবেগেৰে এক নতুন ব্যঞ্জনা আনি দিব পাৰিলেহেঁতেন। কিন্তু, সেয়া তেনেই গতানুগতিক হৈ পৰিছে। অৱশ্যে, ঘটনাৰ সুসংহত বিন্যাস উপন্যাসখনৰ এটা উল্লেখযোগ্য যোগাত্মক দিশ। এপিকধৰ্মী এই উপন্যাসখনত সৰু-বৰ বহুতো ঘটনাৰ সমাৱেশ ঘটিছে যদিও সেইবোৰৰ ধাৰাবাহিকতা ঔপন্যাসিকে সুন্দৰভাৱে ৰক্ষা কৰিছে। ফলত পাঠকসকলে ক'তো উজুটি খাবলগীয়া হোৱা নাই। আনহাতে, উপন্যাসখনৰ ভাষাও প্ৰাঞ্জল আৰু সহজবোধ্য; ক'বলৈ গ'লে গাঁৱলীয়া জীৱনৰ ঘটনাপ্ৰবাহৰ লগত খাপ খোৱা ভাষা। ঠায়ে ঠায়ে প্ৰয়োগ কৰা বিভিন্ন উপভাষিক অঞ্চলৰ শব্দাৱলী, (যেনে— গৰু-বাচুৰ, চুপা, চুতা, আলইনা, ভটাৰ, তুলাইটি ইত্যাদি) ফকৰা (যেনে— ঘৰৰ কথা পৰত, ধান ভাখৰী শেষ হ'ল কুহকুহীয়া জ্বৰত; যাৰ গৰু নাই নন্দন বনত চাৰে, যাৰ তিৰি নাই একেকোবে মাৰে; বাঁহৰ গছৰ ভোল ইত্যাদি) জতুৱা ঠাঁচ (নাক কাটি, হাতলেৰীয়া মেকুৰী ইত্যাদি) আদিয়ে ভাষাক অধিক মনোগ্ৰাহী কৰি তুলিছে। তদুপৰি, পৰিস্থিতিৰ লগত খাপ খোৱা যথাৰ্থ ভাষাৰ প্ৰয়োগে ৰসগ্ৰাহী পাঠকৰ অধিক ৰসৰ যোগান ধৰিব পাৰিছে।

এনেদৰে কেৱল আংগিকৰ ফালৰপৰা বিচাৰ কৰি উপন্যাস এখনৰ গুণাগুণ নিৰ্ণয় কৰাটো উচিত নহয়। কিয়নো, সাহিত্যৰ বিচাৰ ইতিহাসৰ প্ৰেক্ষাপটতহে হোৱা প্ৰয়োজন। লেখকৰ লেখাৰ সময় আৰু ঐতিহাসিক প্ৰেক্ষাপট মনত নাৰাখিলে লেখকৰ প্ৰকৃত মূল্যায়ন কৰা সম্ভৱ নহয়। সেই দিশৰপৰা বিচাৰ কৰি চালে দেখা যায় যে উপন্যাসখনত অসমৰ ইতিহাসৰ এটি পৰিচ্ছেদ বা অংশৰ সূক্ষ্ম বিশ্লেষণ আছে। কিন্তু, এই বিশ্লেষণ তাত্ত্বিক বিশ্লেষণ নহয়। উগ্ৰবাদৰ সৃষ্টি অথবা আৰ্থ-সামাজিক দিশৰ লগত ইয়াৰ সম্পৰ্ক বিচাৰৰ তাত্ত্বিক প্ৰয়াস ইয়াত নাই। যি কাৰণেই নহওক অসমত যি

উগ্ৰবাদৰ সৃষ্টি হ'ল, তাৰ ফলত ৰাজনৈতিক-সামাজিক জীৱনত যি অস্থিৰতা বিয়পি পৰিল; সৰ্বশেষত জনসাধাৰণ কেনেদৰে এই অস্থিৰতাৰ চাকনৈয়াত তত্ হেৰুৱাবলগীয়া হ'ল তাৰহে সুন্দৰ উপস্থাপন দেখা যায়। মন কৰিলে দেখা যায় যে, ঔপন্যাসিক হিতেশ ডেকা মানৱ দৰদী। সৰ্বসাধাৰণৰ সমস্যাৰ প্ৰতি তেওঁ সততে সজাগ। আলোচ্য উপন্যাসখনতো সৰ্বসাধাৰণ সমস্যাকহে অগ্ৰাধিকাৰ দিয়া হৈছে।

সন্ত্ৰাসজৰ্জৰ অসমীয়া ৰাইজৰ স্বাভাৱিক অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ হিচাপে উপন্যাসখনে এক বিশেষ আসন পাবৰ যোগ্য। সৰ্বোপৰি, ই অসমৰ এছোৱা অতি গুৰুত্বপূৰ্ণ সময়ৰ সমাজ জীৱনক প্ৰতিনিধিত্ব কৰিছে। গতিকে, সময়ৰ প্ৰতিনিধিসূচক ঐতিহাসিক উপন্যাস হিচাপেও ই গ্ৰহণযোগ্য আৰু সাৰ্থক। ঔপন্যাসিকৰ কৃতিত্বও এইখিনিতেই।



# হিতেশ ডেকাৰ উপন্যাসত ৰাজনৈতিক চেতনা

নয়নমণি মেধি

মানুহ সামাজিক প্ৰাণী। গ্ৰীক দাৰ্শনিক এৰিষ্টটলে আৰু এখোজ আগুৱাই গৈ কৈছে— man is by nature a political animal.[১] বহল অৰ্থত ৰাজনীতিও সমাজনীতিৰে অন্তৰ্গত। বহুসময়ত ৰাজনীতিয়েই সমাজ একোখনৰ গতিধাৰা নিয়ন্ত্ৰণ কৰি আহিছে। ৰাজনীতি বুলি কৈ ইয়াত কোনো ক্ষমতাৰ ৰাজনীতি বা দ্বন্দ্বৰ কথা বুজোৱা নাই। প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে সমাজৰ অংশীদাৰ হিচাপে প্ৰতিগৰাকী ব্যক্তিয়েই দেশীয় ৰাজনীতিৰো অংশীদাৰ। গতিকে প্ৰতিগৰাকী সমাজ-সচেতন ব্যক্তি ৰাজনীতিৰ প্ৰতিও কম-বেছি পৰিমাণে সচেতন। ৰাজনীতিক সমাজ-জীৱনৰ পৰা পৃথকভাৱে চাব নোৱাৰি। মহাত্মা গান্ধীয়ে তেওঁৰ আত্মজীৱনীত ৰাজনীতিক সত্য-ধৰ্ম-উপাসনাৰ লগত সংপৃক্ত কৰিছে —...... My devotion to truth has drawn me into the field of politics; and I can say without the slightest hesitation, and yet in all humility, that those who say that religion has nothing to do with politics do not know what religion means.[২]

হিতেশ ডেকা বিংশ শতাব্দীৰ এগৰাকী অন্যতম জনপ্ৰিয় ঔপন্যাসিক। যুদ্ধোত্তৰ যুগত বিকাশ লাভ কৰা সামাজিক উপন্যাসৰ ধাৰাটোক তেওঁ পোন্ধৰখন প্ৰকাশিত উপন্যাসৰ দ্বাৰা সমৃদ্ধ আৰু জনপ্ৰিয় কৰি তোলাৰ ক্ষেত্ৰত বৰঙণি আগবঢ়াইছে। ১৯৫২ চনত প্ৰকাশিত ডেকাৰ 'আজিৰ মানুহ'ৰ পৰা আৰম্ভ কৰি মৰণোত্তৰভাৱে ২০০০ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত হোৱা 'ত্যাগ' লৈকে প্ৰতিখন উপন্যাসৰে উপজীব্য হ'ল অসমৰ সমাজ-জীৱন। সমালোচকৰ দৃষ্টিত গ্ৰাম্য জীৱন ধাৰাৰ প্ৰতিফলনেই হ'ল হিতেশ ডেকাৰ উপন্যাসৰ সবাতোতকৈ উজ্জ্বল আৰু আকৰ্ষণীয় দিশ। গ্ৰাম্যজীৱনৰ সুখ-দুখ, আনন্দ-বেদনা, প্ৰেম-ঈৰ্ষাৰ ভিত্তিতে তেওঁৰ উপন্যাসৰ কাহিনীভাগ আৰু চৰিত্ৰসমূহ গঢ় লৈ উঠিছে। ডেকাৰ উপন্যাসৰ দ্বিতীয়টো বৈশিষ্ট্য হ'ল তেওঁৰ সামাজিক আৰু ৰাজনৈতিক চেতনা। এই দিশটোক তেওঁৰ জীৱন-দৰ্শনৰ অন্তৰ্গত কৰিব পাৰি। হিতেশ ডেকাৰ জন্ম হৈছিল অবিভক্ত কামৰূপ জিলাৰ এখন ভিতৰুৱা গাঁৱৰ এক দুখীয়া পৰিয়ালত। গান্ধীজীৰ নেতৃত্বত চলা '৪২ৰ গণ-আন্দোলনে অন্যান্য সকলৰ দৰে ছাত্ৰাৱস্থাতে তেওঁকো স্পৰ্শ কৰিছিল আৰু তাৰ বাবে তেওঁ কাৰাবাসো খাটিবলগীয়া হৈছিল। এনে পৰিপ্ৰেক্ষিততে চালুকীয়া বয়সতে ডেকাৰ অন্তৰত জাতীয়তাবাদী চেতনাই খিতাপি লৈছিল। তেওঁ প্ৰত্যক্ষ কৰা দ্বিতীয় বিশ্বযুদ্ধৰ বিধ্বংসী মূল্যবোধ, ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ উষ্ণ-আবেগ আৰু প্ৰবল জাতীয়তাবাদী চেতনাই ঔপন্যাসিক ডেকাক ভিতৰি ভিতৰি আলোড়িত কৰিছিল। কবি-সাহিত্যিক-শিল্পীসকলে নান্দনিক শৈলীৰে কলাৰ মাধ্যমত তেওঁলোকৰ এনে চেতনাৰাশিক মূৰ্ত কৰি তোলে। হয়তো হিতেশ ডেকায়ো অনুভৱ কৰিছিল এনে এক আন্তৰিক তাড়না যাৰ ফলস্বৰূপে তেওঁৰ লেখনিত উদ্ভাসিত হ'ল সূক্ষ্ম সমাজ-পৰ্যবেক্ষণ আৰু সামাজিক-ৰাজনৈতিক চেতনাৰ নান্দনিক ৰূপ।

উপন্যাসত ৰাজনৈতিক চেতনা আৰু ৰাজনৈতিক উপন্যাস একে নহয়। পাশ্চাত্য সমালোচক সকলৰ দৃষ্টিত ৰাজনৈতিক উপন্যাসৰ নিজস্ব স্থিতি আৰু নিৰ্দিষ্ট সংজ্ঞা নিশ্চয় আছে। আৰ্ভিং হাউৰ দৃষ্টিত ৰাজনৈতিক ভাব-ধাৰণাই প্ৰাধান্য লাভ কৰা অথবা ৰাজনৈতিক আবহাৱাৰ পটভূমিত নিৰ্মিত উপন্যাসেই ৰাজনৈতিক উপন্যাস (Political Novel)[৩]। কিন্তু ভাৰতীয় সাহিত্যত ৰাজনৈতিক

উপন্যাসৰ ধাৰণাটো বহু পৰিমাণে উপেক্ষিত। ইয়াৰ এটা স্বচ্ছ আৰু ব্যাপক সংজ্ঞা পাবলৈ টান—

> "It is rather difficult to define a political novel. It is too narrow and mechanistic to say that a political novel is one in which a political movement is portrayed or political condition depicted, for most social problems have political dimensions.[8]

অসমীয়া উপন্যাসৰ এগৰাকী বিশিষ্ট সমালোচক গোবিন্দ প্ৰসাদ শৰ্মাই ৰাজনৈতিক উপন্যাসৰ আলোচনা প্ৰসংগত এনেদৰে মন্তব্য কৰিছে—

> "যি উপন্যাসৰ মূল আলোচ্য বিষয় কোনো ৰাজনৈতিক তত্ত্ব বা দৰ্শন, কোনো ৰাজনৈতিক নীতি বা দৃষ্টিভংগী, কোনো চৰকাৰ প্ৰণীত আইনৰ বা চৰকাৰী নীতিৰ বা কাৰ্যসূচীৰ সমালোচনা, চৰকাৰ বা ৰাজনৈতিক দলৰ বা পৰিচালনাৰ পশ্চাৎ ভূমিৰ শক্তিসমূহৰ চিত্ৰণ নাইবা ৰাজনৈতিক নেতা তথা কৰ্মী-সকলৰ ৰাজনৈতিক স্বৰূপ বুজিব পৰাকৈ কৰা তেওঁলোকৰ জীৱনৰ চিত্ৰণ, সেইবোৰ উপন্যাসেই ৰাজনৈতিক উপন্যাস।"[৫]

এই দৃষ্টিকোণৰ পৰা বিচাৰ-বিশ্লেষণ কৰি চালে হিতেশ ডেকাৰ কোনো এখন উপন্যাসকে আমি 'ৰাজনৈতিক উপন্যাস'ৰ ভিতৰুৱা কৰিব নোৱাৰো। অথচ তেওঁৰ কেইবাখনো সামাজিক উপন্যাস **'মাটিকাৰ', 'সীমাৰ কাজিয়া', 'বৈৰী মানুহ', 'ইতিহাসে সকীয়ায়'** আদিৰ কাহিনী আৰু চৰিত্ৰ নিৰ্মাণৰ নেপথ্যত ক্ৰিয়াশীল হৈছে দেশৰ সংকটপূৰ্ণ ৰাজনৈতিক আবহাৱাৰ দ্বাৰা সৃষ্ট সমাজ-জীৱন। স্বাভাৱিকতেই এই কেইখন উপন্যাসত ঔপন্যাসিকৰ ৰাজনৈতিক ধ্যান-ধাৰণাৰ ছাঁ পৰিদৃশ্যমান হৈছে। হিতেশ ডেকাৰ উপন্যাসত ৰাজনৈতিক চেতনা এই দৃষ্টি-কোণৰ পৰাই লক্ষ্য কৰিব লাগিব।

১৯৪২ চনত হিতেশ ডেকা সৰ্থেবাৰী হাইস্কুলত ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। দেশ জুৰি Quit India খ্যাত স্বাধীনতা আন্দোলনৰ ঢৌ। স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী সকলেও পঢ়া-শুনা বৰ্জন কৰি আন্দোলনত জপিয়াই পৰিছে। হিতেশ ডেকায়ো এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু মৃত্যু বাহিনীত ভৰ্তি হৈ আত্মগোপন কৰি থাকিবলগীয়া হৈছিল। মাজে মাজে হঠাতে আহি ৰাতি ৰাতি তেওঁ মেল-মিটিঙো কৰি ফুৰিছিল। ১৯৪৫ চনত ডেকাই সৰ্থেবাৰী ছাত্ৰ-সন্মিলনৰ মুখ্য সম্পাদক হৈ অসম ছাত্ৰ কংগ্ৰেছৰ সাংগঠনিক কাম কাজ চলাইছিল।[৬] গান্ধীজীৰ নেতৃত্বত চলা ভাৰতবৰ্ষৰ-এই স্বাধীনতা আন্দোলনত তেওঁ ছাত্ৰাবস্থাৰ পৰাই সক্ৰিয়তাৰে অংশ গ্ৰহণ কৰাৰ ফলস্বৰূপে ঔপন্যাসিক ডেকাৰ মনত গান্ধীবাদী চিন্তা-ধাৰাই ঠাই পাইছিল। হিতেশ ডেকা আছিল গান্ধীজীৰ অহিংসা নীতিৰ পূৰ্ণ সমৰ্থক। ঔপন্যাসিকৰ এনে গান্ধীবাদী ধাৰণা তেওঁৰ উপন্যাসৰ মাজেদি প্ৰতীয়মান হৈছে। ডেকাৰ উপন্যাসত অন্য এক ৰাজনৈতিক চেতনাও ভুমুকি মাৰিছে - সেয়া হ'ল তেওঁৰ প্ৰগতিবাদ বা সমাজবাদী চিন্তা। অৱশ্যে তেওঁৰ প্ৰগতিবাদ ইউৰোপীয় মাৰ্ক্সবাদী প্ৰগতিবাদ আছিল বুলি ক'ব নোৱাৰি। সামাজিক কল্যাণ সাধনেই ডেকাৰ এই প্ৰগতিবাদী চিন্তাৰ আদৰ্শ আৰু লক্ষ্য আছিল।[৭] গাঁৱৰ দৰিদ্ৰ কৃষক সকলক মহাজনী অৰ্থনীতিৰ বিৰুদ্ধে সংঘবদ্ধ কৰি জেহাদ ঘোষণা কৰাৰ মানসিকতা ('মাটিকাৰ' দ্ৰষ্টব্য) হিতেশ ডেকাৰ মাৰ্ক্সীয় দৰ্শন অধ্যয়নৰ ফলশ্ৰুতি বুলি ক'লে ভুল হ'ব। তদুপৰি হিতেশ ডেকাৰ অন্য এটা পৰিচয় হ'ল হাড়ে-হিমজুৱে তেওঁ এজন জাতীয়তাবাদী লোক।[৮] স্বদেশ আৰু স্বজাতিৰ প্ৰতি ডেকাৰ গভীৰ টান আছিল। এনে জাতীয়তাবাদী চেতনাৰে উদ্বুদ্ধ হৈ তেওঁ উপন্যাস ৰচনা কৰিছে। হ'লেও কিন্তু ডেকাৰ বিশাল দৃষ্টি প্ৰসাৰিত হৈছে মহান মানৱতাবাদলৈ। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে ঔপন্যাসিকে দেশৰ ভৌগোলিক সীমা ৰেখা পাহৰি গৈও মানুহক ভালপায়। আনহাতে [illegible] নিচেই কাষতে থকা ক্ষুদ্ৰ মনৰ দেশদ্ৰোহী-ষড়যন্ত্ৰকাৰী জনৰ বিৰুদ্ধে তেওঁ প্ৰতিবাদমুখৰ। দেশৰ [illegible]তা ৰক্ষা ৰাষ্ট্ৰীয়তাবোধ সৃষ্টিত ঔপন্যাসিকে কোনোদিনেই আপোচ কৰা নাই।

হিতেশ ডেকাৰ ৰাজনৈতিক চিন্তা-চেতনাৰ বিকাশ আৰু পৰিপুষ্টিত মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰভাৱ সুগভীৰ। গান্ধীজীৰ প্ৰতি তেওঁৰ চৰম আস্থা আৰু দুৰ্বলতাৰ কথা তেওঁৰ উপন্যাসৰ মাজেৰে প্ৰকটিত হৈছে। 'আচল মানুহ' নামৰ উপন্যাসখনৰ এটি চৰিত্ৰই গান্ধীজীৰ ওপৰত আস্থা প্ৰকাশ কৰিছে এনেদৰে—

"তুমি গান্ধীজীৰ কথা শুনা নাই? এতিয়াও তেওঁ জীয়াই আছে। তেওঁ আহিব। আমাক উদ্ধাৰ কৰিব। তেওঁ দেৱতা। তেওঁ আমাক নৰ ৰাক্ষসৰ হাতৰ পৰা ৰক্ষা কৰিব। তেওঁ লৰি আহিব আমাৰ নোৱাখালীলৈ?"[৯]

তেনেদৰে 'আজিৰ মানুহ'ৰ প্ৰতাপ চৰিত্ৰটোকো এটি গান্ধীবাদী চৰিত্ৰ বুলি অভিহিত কৰিব পাৰি। প্ৰতাপ চৰিত্ৰ সন্দৰ্ভত এগৰাকী সমালোচকে কৰা মন্তব্য এই ক্ষেত্ৰত প্ৰণিধানযোগ্য—

"অসমীয়া উপন্যাসৰ গান্ধীবাদী বা ৰাজনৈতিক অধ্যয়ন যেতিয়া হ'ব প্ৰতাপ চৰিত্ৰটোৰ গুৰুত্ব তেতিয়া বাঢ়িব। ...... প্ৰতাপ নিঃসন্দেহে অন্যতম গান্ধীবাদী চৰিত্ৰ।"[১০]

গান্ধীজীৰ অহিংস নীতিৰ প্ৰতি থকা ঔপন্যাসিকৰ চৰম আস্থাৰ কথা ইতিমধ্যে কোৱা হৈছে। ডেকাৰ উপন্যাসৰ চৰিত্ৰ সৰ্বদা অহিংসাৰ সপক্ষে—

* আপুনি হিংসাৰ পথ পৰিহাৰ কৰি মহাত্মা গান্ধীৰ অহিংসাৰ পথ লওঁক। হিংসাৰে সমস্যা সমাধান নহয়। অহিংসাৰ নিস্ক্ৰীয় প্ৰতিৰোধৰ দ্বাৰাহে সকলোকে জয় কৰিবপাৰি। বলেৰে নোৱাৰা জনক প্ৰেমেৰেহে জয় কৰিব পাৰি।[১১]

* তেওঁৰ অস্ত্ৰ সকলোতকৈ মাৰাত্মক। তেওঁৰ যি মানসিক শক্তি, যি মনোবল আৰু মানৱতাবোধ যি লাখ লাখ বন্দুক আৰু বোমাতকৈ শক্তিশালী। তাৰ গম জগতে পাব এদিন।[১২]

হিংসাৰ বিৰুদ্ধে অহিংসা নীতিৰে যুঁজ কৰা কঠিন। অহিংসা পালনৰ নামত শত্ৰুৰ অত্যাচাৰ-অনাচাৰ নীৰৱে সহ্য কৰি থাকিব নোৱাৰি। "অহিংসা মানে কাপুৰুষতা নহয়; বৰং অহিংসা সবলৰ অস্ত্ৰ। দুৰ্বলৰ নহয়। পিতাই নিজে কৈ গৈছে— অহিংসা মানে অত্যাচাৰীৰ অত্যাচাৰ নীৰৱে সহ্য কৰি সেও মানি যোৱাটো নহয় - বৰং প্ৰতিবাদ কৰাটোহে।"[১৩]

'আজিৰ মানুহ' দৰাচলতে এখনি প্ৰেম-বিৰহময় কাহিনীৰ সামাজিক উপন্যাস। উপন্যাসখনত এই আখ্যানটিৰ লগতে বৰ্ণিত হৈছে সাধাৰণ মানুহ সংঘবদ্ধ হোৱা, সমবায় পদ্ধতিৰে মহাজনী অৰ্থনীতিৰ বিৰুদ্ধাচৰণ আৰু সাধাৰণ মানুহৰ পক্ষ লৈ ব্যক্তিগত ত্যাগৰ কাহিনী। গান্ধীবাদী চেতনাৰে সমৃদ্ধ প্ৰতাপ চৰিত্ৰৰ কথা ইতিমধ্যেই উনুকিয়াই থৈ অহা হৈছে। উপন্যাসখনৰ আন এটি বলিষ্ঠ চৰিত্ৰ হ'ল মহেশ। সাধাৰণ মানুহৰ পক্ষলৈ মহেশে সকলো ত্যাগ কৰিব পাৰে। সৰ্বসাধাৰণৰ স্বাৰ্থত তেওঁ বুৰ্জোৱা প্ৰশাসনীয় ব্যৱস্থাক উপহাস কৰে আৰু কাৰাগাৰৰ এন্ধাৰত দিন কটাবলৈ প্ৰস্তুত হব পাৰে। কাৰণ মহেশে বিশ্বাস কৰে সামন্ত প্ৰভু গোপীকান্ত বৰুৱাইতে সাধাৰণ মানুহখিনিক চিৰদিন বঞ্চিত কৰি ৰাখিব নোৱাৰে—সংঘবদ্ধ সংগ্ৰামে তেওঁলোকক এদিন প্ৰতিহত কৰিব। মহেশৰ চৰিত্ৰৰ মাজেদি ঔপন্যাসিকৰ সমাজবাদী চেতনাৰ আংশিক প্ৰতিফলন ঘটিছে।

'সীমাৰ কাজিয়া' আৰু 'বৈৰী মানুহ' হিতেশ ডেকাৰ দুখন দেশপ্ৰেমমূলক উপন্যাস। কল্পনাধৰ্মী বৰ্ণনা সমৃদ্ধ 'সীমাৰ কাজিয়া'ৰ পটভূমি হ'ল ভাৰত-চীনৰ যুদ্ধ। ঔপন্যাসিকৰ অখণ্ড ভাৰত চেতনা উপন্যাসখনত পৰিস্ফুট হৈছে। ভিন্নতাৰ মাজতো ঐক্যৰ যোগসূত্ৰ-স্থাপিত হৈ দেশ মাতৃক ৰক্ষাৰ বাবে বিদেশী শত্ৰুৰ বিৰুদ্ধে এক ভাৰতীয় চেতনাৰে মাৰ বান্ধি থিয় হৈ শত্ৰুক প্ৰতিহত

কথাৰ বাৰ্তা 'সীমাৰ কাজিয়া'ই বহন কৰিছে। 'বৈৰী মানুহ'ৰো কাহিনী নিৰ্মিত হৈছে তেনেদৰে একেই ভাৰত-চীন আৰু পাকিস্থান-ভাৰত যুদ্ধক কেন্দ্ৰ কৰি। 'সীমাৰ কাজিয়া'ৰ দৰে এইখন উপন্যাসৰো মাই উপজীব্য হ'ল তীব্ৰ স্বদেশপ্ৰেম আৰু অখণ্ড ৰাষ্ট্ৰীয় চেতনা। ভাৰতীয় সৈনিক আহমদৰ কৰ্ত্তব্যনিষ্ঠা, নিঃস্বাৰ্থ দেশ প্ৰেম আৰু আলিমুন্নিছাৰ অন্তৰৰ গভীৰেদি বৈ থকা স্বদেশ প্ৰেমৰ তীব্ৰ ধাৰা আৰু ত্যাগৰ কাহিনী, আৰু মহম্মদ আলীৰ দৰে ভাৰতবৈৰী পাকিস্থানী চোৰাংচোৱাৰ বিধ্বংসীমূলক অভিসন্ধি উপন্যাসখনত তুলি ধৰা হৈছে। আলিমুন্নিছাৰ দৰে সাধাৰণ গ্ৰাম্য তিৰোতা এগৰাকীয়েও স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ হৈ পাক গুপ্তচৰ নিজ স্বামীক দেশত কৈ স্বামী ডাঙৰ নহয় বুলি কৈ পুলিচৰ হাতত ধৰাই দিব পাৰে। 'বৈৰী মানুহ'ৰ পাতনিত ঔপন্যাসিকে লেখিছে—

> "তাৰে (চীন-ভাৰত আৰু পাক-ভাৰত যুদ্ধ) ঐতিহাসিক পটভূমিত দেশৰ ৰাজনৈতিক সমস্যাৱাজিৰ পৰিপ্ৰেক্ষিতত এই ঔপন্যাসিকে ৰাজনৈতিক ভাৱে বিচাৰ-বিশ্লেষণ কৰি চাবলৈ প্ৰয়াস কৰিছে— "ভাৰত হ'ল ধৰ্ম নিৰপেক্ষ দেশ। গতিকে ধৰ্মৰ গোড়ামীৰ ওপৰত প্ৰতিস্থিত পাকিস্থান আৰু ধৰ্মধংসী চীন দুয়োৰো মতবাদৰ লগত অমিল। তাৰ উপৰি চীন আৰু পাকিস্থান দুয়োখন শক্তিৰাদী দেশ। তেওঁলোকৰ পথ শান্তিৰ পথ নহয় বৰং যুদ্ধৰ পথ।"[১৫]

আকৌ, "সীমা বিবাদ যুঁজৰ এটা অজুহাত মাত্ৰ। ইয়াৰ অন্তৰালত দুটা গভীৰ কাৰণ আছিল। এটা হ'ল ভাৰতৰ গোষ্ঠী নিৰপেক্ষনীতি আৰু আনটো ভাৰতৰ সংসদী গণতন্ত্ৰৰ ধাৰাবাহিক কৃতকাৰ্যতা।"[১৬] দেশৰ অখণ্ডতা ৰক্ষা তথা নিৰপত্তাৰ বাবে যুদ্ধৰ প্ৰয়োজন আছে সঁচা, কিন্তু ঔপন্যাসিকে কেতিয়াও যুদ্ধবাজ মানসিকতাক প্ৰশ্ৰয় দিব পৰা নাই। সেই বাবেই উপন্যাসৰ নায়কে যুদ্ধ বিচৰা নাই। কাৰণ তেওঁ বিশ্বাস কৰে জাতি-ধৰ্ম-বৰ্ণ, দেশৰ ভৌগালিক সীমাতকৈ মানৱতাৰ স্থান উৰ্ধত।

দেশ বিভাজনৰ গইনা লৈ স্বৰাজোত্তৰ কালছোৱাত পূব-পাকিস্থানৰ (এতিয়াৰ বাংলাদেশ) পৰা ভগনীয়া আহি অসমৰ ৰিজাৰ্ভ অঞ্চল সমূহত বসবাস কৰিবলৈ লোৱাৰ ফলত অসমৰ আৰ্থ-সামাজিক দিশত যথেষ্ট প্ৰভাৱ পৰিছে। এই প্ৰব্ৰজন এতিয়াও অব্যাহত আছে আৰু অতি সম্প্ৰতি ই অসমৰ ৰাজনীতিৰ ক্ষেত্ৰখনলৈও প্ৰভাৱ বিস্তাৰ কৰিছে। আজিৰ পৰা চাৰি দশকতকৈও পূৰ্বেই ঔপন্যাসিক হিতেশ ডেকাই 'মাটিকাৰ' উপন্যাসৰ যোগেদি এতিয়াৰ এনে এটা political issue ক কেতিয়াবাই সামাজিক সমস্যা হিচাপে পাঠকৰ সমুখত দাঙি ধৰিবলৈ প্ৰয়াস কৰিছিল। হাড় ভঙা শ্ৰমেৰে ৰিজাৰ্ভৰ মাটি ভাঙি কৃষি কাৰ্যৰ দ্বাৰা জীৱিকা-নিৰ্বাহ কৰা থলুৱা কৃষকসকলৰ পৰা মাটিখিনি চক্ৰান্তকাৰীৰ পৰামৰ্শমতে অৱসৰ প্ৰাপ্ত মাটিত হাকিম প্ৰকাশ হাজৰিকাই ভগনীয়াসকললৈ হস্তান্তৰ কৰা দিহা কৰি উপন্যাসখনত এটা সমস্যাৰ সৃষ্টি কৰিছে। কৃষকসকলক শোষণ কৰি প্ৰভুত্ব বজাই ৰাখিব বিচৰা হাজৰিকাৰ বিৰুদ্ধে থলুৱা কৃষকসকলে সংঘবদ্ধহৈ বিদ্ৰোহ আচৰণ কৰা কথাটো তেওঁ সহজভাৱে ল'ব পৰা নাই। কৃষক সভাৰ নেতা অতুল কলিতা নামৰ শিক্ষিত ডেকাজনক হাজৰিকাই জেললৈও পঠিয়াইছে। কাৰণ অতুল হ'ল নতুন যুগৰ প্ৰতিনিধি। পৰম্পৰাগতভাৱে চলি অহা জমিদাৰী প্ৰথা উচ্ছেদ কৰি অতুলে মাটিৰ ওপৰত খেতিয়কৰ অধিকাৰ প্ৰতিষ্ঠা কৰিব বিচাৰে— ".......... নাঙল যাৰ মাটি তাৰ। খেতিয়কৰহে মাটি। তাহানিৰ জমিদাৰী প্ৰথা আৰু নচলে। তাহানিৰ সামন্ত যুগ গ'ল আৰু সামন্ত নীতিও বদলিল। মাটিৰ অধিকাৰী খেতিয়কহে।"[১৭] আনহাতে এই মাটিতে ভগনীয়া সকলক সংস্থাপন দি বেনাৰ্জী উকিলৰ দৰে ব্যক্তিয়ে অসমৰ মাটিতে 'বৃহত্তৰ বাংলা' গঠনৰ সপোন দেখিছে। ৰাজনৈতিকভাৱে সচেতন ঔপন্যাসিক ডেকাই এটি চৰিত্ৰৰ মুখেদি কোৱাইছে—

> "প্ৰকাশ হাজৰিকাই সুৰেন্দ্ৰ বেনাৰ্জীৰ লগ হৈ ৰিজাৰ্ভৰ খেতিয়ক সকলৰ মাটিত ৰিফিউজি পমুৱা বহুৱাবলৈ মতলব কৰিছে। .......... এতিয়া পমুৱা আনি বহুৱাই সংখ্যাগৰিষ্ঠ কৰিব

পাৰিলেই গণতন্ত্ৰৰ নিয়ম অনুসৰি অসমৰ বুকুত বঙালীৰ আধিপত্য আৰু ৰাজত্ব।"[১৮]

ঔপন্যাসিকৰ দৃষ্টি কিন্তু দৰিদ্ৰ ভগনীয়াসকলৰ প্ৰতিও সহানুভূতিৰে ভৰা। কাৰণ উপন্যাসৰ নায়ক অতুলে এই ভগনীয়া সকলৰ সৈতে থলুৱা দৰিদ্ৰ খেতিয়কসকলৰ অৱস্থাৰ কোনো প্ৰভেদ নেদেখে। হয়তো অতুলে বিশ্বাস কৰে যে বিশ্বৰ শ্ৰমজীৱি মানুহৰ শ্ৰেণী এটাই, দুখ-কষ্টও একেই। কিন্তু এই শ্ৰেণীটোক'লৈ এচাম ধুৰন্ধৰ ৰাজনৈতিক নেতাই নিজৰ ৰাজনৈতিক মুনাফা আদায় কৰাৰ চেষ্টা কৰে। সেয়ে অতুলে ৰিফিউজি সকলক অভয় দি ক'ব পাৰিছে— "তোমালোক হৈছা শিক্ষিত বুদ্ধিজীৱিহঁতৰ বন্দুকৰ গুলীৰ দৰে। তোমালোকক গুলী স্বৰূপে ৰাজনীতি ৰূপী বন্দুকৰ ভিতৰত ভৰাই কূটনৈতিক বুদ্ধিজীৱিহঁতে সিহঁতৰ চিকাৰত ব্যৱহাৰ কৰিব ধৰিছে। ....... তোমালোকে কটাকটি কৰি মৰিছা; কিন্তু জয় পৰাজয় হৈছে খেলুৱৈহঁতৰ অৰ্থাৎ ৰাজনীতিবিদহঁতৰ।[১৯] অতুলৰ চৰিত্ৰ চিত্ৰণৰ যোগেদি উপন্যাসখনত ডেকাৰ সাম্যবাদী চেতনা পৰিস্ফুট হৈছে বুলি ক'ব পাৰি।

তেনেদৰে এই একেই পটভূমি আশ্ৰিত হিতেশ ডেকাৰ আন এখন উপন্যাস হ'ল **'ইতিহাসে সকীয়ায়'**। উনৈশ শ ষাঠি চন আৰু তাৰ অব্যৱহিত কিছুকাল অসমৰ সমাজ-জীৱনৰ বাবে এক জটিল সন্ধিক্ষণ ৰূপে চিহ্নিত হৈছে। এফালে বিদেশী ভগনীয়াৰ প্ৰব্ৰজন আৰু ইয়াৰ দ্বাৰা সৃষ্টি হোৱা অসমৰ সমাজ জীৱনৰ ওপৰত অৰ্থনৈতিক-ৰাজনৈতিক প্ৰভাৱৰ ক্ৰিয়া আৰু আনফালে বাংলা ভাষাক অসমৰ ৰাজ্যভাষা হিচাপে স্বীকৃতি দিয়াবলৈ বৃহত্তৰ বাংলাবাদী একাংশ স্বাৰ্থান্বেষী বঙালী নেতা-বুদ্ধিজীৱীৰ অভিসন্ধি, কলিকতীয়া বাতৰি কাকতৰ ষড়যন্ত্ৰ আৰু অসমীয়া বঙালীৰ সংঘাত আদিৰ ঐতিহাসিক পৰিবেশ উপন্যাসখনত চিত্ৰিত হৈছে। গোটেই প্লটটোৰ আঁৰত এক ৰাজনৈতিক বাতাবৰণ ক্ৰিয়াশীল হৈছে যদিও উপন্যাসকনত কোনো ৰাজনীতিবিদৰ প্ৰত্যক্ষ কাৰ্য-কলাপ লক্ষ্য কৰা নাযায়। **'মাটিকাৰ'ৰ** দৰে এইখন উপন্যাসতো ভগনীয়াসকলক এক ৰাজনৈতিক হাথিয়াৰ হিচাপে ব্যৱহাৰ কৰা প্ৰৱণতা দেখা যায়। অসম চৰকাৰৰ সহিষ্ণু নীতিক আৰু নিষ্ক্ৰিয়তাক ঔপন্যাসিকে সমালোচনা কৰিছে—

> "তেজেৰে লুতুৰি পুতুৰি হৈ হোষ্টেলৰ মজিয়াত বাগৰি পৰি আছে মৃত ছাত্ৰ ৰঞ্জিত বৰপূজাৰী। কি বিভৎস কাণ্ড। কলেজ হোষ্টেলৰ ভিতৰতে ছাত্ৰ হত্যা। ........... গণতান্ত্ৰিক দেশ এখনৰ নীৰিহ নাগৰিকৰ ওপৰত চৰকাৰ পক্ষৰ এনে অমানুষিক অত্যাচাৰ! ইয়াৰ বিচাৰ হ'ব লাগিব। স্বাধীন গণতান্ত্ৰিক দেশ এখনত কিয় এনে নৃশংস হত্যাকাণ্ড সংঘটিত কৰিব, ইয়াৰ উপযুক্ত কৈফিয়ৎ দিব লাগিব।"[২০]

ঔপন্যাসিকৰ এনে সমালোচনাত্মক দৃষ্টিভংগীয়ে গণতান্ত্ৰিক চৰকাৰৰ প্ৰতি তেওঁৰ আস্থাৰ কথাকে সূচাইছে। এয়া ঔপন্যাসিকৰ ৰাজনৈতিক চৰিত্ৰৰ এটা উজ্জ্বল দিশ। তেনেদৰে সুগভীৰ জাতীয়তাবোধো ঔপন্যাসিকৰ আছে। অৱশ্যে তেওঁ উগ্ৰ-জাতীয়তাবাদৰ পৰা মুক্ত।

হিতেশ ডেকাৰ ৰাজনৈতিক চেতনা ইতিহাস চেতনাৰে উদ্দীপ্ত। ইয়াৰ আধাৰ হ'ল মহান মানৱতা। দেশ-কালৰ ঠেক গণ্ডী অতিক্ৰম কৰি তেওঁৰ ৰাজনৈতিক চেতনা বিশ্ব মানৱৰ কল্যানৰ দিশে ধাৱমান। গান্ধীবাদৰ প্ৰতি ডেকাৰ যিদৰে প্ৰবল আস্থা আৰু গণতন্ত্ৰৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাৱ আছে, সেইদৰে প্ৰগতিবাদী ধ্যান-ধাৰণাৰ প্ৰতিও তেওঁৰ অনুকম্পা অসীম। অৱশ্যে দেশৰ সমকালীন ৰাজনীতি বা দেশীয় ৰাজনীতিৰ প্ৰতি ঔপন্যাসিকৰ চেতনা বিশেষ আস্থাশীল নহয়— "ৰাজনীতি হ'ল ঠগ-প্ৰৱঞ্চনাৰ ব্যৱসায়। নিবনুৱা, ঠগ, প্ৰৱঞ্চক আৰু গুণ্ডা বদ্‌জাতসকলৰ শেষ আশ্ৰয় ৰাজনীতি।"[২১] ক্ষমতালোভী ৰাজনৈতিক দল আৰু নেতা-পালিনেতাৰ ভণ্ডামী উদঙাই দি জন সচেতনতা জগাই তুলিবলৈ ঔপন্যাসিকে কেতিয়াবা ব্যংগাত্মকভাৱে আক্ৰমণো কৰিছে— "মূৰত গান্ধী টুপী, গাত চুৰীয়া খদ্দৰ পিন্ধি ৰাতাৰাতিয়ে কংগ্ৰেছী হৈ যাম আৰু 'পলিটিকেল চাফাৰৰ' হৈ পেঞ্চন

ল'ম, মন্ত্ৰী এম. এল. এ-ৰ লেংটিত ধৰি ঠিকা, পাৰমিট আদি লৈ মাৰোৱাৰী মহাজনৰ তাত বিক্ৰী কৰি দিম।" ২২

আপোচ নকৰাৰ মানসিকতা হিতেশ ডেকাৰ ব্যক্তিত্বৰ এটা অত্যুজ্জ্বল দিশ। 'মাটিকাৰ' উপন্যাস ৰচনাৰ বাবে ৰাজৰোষত পৰি তেওঁ ১৯৬০ চনত নিৰ্বাসিত জীৱন কটাবলগীয়াও হৈছিল। ২৩ কিন্তু তাৰ পিছতো তেওঁ লেখি উলিয়াইছে— 'সীমাৰ কাজিয়া', 'বৈৰী মানুহ', 'ইতিহাসে সকীয়ায়'ৰ দৰে একেই দৃষ্টিভংগীৰ উপন্যাসকেইখন। অসমীয়া জাতি আৰু অসমৰ সাৰ্বিক স্বাৰ্থৰ হকে মাত মতা নিৰ্ভীক আৰু আপোচবিহীন ব্যক্তি হিচাপে হিতেশ ডেকাক অগ্নিকাগিৰীৰ পিছতেই স্থান দিব পাৰি। ২৪ সামৰণিত এয়াৰ কথা ক'ব পাৰি, ঔপন্যাসিকৰ ব্যক্তিগত ৰাজনৈতিক চেতনা তেওঁৰ উপন্যাসকেইখনৰ মাজেদি স্বচ্ছভাৱে প্ৰতিফলিত হৈছে— এয়া গ্ৰন্থকাৰৰ বাবে এটা 'প্লাচ্ পইণ্ট'।

## সূত্ৰ নিৰ্দেশ :


১। Benjamin Jowett (trans.) : Aristotle's Politics, p-28
২। M K Gandhi · My Experiments with Truth, p-371
৩। Trving Howe Politics and the Novel, p-17
৪। Yogendra M Malik (Edited) : Politics and the Novels in India, p-28
৫। গোবিন্দ প্ৰসাদ শৰ্মা : বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : ঔপন্যাসিক, পৃ-১২
৬। প্ৰসন্ন কুমাৰ ডেকা : মই জনা হিতেশ ডেকা মানুহজন (গৰীয়সী/ডিচেম্বৰ-২০০০), পৃ-২৬/২৭
৭। ড" নীলমোহন ৰায় : হিতেশ ডেকাৰ উপন্যাসত জীৱন-চিত্ৰ (গৰীয়সী/ডিচেম্বৰ-২০০০), পৃ-৩৫
৮। শৈলেন ভৰালী : হিতেশ ডেকা মানুহজন (গৰীয়সী/ডিচেম্বৰ-২০০০), পৃ-৮
৯। হিতেশ ডেকা : আচল মানুহ (৯ম সং-২০০০), পৃ-১৭৬
১০। জিতেন দাস : প্ৰবন্ধ (অসমীয়া প্ৰতিদিন/১১চেপ্তেম্বৰ-২০০০),
১১। হিতেশ ডেকা : মাটিকাৰ (৫ম প্ৰকাশ-২০০০), পৃ-৭২
১২। হিতেশ ডেকা : আচল মানুহ (৯ম সং-১৯৯৫), পৃ-১৭৬
১৩। হিতেশ ডেকা : সীমাৰ কাজিয়া (৩য় সং-১৯৯২), পৃ-৫৫
১৪। হিতেশ ডেকা : বৈৰী মানুহ (৫ম সং-১৯৯২), পাতনি
১৫। হিতেশ ডেকা : বৈৰী মানুহ (৫ম সং-১৯৯২), পৃ-৭১
১৬। হিতেশ ডেকা : বৈৰী মানুহ (৫ম সং-১৯৯২), পৃ-২২
১৭। হিতেশ ডেকা : মাটিকাৰ (৫ম প্ৰকাশ-২০০০), পৃ-৭৩
১৮। হিতেশ ডেকা : মাটিকাৰ (৫ম প্ৰকাশ-২০০০), পৃ-৬১
১৯। হিতেশ ডেকা : মাটিকাৰ (৫ম প্ৰকাশ-২০০০), পৃ-৮৮
২০। হিতেশ ডেকা : ইতিহাসে সকীয়ায় (৩য় প্ৰকাশ-১৯৯২), পৃ-১৩৭
২১। হিতেশ ডেকা : আচল মানুহ (.......................), পৃ-১৩৬
২২। হিতেশ ডেকা : আচল মানুহ (.......................), পৃ-১৩৭
২৩। ড" উমেশ ডেকা : পুত্ৰৰ দৃষ্টিত পিতৃ (গৰীয়সী/ডিচেম্বৰ-২০০০), পৃ-১৩
২৪। ড" নীলমোহন ৰায় : হিতেশ ডেকাৰ উপন্যাস (একশ বছৰৰ অসমীয়া উপন্যাস/ড° নগেন ঠাকুৰ সম্পাদিত), পৃ-৪৯২/৪৯৩


□□□□□

# হিতেশ ডেকাৰ 'এয়েতো জীৱন'ত কাৰুণ্যৰ আ

তপন বৈশ্য

পঞ্চাশৰ দশকৰ পৰাই অসমীয়া ভাষা-সাহিত্যৰ সাধনাত একানপতীয়াভাবে আত্মনিয়োগ কৰি অসমীয়া সাহিত্যৰ বুৰঞ্জীত এখন আছুতীয়া আসন লাভ কৰিবলৈ সমৰ্থ হোৱা হিতেশ ডেকা একেধাৰে ঔপন্যাসিক, গল্পকাৰ, নাট্যকাৰ আৰু প্ৰাবন্ধিক যদিও ঔপন্যাসিক হিচাপেহে তেওঁ বিশেষভাবে জনপ্ৰিয়তা অৰ্জন কৰিছে। ডেকাৰ মুঠ তেইশখন গ্ৰন্থৰ ভিতৰত যোল্লখনেই উপন্যাস আৰু এই আটাইকেইখনেই অসমীয়া পাঠক সমাজৰ হৃদয়ত এক মচিব নোৱৰা সাঁচ বহুৱাই থৈছে। তেওঁৰ দ্বাৰা ৰচিত উপন্যাসবোৰ হ'ল— **'আজিৰ মানুহ'** (১৯৫২), **'নতুন পথ'** (১৯৫৪), **'মাটিকাৰ'** (১৯৫৬), **'ভাৰাঘৰ'** (১৯৫৮), **'এয়েতো জীৱন'** তিনিটা খণ্ড (১৯৬০), **'সীমাৰ কাজিয়া'** (১৯৬২), **'আচল মানুহ'** (১৯৬৩), **'বৈৰী মানুহ'** (১৯৬৫), **'জীৱন-সংঘাত'** (১৯৬৯), **'ইতিহাসে সঁকিয়ায়'** (১৯৭২), **'সুখৰ সংসাৰ'** (১৯৭৫), **'নিৰ্যাতিতা সতী'** (১৯৮৪), **'কামপত্নী'** (১৯৮০), **'গাঁৱৰ মানুহ'** (১৯৯৬) **'বাঁৰীৰ কোঁৱৰ'** (শিশু উপন্যাস-১৯৯৫) আদি।

অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসত হিতেশ ডেকাৰ উপন্যাসসমূহে এক বিশেষ মৰ্যাদা লাভ কৰিছে। সৃষ্টিশীল, প্ৰতিভাশালী, কথাশিল্পীৰূপে খ্যাত হিতেশ ডেকাই উপন্যাসসমূহৰ বিষয়বস্তু (দুখন মানক বাদ দি) গ্ৰাম্য সমাজৰ আৰ্থ-সামাজিক দিশ, সামাজিক সমস্যা, ৰাজনৈতিক সমস্যা, পৰিয়াল তথা পাৰিবাৰিক সমস্যাক পটভূমি হিচাপে লৈ ৰচনা কৰিছে। কাহিনী, চৰিত্ৰচিত্ৰণ, পৰিৱেশ বৰ্ণন আৰু কথোপকথোন— এই সকলোবোৰ দিশতে ঔপন্যাসিকে নিজৰ স্বকীয়তা বজাই ৰাখিবলৈ চেষ্টা কৰিছে। তেখেতে **'ভাৰাঘৰ'** আৰু **'কামপত্নী'** নগৰীয়া জীৱনৰ পটভূমিত ৰচনা কৰিছে যদিও বাকী সকলোবোৰ উপন্যাসৰ পটভূমি হৈছে গ্ৰাম্য সমাজ। গাঁৱলীয়া পটভূমিত গ্ৰাম্য জীৱনধৰাৰ আধাৰত ৰচিত তিনিটাখণ্ডৰে সম্পূৰ্ণ বৃহদায়তনিক **'এয়েতো জীৱন'** এখন উৎকৃষ্ট উপন্যাস। ড° নীলমোহন ৰায়ে এইখন উপন্যাসক 'মহাকাব্যিক বিশালতাৰে গঢ়ি তোলা হিতেশ ডেকাৰ জীৱনৰ কীৰ্তিস্তম্ভস্বৰূপ' বুলি কৈছে। হিতেশ ডেকাৰ উপন্যাসত জীৱন চিত্ৰ (পৃ-৩৭)। গাঁৱলীয়া জীৱনধৰাৰ পূৰ্ণাংগ ৰূপ এইখন উপন্যাসৰ মাজেৰে উজ্জ্বলতৰ ৰূপত জিলিকি উঠিছে।

**'এয়েতো জীৱন'ত** বিভিন্ন চৰিত্ৰই ভুমুকি মাৰিছে। অসমীয়া গাঁৱৰ সমাজ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, হৰ্ষ-বিষাদ, ঈৰ্ষা-কপটতা, বিৰহ-বিচ্ছেদ, কামনা-বাসনা, যন্ত্ৰণা-সংঘাত-মিলন আদি অতি সৰলভাবে ইয়াত অংকিত হৈছে। ইয়াৰ তৃতীয় খণ্ডত নগৰীয়া পটভূমিয়ে কিঞ্চিত ভুমুকি মাৰিলেও সমগ্ৰ উপন্যাসখনৰেই মূল কেন্দ্ৰবিন্দু গাঁওহে। নলবাৰী (বৰ্তমানৰ) জিলাৰ এখনি অখ্যাত গাঁৱক পটভূমি হিচাপে লৈ সুন্দৰ ৰূপত গঢ়ি তোলা 'এয়েতো জীৱন'ৰ নায়ক-নায়িকা হ'ল বলোৰাম আৰু উমা। গাৰোৱান বলোৰামৰ অনাবিল প্ৰেম, দাৰিদ্ৰ লাঞ্ছিত জীৱন, সংসাৰ ত্যাগ, যাযাবৰী জীৱন পৰিক্ৰমাত প্ৰাপ্ত বাস্তৱ অভিজ্ঞতা; উমাৰ প্ৰেম-ধৈৰ্য, সহনশীলতা, অশ্ৰু, বীৰেণৰ অসীম ত্যাগ আৰু আকস্মিক দুৰ্ঘটনাত মৃত্যু, মহাজনৰ শোষন-নিষ্পেষণৰ অদম্য স্পৃহা, সুবিধাবাদীৰ সুবিধা আদায়ৰ চেলু প্ৰভৃতিয়েই উপন্যাসখনৰ প্ৰধান বিষয়বস্তু। ঔপন্যাসিকে মুলঘটনা প্ৰবাহক গতিশীলতা দান কৰিবলৈ যিবোৰ আনুষংগিক সৰু-সুৰা ঘটনা-উপঘটনা সংযোজিত কৰিছে, সেইবোৰ উপেক্ষনীয় নহয়।

'এয়েতো জীৱন'ৰ সৰু-সুৰা ঘটনাসমূহ যিদৰে গুৰুত্বপূৰ্ণ, ঠিক সেইদৰে এটাৰ সৈতে আনটো ঘটনাৰ অবিচ্ছেদ্য সম্পৰ্ক থকা হেতু উপন্যাসখনি হৈ পৰিছে মধুময় আৰু জনপ্ৰিয়। উপন্যাসখনত সন্নিবিষ্ট হোৱা চৰিত্ৰসমূহ অনিবাৰ্য আৰু অপৰিহাৰ্য ভূমিকাৰে অৱতীৰ্ণ হোৱা বাবে উপন্যাসখন পাঠকৰ বাবে হৈ পৰিছে ৰুচিকৰ আৰু আকৰ্ষণীয়।

সাহিত্যত থকা নৱৰসৰ ভিতৰত 'এয়েতো জীৱন'ত উপস্থাপন হোৱা ৰসসমূহ বিশেষভাৱে লক্ষণীয়। উপন্যাসখনত হাস্য, কৰুণ, বীৰ, বীভৎস, শৃংগাৰ, ভয়ানক আদি ৰসৰ সঠিক সমাহাৰ ঘটিছে যদিও কৰুণ ৰসৰ প্ৰাধান্য আটাইতকৈ বেছি। নায়ক-নায়িকাৰ প্ৰেমৰ সংঘাত, সম্ভৱনাপূৰ্ণ প্ৰেমত বিচ্ছেদ, পাৰিবাৰিক অশান্তি, ড্ৰাইভাৰৰ আশাহত অৱস্থা, উমাৰ ওপৰত সতীয়া মাকৰ শাৰীৰিক আৰু মানসিক নিৰ্যাতন, সমাজৰ দুষ্টচক্ৰৰ প্ৰভাৱত বলোৰাম আৰু উমাৰ মাজত হোৱা অপ্ৰীতিকৰ পৰিস্থিতি, বলোৰামৰ সংসাৰৰ ওপৰত বিতৃষ্ণা জাগি নিজৰ জন্মগাঁও ত্যাগ কৰি যাযাবৰী বৈবাহিক জীৱন, বীৰেণৰ অকুণ্ঠ ত্যাগ, অনাকাংক্ষিত মৃত্যু আৰু তেওঁৰ বৈবাহিক জীৱনত ঘটা নানাধৰণৰ খেলি-মেলিৰ ফলত মানসিক অশান্তিৰ সৃষ্টি আদি ঘটনাৰ পৰা কৰুণৰস নিৰ্গত হৈছে।

ইয়াত যিহেতু কৰুণ ৰসৰ ওপৰত আলোকপাত কৰিবলৈ বিচৰা হৈছে, সেয়ে আমি উপন্যাসখনত স্ৰোতস্বিনীভাৱে বৈ অহা কৰুণৰসক পুংখানুপুংখভাবে পৰ্যালোচনা কৰিবলৈ প্ৰয়াস কৰিছোঁ। সেয়ে আমি উপন্যাসখনক অন্তঃদৃষ্টি আৰু বহিঃদৃষ্টিৰে বিচাৰ বিশ্লেষণ কৰিবলৈ চেষ্টা কৰিছোঁ। তাকে কৰিবলৈ যাওতে উপন্যাসখনৰ কাহিনীভাগৰ পৰিচিতিৰ বিশেষ আৱশ্যক হ'ব বুলিয়েই 'এয়েতো জীৱন'ৰ থুলমুল কাহিনীভাগৰ চমু বিৱৰণ তলত দিয়া হ'ল—

........ উমা আৰু বলোৰাম এহাল গাঁৱলীয়া যুৱকযুৱতী। জীৱনৰ ওঠৰটা বসন্ত আৰু ওঠৰটা শীত উমাই অতিবাহিত কৰিছে নিজৰ জন্মগাঁৱতেই। সৰুতে তাই মাতৃহাৰা হ'বলগীয়া হয়। আৰু পিছত সতীয়া মাক তথা মাহীমাকৰ অকথ্য অত্যাচাৰ-উৎপীড়ন আদিৰ মাজত গালি-মাত খাই কঠোৰ সংগ্ৰাম কৰি, অবিৰাম শ্ৰমেৰে জীৱনৰ ওঠৰটা বছৰ পাৰ কৰি দিয়ে। সকলোৰে প্ৰিয়পাত্ৰী উমাই মাহীমাকৰ এষাৰি সাদৰি মাতৰ পৰা, মৰম-স্নেহৰ পৰা ক্ষণে ক্ষণে বঞ্চিত হৈছিল। উমাই দোকমোকালিতে শয্যাৰ পৰা উঠি ঘৰৰ কাম-বন সমাপ্ত কৰিও মাহীমাকৰ চৰ্-ভুকু-কিলৰ পৰা অব্যাহতি নাপাইছিল। সহজ-সৰল নিষ্কলুষ অন্তৰৰ অধিকাৰিনী উমাই মাতৃঘৰত অশেষ কষ্ট ভোগ কৰিও জীৱনৰ ৰঙীণ স্বপ্ন দেখিবলৈ পাহৰা নাছিল। পুৱাৰ সুৰুযৰ ৰাঙলী আভাৰ বিশ্ববিমোহিত ৰূপত উমাই কেতিয়াবা কেতিয়াবা আত্মবিস্মৃত হৈছে।

উপন্যাসখনৰ নায়ক তথা প্ৰধান চৰিত্ৰ হ'ল বলোৰাম। সৰুতে ঘাট-মাউৰা হোৱা বলোৰাম এই উপন্যাসখনৰ প্ৰধান পুৰুষ চৰিত্ৰ তথা নায়ক। এই নায়কেই কুৰি শতিকাৰ যান্ত্ৰিক সভ্যতাৰ যুগতো গৰুৰ গাড়ী চলাই নিজৰ লগতে নিজৰ ভায়েক অৰ্জুনকো পোহপাল দি আছে। গাড়োৱান বলোৰামৰ সৰুতে পিতৃ-মাতৃ পৰলোকলৈ গমন কৰাত, তেওঁ নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে অতিবাহিত কৰিছে জীৱনৰ পঁচিশটা শীত-বসন্ত। পঁচিশটা শীত-বসন্ত অতিক্ৰম কৰা সুঠাম-সুশ্ৰী, বিপুল শক্তিৰ অধিকাৰী, সহজ-সৰল, গাড়োৱানৰ জীৱনে বিচাৰে সংসাৰৰ মধুৰ স্বপ্ন, অনাদৃত জীৱনত আদৰৰ পৰশ।

নানা ঘাত-প্ৰতিঘাতৰ মাজেদি বলোৰামে উমাক বিয়া কৰায়। বিয়া-বাৰু কৰোৱাৰ কেইটামান দিন সিঁহতৰ সুখ-শান্তিৰে অতিবাহিত হয়। কিন্তু সিহঁতৰ সুখ আৰু শান্তি বেছিদিন স্থায়ী নহ'ল। সিহঁতৰ মূৰৰ ওপৰেদি প্ৰচণ্ড ধুমুহা পাৰ হৈ গ'ল। সেই ধুমুহাত সিহঁতৰ সুখৰ ঘৰখনি জহি-খহি যাবলৈ ধৰিলে। এটা সময়ত সিহঁতৰ ঘৰখনি ভাঙি-ছিঙি থান-বান হৈ গ'ল। উমাই মাতৃৰ ঘৰত জীৱন কটাবলৈ ধৰিলে; আৰু বলোৰামৰ সংসাৰৰ প্ৰতি বিতৃষ্ণা ভাব আহিল; মনত তাৰ জ্বালামুখীৰ দৰে সংসাৰ বৈৰাগ্যৰভাৱে ক্ৰিয়া কৰিব ধৰিলে; আৰু এদিন সি, তাৰ প্ৰাণতকৈও প্ৰিয় বলদ হাল

মাউতৰ হাতত গটাই দি জন্মগাঁও ত্যাগ কৰি অসমৰ বিভিন্ন ঠাইত যাযাবৰী জীৱনৰ পাতনি মেলি ঘূৰি ফুৰিবলৈ ধৰিলে।

আনফালে পৰোপকাৰী, হিতাকাংক্ষী ত্যাগী আৰু বিশিষ্ট সমাজকৰ্মী বীৰেণৰ বিয়াৰ পাছতে নামি আহিল চৰম অন্ধকাৰ। মহাজনৰ ঘৰখন ভাঙি থান-বান হৈ গ'ল। উমা-বলোৰামৰ বিচ্ছেদৰ পিছত উমাৰ গৰ্ভত জন্মা পুত্ৰৰ কাকুতি-মিনতি আৰু উমাৰ চকুলো সহ্য কৰিব নোৱাৰি বীৰেণে বলোৰামক গুৱাহাটীলৈ বিচাৰি যায়। আৰু তাতে কামাখ্যাৰ ওচৰৰ ঠেক ঠাইখিনিত প্ৰচণ্ড জোৰেৰে অহা এখন ষ্টেট ট্ৰেন্‌চ্‌পোৰ্ট আৰু বীৰেণহঁত যোৱা টেক্সীখনৰ মাজত মুখামুখি সংঘৰ্ষ হয়। সংঘৰ্ষত বীৰেণহঁত থকা টেক্সীখন সম্পূৰ্ণৰূপে বিধ্বস্ত হয়। টেক্সীত থকা যাত্ৰী তিনিজনৰ লগে লগে প্ৰাণবায়ু উৰি যায়। বীৰেণ আৰু আন এজন যাত্ৰী গুৰুত্বৰভাবে আহত হয়। শৰীৰৰ বিভিন্ন অংশৰ পৰা তেজ ওলোৱাত সিহঁতৰ সমস্ত শৰীৰ তেজেৰে লুতুৰি পুতুৰি হয়। এক্সিডেণ্টৰ এই মৰ্মান্তিক ঘটনাটি বলোৰামৰ চকুৰ আগতে হৈ যায়। পুলিচে বীৰেণহঁতক ততাতৈয়াকৈ গুৱাহাটীৰ চিভিল হস্পিটেলত ভৰ্ত্তি কৰিছিল যদিও কোনো ডাক্তৰে বীৰেণক বচাব নোৱাৰিলে। বীৰেণৰ প্ৰাণবায়ু দূৰ দিগন্তত মিলি গ'ল। এনেদৰে বিভিন্ন কৰুণ ঘটনাৰ সঠিক উপস্থাপনাৰে 'এয়েতো জীৱন'ৰ মূল কাহিনীভাগৰ সামৰণি পৰিছে।

'এয়েতো জীৱন'ত কাৰুণ্যৰ অভিব্যক্তি, বিচাৰ্য হেতু আমি অন্তঃদৃষ্টি আৰু বহিঃদৃষ্টিৰে ইয়াৰ পৰ্যালোচনা কৰিম। কিয়নো বহিঃদৃষ্টিত যিবোৰ ঘটনা-উপঘটনা কৰুণ নহয় যেন লাগে অন্তঃদৃষ্টিত চালে সেইবোৰ ঘটনা-উপঘটনাৰ মাজতো বিষাদবোধ অন্তৰ্নিহিত হৈ থাকে। গতিকে উপন্যাসখনত কি ধৰণে, কি চৰিত্ৰৰ মাজেদি, কোনবোৰ ঘটনাৰ যোগেদি কৰুণ ৰস নিৰ্গত হৈছে; তাক সূক্ষ্মাতিসূক্ষ্ম বিচাৰ-বিশ্লেষণেৰে চোৱাৰ আৱশ্যকতা আছে।

সম্পূৰ্ণ গাঁৱৰ পটভূমিত ৰচিত ৬৩৭ পৃষ্ঠা জোৰা তিনিওটা খণ্ডৰ বৃহদায়তনিক উপন্যাসখনত সামগ্ৰিকভাবে মানৱ জীৱনৰ কেতবোৰ চিৰন্তন ৰূপ ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে। পাৰিবাৰিক জীৱনৰ খুঁটি-নাটি আৰু অনেক দিশ 'এয়েতো জীৱন'ত প্ৰকট হৈ উঠিছে। বীৰেণৰ দৰে আদৰ্শবাদী চৰিত্ৰৰ অকাল বিয়োগে সকলোকে মৰ্মাহত কৰিছে। জীৱনত যেন সুখ ক্ষন্তেকীয়া, সেইকথা উপন্যাসখনত মৰ্মে মৰ্মে ফুটি উঠিছে। ঔপন্যাসিকে কাহিনীৰ মাজে মাজে জীৱনৰ এই সুখ-দুখৰ অনুভূতিৰ বৰ্ণনা কৰিছে—

> "সুখে-দুখে ভৰা আমাৰ জীৱন। এই জীৱনত সুখ আছে, দুখ আছে। প্ৰত্যেক মুহূৰ্ত্ততে আমাৰ জীৱনত সুখ-দুখৰ খেলা চলি আছে। জীৱন মাথোঁন সুখ-দুখৰ খেলা। এয়েতো জীৱন— য'ত সুখ-দুখ বৈ আছে।" 'এয়েতো জীৱন' প্ৰথম খণ্ড দ্বিতীয় অধ্যায় (পৃ-১২ নৱম প্ৰকাশ)

উমাৰ চাৰি বছৰ বয়সত মাক ঢুকায়। উপন্যাসখনৰ নায়িকা হ'ল উমা। নায়িকা, উমাই চাৰি বছৰ বয়সতে মাতৃহীনা হয়। এয়া উমাৰ বাবে এক মৰ্মান্তিক বেদনা; কিয়নো তাই জন্মদাত্ৰী মাতৃ কি বস্তু তাক ভালদৰে জানিবই নোৱাৰিলে। জন্মদাত্ৰী মাতৃৰ মৰম-স্নেহৰ পৰা তাই বঞ্চিতা হ'বলগীয়া হয়। নিজ মাতৃৰ মৰম-স্নেহৰ পৰা বঞ্চিত হ'বলগীয়াতো এটি শিশুৰ বাবে (মাতৃৰ মৃত্যুত উমা এগৰাকী শিশু) কম বেদনাদায়ক নহয়। ইয়াৰ বেদনা কিমান অসহ্যকৰ তাক ভুক্তভোগীয়েহে যে উপলব্ধি কৰিব পাৰে এনে নহয়, অৰ্ন্তদৃষ্টিৰে চালেও ই সিমানেই বেদনা দায়ক, যিমান বেদনা ভুক্ত-ভোগীজনে উপলব্ধি কৰিছে। উমাৰ পিতৃ মধুনাথেও জীৱনত যথেষ্ট দুখ-শোক মূৰ পাতি ল'বলগীয়া হৈছে। দুজন কাণসমনীয়া পুত্ৰৰ অকাল বিয়োগ আৰু তাৰ পিছত ঘৈণীয়েকৰ মৃত্যু এজন মানুহৰ বাবে সহ্যকৰা ভীষণ কষ্টদায়ক। পিতৃৰ আগত দুজনকৈ পুত্ৰৰ মৃত্যু অত্যন্ত বেদনাদায়ক। অসহনীয় পৰিস্থিতি। পিতৃৰ আগত দুজনতো বাদেই, এজনৰো যদি মৃত্যু ঘটে সি কিমান বেদনাদায়ক হ'ব

পাৰে তাক কেৱল পিতৃসকলেহে মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিব। যাৰ জীৱনত এই দুয়োটা ঘটনা সংঘটিত হৈছে বা কাৰোবাৰ জীৱনত যদি ইয়াৰ এটা ঘটনাও সংঘটিত হৈছে— তেন্তে তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিব পুত্ৰশোক আৰু ভাৰ্যাৰ বিয়োগ কিমান দুৰ্বিসহ। উপন্যাসখনৰ প্ৰথম খণ্ডৰ দ্বিতীয় অধ্যায়ৰ পৰাই আৰম্ভ হৈছে কাৰুণ্যৰ। উমাৰ পিতৃয়ে দ্বিতীয় বিবাহ কৰোৱাৰ পিছত, উমাৰ জীৱনলৈ নামি আহে নানা দুখ আৰু যাতনা।

উমাৰ ভাতৃ পবনে বৰদেউতাক ভৈৰৱ মহাজনৰ বাৰীৰ পৰা আম চুৰকৈ আনিবলৈ গৈ মহাজনৰ চাকৰজনক ৰবৰৰ ফান্দেৰে খুন কৰি ঘৰলৈ অহাৰ পিছত পবনৰ মাক-দেউতাকে এৰৰ ভিতৰত সুমুৱাই লৈ তাক মাৰিবলৈ উগ্ৰমূৰ্ত্তি ধাৰণ কৰে, তেতিয়া উমাই ভাতৃ স্নেহত বিগলিতা হৈ, তাৰ দোষ, তাই নিজে মূৰপাতি লয়। পবনক, মাক-দেউতাকৰ শাৰীৰিক নিৰ্যাতনৰ পৰা ৰক্ষা কৰিবলৈ গৈ, তাই নিজে মাহীমাকৰ হাতত (পবনৰ মাক) প্ৰহৃতো হ'বলগীয়া হয় আৰু মাহীমাকৰ পৰা নানা ধৰণৰ অকথ্য গালি-শপনি শুনিবলগীয়াত পৰে। মাহীমাকে প্ৰকৃত সত্য উদ্‌ঘাটন নকৰি উমাৰ ওপৰত যি অমানুষিক অত্যাচাৰ চলাইছে; সেই ঘটনাই উমাক মৰ্মাহত কৰিছে। বেদনাৰে তাইৰ অন্তৰ উপচি পৰিছে। মাহীমাকে উমাক, পবনক নামাতিবলৈ সকীয়াই দিছে আৰু পবনকো, উমাক মাতিবলৈ মানা কৰিছে। (পৃ-২৪-২৭)। এনেদৰে উমাৰ মাহীমাকে উমাৰ ওপৰত চলোৱা শাৰীৰিক আৰু মানসিক শাস্তিয়ে যিকোনো সংবেদনশীল পাঠকৰ অন্তৰত বিষাদৰ চেকা বহুৱাব পাৰে। এই ঘটনাটো যে বেদনাদায়ক তাত কোনো ধৰণৰ সন্দেহ থাকিব নোৱাৰে।

প্ৰথম খণ্ডৰ সপ্তম অধ্যায়ৰ (৫৬ পৃ) পৰাই উপন্যাসখনৰ নায়িকা উমাৰ প্ৰণয়ৰ ক্ষেত্ৰত ভাবুকিৰ সৃষ্টি হয়। মহাজন (বৰদেউতাক)ৰ ট্ৰাকৰ ড্ৰাইভাৰৰ লগত উমাক বিয়া দিবলৈ মহাজন, মাহীমাক, বীৰেণৰ ডাঙৰ বৌৱেকহঁতে মনস্থ কৰে। মহাজনে অনবৰতে অভাৱে চেলেকি ফুৰা ভায়েক মধুনাথকো সিহঁতৰ সুৰতে সুৰ মিলাবলৈ উপদেশ দিয়ে আৰু বিভিন্নধৰণে প্ৰলোভন দেখুৱায়।.........

সকলো সময়তে অভাৱে খেদি ফুৰা মধুনাথৰ দুৰ্বলতা, মহাজনৰ ইতিবাচক সঁহাৰি, মাহীমাকৰ ড্ৰাইভাৰৰ প্ৰতি থকা ভালপোৱা ভাবৰ প্ৰকাশ প্ৰভৃতিয়ে ড্ৰাইভাৰক উদ্ধাউল কৰি তোলে উমাক অংকশায়িনীৰূপে পাবলৈ। আৰু সেয়ে সি উমাহঁতৰ ঘৰলৈ প্ৰথমতে মাজে মাজে আহিছিল যদিও পিছলৈ একেবাৰে সঘনাই আহ-যাহ কৰিবলৈ লয়। এদিন সন্ধিয়া উমাই নদীৰ ঘাটলৈ পানী আনিবলৈ যাওঁতে জেতুকীয়ে হাতৰ পৰা কলহ দুটা কাঢ়ি লৈ যায় আৰু উমাক তাইৰ ঘৰতে বহুৱাই থৈ যায়। মৰম আকলুৱা উমাই সেইদিনা জেতুকীৰ মৰম স্নেহত অভিভূতা হৈ পৰে, আৰু পিছদিনা উমাই ঘৰৰ আটাইৰে অগোচৰে জেতুকীৰ ঘৰলৈ যায়; জেতুকীৰ পৰা মৰম পাবলৈ। কিন্তু সেইদিনাই উমাক দুৰ্ভাগ্যই বেয়াকৈ লম্ভিলে। উমাই জেতুকীৰ ঘৰৰ মজিয়াত, পীৰাত বহি কথা-বতৰা হৈ থাকোঁতে, জেতুকীৰ মুখত ড্ৰাইভাৰৰ গুণ-গান আৰু ড্ৰাইভাৰৰ লগত তাইৰ বিয়া সম্পৰ্কে ওলোৱাত তাই খঙত জ্বলি উঠে আৰু একেচাটে বহাৰপৰা উঠি ঘৰলৈ খোজ লয়। উমাই আহোঁতে জেতুকীৰ চোতালত ড্ৰাইভাৰক দেখি, তাই খং আৰু বিৰক্তিত খৰখেদাকৈ ঘৰ-অভিমুখে যাত্ৰা কৰে। কাঞ্চন পেহীয়ে উমাক জেতুকীৰ ঘৰৰ পৰা ওলাই অহা আৰু ড্ৰাইভাৰক চোতালত ঠিয় হৈ থকা স্পষ্টৰূপত দেখা পায়। উমাই কাঞ্চন পেহীৰ কাষেৰে পাৰ হৈ যাব ধৰোতে কাঞ্চন পেহীয়ে তাইক ধিক্কাৰ লগাকৈ কিবা-কিবি কৈছিল, সেয়ে তাই ভয় আৰু শংকাত বাক্‌শক্তি হেৰুৱাই পেলাইছিল। বায়ুবেগে তাই ঘৰলৈ আহিল আৰু আহি কাঞ্চনপেহীয়েকৰ স্বভাব আৰু অভিৰুচিৰ কথা মনতে ভাবি-গুণি, তাই আবেগ বিহ্বল হৈ পৰিল। গাঁওখনত হকে-বিহকে ৰাষ্ট্ৰ হৈ পৰাৰ ভয়ত আৰু তাই কিয়নো জেতুকীৰ ঘৰলৈ গৈছিল— তাৰ অনুশোচনাত তাইৰ হৃদয় দগ্ধ হৈ গ'ল। তাইৰ এনেকুৱা অৱস্থাই পাঠকৰ অন্তৰতো বেদনাভাবৰ উদ্ৰেক কৰে। কিয়নো তাইৰ দৰে এজনী সহজ-সৰল, হোজা-নিষ্কলুষ ছোৱালীৰ প্ৰণয়লৈ আহিব পৰা ভাবুকি কোনো পাঠকেই বাঞ্চা নকৰে। ইপিনে কাঞ্চন পেহীয়ে

বলোৰামক উমাৰ বিৰুদ্ধে কৈ বলোৰামৰ অন্তৰত বেদনাৰ বীজ সিঁচি দিছে। উমা আৰু ড্ৰাইভাৰৰ মাজত প্ৰণয়ভাব গঢ়ি উঠা তাই ভালদৰে জানে, আৰু তাই নিজেই উমা আৰু ড্ৰাইভাৰক জেতুকীৰ চোতালতে দেখি অহা বুলি কৈছে। কাঞ্চন পেহীয়েকৰ মুখৰ পৰা উমা আৰু ড্ৰাইভাৰৰ মাজত প্ৰেম গঢ়ি উঠা বুলি বলোৰামে জানিব পাৰিলে; তেতিয়া তাৰ অন্তৰত বিষাদৰ বহ্নি দপ্-দপ্কৈ জ্বলি উঠিল। কাৰণ বলোৰামে উমাক প্ৰাণ ভৰি ভাল পায়। কোনো প্ৰেমিকে প্ৰেমিকাৰ দ্বিতীয়জন পুৰুষ বা যুবকৰ লগত হলিগলি সহ্য কৰিব নোৱাৰে। তদনুৰূপ প্ৰেমিকাই প্ৰেমিকৰ ক্ষেত্ৰতো একেই। সেয়ে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰেমৰ ক্ষেত্ৰত কৈছিল— "প্ৰেমেৰ আনন্দ থাকে স্বল্পক্ষণ, প্ৰেমৰ বিষাদ থাকে সাৰা জীৱন।"

বলোৰামে যাক প্ৰাণভৰি ভাল পায় সেই প্ৰিয়তমাৰ যেতিয়া অন্য এজনৰ লগত সম্পৰ্ক থকা বুলি জানিব পাৰিলে, তেতিয়া তাৰ অন্তৰত বিষাদৰ ক'লা ডাৱৰে আৱৰি ধৰিলে। সি ক্ষোভ, হতাশা আৰু বেদনাত জৰ্জৰিত হৈ কৈছে—

> "এৰা তাইৰ অসুখ! কি অসুখ মই বুজিছো। কাৰণ পেহীয়ে মিছা কথা কোৱা নাই। তাইৰ একো বিশ্বাস নাই। ড্ৰাইভাৰৰ কানি-কাপোৰ, টকা-পইচা পাই তাই ভুল গ'ল। তাই মোক ইমান দিনে বেচ ফাঁকি দিলে। এনে দুষ্টা নাৰী বুলি মই বুজা নাছিলোঁ। উহ! কি কালসৰ্পিনী তাই। তাইক আৰু মোৰ চাবৰ মন নাই। মোক নাপালে মৰি যোৱা বুলি কয় আৰু তলে তলে তাই ড্ৰইভাৰৰ লগত........। বোধহয় ড্ৰাইভাৰৰ মৰাশ মোৰ গলত মেৰিয়াবলৈ ফান্দ পাতিছে। সন্তান হ'লে অপবাদ মূৰত দিবলৈ ফান্দ পাতিছে। মই তাইৰ কৌশল বুজিছোঁ। সিহঁতৰ ঘৰখনেই অসৎ।" (প্ৰথম খণ্ড, নৱম প্ৰকাশ-৬৭ পৃ)

উমাৰ লগত তাৰ সম্ভাৱনাপূৰ্ণ বিচ্ছেদে তাক শক্তিহীন কৰি পেলাইছে। সেয়ে সি অৰ্জুন (ভায়েক)ক কৈছে— "তই ভাত ৰান্ধি খাবি অৰ্জুন, মই আজি ভাত নাখাওঁ— মুৰটো বেয়া লাগিছে। মই বাগৰ দিওঁ।" (প্ৰথম খণ্ড, নৱম প্ৰকাশ ৬৭-পৃ)

আনফালে উমায়ো অনুশোচনাত জ্বলি-পুৰিব ধৰিছে। সামান্য এটি ভুলৰ বাবে তাই মৰ্মাহত হৈ পৰিছে। পবনৰ (উমাৰ ভায়েক) হতুৱাই বলোৰামক, তাই মাতি পঠোৱাৰ পিছতো, সিতো নাহিলেই বৰং পবনৰ আগত কিবা-কিবি কৈ তাক পঠিয়াই দিয়ে। বলোৰামে সেইদিনাই গৰু দৰব দিবলৈ যোৱা অৱস্থাত, সমস্ত ঘটনাৰ আঁতি-গুৰি ভাণ্ডি কম বুলি উমাই তাক মাত দিছিল যদিও বলোৰামৰ বেদনাত ওলাই অহা তিক্ততাপূৰ্ণ বক্তব্যত উমা আশাহত হৈ পৰে। নয়নযুগলেৰে ধাৰাসাৰে চকু'লো নিগৰিল। মাতৃহাৰা উমাৰ ঘৰুৱা দুখ-বেদনা, ড্ৰাইভাৰৰ লগত দিয়া অপযশ আৰু প্ৰেমাস্পদৰ তিৰ্যক মন্তব্যই তাইৰ অন্তৰত তীব্ৰ আঘাত হানিলে। তাই বেদনাত জৰ্জৰিতা হৈ পৰিল। তাই মনতে ভাবে— "মই মৰিম!" তাই স্থিৰ হৈ পৰে। নিজৰ কঁপালত ভুকুৱাই ভুকুৱাই তাই কান্দিব ধৰিলে। মৰ্মভেদী যাতনাত তাইৰ অন্তৰ ভাগি-ছিগি চুৰমাৰ হৈ যায়। (প্ৰথম খণ্ড ৭১-পৃ)

প্ৰথম খণ্ডৰ নৱম অধ্যায়ত উমাৰ পিতৃ মধুনাথৰো মৰ্মবেদনাৰ এটি চমু আভাস পোৱা যায়। এফালে জীয়েকৰ পছন্দ-অপছন্দ আনহাতে ঘৈণীয়েকৰ তিৰ্যকপূৰ্ণ বক্তব্যই মধুনাথক আঘাত হানিছে। সৰুতে মাতৃহাৰা উমাৰ ভালপোৱা জনক নেওচি, ঘৃণাৰ চকুৰে চোৱা ড্ৰাইভাৰৰ লগত তাইক বিয়া দিব বিচাৰিছে। এই দুয়োটাৰ দোদুল্যমান অৱস্থাত তেওঁ মনত আঘাত লৈ ফুৰিবলগীয়া হৈছে। আনহাতে উমাইয়ো মনে-প্ৰাণে যাক স্বামীৰূপে গণ্য কৰি আহিছে; তাৰ লগত হ'ব পৰা সম্ভৱনাপূৰ্ণ বিচ্ছেদে উমাৰ অন্তৰতো বেদনাৰ বহ্নি জ্বলাইছে।

প্ৰথম খণ্ডৰ নৱম অধ্যায়ৰ ৮০-৮১ পৃষ্ঠাত উমাৰ ওপৰত মাহীমাকৰ অত্যাচাৰৰ কিঞ্চিত আভাস দিছে। এদিন পবনে একখালৈ মাছ আনি উমাৰ আগত দিলে। উমাই পবনক মনে মনে

কেইটামান মাছ বলোৰামহতৰ ঘৰলৈ দি পঠালে। মাকে মনে মনে বেৰৰ জোলোঙাইদি চাই আছিল আৰু পবন পিছদিয়াৰ পিছত উমাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ চলালে। উমাৰ ওপৰত মাহীমাকে চলোৱা এই অত্যাচাৰৰ বিৱৰণে পাঠকৰ অন্তৰত বেদনাৰ উদ্ৰেক কৰে।

প্ৰথম খণ্ডৰ এঘাৰ অধ্যায়ত বলোৰামৰ মানসিক অশান্তিৰ কথা জানিব পাৰি উমাৰ চৰিত্ৰৰ বিষয়ে তাৰ মনত যি সন্দেহৰ সৃষ্টি হৈছে সেই সন্দেহে তাক তিলতিলকৈ যন্ত্ৰণা দিব ধৰিছে। বলোৰামৰ কাম-বনত অনীহা আহিছে; ভাত-পানী কমি আহিছে, দিনক দিনে শুকাই ক্ষীনাই যাবলৈ ধৰিছে, হাঁহি-স্ফূৰ্তি নাইকীয়া হৈ আহিছে; এই লক্ষণবোৰ অৰ্জুনে ভালদৰে পৰ্যবেক্ষণ কৰি আহিছে। বলোৰামৰ এনেকুৱা পৰিবৰ্তনত ভায়েকৰ মনত দুখ আৰু ক্ৰোধৰ অগ্নি জ্বলি উঠিল।

আনফালে বলোৰামৰ আচৰণত উমাৰো অন্তৰত বেদনাৰ জুই জ্বলি উঠিছে। মাকৰ মৰমৰ পৰা বঞ্চিত হৈ, সতীয়া মাকৰ অত্যাচাৰৰ বলি হৈ তাইৰ জীৱন তিক্ততাৰে পৰিপূৰ্ণ হৈ পৰিছে। তাতে আকৌ তাইৰ প্ৰিয়তমৰ পৰাও এনে নিষ্ঠুৰ অৱজ্ঞা আৰু অনাদৰ পাই তাই চকুলো সম্বৰণ নকৰাকৈ থাকিব নোৱাৰে। ঔপন্যাসিকে কৰা এনেকুৱা বৰ্ণনাই সকলো পাঠকৰ অন্তৰতে বিষাদৰ জোঁৱাৰ তুলিছে।

প্ৰথম খণ্ডৰ চৌধ্য অধ্যায়ত বৰ্ণিত মতে, দুৰ্গাপূজাত বীৰেণে সৰুবৌৱেক, উমা, উমাৰ মাক, পবন, শেৱালি আৰু ডাঙৰ ককায়েকৰ ল'ৰা-ছোৱালীবোৰক গুৱাহাটীলৈ পূজা দেখুবাবলৈ লৈ গৈছিল। পূজাৰ সময়ত গাড়ী-মটৰত অসুবিধা হেতুকে, বীৰেণে তেওঁলোকৰ ট্ৰাকখন লৈ গৈছিল। যাবৰ সময়ত অৰ্জুনে তাৰ প্ৰিয়বন্ধু পবনক বিদায় সম্ভাষণ জনাবলৈ আহিছিল। বলোৰামে অৰ্জুন অহা বুলি জানিব পাৰি খঙত অগ্নিশৰ্মা হৈ পৰিছিল আৰু এশকনি দিবলৈ আহি উমা, মাক, সৰুবৌৱেক আৰু ড্ৰাইভাৰক একেটা চিততে বহি থকা দেখিবলৈ পায়, আৰু তাৰ অন্তৰত বিষাদৰ জুইকুৰা দপ্‌দপাই জ্বলি উঠে। সি বেদনাত মৰ্মাহত হৈ পৰে। প্ৰাণতকৈও প্ৰিয় উমাক সি এৰিব লগা হোৱাৰ চিন্তাত তাৰ দেহ-মন পৰি আহিল। তাৰ দেহত বেমাৰে বাঁহ ললে। বলোৰামৰ দৰে এজন সহজ-সৰল-হোজা মানুহক অন্তৰ দগ্ধ কৰা বেদনাই পাঠকৰ মনত করুণাৰ সঞ্চাৰ কৰে।

অৰ্জুনৰ মুখৰ পৰা উমাহঁত গুৱাহাটীৰ পৰা উভতি অহাৰ বতৰা আৰু উমাই বলোৰামৰ অসুখৰ খবৰ লবলৈ আহিব বুলি জানিব পাৰি, তাৰ মনত আনন্দৰ উদয় হৈছিল যদিও সেই আনন্দ নিমিষতে চুৰমাৰ হৈ গৈছিল। উমাৰ পিতৃয়ে বলোৰামক ফাঁকি দিয়া বুলি যেতিয়া তাৰ সন্দেহ হৈছিল আৰু মাহীমাকৰ মুখৰ পৰা উমাই তাৰ খবৰ লবলৈ নাহে বুলি জানিব পাৰিলে তেতিয়া তাৰ অন্তৰ বিষাদত দহি গৈছিল। বলোৰামৰ মনোবেদনা ভালদৰে অনুধাবন কৰিলে, পাঠকৰ অন্তৰত বিষাদভাৱ জাগি উঠে।

অৱশেষত প্ৰথম খণ্ডৰ সাতাইশ অধ্যায়ত বীৰেণৰ ঐকান্তিক প্ৰচেষ্টাত নানা ঘাত আৰু প্ৰতিঘাতৰ মাজেৰে আঘোণ মাহৰ বিশ তাৰিখে উমা আৰু বলোৰামৰ বিয়াখন সুকলমে হৈ যায়। উমা আৰু বলোৰামৰ বিয়াৰ এসপ্তাহ আগৰে পৰা আশাহত ড্ৰাইভাৰে শোক-তাপত জৰ্জৰিত হৈ শিলৰ কুৰেবীত থাকিল। ইয়াত ড্ৰাইভাৰৰ আশাহত অৱস্থা দেখি পাঠক সমাজৰ মাজতো, ড্ৰাইভাৰৰ প্ৰতি সহানুভূতিৰ ভাব জাগি উঠে। কিয়নো ড্ৰাইভাৰে তাইক অংকশায়িনীৰূপে পাবলৈ, তাইৰ মন ভুলাবলৈ কাপোৰ-কানি, টকা-পইচা দিছিল। উমাৰ সতীয়া মাক, ভৈৰৱ মহাজন, বীৰেণৰ ডাঙৰ বৌৱেক আদিয়ে প্ৰথমাৱস্থাত তাক উচতনি দিছিল আৰু পিছত সিহঁতেই তাৰ পাখি কাটি, তাক মৰ্মান্তিক বেদনা দিছিল। কাৰণ মানুহৰ এটি সহজাত প্ৰবৃত্তি হ'ল মানুহে কিবা এটা আশা কৰাৰ পিছত যদি আশাহত হয়; তেতিয়া তাৰ মনত দুখ-বেদনা, ঈৰ্ষা-ক্ষোভ আদিৰ উৎপত্তি হয়। ঠিক ড্ৰাইভাৰৰ অন্তৰতো উমাক ভাৰ্যা ৰূপে নাপাই শোক-তাপ আদিৰে মন-প্ৰাণ উপচি পৰে।

হিতেশ ডেকাৰ অমৰ সৃষ্টি 'এয়েতো জীৱন'ৰ দ্বিতীয় খণ্ডৰ পঞ্চম অধ্যায়ত কাৰুণ্যতাৰ আৰম্ভণি হৈছে— বীৰেণৰ যোগেদি। উমাক বলোৰামলৈ বিয়া দিয়াৰ পিছত, তেওঁ ডাঙৰবৌৱেকক

দিয়া চৰ্তমতে— কুঞ্জক বিয়া কৰায়। ফুলশয্যাৰ নিশা বীৰেণে কুঞ্জ (ঘৈণীয়েক)ৰ পৰা যি ধৰণৰ ব্যৱহাৰ পাব বুলি আশা কৰিছিল, তাৰ ওলোটাটোহে হোৱাত, বীৰেণৰ মনত হৰ্ষৰ পৰিবৰ্তে বিষাদৰ জন্ম হ'ল। বীৰেণৰ অন্তৰ খং, ৰাগ, অভিমান, ঘৃণা আৰু বেদনাৰে উপচি পৰিল। বীৰেণৰ দেহ আৰু মনৰ লাহে লাহে দিনক দিনে পৰিবৰ্তন হ'বলৈ ধৰিলে। বীৰেণৰ পৰিবৰ্তনক উমা আৰু সৰুবৌৱেকে সহজভাৱে ল'ব নোৱাৰিলে। তেওঁলোকৰ অন্তৰতো বীৰেণৰ কথা ভাবি, দুখৰ চেকা লাগিল।

২য় খণ্ডৰ ৮ম অধ্যায়ত বীৰেণৰ সৰুবৌবেকক ডাঙৰ বৌৱেক, শাহুৱেকহঁতে কৰা সমালোচনাই স্বাভাৱিকতে পাঠকৰ অন্তৰত আঘাত হানিছে। ঔপন্যাসিকৰ বৰ্ণনাৰ পৰাই জানিব পাৰি যে সৰুবৌৱেক এজনী লক্ষ্মী আৰু অমায়িক তিৰোতা। সহজ-সৰল তিৰোতা। তাই সন্তানহীনা যদিও 'ভাগ্যৰ লিখন নেযায় খণ্ডন' কথাষাৰি সততে মনত ৰাখি গতানুগতিকভাৱে দিনবোৰ অতিবাহিত কৰিছে। তাই বীৰেণক পুত্ৰবৎ স্নেহ কৰে আৰু ইয়াক ঘৈণীয়েক, শাহুৱেকহঁতে কুদৃষ্টিৰে চাইছে। তাই কাঠবাজী, তাই পাপী, তাই হিংসুক, তাই হতভাগিনী বুলি দুই বায়েক-ভনীয়েকে সততে জ্ঞান কৰি আহিছে। ডাঙৰ জায়েক, আৰু মাতৃসদৃশ বীৰেণৰ শাহুৱেকে তাইৰ বিৰুদ্ধে কৰা তিৰ্যকপূৰ্ণ মন্তব্যই পাঠকৰ মনত বিষাদৰ বোজা জাপি দিছে।

দ্বিতীয় খণ্ডৰ দহ আৰু এঘাৰ অধ্যাযত বৰ্ণিত হৈছে এটি ৰৌ মাছক কেন্দ্ৰ কৰি গঢ়ি উঠা কন্দল আৰু ইয়াতেই বৰ্ণিত আৰু সুৰেনে তেওঁৰ পত্নী (সৰুবৌৱেক)ক কৰা পাশৱিক অত্যাচাৰ আৰু নিৰ্যাতনৰ কথা। এদিনাখন বীৰেণহঁতৰ ঘৰলৈ, বীৰেণৰ শাহুৱেক আহিছিল। বীৰেণৰ ডাঙৰ ককায়েকে শাহুৱেক অহা হেতু বজাৰৰ পৰা এটা ডাঙৰ ৰৌমাছ কিনি আনিছিল। কিন্তু সেই মাছটো দুপৰীয়া নৰন্ধা কাৰণে ডাঙৰ ককায়েকে ঘৈণীযেকক গালি পাৰিলে। ঘৈণীয়েকে জ্বলি-পকি উঠিল, আৰু মাছটো কোনোৱে বাছি নিদিয়া বাবে যে ৰান্ধিব নোৱাৰিলে, তাৰ তৰল যুক্তি দেখুৱালে। মাছটোৱেই কাল হ'ল। ঘটনাই অপ্ৰীতিকৰ পৰিস্থিতিৰ ৰূপ ধাৰণ কৰিলে। মাছ বাছি নিদি; বীৰেণৰ লগত কথাপাতি থকাৰ অপৰাধত সুৰেনে ঘৈণীয়েক (বীৰেণৰ সৰুবৌৱেক)ক মাৰধৰ কৰিলে। ঘৈণীয়েকৰ দৰে সহজ-সৰল, সতী-সাধ্বী-লক্ষ্মী নিৰ্দোষী তিৰোতাগৰাকীক মাৰধৰ কৰাৰ বৰ্ণনাই পাঠকৰ অন্তৰতো বেদনাৰ ছাপ বহুৱাইছে।

এঘাৰ অধ্যায়ত বৰ্ণিত, গিৰিয়েকৰ প্ৰহাৰত ঘৈণীযেকৰ যি আহতপ্ৰাপ্ত অবস্থাৰ বৰ্ণনা কৰিছে, আৰু গিৰিযেকেও অনুশোচনাত দগ্ধ হোৱাৰ বৰ্ণনা কৰিছে, সেয়া সঁচাকৈয়ে বেদনাদায়ক।

২য় খণ্ডৰ ১২ অধ্যায়ত বৰ্ণিত হৈছে— বলোৰামৰ একমাত্ৰ ভাতৃ, সৰুতে ঘাট-মাউৰা হোৱা, বলোৰামৰ আল-পৈচান ধৰোঁতা অৰ্জুনৰ কৰুণ মৃত্যু আৰু বলোৰামৰ প্ৰাণতকৈও প্ৰিয় ৰঙা বলধ এটাৰ গাড়ী এক্সিডেণ্টত আহত হোৱাৰ, এক মৰ্মান্তিক কাহিনী। এদিনাখন অৰ্জুনে গৰুহাল চাৰিবলৈ গৈ থকা অৱস্থাত ট্ৰাকৰ ড্ৰাইভাৰে প্ৰচণ্ড বেগেৰে গাড়ী চলাই আহি আছিল। মদৰ নিচাত ড্ৰাইভাৰে নিয়ন্ত্ৰণ হেৰুৱাই বলোৰামৰ এটা বলধক খুন্দিয়াই আঘাত প্ৰাপ্ত কৰে। অৰ্জুনেও খণ্ডত একো নাই হৈ ৰবৰৰ ফান্দেৰে ড্ৰাইভাৰৰ এটা চকু কণা কৰি দিলে। মজদুৰ দুজনে তাক পিছে পিছে খেদি যায় আৰু সি ভয়ত দৌৰিবলৈ আৰম্ভ কৰে। দুৰ্ভাগ্যবশতঃ সি দৌৰি থকা অৱস্থাত এদম শিলত জুটি খাই সি মুখঠেকেচা খাই পৰে। লগে লগে তাৰ নাক-মুখেৰে হোলাহলে তেজ ওলাবলৈ ধৰিলে। ততালিকে এক মেডিকেলত ভৰ্তি কৰোৱা হয় যদিও অৰ্জুন আৰোগ্য নহ'ল। মৃত্যুক আকোৱালি ললে। আনহাতে বলোৰামৰ বেটা সদৃশ ৰঙা বলধটোৰ আহত অৱস্থাত সি হিয়াধুনি কান্দিলে। অৰ্জুনৰ অকাল তথা কৰুণ মৃত্যুত উমা, বলোৰাম, বীৰেণৰ সৰুবৌৱেক, পৱনহঁতে কান্দি কান্দি গছৰ পাত সৰুৱাই পেলালে। গগন বিদীৰ্ণ হৈ গ'ল। ঔপন্যাসিকে এই কৰুণ কাহিনীটোক ইমান সুন্দৰকৈ আৰু মৰ্মস্পৰ্শী ৰূপত বৰ্ণনা কৰিছে যে এই অধ্যায়টোৱে নিষ্ঠুৰ পাঠকৰ হৃদয়তো কাৰুণ্যৰ ছাপ বহুৱাইছে।

২য় খণ্ডৰ ১৮ অধ্যায়ৰ পৰাই উমাক আকৌ দুৰ্ভাগ্যই লগ দিছে। প্ৰাইভাবে জেতুকীৰ লগত আলোচনা কৰা মৰ্মেই, সি ৰাতি ৰাতি বলোৰামহঁতৰ ঘৰলৈ গৈ ঘৰৰ পিছফালে লুকাই থাকে। উমাহঁতৰ ঘৰলৈ কোনোবা অহা গম পালেই বলোৰাম অহা বুলি ভাবি সি শোৱনি কোঠাৰ পৰা ওলাই অহা যেন দেখুৱায় আৰু গো-গোৱাই গুছি যায়। তাৰ এই কুকাৰ্যত এদিন কাঞ্চনপেহীয়ে আৰু বলোৰামেও তাক লগ পাইছিল। তাৰ এই কু-অভিসন্ধিৰ ৰহস্যৰ কথা বলোৰাম আৰু উমাই ধৰিব নোৱাৰিলে। ফলস্বৰূপে উমাৰ ওপৰত বলোৰামৰ সন্দেহ ওপজে আৰু ক্ৰমান্বয়ে এই সন্দেহ ঘণীভূত হ'বলৈ ধৰিলে। উমাক সি মানসিক কষ্ট দিবলৈ আৰম্ভ কৰিলে আৰু শাৰীৰিকভাবেও অত্যাচাৰ চলালে। তাইক সি ঘৰৰ পৰা উলিয়াই দিয়ে। উমাই জীৱনৰ প্ৰতি মায়া-মোহ হেৰুৱাই নদীৰ পাৰলৈ আত্মহত্যা কৰিবলৈ যায় যদিও পবনৰ হস্তক্ষেপত তাই আত্মহত্যা কৰিব নোৱাৰিলে। আনহাতে বলোৰামৰো ঘৰত উদাস-উদাস লাগিল। সংসাৰৰ প্ৰতি বিতৃষ্ণা জাগিল। এদিন নিজৰ মৰমৰ গৰুহাল মাউতৰ হাতত দি, নানা-দুখ আৰু হতাশা বুকুত বান্ধি, নিজৰ জন্মভূমি এৰি, তাৰ ঘৈণীয়েকৰ প্ৰতি জন্মা তীব্ৰ ঘৃণা আৰু সন্দেহৰ বোজা বুকুত বান্ধি, সি গুছি গ'ল; কোনেও কব নোৱাৰাকৈ, উজনিমুৱা ৰেল এখনত, তিনিচুকীয়ালৈ।

'এয়েতো জীৱন'ৰ তৃতীয় খণ্ডত বৰ্ণিত হৈছে বিৰহ-মিলন। চতুৰ্থ অধ্যায়ৰ পৰা সপ্তম অধ্যায়ৰ ভিতৰত বৰ্ণিত মতে ভৈৰৱ মহাজনৰ ঘৰখন সামান্য কথাৰ বাবে ভাগি-ছিগি যায়। বীৰেণৰ দৰে সৎ, ত্যাগী, পৰোপকাৰী মানুহজনক তেওঁৰ ঘৈণীয়েক কুঞ্জই যি দৃষ্টিৰে চাইছে, ফুলশয্যাৰ নিশাৰে পৰা ব্যৱহাৰ কৰি আহিছে, বীৰেণৰ অতি মৰমৰ সৰুবৌৱেকৰ লগত তাক যি অবিশ্বাস কৰি কটু কথা শুনাই আহিছে- এইবোৰেই বীৰেণৰ অন্তৰত আঘাত হানি আহিছে। পাঠকৰ অন্তৰতো বিষাদবোধৰ ভাব জাগ্ৰত কৰিছে। কিয়নো বীৰেণ উপন্যাখনৰ এটা মহৎ চৰিত্ৰ। ঔপন্যাসিকৰ অমৰ সৃষ্টি বীৰেণৰ চৰিত্ৰ। এই মহৎ চৰিত্ৰটোৰ গাত যি কলংকৰ প্ৰলেপ সানিবলৈ ঘৈণীয়েক কুঞ্জই দ্বিধাবোধ কৰা নাই; সেই কুঞ্জৰ স্বভাৱ আৰু বীৰেণৰ অন্তৰ্নিহিত মৰ্মবেদনাই পাঠকৰ অন্তৰ বেদনাক্লিষ্ট কৰিবলৈ সক্ষম হৈছে।

তৃতীয় খণ্ডৰ ১৩ অধ্যায়ত বৰ্ণিত হৈছে— বলোৰাম ঘৰৰ পৰা নিৰুদ্দেশ হোৱাৰ এক বছৰ অতিক্ৰম কৰিলে। গোটেই বছৰটোৱে উমাই স্বামীদেৱতা আহিব বুলি গভীৰ উদ্বিগ্নতাৰে বৈ আছিল। বিভিন্ন ধৰণেৰে খা-খবৰ কৰিও, তেওঁৰ একো শুং-সূত্ৰ উলিয়াব নোৱাৰি, উমা প্ৰায় ভাগি পৰিছে। স্বামীৰ বাতৰি নাপাই তাইৰ হৃদয় কান্দি উঠিছে—

> "........তেন্তে তেওঁ সঁচাকৈ নদীত জাহ দি মৰিল নেকি? উহ মোৰ কপালৰ সিন্দুৰ তেন্তে মচা গ'ল। মই জীয়াই থাকি কি হ'ব? মোৰ বাবেই মোৰ স্বামী মৰিল। মই এই জীৱন নাৰাখো।" বলোৰাম নিৰুদ্দেশ হোৱা হেতু তাইৰ শুভাকাংক্ষী সকলকো বেদনাই হেঁচি ধৰে। (পৃ-৬২)

বীৰেণে বলোৰামক বিচাৰি-বিচাৰি চলাথ কৰিলে। কতো বীৰেণে শুং সূত্ৰ উলিয়াব পৰা নাই। সেয়ে উমাই কান্দি কান্দি বীৰেণক কৈছে—

> "গম আৰু ক'ত পাবা সৰু ককাইদেউ! তুমি আৰু তেওঁক লগ পাব নোৱাৰা। মই বুজিছো। মোৰ এই জীৱন ব্যৰ্থ হৈ গ'ল। মোৰ আৰু কপালত সেন্দুৰ নাই— মই নাৰাখিম।"
>
> "মোৰ কপালত সেন্দুৰ লবলৈ আৰু অধিকাৰ নাই সৰু ককাইদেউ। মই বিধবা.........।" (৭৫ পৃঃ)

এগৰাকী হিন্দু ধৰ্মৰ নাৰীয়ে শিৰৰ সেন্দুৰ নিজ হাতেৰে মচি বিধবা বুলি স্বীকাৰ কৰিবলগীয়া হোৱা অৱস্থা, কিমান বেদনাদায়ক হ'ব পাৰে, কিমান অসহ্যকৰ, কিমান মৰ্মান্তিক হ'ব পাৰে, সেয়া

পাঠকৰ সহজেই অনুমেয়।

তৃতীয় খণ্ডৰ ২৪ অধ্যায়ত বৰ্ণিত হৈছে— বাপুকণক কেন্দ্ৰবিন্দু হিচাপে লৈ- বাপুকণ, উমা আৰু বলোৰামৰ বৈৱাহিক জীৱনৰ স্বাক্ষৰ। পিতৃ বলোৰামে ঘৰ এৰি গুচি যোৱা বাবে, বাপুকণক সমনীয়া ল'ৰা-ছোৱালীবোৰে 'পলৰীয়া ছলি' বুলি জোকায়। মাকক সি বাপেকৰ কথা সুধি-সুধি ব্যতিব্যস্ত কৰে। সাময়িক সকাহ পোৱাৰ মানসেৰে তাই পুতেকক বাপেক চহৰলৈ যোৱা বুলি কয়। তাক সমনীয়াবোৰে 'পলৰীয়া ছলি' বুলি জোকালে— সি সিহঁতক মাৰে, গালি-পাৰে যদিও তাৰ অন্তৰত বিষাদভাব জাগি উঠে। সি খং আৰু অন্তৰ্বেদনাত ফেকুৰি উঠে। পিতৃহীন সন্তানৰ অন্তৰত যি দুখ, তাক মাথোঁ ভুক্তভোগীয়েহে মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰে। আনহাতে পুতেক বাপুকণে যেতিয়া মাকক বাপেকৰ কথা সোধে তেতিয়া মাকৰ দুখত, জ্বলা জুইত ঘিউ ঢলাৰ দৰেহে হয়। ২৪ অধ্যায়ৰ শেষৰ ফালে বাপুকণে যেতিয়া সমনীয়াৰ মুখৰ পৰা পিতৃ উভতি নাহে বুলি জানিব পাৰিছে, আৰু মাকে তাক মিছা কথা কোৱা বুলি, সি যি পৰিৱেশৰ জন্ম দিছে— সেয়া বাস্তৱিকতেই অত্যন্ত বেদনাদায়ক।

২৬ অধ্যায়ত (তৃতীয় খণ্ডৰ) বাপুকণে তাৰ জন্মদাতা পিতৃ উভতি আহিব বুলি, তাৰ মনতো উলহ-মালহেৰে ভৰি পৰিছে। দৌলৰ সময়ত, বাপেক আহিব বুলি তাক মাকে কৈছিল— সেইবাবে সি দৌলৰ সময়ত বাপেক আহিব আহিব বুলি গভীৰ প্ৰতীক্ষাৰে বৈ আছে— কিন্তু বাপেক অহাৰ কোনো নিশ্চয়তা নেদেখি, তেওঁ মাকক সুধিছে— "পিতা দেখোন কালি আহিম বুলি আজিও নাহিল? পিতা কেতিয়া আহিব?" তাৰ প্ৰশ্নত উমাৰ হিয়া বিদাৰি যায়, অন্তৰ গলি যায়। কলিজা ফাটি যেন কান্দোনহে ওলাই আহিব। তাই পুতেকৰ আগত দুৰ্বলতা প্ৰকাশ নকৰি কথমপি অশ্ৰু সম্বৰণ কৰি কয়— "আহিব সোণটি, তই অধীৰ নহবি।" (৯৭ পৃঃ) উমাই দৌলৰ অতীত কাহিনী সুৱঁৰি-সুৱঁৰি বেদনাত তাইৰ কোমল অন্তৰখনি ছিৰা-ছিৰ কৰি দিবলগীয়া হৈছে। ২৪ অধ্যায়ৰ পৰা ২৬ অধ্যায়লৈ (তৃতীয় খণ্ড) বৰ্ণিত, বৰ্ণনাৰ মাজেৰে বিষাদ-বীক্ষাৰ সুৰ ধ্বনিত হোৱা দেখা যায়। বাপুকণৰ কৰ্ম-কাণ্ডই পাঠকৰ অন্তৰত আনন্দৰ বীজ সিঁচিব বিচাৰিলেও, তাৰ বাপেকৰ কথা পাঠকৰ মনলৈ অহাৰ লগে লগে সেই আনন্দ বিষাদলৈকে পৰ্যবসিত হয়। ৯৮ পৃঃত বৰ্ণিত হোৱা মাক-পুতেকৰ আৰু বীৰেণৰ কথোপকথনত পাঠকৰ অন্তৰত বেদনাৰ সুৰ বাজি উঠে। পুতেকৰ কথা শুনি উমাৰ অন্তৰত দাৰুণ আঘাত লাগিছে। লগে লগে সেই আঘাত পাইছে পাঠক সমাজেও।

বলোৰামে ঘৰ এৰি গৈ ষ্টেচনত বৈ থাকে। পশ্চিমফালৰ পৰা অহা এখন উজনিমুৱা ট্ৰেনত উঠিল আৰু ডবাৰ ভিতৰত এজন ঠিকাদাৰক লগ পাই তিনচুকীয়ালৈ গুচি যায়। তাতে তেওঁ দুবছৰমান কটোৱাৰ পিছত এদিন তেওঁ ঠিকাদাৰৰ সৰু ঘৈণীয়েকৰ হাতত লটি-ঘটি হ'বলগীয়া হয়। আৰু শেষত তাক ঠিকাদাৰ হৰিচৰণ দাসে গাৰোৱানৰ হতুৱাই বলোৰামক প্ৰহাৰ কৰি, নানা ধৰণৰ কটু বাক্য শুনাই ঘৰৰ পৰা বাহিৰ কৰি দিয়ে। ইয়াত বলোৰামৰ দৰে এজন সহজ, হোজা মানুহক ঠিকাদাৰে কৰা দুৰ্ব্যৱহাৰত, পাঠকৰ অন্তৰত বলোৰামৰ প্ৰতি সততে সহানুভূতিৰ ভাব জাগি উঠে।

ঠিকাদাৰৰ ঘৰত প্ৰহৃত আৰু অপমানত জৰ্জৰিত হৈ দুখ-হতাশা-বেদনাত তিনিচুকীয়া ত্যাগ কৰি যোৰহাটলৈ আহিল। যোৰহাটৰ এখন খ্যাত গাঁৱত গজেন্দ্ৰ বৰুৱা নামৰ এঘৰ মানুহৰ ঘৰত থাকিবলৈ লয়। আৰু তাতে তেওঁ নিজকে অভাগাৰাম দাস বুলি চিনাকি দিয়ে। গজেন্দ্ৰ বৰুৱাৰ ঘৰৰ আটাইটি প্ৰাণীয়ে তাক ভদ্ৰ ব্যৱহাৰ কৰিছে। তাক, আটাইয়ে নিজৰ ঘৰৰে এজন বুলি ভাবিবলৈ লৈছে। কাৰণ, সি বৰুৱাৰ ঘৰত অতিথি হৈ অহাৰ নিশাই প্ৰচণ্ড ধুমুহাত, বৰুৱাৰ ঘৰ ভাগি পৰোতে, তেওঁৰ কৰ্মঠ মানসিকতা আৰু দুবাহুত থকা প্ৰচুৰ শক্তিৰে কুসুম (বৰুৱাৰ জীয়েক) আৰু ডাঙৰ বোৱাৰীয়েকহঁতক নিশ্চিত বিপদৰ পৰা ৰক্ষা কৰিছিল। বৰুৱাৰ ঘৰুৱা কাম আৰু খেতি-বাতিত সহায়-সহযোগিতা কৰা বাবে, আৰু তাৰ বেদনাদায়ক তথা পুতৌ লগা কথা-বতৰাৰ বাবেই বলোৰামক

বৰুৱাৰ ঘৰত থাকিবলৈ দিয়ে। বলোৰামৰ নম্ৰ, অমায়িক, ভদ্ৰ ব্যৱহাৰে কুসুমক তাৰ প্ৰতি আকৃষ্ট কৰে। কুসুমে তাক স্বামীৰূপে পাবলৈ বাঞ্ছা কৰে। বলোৰামে যেতিয়া কুসুমৰ মনৰ প্ৰেমভাবনাৰ বিষয়ে জানিব পাৰিলে আৰু কুসুমৰ ভ্ৰাতৃ কল্যাণৰ অসামাজিক কাৰু-কাৰ্যবোৰ বৃদ্ধি পাবলৈ ধৰিলে, বলোৰামৰ বিৰুদ্ধে সি (কল্যাণ) ষড়যন্ত্ৰত লিপ্ত হ'ল, তেতিয়া বলোৰামে বৰুৱাৰ ঘৰ পৰিত্যাগ কৰিবলৈ সিদ্ধান্ত ল'লে। বৰুৱাক তাৰ সিদ্ধান্তৰ কথা জনোৱাত বৰুৱাৰ লগতে ঘৰৰ আটাইকেইটি (কল্যাণক বাদ দি) প্ৰাণীয়ে মৰ্মাহত হৈ পৰিল। বলোৰামক ঘৰ এৰি নাযাবলৈ কাকুতি-মিনতি কৰিলে, বলোৰামে কাৰো হকা-বাধা নুশুনি, কাকুতি-মিনতিত দুৰ্বল নহৈ, বৰুৱাৰ ঘৰৰ লগতে যোৰহাট ত্যাগ কৰি গুৱাহাটীলৈ গুচি আহিল। বলোৰাম যোৰহাটৰ বৰুৱাৰ ঘৰ এৰি অহাত কুসুমৰ মনত বেদনাৰ জোঁৱাৰ উঠে।

বলোৰাম সুদীৰ্ঘ ছয় বছৰ নিজ ঘৰলৈ উভতি নহাত উমাৰ শাৰীৰিক অৱস্থাৰ ভালেখিনি অৱনতি ঘটে। মানসিক বেদনাত তাই ভাৰাক্ৰান্ত হৈ দিনে-নিশাই চকুলো টুকে; বাপুকণে বাপকেৰ প্ৰত্যাগমণৰ কথা সুধি সুধি দিনেনিশাই মাকক, আমনি কৰা দৃশ্যবোৰ বীৰেণে দেখিবলৈ ধৰিলে। মাক-পুতেকৰ দুখ মোচনৰ বাবে, পৰোপকাৰী বীৰেণে বলোৰামক বিচাৰি গুৱাহাটীলৈ আহে। আনফালে বলোৰামেও এখন ঘোঁৰাগাড়ীত এগাড়ী মাল লৈ পূব দিশলৈ গৈ আছিল। সি গৈ গুৱাহাটীৰ পৰা মালিগাঁৱলৈ যোৱা ৰাস্তাৰ কামাখ্যাৰ ওচৰৰ একেবাৰে ঠেক ঠাইখিনি পাইছিল। তাৰ চকুৰ সন্মুখতে এটা ভয়ানক এক্সিডেণ্ট হৈ গ'ল। এখন টেক্সী আৰু ষ্টেট ট্ৰেনচ্‌পোৰ্টৰ মুখামুখি সংঘৰ্ষ। বাছখনৰ খুন্দাত টেক্সীখন সম্পূৰ্ণৰূপে বিধ্বস্ত হয়। প্ৰচণ্ড খুন্দাত টেক্সীখন বহু দূৰলৈ ছিটিকি গৈ ৰেল লাইনৰ ওপৰতে পৰিছিল। ড্ৰাইভাৰৰ টেক্সীখনত থকা দুজন যাত্ৰীৰ (মুঠ তিনিজনৰ) ঘটনাস্থলিতে মৃত্যু হয়। তিনিজন গুৰুত্বৰ ভাবে আহত হয়। বলোৰামে ঘটনাস্থলীলৈ গৈ আহত তিনিজনৰ এজনক চিনি পালে। 'ৰক্তাক্ত দেহৰে মানুহজন চিনিব নোৱাৰা হৈছে। মানুহজনৰ কলিজাত আঘাত লাগিছে। মুখেৰে তেজ ওলাইছে। কথা ক'ব নোৱাৰে (১৯৩ পৃ) সি বীৰেণ-বীৰেণ বুলি সাবটি ধৰি হুকহুকাই কান্দি পেলালে। চিভিল হস্পিতেলত বীৰেণক ততাতৈয়াকৈ ভৰ্ত্তি কৰোৱা হৈছিল যদিও বীৰেণ আৰোগ্য নহ'ল। মৃত্যুৰ আগত বলোৰামক বীৰেণে কৈছিল—

"আজি সৌভাগ্যবশতঃ তোক লগ পালোঁ। ই মোৰ এক্‌চিডেণ্ট নহয়— সৌভাগ্য।" (পৃ-১৯৫) তাৰ পিছত কৈছিল—

"তোক মই নিবলে আহিছোঁ ককাই" বল তই ঘৰলৈ । তই জানো ঘৰৰ খবৰ পাৱ?

"বীৰেণৰ মৃত্যুত বলোৰামে কান্দি কান্দি ভাগৰি পৰে। বীৰেণৰ মৃতদেহটো সাবটি ধৰি সি কান্দি কান্দি ক'বলৈ ধৰিলে— "এই মুখখনেৰে তই মোক কিমানদিনে কিমান শিকালি, অইন মানুহক উপদেশ দিলি, আজি এই সোণামুৱা মুখখনত কথা কলৈ গ'ল। উহ-উহ! হায় মোৰ জুই লগা কপাল।" (পৃ-২০১) সি কপালত চপৰিয়াই চপৰিয়াই কান্দি-কাতি ভাগৰি পৰে।

মৃত্যুৰ পিছদিনা বীৰেণৰ মৃতদেহ হিন্দুপ্ৰথামতে সৎকাৰ কৰা হ'ল। চিতাত তুলি দিয়াৰ লগে-লগে বলোৰামে চিঞৰি উঠিল— "মোৰ বুকুৰ ভাই বীৰেণ অ'।" তাৰ গগণফলা চিঞৰত মৃতদেহ সৎকাৰ কৰিবলৈ অহা মানুহবোৰৰো চকুৰে চকুলো নিগৰিল। কিযে মৰ্মন্তুদ দৃশ্য। কি অন্তৰ্দাহী শোক! (২০২-পৃ)

বীৰেণৰ শৱ সৎকাৰ কৰি বলোৰাম ঘৰলৈ উভতি আহে। উভতি আহি তেওঁ উমাহঁতৰ ঘৰলৈ যায়। দাড়ি-চুলিৰে ভোবোকাৰ বলোৰামক সেইদিনা কোনোৱে চিনি নাপালে। পিছদিনা ৰাতিপুৱা দাড়ি-চুলি কাটি যেতিয়া বলোই উমাহঁতৰ ঘৰলৈ যায়, তেতিয়া পবনৰ বলোৰামৰ ওপৰত সন্দেহ হয়

আৰু কোন বুলি প্ৰশ্ন কৰে। বলোৰামে পৱনক পৰোক্ষ ভাবে চিনাকি দিয়ে। কিছুমুহূৰ্ত্তৰ ভিতৰতে বলোৰামক ঘৰৰ আটাইয়ে চিনি পালে। উমা আৰু বলোৰামৰ দৃষ্টি বিনিময় হোৱাত বলোৰামৰ চকুৰে চকুলো নিগৰে আৰু উমাইয়ো নিৰুদ্দেশ স্বামী উভতি অহা দেখি আনন্দত আত্মহাৰা হয় আৰু দুচকুৰে আনন্দাশ্ৰু বাগৰি আহে।

তৃতীয় খণ্ডৰ ৫২ অধ্যায়ত বলোৰামে যেতিয়া সৰুবৌৱেকৰ আগত বীৰেণৰ এক্সিডেণ্টৰ সমস্ত কথা বৰ্ণনা কৰিলে আৰু তেওঁৰ প্ৰাণপখী দূৰ-দিগন্তত মিলিযোৱা বুলি ক'লে, তেতিয়া ঘৰে-বাহিৰে হুৱা-দুৱা লাগিল। ঔপন্যাসিকে বীৰেণৰ মৃত্যুৰ পাছত ঘৰে-বাহিৰে আৰু গুণমুদ্ধৰ কন্দা-কটাৰ বিৱৰণ দিছে; এই লোমহৰ্ষক বৰ্ণনাই সকলো শ্ৰেণীৰ পাঠকৰ মাজত গভীৰ বেদনাৰ উদ্ৰেক আৰু সঞ্চাৰ কৰিছে। বীৰেণৰ এই অপ্ৰত্যাশিত মৃত্যুত সকলো শ্ৰেণীৰ পাঠকে বুকুত তীব্ৰ আঘাত পাইছে।

সম্পূৰ্ণ গাঁৱৰ পটভূমিত ৰচিত হিতেশ ডেকাৰ এই বৃহদায়তনিক উপন্যাস 'এয়েতো জীৱন'ত যিমান করুণ ঘটনা-উপঘটনা আৰু চৰিত্ৰৰ সৃষ্টি কৰিছে, আটাইবোৰ করুণ ঘটনাই পাঠকক কম-বেছি পৰিমাণে বেদনাপ্লুত কৰিবলৈ সক্ষম হৈছে। প্ৰচুৰ বেদনাদায়ক ঘটনা-উপঘটনা এই উপন্যাসখনত সন্নিবিষ্ট হৈছে। সাহিত্যৰ নৱৰসৰ ভিতৰত হিতেশ ডেকাৰ অমৰ সৃষ্টি 'এয়েতো জীৱন'ত 'করুণৰসৰ'ৰ প্ৰাধ্যন্য ঘটিছে। সেইবাবেই এই উপন্যাসখনে পাঠকৰ অন্তৰত দকৈ সাঁচ বহুৱাব পাৰিছে আৰু ডেকাৰ 'এয়েতো জীৱন' তেওঁৰ জীৱনৰ কীৰ্তিস্তম্ভ আৰু শ্ৰেষ্ঠ উপন্যাস হিচাপে অসমীয়া উপন্যাস জগতত বিশেষ স্থান দখল কৰিবলৈ সক্ষম হৈছে।

(প্ৰবন্ধটিত উল্লিখিত সমূহ উদ্ধৃতি 'এয়েতো জীৱন' উপন্যাসৰ নৱম সংস্কৰণৰ পৰা লোৱা হৈছে।)



# হিতেশ ডেকাৰ উপন্যাসত গ্ৰাম্য জীৱন 'বাঁৰীৰ কোঁৱৰ'ৰ বিশেষ উল্লিখনেৰে।

অজিত প্ৰসাদ শৰ্মা

অসমীয়া উপন্যাস সাহিত্যৰ বাঘজৰীডাল কটকটীয়া কৰি ৰখা ঔপন্যাসিকসকলৰ ভিতৰত হিতেশ ডেকা এটি অবিস্মৰণীয় নাম। এই গৰাকী সাহিত্যৰ সাধক কথা-শিল্পীৰ জন্ম হয় ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰী মাহত সৰ্থেবাৰীত। জীৱনৰ প্ৰতিটো খোজতে দাৰিদ্ৰ্য আৰু ঘাত-প্ৰতিঘাতে পীড়া কৰা ডেকাদেৱৰ মনত সৰুৰে পৰাই জাতীয়তাবোধে ক্ৰিয়া কৰিছিল। ১৯৪২ চনৰ গণ আন্দোলনৰ প্ৰভাৱ ডেকাদেৱৰ মনতো পৰিছিল। অকল সেয়াই নহয় আন্দোলনৰ প্ৰভাৱে তেওঁক স্কুল ত্যাগ কৰি আন্দোলনত জপিয়াই পৰিবৰ্লৈ উদ্বুদ্ধ কৰি তুলিছিল। যাৰ ফলস্বৰূপে তেওঁ কাৰাবৰণ খাটিবলগীয়াও হৈছিল। ডেকাদেৱে সংগ্ৰামেৰে জীৱনৰ প্ৰতিটো খোজতে আগবাঢ়ি নলবাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। তাৰ পিছত ১৯৫৪ চনব পৰা কনিহা, সৰ্থেবাৰী, বনগাঁও আৰু জালুকবাৰী হাইস্কুলৰ শিক্ষকতা কৰি ১৯৮৫ চনত জালুকবাৰীৰ পৰা প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। আজীৱন কৰ্ম-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল এইগৰাকী বৰেণ্য সাহিত্যিকে জীৱনৰ ঘাত প্ৰতিঘাতৰ দুৰ্গম পথ নেওচি আজীৱন সাহিত্য সাধনা কৰি ২০০০ চনৰ ৩০ আগষ্টৰ দিনা হৃদৰোগত আক্ৰান্ত হৈ এই সংসাৰৰ পৰা চিৰ বিদায় মাগিলে।

তেওঁ জীৱন মৰুভূমিৰ কাঁইটনিত পতিত হৈয়ো অসমীযা সাহিত্য জগত উপন্যাস, গল্প, প্ৰবন্ধ, নাটক আদিৰে সজাই থৈ যায়। ইমানবোৰ প্ৰতিভাৰে সাহিত্যজগতৰ পৰিসৰ বিস্তৃত কৰা এই গৰাকী লিখকৰ সাহিত্যকৃতিৰ স্বাক্ষৰ হ'ল ঃ **'প্ৰায়শ্চিত্ত'** (১৯৪৯), **'গৰাখহনীয়া'** (১৯৫৪), **'এইখন আমাৰ সমাজ'** (১৯৭২), **'এধুপি গল্প'** (১৯৮২), **'গল্পটো লিখা নহ'ল'** (১৯৯২), **'আকৌ গৰাখহনীয়া'** (১৯৯২), প্ৰভৃতি গল্পপুথি; **'অসমীৰ প্ৰাণৰ কথা'** (১৯৬১), **'বিহুৱান'** (১৯৭৬), **'শীৰ্যসম্মিলন'** (১৯৮২), **'মন্ত্ৰীৰ হুকুম'** (১৯৮৩), আদি নাটক, **'পশ্চিম বংগত মাটিকাৰ'** (১৯৬২), **'জাতীয় চৰকাৰ'** (১৯৮২), **'অসমীয়া জাতি টিকিবনে?'** আদি প্ৰৱন্ধ-পুথি (১৯৮৩) **'আজিৰ মানুহ'** (১৯৫২), **'নতুন পথ'** (১৯৫৪), **'মাটিকাৰ'** (১৯৫৬), **'ভাৰাঘৰ'** (১৯৫৭), **'আচল মানুহ'** (১৯৬৩), **'এয়েতো জীৱন'** তিনিখণ্ড (১৯৬০), **'সীমাৰ কাজিয়া', 'বৈৰী মানুহ'** (১৯৬৫), **'জীৱন সংঘাত'** (১৯৬৯), **'ইতিহাসে সকীয়ায়'** (১৯৭২), **'সুখৰ সংঘাৰ'** (১৯৭৫), **'নিৰ্যাতিতা সতী'** (১৯৮০), **'কামপত্নী'** (১৯৮১), **'গাঁৱৰ মানুহ'** (১৯৯৬), আৰু **'বাঁৰীৰ কোঁৱৰ'** শিশু উপন্যাস (১৯৯৫)। মৃত্যুৰ আগৰ্ত্তত হিতেশ ডেকাদেৱে 'সাহসী ল'ৰা' (শিশু উপন্যাস) আৰু 'ত্যাগ' নামৰ দুখন উপন্যাস ৰচনা কৰে যদিও দুয়োখন মৃত্যুৰ পিছতহে অৰ্থাৎ ডিচেম্বৰ মাহত প্ৰকাশিত হয়।

হিতেশ ডেকাদেৱৰ উপন্যাসবোৰত বাস্তৱ জীৱনৰ ছবি অতি স্পষ্ট। কল্পনাৰ ৰহণ তেওঁৰ উপন্যাসত নাই বুলিবই পাৰি। সেয়ে তেওঁ **'আজিৰ মানুহ'** উপন্যাসৰ আৰম্ভণিত কৈছে ঃ

> কল্পনাৰ কুহেলিকা নোহে উপন্যাস ঃ
> ই যে সমাজৰ সত্য জীৱন বিন্যাস।[1]

হিতেশ ডেকাদেৱৰ সামাজিক উপন্যাসত গান্ধীৰ সমবায় আন্দোলনৰ আদৰ্শ পৰিস্ফুট হৈছে। হিতেশ ডেকাদেৱৰ জন্ম হৈছিল এনে এটি দৰিদ্ৰ পৰিয়ালত, য'ত তেওঁ ক্ষণে ক্ষণে দেখিছিল অভাবে

জুৰুলা কৰা সংসাৰ জীৱন।

ঔপন্যাসিক ডেকাদেৱৰ আটাইবোৰ উপন্যাস সামাজিক আদৰ্শৰে প্ৰভাৱান্বিত। তেওঁৰ উপন্যাস সমূহত গাঁও আৰু চহৰৰ চিত্ৰ জল জল পট পটকৈ পৰিস্ফুট হৈছে। ডেকাদেৱৰ উপন্যাসবোৰত ধনী দুখীয়াৰ মাজত দেখা দিয়া সংঘাত পাঠকৰ মনত স্পষ্টভাবে ধৰা দিছে। তেওঁৰ উপন্যাসবোৰত বাস্তৱজীৱন যিদৰে স্পষ্ট সেইদৰে কল্পনা ৰাজ্যৰ আধিপত্যও উলাই কৰিব নোৱাৰি। তেওঁ **'ভাৰাঘৰ'** উপন্যাসৰ 'মোৰ কথা'ৰ প্ৰাৰম্ভতে লিখিছে ঃ

"বাস্তৱ অভিজ্ঞতা নাথাকিলে উকা কল্পনাক লৈ লিখা সাহিত্য সপোন বুলীয়া হ'লেও হৃদয়গ্ৰাহী হোৱা কঠিন।"[২]

হিতেশ ডেকাদেৱে বাস্তৱ ঘটনাৰ লগত কল্পনাৰ ৰহন সনাৰ বাবে তেওঁৰ প্ৰতিখন উপন্যাস পাঠক সমাজৰ চিত্তস্পৰ্শী হৈ উঠিছে। তেওঁৰ প্ৰতিখন উপন্যাসত যিদৰে গ্ৰাম্য জীৱন ফুটি উঠিছে তেনেকৈ প্ৰেমৰ অভিব্যক্তিও ঠায়ে ঠায়ে পোৱা যায়। ভাৰাঘৰ উপন্যাসত ডেকাদেৱে লিখিছেঃ

"প্ৰেমৰ বুকুতে আছে বিৰহ বেদনা।
বিৰহৰ বেদনাতে মিলন ৰচনা।।"[৩] (ডেকা হিতেশ, **'ভাৰাঘৰ'**)

হিতেশ ডেকাৰ উপন্যাসৰ ভাষা প্ৰয়োগ পদ্ধতি চিত্তাকৰ্ষক। তেওঁৰ উপন্যাসৰাজিৰ এটি মনকৰিবলগীয়া বিশেষত্ব হৈছে শব্দ প্ৰয়োগৰ বিচিত্ৰতা। ডেকাদেৱ যিহেতু নিজে গাঁৱলীয়া কৃষক পৰিয়ালৰ সন্তান সেয়ে তেওঁৰ ৰচনাৰাজিত চহা-কৃষকৰ সহজ-সৰল জীৱনৰ চিত্ৰ প্ৰস্ফুটিত হৈছে।

হিতেশ ডেকাৰ আজিৰ মানুহ গ্ৰাম্য পটভূমিত ৰচিত এখন সামাজিক সমস্যামূলক উপন্যাস। উপন্যাসখনত চহৰৰ জীৱনধাৰাৰ কিছু প্ৰলেপ আছে যদিও মুখ্যতঃ ই এখন গাঁৱলীয়া জীৱন প্ৰণালী অংকিত উপন্যাসহে। প্ৰতাপ আৰু নীলিমাৰ প্ৰেম লগতে বিয়োগান্তক পৰিণতি যদিও উপন্যাসখনৰ উপজীব্য তথাপি ইয়াত সাঙোৰ খাই আছে ভালেমান উপঘটনা। উপন্যাসখনত গ্ৰাম্যজীৱন তথা কৃষক সমাজৰ বিপ্লৱৰ কথা বৰ্ণিত আছে যদিও ইয়াত প্ৰেমৰ তীব্ৰতা গভীৰ ভাবে দেখা দিছে। প্ৰতাপ আৰু নীলিমাৰ প্ৰেমত বিৰহৰ সুৰ অতি গভীৰভাবে ফুটি উঠিছে। উপন্যাসখন শেষ অংশত যেতিয়া প্ৰতাপে দদায়েক মাধৱৰ দুঃখিত হৃদয়ক শাঁত পেলাবলৈ নিজৰ প্ৰেম অৰ্থাৎ নীলিমাক ত্যাগ কৰিবলগীয়া হৈছে তেতিয়া প্ৰতাপে নিজৰ প্ৰেম হেৰুৱাৰ বেদনাত কৈছে ঃ

"তুমি জানা নীলি, আজি মই কি ধন হেৰুৱালোঁ? যাক ওৰে জীৱন চেষ্টা কৰিও মানুহে অৰ্জন কৰিব নোৱাৰে, সেই নাৰী-অন্তৰ এখনি আজি মই স্বইচ্ছাৰে নেওচিলোঁ। উহ্ কি হতভাগ্য মই! কি পষাণ মই!!"[৪]

গ্ৰাম্য জীৱনধাৰাৰ অনুপুংখ বৰ্ণনা, প্ৰেমৰ গভীৰতা তথা বিৰহৰ আৰ্তক্ৰন্দনেৰে পৰিপুষ্ট ডেকা দেৱৰ **"আজিৰ মানুহ"** নামৰ উপন্যাসখনত আছে - গাঁৱলীয়া মানুহৰ চাল-চলন, আচাৰ ব্যৱহাৰ, অন্ধবিশ্বাস, কু-সংস্কাৰ আদি বিভিন্ন প্ৰবৃত্তিৰ বিবৰণ।

গ্ৰাম্য জীৱনধাৰাৰে ৰচিত তিনিটা খণ্ড বিশিষ্ট বৃহদায়তনিক আন এখন উপন্যাস হ'ল **'এয়েতো জীৱন'**। গাঁৱলীয়া জীৱন ধাৰাৰ পৰিপূৰ্ণ স্বৰূপ এই উপন্যাসখনৰ মাজেৰে প্ৰতিভাত হৈছে। উপন্যাসখনৰ তৃতীয় খণ্ডত নগৰীয়া পটভূমি চিত্ৰিত হৈছে যদিও উপন্যাসখন প্ৰধানতঃ গাঁৱলীয়া পটভূমি সন্নিবিষ্ট; গ্ৰাম্যজীৱন প্ৰণালী যে উপন্যাসখনৰ ঘাই সুৰ সেই কথা ঔপন্যাসিকে নিজে পাতনিত লিখিছে ঃ

এয়েতো জীৱন বন্ধু এয়েতো জীৱন/আছে য'ত সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ মিলন। স্বৰগৰ কথা নহয়- এই মাটিৰ পৃথিৱীৰ কথা। পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয় - ক্ষুদ্ৰ গাঁও এখনিৰ কথা।

**'এয়েতো জীৱন'** উপন্যাসখনত বিভিন্ন চৰিত্ৰই ভুমুকি মাৰিছে। অসমীয়া গাঁৱৰ সমাজ-জীৱন অতি সৰল সহজভাবে ইয়াত চিত্ৰিত হৈছে। উপন্যাসখনৰ প্ৰধান চৰিত্ৰ উমা আৰু বলোৰাম। উমা বলোৰামৰ প্ৰেম কাহিনীয়ে এই কথা স্পষ্ট কৰে যে ডেকাদেৱৰ **'এয়েতো জীৱন'** উপন্যাসখনতো কিছু কিছু পৰিমাণে প্ৰেমৰ প্ৰভাব পৰিলক্ষিত হৈছে।

বলোৰাম হ'ল ভৈৰৱ মহাজনৰ মাল কঢ়িওৱা গাৰোৱান। আনহাতে মহাজনৰ ড্ৰাইভাৰজনে বলোৰামৰ বাগদত্তা অৰ্থাৎ উমাক পাবৰ বাবে সিহঁতৰ মিলন পথত কণ্টকৰূপে থিয় দিয়ে। ড্ৰাইভাৰৰ চাতুৰীক নেওচি বলোৰাম আৰু উমাৰ বিয়া হৈ যায়। এই কাৰ্যত ড্ৰাইভাৰ ঈৰ্ষান্বিত হৈ উঠে আৰু বলোৰামৰ মনত উমাৰ প্ৰতি সন্দেহ আৰু ঘৃণাৰ ভাব জাগ্ৰত কৰি দিয়ে; ফলত বলোই উমাক ককৰ্শ্য কৰি চৰিত্ৰহীনা আখ্যা দি সংসাৰ জীৱনৰ প্ৰতি অতিষ্ঠ হৈ উঠে আৰু গাঁও ত্যাগ কৰি চহৰলৈ গুচি যায়। কিন্তু মহাজনৰ সৰু পুতেক বীৰেনৰ সততা আৰু সান্নিধ্যত ড্ৰাইভাৰ আৰু গাঁৱৰ দুষ্টা দুই নাৰী জেতুকী বাই আৰু কাঞ্চন পেহীৰ মনোবৃত্তি সলনি হয় আৰু সৎ পথলৈ উভতি আহে। কিন্তু গাঁৱৰ তিৰোতাবোৰে উমাক কুচৰিত্ৰৰ নাৰীৰ শ্ৰেণীত তুলনা কৰি যিহতে তিহকে কয়। এই কাৰ্যই গাঁৱলীয়া সমাজত বিবাহিতা স্ত্ৰীয়ে স্বামীৰ লগত নথকাটো কিমান লজ্জা আৰু অশালিনতাৰ কথা সেয়া গাঁওৰ তিৰোতাজনৰ কথাৰ পৰা ওলাই পৰে। ডেকাদেৱে উপন্যাসখনত - গাঁৱলীয়া সমাজৰ চিত্ৰ জলজল পট পটকৈ অংকিত কৰিছে। বলোৰামে আনৰ কথাত ভোল গৈ নিজৰ স্ত্ৰীক চৰিত্ৰহীনা বুলি পৰিত্যাগ কৰা কথাই বলোৰাম যে গাঁৱলীয়া সমাজপ্ৰণালীৰে আবদ্ধ সহজ, সৰল, হোজা ব্যক্তি সেই কথা উপন্যাসখনত স্পষ্টৰূপে ধৰা দিছে। ইয়াত ডেকাদেৱে প্ৰধানকৈ গ্ৰাম্যজীৱনক প্ৰাধান্য দিলেও আচলতে মানবজীৱনৰ চিৰন্তন ৰূপ ফুটাই তুলিবলৈহে গভীৰ প্ৰয়াস কৰিছে। বৃহৎ কলেবৰৰ **'এয়েতো জীৱন'** নামৰ উপন্যাসখন হিতেশডেকাদেৱৰ 'জীৱনৰ কীৰ্তিস্তম্ভ স্বৰূপ' বুলি ড° নীল মোহন ৰায়ে কৰা মন্তব্য যথাৰ্থ হৈছে।

ডেকা দেৱৰ 'বৈৰী মানুহ' এখন দেশপ্ৰেমমূলক উপন্যাস। 'আচল মানুহ' উপন্যাসখন নগৰ কেন্দ্ৰিক। কথাশিল্পী হিতেশ ডেকাৰ উপন্যাসৰ আটাইতকৈ উজ্জ্বলতম দিশটো গ্ৰাম্যজীৱনৰ প্ৰতিফলন। সামাজিক উপন্যাসৰ উপৰিও তেওঁৰ শিশুধৰ্মী উপন্যাস **'বাঁৰীৰ কোঁৱৰো'** গ্ৰাম্য জীৱনৰ চিত্ৰৰে সমুজ্জ্বল। সহজ-সৰল ভাষা আৰু আঁৰলগা শব্দচয়ন সন্নিবিষ্ট **'বাঁৰীৰ কোঁৱৰ'** উপন্যাসখন সকলো শ্ৰেণীৰ পাঠকে সহজে হৃদয়ংগম কৰিব পাৰে। মুষ্টিমেয় চৰিত্ৰৰ সমাবেশেৰে ৰচিত **'বাঁৰীৰ কোঁৱৰ'** ডেকাদেৱৰ সবাতোকৈ চমু উপন্যাস।

অসমৰ এখন বিখ্যাত গাওঁ। সেই গাৱঁৰ এগৰাকী বিধবাৰ একমাত্ৰ সন্তান এই বাঁৰীৰ কোঁৱৰ। বাঁৰীৰ কোঁৱৰেই উপন্যাসখনৰ প্ৰধান চৰিত্ৰ। বাৰীৰ কোঁৱৰ নামৰ সেই উৎপতীয়া ল'ৰাটোৰ কাহিনীয়ে উপন্যাসখনৰ প্ৰধান উপজীব্য। সৰুতে বাপেক মৰা বাঁৰীৰ কোঁৱৰ বৰ অঘাইতং ল'ৰা। চাৰিওপিনে দুষ্টালি কৰি য'তে ত'তে আউল লগাই ফুৰে কাৰণে গাঁৱৰ মানুহে তাক বাঁৰীৰ কোঁৱৰ বুলি মাতে। তাৰ বুদ্ধি আৰু বল দুয়োটা সমান। সেয়ে গাঁৱৰ ল'ৰাবোৰে তাক সহজে জোকাবলৈ ভয় কৰে। এদিন তাৰ খেলৰ লগৰীয়া কনকে "বাঁৰীৰ কোৱৰ গাহৰীৰ চোঁৱৰ" বুলি জোকোৱাত সি তাক এটা প্ৰচণ্ড চৰ সোধাই দিলে। তাৰ মাৰত সি চিঞৰি দিলে। বাঁৰীৰ কোঁৱৰে তাক মাৰি ঘৰলৈ গৈ দেখিলে মাকে গোসাইঘৰত গোসাই সেৱা কৰি আছে। সি কেবাবাৰো মাকক মতাত মাকে তাৰ কথাক ভ্ৰূক্ষেপ নকৰি গোসাই সেৱা কৰাত ব্যস্ত। তাকে দেখি তাৰ বৰ খং উঠিল আৰু গোসাই ঘৰলৈ গৈ খঙেৰে কৈ উঠিল "তোক মই মাতি আছো, কিন্তু তই নামাত কিয়? তোৰ পিতলৰ গোসায়ে তোক মাতিবলৈ মানা কৰিছে নেকি? আজি তোৰ পিতলৰ গোসাইক মই মজাপালি দিম।"[৭]

এই বুলি কৈ পিতলৰ গোসাইটো হাতত তুলি লৈ সি দৌৰ মাৰিলে। তাৰ কাৰ্য দেখি মাকে চিঞৰিব ধৰিলে। সি মাকৰ কথাক কাণ নিদি দৌৰি গৈ জানটোত পেলাই দিলে। ইয়াৰ পৰাই

বাঁৰীৰ কোঁৱৰৰ দুষ্টালিৰ পৰিচয় পোৱা যায়। সেই বাঁৰীৰ কোৱৰে তাৰ দুষ্টালিবোৰৰ কথা ভাবি অনুশোচনা কৰিলে আৰু সি কেতিয়াও মাকক আৰু গাঁৱৰ মানুহক কষ্ট নিদিয়াৰ পণ কৰিলে। তাৰ পৰিবৰ্তনৰ মূল কাৰণ হ'ল গোসাই জানত দলিয়াই দিয়া জানৰ পাৰত পাৰ হ'বলৈ নাওখনি থকা বুঢ়ীজনী। বাঁৰীৰ কোঁৱৰ দুষ্ট হ'লেও তাৰ অন্তৰখন যে অতি নিৰ্মল আৰু দয়ালু সেই কথা বুঢ়ীজনীক নাও পাৰ কৰাই বুঢ়ীৰ চাউলৰ টোপোলাটো কঢ়িয়াই ঘৰত থৈ অহাৰ পৰাই প্ৰমাণ পোৱা যায়। তেতিয়াৰ পৰাই বাঁৰীৰ কোঁৱৰৰ মতি সলনি হ'ল। সি স্কুললৈ যাব ওলাল, গাঁৱৰ মানুহকো সহায় কৰিব ধৰিলে। এদিনা কৃষ্ণ আৰু গোপালৰ কাজিয়া বাঁৰীৰ কোঁৱৰে উপস্থিত বুদ্ধিৰে ভাঙি দিলে। আনকি সেই কাজিয়াক লৈ সিহঁতৰ বাপেকৰো কাজিয়া লাগিল; আৰু সেই কাজিয়াও বাঁৰীৰ কোঁৱৰে ভাঙি দিলে। কাজিয়াৰ চেলু লৈ গোসাই ঘৰত মেল হ'ল আৰু বাঁৰীৰ কোঁৱৰে সিহঁতৰ কাজিয়া ভাঙি দিয়া বুলি সাখী কলে। তাৰ কাৰ্যত পণ্ডিত সুখী হ'ল আৰু তাৰ উপস্থিত বুদ্ধিক প্ৰশংসা কৰিলে। এদিন গোপাল আৰু তাৰ বাপেকে সন্ধিয়া নাৱেৰে জান পাৰ কৰাই আনক যে উপকাৰ কৰিব লাগে সেই কথা বুজালে। ফলত বাঁৰীৰ কোঁৱৰৰ প্ৰতি থকা সিহঁতৰ বেয়া মনোভাৱ সলনি হ'ল আৰু তাৰ ওচৰত কৃতজ্ঞ হৈ ৰ'ল। আনকি গোপালহঁতৰ ঘৰৰ ভিতৰত সোমোৱা ফেঁটীসাপটোকো বুদ্ধিৰে খেদি বাঁৰীৰ কোঁৱৰে সিহঁতৰ মাক আৰু ভনীয়েকৰ প্ৰাণ ৰক্ষা কৰিলে। এই চমুকাহিনীটোৰ পৰা এই কথা প্ৰতীয়মান হৈছে যে চেষ্টাৰেহে জীৱনক সৎ আৰু বিশ্বাসী কৰিব পাৰি। উপন্যাসখনত বাঁৰীৰ কোঁৱৰৰ মাক এগৰাকী আদৰ্শ মাতৃ হিচাপে চিত্ৰিত হৈছে। মাকে যেতিয়া তাক ভালকৈ পঢ়ি শুনি ডাঙৰ মানুহ হ'ব লাগিব বুলি ক'লে। তেতিয়া সি মাকক সুধিলেঃ

"ডাঙৰ মানুহ কি আই?"

সকলো ৰাইজে জনা মানুহক ডাঙৰ মানুহ বোলে। দুষ্ট বিলাককো সকলোৱে জানে, গতিকে সিহঁতো মানুহনে?

দুষ্টক বেয়া বুলিহে ৰাইজে জানে। ভাল মানুহ বুলি জনাজাত লোকককহে ডাঙৰ মানুহ বোলে। ডাঙৰ হ'লে বুজিবি। এতিয়া তই দুষ্টৰ লগত নুফুৰিবি মাথোন।"[৮]

এই কথাখিনি বাঁৰীৰ কোঁৱৰ আৰু মাকৰ উক্তি। মাক গাঁৱলীয়া হোজা অশিক্ষিত হ'লেও পুতেকক সদায় সৎপথত চলিবলৈহে তেওঁ উদগনি দিয়ে। এই চৰিত্ৰটো সকলো মাতৃৰ বাবে এটি আদৰ্শ চৰিত্ৰ। চেষ্টাৰেহে জীৱন গঢ়িব পাৰি আৰু বাঁৰীৰ কোঁৱৰ তাৰেই প্ৰমাণ বুলি ডেকাদেৱে উপন্যাসৰ শেষত প্ৰকাশ কৰি গৈছে। উপন্যাসখনত গাঁৱলীয়া সমাজৰ পৰিপূৰ্ণ ছবি ৰূপায়িত হৈছে। বাঁৰীৰ কোঁৱৰে লগ পোৱা বুঢ়ী গৰাকীৰ কথাবতৰাত সহজ সৰল ভাব-ভংগী। গাঁওখনত থকা জানটো নাৱেৰে পাৰ হোৱা কাৰ্যলৈ চাই গাঁওখন যে একেবাৰে অনুন্নত সেই কথা লক্ষ্য কৰা যায়। গাঁৱত থকা পুৰণিকলীয়া মেল মিটিং, বহল সমাজ ব্যৱস্থাৰ কথাও উপন্যাসত বিদ্যমান।

গ্ৰাম্য জীৱনৰ ছবি তথা ভাষাৰ সৰলতাই উপন্যাসখন সকলো শ্ৰেণীৰ পাঠকৰ বাবে হৃদয়ংগম কৰাত সহজ কৰি তুলিছে। বিশেষকৈ শিশুসকলেও এই উপন্যাসখন তেওঁলোকৰ ভৱিষ্যত আদৰ্শৰ লাইখুটা ৰূপে জীৱনৰ প্ৰতিখোজতে উপলব্ধি কৰিব পাৰে।

অন্যান্য সামাজিক উপন্যাসবোৰৰ ক্ষেত্ৰতো এই একে কথাই প্ৰযোজ্য। ডেকাদেৱৰ উপন্যাসৰ মান সদায় সাহিত্যজগতত উচ্চ হৈ থাকিব। আগমুহূৰ্তলৈকে কলম স্তব্ধ নকৰা এই মহান কথাশিল্পী গৰাকী সাহিত্য জগতত চিৰদিন অমৰ হৈ থাকিব।

□□□□□

# মানুহৰ ঔপন্যাসিক হিতেশ ডেকাৰ 'এয়েতো জীৱন'

চিত্ত ডেকা

সাধাৰণ মানুহৰ জীৱনৰ সুখ-দুখ, প্ৰেম ভালপোৱা, হাঁহি-কান্দোন, বিৰহ-মিলন আৰু অন্তৰৰ সকল অনুভূতিক উপন্যাসৰ কাহিনীত বাংময় কৰি তুলব পৰা নৈপুন্যৰ বাবেই হিতেশ ডেকা হ'ল মানুহৰ ঔপন্যাসিক। মানুহৰ প্ৰতি থকা দুৰ্বলতা আৰু মানুহৰ জীৱনৰ প্ৰতি থকা অন্তৰ্দৃষ্টিৰে মানুহৰ প্ৰাত্যহিক ঘটনাৰে উপন্যাস ৰচনা কৰাৰ বাবে তেখেতক অনুপ্ৰাণিত কৰিছিল। তেখেতে এবাৰ আমাক নিজেই কৈছিল—

> "পৃথিৱীৰ মানুহক মই ভালপাওঁ, মানুহৰ দুখ-দৈন্য দেখি অভিভূত হওঁ, মানুহৰ স্বভাৱ চৰিত্ৰ দেখি আচৰিত হওঁ, মানুহৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত্তৰ অনুভৱকে মই উপন্যাসত ঠাই দিব বিচাৰো। মানুহ মোৰ প্ৰিয়বাবেই মানুহ নামেৰেই উপন্যাসৰ নামাকৰণো কৰিছোঁ। 'আজিৰ মানুহ', 'আচল মানুহ', 'বৈৰী মানুহ'ৰ পিছত আৰম্ভ কৰিছোঁ 'গাঁৱৰ মানুহ'।

'গাঁৱৰ মানুহ' উপন্যাসখন খণ্ড খণ্ডকৈ তৃষ্ণাতুৰ নামৰ আলোচনীখনত প্ৰকাশ হৈ থকাৰ সময়তে তেখেতে কোৱা কথাৰ তাৎপৰ্য অনুভৱ কৰি আমি অভিভূত হৈছিলো। তাৰোপিছত তেখেতে নিজৰ জীৱনক লৈ উপন্যাস লিখাৰ কথা ভাবিছিল আৰু সেইখন উপন্যাসৰ নাম কিজানি 'মাটিৰ মানুহ' ৰখাৰ পৰিকল্পনাও কৰিছিল। অৱশ্যে তাৰ আগতে 'ত্যাগ' লিখিবলৈ গৈ তেখেতে পঞ্চভূতী দেহ ত্যাগ কৰি, পঞ্চভূতত বিলীন হৈ গ'ল। কিন্তু তেখেতৰ উপন্যাসসমূহ সৰ্বসাধাৰণ পাঠকৰ বাবে আদৰণীয় হৈয়ে আছে। কাৰণ তেখেতৰ উপন্যাসৰ কাহিনীৰ সৈতে মিহলি হৈ আছে অসমৰ গাঁৱৰ মাটিৰ গোন্ধ। গাঁৱৰ সহজ-সৰল মানুহৰ সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলনৰ ছবি উপন্যাসৰ পাতত ভাস্বৰ হৈ আছে। গাঁৱৰ বোকামাটি গছকি ডাঙৰ দীঘল হোৱা হিতেশ ডেকাই গাঁৱৰ মানুহৰ সমস্যাৰ লগত একাত্ম হৈ থকা বাবেই উপন্যাসৰ চৰিত্ৰ সৃষ্টিত বাস্তৱ চৰিত্ৰ সমুজ্জ্বল হৈ উঠে। পঢ়িলে এনে লাগে যেন উপন্যাসৰ প্ৰতিটো চৰিত্ৰ গাঁৱৰ সমাজখনত সুখে-দুখে জীয়াই থকা একোটি বাস্তৱ চৰিত্ৰ— সেয়া 'আজিৰ মানুহ'ৰ মাধৱ, প্ৰতাপ, কল্যানী, নীলিমাই হওক বা 'আচল মানুহ'ৰ দীপালী, মদনেই হওঁক, বা 'বৈৰী মানুহ'ৰ আহমদ, আলিমুনিছাই হওঁক, বা 'নতুন পথ'ৰ বিজয়, শান্তিয়েই হওঁক, বা 'এয়েতো জীৱন'ৰ বলোৰাম, উমা, বীৰেনেই হওঁক বা 'জীৱন সংগ্ৰাম'ৰ যশোদা, হলধৰেই হওঁক। গ্ৰাম্য চৰিত্ৰ-চিত্ৰণ হিতেশ ডেকাৰ বেছিভাগ উপন্যাসৰে এক উল্লেখযোগ্য দিশ। চাকৰিসূত্ৰে তেখেতে জালুকবাৰীৰ কাষৰ গাড়ীগাঁৱত বাস কৰিলেও শৈশৱ, কৈশোৰ আৰু যৌৱন অতিক্ৰম কৰা তেখেতৰ জন্মস্থান সৰ্থেবাৰীৰ মোহত মোহাচ্ছন্নহৈ আছিল আজীৱন। নিজ গাঁৱৰ প্ৰতি থকা অকৃত্ৰিম মোহ আৰু দুৰ্বলতাৰ উমান পোৱা যায় তেখেতৰ বেছিভাগ উপন্যাসৰে চৰিত্ৰ-চিত্ৰণত। তেখেতৰ উপন্যাসৰ ভিতৰত 'আজিৰ মানুহ', 'আচল মানুহ', 'জীৱন সংঘাত', 'এয়েতো জীৱন', 'নতুন পথ', 'গাঁৱৰ মানুহ' আৰু 'ত্যাগ' পঢ়িলে সৰ্থেবাৰীৰ বাটে ঘাটে লগ পোৱা বহুতো চিনাকি মানুহৰ চৰিত্ৰ প্ৰত্যক্ষ কৰা যায়। সেই চৰিত্ৰবোৰৰ মাজৰ কিছুমান এতিয়াও জীয়াই আছে আৰু কিছুমানে জীৱনৰ ওখোৱা মোখোৱা পথ পৰিভ্ৰমণ কৰি ক্লান্ত আৰু অৱসাদগ্ৰস্ত হৈ মৃত্যুক সাৱটি

লৈছে। সম্পূৰ্ণ গাঁৱৰ পটভূমিত গ্ৰাম্য সমাজৰ খুটি-নাটি অকপটে উদঙাই দি ৰচনা কৰা **'এয়েতো জীৱন'**ৰ পৃষ্ঠভূমিত ঔপন্যাসিক ডেকাই নিজেই আশাব্যঞ্জক অভিব্যক্তিৰে লিখিছে—

> "এয়েতো জীৱন বন্ধু, এয়েতো জীৱন— আছে য'ত সুখ-দুখ, হাঁহি-অশ্রু, বিৰহ-মিলন-স্বৰগৰ কথা নহয়, এই মাটিৰ পৃথিৱীৰ কথা। পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয়—. ক্ষুদ্ৰ গাঁও এখনিৰ কথা। দেৱতাৰ কথা নহয়, কথা মানুহৰ। ডাঙৰ মানুহ, সম্মানিত অসাধাৰণ মানুহৰ কথা নহয়, সামান্য মানুহ, সাধাৰণ গাঁৱলীয়া মানুহৰ কথা। সাধাৰণ গাঁৱলীয়া জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনকে লৈ ৰচিত হ'ল এই কাহিনী - এই উপন্যাস। অসম দেশৰ অসমীয়া সমাজৰ বিশেষকৈ গাঁৱলীয়া সমাজৰ এখনি চিত্ৰ এই **'এয়েতো জীৱন'**। কিন্তু সিয়ে হয়তো স্পৰ্শ কৰিব পাৰে বিশ্বমানৱৰ চৰিত্ৰ।"

হিতেশ ডেকাৰ আটাইকেইখন উপন্যাসৰ ভিতৰত **'এয়েতো জীৱন'**তে গ্ৰাম্য জীৱনৰ ছবি আটাইতকৈ বেচি স্পষ্ট, নিভাঁজ অথচ কাৰুণ্যৰে সিক্ত। গাঁৱলীয়া সমাজৰ হিংসা-অসূয়া, সহজ-সৰল প্ৰেম ভালপোৱা, কুট-কৌশল, উদাৰতা, সহৃদয়তা আদি সকলো দোষ-গুণকে নিৰ্মোহভাৱে উদঙাই দিয়া বাবে উপন্যাসখন গাঁৱলীয়া পাঠকৰ বাবে অধিক মৰ্মস্পৰ্শী আৰু জনপ্ৰিয় হৈ উঠিছে। হিতেশ ডেকাৰ **'এয়েতো জীৱন'**ৰ প্ৰথম খণ্ড যেতিয়া পোণপ্ৰথমে প্ৰকাশ হৈ ওলায় তেতিয়া আমি সৰ্থেবাৰী হাইস্কুলৰ সপ্তমমান শ্ৰেণীত পঢ়োঁ। এটাৰ পিছত আন এটাকৈ সম্পূৰ্ণ তিনিটাখণ্ডত উপন্যাসখন প্ৰকাশ হৈ ওলায়। তেতিয়াই উপন্যাসখন পঢ়াৰ সুযোগ পোৱা নাছিলো যদিও ঔপন্যাসিকজনক কিন্তু মাজে মাজে 'চানেকি প্ৰতিষ্ঠান'ত লগ পাইছিলো। ইমান সাধাৰণ পোছাকপাতিৰে সহজ-সৰল মানুহজনে যে ইমান বৃহৎ উপন্যাস এখন লিখিব পাৰে তাকে ভাবি অত্যন্ত আচৰিত হৈছিলো। কলেজলৈ আহি তেখেতক যেতিয়া গভীৰ আত্মীয়তাৰে লগ পাওঁ তেতিয়া তেখেতৰ স্পষ্টবাদী যুক্তিপূৰ্ণ কথা বতৰা শুনি তেখেতক আমাৰ অভিভাৱক হিচাপে জ্ঞান কৰিবলৈ বাধ্য হৈছিলো। **'এয়েতো জীৱন'**ত হিতেশ ডেকাৰ গাঁৱলীয়া জীৱনৰ অভিজ্ঞতা আৰু তাৰ বাস্তৱ উপলব্ধি বৰ স্পষ্টভাৱে পৰিস্ফুট হৈছে। **'আজিৰ মানুহ'**ত ৰোমাণ্টিক আৱেগ প্ৰৱণতাৰ প্ৰাধান্য অধিক হোৱাৰ বিপৰীতে **'এয়েতো জীৱন'**ত গ্ৰাম্য জীৱনৰ সৰলতা অধিক প্ৰবল হোৱাহে পৰিলক্ষিত হৈছে।

উপন্যাসৰ নায়ক বলোৰাম এজন গাৰোৱান। বলদ গৰুৰে টনা গাড়ীৰ গাৰোৱান। বলোৰামৰ চৰিত্ৰত গাঁৱৰ পাহোৱাল ডেকাৰ ছবি জীৱন্তহৈ উঠিছে। উপন্যাসৰ নায়িকা উমা গাঁৱৰ জীয়ৰী। বোৱাৰী পুৱাতে বিছনা এৰি নৈৰ ঘাটৰ পৰা কলহ ভৰাই পানী অনা, বাঁহী-বন কৰা, ঘৰ চোতাল সৰা, শাক-পাচলি কুটি দিয়া, চাহ কৰা, জলপান সজাই দিয়া আদি নিত্য নৈমিত্তিক কামত অভ্যস্ত গাঁৱৰ ব্যস্ত জীয়ৰী বোৱাৰীৰ প্ৰাত্যাহিক জীৱন যাত্ৰা প্ৰণালীয়ে অসমীয়া গাঁৱৰ বাস্তৱ পৰিৱেশটো দাঙি ধৰিছে। গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে নৈৰ ঘাটলৈ গৈ পানী অনা দৃশ্য ঔপন্যাসিকৰ কাৰ্যকৰী বৰ্ণনাত প্ৰাণৱন্ত হৈ উঠিছে। সেই দৃশ্যৰ বৰ্ণনা পঢ়িলে চকুৰ আগত ভাহি উঠে অসমৰ গ্ৰাম্যাঞ্চলৰ এখনি চিনাকি দৃশ্যপট। ঔপন্যাসিকৰ সেই অনুভৱ বৰ বাস্তৱ অথচ ৰোমাঞ্চকৰ—

> "গাঁৱৰ জীয়ৰী-বোৱাৰী যায় পানী আনিবৰ বাবে নদীঘাটলৈ। পাহাৰৰ কাষৰ নদীঘাটলৈ। জাকে জাকে ওলায় ঘৰৰে গুৱণি জীয়ৰী-বোৱাৰী নদীঘাটলৈ পানী আনিবলৈ, ব্ৰজবালী বধু যায়— যেন যমুনা তটিনী।" (পৃষ্ঠা ৪, 'এয়েতো জীৱন', প্ৰথম খণ্ড)

উপন্যাসৰ মূল উপজীব্য উমা আৰু বলোৰামৰ জীৱনৰ প্ৰেম ভালপোৱা, বিৰহ মিলনৰ লগতে বীৰেনৰ ত্যাগ, ড্ৰাইভাৰৰ আত্মশুদ্ধি লগতে সমাজৰ দ্বন্দ্ব অসূয়া হলেও গাঁৱৰ সমাজ সংস্কাৰৰ উদ্দেশ্যধৰ্মী ইংগিতো পৰিদৃষ্ট হয়। উমা আৰু বলোৰামৰ প্ৰেম কাহিনীৰে আৰম্ভ হোৱা 'এয়েতো

জীৱন'ত মূল কাহিনীৰ সৈতে কেবাটাও আনুষঙ্গিক ঘটনা অবিচ্ছেদ্যভাৱে সাঙোৰ খাই আছে আৰু সেই ঘটনাবোৰৰ লগত জড়িত চৰিত্ৰবোৰৰো গুৰুত্বপূৰ্ণ আৰু অপৰিহাৰ্য ভূমিকা আছে। থুলমূলকৈ কাহিনীটো হ'ল— উমা আৰু বলোৰামৰ মাজত প্ৰেম গঢ়ি উঠিছে ল'ৰালি কালৰে পৰা। বলোৰাম গাৰোবান হ'লেও সুন্দৰ সুঠাম চেহেৰাৰ পাহোৱাল ডেকা। তাৰ চেহেৰা পাতিয়ে যিকোনো গাঁৱলীয়া গাভৰুক আকৰ্ষণ কৰে। বলোৰামৰ মাক দেউতাক ঢুকাইছে— ভায়েক অৰ্জুন তাৰ একমাত্ৰ সাৰথি। উমাৰো মাক ঢুকোৱাৰ পিছত দেউতাক মধুনাথে আৰু এজনী বিয়া কৰালে। সেইজনীৰ ফালৰ পৰা এটি ল'ৰা। নাম পৱন এজনী ছোৱালী। নিজৰ ল'ৰা-ছোৱালী হোৱাৰ পিছত মাহীমাকে উমাৰ প্ৰতি নিষ্ঠুৰ আচৰণ কৰে। গাঁৱৰ মহাজন ভৈৰৱ মধুনাথৰ ককায়েক। কিন্তু এটা পুখুৰীক লৈ দুয়ো ভায়েকৰ মাজত শত্ৰুতা। মহাজনৰ তিনিজন পুতেক নগেন, সুৰেন আৰু বীৰেন। মহাজনে গাঁৱৰ মানুহৰ ওপৰত নিজৰ প্ৰতিপত্তি চলায়। বলোৰামৰ দেউতাকে তেওঁৰ বন্ধু মধুনাথক পুখুৰীটো দান কৰি দিছে। সেই পুখুৰীটোকলৈয়ে মধুনাথ আৰু মহাজনৰ মাজত কাজিয়া। পৱন আৰু অৰ্জুনে মহাজনৰ বাৰীৰ আম খাবলৈ যাওঁতে মহাজনৰ চাকৰে মাৰিবলৈ খেদি অহাত পৱনে তাৰ ৰবৰৰ ফানেৰে শিলগুটি মাৰি চাকৰক জখম কৰি দিয়ে। এইলৈয়ে কাজিয়াৰ সূত্ৰপাত হয়। মহাজনৰ নাতিয়েক জয়চৰণ আৰু তাৰ লগৰীয়াহতে পুখুৰীত মাছ মৰাক লৈ অৰ্জুন আৰু পৱনৰ লগত হতাহতি হয়। মুঠৰ ওপৰত পৱন আৰু অৰ্জুনে মহাজনৰ শোষণৰ বিৰুদ্ধে বাৰে বাৰে প্ৰতিবাদ কৰিছে। পৱন আৰু অৰ্জুনৰ দৰে অঘাইটং ল'ৰাই গাঁওখনত তোলপাৰ লগাই থাকে। পৱন আৰু অৰ্জুনৰ চৰিত্ৰ দুটি গাঁৱৰ অঘাইটং ল'ৰাৰ সাৰ্থক প্ৰতিচ্ছবি। মহাজনে কুটবুদ্ধি কৰি উমাক নিজৰ লৰীৰ ড্ৰাইভাৰৰ লগত বিয়া পাতি দিব খোজে। উমা আৰু বলোৰামৰ সহজ সৰল সম্পৰ্কৰ মাজত প্ৰতিবন্ধকতা সৃষ্টি কৰাৰ বাবে ড্ৰাইভাৰ যেন ধুমকেতু হৈ ওলায়। উমাৰ মাহীমাকেও ড্ৰাইভাৰৰ হাততে উমাক গটাই দিয়াৰ বাবে কুটকৌশল কৰে। অৱশ্যে কলেজত পঢ়ি থকা বীৰেনৰ চেষ্টাত উমা আৰু বলোৰামৰ বিয়াখন হৈ গ'ল। বীৰেনক তেওঁ নিজৰ ল'ৰাৰ দৰে জ্ঞান কৰে। বীৰেন আৰু সৰু বৌয়েকৰ পবিত্ৰ সম্পৰ্কই ডাঙৰ বৌৱেকক প্ৰতিশোধ পৰায়ণা কৰি তোলে। ডাঙৰ বৌৱেক, মহাজন, উমাৰ মাহীমাক ড্ৰাইভাৰৰ ফলীয়া হৈ উমাক ড্ৰাইভাৰৰ হাতত গটাব খোজে। সৰু বৌৱেক আৰু বীৰেনে উমা আৰু বলোৰামৰ সপক্ষে থিয় দিয়ে। বীৰেনৰ লগত ডাঙৰ বৌৱেকৰ ভনীয়েক কুঞ্জক বিয়া দিয়াৰ বাবে ডাঙৰ বৌৱেকে পিছত গৈ উমা আৰু বলোৰামৰ সপক্ষে থিয় দিয়ে। নিজৰ স্বাৰ্থপূৰণৰ বাবে বীৰেনৰ লগত চুক্তিও কৰে— উমা বলোৰামৰ বিয়া হোৱাৰ পিছত বীৰেনে ভনীয়েক কুঞ্জক বিয়া কৰাব লাগিব। বীৰেনে উমাৰ ভৱিষ্যত সুন্দৰ কৰি তোলাৰ বাবে কুঞ্জৰ দৰে বেয়া ছোৱালী এজনীক বিয়া কৰাবলৈ মান্তি হয়। উপন্যাসত বীৰেনৰ উদাৰতা, মহানতা আৰু স্বাৰ্থত্যাগৰ নিদৰ্শন সুন্দৰভাৱে ফুটি ওলাইছে। উমা আৰু বলোৰামৰ বিয়াখন হ'ল যদিও বিয়াৰ পিছতে জেতুকী বাই, কাঞ্চন পেহীহঁতৰ দৰে ঘৰভঙা টুটকীয়া তিৰোতাৰ বুদ্ধি শুনি ড্ৰাইভাৰে বলোৰাম আৰু উমাৰ অকৃত্ৰিম প্ৰেমৰ মাজত সন্দেহৰ বীজ সিঁচি দিবলৈ সক্ষম হ'ল। উমা আৰু ড্ৰাইভাৰৰ মাজত সম্পৰ্ক থকা বুলি সন্দেহ কৰি বলোৰামে অন্তঃসত্বা উমাক এৰি গুচি গ'ল। নিজ ঘৰ এৰি গৈ যাযাবৰী জীৱন যাপন কৰা বলোৰামৰ প্ৰবাসী জীৱনৰ কাহিনীৰ লগত তিনচুকীয়াৰ হৰিচৰণ ঠিকাদাৰ, তেওঁৰ সৰু ঘৈনীয়েক ভবানীপ্ৰিয়াৰ কাহিনীয়ে উপন্যাসৰ কাহিনীক গতিশীলতা প্ৰদান কৰিছে। ভবানীৰ ষড়যন্ত্ৰৰ বলি হৈ লঘু-লাঞ্ছনা ভুগি বলোৰামে যোৰহাটলৈ আহি গজেন্দ্ৰ বৰাৰ ঘৰত লগ পোৱা কুসুম, সৰু বৌৱেক আৰু কল্যাণহঁতৰ চৰিত্ৰয়ো পাঠকক ব্যস্ত কৰি ৰাখে। মূল কাহিনীৰ লগত সংযোগ কৰা আনুষঙ্গিক কাহিনীবোৰৰ মাজত যোগসূত্ৰ ৰক্ষা কৰি চলা বাবে উপন্যাসৰ মূল কাহিনীটোৰ আঁট হেৰাই যোৱা নাই আৰু ইয়াতেই হিতেশ ডেকাৰ দৰে নিপুন কথা শিল্পীৰ সৃষ্টিৰ নৈপুন্য।

বলোৰামৰ অবৰ্তমানত উমাৰ পুত্ৰ সন্তান জন্ম হোৱা, কুঞ্জৰ সৈতে বীৰেনৰ অশান্তিপূৰ্ণ যুগ্ম

জীৱন, মহাজনৰ মৃত্যুৰ পিছত পুতেকহঁতৰ মাজত সম্পত্তিৰ ভাগ বটোৱাৰা, বীৰেনে গাঁৱৰ উন্নতিৰ বাবে অম্বৰ চৰখা বিদ্যালয় স্থাপন কৰা, বোৱা-কটা সমবায় স্থাপন আদি ঘটনাই উপন্যাসৰ কাহিনীক দীঘলীয়া কৰিছে যদিও আমনিদায়ক কৰা নাই। বৰং সেইবোৰ ঘটনাৰ মাজত পাঠকক বুৰাই ৰাখি উপন্যাসৰ কাহিনীক বিচিত্ৰতাহে প্ৰদান কৰিছে। উমাৰ পুতেক বাপুকণৰ বাবে দুৰ্ঘটনাত পৰি বলোৰামক লগ পোৱা আৰু তাৰ পিছত হস্পিটেলত বীৰেনৰ মৃত্যু হোৱা দৃশ্যই উপন্যাসৰ শেষখিনি কাৰুণ্যৰে পৰিপূৰ্ণ কৰি তুলিছে। বীৰেনৰ অন্তিম ক্ষণৰ অনুৰোধ ৰাখিযে উমাৰ প্ৰতি সকলো বেয়াভাৱ পৰিত্যাগ কৰি বলোৰামে গাঁৱলৈ ঘূৰি আহি নাটকীযভাৱে উমাহঁতৰ ঘৰত আলহী হোৱা দৃশ্যই মিলনাত্মক সমাপ্তিৰ ইংগিত বহন কৰিলেও বীৰেনৰ আকস্মিক মৃত্যুৰ বতৰা দিয়াৰ যি এক কৰুণ অধ্যাযৰ সূচনা হ'ল সিযে উপন্যাসৰ পৰিমসাপ্তিক বিয়োগান্তক নাটকৰ শেষ পৰ্যাযলৈ লৈ গ'ল। শেষত সৰু বৌয়েকৰ যুক্তিপূৰ্ণ কথাবোৰে পাঠকৰ অন্তৰত সমবেদনাৰ ফল্গু বোৱাই আনে। সৰুবৌৱেকে বীৰেনক হেৰুৱাই যুক্তি নিষ্ঠভাৱে হিয়া উজাৰি কৈছে—

> " আজিৰ পৰা মোৰ সংসাৰ শূণ্য। সংসাৰত যেতিযা সকলো আকৰ্ষণৰ বস্তু থাকে তেতিযা তাৰ প্ৰতি মাযা জন্মে আৰু সংসাৰত জীযাই থাকিবলৈ তেতিযাহে ইচ্ছা হয, তেতিযা জগতৰ কোনোবাফালে ক্ষতি হ'লে সহ্য নহয। সেই দেখি মানুহে কান্দে। কিন্তু জগতত যাৰ একো মাযা নোহোৱা হয তেতিযা আৰু লাভ ক্ষতি কি? কিয কান্দিব বা কিয় হাঁহিব?"

হাঁহি আৰু কান্দোনৰ মাজেৰেই **'এয়েতো জীৱন'**ৰ সমাপ্তি ঘটোৱা হৈছে। উপন্যাসৰ সমাপ্তি ট্ৰেজেডী নাটকৰ দৰে হৈছে। সৰু বৌৱেক উৰ্বশীৰ আশাভঙ্গৰ অভিব্যক্তিযে দাৰ্শনিক যুক্তিৰ অৱতাৰণা কৰিছে। বলোৰাম আৰু উমাৰ মিলন মুহূৰ্ত্তৰ আনন্দ, বীৰেনৰ মৃত্যু সংবাদে ম্লান কৰি পেলাইছে। বলোৰামৰ ভায়েক অৰ্জুনৰ অকাল মৃত্যুৱে বলোৰাম আৰু উমাক যিমান গভীৰ বেথা দিছিল তাতকৈ বেচি কঠিন আঘাত দিলে বীৰেনৰ মৃত্যুৱে।

হিতেশ ডেকাৰ উপন্যাসৰ কাহিনীত সমাজ সংস্কাৰ আৰু গান্ধীবাদী চিন্তাধাৰাৰ সুৰ স্পন্দিত হোৱা দেখা যায়। **'এয়েতো জীৱন'**ৰ কাহিনীত সেই একেধৰণৰ আদৰ্শৰ দৃষ্টান্ত পৰিলক্ষিত হয়। ঔপন্যাসিকৰ স্বাভাৱিক ব্যঙ্গাত্মক বাক চাতুৰ্যই নাটকীয় পৰম্পৰাক অধিক সজীৱ কৰি তুলিছে। মাজে মাজে তেখেতে কেতবোৰ গাঁৱলীয়া পটন্তৰ, প্ৰধানতঃ নীতিকথা পৰিস্থিতি সাপেক্ষে দাঙি ধৰি অধিক ৰসাল কৰি তোলে। তেখেতৰ কাহিনী কথনৰ ধৰণ আৰু এটা কাহিনীৰ লগত আন এটা কাহিনীৰ যোগসূত্ৰ ৰক্ষা কৰাৰ কৌশল অতি চমকপ্ৰদ। তেখেতে চৰিত্ৰৰ মুখেৰেই নিজৰ ভাবাদৰ্শ প্ৰকাশ কৰে। জীৱনক তেখেতে গভীৰভাৱে উপলব্ধি কৰিছে। সেই উপলব্ধি কল্পনাপ্ৰসূত নহয— বৰ বাস্তৱ—

> **—"জীৱন যে ক্লেশময়, জীৱনত নিজেও কান্দিব লাগিব আৰু আনকো যে কন্দুৱাব লাগিব তাৰ প্ৰথম সাক্ষী হ'ল আমাৰ জন্মদিন। তথাপি এই কান্দোনৰ বুকুত আছে তৃপ্তি, আনন্দ— সৃষ্টিৰ আনন্দ— নৱজন্মৰ আনন্দ। সৃষ্টিত আনন্দ আছে স্ৰষ্টাৰ, তৃপ্তি আছে সৃষ্টিৰ। জন্মত আনন্দ আছে জন্ম দাতৃ মাতৃৰ আৰু জন্মৰ আনন্দ আছে শিশুৰ। আমাৰ জীৱনৰ পাতনিতে বৈ আছে বেদনা আৰু কান্দোনৰ মধুৰ মিলন, সৃষ্টি আৰু স্ৰষ্টাৰ মধুৰ মিলন—" (পৃ-৪ 'এয়েতো জীৱন', ৩য় খণ্ড)**

**'এয়েতো জীৱন' ঔপন্যাসিকৰ বাস্তৱ অভিজ্ঞতাৰ জীৱন্ত প্ৰকাশ। চকুৰ আগত দেখা চৰিত্ৰ কিছুমানৰ সমাৱেশ। চৰিত্ৰ চিত্ৰণত ঔপন্যাসিকৰ নৈপুন্য সুন্দৰভাৱে প্ৰকট হৈছে। গাঁৱৰ সমাজখনৰ পৰা চয়ন কৰা চৰিত্ৰবোৰৰ মাজত সঁচা চৰিত্ৰৰ চিত্ৰ বৰ স্পষ্ট। গাঁৱৰ মহাজনৰ শোষণ, অৰ্জুন**

পবনৰ দৰে গাঁৱৰ ল'ৰাৰ উৎপতীয়া স্বভাৱ, কাঞ্চন জেতুকীৰ দৰে টুটকীয়া স্বভাৱ, গাৰোৱান বলোৰামৰ সৰলতা, উৰ্বশীৰ পবিত্ৰ অনুৰাগ, ড্ৰাইভাৰৰ আত্মশুদ্ধি, বীৰেনৰ স্বাৰ্থত্যাগ আৰু উদাৰতা, উমাৰ নিভাঁজ পতিপ্ৰেম আদি উপন্যাসৰ কাহিনীৰ মাজত জল্ জল্ পট্ পট্‌কৈ পৰিস্ফুট হৈছে। বীৰেনৰ দেউতাক মহাজনে ভায়েক মধুনাথক প্ৰৱঞ্চনা কৰা, নিথৰুৱা বলোৰামৰ ভেটি মাটি নিজৰ দখললৈ নিয়া আদি কাৰ্যৰ দ্বাৰাই গাঁৱলীয়া মহাজনৰ চৰিত্ৰ উদঙাই দিছে। উপন্যাসখনত গাঁৱৰ পৰিবেশ সৃষ্টি বৰ সজীৱ, বৰ্ণনা বৰ জীৱন্ত আৰু চৰিত্ৰ-চিত্ৰণ বৰ বাস্তৱ। নাৰীচৰিত্ৰ চিত্ৰণতো ঔপন্যাসিকৰ বাস্তৱ অভিজ্ঞতাৰ পৰিস্ফুৰণ ঘটিছে। লোকৰ দোষ খুচৰি ফুৰা, লোকৰ চৰিত্ৰৰ কুৎসা ৰটনা কৰা তিৰোতাৰ প্ৰতিনিধি হিচাপে জেতুকী বাই আৰু কাঞ্চনপেহীৰ চৰিত্ৰ উপস্থাপন সাৰ্থক হৈছে। উপন্যাসৰ নায়িকা উমা, বীৰেনৰ সৰু বৌয়েক উৰ্বশী, কুসুম, কুসুমৰ সৰু বৌয়েক আদিৰ চৰিত্ৰৰ পবিত্ৰতাই গাঁৱলীয়া নাৰীৰ সতীত্বৰ মৰ্যাদা অক্ষুন্ন ৰাখিছে। আনহাতে চহৰীয়া সমাজৰ তথাকথিত ভেম আৰু আভিজাত্যৰে গৰ্বিতা ঠিকাদাৰৰ পত্নী ভবানীৰ চৰিত্ৰই ভোগবাদী সমাজৰ নাৰীচৰিত্ৰৰ প্ৰতিনিধিত্ব কৰিছে।

সৰ্বসাধাৰণৰ জীৱনৰ ঘাত-প্ৰতিঘাত, সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন, হিংসা-দ্বেষ, প্ৰেম ঘৃণাকে উপজীব্য কৰি লিখা উপন্যাস 'এয়েতো জীৱন'ত ঔপন্যাসিকে মানৱ জীৱনৰ তাৎপৰ্যৰ ঈঙ্গিত দি নিজৰ জীৱন জিজ্ঞাসা ব্যক্ত কৰিছে। হিতেশ ডেকা সাধাৰণ মানুহ, গাঁৱৰ মানুহ। মাটিৰ মানুহৰ দুৰন্ত অনুভৱ তেখেতৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অনুৰণিত হৈ আছে। তাৰেই প্ৰকাশ ঘটিছে উপন্যাসৰ মাজত—

........"মানৱজীৱনৰ তাৎপৰ্যৰ ইঙ্গিত, মানুহৰ জীৱন কি, জগতখন কেনে, তাৰ সন্ধান বৈ আছে এই হোজা সৰল গাঁৱলীয়া জীৱনৰ আঁৰতে। চিন্তাৰ হাতুৰিৰে কোবাই কোবাই মনক গঢ় দিব পাৰিলেই ইহঁতৰ মাজৰ পৰা ওলাই আহি বুদ্ধিৰ কাৰখানাত পৰে আৰু সিয়ে হয় সৰ্বসাধাৰণৰ ভিতৰত সৰ্ব অসাধাৰণ। মানুহ সকলো সাধাৰণ। এয়ে নিয়ম। অসাধাৰণ হ'ল ব্যতিক্ৰম। সাধাৰণৰ ব্যতিক্ৰমেই অসাধাৰণ। গতিকে সাধাৰণৰ জীৱন পদ্ধতিতহে মানৱ জীৱনৰ সত্য নিহত হৈ আছে— অসমীয়াৰ জীৱনত মানৱ প্ৰকৃতিৰ প্ৰকৃত সত্য নাই, কাৰণ নিয়মৰ বুকুতহে বস্তুৰ সত্যাসত্যৰ প্ৰমাণ হয়, ব্যতিক্ৰমৰ মাজত তাক বিকৃত অৱস্থাতহে দেখি। (পৃষ্ঠা ১৯০, 'এয়েতো জীৱন' ৩য় খণ্ড)

মানুহ আৰু জীৱনৰ উপলব্ধিৰে উপন্যাস ৰচনা কৰা বাবেই 'মাটিৰ মানুহ' হিতেশ ডেকাৰ উপন্যাস সৰ্বসাধাৰণৰ জনপ্ৰিয় আৰু গ্ৰহণযোগ্য হৈ উঠিছে।সেয়েহে আজিও হিতেশ ডেকাৰ উপন্যাসৰ ইমান আদৰ! 'এয়েতো জীৱন'ৰ দৰে বৃহৎ উপন্যাসখনৰো নৱম সংস্কৰণ প্ৰকাশ হৈ অভিলেখ সৃষ্টি কৰিছে। গাঁৱলীয়া মানুহৰ কথাৰে গাঁৱলীয়া পৰিৱেশৰ মাজেৰে সাধাৰণ কাহিনীৰে ইমান মনোগ্ৰাহী উপন্যাস লিখিব পৰা নৈপুন্যৰ বাবেই হিতেশ ডেকাক মানুহৰ ঔপন্যাসিক হিচাপে আখ্যা দিয়া হৈছে। 'আজিৰ মানুহ', 'আচল মানুহ', 'মাটিকাৰ?' 'ভাৰাঘৰ', 'এয়েতো জীৱন'ৰ দৰে জনপ্ৰিয় উপন্যাস লিখি পাঠক সমাজৰ প্ৰিয়তম ঔপন্যাসিক হোৱা সত্বেও ডেকাৰ উপন্যাসে সৰ্বভাৰতীয় স্বীকৃতি নোপোৱাটোৱে বিতৰ্কৰ সৃষ্টি কৰিছে। তথাপিও হিতেশ ডেকাৰ উপন্যাসৰ জনপ্ৰিয়তা অক্ষুন্ন থাকিব।

□□□□□

# হিতেশ ডেকাৰ 'এয়েতো জীৱন'ৰ গ্ৰাম্য নাৰীচৰিত্ৰ

ড° হিৰণ্যময়ী কলিতা

কথাশিল্পী প্ৰয়াত হিতেশ ডেকাৰ ৰচিত উপন্যাসসমূহৰ ভিতৰত তিনিটা খণ্ড সম্বলিত 'এয়েতো জীৱন' শীৰ্ষক উপন্যাসখনিয়ে লিখকৰ এখনি অন্যতম উপন্যাস হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে এক অনুন্নত গাঁওক পটভূমি হিচাপে লৈ ৰচিত গ্ৰন্থখনিত চৰিত্ৰ সমূহৰ অধিকাংশই স্বাভাৱিকভাৱে গ্ৰাম্য জীৱনৰ দোষগুণ সমৃদ্ধ চৰিত্ৰ হিচাপে প্ৰকাশ পাইছে। চমুকৈ নগৰীয়া পটভূমিৰো আভাস থকা কাহিনীভাগত গ্ৰাম্য নায়ক (বলোৰাম) আৰু নায়িকাই(উমা) মূলস্থান অধিকাৰ কৰিছে।

গাঁৱলীয়া জীৱনৰ লগত ওতপ্ৰোতভাৱে জড়িত থকা ঔপন্যাসিকজনে নামনি অসমৰ এখন অখ্যাত গাঁওক পটভূমি কৰি ৰচনা কৰা 'এয়েতো জীৱন'ত অংকিত নাৰী চৰিত্ৰ সমূহৰ মাজত লিখকৰ বাস্তৱ অভিজ্ঞতা যেন বিদ্যমান। এনে পৰিৱেশত পৰিলক্ষিত হোৱা নাৰী চৰিত্ৰৰ ভিন্নতা উপন্যাসখনিৰ পাতত অংকিত নাৰী চৰিত্ৰ সমূহৰ মাজেৰে বাস্তৱধৰ্মী ৰূপত প্ৰকাশ পাইছে। এক গ্ৰাম্য জীৱনত পৰিলক্ষিত হোৱা দুখ-সুখ, হাঁহি - কান্দোন, বিৰহ - মিলনৰ সৰল প্ৰকাশ উপন্যাসখনিৰ পাতে পাতে বিৰাজমান। ঔপন্যাসিকৰ ভাষাগত বৈশিষ্ট্যই এনে একোটা চৰিত্ৰ অংকনৰ ক্ষেত্ৰত যেন সোণত সুৱগা চৰাইছে।

নায়িকা উমাৰ বাহিৰেও জেতুকী, কাঞ্চনপেহী, উমাৰ মাহীমাক, বীৰেনৰ সৰুবৌ,ডাঙৰ বৌ আৰু কুসুম আদি সৰু বৰ গ্ৰাম্য চৰিত্ৰই উপন্যাসখনৰ কাহিনীভাগত স্থান লাভ কৰিছে। উমা 'এয়েতো জীৱন'ৰ কেন্দ্ৰীয় নাৰী চৰিত্ৰ। ঔপন্যাসিক। ভাষাৰে--- "তাই নিৰ্জু কিন্তু বুদ্ধিমতী, নিমাখিত কিন্তু সুচতুৰা, সৰল কিন্তু বুৰ্বক নহয়"। জীৱনৰ ওঠৰটা বছৰ সুখদুখৰ মাজেৰে অতিবাহিত কৰা উমা এগৰাকী বিবাহযোগ্যা মাতৃহীনা ছোৱালী। মাকক সৰুতে হেৰুৱাই পৰম্পৰাগত চৰিত্ৰৰ মাহীমাকৰ অধীনত তাই শৈশৱ অতিক্ৰমি গাভৰু হ'ল। স্বাভাৱিকভাৱেই জীৱনলৈ যৌৱনৰ লগতে আহিল প্ৰেমানভূতি, প্ৰেমাস্পদ হিচাপে তাই বাছি ললে গাঁওৰে গাৱোৱাল ডেকা বলোৰামক। কিন্তু প্ৰথমেই তাই প্ৰণয়ত সংঘাতৰ মুখামুখি হ'ব লগা হ'ল। মহাজনৰ লৰীৰ ড্ৰাইভাৰে গোপনে উমাৰ প্ৰতি বাসনা পুহি ৰাখিছিল। এনে বাসনা চৰিতাৰ্থ কৰিবলৈ সি গাঁওৰে জেতুকী বাইৰ সহায় ললে। তাৰে ফলত সাময়িকভাৱে হলেও উমা বলোৰামৰ মাজত দুখৰ সৃষ্টি হ'ল। অৱশ্যে উমাৰ সম্পৰ্কীয় ককায়েক বীৰেন আৰু উমাৰ নিজৰ প্ৰচেষ্টাৰ বাবে সিহঁতৰ প্ৰেমৰ সংঘাত আঁতৰিল আৰু দুয়ো বিবাহ পাশত আৱদ্ধ হ'ল। কিন্তু কালশনিৰ দৰে ড্ৰাইভাৰ আৰু জেতুকী তাইৰ পিছত লাগি থাকিল। এক ষড়যন্ত্ৰৰ মাজেৰে সিহঁতে পুনৰ উমা আৰু বলোৰামৰ মাজত ব্যৱধান সৃষ্টি কৰি বলোৰামক ঘৰৰ পৰা আঁতৰাই পঠিয়ালে। এই সময়ত গৰ্ভৱতী হৈ থকা উমাই স্বামীহীন স্বামীগৃহ ত্যাগ কৰি নিজৰ ঘৰলৈ গুচি আহিলে আৰু তাত এটি পুত্ৰসন্তানৰ জন্ম দিলে। ইফালে প্ৰায় সাত বছৰ কাল বিভিন্ন ঠাইত অনাই বনাই ঘূৰি বলোৰাম ঘৰ পালেহি। ইতিমধ্যে মৃত্যুমুখী বীৰেনৰ মুখত সিহঁতৰ বিৰুদ্ধে হোৱা ষড়যন্ত্ৰৰ সবিশেষ জানি বলোৰাম অনুতপ্ত হৈ পৰিল। পৰিশেষত উমা আৰু বলোৰামৰ পুনৰ্মিলন সম্ভৱ হ'ল।

এয়েতো জীৱনৰ নায়িকা উমা-চৰিত্ৰ অসমৰ গাঁওত সহজ সৰল নাৰীৰ চৰিত্ৰ। সততা পতিভক্তি, সকলোকে যথাযোগ্যভাৱে শ্ৰদ্ধা মৰম জনাব পৰা, ধৈৰ্য্যশীলা গুণেৰে বিভূষিতা উমাৰ চৰিত্ৰ। মাহীমাকৰ অত্যাচাৰৰ মাজেৰে গৃহস্থীৰ অবিৰত কাম কাজ চম্ভালিও যেন উমা সদা সতেজ, ভয়তেই হওঁক বা সামাজিক ৰীতিৰ বাবেই হওঁক মাহীমাকক তাই সন্মান দিয়ে। সেই বুলি নিজৰ অধিকাৰ তথা ন্যায্য প্ৰাপ্তিৰ বাবে সময় সাপেক্ষে কঠোৰো হৈ পৰিছে। সেয়েহে মাহীমাকক ক'ব পাৰিছে -----

"নালাগে, তোৰ ড্ৰাইভাৰকে আগেয়ে সুধি আহ গৈ মোক যাবলৈ দিয়ে নে নিদিয়ে"।

নিজে মাতৃপ্ৰেমৰ পৰা বঞ্চিত উমাৰ মন কিন্তু সদায় স্নেহবিগলিত। সেয়েহে সৰ্বদা স্নেহাপ্লুত কৰি ৰাখে ভায়েক পৱনক। প্ৰেমাস্পদ বলোৰাম আৰু দেওৰেক অৰ্জুনকো স্নেহ বিধৌত কৰি তুলিছে উমাই ।

উমাৰ চৰিত্ৰ যেন সতীসাধ্বী স্নেহপূৰ্ণ গুণেৰে বিভূষিতা পৰম্পৰা গত আদৰ্শ ভাৰতীয় নাৰীচৰিত্ৰ। চৰিত্ৰটি মূলত এটি স্থিৰ চৰিত্ৰ। জীৱনলৈ আহি পৰা একাধিক সংঘাতৰ পৰা মুক্তি লাভ কৰিছে যদিও সেই সংঘাত জয় কৰাৰ ক্ষেত্ৰত উমা যেন সক্ৰিয় নহয়। দুয়োবাৰতে এনে ভূমিকা পালন কৰিছে ককায়েক বীৰেনেহে। এই দিশৰ পৰা বিচাৰ কৰিলে দেখা যায় উমাৰ চৰিত্ৰটো ঔপন্যাসিকে এক ঋজু ৰেখা সম্পন্ন কৰি তুলিছে। চৰিত্ৰটোৰ ওপৰত ঔপন্যাসিকৰ সামাজিক ধ্যান ধাৰণাৰ লগতে এক আদৰ্শ গ্ৰাম্যনাৰীৰ সুস্পষ্ট ৰূপৰ চিত্ৰনে যথেষ্ট প্ৰভাৱ পেলাইছে। সততা, ঐকান্তিকতা আৰু ধৈৰ্য্যক মূলমন্ত্ৰ হিচাপে লৈ আগবঢ়া উমাই অৱশেষত জীৱনত সফলতা লাভ কৰিছে।

উপন্যাসখনত বৰ্ণিত আন গ্ৰাম্য নাৰীচৰিত্ৰসমূহৰ পূৰ্ণ বিকাশ হোৱা নাই যদিও এনে চৰিত্ৰসমূহৰ মাজেৰে বিভিন্ন খণ্ডচিত্ৰসমূহ উজ্জ্বল হৈ উঠিছে। উপন্যাসখনৰ কাহিনীভাগত প্ৰভাৱ বিস্তাৰ কৰা আন এক নাৰী চৰিত্ৰ হৈছে উমাৰ মাহীমাকৰ চৰিত্ৰটো। প্ৰথমতে মাহীমাকৰ পৰম্পৰাগত দোষেৰে ভুমুকি মৰা এই চৰিত্ৰটোৰ পিছলৈ মানসিক উত্তৰণ ঘটিছে। সতিনীৰ জী উমাৰ ওপৰত মাজে মাজে যাতনা জাপি দিয়া কাৰ্য্যই মাহীমাকৰ তথাকথিত ৰূপটোৱেই প্ৰকাশ কৰিছে। সততে স্বামীৰ প্ৰতি কৰা ৰূঢ় ব্যৱহাৰৰ মাজেৰে চৰিত্ৰটোৰ যোগেদি ফুটি উঠিছে নাৰীৰ এক দমনীয় ৰূপ, যদিওবা সেয়া ঋণাত্মক মাথোন। ঔপন্যাসিকে গ্ৰাম্য গালি- গালাজ পূৰ্ণ সংলাপ দি চৰিত্ৰটোক অধিক জীৱন্ত কৰি তুলিছে ঃ

"এই শাখিনীয়ে মোৰ লৰাটি খালে। কেতিয়াবা মোকো তই গলত কামুৰি খাইহে এৰিবি। মই যদি বাপৰ বেটি হওঁ তেন্তে তোৰো মই ভাগৰ পালি দিহে এৰিম। তোৰ নালে এৰি পাতে বাম। তোক যদি মই ঠিক লগাব নোৱাৰো তেন্তে মই ৰত্নওজাৰ জীয়েক নহয়"।

অথবা-

'তয়ো আহিছ বেটা জহনীত যোৱা'- জাতীয় সংলাপে সততে মুখ লাউপাত কচুপাত হৈ থকা চৰিত্ৰটিয়ে পাঠকৰ মন কোনো জকাইচুক গাঁৱৰ এক অশিক্ষিতা, অসংস্কৃতা নাৰীৰ ওচৰলৈ লৈ যায়।

অৱশ্যে ধনাত্মক পৰিণতিৰ ওপৰত বিশ্বাসী ঔপন্যাসিকে এনে অসংস্কৃত চৰিত্ৰটিৰে৷ মানসিকতাৰ উত্তৰণ ঘটাইছে। এসময়ত সততে গালি--শপনিৰে উমাৰ জীৱন দুৰ্বিসহ কৰা এই মাহীমাকেই বলোৰামৰ ঘৰত দুঃখিত উমাক দেখি আদৰেৰে কৈছিল-- "নাকান্দিবি আইটি মই থাকোতে একো দুখ নহয়। এতিয়াও তোৰ মায়েৰ আছে। সতীয়া মায়েৰ বুলি নাভাবিবি, তোক মই পেটৰ বেটী যেন ভাবো"।

এনে ক্ষণতেই যেন উমাৰ মাহীমাকৰ মনৰ গভীৰত থকা মাতৃৰূপ ভোটাতৰাৰ দৰে উজলি উঠিছে।উমাৰ মাহীমাকৰ চৰিত্ৰ মৰম- চেনেহ, মান- অভিমান তথা ৰূঢ়তাৰ এক অবোধ্য সংমিশ্ৰণ।

উপন্যাসখনত স্বমহিমাৰে উজ্জ্বল হৈ পৰা আন এটি নাৰী চৰিত্ৰ হৈছে বীৰেনৰ সৰু বৌয়েক উৰ্বশীৰ চৰিত্ৰটি । নিজে সন্তানহীনা অথচ মৰম চেনেহৰ আঁকৰ এই নাৰী চৰিত্ৰটি। সন্তানৰ অভাৱত দেওৰেক বীৰেনকেই সন্তানৰূপে মানস কৰি লোৱা নাৰীগৰাকী যেন এটি শান্ত সমাহিত মমতাপূৰ্ণ সামাজিক নাৰীৰ প্ৰতীক। এইয়াও যেন ঔপন্যাসিকৰ মনৰ গভীৰতম কোণত প্ৰতিভাত হোৱা অন্য এক আদৰ্শ নাৰীৰ স্বৰূপ। সততে সৰু জাঁ আৰু ডাঙৰ জাঁৰ তিক্ত ব্যৱহাৰৰ সন্মুখীন হৈয়ো সাংসাৰিক কৰ্তব্যৰ পৰা কক্ষচ্যুত হোৱা নাই উৰ্বশী। তিক্ততা পালেও যেন মনত কাৰো প্ৰতি আক্ৰোশ নাই।পাৰিবাৰিক অশান্তিৰ মাজত নিমজ্জিত নহৈ অস্থিৰতাৰ এক প্ৰতিমূৰ্তি ৰূপে প্ৰতিভাত হৈ পৰিছে এই নাৰী চৰিত্ৰ।

বীৰেনৰ ডাঙৰ বৌয়েক আৰু কুঞ্জ দুটা সহধৰ্মী নাৰী চৰিত্ৰ। একে ভাই-ভনী হোৱাৰ সুবাদত দুয়োগৰাকী নাৰীৰ মানসিকতাও যেন একে সূত্ৰতে গাঁথা। নিতান্ত নীচ মনোবৃত্তিৰে নিজৰ ক্ষুদ্ৰ স্বাৰ্থপূৰণৰ বাবে সুখৰ সংসাৰ একোখন ধ্বংস কৰিবলৈ আগবঢ়া নাৰীচৰিত্ৰ দুটা অকল গ্ৰাম্য সমাজতে নহয়, নগৰীয়া জীৱনতো সহজলভ্য। প্ৰচণ্ডভাৱে ঋণাত্মক মনোবৃত্তিৰ বাবেই যিদৰে ডাঙৰ বৌৱেক ডাঙৰ বোৱাৰীৰ প্ৰাপ্য মৰ্যাদা পোৱাত ব্যৰ্থ হৈছে, তেনেকৈ কুঞ্জয়ো নিজৰ ঠেক মানসিকতা আৰু ঈৰ্ষাপূৰ্ণ ব্যৱহাৰৰ বাবে বীৰেনৰ পৰা পত্নীৰ উপযুক্ত মৰ্যাদা লাভ কৰিবলৈ অসমৰ্থ হৈ ৰৈছে। উপন্যাসখনত আন নাৰী চৰিত্ৰৰ বিপৰীতে এই চৰিত্ৰ দুটাক ঋণাত্মক দোষযুক্ত চৰিত্ৰ হিচাপে অংকন কৰা হৈছে।

উপন্যাসখনিৰ আন দুটি পাৰ্শ্ব নাৰী চৰিত্ৰ হৈছে জেতুকী বাই আৰু কাঞ্চন পেহী। সৰু চৰিত্ৰ যদিও কাহিনীৰ মাজত সংঘাতৰ সৃষ্টি কৰিবলৈ ঔপন্যাসিকে চৰিত্ৰ দুটিক যথাযথভাৱে ব্যৱহাৰ কৰিছে। কম বয়সতে বিধবা হৈ অকলশৰীয়া হোৱা নাৰী জেতুকী বাই। বিভিন্ন জনক বিভিন্ন প্ৰলোভনেৰে বশ কৰি নিজ স্বাৰ্থ পূৰণ কৰা জেতুকী বাই যেন এক ৰহস্যময়ী নাৰী। বহুগামিতা তথা টকাৰবাবে ড্ৰাইভাৰৰ মন যোগাবলৈ উমা আৰু বলোৰামৰ মাজত সংঘাত সৃষ্টিকাৰী হিচাপে দেখুৱাই চৰিত্ৰটিক প্ৰথম অৱস্থাত ঋণাত্মক চৰিত্ৰ হিচাপে অংকন কৰা হৈছে। কাঞ্চন পেহীৰ পৰোক্ষ সহযোগত নিজৰ কাৰ্যত জেতুকীয়ে সিদ্ধিলাভ কৰিছে। কিন্তু জেতুকীৰ মুখেৰে ড্ৰাইভাৰৰ আগত বৰ্ণিত নিজৰ কাহিনীয়ে জেতুকীৰ চৰিত্ৰৰ এটি উজ্জ্বল দিশ পঢ়ুৱৈৰ মনত উদঙাই দিছে। জেতুকীৰ ভাষাৰে-----

> "বিধবা হ'বৰে পৰা বহুত পুৰুষক ল'গ পালো ড্ৰাইভাৰ বাবু। সকলোৱে সেই, দিনত ভদ্ৰলোক ৰাতি অভদ্ৰ। আন্ধাৰ হ'লেই সিহঁতৰ মনত পিশাচে বাহ লয়। নানা জনে নানা ফন্দি কৰিলে। নানা কুৎসা ৰটনা কৰিলে, কিমান বদনাম হ'ল। কিন্তু নিজক হ'লে মই ঠিক ৰাখিলো। আজিলৈকে কোনেও মোক পাপত পেলাব পৰা নাই। তুমি অৱশ্যে নিজক সুধিলেই গম পাবা। পুৰুষৰ এনে ব্যৱহাৰ দেখিয়ে পুৰুষৰ ওচৰলৈ নগলো। সিহঁতহে মোৰ ওচৰলৈ আহে। এতিয়া মই মানুহ চিনিব পৰা হৈছো"।

ড্ৰাইভাৰৰ লগত বিয়াৰ যোগেদি জেতুকীৰ 'অম্বৰ চৰ্খা' বিদ্যালয়ত যোগদানৰ মাজেৰে জেতুকীৰ চৰিত্ৰক ধনাত্মক দিশলৈ লৈ যোৱা হৈছে। আন গ্ৰাম্য নাৰীচৰিত্ৰ হিচাবে কুসুম আৰু সৰু বৌয়েকৰ বিষয়েও কিছু উল্লেখ কৰিব পাৰি। কুসুম এগৰাকী মৰমীয়াল, বিবাহযোগ্যা গাভৰু। নিজৰ ঘৰতে থকা সৎ নিষ্ঠাবান, সুঠাম ডেকা বলোৰামৰ প্ৰতি তাইৰ নীৰৱ প্ৰেম তেনেই স্বাভাৱিক। অৱশ্যে কেতিয়াও সামাজিক মৰ্যাদাৰ লক্ষ্মণৰেখা অতিক্ৰম নকৰা কুসুমৰ এই প্ৰেমে মিলনাত্মক পৰিণতি পোৱা

নাই। সৰু চৰিত্ৰ হ'লেও কুসুমৰ চৰিত্ৰই পঢ়ুৱৈৰ সহানুভূতি আদায় কৰিবলৈ সমৰ্থ হৈছে।

কুসুমৰ বান্ধৱীসদৃশ সৰু বৌয়েক মাইধন এগৰাকী মৰমসনা চৰিত্ৰৰ নাৰী যিয়ে পৰিয়ালৰ সকলোৰে চিন্তা মনত ৰাখে। বলোৰাম আৰু কুসুমৰ মিলনৰ বাবে কৰা মাইধনৰ প্ৰচেষ্টাই নিজৰ দেওৰ, ননদ আদিৰ লগতে গৃহস্থীৰ সকলোৰে প্ৰতি কৰ্তব্যগুণসম্পন্না এগৰাকী দায়িত্বশীল বোৱাৰীৰ ছবি মনলৈ আনে। আনহাতে নিজৰ দেওৰেক কল্যাণৰ দ্বাৰা পীড়িত হোৱা বিষয়টোৰ অৱতাৰণা কৰি ঔপন্যাসিকে এগৰাকী নাৰীয়ে সমাজত সততা আৰু নিষ্ঠাৰে কৰ্তব্য পালনৰ ক্ষেত্ৰত সন্মুখীন হোৱা ঘাত-প্ৰতিঘাতৰ কথালৈ ইঙ্গিত কৰা যেন লাগে।

সামগ্ৰিকভাৱে চালে দেখা যায় উপন্যাসখনত বৰ্ণিত প্ৰতিটো গ্ৰাম্য নাৰী চৰিত্ৰয়েই এখন গ্ৰাম্য সমাজৰ নাৰীৰ ভিন্ন প্ৰকৃতিৰ ৰূপ ফুটাই তুলিবলৈ সমৰ্থ হৈছে। জেতুকী আৰু কাঞ্চনৰ চৰিত্ৰৰ মাজেৰে ঔপন্যাসিকৰ সংস্কাৰকামী মনোভাৱৰ পৰিচয় পোৱা যায়। অৱশ্যে ডাঙৰ বৌয়েক আৰু কুঞ্জৰ চৰিত্ৰই বিষয়টোত এক ভাৰসাম্যৰ সৃষ্টি কৰিছে। মাজে মাজে চৰিত্ৰৰ মুখত দিয়া অসমীয়া গাঁৱলীয়া সমাজত প্ৰচলিত ফঁকৰা-যোজনা তথা সংলাপে চৰিত্ৰসমূহক অধিক সজীৱ কৰি তুলিছে।

সমকালীন ধ্যান-ধাৰণা, ৰীতি-নীতিৰে নিয়ন্ত্ৰিত উপন্যাসখনৰ নাৰীচৰিত্ৰসমূহক শিথিল চৰিত্ৰৰ শাৰীত পেলাব পাৰি। অৱশ্যে জেতুকী চৰিত্ৰত ৰহস্যময়তা সানি ঔপন্যাসিকে চৰিত্ৰটোক মুক্তচৰিত্ৰ হিচাপে উপস্থাপনৰ প্ৰয়াস কৰা দেখা যায।



# হিতেশ ডেকাৰ উপন্যাসত প্ৰৱাদ-প্ৰৱচন

ড° জ্যোতিষ চন্দ্ৰ বৰ্মন

'হিতেশ ডেকাৰ উপন্যাসত প্ৰৱাদ-প্ৰৱচন' শীৰ্ষক আলোচনা কৰাৰ পূৰ্বে আমাৰ আলোচনাত প্ৰৱাদ-প্ৰৱচনৰ ওপৰত এটি চমু আভাস দাঙি ধৰা হ'ব। ইয়াৰ যোগেদি অসমীয়া সাহিত্যত প্ৰৱাদ-প্ৰৱচনৰ পৰম্পৰা কেনেদৰে ৰক্ষিত হৈছে তাক নিৰ্ণয় কৰিবলৈ প্ৰয়াস কৰা হ'ব। তাৰ পাছত হিতেশ ডেকাৰ কৰ্মৰাজিৰ অন্যতম আকৰ্ষণ 'উপন্যাস'ৰ সংক্ষিপ্ত পৰিচয় দাঙি ধৰা হ'ব। শেষত প্ৰয়াত হিতেশ ডেকাৰ উপন্যাসত কেনেদৰে প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ হৈছে, তাক উদাহৰণসহ দেখুৱাই এটি স্পষ্ট ধাৰণা দিবলৈ প্ৰযত্ন কৰা হ'ব। এই ক্ষেত্ৰত দুই-চাৰিগৰাকী বিশিষ্ট লেখকৰ গ্ৰন্থৰ পৰা কিছুকথা শ্ৰদ্ধা-সহকাৰে গ্ৰহণ কৰি উপযুক্ত স্থানত প্ৰয়োগ কৰা হ'ব।

প্ৰৱাদ-প্ৰৱচন হ'ল লোক-কলাৰ এক বিশেষ জ্ঞাননিষ্ঠ কথন-ভঙ্গী। ই এক প্ৰকাৰ মানুহৰ মুখে-মুখে চলি অহা কথা-শৈলী। ইয়াক লোক-সাহিত্যৰ সম্পদ বুলিব পাৰি। প্ৰাচীন কালৰে পৰাই প্ৰৱাদ-বাক্যবোৰৰ প্ৰয়োগ আছে। অসমৰ অঞ্চলবিশেষে প্ৰৱাদ-প্ৰৱচনক 'ফকৰা', 'যোজনা', 'পটন্তৰ', 'দৃষ্টান্ত', 'সাঁথৰ'— এনে শব্দেৰে বুজোৱা হয়। কামৰূপৰ বিভিন্ন অঞ্চলত 'ফকৰা', 'দিষ্টান' আৰু 'যাজ্না' শব্দৰ প্ৰয়োগ আছে। সেইবোৰেই প্ৰৱাদ-প্ৰৱচনকে বুজায়। হেমচন্দ্ৰ বৰুৱাৰ মতে, 'ফকৰা, যোজনা, আৰু পটন্তৰ— এই শব্দকেইটা প্ৰায় সমাৰ্থক।' প্ৰয়োগৰ ফালৰ পৰাও বিশেষ পাৰ্থক্য দেখা নাযায়।

প্ৰৱাদ-প্ৰৱচন হ'ল পৰিবেশ, পৰিস্থিতি আৰু সময় সাপেক্ষে, উদ্দেশ্যধৰ্মী উৎকৃষ্ট কথা-শৈলী। আন আন লোক-সাহিত্যৰ দৰেই প্ৰৱাদ-বাক্যসমূহো 'লোক-প্ৰজ্ঞাৰ স্বতঃস্ফূৰ্ত' প্ৰকাশ, জীৱনৰ 'টিপ্পনী'। লোক-সাহিত্যৰ দৰেই তাৰ প্ৰকাশৰ ৰূপো সহজ-সৰল। ড° মহেশ্বৰ নেওগৰ মতে, 'অনেক প্ৰৱাদ-বাক্যৰে অন্তৰালত প্ৰত্যক্ষভাৱেই কিম্বা প্ৰচ্ছন্নভাৱেই একোটি কথা বা কাহিনী বৰ্তমান। কিছুমানত আকৌ এটি ৰসিকতাই গ্ৰাম্যদোষ কিম্বা শ্লীলতাৰ সীমা ডেই যায়। প্ৰায়বোৰ যোজনা-ফকৰাত আকৌ এক নিজস্ব ছন্দ বা ৰিদ্‌ম পৰিলক্ষিত হয়।' তাৰ উপৰি সংস্কৃত সাহিত্যৰ অলঙ্কাৰ, ধ্বনি, উপমা, ব্যঞ্জন, অপ্ৰস্তুত-প্ৰশংসা বক্ৰোক্তি অথবা ব্যজস্তুতি আদিৰ দৰে প্ৰৱাদ-বাক্যবোৰ ব্যৱহাৰ কৰা হয়। ড° মহেশ্বৰ নেওগে আন এঠাইত কৈছে—

> 'জীৱনৰ চৰম সত্যবোৰৰ বিষয়ে চিন্তাৰ অৱকাশ নথকা সাধাৰণ মানুহৰ এটা জীৱনৰ বা এটা দিনৰ ক্ষিপ্ৰ অভিজ্ঞতা কেতিয়াবা এটা জাতিৰ কেইবা পুৰুষৰো অভিজ্ঞতা দানা বান্ধি লোকোক্তিৰূপে প্ৰৱচনৰ সৃষ্টি হয়। এইক্ষেত্ৰত প্ৰৱচনবোৰ আমাৰ জ্ঞানৰ ভঁৰালত নৈসৰ্গিক সম্পত্তি হৈ ৰৈ গৈছে।'

জগতৰ সকলো ভাষাতে প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ আছে। আনকি বেলেগ বেলেগ ভাষাত প্ৰচলিত প্ৰৱাদ-বাক্যবোৰৰ ভাবগত ঐক্য লক্ষ্য কৰিব পাৰি। দৃষ্টান্তস্বৰূপে, ইংৰাজীত এষাৰ কথা আছে— Little knowledge is a dangerous thing. অসমীয়াত ইয়াৰ ৰূপান্তৰ হৈছে 'অল্পবিদ্যা ভয়ঙ্কৰী'। ইংৰাজী আৰু অসমীয়াত উল্লিখিত দুয়োটি প্ৰৱাদ বাক্যৰে ভাবগত ঐক্য আছে। প্ৰৱাদ বাক্যবোৰৰ ভাবগত ঐক্য থকাৰ আন এটা কাৰণ হয়তো থাকিব পাৰে— এইবোৰ মানুহৰ অতীত জীৱনৰ বহুযুগ সঞ্চিত বাস্তৱ জীৱনৰ অভিজ্ঞতাৰ পৰাই সৃষ্ট। ড° পৰীক্ষিত হাজৰিকাৰ মতে, 'মানুহৰ

বিভিন্ন সময়ৰ ব্যক্তিগত আৰু সামূহিক জীৱনৰ ৰীতি-নীতি, আচাৰ-বিচাৰ, ধৰ্ম-কৰ্ম, আশা-আকাংক্ষা, চিন্তা-চৰ্চা, ভাব-আদৰ্শ কিদৰে কোনপিনে কিমানখিনি আগবাঢ়িছে তাক অনুমান কৰিব পাৰি।' তদুপৰি ফকৰা-যোজনা বা প্ৰৱাদ-পটন্তৰৰ পৰা জাতীয় জীৱনৰ ঐতিহাসিক আৰু আধুনিক সমাজৰ বিভিন্ন অৱস্থাৰ বিষয়েও একোটা ধাৰণা কৰিব পাৰি।

ভাৰতীয় সংস্কৃত সাহিত্যকে আদি কৰি পালি, প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰৰ সাহিত্যতো প্ৰৱাদ-প্ৰৱচনৰ বহুল প্ৰয়োগ আছে। অসমীয়া লিখিত সাহিত্যৰ বিভিন্ন প্ৰৱাদ-বাক্যবোৰৰ পৰম্পৰা লক্ষ্য কৰিব পাৰি। আনকি অসমৰ পৰ্বত-ভৈয়ামৰ জাতি-জনজাতি বড়ো, কছাৰী, কাৰ্বি, মিছিং, ৰাভা, ডিমাছা, লালুং, নগা আদি লোকসকলৰ মাজতো প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ আছে।

এইখিনিতে সংস্কৃতত প্ৰয়োগ হোৱা কেইটামান প্ৰৱাদ উল্লেখ কৰা হ'ল— 'কালস্য কুটিলাগতি', 'মুণিনাঞ্চ মতিভ্ৰম', 'বুদ্ধিৰ্যস্য বলং তস্য', 'অতি সৰ্বত্ৰ বৰ্জ্জয়েৎ', 'বাণিজ্যে বসতে লক্ষ্মী', 'বহ্বাৰম্ভে লঘু ক্ৰিয়া', 'মধুৰেণ সমাপয়েৎ', শুভস্য শীঘ্ৰম', 'আপদো নিয়মো নাস্তি' ইত্যাদি। অসমীয়া ভাষাৰ লিখিত নিদৰ্শন চৰ্যাপদবোৰতো প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ লক্ষ্য কৰা যায়। যেনে— 'অপনা মাংসেঁ অপনা বৈৰী', 'হাড়ীত ভাত নাহিঁ নিতি আবেশী'। ইয়াৰ অৰ্থ হ'ল— হৰিণাৰ মাংসই বৈৰী, চৰুত ভাত নাই অথচ নিতৌ আলহী আহে।

চৰ্যাপদৰ পাছত পুৰণি অসমীয়া সাহিত্যৰ বিশিষ্ট লেখকসকলৰ ৰচনাতো বহুলভাৱে প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। উদাহৰণ—

(১) 'ৰাখে হৰি মাৰে কোনে' (হেমসৰস্বতী : প্ৰহ্লাদ চৰিত)

(২) 'বৰশীয়া ৰাৱণৰ পুঙাতেসে দৃষ্টি' (মাধৱ কন্দলি : ৰামায়ণ)

(৩) 'হস্তীৰো পিছলে পাৱ সজ্জনৰো বুৰে নাৱ' (হৰিহৰ বিপ্ৰ : লৱ-কুশৰ যুদ্ধ)

(৪) 'দুগ্ধ এৰি কোনজনে পিয়ে মাচো পানী' (শঙ্কৰদেৱ : দশম)

(৫) 'উনিকৰ মুখহি সাক্ষী' (মাধৱদেৱ : চোৰধৰা)

(৬) 'অমৃতক এৰি কোনে খাৰ পানী খায়' (অনন্ত কন্দলি : কুমৰ হৰণ)

(৭) 'তিৰি বৈৰী, পিতৃবৈৰী, সীমাবৈৰী নোহা' (দুৰ্গাবৰ : গীতি ৰামায়ণ)

মধ্যযুগৰ বুৰঞ্জী, সাহিত্য, কথা-গুৰু-চৰিত আৰু আন বিবিধবিষয়ক সাহিত্যসমূহতো প্ৰৱাদ-প্ৰৱচনৰ পৰ্যাপ্তৰূপে প্ৰয়োগ আছে। দেওধাই অসম বুৰঞ্জীৰ পৰা উদ্ধৃত দুটামান প্ৰৱাদ-বাক্য এনেধৰণৰ— 'সোণা চাৰি বালিকো নিদিও', 'একোটা মানুহ একোখন পৰ্বত', 'ক্ষেত্ৰিয়ৰ পো ক্ষেত্ৰী' ইত্যাদি। 'কথাগুৰু চৰিত'ত উল্লেখ থকা প্ৰৱাদ-বাক্যবোৰ এনেধৰণৰ— 'পশু নকৰিবা শৰ, মৰাও নানিবা, জীয়াও নানিবা শুদাহাতে নপশিৰা ঘৰ', 'ৰৌ-বৰালি সৰকি গ'ল পুঠি খলিহনা পাহে পাহে ৰ'ল' ইত্যাদি।

আধুনিক যুগৰ আৰম্ভণিকালৰ সাহিত্য অৰুণোদই কাকত, সেই যুগৰ শ্ৰেষ্ঠ লেখক হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰ ৰচনাতো প্ৰৱাদ বাক্যৰ প্ৰয়োগ যথেষ্ট পৰিমাণে আছে। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰি', 'কানীয়াৰ কীৰ্ত্তন' পুথিত অলেখ প্ৰৱাদ বাক্যৰ উদাহৰণ আছে। অৰুণোদই কাকতত পাওঁ— 'মৌপিয়া চাতকে পৰ্বত লয় তুলি, ঢোল যেন ডিম্বা পাৰে চুঙ্গাৰ বাদুলি'। হেমচন্দ্ৰ বৰুৱাৰ ৰচনাত পাওঁ— 'ই সাপ হৈ খায়, বেজ হৈ চায়', 'একোটা চোঙ্গতে দুটা বাঘ নাথাকে', 'লোকলৈ বুলি হুল পুতি নিজে মৰে ফুটি', 'যেনে মাছ দেখে তেনে জাল গাঁথে'। গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী'ত আছে— 'বিপ্ৰ বহ্নি সদা শুচি'। অৰুণোদয় যুগৰ পাছৰ জোনাকী যুগৰ শ্ৰেষ্ঠ লেখক লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা আদিৰ ৰচনাতো প্ৰৱাদ-প্ৰৱচনৰ সঘনাইকৈ প্ৰয়োগ আছে। তেওঁলোকৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা আৰু বেণুধৰ শৰ্মা ডাঙৰীয়াই য'তেই সুবিধা

পাইছে ত'তেই প্ৰৱাদ-বাক্য, ফকৰা, যোজনা, খণ্ডবাক্য আদিৰ প্ৰয়োগ কৰিছে। তেওঁলোকৰ ৰচনা সমূহক প্ৰৱাদ-প্ৰৱচনসমূহে এটি নতুন বিশেষত্ব প্ৰদান কৰিছে। লক্ষ্মীনাথ বেজবৰুৱাই প্ৰৱাদ-বাক্যৰ প্ৰয়োগ পৰ্যাপ্তৰূপে কৰিছে। তেওঁৰ ৰচনাত পাওঁ— 'কথাতে কটা যায়, কথাতে বঁটা পায়', 'শাহুৱে গৰকা বোৱাৰী বাবা', 'মানুহে পাতে, ঈশ্বৰে ভাঙে'। বেণুধৰ শৰ্মাৰ ৰচনাত পাওঁ— 'বোলে বেৰৰো কাণ আছে', 'এতিয়া সেই ৰামো নাই অযোধাও নাই', 'সঁচা কথা যি লাই বাঢ়িব তাৰ দুপতীয়াতেই চিন', 'মাউখে উটিলে গুৰি পৰুৱাৰো মৰণ নাই', 'গছ নোহোৱা দেশত এৰাগছেই বৰগছ', 'বাটত পালো কমাৰ, দা গঢ়ি দিয়া আমাৰ'। অতুলচন্দ্ৰ হাজৰিকাৰ ৰচনাত প্ৰৱাদ-বাক্যৰ উদাহৰণ এনেধৰণৰ— 'আই মানুহে পাঙে, ঈশ্বৰে ভাঙে', 'বালীলৈ যিপাত শৰ, সুগ্ৰীৱলৈ সেইপাত শৰ', 'হুৰমূৰ যাত্ৰা যি কৰে বিধাতা', 'আলচা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি', 'এন্দুৰে সেন্দুৰৰ মোল কি বুজে'।

যুদ্ধোত্তৰ যুগৰ সাহিত্য হিচাপে উপন্যাস সাহিত্যই শ্ৰেষ্ঠ আসন দাবী কৰিব পাৰে। এই যুগতেই অসমীয়া উপন্যাসৰ যেন 'নব যৌৱন' আহিল। উপন্যাস সমাজমুখী হ'ল। সমাজৰ, নগৰৰ আৰু গাঁৱৰ জীৱনৰ সমস্যাই ঔপন্যাসিকৰ চিত্ত ব্যাপৃত কৰিলে। এইযুগৰ শ্ৰেষ্ঠ ঔপন্যাসিক সকল হ'ল— বিৰিঞ্চি কুমাৰ বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, যোগেশ দাস, প্ৰফুল্ল দত্ত গোস্বামী, মেদিনী চৌধুৰী, লক্ষ্মীনন্দন বৰা, নৱকান্ত বৰুৱা, হোমেন বৰগোহাঞি, মহিলা লেখিকা— মামনি ৰয়চম গোস্বামী, নিৰূপমা বৰগোহাঞি। এই যুগৰ এগৰাকী শ্ৰেষ্ঠ ঔপন্যাসিক হ'ল হিতেশ ডেকা। এওঁলোকৰ ৰচনা সমূহতো প্ৰৱাদ-বাক্যৰ পৰ্যাপ্তৰূপে প্ৰয়োগ আছে।

এইখিনিতে যুদ্ধোত্তৰ যুগৰ শ্ৰেষ্ঠ ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসৰ যোগেদি প্ৰৱাদ-প্ৰৱচনৰ প্ৰয়োগ পৰম্পৰা কেনেদৰে ৰক্ষিত হৈছে তাক নিৰ্ণয় কৰা হ'ব। তাৰ আগতে হিতেশ ডেকাৰ ঔপন্যাসিক জীৱন আৰু উপন্যাস সম্পৰ্কে চমু পৰিচয় দাঙি ধৰা হ'ল।

আধুনিক অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে চুটিগল্প আৰু উপন্যাস সাহিত্যই। বিশেষকৈ আধুনিক অসমীয়া সাহিত্যৰ জনপ্ৰিয়তাত সহায় কৰিছে উপন্যাস সাহিত্যই। লগতে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু সমৃদ্ধিত উপন্যাস সাহিত্যই প্ৰভূত পৰিমাণে অৰিহণা আগবঢ়াইছে। এই ক্ষেত্ৰত হিতেশ ডেকাই মূলতঃ উপন্যাস সাহিত্যৰ যোগেদি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ প্ৰভূত অৰিহণা আগবঢ়াই থৈ গ'ল।

অসমীয়া সাহিত্যিক জগতত হিতেশ ডেকা মূলতঃ এগৰাকী শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে জনাজাত। অসমীয়া উপন্যাস সাহিত্যলৈ আগবঢ়োৱা হিতেশ ডেকাৰ অৱদানসমূহ হ'ল— **'আজিৰ মানুহ' (১৯৫২), 'নতুন পথ' (১৯৫৪)**, 'মাটিকাৰ' (১৯৫৬), **'ভাৰাঘৰ' (১৯৫৮), 'এয়েতো জীৱন' (১৯৬০), 'সীমাৰ কাজিয়া' (১৯৬২)**, 'আচল মানুহ' (১৯৬৩), **'বৈৰী মানুহ' (১৯৬৫), 'জীৱন- সংঘাত' (১৯৬১), 'ইতিহাসে সঁকিয়ায' (১৯৬৭), 'সুখৰ সংসাৰ' (১৯৭৫), 'নিৰ্যাতিতা সতী' (১৯৮০), 'গাঁৱৰ মানুহ' (১৯৯৬)**। মৃত্যুৰ পাছত প্ৰকাশ পোৱা আন দুখন উপন্যাস হ'ল— **'সাহসী ল'ৰা', 'ত্যাগ'**। এই অমৰ লিখনিসমূহৰ মাজেদি হিতেশ ডেকা অসমীয়া সাহিত্য-জগতত যুগজয়ী লেখক হিচাপে চিৰস্মৰণীয় হৈ ৰ'ব। তেখেতে এই লিখনিসমূহৰ যোগেদি 'মানুহ, মাটি, দেশ, জাতি, ভাষা, কৃষ্টি, সাহিত্য, সংস্কৃতিৰ অধ্যয়নে সভ্যতাৰ ক্ৰমবিকাশৰ মূল ভেটি' বুলি কৈছিল। আন সাহিত্যিক, সমালোচকসকলে ডেকাদেৱৰ উপন্যাস সম্বন্ধে যি মতকে ডাঙি ধৰক বা নধৰক তালৈ ভ্ৰুক্ষেপ নকৰি তেওঁ নিজৰ উপন্যাস সম্পৰ্কে মত ব্যক্ত কৰিছে। তেওঁৰ শ্ৰেষ্ঠ উপন্যাস 'এয়েতো জীৱন'ৰ আৰম্ভনিতে উল্লেখ কৰিছে—

> 'এয়েতো জীৱন বন্ধু, এয়েতো জীৱন, আছে য'ত সুখ-দুখ, হাঁহি, অশ্ৰু, বিৰহ-মিলন। স্বৰ্গৰ কথা নহয়— এই মাটিৰ পৃথিৱীৰ কথা। পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয়। ক্ষুদ্ৰ গাঁও

এখনিৰ কথা। দেৱতাৰ কথা নহয়-কথা মানুহৰ। ডাঙৰ মানুহ সম্মানিত অসাধাৰণ মানুহৰ কথা নহয় সামান্য মানুহ, সাধাৰণ গাঁৱলীয়া মানুহৰ কথা। সাধাৰণ গাঁৱলীয়া জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনকে ধৰি ৰচিত এই কাহিনী, এই উপন্যাস। অসম দেশৰ অসমীয়া সমাজৰ বিশেষকৈ গাঁৱলীয়া সমাজৰ এখনি চিত্ৰ এই 'এয়েতো জীৱন'। কিন্তু সিয়ে হয়তো স্পৰ্শ কৰিব পাৰে বিশ্বমানৱৰ চৰিত্ৰ।"

হিতেশ ডেকাৰ উপন্যাস সম্বন্ধে ইয়াতকৈ আৰু বেছি উপলব্ধি কৰাৰ প্ৰয়োজন আছে বুলি আমি নাভাবো। তথাপি তেখেতৰ এগৰাকী অন্তৰঙ্গ বন্ধু ড° লক্ষ্মীনন্দন বৰাই ডেকাদেৱৰ ঔপন্যাসিক জীৱন আৰু উপন্যাস সম্পৰ্কে কৰা অভিমত এইখিনিতে দাঙি ধৰা হ'ল—

"এইজনেই বৰেণ্য ঔপন্যাসিক হিতেশ ডেকা। তেওঁ ভালেকেইখন 'ৰেষ্ট ছেলা'ৰ যোগেদি অসমীয়া সাহিত্যলৈ বিশিষ্ট বৰঙণি আগবঢ়াইছে। হিতেশ ডেকা বিশেষভাৱে উল্লেখযোগ্য এজন ঔপন্যাসিক হিচাপে। কাৰণ উপন্যাসে এনে এটা স্তৰ পঢ়ুৱৈলৈকে স্পৰ্শ কৰিছে যিটো স্তৰত প্ৰবেশ কৰিবলৈ আমাৰ অধিকাংশ উপন্যাসেই সক্ষম হোৱা নাই। কাৰণ তেওঁ সাধাৰণ মানুহৰ কথা, নিৰক্ষৰ কৃষিজীৱীৰ কথা আৰু ৰাষ্ট্ৰীয় অৰ্থনৈতিক পৰিকল্পনাসমূহৰ পৰা বঞ্চিত নিম্ন স্তৰৰ অসমীয়া সমাজখনৰ সাধাৰণ মানুহৰ মুখৰ ভাষাৰে আৰু তেওঁলোকৰ অৰ্ন্তদৃষ্টিৰে কাহিনী সমূহ সুন্দৰকৈ বিৱৰিব পাৰে। সেই কাৰণেই তেওঁৰ উপন্যাসত মাটিৰ গোন্ধ পোৱা যায়, যিটো সাম্প্ৰতিক অসমীয়া উপন্যাসত ক্ৰমাৎ কমি আহিছে। বোধকৰোঁ তেওঁৰ **'আজিৰ মানুহ', 'মাটিকাৰ?', 'এয়েতো জীৱন'**, প্ৰভৃতি উপন্যাসে কেইবাটাও দশক অতিক্ৰম কৰি লোকপ্ৰিয়তা সমানে অক্ষুন্ন ৰাখিব পাৰিছে। উপন্যাসকেইখনে মৰণৰ পাছতো হিতেশ ডেকাক জীয়াই ৰাখিব-হিয়াৰ তেজেৰে সৰু সৰু মানুহৰ কথা কোৱাৰ কাৰণে, সৃষ্টিৰ লগত হিতেশ ডেকা মানুহজনৰ পাৰ্থক্য নথকাৰ কাৰণে আৰু নিজৰ জীৱনবোধত ফাঁকি নথকা কাৰণেও হিতেশ ডেকা সদায় 'ৰেষ্ট ছেলা'ৰ হৈ আছে।"

এয়ে হ'ল হিতেশ ডেকাৰ ঔপন্যাসিকৰ জীৱন আৰু উপন্যাসৰ চমু পৰিচয়।

প্ৰৱাদ-প্ৰৱচন, ফকৰা-যোজনা, পটন্তৰ, জঁতুৱা ঠাচ, খণ্ড-বাক্য আদিৰ উপযুক্ত স্থানত প্ৰয়োগ হিতেশ ডেকাৰ উপন্যাসৰ এটি উল্লেখযোগ্য আকৰ্ষণ। প্ৰবাদ-বচনবোৰৰ প্ৰয়োগে তেওঁৰ উপন্যাসৰ কাহিনী বৰ্ণনাত চমৎকাৰিত্ব বঢ়োৱাৰ লগতে ভাষাৰ শ্ৰীবৃদ্ধি, বিকাশ আৰু সৌন্দৰ্যবৰ্ধনত যথেষ্ট সহায় কৰিছে। উপন্যাসৰ কাহিনী, চৰিত্ৰ, পৰিবেশ, জীৱন-জগত-বিষয়ক গধুৰ চিন্তা, ধ্যান-ধাৰণা আদি পাঠকৰ আগত মনোগ্ৰাহী কৰিব পৰাকৈ তেওঁ য'তেই সুবিধা পাইছে ত'তেই ফকৰা-যোজনা, প্ৰৱাদ-বচনবোৰৰ পৰ্যাপ্তৰূপে ব্যৱহাৰ কৰিছে। যাৰ ফলত তেওঁৰ উপন্যাসত গ্ৰাম্য-লোক-জীৱনৰ বিচিত্ৰ জীৱন ধাৰাৰ সুন্দৰ প্ৰকাশ ঘটিছে। লগতে অসমীয়া প্ৰৱাদ-প্ৰৱচনসমূহৰ প্ৰয়োগৰ পৰম্পৰা ৰক্ষাত হিতেশ ডেকাৰ উপন্যাসে পাৰ্যমানে সহায় কৰিছে।

মনকৰিবলগীয়া কথা, ডেকাই অকল উপন্যাস অথবা তেওঁৰ আন বিবিধবিষয়ক ৰচনাত প্ৰৱাদ-প্ৰৱচন প্ৰয়োগ কৰিয়েই এৰা নাই, তেওঁ কথা-বতৰাতো যাৰ লগত সুবিধা পাইছে তাৰ সন্মুখতেই প্ৰৱাদ-প্ৰৱচন প্ৰয়োগ কৰিছে। এইখিনিতে ড° নগেন শইকীয়াৰ অভিমত আৰু প্ৰৱাদ-বচনক লৈ তেওঁৰ লগত লগা 'সৰু পত্ৰ-যুদ্ধ' খনিৰ ঘটনাটি উল্লেখ কৰা হ'ল—

"মানুহজনৰ মাজত এটা গ্ৰামীণ সৰলতা আৰু গ্ৰামীণ 'স্পষ্টবাদীতা' আছে। পেটত কোনো কথা লুকাই নথয়। ভাল পালে 'ভাল' আৰু বেয়া পালে 'বেয়া' বুলি মুখৰ আগতে কৈ দিয়ে। অনেকে তেওঁক 'আনছফিষ্টিকেটেড' বুলি কয়। মই কি ভবা নাছিলো? মোৰ লগত ১৯৯৫ চনত তেওঁৰ এখন 'সৰু' পত্ৰ-যুদ্ধও হৈছিল কাকতত। 'জুই খালে এঙাৰ হাগে'—

এনে এটা প্ৰৱচন তেখেতে ব্যৱহাৰ কৰাত মই মোৰ তথাকথিত 'ছফিষ্টিকেটেড' দৃষ্টিভংগীৰে এই প্ৰৱচনটো শালীন বুলি ভবা নাছিলোঁ। সেই প্ৰৱচনৰ ব্যৱহাৰ সম্পৰ্কে মই মোৰ লেখাত এটা সূক্ষ্ম ব্যঙ্গও কৰিছিলো। তাৰ কিছুদিনৰ পাছত তেখেতক হঠাৎ লগ পালোঁ— গুৱাহাটীৰ 'চন্দ্ৰ প্ৰকাশ'ত। চন্দ্ৰ প্ৰকাশৰ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা তেখেতৰ পৰৱৰ্ত্তীকালৰ প্ৰধান প্ৰকাশক। তেখেতে মোক দেখিয়েই ক'লে 'হেৰি শইকীয়া, আপুনি বেয়া পোৱা প্ৰৱচনটোতো কামৰূপৰ গাঁৱে-ভূঁয়ে চলে। আপোনালোকে কেৱল উজনিৰ খিনিকহে ষ্টেণ্ডাৰ্ড বুলি ভাৱে নেকি?" মই তেখেতৰ কথাবাৰতে বুজি উঠিলোঁ যে তেখেতে আমাৰ পত্ৰযুদ্ধখন ব্যক্তিগত স্তৰলৈ নিয়া নাই। মই নিজেও ভাবোঁ যে মতান্তৰ কেতিয়াও মনান্তৰৰ কাৰণ হ'ব নালাগে।' মই সঁচাকৈয়ে মনে মনে বৰ আনন্দিত হ'লোঁ। মই ততালিকে ক'লো,'মই ছেনিটেৰী যুগত থাকি কৈছোঁ; আপুনি প্ৰাকৃতিক স্তৰৰ কথা কৈছে।' তেখেতে খুব হাঁহিলে।

সঁচাই হিতেশ ডেকাদেৱে উপন্যাস সমূহত গাঁৱলীয়া জীৱনৰ লগত খাপ খোৱা কামৰূপী ভাষাৰ শব্দ, শব্দাংশ, বাক্য, বাক্যাংশ, প্ৰৱাদ-বচন আদিৰ যথোপযুক্ত স্থানত পৰ্যাপ্ত পৰিমাণে ব্যৱহাৰ কৰিছে। এইটোও স্বীকাৰ্য, ডেকাদেৱে প্ৰয়োগ কৰা প্ৰৱাদ-প্ৰৱচনসমূহ কামৰূপৰ বিভিন্ন অঞ্চলৰ পৰা গ্ৰহণ কৰিছে।

ডেকাদেৱৰ উপন্যাসৰাজিত সংস্কৃত প্ৰৱাদ-বাক্যৰো প্ৰয়োগ লক্ষ্য কৰা যায়। ইংৰাজী ভাষাৰ প্ৰৱাদ-বাক্যৰ উদাহৰণ হিতেশ ডেকাৰ উপন্যাসত আছে। তাৰ উপৰি পুৰণি অসমীয়া সাহিত্যৰ পৰা আধুনিক যুগলৈকে প্ৰচলিত প্ৰৱাদপ্ৰৱচনৰ এটা পৰম্পৰা লক্ষ্য কৰিব পাৰি। ইয়াত হিতেশ ডেকাৰ কেইখনমান শ্ৰেষ্ঠ উপন্যাসৰ পাতত জিলিকি থকা প্ৰৱাদ-প্ৰৱচন চানেকি হিচাপে দাঙি ধৰা হ'ল। ডেকাৰ জনপ্ৰিয় উপন্যাস **'ভাৰাঘৰ'**ৰ পাতত প্ৰৱাদ-প্ৰৱচনক পৰ্যাপ্ত ৰূপে পাওঁ— 'চক্ৰৱত পৰিৱৰ্তন্তে দুখানিচ সুখানিচ', 'হুৰ মুৰ যাত্ৰা যি কৰে বিধাতা', 'ৰসতে নাম থোৱা', 'কুকুৰক ৰজা পাতিলেও জোতা কামুৰিবলৈ নেৰে', 'পুৰুষৰ ভাগ্যে জন, তিৰোতাৰ ভাগ্যইহে ধন', 'অৱস্থা চাই ব্যৱস্থা কৰা', 'ঘৰত কঠাল পকিলে গোন্ধ ওলায়', 'বহুত মাছত বগলী কণা', 'কণ্টকে নৈব কণ্টকম্', (হুলেৰে হুল কঢ়া), 'দুই নাৱত দুই ভৰি', 'কৰিব নোৱাৰাৰ বৰ কথা, ৰান্ধিব নজনাৰ বৰ হেঁঠা', 'যাচি দিলে সোণৰো মূল্য নাই', 'সোঁত চাই নাও মেলা', 'একে ঘাটৰ নাৱৰীয়া', 'শেন যেন হৈ আহি ফেঁচা যেন হৈ যোৱা', 'কেঁচু খান্দোতে সাপ ওলাল', 'গোবৰৰবাই লয় পদুমৰ গোন্ধ', 'হংস মধ্যে বক যথা', 'সেই ৰামো নাই সেই অযোধ্যাও নাই', 'ৰাইজে নখ জোকাৰিলে নৈ বয়', 'মৌনং সম্মতি লক্ষণং', 'ঘোলা ডিমা উমনি দিলে ফল নহয়'। হিতেশ ডেকাৰ আন এখন শ্ৰেষ্ঠ উপন্যাস **'আজিৰ মানুহ'**ত প্ৰয়োগ হোৱা প্ৰৱাদ-বচনবোৰ এনেকুৱা— 'হাকিম লৰিলেও হুকুম নলৰে', 'মোল্লাৰ দৌৰ মছজিদলৈ', 'হাজাৰ কুকুৰে কামোৰক আঁঠুৰ তল', 'ক'ৰ পানী ক'লৈ যায়, কাৰ কোমোৰা কোনে খায়', 'হাতীৰেহে হাতী ধৰা যায়', 'আপদত নিয়ম নাস্তি, পানী নহ'লে বালিয়ে স্বস্তি', 'আলচা কাম নহয় সিদ্ধি বাটত আছে কণা বিধি', 'শুভস্য শীঘ্ৰম', 'শিল ঘঁহিলে পানী নোলায়', 'খণ্ডত পেট কাটি ছমাহ শুকনি খোৱা', 'পানীত হাঁহ নচৰা অৱস্থা', 'নালে-পাতে বোৱা', 'কোনোৱে আহে দুখে ভাগৰে কোনোৱে দিয়ে জাকে কুকিয়ে', 'বহ্বাৰম্ভে লঘু ক্ৰিয়া', 'Guilty mind is always Suspicious.' (দোষীমন সদায় সন্দেহবাদী) 'যেনে কথা তেনে কাম', 'নানা মুণিৰ নানা মত', 'যিমান তললৈ নামিবা সিমানে ভিজিবা', 'কুটৰ ঘৰৰ কুটি, লোকলৈ হুল পুতি আপুনি মৰে ফুটি', 'ভূতৰ ওপৰত দানহ', 'হৰিণাৰ মাংসই বৈৰী', 'পুনৰ্মুষিক ভব', 'পণ্ডিতৰো হয় ভুল মুনিৰো পদস্খলন', 'মেকুৰীৰ তামাচাত এন্দুৰৰ মৰণ', 'কটা ঘাঁত কলাখাৰ ঘঁহা', 'যেনে কৰ্ম তেনে ফল', 'দাঁত নথকা সাপৰ ফোঁচফোঁচনিয়ে সাৰ', 'বৰঘুণ গ'লে জাপি', 'তিৰীহীন গিৰী যায় হতচিৰি', 'আগ চালে পিচ চাবলৈ নাই', 'চোৰ বেছি হ'লে কিলৰ সৰহ', 'স্বৰ্গলৈ গ'লেও ঢেকীয়ে ধান বানিব লাগে', 'য'তে বাঘৰ ভয় তাতে ৰাতি হয়', 'তিৰোতা মানুহৰ খং ধানখেৰৰ জুই'।

হিতেশ ডেকাৰ আন এখন উৎকৃষ্ট উপন্যাস হ'ল 'আচল মানুহ'। 'আচল মানুহ'ত পোৱা প্ৰবাদ-বচনবোৰ হ'ল— 'শৰীৰে নাটানে কিন্তু মনে নামানে', 'হৰিণাৰ মাংসই বৈৰী', 'নাৰীৰ ৰূপেই বৈৰী', 'মানুহে বহু ক্ষেত্ৰত তিলকে তাল কৰে', 'চুঙা চাই সোপা দিয়া', 'যখ চাই যখিনী, কৃষ্ণ চাই ৰুক্মিণী', 'এৰা মিছা নহয় পোহনীয়া কৰি ৰাখিলে পহুকো গৃহস্থে নাখায়', 'স্ত্ৰীবুদ্ধি প্ৰলয়ঙ্কাৰী'। ডেকাৰ 'এয়েতো জীৱন'ত প্ৰবাদ বাক্য এনেদৰে পাওঁ— 'বাওনাই চন্দ্ৰলৈ হাত মেলিলে কি হ'ব', 'যাৰ বিদ্যা, যাৰ ভাৰ্যা', 'ভাই হ'লে ঠাই ঠাই', কাৰণ নামাতি ৰণত জিকা বুধিয়কৰ কাম', 'ভাল কৰি চিনি লোক বিবাহৰ পৰে', 'পিতৃ-মাতৃ ভাই ভনী কেনেকুৱা কৰে', 'আজিকালি আমাৰ বেৰে-ছ্যালেও কাণ আছে', 'তিৰোতাৰ নাক মোহাৰিলে বুদ্ধি ওলায়', 'ধনীৰ বল ধনত, দুখীয়াৰ বল কিলত', 'যাৰ গৰু নাই সি নন্দন ঘাঁহত চৰে, যাৰ তিৰি নাই সি একে কোবে মৰে', 'গৰুৰ আগত ঘণ্টি বায়', 'কাণ জোকাৰি ঘাঁহ খায়', 'ঘৰৰ কথা পৰত, ধানৰ ভঁৰাল শেষ হ'ল কুহকুহীয়া জ্বৰত', 'চোৰৰ বৰ বল, চোৰে খোজে দৈ কল', 'বাচি খাবি জাগি শুবি', 'গাখীৰতো মল থাকিব পাৰে', 'শগুণৰ শাপত বুঢ়া হালোৱা নমৰে', 'ক্ষত্ৰেকৰ ভোজ খাওতা নাই', 'নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা', 'কুকুৰক লাই দিলে গললৈকে জপিয়াই', 'বাঘৰ নেগুৰেৰে সি কাণ খজুৱাব আহে', 'সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব পাৰি', 'মাখি মাৰিবলৈ বন্দুক নালাগে', কিন্তু 'চিকা মাৰি হাত গন্ধোৱাৰ দৰে হ'ব', 'ঠেকত পৰিলে মানুহে শিকে', বুলিও এফাঁকি কথা আছে।

এইবোৰৰ উপৰি হিতেশ ডেকাৰ উপন্যাসৰ বহুতো বাক্য, প্ৰবাদ-বাক্যত পৰিণত হৈছে। যেনে, সাহিত্যচৰ্চা এটা বেমাৰ; পানী খোৱা পুখুৰীত বিষ দিয়া; তিৰোতা মানুহৰ খং ধান খেৰৰ জুই; পুৰুষে বিয়া খায়; তিৰোতাই বিয়া গায়; দিন সদায় সমানে নাযায়; ফুল ফুলিলে গোন্ধ ওলায়; চুৰ্ত্তি থাকোতে নাম ল; পেটত এক মুখত এক, জগতত নাৰীৰ শত্ৰু পুৰুষ নহয়, নাৰীহে; সাপতো বিশ্বাস আছে, তথাপি তিৰোতত বিশ্বাস নাই। কিছুমান দীঘল বাক্যও প্ৰবাদ-প্ৰবচনৰ দৰে প্ৰয়োগ হৈছে; যেনে— 'মাছ মাৰিবলৈ ইচ্ছা নাথাকিলে মিছাতে বৰশীত টোপ পেলাব নালাগে। তাত নিজৰো হয় সময় নষ্ট আৰু মাছৰো হয় মহাকষ্ট'। আন এঠাইত আছে— 'আজিকালি তিৰোতাই যঁতৰ নিবিচাৰে, মটৰহে বিচাৰে। গতিকে মটৰ নহ'লে ভাটাৰো নালাগে'। 'দুবৰি আৰু আঢ়ৈ চাউলৰ লগত কিজানি কলপটুৱাৰো মুক্তি হয়', 'ভাল মানুহৰ বান্দীও আনিবা কিন্তু অমানুহৰ বেটিও নানিবা', কেতিয়াবা দুই-এটা প্ৰবাদ বাক্যই আওপকীয়া মনোভাৱ ব্যক্ত কৰাত সফল হৈছে। যেনে— 'মেকুৰীক নিৰামিষহাৰী কৰিব গ'লেও সময় আৰু সুবিধা পালে এন্দুৰৰ গাঁতৰ কাষত খাপ ল'ব আৰু ভজা মাছৰ গোন্ধ পালে কেৰাহীৰ কানকে চেলেকিব'। হিতেশ ডেকাৰ ৰচনাৰ মাজে মাজে দুই-একোটা দফা প্ৰবাদ-বাক্যত পৰিণত হৈছে। যেনে— 'এইবোৰ বৰ বেয়া কথা নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা কথাৰ দৰে। মনত ৰাখিবি ওপৰলৈ থু পেলালে নিজৰ মুখতে পৰে। ঘৰৰ কথা পৰতকৈ ঘৰখন ভাঙ কিয়। কামবোৰ ভাবি-চিন্তি কৰিব লাগে' ('এয়েতো জীৱন')। আন এটা দফাত আছে— 'এজন মানুহ বিখ্যাত নহ'বও পাৰে' (এয়েতো জীৱন)। এনে দৃষ্টান্ত হিতেশ ডেকাৰ আন উপন্যাসবোৰতো আছে। এনেদৰে বিচাৰ কৰিলে হিতেশ ডেকাৰ উপন্যাসত প্ৰবাদ-প্ৰবচনৰ সুন্দৰ আৰু সুপ্ৰয়োগ লক্ষ্য কৰা যায়। প্ৰবাদ-বাক্যৰ যোগেদি তেওঁ উপন্যাসত গাম্ভীৰ্য প্ৰদান কৰাৰ উপৰিও আলংকাৰিক সৌন্দৰ্যবৰ্ধন কৰিছে লগতে ভাষাৰ প্ৰকাশিকা শক্তি যথেষ্টৰূপে বৃদ্ধি পোৱা কথা স্পষ্টৰূপে দাঙি ধৰিছে।

মুঠৰ ওপৰত, আমাৰ আলোচনাৰ পৰা ইয়াকে স্পষ্টকৈ ক'ব পাৰি; বিস্তৃত অধ্যয়নৰ যোগেদি হিতেশ ডেকাৰ উপন্যাসত প্ৰবাদ-প্ৰবচনৰ ওপৰত বিতংকৈ আলোচনা কৰাৰ যথেষ্ট থল আছে।

□□□□□

# হিতেশ ডেকাৰ উপন্যাসৰ ভাষা

**প্ৰমথেশ বায়ন**

অসমীয়া সাহিত্যৰ বুৰঞ্জীত হিতেশ ডেকা এক বিশিষ্ট আসনৰ অধিকাৰী। গল্প, নাটক, প্ৰবন্ধ ৰচনাৰেও পাঠক সমাজত সফল কথাশিল্পীৰূপে সুপৰিচিত ডেকাদেৱ অসমীয়া জনপ্ৰিয় ঔপন্যাসিকসকলৰ ভিতৰত অন্যতম। পৰলোক গমনৰ প্ৰাক-ক্ষণত সম্পূৰ্ণ কৰা **'সাহসী ল'ৰা'** আৰু **'ত্যাগ'** নামৰ উপন্যাস দুখনৰ বাহিৰে **'আজিৰ মানুহ'**, **'মাটি কাৰ?'**, **'নতুন পথ'**, **'ভাবাঘৰ'**, **'এয়েতো জীৱন'** আদি তেখেতৰ আটাইকেইখন উপন্যাসৰ প্ৰকাশিত সংস্কৰণৰ সংখ্যাই তেখেতৰ জনপ্ৰিয়তা নিৰূপণ কৰে। উপন্যাসৰ জনপ্ৰিয়তা কিহৰ ওপৰত নিৰ্ভৰ কৰে— এই লৈ সমালোচক সকল একমত নহয়। 'আজিৰ মানুহ' নামৰ উপন্যাসখনৰ ভূমিকাৰ আগতেই তেখেতে লিখিছে—

'কল্পনাৰ কুহেলিকা নোহে উপন্যাসঃ
ই যে সমাজৰ সত্য জীৱন বিন্যাস।'

গতিকে যি উপন্যাসত পাঠকে নিজৰ হৃদস্পন্দন অনুভৱ কৰিব পাৰে সেইখন উপন্যাসেই জনপ্ৰিয়তা অৰ্জন কৰাৰ সম্ভাৱনা সৰহ। হিতেশ ডেকাৰ উপন্যাসৰ কাহিনী সমাজ-জীৱনৰ বাস্তৱ প্ৰতিচ্ছবিৰে চিত্ৰিত; এই কাহিনীত নিঃসন্দেহে সন্নিবিষ্ট হৈছে প্ৰেম-ভালপোৱা, ত্যাগ আৰু মিলনৰ নৱন্যাসী চিন্তা; কাহিনীত প্ৰবল জাতীয়তাবাদী চেতনাৰে উদ্বুদ্ধ লিখকৰ জীৱন-দৰ্শণৰ প্ৰভাৱো অপৰিমেয়; তেখেতৰ উপন্যাসৰ জনপ্ৰিয়তাৰ আন এটা উল্লেখনীয় কথা হৈছে তেখেতৰ ভাষা।

ভাষা পাঠক আৰু উপন্যাসৰ বক্তব্যৰ যোগাযোগকাৰী মাধ্যম। চৰিত্ৰ আৰু কাহিনীৰ উপযোগী নাটকীয় গুণ সম্পন্ন ভাষাই উপন্যাস একোখনৰ প্ৰতি পাঠকৰ আকৰ্ষণ বৃদ্ধিত যথেষ্ট অৰিহণা যোগায়। চৰিত্ৰৰ প্ৰকৃতি আৰু কাহিনীত বৰ্ণিত ঘটনাৰ পৰিবেশ ভেদে ভাষাৰ ভিন্নতাইহে ঔপন্যাসিকৰ বক্তব্যক স্বচ্ছ কৰি তোলে। সৰলতা, জটিলতা আৰু বাহুল্য বৰ্জিত হোৱাটোও উপন্যাসৰ ভাষাৰ অন্য এটা গুণ। Hudson ৰ কথা এই প্ৰসঙ্গতে উনুকিয়াব পাৰি "…….Not to report the actual talk of everyday men and women, but to give such a convention alised version of this as shall at once maintain the required dramatic rapidity and power, and leave the reader with a satisfying general sense of naturalness and reality." ভাষাৰ ক্ষেত্ৰত ওপৰঞ্চিকৈ আৰু অলপ কথা কোৱা দৰকাৰ; সেয়া হ'ল ঔপন্যাসিক গৰাকীৰ নিজৰ কথিত ভাষাৰ প্ৰভাৱ অলপ হলেও উপন্যাসৰ ভাষাত পৰে। হিতেশ ডেকাই কোনো এটা বিশেষ শ্ৰেণীৰ পাঠকৰ বাবে উপন্যাস লিখা নাছিল; সৰ্বসাধাৰণকো সামৰি সমূহ পাঠকসমাজৰ বাবেহে তেখেতে উপন্যাস ৰচনা কৰিছিল। সেইবাবেই তেখেতৰ ভাষাই ভাব-গধুৰ অৰ্থবহতা অতিক্ৰম কৰি সহজ-সৰলতাৰ ফালে ঢাল লৈছিল। আকৌ স্বাধীনোত্তৰ কালৰ শিক্ষা-দীক্ষাত তুলনামূলকভাৱে আগবঢ়া কামৰূপৰ ভাষাই লিখক-গৰাকীৰ কথ্য-ভাষা হোৱা বাবে তেখেতৰ উপন্যাসৰ ভাষাত কামৰূপীৰ প্ৰভাৱ মন কৰিবলগীয়া। সেই বুলি এই কথা শুদ্ধ নহয় যে তেখেতৰ ভাষাক কামৰূপী উপভাষাই গ্ৰাস কৰিছিল। দৰাচলতে ডেকাৰ উপন্যাসৰ ভাষাত দুটা ধাৰা পৰিলক্ষিত হয়— এটা জনজীৱনত বহুল ব্যৱহৃত ভাষা আৰু আনটো মান্যভাষা বা লিখিত ভাষা।

ডেকাদেৱৰ প্ৰতিখন উপন্যাস আৰু লগতে ইয়াৰ প্ৰতিটো অধ্যায়ৰ আৰম্ভণি বিশেষভাৱে মন কৰিবলগীয়া। বেছ উৎসাহেৰে তেওঁ কাহিনী এটাৰ আৰম্ভ কৰে, কাহিনীটোৰ এটা অধ্যায় সামৰি

উশাহটো সলায়েই পুনৰ একে উৎসাহেৰে পৰবৰ্তী অধ্যায় আৰম্ভ কৰে। উৎসাহৰ প্ৰাবল্যত, আবেগৰ আতিশয্যত তেখেতৰ বাক্য গাঁথনিয়ে কেতিয়াবা কেতিয়াবা বৈয়াকৰণিক নিয়ম উলংঘা কৰি কাব্যিকতাৰ ফালে গতি কৰে। উদাহৰণ স্বৰূপে 'ভাৰাঘৰ' উপন্যাসৰ আৰম্ভণিলৈ চোৱা যাওক—

"সময় ৰাতিপুৱাৰ আগ মুহূৰ্ত।

প্ৰভাতৰ মৃদুমন্দ সমীৰণ। গছে-পাতে মলয়াৰ মৃদু পৰশন। শান্ত স্নিগ্ধ প্ৰকৃতিৰ বুকু। নিজম, নিদ্ৰামগ্ন অচেতন জগত। মাজে মাজে শুনা যায় দুটি-এটি কুকুৰাৰ ডাক। লাহে লাহে পূবে দিয়ে ধলফাট। নিশাচৰ পক্ষীৰ কলকণ্ঠ যায় ধীৰে ধীৰে শূন্যত বিলীন হৈ। কাউৰীয়ে কিৰিলি পাৰি ৰাতিপুৱাৰ জাননী দিয়ে তন্দ্ৰামগ্ন জীৱ-জগতক। সাৰ পায় ক্ৰমে পশু-পক্ষী; :াৰ পাই উঠে মানুহ। লাহে লাহে পুৱাকাশ হেঙুলীয়া হৈ উঠে। ৰবিৰ উদয়। সবিতাৰ ৰক্তিম ৰাগত ৰঞ্জিত হৈ উঠে পূৱালী আকাশ। সূৰযৰ ৰাঙলী ৰশ্মি আহি পৰে কামাখ্যা পাহাৰৰ গাত। সেউজীয়া গছ-পাত জিলমিলাই উঠে ৰ'দৰ ৰশ্মিত। ব্ৰহ্মপুত্ৰৰ বুকুত পৰে এচেৰেঙা মিঠা ৰ'দ। ঢৌৰ- বুকুত নাচে ঢৌ- ৰ'দৰ তিৰবিৰণি অপূৰ্ব মনোমোহা।"

বছা বছা শব্দেৰে গঠিত চুটি বাক্যবোৰেৰে উপন্যাসখনৰ এই আৰম্ভণি কবিতা কবিতা লগাহে। ইয়াত তৎসম আৰু তদ্ভৱ শব্দৰ ব্যৱহাৰাধিক্যৰ লগতে অনুপ্ৰাসৰ অনুৰণনো মন কৰিবলগীয়া। 'এয়েতো জীৱন (১ম খণ্ড)ৰ আৰম্ভণিতো কিছু পৰিমাণে কাব্য-ধৰ্মিতা আছে।

কেতিয়াবা আকৌ উপন্যাস একোখনৰ কাহিনীৰ পাতনি মেলিবলৈও যেন তেখেতৰ সময় নাথাকে, কোবাৰ তাগিদাত পোনে পোনে তেখেতে কাহিনী আৰম্ভ কৰে। 'নতুন পথ' আৰু 'মাটি কাৰ?' উপন্যাস দুখনত এই কথা পৰিলক্ষিত হয়।—

"ৰতনৰ বেমাৰ টান টান বুলি শুনি দীনবন্ধু অস্থিৰ হৈ পৰিল, কাৰণ ৰতন মৰিলে তেওঁৰ নগদ দুইশ টকা গমি যাব। অৱশ্যে দলিল-পত্ৰ আছে; কিন্তু থাকিলে কি হ'ব? মাটি-বাৰী, ঘৰ-দুৱাৰ বিক্ৰী কৰিলেও দুশ টকা উঠা টান। তাৰ উপৰি অন্য মহাজনক আৰু কিমান দিব আছে তাৰ কি ঠিক? দীনবন্ধু একৰকম চঞ্চল হৈ পৰিল। ........." (নতুন পথ)।

"ৰিজাৰ্ভৰ খেতি-পথাৰ। চাহ হোৱা মাটি। ধান ছটিয়াবলৈ আহিছে পোহাৰাম। অতুলহঁতৰ গাঁৱৰে মানুহ। সি তাৰ হাল বাই চাহকৰা মাটিত ধান সিঁচি যায়। এনেতে পিছফালৰ পৰা মণ্ডলাই লৰি আহে। সি পোহাক ধান ছটিয়াবলৈ মানা কৰে; কাৰণ তাৰ আৰু পুহাৰ ভিতৰত মাটিৰ সীমালৈ গণ্ডগোল আছে। পুহা অকলশৰীয়া। মণ্ডলাহঁত তিনি ভাই- মণ্ডলা, ৰংনাথ আৰু প্ৰাণেশ্বৰ। পুহা দুখীয়া। তাৰ ঘৈনীয়েকজনী আৰু সৰু ল'ৰাজন। স্বাস্থ্য ভাল। বলী মানুহ। বয়স প্ৰায় চল্লিশ বছৰ। মণ্ডলা শকত কিন্তু দুৰ্বল। অলপ বেমাৰী ধৰ্ণৰ্ণৰ কফযুক্ত। মণ্ডলাই খণ্ড কৰি আহি কয়— "হেৰ ধান ছটিয়াবলৈ কালিয়েই মানা কৰিছিলো নে নাই হুঃ? মাটিৰ সীমা ঠিক নোহোৱাকৈ ধান ছটিয়াবলৈ বন্ধ কৰ। হাক্ দিয়া কথা নুশুনি মিছাকৈ কাজিয়াখন নলগাবি একা।" — (মাটি কাৰ)।

মাথোঁ দুটা বা তিনিটা শব্দেৰে গঠিত বাক্য হিতেশ ডেকাৰ আন আন উপন্যাস কেইখনতো আছে। 'আজিৰ মানুহ' উপন্যাসৰ আৰম্ভণিৰ শাৰী দুটাৰ ছয়টা বাক্যৰ তিনিটাই মাথোঁ দুটাকৈ শব্দেৰে গঠিত। ক্ৰিয়াহীন আৰু কেতিয়াবা কেতিয়াবা কৰ্তাও উহ্য থকা। এনে বাক্যই 'কুঁহিপাঠ'ৰ—

"অকণ বৰ সৰল।
অকণৰ ঘৰ নগৰত।
নগৰত বৰ বৰ ঘৰ।
গছ কম।
নগৰত বৰ গৰম।" — লৈ মনত পেলায়।

কাহিনীৰ পৰিবেশ সৃষ্টিৰ লগতে পাঠকৰ মনত শিশু সুলভ কৌতূহল জগাই তোলাত এনে বাক্যৰ অৰিহণা মনকৰিবলগা।

'আচল মানুহ' আৰু 'কাম-পত্নী' নামৰ উপন্যাস দুখন আকৌ আৰম্ভ কৰা হৈছে নাটকীয় ভাৱে সংলাপেৰে। ডেকাৰ আন আন উপন্যাসকেইখনতো কাহিনী আগবঢ়াই নিয়াত বৰ্ণনাৰ লগতে সংলাপেও প্ৰায় সম ভূমিকা লৈছে। চৰিত্ৰক নিখুঁত ৰূপত প্ৰকাশ কৰাত সংলাপৰ গুৰুত্ব অপৰিসীম। পাঠকৰ মনত গভীৰভাৱে ৰেখাপাত কৰিব পৰা সংলাপ ৰচনাৰ বাবে শব্দ-নিৰ্বাচন আৰু তাৰ যথাযথ প্ৰয়োগত লিখকৰ নিপুণতা সন্দেহাতীত হোৱাটো বাঞ্ছনীয়। সৰু সৰু শব্দ বা চুটি চুটি বাক্য গাঁথনিৰ কুন্দতকটা বিধৰ সংলাপে পাঠকৰ মনত গভীৰভাৱে ৰেখাপাত কৰে; কিন্তু অনাৱশ্যকভাৱে দীঘল, একেটা কথাকে পেঘেনীয়াই থকা বক্তৃতাধৰ্মী সংলাপ নাটকতেই নহয় উপন্যাসৰ ক্ষেত্ৰতো বিৰক্তিকৰ, আমনিদায়ক আৰু কাহিনীৰ ৰস ভঙ্গকাৰী। হিতেশ ডেকাৰ উপন্যাসত চুটি আৰু দীঘল দুয়োধৰণৰেই সংলাপ আছে। বলিষ্ঠ সংলাপ ৰচনাত তেখেত কুশল। তলত উল্লেখ কৰা সংলাপখিনিয়েই তাৰ প্ৰমাণ —

(ক)

-"বৰুৱাইযে মাতিছিল কিয় নগলি প্ৰতাপ?"

"মোৰ ইচ্ছা নাই দাদা।" প্ৰতাপ অলপ দূৰত থিয় হয়।

"কি ইচ্ছা নাই তোৰ?" কাগজৰপৰা মূৰ তুলি প্ৰশ্ন কৰে মাধৱে।

"অশিক্ষিত ধনীৰ ঘৰত বিয়া কৰাবলৈ।" আঠুৱাৰ ওপৰৰপৰা 'ট্ৰিবিউন'খন লয় প্ৰতাপে।

"তেন্তে তই ধনীবিলাকক ঘৃণা কৰ?"

"ধনীক নহয় দাদা - শোষণকাৰী সম্পত্তিধাৰীক্হে।" কাগজত মন দি কয় প্ৰতাপে।

"তোৰ দৰে বি.এ. পাছ কৰিলেহে শিক্ষিত হয় নেকি?"

"বি.এ. পাছ শিক্ষিতৰ কথা মই কোৱা নাই দাদা, মই কৈছোঁ মনুষ্যত্বৰ শিক্ষা পোৱা লোকৰ কথাহে।"

"মনুষ্যত্ব কি বাহিৰৰ বস্তু যে তাক দেখিলেই চিনিব পাৰি।"

"বাহিৰৰ নহয় দেখিয়েইতো মানুহে ভুল কৰে দাদা। মানুহ বুলি অমানুহক ডাঙৰ দেখে ঐশ্বৰ্যৰ প্ৰাচুৰ্য দেখি।"

"শুন, মহৎ নহ'লে মানুহ ঐশ্বৰ্যশালী হ'ব নোৱাৰে।"

"অকল ঐশ্বৰ্যশালী হ'লেই মানুহ মহৎ হ'ব নোৱাৰে দাদা।"

(আজিৰ মানুহ, ৪৭ পৃঃ)

কনক - "তুমি মোক সহায় কৰিবা? অসৎ কামতো সহায় কৰিবা?"

"নিশ্চয়। স্বামী যদি অসৎ কামত লিপ্ত হয়— তাৰ পৰা ফিৰাই আনি সৎ কামত নিযুক্ত কৰা স্ত্ৰীৰ কৰ্তব্য আৰু যদি স্বামী সৎ কামত আগবাঢ়ে তাত সহায় কৰা স্ত্ৰীৰ ধৰ্ম। বাৰু দেশৰ কাম জানো অসৎ?"

কনক— "উদ্দেশ্য সৎ হ'ব পাৰে; কিন্তু তাৰ কৰাৰ প্ৰণালী সৎ নহবও পাৰে।"

কমলা— "যদি উদ্দেশ্য সৎ তেন্তে তাত সহায় কৰিম; আৰু যদি পদ্ধতি অসৎ তেন্তে তাৰ পৰা ফিৰাই আনি সৎ পদ্ধতি দিবলৈ যত্ন কৰিম।"

কনক— "মই বঙালী ল'ৰা হৈ বিয়া কৰালোঁ অসমীয়া ছোৱালীক আৰু বঙালী মানুহ হৈ খেদিম বঙালীক। ই জানো সৎ?"

কমলা— "প্ৰেমৰ ক্ষেত্ৰত বিদেশী বুলি কথা নাই আৰু আততায়ীৰ ক্ষেত্ৰত স্বদেশী বুলিও অৰ্থ নাই।" (মাটি কাৰ? পৃঃ ৭০)

এনে সংলাপে চৰিত্ৰক স্বচ্ছ ৰূপত প্ৰকাশ কৰাৰ লগতে উপন্যাসৰ কাহিনীকো সাৱলীল গতি দিছে। আনফালে ডেকাৰ উপন্যাসত দীঘলীয়া সংলাপো কম নহয়। কোনো কোনো ক্ষেত্ৰত এনে সংলাপ কিছু পৰিমাণে বাহুল্যজনকো হৈছে যদিও স্থান বিশেষে আকৌ কাহিনীৰ প্ৰয়োজনত বা চৰিত্ৰৰ প্ৰয়োজনতো ঔপন্যাসিকজনাই দীৰ্ঘ সংলাপ ব্যৱহাৰ কৰিব লগা হৈছে। উদাহৰণ স্বৰূপে 'মাটি কাৰ?' উপন্যাসৰ দ্বিতীয় অধ্যায়ৰ জলতি পাঠকৰ সংলাপলৈ আঙুলিয়াব পাৰি। —

— "তোমালোক মূৰ্খ। মাটিৰ সীমাত যে কলি থাকে তাক নাজানা? এই মাটিৰ বাবেই কুৰুকুল মাটি হৈ গ'ল। এই মাটিৰ বাবেই তোমালোকে অনৰ্থক কাঁজিয়া কৰা। এতিয়া বয়স হৈছে। অলপ চিন্তা কৰি চলাটোহে মই উচিত বুলি ভাবোঁ। তুমি কি কোৱা?" মণ্ডলাই একো উত্তৰ নিদি তলমুৱা হয়। পাঠকে আকৌ কবলৈ ধৰে— "মোৰ আজি ষাঠি বছৰ হ'ল। এই বয়সৰ অভিজ্ঞতাৰ পৰা যি জানিলোঁ - জীৱনত মাটি-বাৰী, ঘৰ-দুৱাৰ, ধন-সম্পত্তি আদি সকলো মিছা, ফাঁকি। আচল বস্তু এইবোৰ নহয়। কিছুদিন পিছত গম পাবা। যি মাটিৰ বাবে কাঁজিয়া কৰিছা, সেই মাটিতে এদিন লয় হবা; মাটি কিন্তু একেদৰে ৰ'ব। যি দেহৰ বাবে ইমান যত্ন কৰিছোঁ, সেই সুন্দৰ দেহৰ ঠাই হব - কদাকাৰ শ্মশানত। যি সম্পত্তিৰ বাবে মুৰ ফালাফালি কৰিছোঁ, সিও ৰ'ব ইয়াতে। গতিকে মিছা বুলি নুবুজি কিয় কাজিয়া কৰা। এইবোৰ অনিত্য বস্তুৰ ধান্দা এৰি নিত্য বস্তুৰ চিন্তা কৰা। যাক পাব লাগে তাক নাপাই বাকীবোৰ পালে কি হ'ব?"

জলতি পাঠকৰ এই সংলাপ দীঘলীয়া সচাঁ, কিন্তু বিৰক্তিকৰ নহয়। জলতি পাঠকৰ বয়স ষাঠি বছৰ। এনে বয়সৰ ব্যক্তিয়ে কথা অলপ বেছিকৈ কোৱাটোহে স্বাভাবিক। গতিকে চৰিত্ৰৰ প্ৰয়োজনতহে ঔপন্যাসিকে পাঠকৰ মুখত দীঘলীয়া সংলাপ দিব লগা হৈছে।

গাঁও একোখনত, সমাজ একোখনত কেৱল এটা শ্ৰেণী, এটা সম্প্ৰদায়, বা এটা ভাষা কোৱা মানুহেই নাথাকে; শিক্ষিত অশিক্ষিত, বিভিন্ন জাতি-সম্প্ৰদায়, ভাষা-ভাষীৰ মানুহেৰেহে গাঁও বা সমাজ গঠিত হয়। একেদৰে দৈনন্দিন জীৱনতো মানুহে কেৱল একেভাষী লোকৰ লগতেই মনৰ ভাব বিনিময় কৰি জীৱন অতিবাহিত কৰাটো সম্ভৱ নহয়। ভিন ভিন কাৰণত ভিন ভিন মানুহৰ লগত ভাব বিনিময় কৰিব লগা হয়। 'মাটিকাৰ,' 'আচল মানুহ'আদি উপন্যাসত ডেকাদেৱে ভাষাৰ এই দিশটোৰ চিত্ৰও অংকন কৰিছে। আমি অধিকাংশ অসমীয়া ভাষীয়ে বড়ো, কছাৰী, ৰাভা আদি জনজাতীয় ভাইসকলৰ ভাষা শিকিবলৈ যত্ন নকৰিলেও বা নাজানিলেও এইসকল সহজ-সৰললোকে কিন্তু অসমীয়া ভাষা জানে আৰু কথা-বতৰাত ব্যৱহাৰো কৰে। 'মাটি কাৰ?' উপন্যাসত কছাৰী ভাইসকলৰ মুখৰ অসমীয়া ভাষাৰ সুন্দৰ নিদৰ্শন ঔপন্যাসিকে দাঙি ধৰিছে। —

লপাং— "ঘৰৰ পৰা ওলাই আহিলুং দে আৰু। তোৰ খবৰ নিব আহিলুং দে। কালি আমাৰ দাফা বৰ ডেকাই মানুহ মথাৰ আগত মোক ক'লে,— বোলে তই যা লপাং কলিতা বাবুৰ খবৰ লৈ আহ। যোনে আমাৰ চেৰ্কেটেৰী বাবুক মাৰিছে তাক আৰু আমি নাৰাখং দে। আমি চব বড়ো মানুহে লগ লাগি তাক খতম্ কৰি দিম দে। তাৰে লাগি আহিলুং দে বাবু। এতিয়া ক বাৰু কোনে মাৰিছে। ছালাক আমি কাটিম দে।" (মাটিকাৰ পৃঃ ৭)

লপাং কছাৰীৰ ভাষাত নামনি অসমৰ ভাষাৰ প্ৰভাৱো মনকৰিবলগীয়া।

এই প্ৰসংগতে আন এটা উল্লেখযোগ্য কথা অসমীয়াই বড়ো ভাষা কব নোৱাৰিলেও এচাম 'শিক্ষিত' অসমীয়াই বেছ জনা দেখুৱাই এশ এটা ভুলেৰে হলেও বাংলা বা হিন্দী কয়। 'মাটি কাৰ?' উপন্যাসত যোল্ল অধ্যায়ত কনকসেন আৰু হাজৰিকা হাকিমৰ কথোপকথনত তাৰো ইঙ্গিত আছে। একেদৰে হাজৰিকা হাকিম বা বেনাৰ্জী উকিলহঁতৰ মানুহে নিজৰ ভাষা মনৰ ভাব সম্পূৰ্ণকৈ প্ৰকাশ কৰাত অসমৰ্থ হেন ভাবি কথাৰ মাজে মাজে ইংৰাজী কোৱাটোও মন কৰিব লগা কথা।

কিন্তু 'আচল মানুহ' উপন্যাসৰ ২৫ পৃষ্ঠাত মদন মাষ্টৰে সাত বজাতে মাৰোৱাৰী হোটেললৈ

আহি দহ বজাতহে ভাত খাব বুলি কোৱাত তেৱাঁৰীৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ ব্যৱহাৰ কৰা "এবে বাব্বা কি মস্কিল।" .......''মজাৰ ব্যাপাৰ।'' শব্দ কেইটাত মাৰোৱাৰীৰ পৰিবৰ্তে বাংলা ভাষাৰহে গোন্ধ পোৱা যায়। গুৰুত্বৰ বা বিশেষ পৰিস্থিতিৰ চিত্ৰণতো ঔপন্যাসিক ডেকা সিদ্ধহস্ত। 'মাটি কাৰ?' উপন্যাসত কনক সেন বাহিনীৰ আক্ৰমণত পমুৱা বস্তিত 'ভীষণ কাণ্ড' সংঘটিত হ'ল— "নিমিষৰ ভিতৰতে তৃণ নিৰ্মিত পঁজা হুতাশনৰ কবলত পৰিল। ক্ষন্তেকৰ ভিতৰতে ভয়ঙ্কৰ অগ্নিকাণ্ডৰ সৃষ্টি হ'ল। পমুৱাবোৰ টোপনিৰ পৰা উঠি "আগুন, আগুন লেগেছে" বুলি চিঞৰি চিঞৰি, দৌৰি-দৌৰি কান্দি ঘূৰি ফুৰিব ধৰিলে। চাৰিওফালে হাহাকাৰ লাগি পৰিল। "নিবাও আগুন নিবাও, জল আনো" ধ্বনিত কাণ তাল মাৰি ধৰিলে। কিন্তু জুই কোনে নুমাব? কোনে পানী দিব? নিৰুপায়! ঘৰবোৰ ভস্ম হৈ গ'ল! বিদেশীহঁতে কান্দি কান্দি মূৰত ভুকুৱাই কপালত চপৰিয়াই চিঞৰিব ধৰিলে। ল'ৰা-তিৰোতাৰ আৰ্ত্তনাদ, ডেকা-বুঢ়াৰ চিঞৰ- যেন মহাপ্ৰলয় হে আৰম্ভ হ'ল।"

পমুৱা বস্তিত জুই লাগিছে, গতিকে স্বাভাবিকভাৱেই পৰিস্থিতিৰ উপযুক্ত চিত্ৰণৰ বাবে "আগুন নিবাও, জল আনো" কথা কেইষাৰ ঔপন্যাসিক গৰাকীয়ে ব্যৱহাৰ কৰিছে। নিজৰ ঘৰ-দুৱাৰ 'হুতাশনৰ কবলত' পৰিলে 'কপালত চপৰিয়াই' চিঞৰাৰ বাহিৰে সেই 'মহাপ্ৰলয়'ৰ পৰা ৰক্ষা পোৱাৰ উপায় আন কি আছে?

গভীৰ বন্ধুত্বৰ কথাই বেলেগ। দুগৰাকী বন্ধুৰ মাজৰ আন্তৰিকতাৰ গভীৰতাৰ বৃদ্ধিৰ লগে লগে সম্বোধনো সলনি হয়— 'আপুনিৰ পৰা তুমি', 'তুমি'ৰ পৰা 'তই'ত পৰে। পিছলৈ নামো সলনি হয়। 'ভাৰাঘৰ'তো সেয়ে হৈছে। শৰতৰ বাবে নবীন হৈছে 'ধুৰন্ধৰ' আৰু নবীনৰ বাবে শৰত হৈছে 'গাধ'। এই নাম-সলনি পৰ্ববো কৌতুক মিশ্ৰিত সুন্দৰ ঘটনা এটা ডেকাদেৱে উপন্যাসখনত উল্লেখ কৰিছে। বন্ধুৰ ঘৰখনো নিজৰ ঘৰৰ দৰেই। 'আজিৰ মানুহ' উপন্যাসত মহেশ্বৰৰ ঘৰলৈ প্ৰতাপ অহাত 'মহেশ্বৰৰ মাকে আগত থিয় হৈ সতৃষ্ণ দৃষ্টিৰে এবাৰ ভৰিৰ পৰা মূৰলৈ চাই প্ৰশ্ন কৰে - 'ক'ৰ পৰা আহিছা? কি কৰিছা এতিয়া? বৰ ভাগৰ লাগিছে হবলা? গা ধুবা?"

'একেলগে ইমানবোৰ প্ৰশ্ন কোনো পৰীক্ষাত নাহে মাহীদেউ। পিচে প্ৰথম প্ৰশ্নৰ উত্তৰ - আহিছোঁ গাঁৱৰ পৰা। দ্বিতীয় প্ৰশ্নৰ উত্তৰ - কৰিছোঁ ঘৃণৎ আৰু ফেৰৎ। তৃতীয় প্ৰশ্নৰ উত্তৰ - ভাগৰ হ'লে লাগিছে। চতুৰ্থ প্ৰশ্নৰ উত্তৰ - গা হ'লে ধুম।' তেনেই সাধাৰণ কথাৰে এইদৰে হাস্যৰস সৃষ্টিত ডেকাদেৱৰ কৃতিত্ব মনকৰিবলগা। প্ৰতাপৰ মতে 'হিন্দু থাকিলে হিন্দুস্থান, মুছলমান থাকিলে পাকিস্থান যদি হয়, তেন্তে বন্ধু থাকিলে বন্ধুস্থান নহ'ব কিয়? সেইবাবেই প্ৰতাপে 'বন্ধুস্থান বিচাৰি আহিছে।

প্ৰখ্যাত লোকৰ উক্তি বা লিখনিৰ উদ্ধৃতি, ফকৰা-যোজনা, জতুৱা ঠাঁচ আদিৰ প্ৰয়োগেও হিতেশ ডেকাৰ উপন্যাসৰ ভাষাক সৌষ্ঠৱ প্ৰদান কৰিছে। কেতিয়াবা কেতিয়াবা আকৌ ঔপন্যাসিক গৰাকীয়ে একলগে একাধিক উদ্ধৃতিও ব্যৱহাৰ কৰিছে। 'আচল মানুহ' উপন্যাসৰ ৩০ পৃষ্ঠাত মানুহৰ জীৱনৰ ক্ষণস্থায়িত্ব, জীৱনৰ আশা আৰু আশা পূৰণৰ কথা ভাবোতে মদনৰ প্ৰথমে ব্ৰাউনিঙৰ কথা মনত পৰিছে —

'Why, all men strive and who succeed?
..... Look at the end of work, contrast
The petty done, the undone vast.'

তাৰ পিছতেই ওমৰৰ কথা —

"পাইছা যিখিনি লোৱা ততালিকে
নোপোৱা যিখিনি থাকক বাকী;
দূৰৰ বাজনা শুনিলে কি হ'ব
মাজত তোমাৰ তেনেই ফাঁকি।"

পুনৰ তেখেতে উল্লেখ কৰিছে —

"এই জীৱনত এয়ে মাথোঁ সচাঁ
বাকী সকলোটি তেনেই ভুল;
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল।"

একেলগে এইদৰে একাধিক উদ্ধৃতিৰ ব্যৱহাৰে উপন্যাসখনৰ কাহিনীৰ অন্তৰ্নিহিত ভাবৰ গভীৰতা বৃদ্ধি কৰাত সহায় কৰিছে। উদ্ধৃতিৰ উপৰি ঠাই বিশেষে চৰিত্ৰৰ মুখত কাব্যিক সংলাপ প্ৰয়োগৰ ফলতো উপন্যাসকেইখন ৰসাল হৈছে। সেইদৰে প্ৰচলিত জতুৱা ঠাঁচ, ফকৰা-যোজনা আদিৰ লগতে বাপা, আতা, চৈধ্য পুৰুষ; বৰ ডেকা; বুঢ়া শগুণৰ হুতাহ, খালত হাঁমি চেঙৰ বুকু ভৰোৱা; তেজে মুতা দুখ; বেটা মৰগুত মৰা আদি কামৰূপী ফকৰাৰ প্ৰয়োগেও হিতেশ ডেকাৰ উপন্যাসকেইখন সুখপাঠ্য কৰিছে। শেষত নিঃসন্দেহে কব পাৰি যে হিতেশ ডেকাৰ উপন্যাসৰ ভাবাত স্বয়ং 'হিতেশ ডেকা' জনে স্পষ্ট ৰূপত আত্ম প্ৰকাশ কৰাটো পাঠক মাত্ৰৰে বোধগম্য হয়।



# হিতেশ ডেকাৰ উপন্যাসৰ ভাষা ঃ এটি চমু পৰ্যালোচনা

ড° মুকুল চক্ৰবৰ্ত্তী

অসমীয়া উপন্যাস সাহিত্যৰ বুৰঞ্জীত এটি স্মৰণীয় নাম হিতেশ ডেকা (১৯২৪-২০০০)। পঞ্চাশৰ দশকৰেপৰা জীৱনৰ শেষনিশালৈ তেখেতে সৃষ্টি কৰি গ'ল নানা কবিতা, গল্প, নাটক, উপন্যাস, প্ৰবন্ধাৱলী। তেখেতৰ সকলো সাহিত্যই জনগণৰ অতিপ্ৰিয়। বিশেষকৈ তেখেতৰ উপন্যাসৰাজিয়ে পাঠকসমাজক সততে আকৰ্ষণ কৰে। তেখেতৰ উপন্যাসসমূহ হ'ল - **আজিৰ মানুহ** (১৯৫২), **নতুন পথ** (১৯৫৪), **মাটিকাৰ** (১৯৫৬), **ভাৰাঘৰ** (১৯৫৭), **এয়েতো জীৱন** ১ম খণ্ড, ২য় খণ্ড, ৩য় খণ্ড (১৯৬০), **সীমাৰ কাজিয়া** (১৯৬২), **আচল মানুহ** (১৯৬৩), **বৈৰীমানুহ** (১৯৬৫), **জীৱন সংঘাত** (১৯৬৯), **ইতিহাসে সকীয়ায়** (১৯৭২), **সুখৰ সংসাৰ** (১৯৭৫), **নিৰ্যাতিতা সতী** (১৯৮০), **কামপত্নী** (১৯৮১), **বাঁৰীৰ কোঁৱৰ** (১৯৯৫), **গাঁৱৰ মানুহ** (১৯৯৬), **সাহসী ল'ৰা** (২০০০) আৰু **ত্যাগ** (২০০০)। **'ত্যাগ'** - হিতেশ ডেকাৰ শেষ সৃষ্টি। শেষ সৃষ্টি সম্পৰ্কত তেখেতৰ বৰপুত্ৰ ড° উমেশ ডেকাই 'ত্যাগ'ৰ ক'বলগীয়া একাষাৰ -ত এনেদৰে কৈছে - 'ত্যাগ' উপন্যসখন আমাৰ পিতৃদেৱ হিতেশ ডেকাৰ দেহাৱসানৰ অব্যৱহিত পূৰ্বে ৰচনা কৰি থৈ যোৱা জীৱনৰ অন্তিম সৃষ্টি। যোৱা ত্ৰিশ আগষ্ট তাৰিখে (২০০০ চন) পাৰ্থিৱ জগতৰ মায়া এৰি তেখেতৰ আত্মাই পৰলোক গমন কৰে। এই উপন্যাসখনৰ শেষ অধ্যায়টো ৰচিত হয় ছাব্বিশ আগষ্টৰ নিশা এঘাৰ বজাত। সেই নিশাতেই তিনি বাজি ত্ৰিশ মিনিটত তেখেতৰ মগজুৰ ৰক্তক্ষৰণ আৰম্ভ হোৱাত গুৱাহাটীৰ নিউৰ'ল'জিকেল হস্পিটালত তেখেতক ভৰ্ত্তি কৰোৱা হয়। সম্পূৰ্ণ তিনিদিন অজ্ঞান অৱস্থাত শয্যাশায়ী হৈ থকাৰ অন্তত ত্ৰিশ আগষ্টৰ ৰাতিপুৱা সাত বাজি ঊনচল্লিশ মিনিটত তেখেতৰ পৰলোক প্ৰাপ্তি ঘটে'। **'ত্যাগ'** - দৰাচলতে ঔপন্যাসিক হিতেশ ডেকাৰ দেহত্যাগৰ পূৰ্ব-স্বাক্ষৰ।

উপন্যসৰ ভাষা অধ্যয়নৰ দিশটো নিঃসন্দেহে জটিল। তেনেস্থলত হিতেশ ডেকাৰ উপন্যাসৰ ভাষাৰ আলোচনা কৰাটো আৰু বেছি জটিল বুলি আমাৰ মনে ধৰে। কাৰণ - তেখেতে এখন বা দুখন উপন্যাস ৰচা নাই - প্ৰায় একুৰি উপন্যাস ৰচনা কৰিছে। প্ৰায় একুৰি উপন্যাসৰ ভাব-ভাষা কোনোমতে একে নহয়। উপন্যাসৰ ভাব -বিষয়ে, তেনেদৰে চৰিত্ৰৰ মুখৰ ভাষাও নিৰূপণ কৰিছে। তেনেস্থলত 'হিতেশ ডেকাৰ উপন্যাসৰ ভাষা' বিষয়টি অধিক জটিল হৈ পৰিছে। তথাপি আমাৰ চিন্তা-চৰ্চাই ঢুকি পোৱা দুই চাৰিটা কথাৰ মাজেৰে বিষয়টি ছুৱৰ প্ৰয়াস কৰা হ'ল। এই ছেগত হিতেশ ডেকা ঔপন্যাসিকজন সম্পৰ্কত এষাৰ কথা কোৱা নিশ্চয় অপ্ৰাসংগিক নহব। হিতেশ ডেকা মানুহজনৰ জন্ম, শিক্ষা, কৰ্মজীৱন আৰু শেষত নিগাজীভাৱে বাসো কৰে গ্ৰাম্য পৰিবেশত। গ্ৰাম্য-সমাজখন তেখেতৰ নিতান্তই চিনাকি। তথাপি গ্ৰাম্য-সমাজখনৰ বিপৰীতে নগৰীয়া সমাজখনো এক আচৰিত ধৰণে তেখেতৰ ঘনিষ্ঠ আছিল। জীৱনৰ বাস্তৱ অভিজ্ঞতাক মূলধন কৰি, তেখেতে উপন্যাস সৃষ্টি কৰাৰ মুহূৰ্ত্তত গ্ৰাম্য - নগৰীয়া দুখন সমাজক প্ৰতিফলিত কৰিছিল, দুয়োখন সমাজক প্ৰতিফলিত কৰিবলৈ চৰিত্ৰও সৃষ্টি কৰিছিল। সদা-সচেতন ঔপন্যাসিক গৰাকীয়ে দুয়োখন সমাজৰ চৰিত্ৰৰ মুখৰ ভাষাও জোখ-মাফ কৰিহে দিছিল। তেনেকৈ হিতেশ ডেকা আছিল অক্লান্ত কৰ্মীপুৰুষ। সজ্ঞানে যুক্তিবাদী ঔপন্যাসিক গৰাকীয়ে চিন্তা-যুক্তিৰ সমন্বয় সাধন কৰি নিজে কৰ্ম কৰিছিল - আনকো কৰ্ম

কৰিবলৈ উদগনি দিছিল। চিন্তা-যুক্তি কোনো দিন উদ্ভট নাছিল। কাৰণ তেখেতে 'যদিও হয় মুনিগণ তথাপি সোধে তিনিজন' বুলি অনুমোদিত কৰ্মহে কৰিছিল। তেখেতে বিদ্যায়তনিক দিশত লাভ কৰা ইংৰাজী, সংস্কৃত দৰ্শনৰ শিক্ষাক উপন্যাসৰ বিষয়বস্তুৰ মাজত অৱতাৰণা কৰিছিল। সেয়ে তেখেতৰ উপন্যাসৰাজিৰ মাজত-অনেক পাশ্চাত্য কবিৰ কবিতা, - বিভিন্ন পুৰাণ উপপুৰাণৰ সংস্কৃত শ্লোক, বাংলা সাহিত্যৰ কবিতাক প্ৰাংসগিক উদ্ধৃতি হিচাপে ব্যৱহাৰ কৰা দেখা যায়। এতিয়া আহোঁ আলোচনাৰ মূল বিষয় হিতেশ ডেকাৰ উপন্যাসৰ ভাষালৈ।

ভাষাৰ বিষয়লৈ আহিলে ধ্বনি, ৰূপ, বাক্য, অৰ্থৰ কথাই সাধাৰণতে চৰ্চা কৰা হয়। এই ফালৰ পৰা আমিও ভাষা বিষয়ক আলোচনাত সেইবোৰ কথাই আলোচনা কৰিব লাগিছিল। কিন্তু বাস্তৱত ধ্বনিতত্ত্বৰ কথা পৰিহাৰ কৰি, ৰূপতত্ত্বৰ ক্ষেত্ৰতো শব্দসম্ভাৰৰ আংশিক আলোচনাতে সীমাবদ্ধ থাকিব লগা হ'ল। অদূৰ ভৱিষ্যতে এক গুৰু কৰ্ম কৰাৰ পৰিকল্পনা কৰি, বিষয়টি পূৰ্ণ কৰাৰ এক বিনম্ৰ ইচ্ছা ৰখা হৈছে।

**ৰূপতত্ত্ব :**

**শব্দ সম্ভাৰ :** হিতেশ ডেকাৰ উপন্যাসৰাজিৰ শব্দসম্ভাৰৰ উৎস প্ৰসংগত কেইটামান বিশেষ বৈশিষ্ট্যৰ কথা উনুকিয়াব পাৰি। তেখেতে তৎসম, অৰ্দ্ধতৎসম, তদ্ভৱ, ভাৰতৰ আৰ্য্যভিন্ন ভাষাৰ, নানা দেশী-বিদেশী ভাষাৰ শব্দৰ প্ৰয়োগ কৰিছে সঁচা কিন্তু বৈচিত্ৰ্য প্ৰকাশ পাইছে উপভাষাৰ (অসমীয়া ভাষাৰ) শব্দ প্ৰয়োগতহে। এনে শব্দসমূহৰ প্ৰয়োগে তেখেতৰ উপন্যাস ৰাজিক সমৃদ্ধ কৰিছে। তেনে কিছুমান শব্দহে এই শিতানত উল্লেখ কৰা হ'ল।

**'ভাৰাঘৰ' (১৯৯১) ৰ পৰা :** চুতা (কৰি) - পৃষ্ঠা-২; বাহ (ভাৰাঘৰ) পৃষ্ঠা ১১, তাহাত, পৃষ্ঠা ৭০।

**'বাৰীৰ কোঁৱৰ' (১৯৯৫) ৰ পৰা :** আবু - পৃষ্ঠা ৬; ভকতেনি - পৃষ্ঠা ১৬, ধামধুম - পৃষ্ঠা ১৭; তিতি বুৰি হুলি জুলি হ'ল - পৃষ্ঠা ১৮, বৈঠা - পৃষ্ঠা ২৬।

**'এয়েতো জীৱন' (১ম খণ্ড : ১৯৯৮) ৰ পৰা :** হাফ্‌লিমাৰে - পৃষ্ঠা ৮; পেটলুণ্ড - পৃষ্ঠা ১৬; জ্বালাতন - পৃষ্ঠা ২৪; সেনী - পৃষ্ঠা ৪৪ ; গাঁওকুছি - পৃষ্ঠা ৬১; আৰাল - পৃষ্ঠা ৮৩; ধেমনী - পৃষ্ঠা ১৩৮; বয়া - পৃষ্ঠা ১৫১; ভালোকপতি - পৃষ্ঠা ১৫৮; একগুঁয়ে - পৃষ্ঠা ১৩৮; আগভাত - পৃষ্ঠা ১৮২; তেলৰভাৰ - পৃষ্ঠা ১৮৯; বৰত (কপাল) পৃষ্ঠা ১৯৯; ধাৰাত মুতা ছলি - পৃষ্ঠা - ২০৩।

**'এয়েতো জীৱন' (২য় খণ্ড : ১৯৯৮) ৰ পৰা :** ইচুতা - সিচুতা, পৃষ্ঠা ২১; বিয়া কিয় থিয়া, পৃষ্ঠা ২৪; কুৰ্ম্মা (বৰগিৰি) পৃষ্ঠা ২৫; ভদ্ৰলোকী - পৃষ্ঠা ২৬; নধৰ-নপৰ, পৃষ্ঠা ৩৯; দৰথ - পৃষ্ঠা ৪৩; আলিজালি - পৃষ্ঠা ৪৫; ৰখোতে ৰখোতে, পৃষ্ঠা ৪৫; পেটলুণ্ড, পৃষ্ঠা ৪৮; হকাৰ ধৰা - পৃষ্ঠা ৫৩; গুড়্‌গুড়্‌কৈ - পৃষ্ঠা ৫৩; ৰিহাধৰি - পৃষ্ঠা ৬৪; চলিপলি - পৃষ্ঠা ৬৯; বেপতি - পৃষ্ঠা ৮৮; (দাঁতৰ) কৰমৰি - পৃষ্ঠা ৯৫; ভেটাকণা - পৃষ্ঠা ১০০; গজংকৈ - পৃষ্ঠা ১২৫; হলী-জুলি - পৃষ্ঠা ১৩৮।

**'এয়েতো জীৱন' (৩য় খণ্ড : ১৯৯৮) ৰ পৰা :** বিশ্ৰী - পৃষ্ঠা ৩; ফেৰাকাতি - পৃষ্ঠা ২০; বৈৰ - পৃষ্ঠা ২২; আফচোচ - পৃষ্ঠা ২৮; মই ভাতত জাল মাৰোৱেই - পৃষ্ঠা ৩১; তমতমি - পৃষ্ঠা ৩৭; চলমুৰা - পৃষ্ঠা ৪০; জালফুৰা - পৃষ্ঠা ৪২; আতে - পৃষ্ঠা ৮৫; হমঠেকত - পৃষ্ঠা ৯৮; আমতা-আমতি - পৃষ্ঠা ১০৭; আস্তে - পৃষ্ঠা ১৫৩; খমক - পৃষ্ঠা ২০৪।

**'আচল মানুহ' (১৯৯৫) ৰ পৰা :** অলাগণ্ড - পৃষ্ঠা ৭; পেটি পোটি - পৃষ্ঠা ৭১; ভটাৰ - পৃষ্ঠা ১১২; পিতেৰা - পৃষ্ঠা ১৩২; হকাম - পৃষ্ঠা ২১১; আলাগ - পৃষ্ঠা ২১৭।

**'আজিৰ মানুহ' (১৯৯৫) ৰ পৰা :** সৰি - পৃষ্ঠা ৫৭; সই - পৃষ্ঠা ৫৮।

**'ত্যাগ' (২০০০) ৰ পৰা :** ভগীয়া - পৃষ্ঠা ১; কাণভেৰীয়া - পৃষ্ঠা ৩৭; চালিয়া - পৃষ্ঠা ৯২।

ওপৰত উল্লেখ কৰা শব্দসমূহ কামৰূপী উপভাষাৰ শব্দ। বৰ্ত্তমান এই শব্দ সমূহৰ প্ৰয়োগ ক্ৰমশঃ জেঠী নেগুৰীয়া হৈ পৰিছে। ভাষাবৈজ্ঞানিক দৃষ্টিত, ঔপন্যাসিক গৰাকীয়ে এনে শব্দসমূহ উপন্যাসত ব্যৱহাৰ কৰি মৃত্যুৰ পৰা ৰক্ষা কৰিছে। পৰৱৰ্ত্তী কালত অনেক সাহিত্যিক (বিশেষকৈ ড° মামনী ৰয়চম গোস্বামী) উপভাষাগত শব্দসমূহ নিজৰ নিজৰ সাহিত্যকৰ্মত প্ৰয়োগ ঘটোৱা দেখা গৈছে। এনে দৃষ্টিকোণৰ পৰা চালে - হিতেশ ডেকা বহুতৰে বাবে আদৰ্শস্বৰূপ বুলি ক'ব লাগিব। উল্লেখ্য **'ত্যাগ'** নামৰ উপন্যাসখনত কাঁহ শিল্পৰ লগত জড়িত কিছুমান শব্দৰো ব্যৱহাৰ আছে। যেনে - হাফৰ, ভাতী, এণ্ডাৰ, গড়শাল, সাৰাহ, নিয়ৰি - পৃষ্ঠা ৭; কুণ্ডা - পৃষ্ঠা ৭৫; মূলমৰা - পৃষ্ঠা ৫৭; গড়নী - পৃষ্ঠা ৮৫।

ঔপন্যাসিক গৰাকীয়ে নিজৰ বুদ্ধিদীপ্ততাৰে কেতিয়াবা কেতিয়াবা শব্দ সজাই লৈও উপন্যাসত ব্যৱহাৰ কৰা দেখা যায় - যেনে - ল'ৰা ধৰা (**আচল মানুহ** - পৃষ্ঠা ৯৮); প্ৰেমোপ্লেন - (**আচল মানুহ**, - পৃষ্ঠা ৯৯); ঘূৰং আৰু ফেৰং - (**আজিৰ মানুহ** - পৃষ্ঠা ১)। এনে শব্দগঠনৰ আদৰ্শ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা ঔপন্যাসিক গৰাকীয়ে লোৱা বুলি ভাবিব পাৰি।

সাংস্কৃতিক তাৎপৰ্য বহন কৰা গালিসমূহো শব্দসম্ভাৰৰ স্থানত আলোচনা কৰিব পাৰো। ঔপন্যাসিক গৰাকীয়ে গ্ৰাম্য পটভূমিত চিত্ৰিত - চৰিত্ৰসমূহৰ মুখত কিছুমান গালিৰ সু-প্ৰয়োগো ঘটাইছে। সেইবোৰ হ'ল - **'বাঁৰীৰ কোঁৱৰ'**-তঃ কুকুৰৰ পুতেক - পৃষ্ঠা ১৯; চোঁৰৰৰ বাচ্চা - পৃষ্ঠা ২০; **'এয়েতো জীৱন'** ১ম খণ্ডতঃ পোৰমুখী - পৃষ্ঠা ৮; হোমৰ গোন্ধ নোপোৱা - পৃষ্ঠা ১১; হাৰিত খাইতি - পৃষ্ঠা ২৫; যখিনী - পৃষ্ঠা ২৬; শাখিনী - পৃষ্ঠা ২৬; ডাইনী - পৃষ্ঠা ২৭; পিশাচী - পৃষ্ঠা ২৭; মাকৰমূৰ খাতী - পৃষ্ঠা ২৭; ৰাক্ষসী, - পৃষ্ঠা ২৭; নাককাটি, পৃষ্ঠা ২৭; চালা কুকুৰৰ ছলি, পৃষ্ঠা ৪৫; জহনিত যোৱা, পৃষ্ঠা ৮০; গোমোঠামুখী, পৃষ্ঠা ৯১, চুৰাখোৱা, পৃষ্ঠা ১০২; হাৰামজাদা, পৃষ্ঠা ১০২। **'এয়েতো জীৱন'** ২য়খণ্ড - ত ঃ গজমুৰী, পৃষ্ঠা ১২২; **'এয়েতো জীৱন'** ৩য় খণ্ড - ত ঃ কপালপুৰী, পৃষ্ঠা ৭৬;

**বাক্যতত্ত্ব ঃ**

ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসৰ বাক্যতত্ত্ব বৰ বিচিত্ৰ। উপন্যাসসমূহত মাজে মাজে ইংৰাজী, হিন্দী, বাংলা, পালী ভাষাৰ বাক্যৰ ব্যৱহাৰ চকুত লগা। তলত তেনে বাক্যৰ নমুনা দিয়া হ'ল -

**ইংৰাজী বাক্যৰ নমুনা ঃ**

'লাইক এ পেইনটেড্ চিপ অন এ পেইনটেড্ ওচেন'

**হিন্দী বাক্যৰ নমুনা ঃ**

'ও কুত্তাকো নিকাল দাও ইয়াচে।

ওচকো পাকৰাও' - **এয়েতো জীৱন**, ৩য়খণ্ড পৃষ্ঠা ১৩৮।

**বাংলা বাক্যৰ নমুনা ঃ**

'না, বচবেন না; ................

আপনি কি দেখেননি আমাৰ বেডিং। ............ পৰেৰ বেডিঙে বসবে কেন। .......... দেখুন মশায়, কলকতা থেকে অতদূৰ জাৰ্নি কৰে আসছি আৰ তিনচুকীয়াই যাব। অতদূৰ ৰাস্তাতো এমনি কৰে যেতে পাৰিনা। এক্টু আৰাম না কৰলে চলবে কি ৰকম? ............ আচ্ছা দেখুন। একটু দাৰান। আমাৰ বেডিংটা তুলে নিব।'

- **এয়েতো জীৱন ৩য় খণ্ড** - পৃষ্ঠা ১০৭।

'মহেশ বাবু কেন আমাৰ বাড়ীতে আগুন দিলেন'

- **আজিৰ মানুহ, পৃষ্ঠা ৫৫।**

**আৰবী বাক্যৰ নমুনা :**

**ওৱাজা খাজা কাওমু মুছা' মিম বা'**

**দিহী মিন হুলিই - ইহিম ইমলান যাছাদাল্লাহ খুৱাৰুণ'**

- **আচল মানুহ, পৃষ্ঠা ৬২।**

ঔপন্যাসিক গৰাকীয়ে এনে বাক্যসমূহ ব্যৱহাৰ কৰাৰ উপৰি যতেই প্ৰয়োজন বোধ কৰিছে তাতেই সংস্কৃত শ্লোকৰ প্ৰয়োগ, ইংৰাজী, বাংলা কবিতাৰ - উদ্ধৃতি দি বক্তব্য বিষয় স্পষ্ট কৰা দেখা গৈছে। এনে কাৰ্য্যই ঔপন্যাসিকৰ অধ্যয়ন পুষ্টতাৰো পৰিচয় দিছে।.

হিতেশ ডেকাৰ উপন্যাসৰ বাক্যগঠন প্ৰক্ৰিয়ালৈ মন কৰিলে দেখা যায় অসমীয়া বাক্যৰ - কৰ্ত্তা + কৰ্ম + ক্ৰিয়া-ৰ যি গাঠনিক ক্ৰম তাক বহু ক্ষেত্ৰতে মানি চলা নাই। অৱশ্যে ইয়াৰ দ্বাৰা যে কিবা বিশেষ ক্ষতি হৈছে তাক অনুধাৱন কৰিব নোৱাৰি। কৰ্ত্তা কেতিয়াও বাক্যৰ শেষত প্ৰয়োগ কৰি, ক্ৰিয়া পদটো তেতিয়াবা বাক্যৰ আৰম্ভণিত ব্যৱহাৰ কৰি উপন্যাসৰ ভাষাক কাব্যিকতা দান কৰিছে।

ঔপন্যাসিক গৰাকীয়ে বিশেষ বিশেষ পৰিবেশ, পৰিস্থিতি অনুসৰি ভাষা ব্যৱহাৰ কৰিব জানিছিল। তাৰ নিদৰ্শন স্বৰূপে উপন্যাসৰাজিৰ মাজৰপৰা দুই এটা বৰ্ণনা দিবলৈ প্ৰয়াস কৰা হ'ল।

ৰাতিপুৱাৰ আগমুহূৰ্ত্তৰ এক সজীৱ বৰ্ণনা দিছে এনেদৰে -

প্ৰভাতৰ মৃদুমন্দ সমীৰণ। গছে-পাতে মলয়াৰ মদু পৰশন। শান্ত স্নিগ্ধ প্ৰকৃতিৰ বুকু। নিজম, নিদ্ৰামগ্ন অচেতন জগত। মাজে মাজে শুনা যায় দুটি এটি কুৰুৱাৰ ডাক। লাহে লাহে পুবে দিয়ে ধলফাট। লাহে - পুৱালী আকাশ।

- **ভাৰাঘৰ**, পৃষ্ঠা - ১

গ্ৰীষ্মকালৰ ৰৌদ্ৰৰ বৰ্ণনা দিছে এনেদৰে -

'আহাৰ মাহ। প্ৰখৰ ৰ'দ। বেলা দুপৰীয়া। ৰাস্তাৰে খোজকাঢ়ি যাবলৈ সাহ নহয়। উহ। কি ভীষণ তাপ! ভৰিৰ চেণ্ডেল যেন জুইতহে পৰিছে।

- আজিৰ মানুহ, পৃষ্ঠা - ১

ঔপন্যাসিকৰ মনৰ জাগ্ৰত - সৌৰকেন্দ্ৰিক চিন্তাও উপন্যাসৰ মাজত ধৰা দিছে- এনেদৰেঃ

'সবিতাৰ সৌৰজগতত অলেখ গ্ৰহ, উপগ্ৰহ। বুধৰদৰে অতিক্ষুদ্ৰ প্ৰবীণ অতি ওচৰত। তাৰ পৰিভ্ৰমণ কাল অতি অলপ দিন। নেপচুনৰ দৰে শৰতৰ কক্ষপথ বহু আঁতৰত। পৰিভ্ৰমণ কাল বহু দিনৰ মূৰত। এতিয়া দৃষ্টিৰ বহু আঁতৰত, উদয়ৰ সম্ভাৱনা নাই। কিন্তু নবীনৰ? নবীন গ্ৰহ নহয় - ধূমকেতু। অতি ওচৰ হলেও তাক সূৰ্য্যই আকৰ্ষণ কৰিব নোৱাৰে। ধূমকেতুবোৰ সৌৰজগতৰ বাহিৰৰ। কক্ষপথ অতি দূৰ।'

- **ভাৰাঘৰ**, পৃষ্ঠা - ১৬৪, ১৬৫;

উপন্যাসৰ মাজত মাজে মাজে গণকবাপু হৈ পৰে ঔপন্যাসিক। -'তই আমাৰ গাঁৱৰ আচল কুগ্ৰহ দুটিৰ পাকত পৰিছ। শনি, মঙ্গলৰ দশা একেলগে পৰিল। শনিৰ দশাত মংগলৰ অন্তৰ্দশা মিলিল। এনেয়ে জেতুকী বাইৰ দশা তাতে কাঞ্চন পেহীৰ অন্তৰ্দশা।'

- **এয়েতো জীৱন**, ১ম খণ্ড - পৃষ্ঠা-১০৭

উপন্যাসৰাজিৰ অনেক ঠাইতে চুটি চুটি বাক্যৰ প্ৰয়োগৰ দ্বাৰা, মনৰ ভাব প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰা দেখা যায়। এনে বাক্য গাঁথনি তেখেতৰ উপন্যাসৰ এক চমকপ্ৰদ বৈশিষ্ট্য, যিয়ে উপন্যাসৰাজিক কাব্যিকতাও দান কৰিছে। তলত তেনে বাক্য দুটিমান আৰ্হি হিচাপে দেখুওৱা হ'ল-

'বিনিদ্ৰা ৰজনী আজি সবিতাৰ। চিন্তা-চিন্তা-কেৱল চিন্তা। ভাব সমুদ্ৰত যেন মেলি দিছে হৃদয় তৰণী। পাৰ নাই, কুল নাই - পাৰপাৰাহীন বিশাল পাৰাবাৰ। ..... নীৰৱ, ক্ষন্তেক। স্তব্ধ হয় চিন্তাস্ৰোত। ক্ৰমে যেন আৰম্ভ হয় গুভতনি গতি।'

- ভাৰাঘৰ, পৃষ্ঠা ৭৬,৭৭

তেনেদৰে সাধুকথাৰ কথন ভংগীযুক্ত বাক্যৰ গাঁথনিয়ে শিশু-উপন্যাস ৰাজিকো সমৃদ্ধ কৰিছে। এনে বাক্যই শিশুমনক আকৰ্ষণ কৰাৰ লগতে বিষয়বস্তু হৃদয়ঙ্গম কৰাত সহজ সাধ্য কৰে। তলত এনে দুটা এটা বাক্যও তুলি দিয়া হ'ল -

'অসমৰ এখন বিখ্যাত গাঁওৰ এগৰাকী বিধবা আছিল। তেওঁৰ এজন ল'ৰা আছিল। ল'ৰাজন বৰ দুষ্ট। ল'ৰাজন জন্মাৰ কেইবছৰমান পিছতে বাপেক মৰে। মাকে সকলে পৰা তুলি-তালি তাক ডাঙৰ দীঘল কৰিলে। তাৰ বয়স এতিয়া আঠ দহ বছৰ হ'ব। চুবুৰীৰ মানুহে তাৰ দুষ্টালি দেখি বাঁৰীৰ কোঁৱৰ বুলি ঠাট্টাৰ সুৰত মাতে।

- বাঁৰীৰ কোঁৱৰ, পৃষ্ঠা - ১

কেতিয়াবা কেতিয়াবা ঔপন্যাসিকে উপন্যাসৰ মাজত গল্পৰ ছলেৰে নীতি শিক্ষাও দিয়া দেখা গৈছে। বিশেষকৈ **এয়েতো জীৱন** উপন্যাস (প্ৰথম খণ্ড)ৰ ১৯৫ পৃষ্ঠাত - মকৰামৰা গল্পৰ কথাকে উনুকিয়াব পাৰি। এই গল্পৰ বৰ্ণনাও নিতান্তই সাধুকথাধৰ্মী।

উপন্যাসৰাজিৰ বহু বাক্যই অলংকাৰ সমৃদ্ধ। যেনে -

'নৱ কিশলয়ত নৱ-সুৰুযৰ নবীন কিৰনে নবীন মাধুৰী খেলি হেঙুলী বৰণেৰে সাৱটি ধৰিছে সুবিশাল বৃক্ষ।'

- এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৫

'মধুনাথৰ মধুময় সংসাৰৰ নমুনা'

- এয়ে'তো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৩

'মধুনাথৰ ককায়েক মহাজন। দোকান আছে। নাম ভৈৰৱ। ..... মহাভৈৰৱ সদৃশ বিশাল দেহ, মহাদেৱৰ দৰে গমন, কুবেৰৰ দৰে ধনৰ লালসা আৰু বকাসুৰৰ দৰে খাৱন ......।'

- এয়ে'তো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৩

'ছোৱালীফুল'

- আচল মানুহ, পৃষ্ঠা - ২

**অৰ্থতত্ত্ব ঃ** হিতেশ ডেকাৰ উপন্যাস ৰাজিৰ অতি গুৰুত্বপূৰ্ণ দিশ হ'ল অৰ্থতাত্বিক দিশটো। বহুক্ষেত্ৰত দেখা যায় ঔপন্যাসিক আৰোপিত ব্যঞ্জনাময় অৰ্থই পাঠকক সততে আনন্দ দান কৰে। বিশেষতঃ পাঠকে কিছুমান প্ৰচলিত শব্দৰ ব্যঞ্জনাময় অৰ্থ উলিয়াব নোৱাৰিব বুলি ভাবিয়েই হওক কিম্বা কৌতূহলী মনৰ নিৰসন ঘটাবৰ বাবেই হওক - ঔপন্যাসিকে নিজে নিজে অৰ্থটো উলিয়াই দি নিজৰ শিল্পকৰ্মক সমৃদ্ধ কৰি তুলিছে। তলত তেনে কিছুমান শব্দৰ উল্লেখ কৰা হ'ল -

**তিনিটা 'প' ৰ সমাহাৰ ঃ** 'তাৰ মানে পানী, পাইখানা, পাকঘৰ। পানীৰ 'প', পাইখানাৰ 'প' আৰু পাকঘৰৰ 'প' থাকিব লাগিব।'

- ভাৰাঘৰ, পৃষ্ঠা - ৪

**চাকৰি ঃ** 'চাকৰি' মানে 'কৰি চা'।

- এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৭৫

**মন্ত্ৰ ঃ** মন + ত্ৰ অৰ্থাৎ মনটোক যেয়ে আকৰ্ষন কৰিব পাৰে সেয়ে মন্ত্ৰ। ত্ৰ মানে টানি অনা; গতিকে মনটোক যিয়ে টানি আনে তাকে মন্ত্ৰ বোলে।

- এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৯৭

**অভিভাৱক ঃ** অভিভাৱক মানে অতিভাৱক। তুমি মোৰ বাবে অতিপাত ভাৰা।

- **এয়েতো জীৱন**, ৩য় খণ্ড, পৃষ্ঠা - ৪৭

**গুৱাহাটী ঃ** (গুৱহাটী) গুৱহাটী অৰ্থাৎ পাইখানাৰ ময়লাৰ পাৰা।

- **আচল মানুহ**, পৃষ্ঠা - ৬৬

**বন্ধুস্থান ঃ** হিন্দু থাকিলে হিন্দুস্থান, মুছলমান থাকিলে পাকিস্থান যদি হয়, তেন্তে বন্ধু থাকিলে বন্ধুস্থান নহব কিয়।

- **আজিৰ মানুহ**, পৃষ্ঠা - ২

তেনেদৰে গাধ, ধুৰন্ধৰৰো সুকীয়া অৰ্থ আছে।

সমাজ সচেতন ঔপন্যাসিক হিতেশ ডেকা। সমকালীন ৰুগ্ন সমাজ-ব্যৱস্থাৰ ব্যাধি-সমূহ গুচাবলৈ কলমকে একমাত্ৰ অস্ত্ৰ হিচাপে হাতত তুলি লৈছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ আদৰ্শকে গ্ৰহণ কৰি, সমাজৰ ব্যাধি গুচাবলৈ ঔপন্যাসিক হিতেশ ডেকাই প্ৰয়াস কৰিছে। এনে প্ৰয়াস সফল কৰাৰ বাবে তেখেতে উপন্যাসৰ মাজত অনেক ব্যংগ্যাৰ্থপূৰ্ণ বাক্যৰ প্ৰয়োগ ঘটাইছে।

**ৰাজনীতিক ব্যঙ্গ ঃ** - 'মূৰত গান্ধী টুপী, গাত চুৰীয়া খদ্দৰ পিন্ধি ৰাতা ৰাতিয়ে কংগ্ৰেছী হৈ যাম আৰু 'পলিটিকেল চাফাৰাৰ' হৈ পেঞ্চন লম; 'মন্ত্ৰী, এম, এল, এ' ৰ লেঙটিত ধৰি ঠিকা, পাৰমিত আদি লৈ মাৰোৱাৰী মহাজনৰ তাত বিক্ৰি কৰি দিম। বচ্ এবছৰ বা দুবছৰৰ ভিতৰত দফা ঠাণ্ডা।' ............. 'কংগ্ৰেছে সুবিধা নিদিলে কংগ্ৰেছ চোচিয়েলিষ্ট - লীগত যোগ দিম আৰু কংগ্ৰেছ দল আৰু কংগ্ৰেছী চৰকাৰক পাৰেমাণে সমালোচনাৰ মাৰফোটত গালি পাৰিম।'

- **আচল মানুহ**, পৃষ্ঠা - ১৩৬, ১৩৭

**সাহিত্য-সমালোচকক ব্যঙ্গ ঃ** 'সাহিত্যতো বেচ ধাপ্পা বা চলে। পুৰণি মৃত লিখক সকলক প্ৰশংসা কৰি নোহোৱা গুন বা ৰসটোক তেওঁৰ লেখাত থকা বুলি কৈ তাকে প্ৰমাণ কৰিবৰ বাবে বিদেশী ডাঙৰ কিছুমান উক্তি আৰু লেখা তাত সুমাই দি পৃথিবীৰ কেইখনমান ডাঙৰ কিতাপৰ কেটলগ পিচফালে আঁৰি দি তাৰে কিছুমান উদ্ধৃতি খাপ খোৱা - নোখোৱাকৈ সুমাই দি কেইজনমান তথাকথিত সাহিত্যিক সজাই সমালোচনাৰ পাতনি আৰু মন্তব্য আনি ধুনীয়া বেটুপাতেৰে সজাই সুন্দৰ পৰিবেশনৰ কিতাপ এখন বাহিৰ কৰি দিয়া - বচ্ আৰু নালাগে। তুমি এমাহৰ ভিতৰতে এজন খ্যাতিমন্ত সমালোচক হৈ পৰিবা।'

- **আচল মানুহ**, পৃষ্ঠা - ১৩৯, ১৪০

**কবিক ব্যঙ্গ ঃ** '............... তুমি কবিতা লিখা। আধুনিক, অতি আধুনিক, লুনিক, স্ফুটনিক, পৌৰাণিক, ছন্দবক, ছন্দপতন, মৃতাক্ষৰ, অমিত্ৰাক্ষৰ, শুদা আখৰ, পদ্যগন্ধী, গদ্যগন্ধী যি কোনো গন্ধী এবিধ কবিতা লিখা। গল্পৰদৰে কবিতাকো ইংৰজীৰপৰা আমদানি কৰা মনে মনে ইলিয়ত আদি কবিৰ লেখাৰপৰা আৰু শব্দচয়নত জ্ঞাত বা অজ্ঞাতেই অসাৱধান হৈ য'তে ত'তে যি পোৱা সেই শব্দ ওলট - পালটকৈ ব্যৱহাৰ কৰা বিশেষ্য, বিশেষণৰ পৰিচয় মাৰি দিয়া। বচ আৰু নালাগে। হৈ গৈছে। কোনোবাই ৰস নাপাই আপত্তি কৰিলে কবা ই বৰ 'ইন্টেলেক্চুৱেল' কবিতা; সৰ্বসাধাৰনে নুবুজে। দেখিবা, তুমি ৰাতা-ৰাতিয়ে কবি হৈ হৈছে।'

- **আচল মানুহ**, পৃষ্ঠা - ১৪০,১৪১

অৰ্থতত্ত্বৰ দিশত সৰ্ব্বতোকৃষ্ঠ তাৎপৰ্য বহন কৰিছে - হিতেশ ডেকাৰ উপন্যাস ৰাজিৰ মাজত ব্যৱহৃত ফকৰা-যোজনা সমূহ। উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ ব্যৱহাৰ হোৱা ফকৰা. যোজনা উপন্যাসৰ পাতত ধৰি ৰাখিছে। তেনে কিছুমান ফকৰা-যোজনা তলত উল্লেখ কৰা হ'ল -

কুকুৰক ৰজা পাতিলেও জোতা কামুৰিব নেৰে - **ভাৰাঘৰ**, পৃষ্ঠা - ২৮;

টেলাৰ ঠেলাৰ নাম বাবাজী, - ভাৰাঘৰ, পৃষ্ঠা - ৮৭,
বাইজে নখ জোকাৰিলে নদী বয়, ভাৰাঘৰ, পৃষ্ঠা ১৬২
পৰ্ব্বতত কাছকণী, - **ভাৰাঘৰ**, পৃষ্ঠা - ১৬২;
কৰিব নোৱাৰাৰ বৰ কথা, ৰান্ধিব নজনাৰ বৰ হেঠা, **ভাৰাঘৰ**, পৃষ্ঠা - ১০২;
সেই ৰামো নাই, সেই অযোধ্যাও নাই, **ভাৰাঘৰ**, পৃষ্ঠা - ১৫৯;
বোলে ভালে দেখে ভাল, জাৰৰে দেখে খাল; - **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১০,
ঘৰৰ কথা পৰত, ধান উঁৱাল শেষ হ'ল কুহুবুহীয়া জ্বৰত; **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ২৫;
শাওঁৰাগছ দুপতীয়া নৌহওঁতেই যখিনীয়ে বাহ লোৱা; **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ২৬;
নালে এৰি পাতে যোৱা, **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ২৭;
নটীৰ মুখত সতীত্বৰ বড়াই, **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ৭২;
ব্যাসক বেদ শিকোৱা, **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৫১;
পঢ়ায়, পঢ়ে ৰুৱেপান - এই তিনি নিচিন্তে আন, **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৬২;
সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব পাৰি - এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৬৩;
বেটীৰ কপালে বান্দীৰ কপালে সমান, এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৭৭;
আজিৰ ছলি হৈ পৰহিৰ গীত গাব, এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৭৮;
বাঘ নমৰোতে ছাল কাঢ়িব নোৱাৰি, এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৮৬;
ছেং মাছক ফুট ছাইৰে ধৰিব পাৰি, এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ২৩০;
জুইৰ ভয়ত উধান নপলায়, এয়েতো **জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ২৩১;
তিৰিয়ে গিৰি, তিৰি নহলে হয় হতচিৰি, এয়েতো **জীৱন**, ২ম খণ্ড, পৃষ্ঠা - ১২,
উদৰ সাতপুৰুষ গল কেঁছা মাছ খাওঁতে, এতিয়া আৰু ভজা মাছৰ সোৱাদ চাবনে, - **এয়েতো জীৱন**, ২ম খণ্ড, পৃষ্ঠা - ২৪;
যাৰ বিদ্যা, যাৰ ভাৰ্য্যা, - **এয়েতো** জীৱন, ২ম খণ্ড, পৃষ্ঠা - ৪২;
ভাই হলে ঠাই ঠাই; - **এয়েতো জীৱন**, ২ম খণ্ড, পৃষ্ঠা - ৫১;
বোলে যাৰ গৰু নাই সি নন্দন ঘাঁহত চাৰে, আৰু যাৰ তিৰি নাই সি একে কোবে মাৰে, **এয়েতো জীৱন**, ২ম খণ্ড, পৃষ্ঠা - ৯১,
শগুনৰ শাপত বুঢ়া হালুৱা নমৰে, এয়েতো **জীৱন**, ২ম খণ্ড, পৃষ্ঠা - ১৩৫;
ক্ষত্ৰেৰ ভোজ খাওঁতা নাই, **এয়েতো** জীৱন, ২ম খণ্ড, পৃষ্ঠা - ১৩৭;
পুৰুষ মৰে ৰণে, নাৰী মৰে পিয়ানে, **এয়েতো জীৱন**, ৩ম খণ্ড, পৃষ্ঠা - ৭১;
সুদা নৰাত টং ৰখা, - **আচল মানুহ**, পৃষ্ঠা - ৪৩;
স্ত্ৰী বুদ্ধি প্ৰলয়ঙ্কৰী, - **আচল মানুহ**, পৃষ্ঠা - ১৩৭;
পাচ দিলে পৰ্বতক পিঠি, - **আচল মানুহ**, পৃষ্ঠা - ২১৩;
যখ চাই যখিনী; কৃষ্ণ চাই ৰুক্মিনী, - **আচল মানুহ**, পৃষ্ঠা - ১৩৩;
হাজাৰ কুকুৰে কামোৰক আঁঠুৰ তল, - **আজিৰ মানুহ**, পৃষ্ঠা - ৯;
মেকুৰীৰ তামচাত ইন্দুৰৰ মৰণ, - **আজিৰ মানুহ**, পৃষ্ঠা - ৭৬;
তিৰীহীন গিৰী যায় হত চিৰি, - **আজিৰ মানুহ**, পৃষ্ঠা - ১২১;
ভাল মানুহৰ বান্দীও আনিবা কিন্তু অমানুহৰ বেটীও নানিবা, - **আজিৰ মানুহ**, পৃষ্ঠা - ১২৮;
মানুহে এক চায় নাচোন, এক চায় কাচোন, - **ত্যাগ**, পৃষ্ঠা - ৮;
কুকুৰৰ বৈৰী কুকুৰ সদায় আৰু নাৰীৰ বৈৰী নাৰী সদায়, - **ত্যাগ**, পৃষ্ঠা - ২৯;
যদিও হয় মুনিগণ তথাপি সোধে তিনিজন, - **ত্যাগ**, পৃষ্ঠা - ৭৮;

যাৰ বাবে শাখা সেন্দুৰ তাকে কৰিলি ভেকোলা এন্দুৰ - ত্যাগ, পৃষ্ঠা - ১১৮;
ধৰ্মৰ ঢোল বতাহে বজাব, - ত্যাগ, পৃষ্ঠা - ১২৭;
আদাৰ বেপাৰীয়ে জাহাজৰ খবৰ লোৱা, - ত্যাগ, পৃষ্ঠা - ১৪৩;
মহত্তৰ চিন মাহনিত, ত্যাগ, পৃষ্ঠা - ১৬১;
বোলো কায়ো মৰে হাড়ে হাড়ে, কায়ো মৰে মগুহৰ ভাৱে, ত্যাগ, পৃষ্ঠা - ১৬১;

ওপৰত উল্লেখ কৰা ফকৰা-যোজনাৰ তালিকাখন নিঃসন্দেহে অপূৰ্ণ। হিতেশ ডেকাৰ উপন্যাসৰাজিত এনে অনেক ফকৰা-যোজনা আছে - যিবোৰৰ উল্লেখ এটি ক্ষুদ্ৰ প্ৰৱন্ধত কোনোমতে সম্ভৱ নহয়। ঔপন্যাসিক গৰাকীৰ ফকৰা-যোজনাৰ প্ৰয়োগ বৈচিত্ৰ্যও অনেক। ফকৰা সমূহ নিজৰ সাচত ঢলা। উদাহৰণ স্বৰূপে আমি দেখুৱাব পাৰো - 'ধৰ্মৰ চেৰেঙা বতাহে বায়' - যোজনাটি আমাৰ সকলোৰে চিনাকি; কিন্তু ঔপন্যাসিক গৰাকীয়ে তাৰ ঠাইত প্ৰয়োগ কৰিলে 'ধৰ্মৰ ঢোল বতাহে বজাব' বুলি। 'তিৰিয়ে গিৰি, তিৰি নহলে হয় হতচিৰি' যোজনাটি এনেকৈ ব্যৱহাৰ কৰাৰ উপৰিও 'তিৰিহীন গিৰি যায় হত চিৰি' বুলিও প্ৰয়োগ কৰিছে। তেনেকৈ 'ৰাইজে নখ জোকাৰিলে নদী বয়', 'শুকক বেদ পঢ়োৱা' - যোজনা দুটি ব্যৱহাৰ কৰিছে ক্ৰমে - 'ৰাইজে নখ জোকাৰে নদী বয়,' 'ব্যাসক বেদ শিকোৱা' বুলি।

সবাতোকৈ আচৰিত কথা যে - ঔপন্যাসিক গৰাকীয়ে বৰ্ত্তমান সময়ৰ লগত খাপ খোৱাকৈ কিছুমান ফকৰা-যোজনা লেখীয়া বাক্যও উপন্যাসৰাজিত ব্যৱহাৰ কৰিছে। অৰ্থতাত্ত্বিক দিশত এক গুৰুত্বপূৰ্ণ ভূমিকা থকা এনে বিশেষ উক্তি সমূহ তলত আংশিক ভাৱে উল্লেখ কৰা হ'ল -

ৰঙে গৈ ৰাগত পৰিণত হোৱা, - ভাৰাঘৰ, পৃষ্ঠা - ৩
দিন বাগৰি যায় - মন পিছলি থকা, - ভাৰাঘৰ, পৃষ্ঠা - ১২
শব্দৰ বুকুত হৃদয় লুকাই থকা, - ভাৰাঘৰ, পৃষ্ঠা - ২১
ইঞ্জিনীয়াৰিঙৰ অঙ্কতকৈ ছোৱালীৰ অংক বেচি টান, - ভাৰাঘৰ, পৃষ্ঠা - ৪১
ঘোলা ডিমা উমলি দিয়া, - ভাৰাঘৰ, পৃষ্ঠা - ১৭২
ঘৰত কঠাল পকিলে গন্ধ ওলায়, - ভাৰাঘৰ, পৃষ্ঠা - ৪২
সময়ত মেনি - সাপৰো খং উঠে, - ভাৰাঘৰ, পৃষ্ঠা - ১১১
আগেয়ে টকা উপাৰ্জন, পিচতহে তিৰোতা আনয়ন, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ২;
গাখীৰ মিঠে পালে কোনেও কলাখাৰ নাখায়, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৮;
ড্ৰাইভাৰ নহলে গাড়ী নচলে, মদ নহলে ড্ৰাইভাৰ নচলে, -
- এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৪০;
হাতী বইত নপৰিলে মাউত উঠিব নোৱাৰে, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৬৬;
পানীত নামিলে কাপোৰ ভিজে, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৬৮;
জুই খালে অঙ্গাৰে হাগে, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৭১;
বাঁহৰ গছৰ ভোল, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৭৯;
মই চাও ভালক, - তাই চাব খালক, এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৪১;
নিজৰ মা, মলয়া বা সতীয়া মা, বিচনীৰ বা,
- এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৫৮;
বীৰা জপাই দি ওজাই নজনা ভাও ধৰা, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৬২;
অভিভাৱকৰ ভালেই ছোৱালীৰ ভাল, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ১৭৯;
নিদিলেহে ধন, নিচিণ্ডিলেহে পান, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ২১২;
বুদ্ধি কোবাই ডিগ্ৰী তৈয়াৰ কৰা, - এয়েতো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৯৫;

সৰিয়হটোকে বেল যেন দেখা, - **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা - ১৩৩;
ভুলৰ জল, - **এয়েতো জীৱন**, ২য় খণ্ড, পৃষ্ঠা - ৩৯;
গুৰ ওপৰত মাটি জাপি থোৱা, - **এয়েতো জীৱন**, ২য় খণ্ড, পৃষ্ঠা - ৬৮;
নিখীনোৱাই খীণালে খীণোৱাৰ সমান; খীনোৱাই খীণালে মৰাৰ সমান,
- **এয়েতো জীৱন**, ২য় খণ্ড, পৃষ্ঠা - ১৪৮;
খালত হাগি চেঙৰ বুক ভৰোৱা, - **এয়েতো জীৱন**, ২য় খণ্ড, পৃষ্ঠা - ৬৬;
যাৰ আছে ডিগ্ৰি সি পায় নাৰী আৰু যাৰ নাই ডিগ্ৰী সি পায় তিৰী,
- **আচল মানুহ**, পৃষ্ঠা - ১২৫;
কৰ পানী কলৈ যায়, কাৰ কোমোৰা কোনে খায়, - **আজিৰ মানুহ**, পৃষ্ঠা - ১০;
অৰণ্যত ৰোদন আৰু শোষকত মাগন, - **আজিৰ মানুহ**, পৃষ্ঠা - ৩১;
বোলো কোনোৱে আছে দুখে ভাগৰে, কোনোৱে দিয়ে জাকে কুকিয়ে,
- **আজিৰ মানুহ**, পৃষ্ঠা - ৩৯;
জমিয়ে যম, - **আজিৰ মানুহ**, পৃষ্ঠা - ৫৪;
পুৰুষে বিয়া খায় তিৰোতাই বিয়া গায়, **আজিৰ মানুহ**, পৃষ্ঠা - ১৪২;
কঠাল পকিবলৈও সময় লাগে, - ত্যাগ, পৃষ্ঠা - ১৩১;
নিজৰ কটিত গু গু, লোকক কৰে ধু ধু, - **ত্যাগ**, পৃষ্ঠা - ১৪৩;

এনে যোজনা ধৰ্মী বাক্য অসমীয়া ঔপন্যাসিক সকলৰ ভিতৰত একমাত্ৰ হিতেশ ডেকাৰ উপন্যাসতে পোৱা যায়। সঠিক অৰ্থত সু-পৰিকল্পিত ভাবে প্ৰয়োগ কৰা উক্ত যোজনা ধৰ্মী বাক্যবোৰে অভিজ্ঞতাপুষ্ঠ ঔপন্যাসিক গৰাকীৰ ৰুচিবোধৰ পৰিচয় দিয়ে।

**সমাজ ভাষা-বিজ্ঞানৰ দিশৰপৰা হিতেশ ডেকাৰ উপন্যাস-ৰাজিৰ ভাষা :**

ভাষা-বিজ্ঞানৰ এটা উল্লেখযোগ্য শাখা হ'ল সমাজ-ভাষাবিজ্ঞান। এই শাখাত ভাষা আৰু সমাজৰ মাজত থকা সম্বন্ধৰ সকলো দিশ খৰছি মাৰি অধ্যয়ন কৰা হয়। হিতেশ ডেকাৰ উপন্যাস ৰাজিৰ মাজত সমাজ ভাষা বিজ্ঞানৰ বহুতো দিশ উন্মোচিত হৈছে। এই দিশৰ আলোচনাত প্ৰথমতে উল্লেখ কৰিব পাৰো - ভাষিক বিভিন্নতাৰ কথা। তেখেতৰ উপন্যাসৰাজিৰ মাজত দাইকৈ দুখন সমাজেই প্ৰতিফলিত হৈছে; এখন গ্ৰাম্য সমাজ, আনখন নগৰীয়া সমাজ। সমাজক প্ৰতিফলিত কৰিব পৰাকৈ চৰিত্ৰসমূহৰ মুখত ভাষা দিছে। উদাহৰণ হিচাপে আমি - **এয়েতো জীৱন** (১ম খণ্ড, ২য় খণ্ড, ৩য় খণ্ড), **ত্যাগ** - উপন্যাসত অংকিত চৰিত্ৰসমূহৰ মুখৰ ভাষাৰ মাজেৰে, ঔপন্যাসিকে বিভিন্ন পৰিবেশ বৰ্ণনাৰ মাজেৰে গ্ৰাম্য সমাজখনক ধৰি ৰাখিবৰ প্ৰয়াস কৰিছে। তলত এনে ভাষাৰ চানেকি হিচাপে দুই চাৰি শাৰী কথাৰে উল্লেখ কৰা হ'ল -

'গৰুহাল অলপ আঁতৰ কৰি দে ককাই, মই পাৰ হৈ যাওঁ।" পিচফালে ঘূৰি উমাক চাই দেখি বলৰাম মিচিককৈ হাঁহি মাৰি কলে "উমা নেকি অ? মই কোনোবা বুলিহে ভবিছিলো দে। ৰাৰু ৰহ, মই গৰুহাল আঁতৰাই দিও।" সি গৰুহালক হাক্‌লি মাৰি আঁতৰায় - "হৈ ৰঙা ঘূৰ।" গৰুহাল আঁতৰি যায়। উমাই পাৰ হৈ আহে। - **এয়েতো জীৱন**, ১ম খণ্ড, পৃষ্ঠা ৬

> 'তাই চাহৰ কেট্‌লী জুইৰ ওপৰত জাল দিব ধৰিছে, তেনেতে সেই লোক্‌মোকালিতে হঠাতে উপস্থিত সৰু বৌৱেক। তেওঁ অতি সন্তৰ্পনে আহি পাকঘৰৰ ভিতৰ সোমাই পীৰা পাৰি বহি চাহৰ চৌকাত জুই দি থকা উমাৰ পিচফালে থিয় হৈ মিচিকি হাঁহিব ধৰিছে। উমাই জালকুৰা বঢ়াই দি চাহপাত আনিবৰ বাবে থিয় হৈ দেখে সৰু বৌৱেকক।'
>
> - **এয়েতো জীৱন**, ২য় খণ্ড, পৃষ্ঠা ১২।

তেনেকৈ নগৰ কেন্দ্ৰীক সমাজখনৰ ভাষাটোৰ প্ৰতিফলন ঘটা বুলি ভাবিব পাৰি আচল মানুহ, আজিৰ মানুহ, ভাবাঘৰ আদি উপন্যাসৰ চৰিত্ৰৰ মুখৰ ভাষা, ঔপন্যাসিকৰ বিভিন্ন পৰিৱেশ বৰ্ণনাৰ মাজত। চানেকি হিচাপে তলত দুই চাৰি শাৰী কথাৰ উল্লেখ কৰা হ'ল -

"চাট্‌ আপ"

সবিতা থমকি উঠিল; প্ৰবীনে চকখাই গ'ল। শৰতে খঙত বেগতে টানকৈ মাত দিলে এজন ৰিক্সাবালাক - "এ ৰিক্সা" - ভাবাঘৰ, পৃষ্ঠা - ৬১

"মই ইমান ব্যতিব্যস্ত হৈ থাকিব নোৱাৰোঁ। স্কুলীয়া ল'ৰাবোৰে আহিব কইনা চাবলৈ, তিৰোতাবোৰ আহিব কইনা চাবলৈ; তাতে ওৰণি মুৰত লব লাগে, চকুমুদিব লাগে ইত্যাদি অসভ্য গাঁৱলীয়া প্ৰথাবোৰ মই পালন কৰিব নোৱাৰোঁ। ইয়াৰ মানুহবোৰ মুঠেই 'এড্‌ভানচ্‌ড' নহয় - 'আপটুডেট্‌ ষ্টাইল' কি নুবুজে।" - আজিৰ মানুহ, পৃষ্ঠা - ৬৮

'তেৰাৰী যোৱাৰ - পিচত মদনে দৰ্জ্জা বন্ধ কৰি দি চিয়াৰত বহিল। ইফালে এওঁলোকৰ এনে কাণ্ড দেকি দিলাৰাই নীৰৱ হৈ গ'ল। বেশ্যাবাৰীত যে গুণ্ডাবিলাকৰ, মদপীবিলাকৰ ভিতৰত এনে ৰকম কাজিয়া লাগি থাকে তাক তাই দেখি আহিছে; আৰু এনেবোৰ ঘটনা সহ্য হৈ গৈছে। কিন্তু আজি তাই বিবুদ্ধি হৈ পৰিল। এই দুজন লোক আচল গুণ্ডাও নহয় আৰু মদপীও নহয় অথচ, গুণ্ডা মদপীতকৈও দেখো সাংঘাতিক?' - আচল মানুহ, পৃষ্ঠা - ১১৫

দ্বিতীয়তে উল্লেখ কৰিব পাৰি ঔপন্যাসিক হিতেশ ডেকাই উপন্যাসসমূহৰ দুই এটি চৰিত্ৰৰ মুখত নৃগোষ্ঠীয় উপভাষা (Social Ethnic Dialect) ব্যৱহাৰ কৰা দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে 'মাটিকাৰ' উপন্যাসখনৰ কথাকেই লব পাৰোঁ। উপন্যাসখনিত চিত্ৰিত লপাংহ কছাৰী মানুহ। এই লপাংহ চৰিত্ৰৰ মুখত ঔপন্যাসিকে এনে ভাষাই ব্যৱহাৰ কৰা দেখা যায়। তলত লপাংহৰ মুখৰ সংলাপ কিছুমান উদ্ধৃত কৰা হ'ল -

'খুব ভাল বাবু। বহুত ছলি হৈছে দে। আমাৰ গাঁৱৰ ছব ছলি ইচকুলক গৈছে দে।' ............ 'এৰিছে দে বাবু। তই যি দিনাই কমেতি কৰি মানুহমখাক বুজাই কলি সিদিন ধৰি মদ, গাহৰি সব এৰি দিলু দে। তোক আৰো আমাৰ কছাৰী মানুহে খুব মানিছে দে। তোক আমি দেৱতা হেন ভাবু দে আৰো।' .............. 'হব দে। তেনে মই আৰো যাং দে বাবু, থাকিবি।'

- মাটিকাৰ, (২০০০) পৃষ্ঠা - ৯

'আমিও আচং দে আৰো। মাৰামাৰি কৰিব পাৰং তেওঁ মাটি এৰি নেদংদে ভাইহত।'
- মাটিকাৰ, পৃষ্ঠা - ১৬

একেখন উপন্যাসৰে দফা কছাৰীৰ মুখৰ ভাষা -

'মোৰো একে কথাদে বাইজ। আমি সব্‌ বড়ো মানহে খুব ঠিক আছংদে। আমাক হুকুম কৰিবি সভাপতি, আমি সব যাবো দে'। - মাটিকাৰ, পৃষ্ঠা ১৬, ১৭

তৃতীয়তে উল্লেখ কৰিব পাৰি লিংগভেদে ভাষা ব্যৱহাৰ কৰা দিশটো। অসমীয়া ভাষাত উপন্যাস ৰচা ঔপন্যাসিক সকলৰ ভিতৰত একমাত্ৰ হিতেশ ডেকাই গ্ৰাম্যসমাজত মহিলা সকলে ব্যৱহাৰ কৰা শব্দ, ভংগীক উপন্যাসত স্থান দিছে। এনে কাৰ্য্যই ভাষা আৰু সংস্কৃতি উভয় দিশতে তাৎপৰ্যও বহন কৰিছে। উদাহৰণ স্বৰূপে তলত দুই-এটি তেনে ভাষা-ভঙ্গীৰ উল্লেখ কৰা হ'ল -
(জেতুকীৰ মুখৰ বচন ভঙ্গীত প্ৰকাশ পোৱা)

'আই চিকো মাহিমাক হ'ল বুলিনো গাভৰু ছোৱালীজনীক এনেকৈ পঠাব লাগেনে?'

- এয়েটো জীৱন, ১ম খণ্ড, পৃষ্ঠা - ৬১;

(কাঞ্চন পেহীৰ মুখৰ বচনভঙ্গীত প্ৰকাশ পোৱা)

'আই চিকোহো এনে তিৰি থাকেনে?'

- এয়েতো জীৱন, ২য় খণ্ড, পৃষ্ঠা - ১০৫;

ওপৰত উল্লেখ কৰা - আই চিকো', আই চিকোহো' ৰূপ কোনো পুৰুষ মানুহে প্ৰয়োগ নকৰে। ই সম্পূৰ্ণৰূপে স্ত্ৰী-ভাষা। তেনেদৰে - উপন্যাসৰাজিৰ মাজত দুই - এটি পুৰুষে ব্যৱহাৰ কৰা ৰূপো ধৰা পৰে। যেনে - 'আবে চলো আচামী গুণ্ডা। নহী ত মৰ জায়েগা'

- আচল মানুহ, পৃষ্ঠা - ৭৮;

'আবে' - পুৰুষে ব্যৱহাৰ ৰূপহে; ইয়াক নাৰীয়ে ব্যৱহাৰ কৰা শুনা নাযায়।

বিহংগম দৃষ্টিত হিতেশ ডেকাৰ উপন্যাসৰাজিৰ ভাষা সম্পৰ্কে এখনি খণ্ড চিত্ৰ দাঙি ধৰা হ'ল। আমাৰ বহুক্ষেত্ৰত থকা সীমাবদ্ধতাই অপূৰ্ণতাৰ মূল কাৰণ। তথাপি ক্ষুদ্ৰ উপলব্ধিৰ দ্বাৰা আমি ক'ব খোজো - ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসৰাজি নিঃসন্দেহে সুকীয়া ভাষা - বৈশিষ্ট্যৰে সমৃদ্ধ। নিজৰ বাস্তৱ অভিজ্ঞতা, উপলব্ধিক মূলধন হিচাপে লৈ তেখেতে অসমীয়া উপন্যাস সাহিত্যক যি গতি দিলে - সেই গতি চিৰপ্ৰৱহমান হৈ থাকিব। অসমীয়া ভাষা প্ৰয়োগৰ দিশত তেখেতে গাঁও-ভুই, চহৰ নগৰৰ যি ক্ষেত্ৰ চিহ্নিত কৰিলে সেইয়া কম আচৰিত নহয়। তেখেতৰ সমগ্ৰ উপন্যাসৰাজিৰ ভাষাতাত্ত্বিক অধ্যয়ন দৰাচলতে বিদ্যায়তনিক দিশত এটি ক্ষুদ্ৰ প্ৰবন্ধৰ মাজত আবদ্ধ কৰিব পৰা বিষয় নহয়। গোটেই বিষয়টোৰ বিশালতাৰ ফালৰপৰা - এক গুৰু গৱেষণা কৰ্ম কৰিব পৰাৰ থল থকা বুলি নিঃসন্দেহে ভাবিব পাৰি।



# প্ৰাবন্ধিক হিতেশ ডেকা

ড° দিলীপ বৰা

সামাজিক ভণ্ডামিৰ বিপৰীতে থিয় হৈ, ভাৰতীয় জীৱন-যাত্ৰাৰ প্ৰমূল্যসমূহক গুৰুত্ব দি অসমীয়া জাতিৰ বাবে এক বৰেণ্য আদৰ্শ হিচাপে নিজকে প্ৰতিষ্ঠা কৰা হিতেশ ডেকা আছিল সঁচাকৈয়ে এজন ঔপন্যাসিক। প্ৰবন্ধ-পাতি বা আলোচনা-সমালোচনাৰ দিশটোত সম্ভৱত তেখেতৰ বৰ ধাপ নাছিল বা সেই দিশলৈ তেওঁ যাবও বিচৰা নাছিল। তথাপি বিভিন্ন সময়ত তেখেতে ভালেমান প্ৰবন্ধ পাতি ৰচনা কৰিছে, কিন্তু আটাইবোৰেই হ'ল সময়ৰ আহ্বান বা প্ৰয়োজনৰ তাগিদাত। তেখেতৰ এই কৰ্মৰাজিৰ মাজত চকু ফুৰোৱাৰ আগতেই এটা কথা স্পষ্ট কৰাটো ভাল যে তেখেতৰ প্ৰবন্ধসমূহৰ বহুবোৰ কথাত হয়তো আমি নিজেও একমত নহয়, কিন্তু হিতেশ ডেকাক বিচাৰ কৰাৰ সময়ত আমি সদায় মনত ৰাখিব লাগিব যে তেওঁ অসমৰ গ্ৰাম্য সমাজখন আৰু আমাৰ জাতিটোক নিৰ্ভেজালভাৱে ভালপোৱা ব্যক্তি। সমাজ-জীৱনৰ প্ৰতি এক নিভাঁজ দায়বদ্ধতা তেওঁৰ আছে। সেয়েহে 'আজিৰ মানুহ'ৰ স্ৰষ্টা এইগৰাকী লেখকৰ কথা মনলৈ আহিলেই মোৰ ভাবহয় যে সমাজ দ্ৰুত গতিত পৰিবৰ্তিত হলেও আমাৰ সমাজ তেওঁৰ অভিজ্ঞতাই তুলি ধৰা বাস্তৱতাৰ পৰা বৰ বেছি দূৰ আঁতৰি অহা নাই। এতিয়াও ডেকাদেৱৰ সপোনৰ বিয়জলক্ষ্মী ফাৰ্মৰ দৰে কৃষি সমবায় গঢ়ি তোলাৰ প্ৰাসংগিকতা শেষ হোৱা নাই, সমাজৰ ধনী-দুখীয়াৰ বৈষম্য আৰু অন্যান্য জ্বলন্ত সমস্যাৰাজিৰ সমাধানৰ পথ লৈ মতদ্বৈধতা থাকিব পাৰে, কিন্তু তেওঁৰ কল্পিত আদৰ্শই যে এতিয়াও গ্ৰাম্য জীৱনক জীয়াই থকাৰ সংগ্ৰামৰ লগত পৰিচয় কৰাৰ সেই সত্যক আমি অস্বীকাৰ কৰিব নোৱাৰিম। জীৱনৰ আৱস্তণিতে কৃষক জীৱনৰ সমস্যাৰাজিৰ সমাধানৰ বাবে বিজয়লক্ষ্মী ফাৰ্ম খুলিব বিচৰা ডেকাদেৱৰ প্ৰবন্ধ কৰ্মৰ প্ৰায় গোটেইখিনি ৰচিত হৈছে কৃষকৰ জ্বলন্ত সমস্যা 'মাটি'ক কেন্দ্ৰ কৰি। ১৯৫৫ প্ৰকাশিত 'মাটিকাৰ' নামৰ উপন্যাসখনে পশ্চিমবংগত এক বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে আৰু এই সন্দৰ্ভত দিল্লীৰ সংসদত বিতৰ্ক উত্থাপিত হয়। বিশেষকৈ পশ্চিমবংগৰ বিভিন্ন কাকতত হোৱা বিৰূপ মন্তব্যৰ প্ৰতিবাদ কৰি ডেকাদেৱৰ ১২/৯/৬০ তাৰিখে পশ্চিমবংগত 'মাটিকাৰ'? নামৰ— ৩৩ পৃষ্ঠাৰ এখন পুস্তিকা ৰচনা কৰে। ছপা আখৰত ওলোৱা এইখনেই ডেকাদেৱৰ প্ৰথম প্ৰবন্ধ, যিখন তেওঁ ৰচনা কৰে সময়ত সেই প্ৰতিক্ৰিয়াৰ এক জবাব হিচাপে।

অসমৰ বিভিন্ন প্ৰশ্ন লৈ কলিকতীয়া কাকতে অনাহক হৈ চৈ কৰাটো নতুন কথা নহয়। বহুসময়ত কলিকতাৰ এনে হৈ-চৈয়ে অসমৰ বঙালী অসমীয়াৰ মাজৰ সম্প্ৰীতি আৰু সদ্ভাৱৰ মাজত অনাহক সন্দেহৰ বীজ ৰোপণ কৰে। এনে ধৰণৰ প্ৰচেষ্টাত যে সদৌ বঙালী লোকৰ সমৰ্থন থাকে, তেনেও নহয়, কিন্তু এনেবোৰ প্ৰচেষ্টাক উদ্গনি দিয়ে কেতবোৰ ৰাজনৈতিক ন্যস্তস্বাৰ্থই। "পশ্চিমবংগত 'মাটিকাৰ'?" নামৰ পুথিখনিত এই কথাটোকে বিভিন্ন যুক্তিৰে দাঙি ধৰা হৈছে। — যিখন পুথিক লৈ অসমৰ সেই সময়ৰ গৃহমন্ত্ৰী ফখৰুদ্দিন আলি আহমদক প্ৰশ্ন কৰা হৈছিল আৰু তেওঁ উত্তৰ দিছিল— "কিতাপখন মই পঢ়িছো। ইয়াৰ মূল উদ্দেশ্য— মাটি খেতিয়কৰ হ'ব লাগে; আৰু ইয়াত বঙালীৰ বিৰুদ্ধেতো একো নাই।"— তেনে এখন পুথিক লৈ বঙালী সকলে ইমান হৈ চৈ কৰাৰ কোনো যুক্তি নাছিল। আনকি ইয়াৰ পিছত কথা গৈ সংসদ পৰ্যন্ত পালেগৈ আৰু অসমৰ সাংসদ ধৰণীধৰ বসুমতাৰীয়ে এই বিতৰ্কৰ উত্তৰ দি ক'লে যে 'মাটিকাৰ'ত ভাৰত চৰকাৰৰ 'সমবায় ফাৰ্ম'ৰ আদৰ্শহে আছে।

এনেবোৰ কথাতে ক্ষুণ্ণ হৈ লেখকে নিজেই এনেবোৰ অনাহক বিৰোধিতাৰ প্ৰতিবাদ কৰিছে। যুগান্তৰৰ লেখকজনক ধন্যবাদ দি তেওঁ কৈছে যে "তেওঁলোকে এবাৰ বৰ সত্যকথা উপলব্ধি কৰিছে, সেয়ে

হ'ল— 'মাটিকাৰ' উপন্যাসখনত থকা তত্ত্ব দুটা। মুখ্যতত্ত্ব হ'ল— মাটি খেতিয়কৰ হ'ব লাগে অৰ্থাৎ নাঙল যাৰ মাটি তাৰ; গৌণতত্ত্ব হ'ল 'বৃহত্তৰ বংগৰ আন্দোলন'। এই বৃহত্তৰ বংগৰ অবৈধ আন্দোলনৰ তত্ত্ব প্ৰকাশ কৰাৰো তেওঁলোকে দুষ্টতত্ত্ব বুলি কৈছে। মই তেওঁলোকক সুধিব পাৰোনে যে 'বৃহত্তৰ বংগ আন্দোলন'ৰ (বংগ সম্প্ৰসাৰণবাদ) তত্ত্ব প্ৰকাশ কৰা চেষ্টা দুষ্টতত্ত্ব নে স্বয়ং বৃহত্তৰ বঙ্গ আন্দোলনেই দুষ্টতত্ত্ব?" পুথিখনত ডেকাই 'বৃহত্তৰ বাংলা'ৰ প্ৰশ্নটো উত্থাপন কৰাৰ লগতে অসমীয়া ভাষা ১৮৩৬ চনত আদালত আৰু পঢ়াশালিৰ পৰা বহিস্কৃত হোৱাৰ কথাটোও আলোচনা কৰিছে। এই ক্ষেত্ৰত ডেকাদেৱে পূৰ্বজ সকলৰ তত্ত্বকে সমৰ্থন কৰি এচাম বঙালীৰ গাত এই দোষ জাপি দিছে। অৱশ্যে তেতিয়ালৈকে এই সম্পৰ্কত সকলো অসমীয়াৰ মাজত এনে ধাৰণাই আছিল। সম্প্ৰতি হোৱা কেতবোৰ গবেষণাইহে— এই ঘটনাৰ বাবে বঙালীৰ পৰিবৰ্তে ইংৰাজৰ প্ৰশাসনীয় নীতিক জগৰীয়া কৰে। লগতে এই কথাও সঁচা যে অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা হোৱাৰ পিছত কিন্তু বঙালীসকলৰ বহুতেই সন্তুষ্ট হোৱা নাছিল আৰু ইয়াৰ বিপৰীতে থিয় হৈছিল। অসমীয়া জাতিয়তাৰ লগত হোৱা এই সংঘাতেই সেই সময়ৰ অসমীয়া ভাষাৰ প্ৰতিষ্ঠাতাসকলৰ মনত বিৰূপভাৱ জগাই তুলিছিল আৰু তাৰেই ফলশ্ৰুতি হিচাপে এই তত্ত্বই পুষ্টিলাভ কৰিছিল। ডেকাৰ মত আছিল এই পূৰ্বসুৰী সকলৰ লগত অভিন্ন। অৱশ্যে পুথিখন পূৰ্ণাংগভাৱে পঢ়িলে এই কথা স্পষ্ট হয় যে সমালোচকসকলেও— উপন্যাসখনৰ কেতবোৰ অংশ আগ-শুৰি নোহোৱালৈকে উদ্ধৃত কৰি বিষয়টো স্পৰ্শকাতৰ কৰি তুলিছে। একেদৰে লেখকৰ মনোভাৱ প্ৰকাশ পাব পৰা বহু বক্তব্য ইচ্ছাকৃতভাৱে বাদ দি যোৱা হৈছে। গতিকেই এনে ঘটনাক বঙালীসকলৰ ষড়যন্ত্ৰ হিচাপে গণ্য কৰিছে।

'মাটিকাৰ' উপন্যাসখনতো তেখেতে স্পষ্টভাৱে কৈছে— "বঙালী আৰু অসমীয়াৰ মাজত অমিলৰ সৃষ্টি কৰিছে এদল আক্ৰমণাত্মক মনোবৃত্তিৰ বঙালীয়েহে— সকলো বঙালীয়ে নহয়। এই দলত কিছুমান বুদ্ধিজীৱী বঙালী, নিবনুৱা শিক্ষিত ভগনীয়া আৰু অসমত চাকৰি কৰা কিছুমান বঙালী মানুহ আছে।"— 'মাটিকাৰ'ত সংকীৰ্ণ প্ৰাদেশিকতাৰ পৰিবৰ্তে ঘোষিত হৈছে মানৱতাৰ কথা। এই কথা সমালোচকসকলে কাষৰ কাটি গৈছে। "এইবোৰ সঙ্কীৰ্ণ প্ৰাদেশিকতাৰ কথা। দেখা নাই আজি জগতৰ গতি কোনফালে ঢাল লৈছে। আজিৰ এই ইণ্টাৰনেচনেলিজমৰ যুগত তোমাৰ প্ৰভিন্সিয়েলিজিম মাত্ৰ সংকীৰ্ণতাৰহে পৰিচায়ক। তোমাৰ মনটো বৰ ঠেক। বহল দৃষ্টিভঙ্গীত তুমি কথাবোৰ ভাবিব নোৱাৰা। কি বঙালী, কি অসমীয়া আমি এক ভাৰত মাতাৰ সন্তান। আমি ইয়কো ভাবিব লাগিব যে সমগ্ৰ পৃথিবীয়ে অসমৰ দেশ আৰু সমস্ত মানুহেই আমাৰ ভাই।" তদুপৰি তেওঁ স্পষ্টভাৱে কৈছে— "দেশপ্ৰেমতকৈ মানৱপ্ৰেম বহু উচ্চ। ক্ষুদ্ৰ জাতিয়তা আৰু মহান মানৱতাৰ মাজত স্বৰ্গমৰ্ত্ত্য প্ৰভেদ।"

আটাইতকৈ ডাঙৰ কথা ভগনীয়াসকলৰ দুখ দেখি নায়ক অতুল নিজেই দুখেৰে ভাৰাক্ৰান্ত হৈছে। তেওঁ কৈছে—

> "মানুহৰ এনে অসহনীয়া দুখ-ব্যথা দেখি মোৰ বৰ দুখ লাগিছে। নিজৰ জাতী-বঙালীয়ে খেদি দিলে বঙ্গদেশৰ পৰা, অসমলৈ আহিলা; অসমৰ পৰা খেদিলে কলৈ যাবা? তোমালোক অশিক্ষিত হোজা খেতিয়ক। তোমালোক হৈছা— শিক্ষিত বুদ্ধিজীৱীইতৰ বন্দুকৰ গুলীৰ দৰে। .......... তোমালোক কটাকটি কৰি মৰিছা, কিন্তু জয় পৰাজয় হৈছে— খেলুৱৈইতৰ অৰ্থাৎ ৰাজনীতিবিদইতৰ। এই কথা যিয়ে বুজিছে সিয়ে আন্দোলন দমাবৰ চেষ্টা কৰিছে। যিয়ে মানৱতাৰ উপাসক, তেওঁ এই মনুষ্যত্বহীন কামক ঘৃণা কৰিব; তাত সন্দেহ নাই। তোমালোক নাযাবা; মই তোমালোকক আশ্ৰয় দিম।"

এনেবোৰ কাৰণেই ডেকাৰ ভিতৰত থকা প্ৰকৃত মানৱতাবাদী চৰিত্ৰক উদঙাই দিয়ে; আনকি ব্যক্তিগত জীৱনতো তেওঁ আছিল তেনেকুৱাৰে ব্যক্তি। প্ৰব্ৰজনকাৰীসকলৰ বিৰুদ্ধে কঠোৰ দৃষ্টিভঙ্গীৰ ডেকাই কিন্তু ব্যক্তিগত ভাৱত এনে লোকৰ প্ৰতিও মানৱীয় মমতা দেখুৱাত কোনোকালে কৃপণালি কৰা নাই। বঙালী

কাকতৰ এনে প্ৰৰোচনাক আক্ৰমণ কৰিবলৈ গৈ তেওঁ ভালেমান কড়া মন্তব্য কৰিছে যদিও তাৰ মাজতে কিছুমান বৰ মূল্যবান কথাও ৰৈ গৈছে। "তেওঁলোকে এবাৰো ভাবি চোৱা নাই আমি অসমত কেনেভাৱে কাম কৰিব লগা হৈছে। বঙালীয়ে অসমীয়াক বিশ্বাস নকৰে আৰু অসমীয়াই বঙালীক সন্দেহ কৰে। এই অবিশ্বাস আৰু সন্দেহৰ মাজৰে জানো এখন ৰাজ্যত দুজন মানুহ শান্তিপূৰ্ণ সহ অৱস্থান কৰিব পাৰে?" উল্লেখনীয় যে ডেকাই তেতিয়াই লিখা এই অবিশ্বাস আৰু সন্দেহ আজিও নিৰসন হোৱা নাই। — পুথিখনৰ শেষ বাক্যকেইটা সঁচাকৈয়ে বৰ প্ৰশংসনীয়। এই বাক্যকেইটাৰ মাজেৰেই— এই কথা প্ৰকট হৈ পৰিছে যে ডেকা সঁচাকৈয়ে এজন শান্তিকামী মানৱতাবাদী সহজ-সৰল মানুহ। তেওঁ লিখিছে—

> "এতিয়া আৰু গালিগালাজৰ সময় নহয়। পুনৰ কেনেকৈ শান্তি স্থাপন হয় তাৰ দিহা কৰাৰে যুগুত। গালিগালাজ কাজিয়া বাঢ়ে-নকমে। প্ৰতিশোধ বাসনা মনত পুহিলে মিলাপ্ৰীতি নহয়। গতিকে সেইবোৰ এৰি আমাৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হ'ল ভগনীয়া সংস্থাপন শান্তিৰ বাণী বিতৰণ। আমি প্ৰথমতে মানুহ, তাৰ পিচতহে ভাৰতীয় আৰু তাৰ পিচতহে আসমীয়া বা বঙালী। মানুহ হিচাপে আমি মানুহক উপকাৰ কৰাহে প্ৰথম কৰ্ত্তব্য। সেইবাবে সকলোবোৰ দায়দোষ এৰি দি আহক— আমি দেশত পুনৰ শান্তি স্থাপন কৰোঁ। নিজৰ নিজৰ ভুল আৰু দোষবোৰ নিজে উলিয়াই তাক শোধন কৰি লওঁ। তেতিয়াহে আমাৰ কল্যাণ হ'ব।"

এনে ধৰণৰ শান্তিকামী বিষয়ৰে তেখেতে নিজেই এই বিতৰ্কৰ সামৰণি মাৰিব খুজিছে। পুথিখনত আজিৰ দৃষ্টিৰে বিচাৰ কৰিলে ভালেখিনি কথাত বিতৰ্ক থাকিব পাৰে কিন্তু এই কথাও ঠিক যে তেওঁ তেতিয়াই— উল্লেখ কৰা এই ভয়াবহ সমস্যাৰ আজিও অন্ত পৰা নাই। তাৰ কাৰণো তেওঁ উল্লেখ কৰাৰ দৰে এচাম ষড়যন্ত্ৰকাৰী ৰাজনীতিবিদৰ ধূৰ্ত্তালি। একেদৰে তেওঁ সেই সময়তে চীনা আগমণৰ সম্ভাৱনীয়তাক বাৰে বাৰে উল্লেখ কৰিছিল, তাৰ কাৰণ সম্পৰ্কত তেখেতে আগবঢ়োৱা ব্যাখ্যা বিতৰ্কৰ উৰ্দ্ধত নহয়, কিন্তু সেই সম্ভাৱনীয়তাই দুবছৰ পাচতে বাস্তৱৰূপ লোৱাটো সকলোৱে জ্ঞাত।'

ডেকাৰ দ্বিতীয় আৰু তৃতীয়খন প্ৰবন্ধপুথি যথাক্ৰমে "জাতীয় চৰকাৰ" আৰু "অসমীয়া জাতি টিকিবনে?"। দুয়োখন পুথি এমাহ অগা-পিছাকৈ প্ৰকাশিত হৈছে যদিও পুথি দুখন ১৯৭৮ চনৰ পৰা— 'নীলাচল' আৰু 'অগ্ৰদূত'ৰ পাতত প্ৰকাশিত প্ৰবন্ধাৱলীৰ সংকলন। দুয়োখন পুথিতে সন্নিবিষ্ট প্ৰবন্ধবাজিৰ পটভূমি হ'ল— বিদেশী বিতাৰণ আন্দোলন। আমি অলপতে প্ৰকাশিত 'অসম আন্দোলন: প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি' নামৰ গ্ৰন্থৰ পাতনিত দেখুৱাইছিলো যে কেনেকৈ ১৯৮০ চনত ব্যপ্তি লাভ কৰা আন্দোলনটোৰ তাত্বিক বুনীয়াদ ১৯৭৮ চনৰ পৰাই বিভিন্ন কাকত পত্ৰৰ মাজেৰে গঢ় লৈ উঠিছিল। ডেকাৰ এই পুথিত প্ৰকাশিত প্ৰবন্ধবাজিও এই প্ৰস্তুতিপৰ্বৰে ফল। তেখেতে নিজেও 'জাতীয় চৰকাৰ' নামৰ পুথিখনৰ পাতনিত লিখিছে যে "কোনো এটা আন্দোলন বা বিপ্লৱ আৰম্ভ হোৱাৰ আগতে জনসাধাৰণৰ মানসিক প্ৰস্তুতি লাগে আৰু ইয়াত প্ৰথম আৰু প্ৰধান ভূমিকা লয় লিখকসকলে।' ...... আমাৰ আজিৰ আন্দোলনৰ প্ৰাৰম্ভিক পটভূমিও অসমীয়া লিখকসকলে ৰচনা কৰিবলৈ চেষ্টা চলাইছিল। আৰু তাৰে কেইটামান বুদবুদ এই প্ৰবন্ধৰাজি।" অসম আন্দোলনৰ প্ৰশ্নত ডেকাৰ ভূমিকা কিমানদূৰ সঠিক আছিল সেয়া বিচাৰ্যৰ বিষয় আৰু পাৰ হৈ যোৱা সময়ছোৱাই এই কথা প্ৰমাণ কৰিছে যে অসম আন্দোলনৰ বহুবোৰ কথাই আবেগসৰ্বস্ব আছিল আৰু ইয়াক গঢ় দিয়াত সহায় কৰিছিল— এচাম ব্যক্তিৰ উগ্ৰ জাতীয়তাবাদী মনোভাৱে। ডেকা নিজে আন্দোলনৰ মাজৰে সুবিধালোৱা শ্ৰেণীৰ ব্যক্তি নাছিল। তেওঁ বহিৰাগত সমস্যাক এক জটিল সমস্যা বুলি বুজিছিল আৰু শেষলৈকে ইয়াৰ বহিষ্কৰণৰ সপক্ষে নিজৰ মত পোষণ কৰিছিল। চেগ বুজি আঁতৰি আহি মানৱদৰদী বা সংখ্যালঘু সকলৰ বন্ধু হোৱাৰ নীচ মনোবৃত্তি তেওঁৰ নাছিল। তেওঁ যি বুজিছিল তাৰ সপক্ষে মাত মাতিছিল। কিন্তু তেওঁ বুজাবিনিৰ ভিতৰতো যে আৰু বহুকথা নুবুজাকৈ থাকি গৈছিল বা আন্দোলনৰ নেতৃবৃন্দই যে অসমৰ জনগণকে বহুকথা নুবুজাকৈ ৰাখি থৈছিল সেই কথা

তেওঁ ধৰিব পৰা নাছিল। কিন্তু দুয়োখন পুথিয়েই অসম আন্দোলনটোৰে তুলি ধৰা মনোভাৱৰ উৎকৃষ্ট দলিল। সেই হিচাপে ইয়াৰ মাজত প্ৰকট হোৱা আলোচনাই বহু সময়ত উগ্ৰ জাতীয়তাবাদী আৰু কমিউনিষ্ট বিৰোধী মনোভাৱ তুলি ধৰিছে, যিটো আছিল প্ৰায়খিনি আন্দোলন সমৰ্থকৰে সাধাৰণ মত। জাতীয়তাবাদী প্ৰবলতা হেতু বহু সময়ত অইন সংগঠন বা আন্দোলন বিৰোধী সকলৰ প্ৰতি তেওঁ কঠোৰ মন্তব্যও প্ৰকাশ কৰিছে, কিন্তু এই ক্ষেত্ৰত তথাকথিত এচামৰ দৰে তেওঁৰ কোনো চতুৰালি নাই। তেওঁৰ বক্তব্য পোনপোটীয়া আৰু নিজা। ইয়াৰে জাতীয় চৰকাৰ নামৰ পুথিখনৰ প্ৰথম প্ৰবন্ধটোৰ তেওঁ এখন জাতীয় চৰকাৰ গঢ়াৰ আহ্বান জনাইছে আৰু দিল্লীৰ পক্ষপাতমূলক শাসনৰ নানা দিশ ফঁহিয়াই দেখুৱাইছে। ডেকাই আশা কৰাৰ দৰেই অসম আন্দোলনৰ শেষ ফলশ্ৰুতি হিচাপে আঞ্চলিক চৰকাৰ গঠন হৈছে, কিন্তু ফলাফল তেওঁ আশা কৰাৰ দৰে হোৱা নাই। ইয়াৰ পিছত সংযোজিত 'বজাৰ শাসন ঃ ৰজাৰ শাসন' শীৰ্ষক প্ৰবন্ধটিও এটি সমাজ সচেতনমূলক প্ৰবন্ধ আৰু প্ৰবন্ধৰে তেওঁ বজাৰৰ চৰা দামে পেপুৱা খুউৱা সাধাৰণ লোকসকলৰ হৈ মাত মাতিছে। "জাতীয়তাবাদ আৰু সমাজবাদ" আদি প্ৰবন্ধতো তেওঁ কেতবোৰ সাৰুৱা কথা কৈছে, কিন্তু আন কেতবোৰ প্ৰবন্ধত তেওঁৰ মন্তব্য আন্দোলনৰ মাজত গঢ় লৈ উঠা আবেগসৰ্বস্ব মনোভাবৰহে প্ৰকাশ। এনেবোৰ মন্তব্য আন্দোলনৰ দ্বিধাহীন সমৰ্থকৰ বাবে হলেও আন্দোলনটোক যুক্তিৰে বিচাৰ বিশ্লেষণ কৰাসকলৰ বাবে বিতৰ্কৰ উৰ্দ্ধত নহয়। ইয়াৰ মাজতে আন্দোলনটো সম্পৰ্কত তেখেতৰ নিজস্ব দৃষ্টিভংগী কেতিয়াবা অতি সৰলভাৱে প্ৰকাশ পাইছে। "আমাৰ আন্দোলন কোনো ধৰ্মৰ বিৰুদ্ধে বা জাতিৰ বিৰুদ্ধে নাইবা ভাষাৰ বিৰুদ্ধে নহয়। আমাৰ আন্দোলন বিদেশী নাগৰিকৰ বিৰুদ্ধেহে। ইয়াত জাতি, ধৰ্ম বা ভাষাৰ প্ৰশ্ন নাই। গতিকে ই কোনো মুছলমান খেদা আন্দোলন নহয় কাৰণ ভাৰতবৰ্ষ ধৰ্মনিৰপেক্ষ দেশ। ইয়াত এজন হিন্দুৰ যি অধিকাৰ, এজন মুছলমান, খৃষ্টান, বৌদ্ধ, জৈন আৰু শিখৰো সমান অধিকাৰ। কাৰো এডাল চুলিৰ সমানো হেৰফেৰ নাই।"

এই তিনিখন প্ৰবন্ধ পুথিৰ বাহিৰে তেখেতে লিখা বিভিন্ন সভাপতিৰ অভিভাষণবোৰো নিশ্চয় এই শিতানতে আলোচনা কৰিব পৰা যায়। কিন্তু ইয়াত মাত্ৰ আমি অসম সাহিত্য সভাৰ অভিভাষণখনিহে আলোচনা কৰিম। অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিচাপে তেখেতে প্ৰদান কৰা অভিভাষণখন সঁচাকৈয়ে এখন উল্লেখনীয় অভিভাষণ। সাহিত্যসভাৰ অভিভাষণৰ গতানুগতিক ঠাঁচৰ পৰা ডেকাদেৱ আঁতৰি যোৱা নাই যদিও বহুক্ষেত্ৰত তেখেতৰ মনোভাৱ অসমৰ সামগ্ৰিক কল্যাণ আৰু সাহিত্য সম্প্ৰীতিৰ পক্ষে বুলি এই অভিভাষণখনিৰ পৰাই ধৰিব পাৰি। আচলকথা যে ডেকাদেৱ নিজে মাটিৰ মানুহ হোৱাৰ বাব তেওঁ সমস্যাবোৰ বুজিছে আৰু তাৰ সমাধানৰ বাবেও আহ্বান জনাইছে।

> "পূৰ্বতে জনজাতিৰ দীঘেৰে অজনজাতিৰ বানিৰে অসমীয়া জাতি বোলা ফুলাম গামোচাখন বোৱা হৈছিল। আজি যদি জনজাতিৰ দীঘ সূতাখিনি উলিয়াই নিয়া হয় তেন্তে অজনজাতিৰ বানিৰ সূতাখিনিও আপোনা আপুনি সূতা হৈ ৰ'ব। কাপোৰ হৈ নাথাকে। ইফালে জনজাতি দীঘ সূতাখিনিও সূতা হৈ সিঁচৰতি হৈ ৰ'ব, কাপোৰ হৈ নাথাকিব। যদি প্ৰয়োজনৰ তাগিদাত কাপোৰ তৈয়াৰ কৰিব লগা হয় তেনেহলে দুয়োখন সৰু সৰু কাপোৰহে তৈয়াৰ হ'ব, তেতিয়া বাহিৰৰ বহল কাপোৰেৰে দুয়োখনকে ঢাকি ৰাখি অস্তিত্ব বিপন্ন কৰাৰ সম্ভাৱনাই দেখা দিব।" "অইন ঠাইৰ পৰা এজন লোকে যদি তেওঁৰ মাতৃভাষাটো ইয়াত প্ৰচলন কৰিবলৈ বিচাৰে তেন্তে সংঘৰ্ষৰ সৃষ্টি হ'ব, আনফালে বলপূৰ্বক তেওঁক ধাত্ৰীভাষা অসমীয়া শিকাবলৈ গ'লে তাতো সংঘৰ্ষৰ সৃষ্টি হ'ব।"

"জনজাতীয় ভাষা আৰু অসমীয়া ভাষা সহযোগী বন্ধুহে, আত্মসাৎকাৰী শত্ৰু নহয়।" —এনেধৰণৰ বক্তব্যৰে তেওঁ জনজাতি সকলৰ ভাষা-সংস্কৃতিৰ প্ৰকৃত বিকাশৰ পক্ষে মাত মাতিছে আৰু চাহ-জনজাতি তথা চৰকাৰী লোকসকলক বৃহত্তৰ অসমীয়া জাতিৰ মাজত আদৰি লোৱাৰ পক্ষত থিয় দিছে। তেওঁ বক্তব্যৰ মাজতে ধ্বনি তুলিছে "চাহে চৰে অসম। জাতি-অজনজাতি নহয় যেন বিষম।" "চাহে চৰে আমাৰ

কৰ্ম। জাতি-অজনজাতিৰ মিলনেই অসমীয়াৰ ধৰ্ম।" তেওঁ চৰবাসী সকলক 'ন-অসমীয়া' বুলি কোৱাৰ পৰিৱৰ্ত্তে 'ন' আখৰটো উঠাই দি অসমীয়া বুলি স্বীকৃতি দিছে। এইদৰে ডেকাদেৱে— অসমৰ সাতাম পুৰুষীয়া সম্প্ৰীতি বজাই ৰখাৰ হকে মাত মাতিছে আৰু এই ক্ষেত্ৰত অসমীয়া ভাষীসকলৰ আগ্ৰাসনমূলক মনোভাৱৰো সমালোচনা কৰিছে। তেওঁ সঠিকভাৱেই বুজিছে যে এনেবোৰ সমস্যাৰ মূল কাৰণ হ'ল— ৰাজনৈতিক মুনাফাৰ স্বাৰ্থত দৌৰা এচাম লোকৰ ষড়যন্ত্ৰ। কিন্তু ডেকাই নিজেও নাজানে এই স্বাৰ্থান্বেষীসকলক নাকি লগোৱাৰ উপায় কি? সেয়েহে জনগণৰ ওপৰত ভৰসা ৰাখিয়েই তেওঁ জনগণৰ প্ৰতিয়েই আহ্বান জনাইছে এনেবোৰ সমস্যা প্ৰতিৰোধ কৰাৰ বাবে ঐক্যবদ্ধ হ'বলৈ।

কম সংখ্যক প্ৰবন্ধ-পাতি লিখিলেও ডেকাদেৱৰ প্ৰবন্ধৰ ভাষা স্বচ্ছ আৰু প্ৰকাশ যথেষ্ঠ বলিষ্ঠ। গ্ৰাম্য শব্দ, ফকৰা-যোজনাৰ ব্যৱহাৰ আৰু গ্ৰাম্যজীৱনৰ উপমাই তেওঁৰ গদ্যক প্ৰাণৱন্ত কৰি তুলিছে। অনাহক কঠিন শব্দৰ প্ৰয়োগে তেওঁৰ গদ্যৰ ভাষা ভাৰাক্ৰান্ত কৰা নাই। তেওঁ যাৰ বাবে লিখিছে, তেওঁলোকৰ মনৰ মাজলৈ তেওঁৰ চিন্তাক প্ৰসাৰিত কৰিব পৰাটোৱেই তেওঁৰ গদ্যৰ বৈশিষ্ট্য। আদৰ্শাত্মক দিশত কিছু কথাত বিতৰ্ক থাকিলেও তেওঁৰ নিৰ্ভীক বলিষ্ঠ প্ৰকাশে আমাক অভিভূত কৰে। কোনো চাতুৰি তেওঁৰ লেখনিত নাই। লেখনিৰ পৰা এই কথা স্পষ্ট যে তেওঁ এজন নিৰ্ভিক জাতীয়তাবাদী লোক। আদৰ্শৰ প্ৰশ্নত সেয়ে তেওঁ কঠোৰ, কিন্তু ব্যক্তি হিচাপে গভীৰ মানবীয় অনুভূতিৰে পূৰ্ণ ব্যক্তি, শত্ৰু, মিত্ৰ বা তেওঁৰ সৈতে একেমতৰ বা ভিন্নমতৰ সকলো ব্যক্তিৰ ক্ষেত্ৰতে এই মানৱীয় অনুভৱ সমান আৰু আমি দেখাত ইয়েই ডেকাৰ ব্যক্তিত্বৰ আটাইতকৈ মোহনীয় দিশ।



[illegible]

আদিত্যাদিগ্ৰহাঃ সৰ্ব্বে নক্ষত্ৰাণি চ ৰাশয়ঃ।
কুৰ্ব্বন্তু মঙ্গলং তস্য যস্যৈষা জন্মপত্ৰিকা ॥৭॥

— ওঁ নমঃ শ্ৰীসূৰ্য্যায় —

পিতুশ্চ পাদ দ্বয়ং শিৰসি ভক্তি পূৰ্ব্বকম্
মাতুশ্চ গোপাল দেব্যা হৃদয়ে ধাৰ্য্যা যত্নতঃ।
জাতক হিতকামেন পুৰুষোত্তম শাস্ত্ৰিণা
প্ৰাচ্য পাশ্চাত্য জ্যোতিষাং [illegible]
শুভাশুভ ফলোপেতা লিখ্যতে জন্ম পত্ৰিকা ॥



ওপৰত জন্ম কুণ্ডলীত (১) তনু-ধনাদি দ্বাদশ ভাব, (২) মেষ-বৃষাদি দ্বাদশ ৰাশি, (৩) ৰবি-শুক্ৰ প্ৰভৃতি মেষাদি দ্বাদশ ৰাশিৰ দ্বাদশ অধিপতি যথাক্ৰমে বুজিব ॥

— জন্ম-দিনত গ্ৰহস্ফুটাদি —

প্ৰাচীন কামৰূপ [illegible]

হিতেশ ডেকাৰ জন্ম-কুণ্ডলী

# উৰলিযোৱা পাতৰ পৰা

চল্লিশৰ দশকত অসমৰ নগৰ কেইখনৰ বাহিৰে গাঁও-অঞ্চলত আজি কালিৰ দৰে আলোচনী, বাতৰি-কাকত আদিৰ পয়োভৰতো নাছিলেই এনেকি চানেকি হিচাপে কচ্চিৎ দুই এখন আলোচনীহে বিচাৰি পোৱা গৈছিল। অথচ শিক্ষাৰ প্ৰতি নৱজাগ্ৰত চেতনাই সেইসময়ত গাঁও অঞ্চলত প্লাৱন আনিছিল। তাৰেই অংশ হিচাপে গাঁৱে-গাঁৱে স্থাপিত হৈছিল পুথিভঁৰাল, পাঠাগাৰ। সামান্য শিক্ষাৰ পোহৰ পোৱা ছাত্ৰ-যুৱক আৰু কৰ্মক্লান্ত আদহীয়া সকলো বয়সৰ লোকেই সেই পুথিভঁৰালৰ পৰা কিতাপ নি আগ্ৰহেৰে পঢ়িছিল। সম্প্ৰতি কিতাপ-পত্ৰ আলোচনীৰ উভৈনদীৰ দিনতো গাঁও সমূহত আগৰ সেই কিতাপ পঢ়াৰ আৰু বিদ্যাচৰ্চা কৰাৰ আগ্ৰহ নাই।

আজিৰ পৰা প্ৰায় তিনিকুৰি বছৰ আগতে হিতেশ ডেকাৰ জন্মস্থান সৰ্থেবাৰী অঞ্চলত সাহিত্য সাধনাৰ নামত তদানীন্তন ছাত্ৰসমাজে কেনে কৃচ্ছ্ৰসাধন কৰিছিল সেই কথা ভাবিলে বিস্ময় মানিব লাগে। অসমীযা ভাষা-সাহিত্যৰ উন্নতিকল্পে এচাম কলিকতাপ্ৰবাসী অসমীয়া ছাত্ৰই **'অসমীয়া ভাষা উন্নতি সাধিনী সভা'**ৰ জন্ম দি **'জোনাকী'** কাকত উলিয়াই আধুনিক অসমীয়া সাহিত্যক গতিশীল আৰু সমৃদ্ধ কৰিবলৈ যেনেদৰে দুৰ্নিবাৰ সংকল্প গ্ৰহণ কৰিছিল, সৰ্থেবাৰীৰ তদানীন্তন ছাত্ৰ সকলৰ অন্তৰতো সাহিত্য সাধনাৰ নামত তেনে দুৰ্বাৰ আকাঙ্ক্ষাই থিতাপি লৈছিল। উল্লেখ্য যে সৰ্থেবাৰীৰ দৰে গাঁও অঞ্চলত অসমীয়া সাহিত্যৰ সৰ্বোত-উন্নতিকল্পে দৃঢ় সংকল্প লোৱা সেই ছাত্ৰ সকল আছিল হাইস্কুলীয়াহে। পঞ্চম শ্ৰেণীৰ পৰা নৱম শ্ৰেণীত পঢ়া ছাত্ৰসকলৰ সেই দু:সাহসিক অভিযান আছিল সঁচাকৈয়ে ৰোমাঞ্চকৰ। তেওঁলোকে পৰ্যায়ক্ৰমে **ৰেণু, নৱজাগৰণ, সাধনা, জোনালী** প্ৰভৃতি আলোচনী উলিয়াইছিল হাতেৰে লিখি। তাত সংযোজিত হৈছিল বিভিন্ন বিষয়ক বিজ্ঞাপন আৰু আলোচনী সম্পৰ্কীয় নিয়মাৱলী। সম্পাদক আৰু লেখক সকলৰ ভিতৰত আছিল প্ৰসন্ন কুমাৰ ডেকা, উমেশ চন্দ্ৰ ডেকা, হৰবল্লভ ডেকা প্ৰভৃতি। প্ৰকাশ হৈছিল কবিতা, কথা-কবিতা, চুটি গল্প, উপন্যাস (ধাৰাবাহিক), নাটক, ৰম্যৰচনা বিবিধ বিষয়ক প্ৰবন্ধ ইত্যাদি। আলোচনী সমূহ আছিল সচিত্ৰ, সুন্দৰ চিয়াহীৰে, সুন্দৰ হাতৰ আখৰেৰে সেইবোৰ লিখা হৈছিল। হিতেশ ডেকা আছিল উক্ত আলোচনী সমূহৰ নিয়মীয়া লেখক। প্ৰসন্ন কুমাৰ ডেকা সম্পাদিত **'নৱজাগৰণ'** নামৰ আলোচনীত হিতেশ ডেকাৰ দুখন উপন্যাস ছোৱা-ছোৱাকৈ প্ৰকাশ পাইছিল। উপন্যাস দুখন হ'ল **'শেষ'** আৰু **'গাঁৱলীয়া'**। 'নৱজাগৰণ'তে প্ৰকাশ পাইছিল তেখেতৰ **'বি. এ. পাছ'** নামৰ গল্প (৫ম বছৰ ২য় সংখ্যা- ১৮৬৭ শক)। একে বছৰৰে তৃতীয় সংখ্যাত প্ৰকাশ পায় তেখেতৰ **'বাহাদুৰী'** নামৰ 'কথা কবিতাটো'। নেতাজী নামৰ সুদীৰ্ঘ কবিতাটো প্ৰকাশ পায় পঞ্চম বছৰ চতুৰ্থ সংখ্যাত। **'গাঁৱলীয়া'** উপন্যাসখন ৰচনা কৰাৰ সময়ত হিতেশ ডেকা নৱম শ্ৰেণীৰ ছাত্ৰ আছিল। সেইদৰে **'ৰেণু'** নামৰ আলোচনীত প্ৰকাশিত হিতেশ ডেকাৰ (তেতিয়া নাম আছিল হিতেশ্বৰ ডেকা) ৰম্য-ৰচনাটিৰ নাম **'হাঁহি ধেমালি'**। এই ৰচনাটি লিখাৰ সময়ত তেখেত আছিল পঞ্চম শ্ৰেণীৰ ছাত্ৰ।

এনেদৰে স্কুলীয়া জীৱনতে সাহিত্য-সাধনাত ব্ৰতী হৈ ওৰেটো জীৱন সেই সাধনাত একানপতীয়াকৈ লাগি থাকি জীৱনৰ শেষদিনটোলৈ হিতেশ ডেকাই সৃষ্টি কৰি গ'ল বহুতো গল্প, কবিতা, নাটক আৰু যুগজয়ী উপন্যাসসমূহ। কথাশিল্পী হিতেশ ডেকাৰ কৈশোৰৰ সাহিত্য সাধনাৰ স্বাক্ষৰ উৱলি যোৱা পাতৰ মাজত এতিয়াও অম্লান হৈ আছে। তাৰেই দুই এটি নিদৰ্শন এই শিতানত দাঙি ধৰা হ'ল। - (সম্পাদক মণ্ডলী)

## — নেতাজী —

আধুনিক কবিতা]

হিতেশ ডেকা

জয় হিন্দ! জয় হিন্দ!!

উঠে ধ্বনি — নগৰে, চহৰে, গাওঁভুঁই দেশ দিগন্তে;

আজি ভাৰতৰ বিশাল বুকুত -

বই গ'ল এটি বিপ্লৱৰ উন্মত্ত সলিল ঃ

প্লাবিত কৰিলে ভাৰতবাসীৰ, অন্তৰ আত্মা।

জয় হিন্দ! জয় হিন্দ!!

উঠে প্ৰতিধ্বনি — পৰ্বতে পাহাৰে ঃ

মূৰ্ত্ত কৰি ভাৰতৰ জাতীয় বিপ্লৱ।

লাগে, বিপ্লৱ —

নিপীড়িত, নিৰ্য্যাতিত, শোষিত ভাৰতে

বিচাৰিছে মুক্তিৰ বিপ্লৱ — মুক্ত কৰিবলৈ স্বাধীনতাৰ

কন্ধ কবাট।

কলিকতা, বোম্বাই, মাদ্ৰাজ, [কাশী,] এলাহাবাদ আৰু গুৱাহাটী

প্ৰভৃতি চহৰত চলিছে তাণ্ডৱ নৃত্য — পুলিচৰ লাঠি চাৰ্জ ঃ

মিলিটাৰীৰ বায়নেটৰ, [বন্দুকৰ] গুলিয়ে হাজাৰ হাজাৰ ছাত্ৰ —

দেশ-নেতা — মিলাই ধূলিৰ স'তে —

সাম্ৰাজ্যবাদৰ কি চলাইছে দমনীয় ৰথ —

এই ৰথ, কৰিবলে' প্ৰতিহত —

আগুৱাইছে দলে দলে দেশ প্ৰাণগণ ঃ

দিছে — আত্ম বলি দান।

হীন সাম্ৰাজ্যবাদৰ ভেঁটি কৰি চুৰমাৰ —

ভাৰত আজি —

সাম্যবাদৰ — গণতন্ত্ৰৰ সোণালী নিচান,

গেয়েছে মুখে মুখে আজি 'জয় হিন্দ' 'জয় হিন্দ' গান।

আগুৱা বীৰ — চিত্ত কৰি স্থিৰ, লক্ষ্য ৰাখি সন্মুখত

মহান মুক্তিৰ।

হে আই ভাৰতী! কোনো সামান্যা তুমি নাই।

তোমাৰ গৰ্ভতে জনমিব পাৰে যদি বাপুজী [পণ্ডিতজী]

আৰু নেতাজী — শ্ৰেষ্ঠ আই, বিশ্ব জানিছে জগতে

নহয় সামান্যা তুমি, — জগৎ পূজিতা।

জন্মিল সুভাষ বসুৰ বুকুত বোস পৰিয়ালৰ উজ্জ্বল

পাশ্চাত্য শিক্ষাত লভি উচ্চস্থান, চিভিল চাৰ্জ্জ

কৰিলে পাছ

আছিল দেশটৈ গৌৰৱভৰে, বুকুত [illegible] জনৈ আশা

চিভিলিয়ান হৈ বৃটিচ ৰজাক দেশখনলৈ আনিব

ভাবিলে বৃটিছে —

পৰিছে এটি অতি ডাঙৰৰ ভাৰতীয় বাঘ

বৃটিছৰ কূট নীতিৰ জালে।

"ভাৰতীয়ৰ দ্বাৰা ভাৰত শোষিব, বুজিব কি কিছু হাতত

এই মূল মন্ত্ৰ কৰি সাৰোগত অভিসম্পাদৰে আনিলে

ভাৰত পাইয় নামিল ধীৰে, অতি ধীৰে ধীৰে চলাই

এনেতে দেখিলে সন্মুখত আহি দান্ত আলোকেৰে,

হাতেলিখা আলোচনী **নৱজাগৰণ** (পঞ্চম বছৰ, চতুৰ্থ সংখ্যা) ৰ পাতত জিলিকি আছে নৱম শ্ৰেণীৰ ছাত্ৰ হিতেশ ডেকাৰ নেতাজী নামৰ সুদীৰ্ঘ কবিতাটিৰ প্ৰথমাংশ।

## —বাহাদুৰী—

কথা কবিতা]

হিতেশৰ ডেকা

মোৰ ঘৰটোৰ আগত এটা সৰু লেতেৰা পুখুৰী। তাত কাঁহ, মেটেকা, আৰু নানা বন পাণিত একেবাৰে লেতেৰা কৰি তুলিছে। তাক এখন ভেকুলীৰ ৰাজ্য বুলিলেও বুলিব পাৰি।

বহাগ মাহত ভেকুলীৰ আনন্দধ্বনিৰ সকলোৰে মন পায়। সিদিনা বহাগৰ ১২ তাৰিখ। কেন্ কেনীয়া বৰষুণ দিছে। মই খিৰিকীৰে পুখুৰীলৈ চাই আছোঁ। তাত দেখিলোঁ, ভেকুলী বিলাকৰ এখন বিৰাট মহাসভা। সিহঁতৰ মহাসভাত এটা ডাঙৰ ভেকুলীয়ে চিঞৰি চিঞৰি বক্তৃতা দিছে আৰু আনবোৰে একাগ্ৰমনে শুনিছে। সি কৈছে —

জগতত কোনেও আমাৰ সিচিনা উন্নতি কৰিব পৰা নাই। আমাৰ দৰে জগতত কোনেও ডাঙৰ কাম কৰিব পৰা নাই। সেই কাৰণে আমাৰ সভ্যতা, আমাৰ ভকতি, আদিত যাতে আকৌ উন্নতি পাওঁ সেই কাৰণে আমি সকলোৱে তৎপৰ হোৱা উচিত। আমি জগতৰ শ্ৰেষ্ঠ স্থান পোৱাৰ কাৰণে, জগতখনকে জয় কৰিবলৈ চেষ্টা কৰা উচিত ইত্যাদি নানা ভেকোঃপূৰ্ণ বক্তৃতাৰে সভা মুখৰিত কৰি তুলিছে। মোৰ এই কাণ্ড দেখি হাঁহি উঠিল — ভেকুলীৰ আকাংক্ষা!

ভাবিলো মই চাবিলোঁ ভেকুলীৰ সভ্যতা! ভেকুলীৰ জগতত উচ্চস্থান প্ৰাপ্তি। ইয়েতো সম্ভৱ নে? সিহঁত মানী হয় কাৰ ওচৰত? সিহঁতৰ দৰে ভেকুলী জাত, নহয়নে? মানুহৰ ওচৰতো নহয়। [illegible] কেনেকৈ সকলোৰে ওচৰত মানী হবলৈ বিচাৰে? সিহঁতৰ সভ্যতা সিহঁতৰ দৰেই ভাৱ বাহিৰলৈ আহিবলৈ নেপালে। মানুহ নহয়, মই বা অন্য কোনো জীৱেতো সিহঁতৰ এইবোৰ একো নুবুজে। ভেকুলী কিয় জগত শ্ৰেষ্ঠ জীৱ বুলি অহংকাৰ কৰে? ঠিক তেনেকৈ আমি মানৱ জাতিয়েও ভেকুলীৰ দৰে [illegible] জেদমত ওকমিক আছোঁ। আমি ভাবো জগতত আমিয়েই ডাঙৰ। কিন্তু এবাৰ আমাকে ভাবি চালে জানিব পাৰোঁ জগতত আমি এটি ক্ষুদ্ৰ প্ৰাণী মাথোঁ। ভগবানৰ এটি নগণ্য জীৱ। আমাৰ বাহাদুৰী আমাৰ মাজতহে আছে। কোনো গ্ৰহ, নক্ষত্ৰ বা অইনৰ ওপৰত নহয়। আমি যেনেকৈ ভেকুলীক হাঁহিছো আমাকো আনে [illegible] কৰিছে। আমাৰ অহংকাৰ সাজে সকলোবোৰ মিছা। —লেখক

নৱজাগৰণৰ পঞ্চম বছৰ তৃতীয় সংখ্যাত প্ৰকাশ পাইছিল স্কুলীয়া ছাত্ৰ হিতেশ ডেকাৰ বাহাদুৰী নামৰ কথাকবিতা। ওপৰত তাৰেই নিদৰ্শন।




১৮৬৭ শকৰ পঞ্চম বছৰৰ নৱজাগৰণত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল কায়িকশ্ৰম আৰু মানসিকশ্ৰমৰ অগ্ৰণী নৱম শ্ৰেণীৰ ছাত্ৰ হিতেশ ডেকাৰ গাঁৱলীয়া নামৰ উপন্যাসখন। উপন্যাসখনিৰ আৰম্ভণি অংশ ওপৰত দেখা হৈছে।

# হাঁহি খেমালী

(৩)

—শ্ৰীযুত হিতেশ্বৰ ডেকা

সম্পাদক ডাঙৰীয়া,

আপোনাৰ কাকতত — গল্পৰ আৱশ্যক বুলি শুনিব পাওঁ। সেইবাবে মোৰ অলপ চিন্তা হৈছে। কিয়নো আগুৱাই 'বেণু' খনিৰ কাকত খন উন্নিয়াবলৈ চেষ্টা কৰিছে, কিন্তু কি দুৰ্ভিশাকৰ কথা যে আপোনাৰ কাকতলৈ সহায় কৰি সকলে লেখা দিবলৈ নকৰে। এইবোৰ কথাত — মই শ্ৰীযুত শ্ৰীযুক্ত ভদ্ৰলোক জনাই গল্প দিম বুলি ভাবিছোঁ।

হুনিয়া ডাঙৰীয়া, কি গল্প লিখোঁ? বৰ্তমান 'মহা সমৰ'। আৰু তাকেই লিখোঁ। [কাব্য] — পোণ্ডাত নামে দেশ সব পৃথিৱীৰ ভিতৰত যখন ইউৰোপ নামক — ৰাজ্যৰ ...... অ, ডাঙৰীয়া, এটা — কথা মনত পৰিছে। কুৰু পাণ্ডৱৰ যুদ্ধৰ বিষয় লিখি এখন মহা-কাব্য লিখি নাম দি ব্যাস বাপুৱে কোনো ৰকমে পেটত ভাত — চলিছে সংগ্ৰহ কৰিছিল; কিন্তু — যদি মই বৰ্তমান 'মহা সমৰ' লিখোঁ তেন্তে বাপুটোৰ জয় — [illegible] গাতত সোমোৱা দিব লাগিব। গতিকে [illegible] ...।

আৰু এইবাৰ কবিতাতে ধৰোঁ। হে আই সৰস্বতী, তোমাৰ যেন ঠেঙৰ অলপ মাত ধুলা— মোৰ মূৰত দিয়া আই! কিন্তু মা, অলপ মানহে দিবা, নহ'লে দি মোক চাবোলেবে মূৰ ধুৰ লগা নকৰিবা। আৰু মই কবিতাকে লিখোঁ—

"হে বন্ধু মোৰ প্ৰাণেশ,
যথা কাউৰৰ কলা বেশ
তুমি মইনাৰ তাতোকৈ অধিক;
সেই সকলোতকৈ ঈশ্বৰ
মই কলা কেতি মইনাৰ
আশাতো মোৰ প্ৰভু কণ চিন্তিবা!"
এইটো গ'ল মোৰ কবিতা-

কণ শ্ৰেষ্ঠ বৰ্ণনা কৰা। এতি-

১৬০

সৰ্থেবাৰী হাইস্কুলৰ পঞ্চম শ্ৰেণীৰ ছাত্ৰ হিতেশ ডেকাই নবীন চন্দ্ৰ তালুকদাৰ সম্পাদিত হাতেলিখা সচিত্ৰ আলোচনী বেণুত নিয়মিত লিখিছিল ৰম্য ৰচনা। প্ৰথম বছৰ পঞ্চম সংখ্যাত প্ৰকাশিত হাঁহি-খেমালী নামৰ লেখাটিৰ আৰম্ভণি অংশ ওপৰত দেখা গৈছে।

# কামৰূপ সাহিত্যপৰিষদৰ ৭ম বাৰ্ষিক পলাশবাৰী অধিবেশনৰ সভাপতিৰ অভিভাষণ

শ্ৰদ্ধাভাজন অভ্যৰ্থনা সমিতিৰ সভাপতি, সন্মানীয় মুখ্য অতিথি, নিৰ্দ্দিষ্ট বক্তা, অসম সাহিত্য সভা আৰু কামৰূপ সাহিত্য পৰিষদৰ প্ৰাক্তন সভাপতি প্ৰমুখ্যে কৰ্মকৰ্তাসকল, সাহিত্য সংস্কৃতি প্ৰেমিক বন্ধু সকল আৰু মোৰ সেৱাৰথলী পৰম পূজনীয় ৰাইজ! জয়জয়তে মোৰ সশ্ৰদ্ধ প্ৰণিপাত গ্ৰহণ কৰিব।

আজি ফাগুণৰ আৰম্ভণ, বসন্তৰ আগমন; ধীৰে ধীৰে বৈযায় মলয় পৱন। বসন্তৰ পৰশণে প্ৰকৃতিৰ প্ৰাণত তোলে নৱ-উন্মাদনা, গছে-গছে, লতাই-লতাই নৱ পল্লৱৰ নৃত্য-আৰাধনা; ফুলে-ফুলে সৌন্দৰ্যৰ নতুন প্ৰেৰণা প্ৰকৃতিৰ মন-প্ৰাণ আনন্দত উন্মনা। বিহঙ্গ কুলৰ সুললিত সুৰ, কোকিল কণ্ঠত বাজে ৰাগিনী মধুৰ। সেয়েহে জীৱন-ছন্দ আজি ইমান আকুল। চতুৰ্দ্দিশে আনন্দৰ মহামেলা। এই হেন আনন্দ আৰু সৌন্দৰ্যৰ দোকমোকালিতে আমাৰ কামৰূপ সাহিত্য পৰিষদৰ নব বৰষৰো সূচনা। আজি আমাৰ মহামিলন। সাহিত্যিক আৰু সাহিত্যপ্ৰেমী ৰাইজৰ মহামিলনত আজিৰ দিনটো মহাপুণ্যময়ী দিনৰূপে পৰিগণিত। এই স্থান, এইখন পলাশবাৰী আজি পৰম পবিত্ৰ স্থান ৰূপে বিৰাজমান। সাহিত্য সাধনাৰ তীৰ্থক্ষেত্ৰ মানৱ হৃদয়-আৰু হেজাৰ হেজাৰ হৃদযৰ সমাবেশত আজি সমাগত সঙ্গীতৰ মূৰ্চনা ঝঙ্কৃত হৈছে এই শুভ মুহূৰ্ত্তত। স্থাৱৰ-জঙ্গম, কীট-পতঙ্গম, পশু-পক্ষী-মনুষ্য, চেতন-অচেতন সৰ্বত্ৰতে প্ৰকৃতিৰ নিবিড় বন্ধন বিদ্যমান। ছন্দে ছন্দে অনুৰণিত বিচিত্ৰ ধ্বনি, বিচিত্ৰ সংকেত। এই বিশ্ব প্ৰকৃতি আৰু মানৱৰ যোগসূত্ৰ অভিব্যক্ত কৰাই হ'ল সাহিত্যৰ কৰ্ম। গতিকে সাহিত্য প্ৰকৃতিৰ ৰহস্য অন্বেষী, হৃদয় সংবাদী, —সৰ্বমানৱ-কল্যাণকামী এক মহামন্ত্ৰ -যাৰ সংবেদনশীলতাই বিভিন্ন জাতি, ধৰ্ম, গোষ্ঠীৰ আবাল-বৃদ্ধ-বনিতাক আকৰ্ষণ কৰি একে ভাবতে উদ্বুদ্ধ কৰে আৰু একেই মঙ্গলকামী কৰ্মত প্ৰবৃত্ত কৰায়। সেয়েহে বিশ্ব সাহিত্যৰ প্ৰথম বাণী-ঋক বেদৰ সৰ্বজন বন্দিত চিৰন্তন মন্ত্ৰ উচ্চাৰিত হৈছিল সমস্ত বিশ্বৰ কল্যাণ কামনা কৰি। সাহিত্য-স্ৰষ্টা, সাহিত্য সাধক আৰু সাহিত্য প্ৰেমীৰ অভিযান সকলো ভাষাৰ মাধ্যমেৰে বিভিন্ন গতি, বিচিত্ৰ-ছন্দেৰে এই একে উদ্দেশ্যৰেই ধাবিত হয়। সেয়েহে প্ৰকৃত সাহিত্য মানৱৰ কল্যাণকামী, দীনজনৰ প্ৰকৃত বন্ধু, দৰিদ্ৰৰ দাৰিদ্ৰদোষ বিমোচনকাৰী, তাপিতৰ সান্ত্বনাৰ স্থল, নিৰাশ্ৰয়ৰ আশ্ৰয় আৰু ভক্তজনৰ মোক্ষপ্ৰাপ্তিৰ ৰসময়ী ভকতিৰ ৰসৰ সোপান। ৰসসৃষ্টিৰে আনন্দ দানেই যদিও সাহিত্যৰ মূল লক্ষ্য, তথাপি মঙ্গলকামী নিৰ্দ্দেশনাইহে মহৎ সাহিত্যৰ প্ৰধান উদ্দেশ্য-আৰু ইয়েই সাহিত্যক কালজয়ীৰূপে অমৰত্ব প্ৰদান কৰে। প্ৰকৃত সাহিত্যই এখন শোষণমুক্ত আৰু অন্যায় অসঙ্গতি শূন্য সমাজ গঢ়াত বিশিষ্ট অৰিহণা যোগায়। প্ৰেয়ৰ মাজেৰে শ্ৰেয়ৰ সন্ধান দিয়াই মহৎ সাহিত্যৰ লক্ষণ।

## অসমীয়া ভাষাৰ উৎপত্তি

সাহিত্য প্ৰকাশৰ মাধ্যম হ'ল ভাষা। বিশ্বমানৱৰ কল্যাণকামী প্ৰথম সাহিত্য ঋকবেদ আৰু ইয়াৰ মাধ্যম হ'ল বৈদিক সংস্কৃত ভাষা। উত্তৰ-পূব ভাৰতৰ সকলো আঞ্চলিক ভাষা এই বৈদিক সংস্কৃতৰ পৰাই উদ্ভুত। অসমীয়া ভাষাও এই সংস্কৃতৰে জীয়ৰী। মূল আৰ্যভাষা সময়ৰ সোঁতত বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত সৰলীকৃত হৈ ক্ৰমে ক্ৰমে ধ্বনি বৈচিত্ৰ্যৰ ৰূপান্তৰ ঘটিল আৰু জনসাধাৰণৰ

ব্যৱহৃত ভাষাক প্ৰাকৃত ভাষা নামে অভিহিত কৰা হ'ল। ইয়াৰ প্ৰধান চাৰিটা ভাষা হ'ল— মাগধী, শৌৰসেনী, মহাৰাষ্ট্ৰী আৰু পৈশাচী। এই মাগধীৰ আকৌ দুটা ঠাল। তাৰে পূৰ্ব মাগধীৰ পৰা ক্ৰমে বাঢ়, বৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপী ভাষাৰ জন্ম হ'ল। এই কামৰূপী ভাষাই হে সিদিনা আহোম সকলৰ শাসন কালত অসমীয়া নামে জনাজাত হ'ল। আজিৰ অসমীয়া ভাষা আগৰ কামৰূপী ভাষাৰে পৰবৰ্তী নাম। গতিকে এই অসমীয়া ভাষা বাংলা বা উৰীয়া ভাষাৰ ভগ্নী ভাষা। সংস্কৃতৰ নাতিনী। গাভৰু নাতিনীৰ গাত বুঢ়ী আইতাৰ ৰূপ চাবলৈ গলে কিন্তু হতাশ হ'ব লাগিব; অৱশ্যে বৰণ আৰু গঠনত ধৰিব পাৰিব। ভাৰতবৰ্ষত দ্ৰাবিড় মূলৰ ভাষা তামিল, তেলুগু, কানাৰী আৰু মালায়ালম আদিত আৰ্যভাষাৰ সংমিশ্ৰণ ঘটিছে দক্ষিণ ভাৰতত আৰু তেনেই পূব ভাৰতত বিশেষকৈ কামৰূপত মঙ্গোলীয় আৰু অষ্ট্ৰিক গোষ্ঠীৰ ভাষাৰ লগত আৰ্যভাষাৰ মিলন হৈছে। ভাৰতবৰ্ষ এখন বিশাল দেশ আৰু বিভিন্ন মানৱ গোষ্ঠীয়ে বিভিন্ন ভাষাৰে ভাৰতবৰ্ষক এখন বিশাল উপমহাদেশত পৰিণত কৰিছে। কিন্তু অনৈক্যৰ মাজত ঐক্য স্থাপন কৰি ভাৰতীয় সভ্যতাই এই দেশক এক কৰি ৰাখিছে। ইয়াত জাতিৰ অন্ত নাই, ভাষাৰ অন্ত নাই, অন্ত নাই বিচিত্ৰতাৰ। ভাৰতবৰ্ষ এনে এখন আজব দেশ য'ত প্ৰৱেশ কৰিলে মানুহে আৰু ফিৰি যাবলৈ ইচ্ছা নকৰে। সেয়েহে বৈষ্ণৱ কবিয়ে গাইছিল—

"ধন্য ধন্য কলিকাল ধন্য নৰ তনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।"

ভাৰতবৰ্ষ পুণ্যভূমি-যেন স্বৰ্গভূমিহে। সেই দেখিয়ে কবি ৰবীন্দ্ৰনাথ ঠাকুৰে গাইছিল—

"এই ভাৰতৰে মহামানবেৰ সাগৰ তীৰে।
হেথা আৰ্য হেথায় অনাৰ্য, হেথায় দ্ৰাবিৰ চীন
শক, হুনদল পাঠান মোগল, একদেহে হল লীন।"

ভাৰতবৰ্ষৰ বিশাল দেহত সকলো জাতি লীন যোৱাৰ দৰে অসমৰো শুৱনি লাৱনি ৰূপত বিমোহিত হৈ বিদেশীয়ে আহি ফিৰি যাব ইচ্ছা নকৰিলে। সেই বাবেই এটি প্ৰবাদ আছে যে কামৰূপলৈ আহিলে মানুহ ভেৰা হয়। ইয়াৰ অন্তৰ্নিৰ্হিত অৰ্থ এই যে কামৰূপ বা অসমত মানুহ প্ৰৱেশ কৰিলে ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য আৰু ঐশ্বৰ্যই মানুহক স্তম্ভিত কৰে আৰু মানুহ ভেৰাৰ দৰে বুৰ্বক হৈ ৰৈ যায়। এবাৰ আহিলে আৰু নিফিৰে কাৰণেই কামৰূপক তন্ত্ৰ-মন্ত্ৰৰ দেশ বুলি তাহানি কালৰে পৰা বিদেশীয়ে সমীহ কৰি আহিছে।

## কামৰূপৰ ইতিহাস ঃ ইয়াৰ মহিমা

তেনেহলে এই আচৰিত ৰাজ্যখনৰ অতীতৰ ইতিহাসৰ পমখেদি চোৱা যাওক। প্ৰাক্ঐতিহাসিক যুগত নাম আছিল প্ৰাক্জ্যোতিষপুৰ ৰাজ্য। ইয়াতে হেনো নৱগ্ৰহ পাহাৰৰ পৰা আকাশৰ গ্ৰহ নক্ষত্ৰৰ গণনা কৰা হৈছিল। এই ৰাজ্যৰ ৰাজধানীৰ নামো আছিল প্ৰাগজ্যোতিষপুৰ-বৰ্তমান গুৱাহাটী মহানগৰ। আৰ্যসকলে আৰ্যভিন্ন জাতিক অসুৰ, দানব, দৈত্য, পিশাচ আদি আখ্যাৰে নামকৰণ কৰিছিল আৰু সেই কাৰণে মঙ্গোলীয় গোষ্ঠীৰ ঘটকাসুৰক অসুৰ ৰজা বুলি অভিহিত কৰিছিল। তেওঁক বধ কৰি বিদেহৰ নৰক নামেৰে অখ্যাতনামা এজন আৰ্যবৰে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰে। প্ৰবাদমতে এৱেঁ কামাখ্যা দেৱীৰ মন্দিৰত অনাৰ্য কৈৱাত পূজা নিষিদ্ধ কৰি আৰ্যৰীতিৰে পূজা পাটলৰ প্ৰচলন কৰে। এওঁৰ পুত্ৰ ভগদত্তই কুৰুক্ষেত্ৰৰ ৰণত জোৱায়েক কৌৰৱৰাজ দুৰ্যোধনৰ পক্ষ হৈ যুদ্ধ কৰিছিল। আন এটি প্ৰবাদ মতে এই দেশৰ নাম কামৰূপ হোৱাৰ গুৰিতে হ'ল মহাদেৱৰ দ্বাৰা কামদেৱৰ ভস্ম আৰু পুনৰ জীৱন লাভ। এই কামৰূপ ৰাজ্য তাহানিকালত অতি বিশাল আছিল। পূবে দিক্কৰ বাসিনীৰ পৰা পশ্চিমে কৰতোৱা নদী, উত্তৰে হিমালয়ৰ পৰা দক্ষিণে সাগৰতীৰলৈ ইয়াৰ সীমা বিস্তৃত আছিল।

অৱশ্যে ৰাজনৈতিক সীমা সন্দেহজনক হলেও আধ্যাত্মিক সীমা যে ইমান বিশাল আছিল তাত কোনো সন্দেহ নাই।

শেষত এই দেশৰ নাম অসম হয় আহোমসকলৰ আগমনৰ পিচৰ পৰা। আহোমসকল কামৰূপ ৰাজ্যত প্ৰৱেশ কৰাৰ সময়ত এই দেশৰ নাম কামৰূপ আছিল বুলি বহু ঐতিহাসিক পণ্ডিতে ক'ব খোজে। অৱশ্যে আহোমৰ প্ৰথম ৰজা চুকাফাই ১২২৯ খৃষ্টাব্দত কামৰূপ ৰাজ্যত প্ৰৱেশ কৰোতে ইয়াৰ পূৰ্ব অংশৰ নাম আছিল সৌমাৰ পীঠ। সেই সময়ত কামৰূপক চাৰিটা পীঠ বা স্থানত ভাগ কৰা হৈছিল— সৌমাৰপীঠ, স্বৰ্ণপীঠ, কামপীঠ আৰু ৰত্নপীঠ। আহোম সকলে এই দেশত ৰাজত্ব কৰাৰ পিচত দেশখনৰ নাম হয় অসম। সেই সময়ত কিন্তু কামৰূপ ৰাজ্যৰ পৰিসৰ পূৰ্বৰ দৰে বিশাল নাছিল।

তাৰ পিচত অসমখন ভৌগোলিকভাৱে আয়তনত আৰু ক্ষুদ্ৰ হয়। পশ্চিম অংশত কমতাপুৰ ৰাজ্য স্থাপিত হয় আৰু এই অংশতে কোচৰজা মহাৰাজ নৰনাৰায়ণে ৰাজত্ব কৰিছিল। কোচৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে অসমত বৈষ্ণৱ ধৰ্ম আৰু অসমীয়া সাহিত্য প্ৰচাৰ কৰিবলৈ সুযোগ লাভ কৰে। বৰ্তমান অসমখন ১৮২৬ খৃষ্টাব্দৰ ইয়াণ্ডাবু সন্ধিৰ পিচত ইংৰাজে শাসন কৰা অসমখনো নহয় বৰং তাতোকৈ ইয়াৰ পৰিসৰ সংকীৰ্ণ হৈছে; নগাভূমি মেঘালয়, মিজোৰাম আৰু অৰুণাচল বিচ্ছিন্ন হৈ গৈ সুকীয়া সুকীয়া একোখনি ৰাজ্য গঠিত হৈছে। বৰ্তমানৰ কামৰূপ বুলিলে অতীতৰ বিশাল কামৰূপক নুবুজায়; তথাপি বুৰঞ্জীয়ে গচকি যোৱা এই দেশ বহু ঐতিহ্যমণ্ডিত।

বৰ্তমানৰ কামৰূপ এখন জিলা-অৱশ্যে অতীতৰ কামপীঠৰ আয়তনকে বৰ্তমান কামৰূপ জিলা বুলি কব পাৰি। অতীতৰ কামৰূপ ৰাজ্য বিখ্যাত আছিল কামাখ্যা দেবীৰ মন্দিৰৰ কাৰণে। যোগিনীতন্ত্ৰত বৰ্ণিত এটি শ্লোকেৰে কবলৈ হ'লে—

> কালৰূপং দেবীক্ষেত্ৰং কুত্ৰাণ তৎসমং নচ।
> অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।।

অন্যস্থানত দেৱী ভগবতীৰ স্থিতি অতি বিৰল। কিন্তু কামৰূপত ঘৰে ঘৰে। আন এখনি গ্ৰন্থ কালিকা পুৰাণত আছে—

> শ্ৰীকামাখ্যা যোনিৰূপা চণ্ডিকা সাতু যোগিনী
> আগ্নেযাং বিদ্ধি তাং সংস্থাং
> সৰ্বকাম প্ৰদীশুভাম্।

কামৰূপ বুলিলে পোনতে কামাখ্যাৰ নাম মনলৈ আহে। ভাৰতৰ বিভিন্ন স্থানৰ লোকে বিশেষকৈ কামৰূপক জানে মা কামাখ্যাদেৱীৰ ধামৰ কাৰণে। ভাৰতবৰ্ষৰ বহুৰাজ্যৰ মানুহে অসম বুলিলে ভালকৈ নুবুজে, কামৰূপ বুলিলে কিছু বুজে কিন্তু কামাখ্যাৰ নাম কলে ভালকৈ বুজে। অসমৰ বৰ্তমানৰ ৰাজধানী গুৱাহাটী (দিশপুৰ) কামৰূপ জিলাৰ সদৰ। এই কামৰূপ জিলাখন ভৌগোলক সীমাৰ অন্তৰ্গত ঠাইখিনিকে কামৰূপ সাহিত্য পৰিষদৰ বিচৰণ ভূমি বুলি কব পাৰি।

## সংবিধান সংশোধন কৰা দৰকাৰ

কামৰূপ সাহিত্য পৰিষদ কোনো স্বয়ম্ভু অনুষ্ঠান নহয় বৰং ই অসম সাহিত্য সভাৰ অন্তৰ্গত এটি জিলাভিত্তিক অনুষ্ঠানহে। অসম সাহিত্য সভাৰ শাখা সভাবিলাকৰ প্ৰতিনিধিৰে গঠিত একোখন জিলা পৰ্যায়ৰ জিলা পৰিষদ থাকিলে সেই পৰিষদ বিলাকত শাখা সভাবিলাকৰ প্ৰতিনিধি সকলে মিলিত হৈ স্থানীয় কামকাজৰ সুবিধা কৰিব পাৰে আৰু বছৰি একোবাৰ মিলিত হৈ সাহিত্য সংস্কৃতিৰ

আলোচনাৰ জৰিয়তে মিলন ক্ষেত্ৰ ৰচনা কৰাৰো সুযোগ মিলে। শাখাসভাৰ প্ৰতিনিধিৰে গঠিত জিলা পৰিষদ বিলাকৰ পৰা যদি নিৰ্দ্দিষ্ট সংখ্যক প্ৰতিনিধি নিৰ্বাচিত কৰি মূল অসম সাহিত্য সভালৈ পঠিওৱা হয় তেনেহলে অসম সাহিত্য সভাত অযথা হৈ চৈ কৰি ভোটৰ নামত নানাৰকমৰ হুলস্থুলৰ সৃষ্টি কৰিব লগা নহয়। পৰিষদ সমূহৰ নিৰ্বাচিত প্ৰতিনিধিৰ মাজৰ পৰাই অসম সাহিত্যসভাৰ কাৰ্যপালিকাৰ বিষয়ববীয়া নিৰ্বাচিত কৰিব পৰা যাব। সুশৃঙ্খল গাঠনিৰে যি কোনো মহৎ অনুষ্ঠান গঠিত হোৱাটো অতি বাঞ্ছনীয়।

## অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠান

অসম সাহিত্য সভা অকল সাহিত্যিক আৰু সাহিত্যপ্ৰেমী সকলৰে অনুষ্ঠান নহয়। ই অসমৰ জাতীয় অনুষ্ঠানত পৰিণত হৈছে। সেই কাৰণেই সাহিত্য সভাত জনতাৰ ইমান আগ্ৰহ-ইমান হেন্দোলদোপ। সাহিত্যৰ লগত সংস্কৃতিৰ নিবিড় সম্পৰ্ক। তাৰ কাৰণেই সাহিত্য সভাৰ অন্তৰ্ভুক্ত কৰি লোৱা হৈছে অসমৰ সাংস্কৃতিক অনুষ্ঠান সমূহক। ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ত্ৰিবেণী সঙ্গম আমাৰ সাহিত্য সভা আৰু তাৰ এটি অঙ্গ হিচাপে কামৰূপ সাহিত্য পৰিষদো এই ত্ৰিবেণী-সঙ্গমৰে এধাৰী সলিল। সেইবাবে আমাৰ পৰিষদৰ সাংস্কৃতিক অনুষ্ঠান বিলাকে ফুলবচা ৰিহা যেন হৈ জিলিকি আছে। অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠান বুলি এই কাৰণেই কব পাৰি যে আন আন ৰাজ্যৰ সাহিত্য সভা সমূহৰ দৰে সেই সেই ভাষা সাহিত্যৰ সভাই নহয়— ই সদৌ অসমবাসী ৰাইজৰে সাহিত্যৰ সভা কাৰণ ইয়াৰ নাম 'অসম সাহিত্য সভাহে— অসমীয়া সাহিত্য সভা নহয়। দেশৰ সংহতিৰ বাবে জনসংযোগ দৰ্কাৰ। জনসংযোগ ৰক্ষা কৰে জনসাহিত্যই আৰু জনসাহিত্যই জনসমাগমৰ পয়োভৱ বৃদ্ধি কৰে।

## অসমীয়া ভাষাৰ বিপৰ্যয়

আমি আগতেই কৈছো যে অসমীয়া ভাষা আৰ্যভাষা। বাংলাভাষা অসমীয়া ভাষাৰ ভগ্নীভাষা। পিচে ভগিনীয়ে সতিনী হলে যতমানে লেঠা। ১৮২৬ খৃষ্টাব্দত অসম ইংৰাজৰ হাতলৈ যোৱাৰ লগে লগে ইংৰাজ শাসকৰ লগত বঙালীলোক কিছুমান কৰ্মচাৰী হিচাপে অসমত প্ৰবেশ কৰিলে। তেওঁলোকে ইংৰাজ চৰকাৰক বুজাই বঢ়াই ১৮৩৬ খৃষ্টাব্দত অসমৰ আদালত আৰু স্কুলত বাংলা ভাষা প্ৰৱৰ্ত্তন কৰিলে অসমীয়া ভাষাৰ সলনি। ভাগ্যে অসমীয়া ভাষাৰ বীৰ পুত্ৰ কেইগৰাকীমানে প্ৰাণপণে যুদ্ধ কৰি ১৮৭২ খৃষ্টাব্দত অসমীয়া ভাষাক স্কুল, আদালতত পুনৰ প্ৰতিষ্ঠা কৰে। প্ৰায় এশ বছৰ পিছত ১৯৬০ চনত ৰাজ্যভাষা সংক্ৰান্ত বিলৰ বিৰোধিতা কৰি অসমীয়া ভাষাৰ লগতে বাংলা ভাষাকো অসমৰ দ্বিতীয় ৰাজ্যভাষা কৰিবলৈ অসমৰ এক শ্ৰেণী বঙালীকে প্ৰমুখ্য কৰি কলিকতাৰ এক শ্ৰেণীৰ বাতৰি কাকতে বিষম হৈ চৈ লগাই দিলে। এইবেলি স্বৰ্গীয় ৰঞ্জিত বৰপূজাৰী, স্বৰ্গীয় সূৰ্য বড়া আদি অসমীয়ালোক ভাষা আন্দোলনত শ্বহীদ হ'ল। পিচে অসমত অসমীয়া ৰাজ্যভাষা ৰূপে ঘোষিত হ'ল। অৱশ্যে বঙালী অধ্যুষিত কাছাৰ জিলাত বাংলাকো জিলা পৰ্যায়ৰ মৰ্যাদা দিয়া হ'ল। তাৰ পিচত ১৯৭২ চনত অসমৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সংক্ৰান্তত আকৌ অসমীয়া ভাষাৰ বিৰোধিতা আৰম্ভ কৰিলে। এইবেলি স্বৰ্গীয় মোজাম্মিল হ'ক, অনিল বড়া, স্বৰ্গীয় নৰেণ মহন্ত আদি শ্বহীদ হবলগীয় হ'ল। শেষত বহু যুঁজ বাগৰৰ মূৰত অসমীয়া ভাষা বিশ্ববিদ্যালয়ৰ ভাষাৰূপে স্বীকৃত হ'ল। এই কথাই প্ৰমাণ কৰে যে সতিনী বেয়া, ভগিনী-সতিনী আৰু বেছি বেয়া।

ইমান সময়ে আমি মাহী আইৰ সন্তান কেইজনমানৰ কীৰ্ত্তিকলাপৰ কাহিনী কলো; এতিয়া আহক আমাৰ ভাষা জননীৰ আচলৰূপ চাওঁ। আপুনি আমাৰ অসমী আইৰ সুসন্তান মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱক মাতক। তেৰাই যি ভাষা অঙ্কীয়া নাটত ব্যৱহাৰ কৰিছিল সেই ভাষাৰ গদ্য-পদ্য উভয় বিধৰ ঠাঁচ আজিতকৈ কিছু বেলেগ আছিল। সেই সময়ত কামৰূপী ভাষাই ৰাজ-ভাষা ৰূপে কামৰূপৰাজ্যত (অসম) ব্যৱহৃত হৈছিল আৰু ইয়ে মান্যভাষা (প্ৰধান) আছিল। ইংৰাজ অহাৰ পিচত

আমেৰিকান ব্যাপ্টিষ্ট মিচনেৰীসকলে শ্ৰীৰামপুৰত কিতাপ ছপাই আনি খৃষ্টান ধৰ্মপ্ৰচাৰৰ চেষ্টা কৰিছিল আৰু তেওঁলোকে প্ৰথমে বাস কৰা শিৱসাগৰ জিলাৰ উপভাষাক মান্যভাষা বা প্ৰধান ভাবা হিচাপে লৈছিল। সময়ৰ সোঁতত সেই উপভাষাই শেষত মান্যভাষাৰ ঠাই অধিকাৰ কৰিলে আৰু কামৰূপী প্ৰধানভাষাই উপভাষাত পৰিণত হ'ল।

## অসমীয়া ভাষাৰ লগ্নমান নিৰ্ণয়

চৰ্যাপদৰ আৰম্ভণিৰে পৰা পূৰ্বমাগধী প্ৰাকৃতৰ পৰা অপভ্ৰংশ হৈ ৰাঢ়, বৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপী ভাষাৰ জন্ম হোৱা বুলি অধিক সংখ্যক ভাষাতত্ত্ববিদে কয়। নৱম আৰু দ্বাদশ শতিকাৰ ভিতৰত চৰ্যাপদ ৰচনা হোৱা বুলি পণ্ডিতসকলে অনুমান কৰে। এই চৰ্যাপদৰ ভাষাত অসমীয়া বাংলো আদি ভাষাৰ প্ৰাচীন নিদৰ্শনো পোৱা যায়। ত্ৰয়োদশ শতিকাতহে প্ৰকৃত কামৰূপী ভাষাত সাহিত্য ৰচিত হয়। ইতিমধ্যে ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে আহোমসকলে সৌমাৰপীঠত প্ৰবেশ কৰে। আহোমৰ নিজ ভাষা টাই ভাষা। কিন্তু বিজেতা আহোমে বিজিত প্ৰজাৰ ভাষাকে ৰাজভাষা ৰূপে গ্ৰহণ কৰি দূৰদৰ্শিতাৰ পৰিচয় দিয়ে। ৰাজ্যৰ সংহতি ৰক্ষাৰ নিমিত্তে ৰাজ্যভাষাই যে আবেগিক ক্ৰিয়া কৰে এই জ্ঞান স্বৰ্গদেউসকলৰ আছিল। তেওঁলোকে কামৰূপী ভাষাক মান্যভাষা হিচাবে ব্যৱহাৰ কৰিছিল। বিভিন্ন জাতিৰ সংমিশ্ৰণত আৰু টাই, চুটীয়া আদি নানা ভাষাৰ সংসৰ্গত কামৰূপী ভাষাই উজনি খণ্ডত এটা সুকীয়া ৰূপ পৰিগ্ৰহ কৰিছিল, সিয়ে কালক্ৰমত গৈ বৰ্তমানৰ অসমীয়াভাষা ৰূপে বিদিত হয়।

## অসমীয়া জাতি টিকিব নে?

এটি এটিকৈ বাৰে বৰণীয়া মণি আহিছিল, সেই বিলাকেৰে মালা গাঁথিলে, মালা সুন্দৰ হ'ল। এটি এটি কৰি এতিয়া মালাৰ পৰা মণিবোৰ আঁতৰাই নিব ধৰিলে মালা থাকিব নে? এদিন এটি এটিকৈ বিভিন্ন জনগোষ্ঠীৰ লোক এই ঠাইলৈ আহিছিল, বাস কৰিছিল এটি জীৱন পদ্ধতিৰে; তেতিয়া গঠিত হৈছিল সুন্দৰ সুঠাম অসমীয়া জাতি। এতিয়া এজন এজন কৈ বিভিন্ন জনগোষ্ঠীৰ লোক আঁতৰি যাব ধৰিছে, অসমীয়া জাতি আৰু টিকিবনে? নগা গ'ল, মিজো গ'ল, খাচিয়া গ'ল, গাৰো গ'ল, শেষত অৰুণাচলৰ জনজাতীয় ভাইসকলো আঁতৰি গ'ল; পৰ্বতীয়া ভাইসকল আঁতৰি গ'ল— অষ্ট্ৰিক গোষ্ঠী আঁতৰি গ'ল, মঙ্গোলীয় গোষ্ঠী আঁতৰি গ'ল। এয়ে যদি অৱস্থা হয় তেন্তে অসমীয়া মানে কি থাকিব? এটি মণিৰে এধাৰি মালা? অসম্ভৱ! আমাৰ পাহাৰী ভাই-ভণী সকলে আমাৰ ওপৰত বহু অভিযোগ কৰি ওলাই গৈছে। এই বিষয়ে আমাৰো বহু কথা কব লগা আছে- থাওঁক। এটি অসমীয়া প্ৰবাদ আছে-প্ৰভু তোমাৰ মুখ গোন্ধায়। বেটিতোৰ এৰিবৰ মন। এই লেখীয়া উক্তি হয়তো নিশ্চয় আছে আমাৰ বিভাজনৰ আঁৰত। আমাৰ জাতীয় সংহতি নষ্ট কৰি কেইজনমান দুৰাকাঙ্খী ৰাজনৈতিক লোকৰ লালসাৰ বলি হোৱাৰ সাৰ্থকতা ক'ত? সুকীয়াৰাজ্য হ'লে কেইজনমান নেতাই এম, এল, এ বা মন্ত্ৰীহে সুবিধাকৰি লোৱাৰ বাহিৰে জানো সৰ্বসাধাৰণৰ কিবা লাভ হ'ব? যিয়ে কেৱল ক্ষমতা আৰু সম্পদ বিচাৰে দুখিত জণগণৰ দুখ দুৰ্গতি মোচনৰ কাৰণে চেষ্টা নকৰে তেনে জনক একোখন স্বৰ্গৰাজ্য দিলেও দৰিদ্ৰ ভাই সকলৰ কোনো কল্যাণ নাই। আমি মনত ৰখা উচিত যে ইতিহাসে কাকো ক্ষমা নকৰে যি সকলক আমি ঠেলি দিম তেওঁলোকেও আমাক পিচফালৰ পৰা টানি ৰাখিব।

ভৈয়ামৰ জনজাতীয় ভাইসকলৰ মাজৰ পৰাও দুই চাৰিজনে বিভেদ মূলক চিন্তা কৰা যেন অনুমান হৈছে। আমি এওঁলোকক এটা প্ৰশ্ন কৰিব খোজো-ভৈয়ামৰ জনজাতি বড়ো-কছাৰী, ডিমাচা, লালুং, ৰাভা যদি অসমীয়া নহয় তেন্তে অসমীয়া কোন? অসম কাৰ? অসমীয়া জাতি কোন? অসমীয়া ভাষা সাহিত্য তেন্তে কি? জনজাতি ভাইসকলে এই কথা চিন্তা কৰা উচিত। অৰ্থনৈতিক দুৰ্যোগ যে অকল জনজাতীয় ভাইসকলৰে আহিছে তেনে নহয়-দেশৰ নিম্ন মধ্যবিত্ত আৰু কৰ্মীশ্ৰেণী

বিশেষকৈ কৃষিকৰ্মী শ্ৰেণীৰ অৱস্থা পানীত হাঁহ নচৰা হৈছে। এই অৰ্থনৈতিক সংকট দূৰ কৰিবৰ বাবে বিভেদকামী মনোবৃত্তি লোৱাত্তকৈ ফলপ্ৰসু জাতীয় আঁচনি প্ৰস্তুত কৰাহে প্ৰকৃত দেশপ্ৰেমিকৰ কৰণীয়। এই সত্য উপলব্ধি কৰিবলৈ আমি আহ্বান জনাইছো। জাতীয় বেদনাৰে হৃদয় দগ্ধ হৈছে। জনজাতীয় ভাইসকল। এবাৰ আগবাঢ়ি আহক; আমি একেলগে দাৰিদ্ৰদোষ বিমোচনাৰ্থে মুঠ বান্ধি যুঁজো আহক, আমি একেলগে লগ হৈ অন্যজন ভাই চাহমজদুৰৰ ওচৰলৈ যাওঁ আহক, আমি এতিয়া ঝুমুৰ নৃত্য চাওঁ আহক-।

## ঝুমুৰ মজদুৰ

"আসাম দেশেৰ বৈশাখ পৰব লাগে বৰ ভাল।" ঢোলৰ চেৱঁত নূপুৰৰ ৰুণুকজুনুক তালত অসমীয়া বঙালী বিহুৰ ওলগনি শুনিবলৈ এই চাহ মজদুৰ অসমীয়া ভাইসকলৰ গীতৰ মাজেৰে কেনে মধুৰ লাগে। ঝুমুৰ গীতৰ সুৰে, ঝুমুৰ নাচৰ তালে তালে আমাৰ প্ৰাণত মধুৰ হিল্লোল তোলে। ঝুমুৰ আজি অসমীয়াৰ সাংস্কৃতিক ভঁৰালৰ এটি মূল্যবান সম্পদ হৈ জিলিকিব ধৰিছে। এই চাহমজদুৰ ভাইসকল ভাৰতৰে বিভিন্ন ৰাজ্যৰপৰা অহা লোক — বঙ্গ, বিহাৰ, উৰিষ্যা, মধ্যভাৰত, ছোটনাগপুৰ, তামিলনাডু, মহাৰাষ্ট্ৰ আদিৰপৰা এওঁলোকে অসমৰ চাহবাগান বিলাকলৈ আহি মজদুৰ হিচাপে কাম কৰি জীৱিকা নিৰ্বাহ কৰিছে আৰু নিজ জন্মভূমি অসমকে মাতৃভূমি হিচাপে জ্ঞান কৰি অসমীয়া মানুহৰ লগত মিলিজুলি বাস কৰি অসমীয়া জাতিৰ এজন হৈ পৰিছে। অসমত কাম কৰিছে-বাস কৰিছে, অসমীয়া ভাষা শিকিছে আৰু অসমীয়া হৈছে। এই সকলৰ গীতমাত আমাক দান কৰিছে; আমাৰ গীতমাত গ্ৰহণ কৰিছে; আমাৰ লগত এক হৈ গৈছে। এই মিলন কিমান মধুৰ। কিমান আনন্দদায়ক! এওঁলোকৰ দৰে সমস্ত বহিৰাগতই আমাৰ কুটুম হোৱা হ'লে এই সমস্যাবহুল অসমৰ অনেক সমস্যা আঁতৰি গ'লহেঁতেন আমি আমাৰ ৰাজ্যত বসবাস কৰা বহিৰাগত ভাইসকলক অনুৰোধ জনাও যেন তেওঁলোকেও এওঁলোকৰ দৰে আমাৰ প্ৰাণৰ আপোন হয়। অৰ্থনৈতিক নিৰ্যাতনৰ বাবে যি ৰাজ্য এবাৰ পৰিত্যাগ কৰিছে সেই ৰাজ্যৰ স্মৃতি অনৰ্থক বহন নকৰি আৰু যি ৰাজ্যই থাকিবলৈ ঠাই, পিন্ধিবলৈ কাপোৰ আৰু খাবলৈ ভাত দিছে সেই ৰাজ্যৰ লোকৰ মুখৰ মাত কাঢ়িবলৈ নগৈ একাত্মবোধ হৈ মিলিজুলি সহাৱস্থান কৰাহে ভাল মানুহৰ কাম।

## নেপালী অসমীয়া

অসমৰ জনজীৱনৰ বুৰঞ্জীৰ আৰু এখিলা পাত লুটিয়াই দিয়ক লগ পাব আৰু এটা প্ৰব্ৰজনকাৰী জাতি। এই জাতিটোৰ লোকে বহুকাল আগৰে পৰা ক্ৰমে ক্ৰমে আহিয়ে আছে। এওঁলোক নেপালী। গৰু-ম'হৰ খুটি কৰি গাখীৰৰ কাৰবাৰ কৰি জীৱিকা নিৰ্বাহ কৰি আহিছে। অসমৰ পাৰ্বত্য অঞ্চলবোৰত আৰু ব্ৰহ্মপুত্ৰৰ পাৰ নাইবা বিজাৰ্ভবোৰত এওঁলোকে গৰু ম'হ ৰাখিবলৈ সুবিধাজনক ঠাইত বসতি কৰি অসমীয়া মানুহৰ লগত মিলিজুলি বাস কৰি আহিছে। নেপালৰ পাৰ্বত্য ভূমিৰ লোক হিচাপে এওঁলোকে পাহৰবা অঞ্চল অধিক পচন্দ কৰে। এওঁলোকৰ মাজৰে বহুতে অফিচ বিলাকত চতুৰ্থ শ্ৰেণীৰ চাকৰি কৰি আছে। নেপালীসকল কাৰ্যদক্ষ আৰু বিশ্বাসী। দায়িত্ববোধ এওঁলোকৰ অশিক্ষিত লোকৰ মাজতো বিদ্যমান। এওঁলোকৰ গাৰ বৰণ আৰু গঠনৰ ফালৰপৰা অসমীয়া মানুহৰ লগত অনেক মিল দেখা যায়। এওঁলোক বৰ্ত্তমান অসমীয়াৰ অবিচ্ছেদ্য অংগ হৈ পৰিছে, সেয়েহে অসমৰ সুখ-দুখৰ বেলাত এওঁলোকে একোখনি নাওতে উঠি নাও বাইছে। ভাৰতৰ মুক্তি আন্দোলন, গ্ৰ-পিঙৰ বিৰুদ্ধে আন্দোলন, সংৰক্ষিণী সভা, শংকৰ সংঘ, সাহিত্য সভা আদি অসমৰ যাৱতীয় আন্দোলন আৰু আলোচনাত সহযোগ কৰি আহিছে।

ৰাজ্যভাষা আন্দোলন (১৯৬০) আৰু বিশ্ববিদ্যালয়ৰ মাধ্যম আন্দোলনত (১৯৭২ চনত) এওঁলোকে আগভাগ লৈছিল। এওঁলোকে অন্য প্ৰব্ৰজনকাৰীৰ মানত মহা আদৰ্শৰ নিদৰ্শন দাঙি ধৰিছে। স্থানীয় অধিবাসী সকলৰ লগত শান্তি আৰু সম্প্ৰীতিৰে জীৱন নিৰ্বাহ কৰি সুখ-দুখৰ সমভাগী হৈ

নেপালী ভাই সকলে অসমীয়াৰ প্ৰাণৰ আপোন হৈ পৰিছে। এওঁলোক এতিয়া নেপালী নহয়-নেপালী অসমীয়া।

## ৰাজস্থানী কাৰবাৰী

এতিয়া ৰাজস্থানৰ মেপখনলৈ এবাৰ চকু ঘূৰাওক। আমি ৰাজস্থানলৈ যাম। এই ৰাজস্থানে আমাক ইতিমধ্যে চাৰিটি ৰত্ন দান কৰিছে হৰিবিলাস আগৰৱালা, আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰ কুমাৰ আগৰৱালা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা। বৰ্তমানেও অসমীয়া বাণীমন্দিৰৰ তোৰণ দ্বাৰত বৈ আছে বহুজন। ৰাজস্থানৰ ভাই সকল ব্যৱসায়ী লোক। বহুবছৰ আগৰে পৰা ব্যৱসায় সংক্ৰান্তত তেওঁলোক আমাৰ অসমলৈ আহিছিল আৰু আজিও আহি আছে। লক্ষ্মীৰ বৰপুত্ৰ এই ৰাজস্থানী ভাই সকল সৰস্বতীৰো প্ৰিয়পাত্ৰ। আমাৰ তৰুণ ৰাজস্থানী ভাই সকলে অসমীয়া সাহিত্যৰ প্ৰতি যি আগ্ৰহ প্ৰকাশ কৰিছে তালৈ লক্ষ্য কৰিলে অনুমান হয় যেন এওঁলোকে আমাক বহুজন কবি, সাহিত্যিক আৰু সমালোচক দান কৰিব পাৰিব। লক্ষ্মীৰ বৰপুত্ৰ বণিক ভাই সকলে সৰস্বতীৰ সাধনা কৰিলে অচিৰে বাণীমন্দিৰৰ পূজাৰ বেদীত যথেষ্ট অৰিহণা যোগাব পাৰিব তাত কোনো সন্দেহ নাই। তেওঁলোক ব্যৱসায়ী লোক বিভিন্ন পণ্য সামগ্ৰী আমাৰ দেশলৈ আমদানি কৰি দেশবাসীৰ প্ৰভূত উপকাৰ সাধন কৰিছে। তাৰ উপৰি আমাৰ ভালেমান অনুষ্ঠান ৰাজস্থানী ভাই সকলৰ দানেৰেই পৰিপুষ্ট। এওঁলোকৰ সহযোগী মনোভাবে আমাক আপ্যায়িত কৰিছে। এওঁলোক আমাৰ বান্ধৱ। আমি আশা কৰিছোঁ, এওঁলোকৰ যিসকলে আমাৰ ৰাজ্যত ব্যৱসায় কৰি জীৱিকা নিৰ্বাহ কৰি আছে তেওঁলোকে বংশানুক্ৰমে ইয়াতেই বসবাস কৰি থাকিব লাগিব, সেইবাবে ৰাজস্থানৰ কথা বাদ দি অসমক দোকানঘৰ বুলি নাভাবি বাসৰঘৰ বুলি বিবেচনা কৰক তেতিয়াহে আমাৰ মিলন আৰু মধুৰ, আৰু নিবিড় হ'ব।

## চমুৱা পমুৱা মোৰ বুকুৰ আপোন ন-অসমীয়া

আমি বহুদূৰ বাট বুলিলো। শ্ৰান্ত ক্লান্ত হৈ পৰিছো। ৰাজস্থানৰ পৰা ঘূৰি আহোঁতে। পশ্চিমৰ পৰা আহোঁতে আমি ব্ৰহ্মপুত্ৰেৰে নাৱেৰে উজাই যাওঁ বলক। মহাবাহু ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত ৰাজস্থানৰ থৰ মৰুভূমিৰ ধূলি ধূসৰিত দেহৰ পৰা ধূলি কণিকা পানীৰ ওপৰৰ শীতল বায়ুৰে আঁতৰাই দি গা শাত পেলাব। আপুনিও বৰ শ্ৰান্ত হৈ আহিছে, অলপ গাখীৰ খাবৰ মন গৈছে যদি অলপ আগুৱাই বলক সৌ চৰত বাসকৰা গাঁওখনিলৈ। আপুনি গলে মানুহ খিনিয়ে অলপ ভয় কৰিব, কিন্তু বৰ আগ্ৰহেৰে আপোনাক পৰিচৰ্যা কৰিব। আপুনি ভাষাটো বুজি পোৱাত কোনো অসুবিধা নাপায়। বাংলো-অসমীয়া মিশ্ৰিত ভাষাটোৰ কথা নিশ্চয় বুজিব। ধৰ্মৰ ফালেৰে এওঁলোক মহম্মদৰ শিষ্য। ব্ৰহ্মপুত্ৰৰ চৰ অঞ্চলত বাস কৰা বাবে তেওঁলোকক চৰুৱা বুলি জানে আৰু বঙ্গদেশৰ পৰা আহি পাম পাতি আছে কাৰণে পমুৱা বুলি কয়। এই চৰুৱা-পমুৱা ভাই সকল কৃষিশক্তিকাৰ আৰম্ভনিৰে পৰা এই চৰ অঞ্চলবোৰলৈ প্ৰব্ৰজন কৰি আহিছে। মৈমনসিং, নোৱাখালী, চিলেট, ঢাকা আদিৰ পৰা প্ৰব্ৰজন কৰি আহিছে অৰ্থনৈতিক নিৰ্যাতনত জৰ্জৰিতহৈ। সোণৰ বাংলাত যিসকলে ফচল সোণ উৎপাদন কৰিছিল সেই উৎপন্নকাৰী কৃষক সকলেই দেশ বিভাজন আৰু মাটিগিৰি শ্ৰেণীৰ নিষ্পেষণত স্বদেশ ত্যাগ কৰি বিদেশ লব লগা হ'ল। বঙ্গই খেদিলে, অসমে থাপিলে। এই কৃষিজীৱী লোকসকলে চৰকাৰী অনাবাদী মাটি বা ব্ৰহ্মপুত্ৰৰ চৰ অঞ্চলত বসবাস আৰম্ভ কৰিছে। এই সৰল-সহজ অশিক্ষিত লোক সকল উৎকৃষ্ট কৃষক। অসমৰ সোণ সাৰুৱা মাটিত ধান মানিক উৎপন্ন কৰিব পাৰে প্ৰচুৰ। যি দেশৰ মাটি পানী বায়ু ভক্ষণ কৰি জীৱনধাৰণ কৰিছে সেই দেশক বিশ্বাসঘাতকতা কৰা যে গুণাহ (পাপ) এই জ্ঞান এওঁলোকৰ আছে। সেই কাৰণেই অসমক নিজৰ দেশ বুলি জ্ঞান কৰি অসমীয়া ভাষাক নিজৰ মাতৃ ভাষা ৰূপে লৈ শিক্ষা-দীক্ষাত আগবাঢ়িব ধৰিছে। তেওঁলোকে অসমীয়া ভাষাক মাতৃভাষা ৰূপে স্বীকাৰ কৰিছে। এই সকল চৰুৱা পমুৱা ভাইক আমি বুকুত সাৱটি লৈছো আৰু যিসকল প্ৰব্ৰজনকাৰী আমাৰ ৰাজ্যলৈ আহিছে তেওঁলোকক আঙুলিয়াই দেখুৱাব খুজিছো যে— যি দেশে দিছে

ভাত, সেই দেশৰে মাতা মাত। আমি এই চৰুৱা পমুৱা ভাই সকলৰ অৰ্থনৈতিক উন্নতিৰ বিষয়ে চিন্তা কৰাৰ লগতে সংস্কৃতিক বিনিময়ৰো চিন্তা কৰিব লাগিব, তেতিয়াহে চৰুৱা-পমুৱা ভাইসকল আমাৰ বুকুৰ আপোন হ'ব। চৰুৱা-পমুৱা ভাই বুকুৰ আপোন ন-অসমীয়া।

## কলাকাৰৰ দায়িত্ব

ঘটনা চক্ৰৰ মেৰপাকত আমি বহুদূৰ বাট বুলিলো প্ৰব্ৰজনকাৰী সকলৰ পিছে পিছে। এতিয়া আহক আমি আমাৰ কথালৈ আহোঁ পেটত ভাত পৰিলেহে. মুখত মাত ওলাব। সাহিত্য আৰু সংস্কৃতিৰ বক্তৃতা দি দুৰ্নীতি কৰি চোৰাং কাৰবাৰৰ দ্বাৰা ভাত মুঠিৰ সংস্থান কৰিব লগা হলে সংস্কৃতিৰ বিকাশৰ লগত অৰ্থনৈতিক অৱস্থাৰ ওত—প্ৰোত সম্বন্ধ আছে। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ আজি ইমান বছৰ পিছতো দাৰিদ্ৰ দূৰীকৰণ, গৰিবী হতাও আন্দোলন কৰিব লগা হ'ল। আচলতে অৰ্থনৈতিক স্বাধীনতা নাথাকিলে ৰাজনৈতিক স্বাধীনতা নিৰৰ্থক। আমাৰ সংবিধানত ঘোষিত স্বাধীনতা তিনিবিধ- সামাজিক স্বাধীনতা, অৰ্থনৈতিক স্বাধীনতা আৰু ৰাজনৈতিক স্বাধীনতা। এই তিনিবিধ স্বাধীনতাৰ ৰাজনৈতিক স্বাধীনতা আহিল, কিন্তু সামাজিক আৰু অৰ্থনৈতিক স্বাধীনতা এতিয়াও অহা নাই। এই বিষয়ত সাহিত্যিক কলাকাৰসৰ্কলৰ প্ৰভূত দায়িত্ব আছে। সমাজক বাদ দি সাহিত্য হব নোৱাৰে কাৰণে সাহিত্যিকসকলে সামাজিকভাৱে দায়বদ্ধ। মানবতাৰো অভিভাৱক লিখকসকল। গতিকে, পতিত, দুঃখিত মানৱসকলৰ উদ্ধাৰৰ মুক্তিৰ গান সাহিত্যিকসকলৰ কাপৰ পৰাই ওলাব লাগিব। এই দায়িত্ব অকল শাসক সকলৰে নহয়-সমাজ সেৱক আৰু সাহিত্যিক সকলৰো সমানে আছে। ভাৰতবৰ্ষ এখন ধৰ্মনিৰপেক্ষ দেশ; গতিকে জনগণৰ কল্যাণ সাধন কৰিব লাগিব ধৰ্ম নিৰপেক্ষতা আৰু গণতন্ত্ৰৰ ভেটিত।

## দেশৰ অৰ্থনৈতিক দিশত দৃষ্টিপাত

দেশ স্বাধীন হোৱাৰ পিছৰে পৰা পঞ্চবাৰ্ষিক পৰিকল্পনা আৰম্ভ কৰা হ'ল। অৰ্থনৈতিক দিশত ই এটা বলিষ্ঠ পদক্ষেপ আছিল, কিন্তু মুৰকত দেখা গ'ল দুৰ্নীতিৰ প্ৰকোপত এই অৰ্থনৈতিক আঁচনি অকৃতকাৰ্যতালৈ পৰ্যবসিত হৈছে। আমাৰ দেশে মিশ্ৰ অৰ্থনীতি গ্ৰহণ কৰিছে। ৰুচিয়া নাইবা ইউৰোপৰ সমাজতান্ত্ৰিক দেশবোৰৰ দৰে শুদ্ধ সমাজতান্ত্ৰিক নীতি গ্ৰহণ কৰা নাই, কাৰণ গণতান্ত্ৰিক পদ্ধতিত ধনতান্ত্ৰিক ব্যৱস্থাক গ্ৰহণ নকৰিলেও সম্পূৰ্ণ বৰ্জন কৰিব নোৱাৰে। কিয়নো ইয়াত গণভোটৰ লেঠা আছে। সেই কাৰণেই ব্যক্তিগত সম্পত্তি ইয়াত ৰৈ গ'ল। সেই দেখি সমাজবাদী আঁচনি গ্ৰহণ কৰিলেও উৎপাদনৰ সকলো আহিলা ৰাষ্ট্ৰীয়কৰণ, নকৰি ব্যক্তিগত উদ্যোগটো কৰিবলৈ ব্যৱস্তা দিয়া হ'ল তথাপি বেং জাতীয়কৰণ, ৰজা মহাৰজাৰ বিলোপ সাধন কৰাৰ উপৰি ভূমিস্বত্ব সংস্কাৰৰ বলিষ্ঠ পদক্ষেপ লোৱা হৈছে। সমাজবাদী সমাজ ৰচনাৰ ই প্ৰথম পদক্ষেপ।

মধ্যযুগীয় সামন্ত প্ৰথা দূৰ কৰি ভূমিৰ ওপৰত ৰায়তৰ স্বত্ব প্ৰবৰ্তন কৰিবলৈ দিহা কৰা হৈছে। সমাজতান্ত্ৰিক দেশবোৰৰ দৰে কালেক্টিভ ফাৰ্মিং বা সামূহিক কৃষি প্ৰৱৰ্ত্তন কৰিব নোৱাৰিলেও গৰীৱ কৃষকসকলক অৰ্থনৈতিক দিশত ব্যতিক্ৰম প্ৰচেষ্টাৰে আগুৱাই যোৱাত সহায় কৰা হব। ভাৰতবৰ্ষ কৃষিপ্ৰধান দেশ। কিন্তু ভাগ্যৰ কি পৰিহাস যে ভাৰতেই বিদেশৰ পৰা কৃষিজাত দ্ৰব্য আমদানি কৰিব লগা হয়। বছৰে বছৰে যেতিয়া পৰৰাষ্ট্ৰলৈ কৃষিজাত দ্ৰব্যৰ দান-অনুদান বিচাৰি আমি যাব লগা হয় আৰু বিশ্ববেংকৰ পৰা ঋণ আনিব লগা হয়, তেতিয়া আমাৰ কৃষিৰ ক্ষেত্ৰত অনগ্ৰসৰতাৰ চিন ওলাই পৰে। খেতিয়ক হৈ চাউল খুজিবলৈ যোৱা বৰ লাজৰ কথা। উদ্যোগৰ ক্ষেত্ৰতো ভিলাই, দুৰ্গাপুৰ, ৰুৰকেল্লা, ভাক্ৰানাঙ্গল, হীৰাকুণ্ড, দামোদৰ উপত্যকাৰ জলবিদ্যুৎকেন্দ্ৰ আদি ৰাষ্ট্ৰৰ বৃহৎ বৃহৎ উদ্যোগবোৰত যি পৰিমাণৰ অৰ্থনৈতিক পৰিবৰ্তন সাধিত হব লাগিছিল সেই পৰিমাণে হব পৰা নাই। আমি আমাৰ জলশক্তিক সঠিক কামত লগাব পৰা নাই। নিবনুৱা সমস্যা দিনে দিনে প্ৰবলৰূপে ধাৰণ কৰি আহিব ধৰিছে। গণতান্ত্ৰিক সমাজবাদৰ ভিত্তিত প্ৰতিষ্ঠিত সমাজবাদী সমাজৰ যি শ্লোগান আমি আওৰাইছোঁ

সি বাস্তৱত পৰিণত হোৱা নাই। ইয়াৰ কাৰণে চৰকাৰ, ৰাইজ আৰু সাহিত্যিক, কলাকাৰসকল সমানে দায়ী। সমাজবাদ লোকে জাপি দিয়া বস্তু নহয়-সমাজে তাক নিজে ৰচনা কৰা নীতিহে। আমি সামাজিক জীৱ হিচাবে আমাৰ দায়িত্ব পালন কৰা উচিত। সাহিত্যিক আৰু সাহিত্যপ্ৰেমী ৰাইজে ইয়াৰ দায়িত্ব পালন কৰিব লাগিবই। আজি আৰু কলাৰ কাৰণে কলা সৃষ্টি কৰা যুগ নাই-আজি কলাৰ সৃষ্টি কৰিব লাগিব জীৱনৰ বাবে। সেইকাৰণে কলাকাৰসকল সজাগ হব লাগিব সমাজৰ বাবে। কলাকাৰ আৰু সাহিত্যিকসকলে মনত ৰাখিব লাগিব যে তেওঁলোক সামাজিক জীৱ আৰু সমাজৰ দায়িত্ব তেওঁলোকৰ মূৰত। নাও খেলৰ ৰং চোৱাৰ দৰে সমাজৰ ৰং চাবৰ বাবে সাহিত্যিক, কলাকাৰসকল আজি আৰু নিষ্ক্ৰিয় দৰ্শক হৈ থাকিলেই নহব।

এজন মানুহৰ কথা কব গ'লে তেওঁৰ দেশখন, তেওঁৰ সমাজখন, তেওঁৰ ঘৰখন আৰু পিছতহে তেওঁৰ কথা কব পাৰি। তেনেদৰে আমি আমাৰ কামৰূপ জিলাখনৰ কথা কবলৈ গ'লে প্ৰথমে ভাৰতবৰ্ষ দেশখন, তাৰ পিছত অসম ৰাজ্যখন আৰু তাৰ পিছতহে কামৰূপ জিলাখনৰ কথা কব পাৰিম। সেইদেখি কামৰূপ জিলাখনৰ কথালৈ আহোতে ভাৰতবৰ্ষৰ কথা কব লগা হল আৰু অসমৰ কথাও কব লাগিব।

অসম ৰাজ্য ভাৰতৰ অঙ্গ, গতিকে শৰীৰত ব্যাধি আৰম্ভ হলে অঙ্গতো তাৰ ক্ৰিয়া হয়। ভাৰতৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ ফলতে অসমৰ শোচনীয়া অৱস্থা হৈছে আৰু তাৰ ভাগ কামৰূপৰ ওপৰতো পৰিছে। অসম কৃষি প্ৰধান দেশ। অসমৰ মাটিত প্ৰচুৰ পৰিমাণে ধান হয়; কিন্তু আমি ভিন্ন ৰাজ্যৰ চাউল কিনো, অসমত চাহ হয়, কিন্তু অধিক দামত আমি চাহপাত কিনিব লগা হয়, অসমৰ বুকুত খাদত অপৰ্যাপ্ত পৰিমাণৰ তেল ওলায়; কিন্তু বাৰাউনিত শোধন কৰি আনি অধিক দামত কিনিব লগা হওঁ। আমাৰ সকলো আছে, কিন্তু একো নাপাওঁ। আমাৰ এষাৰি কথা আছে— "সকলো বস্তু তোৰ একো নালাৰিবি-মোৰ।" সাগৰৰ মাজত থাকি খোৱা পানী পিবলৈ নোপোৱাৰ দৰে খাদ্যৰ মাজত থাকি আমি লঘোণ পৰিব লগা হয়। ইংৰাজ কবিয়ে গোৱাৰ দৰে—

'Water water every where
All the boards did sink
Water water every where
Not a drop to drink'

পানী, পানী, পানী, সকলো ফালে পানী, জাহাজৰ মাস্তুললৈকে পানী অথচ এটোপা পানীও পিবলৈ পোৱা নাযায়। আমাৰ অৱস্থাও আজি তেনেকুৱা হৈছে।

## অৰ্থনৈতিক অনগ্ৰসৰতা

অসমত উদ্যোগীকৰণৰ জোখাৰে খনিজ, ৰাসায়নিক, বনজ আৰু কৃষিজাত দ্ৰব্য আছে-সম্পদ উভৈনদী হৈ আছে, অথচ অসমত কোনো বৃহৎ উদ্যোগ গঢ়ি উঠা নাই। কেঁচামাল উৎপন্ন হোৱা ঠাইত শিল্প প্ৰতিষ্ঠান স্থাপন কৰাটো অৰ্থনীতিৰ মূলসূত্ৰ, অথচ অসমত কেঁচামাল উৎপন্ন হোৱা সত্বেও আজিকোপতি কোনো বৃহৎ শিল্প-প্ৰতিষ্ঠান প্ৰতিষ্ঠাণ কৰা নহ'ল। কেন্দ্ৰীয় চৰকাৰৰ ৰাজহুৱা খণ্ডৰ পৰাতো কোনো উমঘামজনক সহাৰি নায়েই আনকি ব্যক্তিগত উদ্যোগপতি সকলৰো কোনো উমঘাম নাই অসমত বৃহৎ শিল্প প্ৰতিষ্ঠান গঢ়িবলৈ। ইয়াৰ কাৰণ কি? অসমক সদায় কেঁচামাল উৎপাদনকাৰী ৰাজ্য হিচাপে ৰাখি ভাৰতৰ আন ৰাজ্য কিছুমানক শিল্প উদ্যোগৰ দ্বাৰা চহকী কৰি তোলাই মতলব নেকি? শিল্প বিপ্লৱৰ বাবে পৰিবহণ ব্যৱস্থা অপৰিহাৰ্য, অথচ স্থলভাগেৰে ৰেল আৰু জলভাগেৰে (ব্ৰহ্মপুত্ৰ) জাহাজ পৰিবহণৰ কোনো লাভজনক ব্যৱস্থা কৰা হোৱা নাই। ইমান দিনে ৰেলৰ ব্ৰডগজ লাইনটোৱে হৈ উঠা নাই। ব্ৰহ্মপুত্ৰ মহানদীৰ বুকেৰে জাহাজ চলাচলৰ সুন্দৰ সুযোগ থকা সত্বেও জল পৰিবহণৰ কোনো উন্নত ব্যৱস্থা লোৱা হোৱা নাই। কামৰূপ জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেৰে

আজিলৈ যোগীঘোপা গুৱাহাটী ৰেল লাইনৰ কোনো ব্যৱস্থা কৰা নহ'ল, ফলত এই বিৰাট অঞ্চল এটা পৰিবহণৰ অসুবিধাত অৰ্থনৈতিক ক্ষেত্ৰত পিছপৰি থাকিল। বনজ সম্পদ প্ৰধান এই অঞ্চলটোৰ বিখ্যাত শাল, চেগুণ, গামৰি আদি মূল্যবান কাঠ ৰেলেৰে পৰিবহণ কৰা নিতান্ত অৰ্থনৈতিক প্ৰয়োজন। এইখিনি বাস্তৱ সত্য প্ৰকাশ কৰি কেন্দ্ৰীয় নেতৃবৰ্গক পতিয়ন নিয়াবলৈ আমাৰ কোনজন নেতা ওলায় আমি তাৰে অপেক্ষাত আছো।

## পৰিয়াল পৰিকল্পনা

পৰিয়াল পৰিকল্পনা যোজনাত অজস্ৰ ধন খৰচ কৰা হৈছে আৰু অসমত প্ৰায়ে গাঁৱে-ভূঁৱে অসমীয়া মানুহে এই আঁচনি সমৰ্থন কৰি জনসংখ্যা নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰিছে আৰু প্ৰায়ভাগ অসমীয়া মানুহে জনসংখ্যা বৃদ্ধি ৰোধ কৰি আহিছে; অথচ বছৰৰ জনসংখ্যা সমীক্ষাত ওলায় যে অসমত জনসংখ্যা দুগুণ হৈছে। ইয়াৰ ৰহস্য ক'ত? এই ৰহস্য উদ্‌ঘাটন কৰিবলৈ দূৰলৈ যাব নালাগে; অলপ মন কৰিলেই জানিব পাৰিব যে অমসীয়া মানুহৰ সংখ্যা বঢ়া নাই-বাঢ়িছে অন্য ৰাজ্যৰ পৰা অহা অনুপ্ৰবেশকাৰী লোকসকলৰ বাবেহে। প্ৰতিবছৰে লাখে লাখে ভিন্ন ৰাজ্যৰ লোক আহি অসমত প্ৰবেশ কৰি থাকিলে অসমীয়া মানুহৰ জনসংখ্যা কমাই থাকিলে জানো কিবা ফল হব? নিজৰ ল'ৰা কমাওক আৰু লোকৰ ল'ৰাৰে ঘৰ ভৰক, এই নীতি জানো ক্ষমাৰ যোগ্য? অসমীয়াৰ কাৰণে এই কাৰ্য কেনে দুৰ্বিসহ তাক অনুমান কৰক। যদি অসমলৈ প্ৰব্ৰজনৰ সোঁত বন্ধ নহয়, তেন্তে অসমত পৰিয়াল পৰিকল্পনা কৰাৰ কোনো সাৰ্থকতা নাই।

## কুটীৰ শিল্পৰ মূল্যায়ন

কামৰূপ জিলাতে চাৰিখন বিশিষ্ট শিল্পপ্ৰধান ঠাই আছে— যেনে সৰ্থেবাৰীৰ কাঁহশিল্প, বৰপেটাৰ হাতীদাঁতৰ শিল্প, শুৱালকুছিৰ পাটমুগাৰ শিল্প আৰু হাজোৰ পিতলৰ শিল্প। অথচ এইবোৰ ঠাইৰ ঘৰুৱা শিল্প কোনো পৰ্যায়ৰ আধুনিক বৈজ্ঞানিক পদ্ধতি নিয়োগ কৰি বিজ্ঞান সন্মত ভাৱে সংস্থান কৰিব পৰা নাই। ফলত এই বিখ্যাত ঠাই চাৰিখন— ক্ৰমাগতভাৱে বছৰৰ পিছত বছৰ পিছ পৰি যাব ধৰিছে আৰু এই আপুৰুগীয়া অসমীয়া কুটীৰ শিল্পৰ মৰকাম কৰাৰ দিন ওচৰ চাপি আহিব ধৰিছে। এইবোৰ ৰক্ষা কৰি আধুনিক ৰুচিসম্মতভাৱে বাহিৰৰ শিল্পৰ লগত ফেৰ মাৰি টিকি থাকিবলৈ দিয়া জানো আমাৰ কৰ্ত্তব্য নহয়? তাৰ কাৰণে আমি ৰাইজ আৰু ৰজাই কি কৰিছো এবাৰ তাৰ খতিয়ান লবৰ হ'ল।

## ধনী দুখীয়াৰ চিৰন্তন যুঁজ

প্ৰাণীৰ প্ৰাণ ধাৰণেই প্ৰথম আৰু প্ৰধান ধৰ্ম। এই প্ৰাণ ধাৰণ হয় অন্নক লৈ। সেই কাৰণেই প্ৰাণী মাত্ৰৰেই অন্ন-চিন্তাই সমাজত মালিক মজদুৰৰ চিৰন্তন সংঘৰ্ষৰ সৃষ্টি কৰি আহিছে। ধনীয়ে বিলাসৰ কাৰণে অধিক ধন বিচাৰে আৰু দুখীয়াই জীয়াই থকাৰ কাৰণে অলপ ধন বিচাৰে। এজনে বিচাৰে বেঙ্কত থবলৈ আৰু আনজনে বিচাৰে পেটত থবলৈ। সাহিত্যই এই চিন্তাৰ সাময়িক অৱকাশ দিব পাৰে; কিন্তু সম্পূৰ্ণ নিৰাময় কৰিব নোৱাৰে। আমি অসমবাসী শতকৰা ৭০ শতাংশ ভাগ দাৰিদ্ৰৰ সীমাৰেখাৰ তলত থাকি বাৰু কি কলা সাহিত্যৰ সাধনা কৰিব পাৰিম?

## অসমৰ অৰ্থনীতিত অসমীয়াৰ ভূমিকা

ভাৰতৰ ভিন্নৰাজ্যৰ মানুহ অসমলৈ আহে; ইয়াৰ খাদ্য হজম কৰে আৰু নিজ নিজ ৰাজ্যলৈ ধন চালান দিয়ে; যাৰ ফলত আমাৰ হয় খাদ্যৰ নাটনি আৰু ধনৰ বাকচৰ তলি হয় উদং। ১৩০ কোটিমান টকা বছৰি ওলাই যায় ভিন্ন ৰাজ্যলৈ। তাৰ উপৰি ২৬ কোটিমান ওলাই যায় সঞ্চয় আঁচনিৰ জৰিয়তে; মুঠ ১৬০ কোটিমান টকা ওলাই যায়। ইফালে যোজনা বোৰৰ যোগেদি কেন্দ্ৰৰ পৰা আহে ১০০ কোটি টকা। এতিয়া ৬০ কোটি টকা বছৰি ঋণৰ ঘৰত বহি থাকে। বছৰি পঞ্চাশ

বা ষাঠি কোটি টকা ধাৰ লগাই আমি পঞ্চবাৰ্ষিক পৰিকল্পনা কৰি থাকিব লগা হয়। এই ঋণৰ বোজাই অসমক এখন ঘৰুৱা ৰাজ্যত পৰিণত কৰিছে। গতিকে আমাৰ শ্ৰীবৃদ্ধি কেনে হব পাৰে তাক সহজে অনুমেয়। ইয়াৰ কাৰণে অৱশ্যে চৰকাৰেই অকল দায়ী নহয় আমি অসমীয়া মানুহ খিনিও সমানে দায়ী। কেন্দ্ৰীয় চৰকাৰে ৰাস্তাঘাট বন্ধাৰ বাবে ধন দিছে, আমি অসমীয়া মানুহে মাটি কটা কাম নকৰো। ধোবা, নাপিত, মুচী, ইটাৰভাটাৰ মজদুৰ আনকি বিলত মাছমৰা মানুহো বাহিৰৰ পৰা আনিব লগা হয়। আমাৰ মানুহে এইবোৰ কাম কৰিবলৈ লাজ কৰে। কথাতে কয় বোলে লাজত নবই ভাৰ বোকোচাত ভাঙে হাড়। আমাৰ হাড় ভাঙিবই। চৰকাৰৰ কামকাজত ৰাইজে সহযোগ কৰিলেহে দেশৰ কল্যাণ হয়। তাকে নকৰিলে ভবিতব্য অৱশ্যম্ভাৱী। অম্বিকাগিৰীয়ে এনেয়ে গোৱা নাছিল 'ধৰ ঝাড়ু ধৰ ভাই'। জাতিৰ জাবৰ জোঠৰবোৰ ধুই নিকা কৰা আমাৰ প্ৰত্যেকৰে কৰ্ত্তব্য।

সাহিত্যৰ লগত জীৱনৰ সম্পৰ্ক নে জীৱনৰ লগত সাহিত্যৰ সম্পৰ্ক? এজন অশিক্ষিত ব্যক্তিয়ে সাহিত্য অধ্যয়ন বা চৰ্চা নকৰাকৈ জীৱন অতিবাহিত কৰিব পাৰে। কিন্তু সাহিত্যই মানৱ জীৱনৰ বিষয়ে নকলে সাহিত্য হব নোৱাৰে। দৰ্শনৰ প্ৰতিপাদ্য বিষয় হৈছে জীৱ, জগত আৰু ঈশ্বৰ; সাহিত্যৰো প্ৰতিপাদ্য বিষয় হৈছে ব্যক্তি, সমাজ আৰু আদৰ্শ। গতিকে ব্যক্তিৰ জীৱনক বাদ দি সাহিত্য ৰচিত হব নোৱাৰে। মানৱ জীৱনৰ বাস্তৱ দিশ আৰু মানসিক চিন্তাধাৰাক বাদ দি সাহিত্য ৰচনা কৰা অসম্ভৱ। সেয়েহে সাহিত্যৰ লগত ব্যক্তি জীৱনৰ অৱশ্যম্ভাৱী সম্পৰ্ক। সাহিত্যৰ লগত সম্বন্ধ জীৱনৰ, জীৱনৰ লগত পাৰিপাৰ্শ্বিক জগতখনৰ আৰু পাৰিপাৰ্শ্বিক জগতখনৰ লগত মুখামুখী হোৱাৰ সম্পৰ্ক শিক্ষাৰ। গতিকে শিক্ষা যদি বাস্তৱ জ্ঞান ৰহিত কল্পনা মাত্ৰ হয়, তেন্তে সেই শিক্ষা বাস্তৱ জ্ঞানৰ ভেটিত ৰচিত হ'ব লাগিব। আজিলৈ আমাৰ জাতীয় শিক্ষাত জীৱনক জগতৰপৰা একাষৰীয়া কৰি গেলেৰীত বহি বহি ফুটবল খেল চোৱা মানুহৰ দৰে কেৱল উত্তেজনাপ্ৰৱণ নিষ্ক্ৰিয় দৰ্শকতহে পৰিণত কৰিব— প্ৰকৃত খেলুৱৈ নকৰিব। গতিকে আমাৰ জাতীয় শিক্ষাত আছিল আত্মসুখ সৰ্বস্ব আৰু পলাযনবাদী চিন্তাধাৰা। সেই শিক্ষাই যি সাহিত্য সৃষ্টি কৰিলে সিও কম বেচি পৰিমাণে পলায়নবাদী আৰু আত্মকেন্দ্ৰী যে হ'ব তাত কোনো সন্দেহ নাই। ইমান দিনে ডিগ্ৰীসৰ্বস্ব চাকৰিমুখী সমাজবিমুখী যি শিক্ষা চলি আহিছে তাৰ ফলস্বৰূপে আমি পাইছো জাতীয় জীৱনৰ এক পঙ্গু ৰূপ। এই পঙ্গুক পৰ্বত লংঘন কৰিবলৈ শক্তি আৰু সাহস দিয়াৰ দায়িত্ব আজি আহি পৰিছে সাহিত্যিকসকলৰ ওপৰত। কাৰণ সমাজৰ চিন্তা নায়ক আৰু পথ প্ৰদৰ্শক একমাত্ৰ কবি সাহিত্যিকসকলহে। গতিকে কবি সাহিত্যিক সকলৰ আজি দায়িত্ব অতি গধুৰ হৈ আহিছে।

## কামৰূপ সাহিত্য পৰিষদৰ আঁচনি

আমি আমাৰ দায়িত্ব বহু কথাৰ ভাৰ বান্ধিলো, তাৰ লগতে ভাৰখন আৰু অলপ গধুৰ কৰিব লগা হলো। কামৰূপৰ দায়িত্বৰ বোজাও আমি কঢ়িয়াব লাগিব। অসমীয়া সাহিত্য সংস্কৃতিৰ পথাৰখনত কামৰূপৰো অংশ আছে— কামৰূপৰ অৱদান কি তাৰে যৎসামান্য উল্লেখ কৰা দৰকাৰ। অসমীয়া সাহিত্য-সংস্কৃতিৰ বৰলুইতত যি সকলে নাওবাই গৈছিল আৰু বৰ্তমানেও বায়ে আছে সেই সকলৰ শ্ৰম আৰু চেষ্টাত আজি আমি ইমানখিনি পাইছো। সেই কামৰূপী কৃতি সন্তানসকলৰ নাম আমাৰ স্মৰণযোগ্য। কামৰূপৰ কবি নাট্যকাৰ, গাল্পিক, ঔপন্যাসিক, সমালোচক, ব্যঙ্গলিখক, ওজাপালি, ঢুলীয়া, দেৱদাসী নৃত্যপটিয়সী, যাত্ৰাগান, গায়ন-বায়ন, পুতুলানাচ আদিৰ প্ৰতিভাবান ব্যক্তিসকল; ৰাজনীতি, চাকৰি, ব্যৱসায় আদিত প্ৰসিদ্ধি লাভ কৰা ব্যক্তিসকলৰ নাম স্মৰণ কৰা আৰু যথাযোগ্য সন্মান প্ৰদৰ্শন কৰা আমাৰ অৱশ্যে কৰ্ত্তব্য। এই সকলৰ জীৱন বৃত্তান্ত জনসমাজত প্ৰচাৰ কৰিবৰ প্ৰয়াসেৰে কামৰূপ সাহিত্য পৰিষদে **"কামৰূপ ৰত্নমালা"** নামে এলানি জীৱনী গ্ৰন্থ ৰচনাৰ আঁচনি লৈছে আৰু তৃতীয়খণ্ড প্ৰকাশৰ পথত আছে। ইতিমধ্যে অন্য এখন আঁচনি এইবেলি লোৱা হৈছে। কামৰূপৰ দৌল, দেৱালয়, মন্দিৰ, মছজিদ আদিকে ধৰি ধৰ্মীয়, সাংস্কৃতিক আৰু সামাজিক অনুষ্ঠানৰ ইতিহাস ইয়াত

সন্নিবিষ্ট হব আৰু প্ৰাকৃতিক বস্তুৰ কিংবদন্তি আদি লিপিবদ্ধ কৰা হব। উদাহৰণ স্বৰূপে নদী, পৰ্বত, ঠাইৰ নামৰ কাহিনী। এইখনে হব কামৰূপৰ "ইতিবৃত্ত"। ইয়াৰ উপৰি প্ৰতি বছৰে "কামৰূপা" নামে আলোচনী এখন উলিয়াই থকা হৈছে।

ৰাইজৰ সহায়-সহযোগ পালে পৰিষদে কামৰূপৰ প্ৰকৃত ছবি ৰাইজৰ আগত দাঙি ধৰিবলৈ সমৰ্থ হব।

## পাঁচদফীয়া আঁচনি

ইয়াৰ উপৰি আমাৰ বোধেৰে আমি এইদৰে পাঁচদফীয়া আঁচনি লব পাৰিলে বহু আগবাঢ়ি যাব পাৰিম।

১। পৰিষদৰ কিতাপবোৰ বিক্ৰী কৰাৰ বাবে কৰ্মচাৰী নিয়োগ কৰা। (কমিচন দি)

২। ব্ৰহ্মপুত্ৰৰ চৰ অঞ্চল আৰু ৰিজাৰ্ভ অঞ্চলত অনা অসমীয়াৰ মাজত অসমীয়া প্ৰচাৰৰ অৰ্থে সৰু সৰু পুস্তিকা বিতৰণ, বিক্ৰী আদি কৰা।

৩। কামৰূপৰ প্ৰতি চহৰতে শাখা সাহিত্যসভা গঠন কৰি কিতাপৰ দোকান একোখন খুলি শাখা সাহিত্য সভাৰ সৌজন্যত পৰিচালনা কৰা।

৪। এজন সাংগঠনিক সম্পাদক নিযুক্ত কৰি প্ৰতি-শাখা সভাত পৰিষদৰ কিতাপ বিক্ৰী কৰা আৰু সমস্ত দোকানৰ হিচাব পৰীক্ষা কৰি পৰিষদৰ সম্পাদকক দিয়া।

৫। পৰিষদৰ কিতাপপত্ৰ ছপোৱাৰ বাবে পৰিষদ ভৱনৰ লগত এটা ছপাখানা নিৰ্মাণ কৰা।

এই পাঁচদফীয়া আঁচনি গ্ৰহণ কৰি আগবাঢ়িব পাৰিলে আমি অসমীয়া ভাষা সাহিত্যৰ অলপ সেৱা কৰিব পাৰিম বুলি ভাবো।

## আমাৰ আহ্বান

এইবিলাকৰ উপৰিও আমি আমাৰ জনপ্ৰিয় চৰকাৰ, বিশ্ববিদ্যালয় আৰু অসম সাহিত্যসভাক কেইটামান কথাত মনোনিবেশ কৰিবলৈ সনিৰ্বন্ধ অনুৰোধ জনালো—

১৯৬০ চনতে অসমত অসমীয়া ভাষাই ৰাজ্য ভাষাৰ স্বীকৃতি পালে কিন্তু আজিলৈ আদালতত অসমীয়া ভাষাৰ সম্পূৰ্ণ প্ৰচলন হোৱা নাই। ই বৰ দুৰ্ভাগ্যজনক। আশাকৰো আমাৰ চৰকাৰী কৰ্মচাৰীসকলে তৎপৰতাৰে ইয়াক কাৰ্যত পৰিণত কৰিব।

কাছাৰ জিলাত অসমীয়া প্ৰশিক্ষণত প্ৰকৃত গুৰুত্ব দিয়া হোৱা নাই। এই বিষয়ত গুৰুত্ব আৰোপ কৰাটো সাহিত্য সভা আৰু চৰকাৰে উচিত বিবেচনা কৰা উচিত।

অসমীয়া ভাষাৰ মাধ্যমেৰে পৰ্বত ভৈয়ামৰ সাংস্কৃতিক বিনিময় ঘটিব লাগে। তেওঁলোকৰ ভাষাৰ সাহিত্য অসমীয়া লিপিত প্ৰচাৰ কৰি আমাৰ হৃদয় বিনিময় হব লাগে।

অসমৰ বিভিন্ন অঞ্চলত (পৰ্বতকে ধৰি) কলাকৃষ্টিৰ কেন্দ্ৰ স্থাপন কৰিব লাগে আৰু শংকৰী কলাকৃষ্টিৰ লগত জনজাতীয় কৃষ্টিৰ সমন্বয় সাধন কৰি সাংস্কৃতিক মিলন ঘটাব লাগে।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ল, কিন্তু বিশ্ববিদ্যালয়ত গৱেষণাৰ মাধ্যম অসমীয়া হোৱা নাই। ই বৰ ৰহস্যজনক কথা। অনতি পলমে গৱেষণাৰ মাধ্যম অসমীয়া কৰিবৰ বাবে আমি বিশ্ববিদ্যালয় কৰ্তৃপক্ষক অনুৰোধ জনালো।

চৰকাৰে সাহিত্যিক, শিল্পীসকলক সম্বৰ্দ্ধনা জ্ঞাপন কৰা আৰু সাহিত্যিক পেঞ্চন আদি দিয়া বৰ সুখৰ কথা হৈছে। জনতাৰ চৰকাৰৰ প্ৰকৃত পৰিচয় ইয়াতে ফুটি ওলায়। কিন্তু ইয়াত যেন উপযুক্ত শিল্পী সাহিত্যিক কোনো বাদ নপৰে তালৈ লক্ষ্য কৰিব বুলি আমি অনুৰোধ জনালো।

এইবোৰ আমাৰ পৰামৰ্শ নহয়-আহ্বানহে।

## ৰাজনীতি আৰু সাহিত্য

গণতান্ত্রিক দেশ এখনত বাস কৰি কোনেও ৰাজনীতিক দেও দি পাৰ হৈ যাব নোৱাৰে। সেই কাৰণেই ১৯৬০, ১৯৭২ চনত সাহিত্য সভাই মাত মাতিব লগা হৈছিল। ১৯৭৪ চনত অসম বড়ো সাহিত্য সভাই বড়ো ভাষাৰ লিপি অসমীয়া গুচাই ৰোমান লিপি প্রবর্ত্তন কৰিবলৈ বিষম হৈ চৈ লগাই দিছিল। গতিকে দেখা যায় যে সাহিত্যই একেবাৰে ৰাজনীতিৰ পৰা আঁতৰি থাকিব খুজিলেও ৰাজনীতিয়ে সাহিত্যক নেৰে। ই যেন ৰাজনীতিৰ ফালৰ পৰা একতৰফীয়া প্রেম-সাহিত্যই ভাল পাওঁকে বা নাপাওঁকে।

ভাষাভিত্তিক ৰাজ্য গঠনেই আমাৰ বিভেদকামী মনোবৃত্তিৰ উৎস। ৰাজ্য পুনৰ গঠনৰ সূত্রটো ভাষাৰ ওপৰতে ভিত্তি কৰি ৰচনা কৰা বাবে একেখন ৰাজ্যৰ বিভিন্ন ভাষাভাষী লোকে ৰাজনৈতিক সা-সুবিধা অহৈতুক ভাবে ভোগ কৰাৰ লালসাতে ৰাজ্যবোৰ ভাঙি চিঙি টুকুৰা টুকুৰ কৰি এক সংহতিহীনতাৰ আৰু বিশৃঙ্খলাৰ সৃষ্টি কৰিছে। অসমে তাৰ প্রধান বলি ৰূপে এই সংহতি বীণাশিল্পী দেবীৰ ওচৰত ডিঙিপাতি দিব লগা হৈছে। এই বিচ্ছিন্নতাবাদ নাইকীয়া কৰাৰ দায়িত্ব ৰাজনীতিবিদ আৰু সাহিত্যসভা উভয়ৰে আছে। আমি আমাৰ বংশধৰ সকলৰ কাৰণে এনে এখন দেশ গঠন কৰি থৈ যাব লাগিব য'ত প্রতিজন নাগৰিকৰ অন্তৰত জাগৃত হব অতুলনীয় দেশ প্রেম, কর্মশক্তি হব দুর্বাৰ, মস্তিষ্ক হব তীক্ষ্ণধাৰ চিন্তাৰে পৰিপক্ক, মন হব মানব সেৱাৰ বাবে ধাবমান। আমাক চিৰচেনেহী ভাষা জননীৰ সৌ পবিত্র পতাকাই উদাৰভাৱে যেন আহ্বান কৰিছে "আহা"। অসমৰ জাতি, উপজাতিৰ সন্তানসকল আহা! এবাৰ মোৰ তলত থিয় হৈ প্রতিজ্ঞা কৰা আমি অসমত বাস কৰা সকলো জাতি এক অসমীয়া জাতি আৰু আমি অসমীয়া ভাষা সাহিত্যৰ সেৱক।

## ইতিহাসে ৰিঙিয়ায়

অসমীয়া ভাষাৰ ইতিহাসে বাৰে বাৰে ৰিঙিয়াই আছে বহিৰাগতৰ দুর্বাৰ আক্রমণ যুগে যুগে অসমত চলি আহিছে আৰু চলি থাকিব। অসমীয়া ভাষাৰ ইতিহাসৰ কেইখিলামান পাতত ৰক্ত লিখাৰে লিখা আছে বহিৰাগতৰ নির্লজ্জ আক্রমণৰ কাহিনী। ১৮৩৬, ১৯৬০, ১৯৭২ খৃষ্টাব্দ যাৰ করুণ স্মৃতিয়ে অসমীয়া মনুহৰ হৃদয় বেদনাৰে সিক্ত কৰে, মন হতাশাৰে মুহ্যমান কৰি তোলে আৰু মগজ কৰি তোলে ৰক্ত চঞ্চল। আমি আমাৰ নিজৰ দেশক মাতৃভাষাক প্রতিষ্ঠা কৰিবলৈ যাওঁতে কৰিব লগা আন্দোলন-যাৰ কাৰণে ৰক্তলেখাৰে আমি লিখি যাব লগা হ'ল ভাষাৰ ইতিহাস। ই আমাৰ জাতিৰ কাৰণে অতি দুৰ্ভাগ্যৰ বিষয়। আমি আমাৰ বুকুৰ ৰক্ত দান কৰিহে মাতৃ ভাষাক আমাৰ নিজ ৰাজ্যত প্রতিষ্ঠা কৰিব লগা হয়। সেয়েহে কৈছো অসমীয়া ভাষাৰ ইতিহাসৰ তিনিটা পৃষ্ঠাত আমাৰ বুকুৰ ৰক্তেৰে ভাষা সাহিত্যৰ ইতিহাস ৰচিত হৈছে। এই লেখা ৰক্তলেখা, এই গান তেজৰ গান, এই ইতিহাস শোণিত ৰঞ্জিত। এই শোণিত ইতিহাসৰ কিন্তু অন্ত পৰা নাই। বাৰে বাৰে বহিৰাগত আহি অসমত অনুপ্রবেশ কৰিব আৰু বাৰে বাৰে আমাৰ ওপৰত আক্রমণ চলাই থাকিব। ভাত বিচাৰি অহা সকলে আমাৰ মুখৰ মাত কাঢ়ি নিবলৈ চায়। আমাৰ কাৰণে কি বিষম অহয্যকৰ কথা! এই যুদ্ধ পুনৰ ঘোষিত হব, কাৰণ বৰ্ত্তমানো আমাৰ ৰাজ্য লৈ জাকে জাকে কাকতি ফৰিঙৰ দৰে বহিৰাগত লোক আহিব ধৰিছে। আমি সদায় সতর্ক থাকিব লাগিব, নহলে ইতিহাসৰ এই পৃষ্ঠা কেইটাৰ আকৌ পুনৰাবৃত্তি হব, ইতিহাসৰ পুনৰাবৃত্তি হয় ইতিহাসে কাকো ক্ষমা নকৰে-ইতিহাস অতিকে নিষ্ঠুৰ। তেন্তে আমাৰ সতর্কতাৰ চিন কি হব? আমি বৰ্ত্তমান প্রতিকাৰৰ কি ব্যৱস্থা কৰিব লাগিব? আমাৰ বোধেৰে বিদেশী অনুপ্ৰৱেশকাৰী সকলক আমি বহিষ্কাৰ কৰিব লাগিব ভাৰতীয় সংবিধানৰ অনুচ্ছেদ অনুসৰি আৰু যি সকলে আইনৰ সুৰুঙাৰে সৰকি অসমত বসবাস কৰিবল সুবিধা পাব তেওঁলোকৰ মাজতো অসমীয়া প্রচাৰ কৰি অসমীয়া ভাষী কৰি গঢ়ি তুলিব লাগিব। অসমৰ চৰকাৰী অনাবাদী পতিত মাটি বেদখল কৰি থকা আৰু ৰিজাৰ্ভবোৰত অবৈধ ভাৱে বাসকৰা সকলক

বহিষ্কাৰ কৰাত চৰকাৰক সহায় কৰিব লাগে। যিসকলে বৈধতাৰ প্ৰশ্নত টিকি যায়, তেওঁলোকৰ মাজত স্কুল স্থাপন কৰি অসমীয়া ভাষা শিক্ষা দিব লাগিব, সৰু সৰু পুস্তিকা প্ৰকাশ কৰি বিতৰণ কৰিব লাগিব। এটা সম্পূৰ্ণ বিপ্লৱৰ লেখীয়া প্ৰচাৰ চলাই অনা অসমীয়া ভাষী কৰিব নোৱাৰিলে সম্ভৱতঃ একবিংশ শতিকাত অসমীয়া জাতিৰ মেৰুদণ্ড ভাঙি যাব আৰু জাতি বিজতৰীয়া হৈ ভাষা-সাহিত্যৰ সংকট উপস্থিত হব। ভাষা, সাহিত্য আৰু সংস্কৃতিক লৈহে একোটা জাতি একত্ৰিত হয়। গতিকে অসমীয়া ভাষা সাহিত্য বৰ্ত্তি থকাৰ ওপৰতহে অসমীয়া জাতি বৰ্ত্তি থকা নিৰ্ভৰ কৰিছে।

আজি যিসকল অদূৰদৰ্শী লোকৰ ন্যস্তস্বাৰ্থৰ খাতিৰত অসমীয়া জাতিৰ ভিতৰতে ভাগ ভাগ কৰি বিভিন্ন গোষ্ঠীবৰ্গৰ দাবিৰে বৃহৎ অসমীয়া জাতিক খণ্ড বিখণ্ড কৰিবলৈ বিচাৰিছে সেইসকল দুষ্ট বুদ্ধিক গৰিহণা দি আমি একেলগে এক অসমীয়া জাতি হিচাবে একমুঠ হৈ কাম কৰিব লাগিব। এই কামৰ কাৰণে আমি ভৰসা কৰিছো একমাত্ৰ আমাৰ যুৱক-যুৱতীসকলক। নতুন পুৰুষৰ নবীন শক্তিত নতুন তেজৰ সঞ্চাৰ হওঁক— নৱ ইতিহাস ৰচিত হ'ক এয়ে আমাৰ কামনা।

## পলাশবাৰীক নমস্কাৰ

মানৱ সভ্যতাৰ বুৰঞ্জীত এটা কথাই বাৰম্বাৰ প্ৰতিপাদিত হৈ আহিছে যে প্ৰকৃতিৰ লগত মানুহৰ সংঘৰ্ষ চিৰন্তন। প্ৰগতিৰ পথত মানুহে যিমানে আগ বাঢ়িছে, প্ৰকৃতি জয় কৰিবলৈ সিমানে প্ৰৱল আকাংক্ষা বাঢ়ি গৈছে। মানৱ সভ্যতাৰ বুৰঞ্জী মানে প্ৰকৃতিৰ স'তে মানৱৰ যুদ্ধ অনিবাৰ্য। এই যুদ্ধত বাৰে বাৰে মানুহ ক্ষত-বিক্ষত হৈছে, কিন্তু প্ৰকৃতিক বাৰে বাৰে পৰাজিত কৰি আহি বিজ্ঞানৰ বিজয় নিচান উত্তোলন কৰি আহিছে প্ৰকৃতিৰ অলংঘ্য শিৰত। জুই আবিষ্কাৰৰ দিনৰে পৰা সভ্যতাৰ ইতিহাস আৰম্ভ হৈ আজি আকাশমাৰ্গ জয় কৰালৈকে— চন্দ্ৰ আবিষ্কাৰ আৰু লুনাক স্পুটনিকৰ সৌৰজগতৰ গ্ৰহ-গ্ৰহান্তৰে বিচৰণ কাৰ্যই ঘোষণা কৰিব ধৰিছে মানৱৰে জয়।

এই দুৰ্বাৰ প্ৰকৃতিৰ কৰাল গ্ৰাসত এদিন পলাশবাৰী ৰাইজো পৰিছিল। প্ৰকৃতিয়ে বিপুল বিক্ৰমেৰে এদিন (১৯৫০) হঠাৎ বৰভুঁইকপৰ জোকাৰণিৰে উত্তৰ পূব-সীমান্ত ভূভাগ কঁপাই তুলিলে আৰু তাৰ ফলস্বৰূপে ১৯৫৪ চনৰ পৰা আৰম্ভ হ'ল মহাবাহু ব্ৰহ্মপুত্ৰৰ প্ৰৱল গৰাখহনীয়া। পলাশবাৰী হ'ল তাৰ নিকৰুণ বলি। চাওঁতে চাওঁতে নিৰ্মম নিষ্ঠুৰভাৱে পলাশবাৰীক ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই আক্ৰমণ কৰিলে— নিকৰুণ ভাৱে ধুনীয়া নগৰ খন ব্ৰহ্মপুত্ৰই নিজৰ গৰ্ভত সুমাই লৈ ঐতিহ্যপূৰ্ণ পুৰণি চহৰখনিক নিশ্চিহ্ন কৰি পেলালে। কিন্তু পানীয়ে মাটি নিলে— প্ৰাণ নিব নোৱাৰিলে, মানুহৰ অন্তৰৰ অদম্য উৎসাহ আৰু এই বিপুল কৰ্মশক্তিক ধ্বংস কৰিব নোৱাৰিলে। প্ৰকৃতিৰ লগত চলা এই দুৰ্ধৰ্ষ সংগ্ৰামৰ ফলশ্ৰুতি হ'ল, আজিৰ এই শুৱনি লাৱনি নতুন পলাশবৰীয়া ৰাইজৰ কৰ্মশক্তিৰ ওচৰত প্ৰকৃতিয়ে হাৰ মানিলে— পলাশবৰীয়া ৰাইজে যেন "পৰিও নপৰে, মৰিও নমৰে বাণ ভগদত্ত, চুকাফাজাত।"

এই মহান পলাশবাৰী মোৰ জীৱনৰ মধুৰ স্মৃতি বিজড়িত এখনি আদৰণীয় চহৰ। কলেজীয়া জীৱনত অৰ্থনৈতিক যুদ্ধত সহায় কৰি উচ্চশিক্ষালাভত বৰঙণি যোগাইছিল আৰু আজি এই পলাশবাৰীয়ে মোক ৰাইজৰ পদধূলি শিৰত লবলৈ সুযোগ দিলে। সেয়েহে এই মহান পলাশবাৰীক মই মোৰ হৃদয়ৰ সেৱাৰ থলী বুলি জ্ঞান কৰি নমস্কাৰ জনাইছো।

পলাশবাৰীক নমস্কাৰ—<br>
পলাশবৰীয়া ৰাইজ নমস্কাৰ।<br>
কামৰূপ সাহিত্য পৰিষদক নমস্কাৰ।<br>
অসম সাহিত্য সভাক নমস্কাৰ।<br>
ৰাইজক নমস্কাৰ।।



# সৰ্থেবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৬১তম অধিৱেশনত

**সভাপতিৰ অভিভাষণ**

অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি প্ৰমুখ্যে সন্মানীয় কৰ্মকৰ্তাসকল, মাননীয় উদ্বোধক ৰাজ্যপাল শ্ৰীলোকনাথ মিশ্ৰদেৱ, মাননীয় অতিথি শ্ৰীকুলদীপ নায়াৰ ডাঙৰীয়া, মাননীয় প্ৰাক্তন সভাপতি, বিশিষ্ট অতিথিবৃন্দ, মাননীয় নিৰ্দিষ্ট বক্তাসকল, শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ, শ্ৰদ্ধাভাজন ভাষা সংস্কৃতিৰ পূজাৰীসকল আৰু সন্মানীয় সাহিত্যপ্ৰেমী সুধীবৃন্দ।

আজিৰ এই পবিত্ৰক্ষণত পৰম পবিত্ৰ স্থান 'কোঁহিৰাম-হলীৰাম ক্ষেত্ৰ'ত অসম সাহিত্য সভাৰ দৰে এটা বৃহৎ আৰু মহৎ অনুষ্ঠানৰ পবিত্ৰ মঞ্চত উপবিষ্ট হৈ মই শ্ৰদ্ধা-অবনত মস্তকে সকলো ৰাইজকে প্ৰণিপাত জনাইছোঁ।

হে মোৰ চিৰপূজ্য মানৱ দেৱতাসকল, আপোনাসবৰ চৰণৰ ধূলিৰে মোৰ শিৰ পবিত্ৰ কৰক। মানুহ মোৰ মানত দেৱতা, মানুহৰূপী দেৱতা মোৰ অতি প্ৰিয়। মানুহকে মই ভাল পাওঁ। মানুহে মোৰ আৰাধ্য, মানুহে মোৰ ভগৱান। মানৱ সেৱাই মোৰ ধৰ্ম। ঈশ্বৰ মই দেখা নাই, কিন্তু মানুহৰূপী ঈশ্বৰ মই দেখিছোঁ। জীৱ, জগত আৰু ঈশ্বৰ - এই তিনিটাই দৰ্শনৰ প্ৰতিপাদ্য বিষয়। সমস্ত আত্মাত পৰমাত্মা বিৰাজমান। গতিকে মানৱ আত্মাই পৰম আত্মাৰ স্বৰূপ - ঈশ্বৰ, আল্লাহ, গড্। এই ঈশ্বৰ জ্ঞানে মই সবাকো প্ৰণিপাত জনাইছোঁ।

মোৰ অতি প্ৰিয় মানুহৰ বিপুল সমাগমত মহাসমুদ্ৰসদৃশ জনস্ৰোত প্ৰবাহিত হৈছে আজি 'কোঁহিৰাম-হলীৰাম' ক্ষেত্ৰলৈ। এই জনসমুদ্ৰৰ বুকুত আজি মই লীন হৈ গৈছোঁ। মোৰ ব্যক্তিসত্তা জনসত্তাৰ বুকুত লীন হৈ গৈছে। মই আজি আৰু মই হৈ থকা নাই, আমি হৈ গৈছোঁ।

হে মোৰ চিৰনমস্য ৰাইজ। অসম সাহিত্য সভাৰ পুণ্যক্ষেত্ৰত আপোনাসবক প্ৰণাম জনাই কেইযাৰমান কথাহে মই আগবঢ়াম।

আজি মোৰ মনত পৰিছে শৈশৱৰ মধুৰ স্মৃতি বিজড়িত মোৰ জন্মস্থান মৰমৰ তাহানিৰ সৰ্থেবাৰী গাঁওখন। পূৰ্বস্মৃতি ৰোমন্থন কৰি মোৰ মন আবেগ বিহ্বল হৈ পৰিছে। এই গাঁৱতে জন্মি ল'ৰালি কালত উমলি-জামলি, শৈশৱত বন্ধু-বান্ধৱৰ সৈতে কতনা খেলা-খেলিছিলোঁ। দোক-মোকালিতে কঁহাৰৰ গঢ়ৰ শালত হাতুৰীৰ টিং-টাং শব্দত সাৰ পাই উঠি গঢ়ৰ শালত জুই পুৱাইছিলোঁ। পিছ মুহূৰ্ততে বন্ধু-বান্ধৱৰ সৈতে খৰি কাটিবলৈ ঢাপলি মেলিছিলোঁ হিৰাবৰী পাকা ৰিজাৰ্ভলৈ। এয়েই হিৰাবৰী, এয়েই পাকা ৰিজাৰ্ভ আজি য'ত সাহিত্য সভাৰ মঞ্চ তৈয়াৰ হৈছে। য'ত আমি সকলোৱে সমবেত হৈছোঁ। ইয়েই এদিন আছিল বটা-তাঙা, নল বিৰিণা বনেৰে আবৃত ৰিজাৰ্ভ। ইয়াতে বিহানে আহি আমি ল'ৰাবিলাকে খৰি কাটিছিলোঁ। ধলপুৱাতে বনৰ নিয়ৰে গাৰ-কাপোৰ তিয়াই পেলাইছিল। জাকে জাকে পহুৰ পাল পোৰা বনৰ মাজে মাজে দৌৰি ফুৰিছিল, শিয়ালৰ জাক আঁতৰি পলাইছিল। বটা বন, তাঙা বনৰ মাজৰ পৰাই কাচিৎ বনৰাজ আবিৰ্ভাব হৈ ভীতি সঞ্চাৰ কৰিছিল। আনন্দৰ সলনি ভয়তে মাজে মাজে মন ভীত সংকুচিত কৰি তুলিছিল। বন্যভূমি আমাৰ ৰম্যভূমি আছিল। মাছ-কাছৰ পৰা খুতুৰা, ভতুৱা শাক, হেলচী শাকৰ আহৰণ ভূমি এই পাকা ৰিজাৰ্ভৰ দোঙাবোৰ। কালৰ কুটিল গতিত আজি সেই অৰণ্যভূমি লোকাৰণ্য ভূমিত পৰিণত হ'ল। এয়েইতো অজ্ঞেয় কাল।

এয়েইতো দুৰ্জ্জেয় কাল। আজি আৰু নল-খাগৰী, বটা, তঙা, বন নাই- আজি দুবৰি দলিচাত পৰিণত হৈছে। শিয়াল, পহু আৰু বাঘৰ বিচৰণ ভূমি আজি গোচাৰণ ভূমিত পৰিণত হৈছে।

এইয়ে সেই সৰ্থেবাৰী গাঁও - য'ত সেই সময়ত বাৰিষা কালত ৰাস্তাৰ বুকুত নাওঁখেল খেলিছিলোঁ। আজি তাত মটৰ গাড়ীৰহে খেল চলে। এয়ে সেই আল্লা নদী যাৰ বুকুত আৰু পাৰত নাওখেল খেলিছিলোঁ তাত আজি বজাৰ বহিছে। সাগৰ যেন নগৰ হ'ল। সময়ৰ কি পৰিবৰ্তন।

চাহপাতৰ বাবে অসম জগত বিখ্যাত, কাঁহ-বাচনৰ বাবে সৰ্থেবাৰী ভাৰত প্ৰখ্যাত। আমাৰ গাঁও, আমাৰ ৰাজ্য বিশ্ব-বিখ্যাত।

এই সৰ্থেবাৰী গাঁৱৰ নামৰ লগত এটি মধুৰ কাহিনী জড়িত আছে। কিংবদন্তি মতে সৰ্থি দেৱীৰ নামেৰে এই গাঁৱৰ নাম ৰখা হয়। সোৰথপুৰ ৰাজ্যৰ ৰাজধানী আছিল সুৰথপুৰ। ৰজা সুৰথৰ জীয়াৰী সৰ্থিদেৱীৰ নামেৰে ৰাজধানীৰ নাম ৰখা হৈছিল সৰ্থিপুৰ। কালক্ৰমত এই সৰ্থি নাম মুখ পিছলি সৰ্থে হয় আৰু পিছত সৰ্থেবাৰী হয়। হিন্দী সাহিত্যত সতী সৰ্থি, যোগী বৃজাভাৰ নামৰ কাহিনীকাব্যত এই নাম পূজিত হৈ আহিছে। বৃজাভাৰ দাক্ষিণাত্যৰ ৰাজপুত্ৰ আছিল। দৈৱ-দুৰ্ঘটনাত যোগী পুৰুষ হৈ সুৰথপুৰলৈ আহি ৰাজকুমাৰী সাৰ্থিদেৱীক হৰণ কৰি লৈ যায়। আজিকালি নসত্ৰ গাঁৱৰ পূৰ্বতে নাম ফুলবাৰী আছিল। ইয়াত সুৰথ ৰজাৰ ফুলৰ উদ্যান আছিল। নাতিদূৰত অৱস্থিত নটপাৰা গাঁৱত নট বা নৃত্য প্ৰদৰ্শন কৰা লোক সকলৰ বাসস্থান আছিল। ইতিহাসৰ যুগতো সপ্তম শতিকাৰ অসম-ভূপতি কুমাৰ ভাস্কৰ বৰ্মাই সৰ্থেবাৰীৰ কাঁহৰ বাচন-বৰ্তন তেওঁৰ বন্ধু ভাৰত নৃপতি হৰ্ষবৰ্দ্ধনৰ ৰাজসভালৈ উপঢৌকন হিচাপে পঠোৱা কথা হিউৱেন চাঙৰ টোকাৰপৰা পোৱা যায়।

ঐতিহ্যমণ্ডিত সংস্কৃতিবান কঁহাৰ শিল্পীৰ বাসস্থান এই সৰ্থেবাৰীতে যোগাদ্যা তিথিত মাঘী পূৰ্ণিমাত প্ৰতিবছৰে পাঁচদিনীয়া সভা হয়। ইয়ে সৰ্থেবৰীয়া ৰাইজৰ ধৰ্ম আৰু সমাজৰ মিলনকে সূচায়। সভাত মুছলমান ভাইসকলৰো সহযোগ আছে। ইয়ে হিন্দু-মুছলমানৰ মহামিলনৰ ক্ষেত্ৰ।

আজি বিদ্বান মণ্ডলীৰ সমাবেশত মোৰ মনত পৰিছে মোৰ উচ্চ শিক্ষা লাভৰ ক্ষেত্ৰ নলবাৰীলৈ। বিদ্বৎ সমাজৰ কাষ চাপিবলৈ সক্ষম কৰা উচ্চ শিক্ষা লাভৰ প্ৰতিষ্ঠান নলবাৰী কলেজলৈ; সেয়ে নলবৰীয়া, বিদ্বান জ্ঞানী সমাজখনলৈ মোৰ মূৰ শ্ৰদ্ধাত নত হৈ পৰিছে।

কৰ্ম্মমুখৰ সাহিত্য সভাৰ কৰ্মকৰ্তা আৰু প্ৰতিনিধিবৰ্গক দেখি মনত পৰিছে মোৰ কৰ্মস্থান জালুকবাৰীলৈ - গাড়ীগাঁৱলৈ। যি কৰ্মক্ষেত্ৰই মোক জীৱন-জীৱিকাৰ পথ দি এই বিশাল সংসাৰখনত মেৰুদণ্ড পোন কৰি বিচৰণ কৰিবলৈ সক্ষম কৰি তুলিছে। মোৰ বাসস্থান গাড়ীগাঁৱৰ হিন্দু-মুছলমান আৰু কৰ্মস্থান জালুকবাৰী অঞ্চলৰ ৰাইজৰ মৰম চেনেহে মোৰ হিয়া মন আবৰি আছে। সৰ্থেবাৰী মোৰ জন্মস্থান, নলবাৰী মোৰ শিক্ষাস্থান আৰু জালুকবাৰী মোৰ কৰ্মস্থান। এই তিনিখন স্থান বা বাৰীতে মোৰ জীৱনবৃত্ত ঘূৰি আছে।

এই অসম ৰাজ্য পৰম পবিত্ৰ ৰাজ্য। শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ মহাপুৰুষ চাৰিজনাৰ পদধূলিৰে এই দেশ, এই ৰাজ্য পৰম পবিত্ৰ হৈছে। তেৰাসবৰ ধৰ্মৰ বাণীৰে এই ৰাজ্য পৰম পুতঃ হৈছে। তেৰাসবৰ পদাঙ্ক অনুসৰণ কৰি অসমীয়া বৈষ্ণৱ ভক্তসকলে আধ্যাত্মিক জগতত প্ৰৱেশ কৰি অনুসৰণ কৰি অসমীয়া বৈষ্ণৱ ভক্তসকলে আধ্যাত্মিক জগতত প্ৰৱেশ কৰি জগতপতিৰ কৃপা লাভ কৰি জীৱন সাৰ্থক কৰিছে। আজান পীৰকে প্ৰমুখ্য কৰি কত শতজন ধৰ্মাত্মা মুছলমানে এই ৰাজ্যতে আল্লাৰ পৰম পবিত্ৰ নাম প্ৰচাৰ কৰি জীৱন ধন্য কৰিছে। ইছলামৰ প্ৰেমৰ বাণীৰে এই ৰাজ্য ঝংকাৰিত হৈ আছে। জৈন, খৃষ্টান, শিখ, বৌদ্ধ আদি ধৰ্মৰ লোকসকলে এই অসমতে ধৰ্ম সাধন কৰি জীৱন মধুময় কৰিছে। এই নিঃকিনেও তেৰাসবক মিনতি জনাই আসাৰচেৰেক কৰলৈ আৰম্ভ কৰিলোঁ।

অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ অৰাজনৈতিক জাতীয় অনুষ্ঠান। ইয়াত অসমৰ সমস্ত

জাতি-প্ৰজাতি একত্ৰিত হৈ জাতীয় সাহিত্য সংস্কৃতিৰ উন্নতিকল্পে আলোচনা কৰে। জাতি, বৰ্ণ, ধৰ্ম আৰু ৰাজনৈতিক দল নিৰ্বিশেষে সকলোৱে মিলিত হৈ সামূহিক মঙ্গলৰ বাবে নীতি নিৰ্দ্ধাৰণ কৰে। এনেহেন এটি মহান অনুষ্ঠানৰ মহামেলাত উপস্থিত হৈ আমি আজি দেশ, জাতি ভাষা সাহিত্য, সংস্কৃতিৰ উন্নতিৰ বাবে পৰিকল্পনা কৰিম।

মানুহ, মাটি, দেশ, জাতি, ভাষা, কৃষ্টি, সাহিত্য সংস্কৃতিৰ অধ্যয়নে সভ্যতাৰ ক্ৰমবিকাশৰ মূল ভেটি তৈয়াৰ কৰে।

আধুনিক অসমীয়া সাহিত্যৰ বৰমেলাৰ জন্ম হৈছিল শিৱসাগৰত ১৯১৭ চনত। প্ৰথম সভাপতি আছিল পদ্মনাথ গোহাঞিঃ বৰুৱাদেৱ। অসম ছাত্ৰ সম্মিলনৰ অধিৱেশনত ছাত্ৰসকলৰ সৌজন্যতে অসম সাহিত্য সভা মঞ্চ গঠন হৈছিল আৰু প্ৰথম অধিৱেশন বহিছিল শিৱসাগৰত। এইবাবে ছাত্ৰসকল আজিও সাহিত্য সভাৰ প্ৰিয়পাত্ৰ হৈ আছে আৰু ছাত্ৰসকলেও আজি পৰ্য্যন্ত সাহিত্য সভাক সহায় সহযোগ আগ বঢ়াই আহিছে। ছাত্ৰসকলে স্বেচ্ছাসেৱক হৈ সাহিত্য সভালৈ আজিও অকুণ্ঠ সহযোগিতা আগবঢ়াইছে। তাৰ বাবে ছাত্ৰসকল সাহিত্য সভাৰ ধন্যবাদৰ পাত্ৰ। তৰুণসকলেই বৰ্ষীয়ান সকলক সাহিত্য চৰ্চাৰ মঞ্চ এখন তৈয়াৰ কৰোঁতে মনে প্ৰাণে খাটি দিছিল। বৰ্তমানেও তৰুণসকলে 'নবীন লেখক লেখিকা আৰু শিল্পী সমিতি'ৰ জন্ম দিছে। সাহিত্য সভায়ো নবীনসকলক সাবটি লৈ নৱীনে-প্ৰবীণে মিলিত হৈ ভাষা জননীৰ সভাৰ বেদীত ভক্তি অৰ্ঘ্য যাচিছে। কি মহান এই দৃশ্য!

ভাৰতবৰ্ষ - এইখনেই আমাৰ আপোন দেশ, পুণ্যময় ভাৰতবৰ্ষ। এইখন আমাৰ মাতৃভূমি, জন্মভূমি। আমি ভাৰতীয় নাগৰিক।

এইখনেই অসম- ভাৰতৰ পূৰ্ব দিশত অৱস্থিত এখন মনোমোহা ৰাজ্য। নদ-নদী, পৰ্বত-পাহাৰ, সুবিশাল অৰণ্য, বিস্তীৰ্ণ প্ৰান্তৰৰ মনোমোহা প্ৰাকৃতিক দৃশ্যেৰে পৰিপূৰ্ণ এখন সৌন্দৰ্যময় ৰাজ্য। ইয়াৰে অভয়াৰণ্যত বিচৰণ কৰে পৃথীৱীৰ কোনো দেশতে নোপোজা একশিঙীয়া গঁড়। ইয়াৰ মাটিৰ ওপৰত ধান-মাহ সৰিয়হ, কুঁহিয়াৰ, আলু, কবি, বেঙেনা, উৰহী, লাউ, কোমোৰা আদি বিবিধ শস্যৰ খেতি হয়। শস্যে, মৎস্যে অনুপম এই ৰাজ্য। ইয়াতে খেতি হয় চাহগছৰ, যাৰ বাবে অসম বিশ্ব বিখ্যাত। ইয়াৰ মাটিত তলত আছে, তেল, কয়লা, চুণশিল। মাটিৰ তলে ওপৰে প্ৰাকৃতিক সম্পদ বিৰাজমান। এনেহেন ঐশ্বৰ্যশালী ৰাজ্যত আমাৰ জন্ম। আমি ঐশ্বৰ্য্যশালী অসমীয়া জাতি। প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ এইখন আমাৰ ঐশ্বৰ্য্যমণ্ডিত ৰাজ্য। বৰ্ণাঢ্য মহিমামণ্ডিত আমাৰ সংস্কৃতি। অসমখন ভাৰতৰে ৰাজ্য। এই ৰাজ্যত আমি ধৰ্মসাধন কৰি পৰলোকৰ পথ প্ৰশস্ত কৰিব লাগিব। আমাৰ আত্মাই এই ৰাজ্যতে আধ্যাত্মিক সাধনাৰে ঈশ্বৰত বিলীন হবলৈ উন্মুখ হৈ আছে। ইয়াতে সৰ্বধৰ্মৰ সমন্বয় ঘটিছে।

দৈহিক ভাবেও আমি এই ৰাজ্যৰ মাটি, পানী, বায়ু সেৱন কৰি জীৱন ধাৰণ কৰিছোঁ। এই ৰাজ্যই আমাৰ মাতৃভূমি, আমাৰ জন্মভূমি আমাৰ প্ৰাণৰ অসম। ভূমিপুত্ৰ অসমীয়াসকলৰ জন্মভূমি অসম। ভাৰতৰ ভিন ভিন ৰাজ্যৰ পৰা চাকৰি কৰিবলৈ অহা আৰু ব্যৱসায় সংক্ৰান্তত বসবাস কৰা লোকসকলৰ এইখনেই কৰ্মভূমি। অসমীয়াৰ জন্মভূমি, অনা অসমীয়া ভাৰতীয়ৰ কৰ্মভূমি। অসমীয়াৰ মাতৃভূমি, তেওঁলোকৰ ধাত্ৰীভূমি। অসম মাতৃয়ে ধাই মাকৰ দৰে তেওঁলোকৰ পেটৰ ভাত, কাপোৰ গাত দি লালন পালন কৰিছে। গতিকে মাতৃৰ প্ৰতি সন্তানৰ যি দায়বদ্ধতা, ধাত্ৰীৰ প্ৰতিও পালিত পুত্ৰৰ একেই দায়বদ্ধতা নিশ্চয় আছে। আমি দুয়ো দায়বদ্ধ অসমী আইৰ প্ৰতি। আমি দুয়ো ভায়েই অসম মাতৃৰ কাৰণে নিশ্চয় কিবা মঙ্গলময় কাম কৰিব লগা আছে। আহক ভাইসকল, আমি সকলোৱে মিলিজুলি অসমী আইৰ সেৱা কৰোঁ।

**ভূমিপুত্ৰ :** অসম আমাৰ জন্মভূমি, কিন্তু আমাৰ জনজাতি, অজনজাতি কোনো গোষ্ঠীৰ জন্মভূমি নাছিল। ককেচিয়ান, মঙ্গোলীয়, অষ্ট্ৰলয়ড আৰু নিগ্ৰোইট এই চাৰিটা মানৱ গোষ্ঠীৰ কোনোটো গোষ্ঠীৰে ইয়াত জন্ম হোৱা নাছিল। মধ্য এচিয়াত ককেচিয়ান, আষ্ট্ৰেলিয়াত অষ্ট্ৰলয়ড, চীনত মঙ্গোলীয়

আৰু আফ্ৰিকাত/ নিগ্ৰোইট গোষ্ঠীৰ জন্ম বুলি নৃতত্ত্ববিদ পণ্ডিতসকলে মত পোষণ কৰে। সেই গোষ্ঠীবিলাকৰ পৰা নানা জাতি-প্ৰজাতিৰ জন্ম হয়। এই প্ৰজাতিবোৰেই খাদ্য অন্বেষণৰ বাবে পৃথিৱীৰ ভিন্ ভিন্ ঠাইত বিচৰণ কৰে। তেতিয়া জনসংখ্যা অতি তাকৰ আছিল আৰু দেশ বোলা কোনো ঠাইৰে নামকৰণ নাছিল। তেতিয়া দেশ নাছিল, সমগ্ৰ পৃথিৱীয়ে মানুহৰ বিচৰণ ভূমি আছিল। পৰ্বত, পাহাৰ, নদ-নদী, ভয়াবহ অৰণ্য অতিক্ৰম কৰি দলে দলে মানুহ পদযাত্ৰা কৰি ফুৰিছিল। গছৰ ফল-মূল, জীৱ-জন্তুৰ কেঁচা মঙহ খাই প্ৰাণ ৰক্ষা কৰিছিল আৰু গছৰ খোন্দত, পৰ্বতৰ গুহাত বাস কৰি জীৱন অতিবাহিত কৰিছিল। সেইফালেৰে চাবলৈ গ'লে ভাৰততো কোনো মানুহৰ জন্ম হোৱা নাছিল। বিভিন্ন জাতি প্ৰজাতিৰ লোক প্ৰব্ৰজন কৰি আহি ভাৰতত বসবাস কৰিছিল। ভাৰতবৰ্ষ প্ৰব্ৰজনকাৰীৰ দেশ। তেনেদৰে অসমো প্ৰব্ৰজনকাৰীৰ ৰাজ্য। আমি সকলো প্ৰব্ৰজনকাৰীৰ সন্তান। হয়তো কোনোবা আগত আহিছে আৰু কোনোবা পিছত আহিছে; মাথোঁ সময়ৰহে ব্যৱধান। পিছৰ কালত ভৌগোলিক সীমাৰেখাৰে ঠাই আবদ্ধ কৰি, চৰকাৰ গঠন কৰি দেশ নামে জনাজাত হয়। তেনেদৰে কামৰূপ বা অসমো এখন দেশ হয়। পৃথিৱীৰ বিভিন্ন ঠাইতো দেশ সৃষ্টি হ'ল। নিজৰ দেশৰ সীমাৰেখাৰ বাহিৰৰ দেশবোৰক বিদেশ বুলি ধৰি ললোঁ। এই বিদেশৰ লোকসকলকে বিদেশী বুলি কোৱা হ'ল পিচৰ কালত। আজি অসমত থকা বিদেশী মানে ভাৰতবৰ্ষৰ বাহিৰৰ অন্যদেশৰ মানুহকে বুজায়। বিদেশী বোলা শব্দ পৃথিৱীত দেশ গঠন হোৱাৰ পিছৰ সৃষ্টি।

পণ্ডিতসকলৰ মতে অতি পূৰ্বত পাহাৰ, নদ-নদী, অটব্য অৰণ্যেৰে পৰিবেষ্টিত এই ভূখণ্ড জনশূন্য আছিল। বৰ্তমানৰ পূৰ্বাঞ্চলকে সামৰি হিমালয় পৰ্বত সাগৰৰ তলিত আছিল। কালৰ গতিত ভূগৰ্ভৰ তাপ আৰু চাপৰ পৰিবৰ্তনৰ ফলত হিমালয় সমন্বিতে পূৰ্বাঞ্চলৰ ভূখণ্ড লাহে লাহে ওপৰলৈ উঠি আহিল। পৃথিৱীৰ প্ৰচণ্ড তাপ আৰু চাপৰ বাবে শিলাবৃষ্টি, ভূমিকম্প আগ্নেয়গিৰিৰ উদ্গীৰণ আৰু প্ৰবল ঘূৰ্ণি বতাহৰ ফলত ভূখণ্ডৰ অৱস্থা অতিজ্বালাময় হৈ পৰে। সাগৰীয় জীৱজন্তুৰ মৰাশবোৰ ভূগৰ্ভৰ অন্তৰ্ভাগলৈ গতি কৰিলে। গছ গছনিবোৰ ভূগৰ্ভত পতিত হ'ল। আজিৰ তেলপুং আৰু কয়লা খনি তাৰেই সাক্ষী।

**অসমীয়া জাতি গঠনৰ আহিলা ঃ** মানুহ প্ৰব্ৰজনকাৰী জীৱ। পৃথিৱীৰ বিভিন্ন স্থানৰপৰা অন্ন অন্বেষণৰ কাৰণে অটব্য অৰণ্য অতিক্ৰম কৰি মানুহ আহি আহি এই ভূখণ্ড পালে। ফলমূল, জীৱ জন্তু, মাছ-কাছৰ উভৈনদী দেখি বসতি কৰি ৰৈ গ'ল। পণ্ডিতসকলৰ মতে অষ্ট্ৰোলয়ড্ গোষ্ঠীৰ প্ৰজাতিয়ে প্ৰথমে এই ঠাইত বসতি আৰম্ভ কৰে। কিয়দাংশ বৰ্ণ-সঙ্কৰ হৈ অসমতো অসমীয়া হৈ আছে। তাৰ পাছত উত্তৰ আৰু পূৱৰপৰা আহে মঙ্গোলীয় গোষ্ঠীৰ প্ৰজাতি, আমাৰ জনজাতি ভাইসকল। বড়ো, ৰাভা, মিচিং, কাৰ্বিং, তিৱা, মৰাণ, মটক, বৰাহী, আহোম, কছাৰী আদি মঙ্গোলীয়া গোষ্ঠীৰ বংশধৰ সকল আজিও অসমত বসবাস কৰি আছে। তাৰ সমসাময়িক ভাবে নিগ্ৰোইট গোষ্ঠীৰ লোক আছে। এই গোষ্ঠীৰ বংশধৰ নাগাপাহাৰত এতিয়াও থকা বুলি পণ্ডিতসকলে অনুমান কৰে। একে সময়তে পশ্চিমৰ পৰা আহে ইন্দো-এৰিয়ান বা আৰ্য্যগোষ্ঠীৰ লোক। অ-জনজাতিৰ লোকসকল এই গোষ্ঠীৰে প্ৰজাতি। দ্ৰাবিড় আৰু আলপাইন জাতিৰ লোকো প্ৰব্ৰজন কৰি এই ভূখণ্ডত বসতি কৰে। এই আটাইবিলাক জাতি প্ৰজাতি মিলিয়েই বৰ্তমানৰ অসমীয়া জাতি গঠন হৈছে। অসমীয়া জাতি গঠনত এই তিনিটা গোষ্ঠীৰে প্ৰভাৱ লক্ষ্যণীয়। জনজাতি আৰু অজনজাতি মিলিয়েই অসমীয়া জাতি গঠন হোৱা বুলি কব পাৰি। খিলঞ্জীয়া অসমীয়া মানে মঙ্গোলীয় গোষ্ঠীৰ জনজাতি, যেনে-বড়ো, ৰাভা, মিচিং, কাৰ্বি, তিৱা, আহোম, মৰাণ, মটক, দিমাচা, কুকি, কছাৰী, মণিপুৰি আদি। অষ্ট্ৰিক গোষ্ঠীৰ খাচিয়া, মুণ্ডা, চাওতাল, শবৰ, কোৰকু, কোল আদি আৰু আৰ্য্য গোষ্ঠীৰ ব্ৰাহ্মণ, কলিতা, কেওট, কায়স্থ, নাথ, হীৰা, কমাৰ, কুমাৰ, নমশূদ্ৰ, চৰাল, কৈৱৰ্ত ইত্যাদি। ধৰ্ম, জাতি গোষ্ঠীৰ বাহিৰৰ বস্তু। মুছলমান, খৃষ্টান, বৌদ্ধ, জৈন, শিখ আদি ধৰ্মৰ লোকসকল অজনজাতিৰ ভিতৰত পৰে যদিও

তেওঁলোকৰ মাজত জনজাতিৰ মানুহো আছে। যেই সেই জাতিৰ লোক যেই সেই ধৰ্মত থাকিব পাৰে। জাতি গঠনত ধৰ্মই প্ৰভাৱ বিস্তাৰ কৰিলেও মূলতঃ ই জাতি গঠনৰ আহিলা নহয়। বিভিন্ন জাতি গোষ্ঠীৰ ৰক্তজীনৰ সংশ্লেষণৰ ফলত অসমীয়া জাতিৰ দেহাবয়ৱত একক ৰক্তজীনৰ আধিপত্য নাই। বৈৱাহিক মিলনৰ ফলত ৰক্তজীনৰ সংশ্লেষণ ঘটিছে। মানৱ গোষ্ঠীৰ কোনোটো প্ৰজাতিৰে বিশুদ্ধ ৰক্তজীন অসমীয়া জাতিত নাই বুলি নৃতত্ত্ববিদ্ পণ্ডিতসকলে কয়।

ভাৰতৰ লোকো কোনো ভূমিপুত্ৰ নহয। কোনো মানৱগোষ্ঠীয়ে ইয়াত জন্মলাভ কৰা নাই; কিন্তু মানৱ জাতিৰ চাৰিওটা গোষ্ঠীৰ প্ৰজাতিবোৰে প্ৰব্ৰজন কৰি আহি ইয়াত বসবাস কৰি এই ঠাইকে নিজৰ ওপজা মাটি বা দেশ বুলি শিৰোগত কৰি বিভেদৰ মাজতে মিলনৰ গান ৰচি, অনৈক্যৰ মাজতে ঐক্যৰ সৃষ্টি কৰি এই ঠাইকে ভাৰতবৰ্ষ নাম দি নিজ বুলি প্ৰাণেৰে অনুভৱ কৰিলে। এই দেশৰ কাৰণে কত লক্ষজনে প্ৰাণ আহুতি দিলে; আজিও ভাৰতবাসীয়ে দেশাত্মবোধত উদ্বুদ্ধ হৈ নিজৰ দেশৰ মঙ্গলৰ বাবে প্ৰাণ আহুতি দিবলৈ প্ৰস্তুত। যুগে যুগে এই দেশলৈ প্ৰব্ৰজনকাৰী আৰু আক্ৰমণকাৰী আহি শেষত ইয়াতে ভাৰতীয় জাতিত মিলি গৈ ভাৰতীয় নাগৰিক হৈ পৰিল। অনাৰ্য্য আহিল, আৰ্য্য আহিল, অষ্ট্ৰিক আহিল, দ্ৰাবিড় আহিল, মঙ্গোলীয় আহিল, নিগ্ৰো আহিল - বসতি কৰি মিলি গ'ল এক ভাৰতীয় হৈ। শক আহিল, হুন আহিল, গ্ৰীক, যবন, মোগল, পাঠান আহিল আক্ৰমণকাৰী ৰূপে। সংঘৰ্ষৰ মাজেৰে, যুদ্ধৰ মাজেৰে, কালাতিপাত কৰি শেষত মিলনৰ সেতু বান্ধিলে। বৃদ্ধৰ পিছত শান্তি স্থাপন কৰি সম্প্ৰীতিৰে বসবাস কৰি, এইখনে আমাৰ মহান ভাৰতবৰ্ষ বুলি, নিজৰ জন্মভূমি আপোন দেশ বুলি আঁকোৱালি লৈ প্ৰীতিৰে জীৱন যাপন কৰিলে। যুগে যুগে এই দেশলৈ প্ৰব্ৰজনকাৰী আহি, আক্ৰমণকাৰী আহি ইযাতে ভাৰতীয় জাতি হৈ মিলি গ'ল। বিভেদৰ মাজত অভেদ আমি, অনৈক্যৰ মাজত ঐশ্য স্থাপন কৰি সুখে সন্তোষে জীৱন অতিবাহিত কৰিলে। আজি আনি এই মহামিলনৰ দেশ ভাৰবৰ্ষত বাস কৰি ধন্য হৈছোঁ। "ধন্য ধন্য কলি কাল ধন্য নৰতনু ভাল, ধন্য ধন্য ভাৰত বৰিষ" বোলা বৈষ্ণৱ কবিৰ কণ্ঠ নিসৃত ধ্বনিয়ে আমাক একত্ৰিত কৰি ৰাখিছে। এই পুণ্যময় ভাৰতৰ পুণ্যতীৰ্থ অসমত বাস কৰি আমাৰ জীৱন ধন্য হৈছে।

**জাতি ঃ** মানুহ, জাতি, মাটি, ভাষা, সাহিত্য সংস্কৃতি এই আটাইকেইটাই হ'ল আমাৰ আলোচ্য বিষয়। ইয়াকে আলোচনা কৰোতে আমি উপলব্ধি কৰোঁ জীৱনক। জীৱনৰ শাশ্বত ৰূপ উপলব্ধিৰ এই কেইটাই প্ৰধান উপাদান। ধৰ্মৰ পাৰত্ৰিক দিশত বাহিৰে ঐহিক দিশত এইবোৰেই আমাৰ উপলব্ধিৰ বিষয়।

মানুহে জন্মি আঁহোতে একো আনিব নোৱাৰিলেও দেহটিৰ লগতে মুখৰ মাত আযাৰো লৈ আহে। ইয়াৰ নাম ভাষা বুলি আমি কওঁ। এটা জাতি হব লাগিলে তাৰ ভাষা থাকিব লাগিব, ভাষা সমৃদ্ধ হব লাগিলে তাৰ শব্দ সম্ভাৰ প্ৰচুৰ থাকিব লাগিব, তেতিয়াহে ভাষা প্ৰকাশিকা শক্তিৰে শক্তিমন্ত হৈ সবল সুস্থ সাহিত্য সৃষ্টি কৰিব পাৰে আৰু বিকশিত সাহিত্যৰ মাধ্যমেৰে জাতীয় সংস্কৃতি প্ৰকাশ আৰু প্ৰচাৰ কৰিব পাৰে। জাতি নেথাকিলে ভাষা থাকিব ক'ত? ভাষা নেথাকিলে সাহিত্য সৃষ্টি হব কিহেৰে? আৰু সাহিত্য নেথাকিলে সংস্কৃতিৰ বিভিন্ন দিশ প্ৰকাশিত হব কেনেকৈ? এই মৌলিক প্ৰশ্ন কেইটা এনেভাবে জড়িত যে এটিৰ অবিহনে আনটোৰ অস্তিত্ব নিৰৰ্থক হৈ পৰে। যদি ভাষা কোৱা মানুহে নেথাকে তেন্তে ভাষা কব কোনে? তাৰ কাৰণে আমি প্ৰথমে জাতিৰ কথা মনত ৰাখিব লাগিব। অৱশ্যে এটা জাতি বুলিলে কেৱল এটা ভাষা-কোৱা মানুহকে নুবুজায়। বিভিন্ন ভাষা-ভাষী মানুহে এটা ভৌগোলিক পৰিবেষ্টনীৰ মাজত আবদ্ধ হৈ এক ৰাজনৈতিক শাসনৰ তলত বসবাস কৰি উমৈহতীয়া আৰ্থ-সামাজিক অৱস্থাৰ মাজত জীৱন যাপনেৰে পৰস্পৰ মিলাপ্ৰীতিৰে এটা জাতিত পৰিণত হয়। সেই কাৰণে বিভিন্ন ভাষা-ভাষী লোক একগোট হৈ এক ৰাজনৈতিক পৰিবেশত, একে ভৌগোলিক বেষ্টনীৰ মাজত, একে অৰ্থনৈতিক ব্যৱস্থাত আৰু সামাজিক দায়বদ্ধতাত একত্ৰিত হৈ

অসমীয়া জাতি বুলি পৰিগণিত হৈছে। যিহেতু অসমৰ জনজাতি আৰু অজনজাতি সংমিশ্রিত হৈ অসমীয়া জাতিৰ সৃষ্টি হৈছে; সেই হেতুকে অকল আৰ্য্যগোষ্ঠী সম্ভূত অজনজাতি সমূহে অসমীয়া জাতি বুলি দাবী কৰিব নোৱাৰে। আনফালে মঙ্গোলীয়, অষ্ট্রিক গোষ্ঠীৰ জনজাতি সকলেও কোনো দাবী কৰাৰ থল নাই। অসমীয়া জাতি নানা প্ৰজাতিৰ জাতীয় দ্বীপপুঞ্জ। সুকীয়া সুকীয়া জাতি-প্ৰজ.তি একেলগ হৈ জাতিপুঞ্জৰ সৃষ্টি হৈছে। প্ৰত্যেক প্ৰজাতিৰ স্বতন্ত্ৰ অস্তিত্ব আছে আৰু থাকিবই। কোনো প্ৰজাতিৰ ওপৰত কোনো প্ৰজাতিৰে প্ৰভুত্ব কৰাৰ অধিকাৰ নাই। সেইবাবেই স্বনিয়ন্ত্ৰণৰ দাবী সকলোৱে কৰিব পাৰে আৰু স্বতন্ত্ৰ জাতিসত্তাৰ সুকীয়া অস্তিত্ব ৰক্ষাৰ দাবী কৰিব পাৰে। স্বতন্ত্ৰতাৰ দাবী কৰিলেও উমৈহতীয়া ভাবে একলগ হৈ অসমীয়া জাতি হৈ থাকিব লাগিব। অসমীয়া জাতিটো আজি ভয়ঙ্কৰ বিপদৰ সন্মুখীন হৈছে। আমাৰ অস্তিত্বৰ সংকট আহি পৰিছে। এই সন্ধিক্ষণত অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ কথাহে চিন্তা কৰিব লগা হৈছে। মনত ৰাখিব লাগিব . সদা সতৰ্ক দৃষ্টি নেৰাখিলে অসমীয়া জাতিৰ বিপদ আছে। আমি জনজাতি, অজনজাতি বুলি বিভেদ ভাব আনিলে পিছত বাহিৰৰ পৰা অহা অনধিকাৰ প্ৰৱেশকাৰীৰ আগ্ৰাসন অধিক হব আৰু কালক্ৰমত আমি সংখ্যালঘিষ্ঠ অৱস্থা প্ৰাপ্ত হম। তেতিয়া গণতন্ত্ৰৰ ৰাজনৈতিক কাৰণবশতঃ আমাৰ নিজৰ ৰাজ্যতে আধিপত্য হেৰুওৱাৰ সম্ভাৱনা আছে। সেয়েহে আমি সচকিত হৈ পৰিছোঁ।

**জাতীয় সমস্যা ঃ** অসমীয়া জাতিৰ জাতীয় চেতনাৰ আজি অৱক্ষয় আৰম্ভ হৈছে। অধিক সংখ্যক লোকেই আত্মকেন্দ্ৰিক হৈ পৰিছে; বিভেদকামী ভাব প্ৰকট হৈ উঠিছে। বহিঃ আক্ৰমণতকৈও অন্তৰ বিপ্লৱ অতি ভয়ঙ্কৰ। পূৰ্বতে জনজাতিৰ দীঘেৰে অজনজাতিৰ বাণিৰে অসমীয়া জাতি বোলা ফুলাম গামোছাখন বোৱা হৈছিল। আজি যদি জনজাতিৰ দীঘ সূতাখিনি উলিয়াই নিয়া হয় তেন্তে অজনজাতিৰ বাণিৰ সূতাখিনিও আপোনা আপুনি সূতা হৈ পৰি ৰব; কাপোৰ হৈ নেথাকে। ইফালে জনজাতিৰ দীঘ সূতাখিনিও সূতা হৈ সিচঁৰতি হৈ ৰ'ব। কাপোৰ হৈ নেথাকিব। যদি প্ৰয়োজনৰ তাগিদাত কাপোৰ তৈয়াৰ কৰিব লগা হয় তেনেহলে দুয়োখন সৰু সৰু কাপোৰহে তৈয়াৰ হব, তেতিয়া বাহিৰৰ বহল কাপোৰেৰে দুয়োখনকে ঢাকি ৰাখি অস্তিত্ব বিপন্ন কৰাৰ সম্ভাৱনাই দেখা দিব। ওচৰতে এখন বৰ ডাঙৰ কাপোৰ আছেই আৰু সেই কাপোৰৰ আঁচলৰ আগ এটা ডেৰশ বছৰৰ পৰা উৰি উৰি আহি আছে। এই সম্ভাব্য বিপদৰ কথা চিন্তা কৰি চিন্তাশীল দূৰদৰ্শী অগ্ৰজসকলে আমাক সাৱধান বাণী শুনাই থৈ গৈছে। আমি জনজাতি অজনজাতি দীঘ-বাণিৰ সূতাই সতৰ্ক দৃষ্টি ৰাখিব লাগিব। পৃথিৱীৰ ইতিহাসৰ পাতত বহু উদাহৰণ আছে, একোটা বিৰাট জাতিৰ অস্তিত্ব বিলোপৰ মৰ্মন্তুদ কাহিনী; একোটা শক্তিশালী ভাষাৰ বিপৰ্য্যয়ৰ দুৰ্বিসহ ব্যথাৰ কাহিনী। সেইবাবেই আমি সন্দিহান হৈ পৰিছোঁ। উদ্বিগ্নতাত আমাৰ মন ম্ৰিয়মান হৈ পৰিছে। বিপন্ন চিন্তাই মানুহক মতিচ্ছন্ন কৰি তুলিব পাৰে। সেই কাৰণে আজি আমি উভয়ে নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে ইমান ব্যাকুল, ইমান সন্দিহান! সকলো কাম ধীৰে ধীৰে সুস্থিৰে চিন্তা কৰি কৰিলেহে কৃতকাৰ্য্য হব পাৰি। আমিও সুস্থিৰ চিন্তাৰে আগ বাঢ়িব লাগিব।

আমাৰ আশা আমি ভাষাৰে প্ৰকাশ কৰোঁ; আমাৰ আকাঙ্খা আমি কৰ্মৰে ৰূপায়িত কৰোঁ। আশা আৰু আকাঙ্খাইহে মানুহৰ স্বৰূপ নিৰ্ণয় কৰে। ব্যক্তিৰ ক্ষেত্ৰত যি, জাতিৰ ক্ষেত্ৰতো সেয়ে।

বজাৰৰ পণ্যদ্ৰব্যৰ দৰে হৈ পৰিছে আজিৰ মানুহৰ জীৱন। ধনেৰেহে যেন মানুহক জোখা হব ধৰিছে - গুণেৰে নহয়। সেই বাবেই বৰ্তমান যুগ ধন সংগ্ৰহৰ যুগত পৰিণত হৈছে। এই যুগ যেন ধন আহৰণৰহে যুগ। এচাম ৰাজকৰ্মচাৰী ভেটিখোৰ, এচাম কাৰবাৰী ক'লা বেপাৰী, এচাম ৰাজনৈতিক নেতা হৈছে অসং-লম্পট। ৰাজ ভাণ্ডাৰ লুট কৰাৰ কাৰবাৰখন পূৰ্ণোদ্যমে চলি আছে এচাম ৰাজনৈতিক দালালৰদ্বাৰা। সমাজৰ বৰমূৰীয়াসকল হৈ পৰিছে চোৰ, ডকাইত-অপকৰ্মকাৰীহঁতৰ হাতৰ পুতলা। মানুহ হীনমন্যতাত ভুগিছে, অসতৰ মুখ উজ্জ্বল হৈ পৰিছে, সৎ লোকৰ মুখ নতজানু

হব ধৰিছে। এই সামাজিক অৱক্ষয়ে দেশ ছানি ধৰিছে। এচাম চোৰ, ডকাইত, লম্পট, ধুৰন্ধৰ আজি ৰাজনৈতিক নেতা হৈ সমাজ জীৱন কলুষিত কৰিবলৈ ধৰিছে। ইহঁতৰ হাতত দেশ আজি শেষ। এই জাতিৰ অপমান, সমাজৰ স্খলন ৰোধ কৰিব লাগিব সমাজৰ লোক সকলেই। সাহসেৰে একগোট হৈ এই সামাজিক অন্যায় দূৰ কৰি জাতিক সুস্থ সবল.কৰিব লাগিব। এইসকলক নির্মম ভাবে গৰিহণা দি সামাজিক ভাবে ঘৃণাৰ চকুৰে চোৱা ব্যৱস্থা কৰিলে সুস্থ সমাজ গঢ়িব পৰা হব। তেতিয়া লুটিয়াৰ সকল অপমানিত হৈ আপোনা-আপুনি লজ্জিত হৈ ধন লিপ্সা ত্যাগ কৰিব। অহিংস প্রতিৰোধেৰে হিংসাৰ নিবৃত্তি ঘটাব লাগিব। এই ক্ষেত্রত দুর্নীতিপৰায়ণ নেতাৰ পদলেহনকাৰী, ধনলোভী এক শ্রেণী সামাজিক প্রতিপত্তিশালী লোকো বহু পৰিমাণে জগৰীয়া। তেওঁলোকৰ বিতর্কিত চৰিত্রই সামাজিক প্রমূল্য বহু পৰিমাণে অৱনমিত কৰিছে। জাতিৰ উত্তৰণৰ পথত অন্তৰায় হৈছে। উচ্চ শ্রেণীৰ ব্যক্তিৰ স্খলনেই সমাজৰ স্খলনত বহু ক্রিয়া কৰে। এই স্খলন ৰোধ কৰিব লাগিব। জাতি ধর্মৰ নামত এক শ্রেণীৰ নেতাই ৰাজনীতিৰ যি জাল তৰিছে, সেই জাল ফালিব লাগিব। এতিয়া এনে দিন পৰিছে, চৰকাৰী চাকৰি কিনিব পাৰি। এইবোৰৰ প্রতিৰোধ কৰিবলৈ দৃঢ় সংকল্পবদ্ধ হব লাগিব। আজিৰ ডেকাসকল সমাজৰ ঘৃণিত ব্যক্তি হবনে, পূজিত ব্যক্তি হব তাক নির্ণয় কৰিব তেওঁলোকৰ কর্মইহে। এই কথা আমি সঁকীয়াই দিব লাগিব। অসমীয়া জাতিয়ে এতিয়ালৈ তিনি ঠেকেচা খাইছে। প্রথম ঠেকেচা খাইছিল মোৱামৰীয়া বিদ্রোহত, দ্বিতীয় ঠেকেচা খাইছিল মানৰ আক্রমণত আৰু তৃতীয় ঠেকেচা খাই আছে বিদেশী প্রব্রজনত।

আহোম ৰাজত্ব কালত মোৱামৰীয়া বিদ্রাহত অসমীয়া মানুহ দিহিঙে দিপাঙে পলায়ন কৰিব লগা হৈছিল। দেশৰ প্রজাৰ জীৱনৰ নিৰাপত্তা নাইকিয়া হৈছিল, জাতিৰ ভেঁটি থৰক-বৰক কৰি লৰিছিল।

তাৰ পিছৰ কালত বিদেশী মানব অত্যাচাৰত অসমীয়া প্রজাৰ বিঁলৈ বিপত্তি কুলাই পাচিয়ে নধৰা হৈছিল। অসমীয়া গুছি ভগনীয়া হৈ ফুৰিব লগা হৈছিল। তথাপি প্রাণ ৰক্ষা নপৰিছিল। জাতিৰ মেৰুদণ্ড ভাগি পৰিছিল। আহোম ৰজাৰ প্রধানমন্ত্রী পূর্ণানন্দ বুঢ়াগোহাঁই আৰু বদন বৰফুকনৰ মাজত মনোমালিন্য হৈছিল। বদন বৰফুকন গুৱাহাটীস্থ নামনিৰ শাসনকর্তা আছিল। দুই ডাঙৰীয়া মিতিৰ আছিল, কিন্তু ক্ষমতাৰ লালসাত ঈর্ষাবশতঃ দুয়োৰো মাজত মনোমালিন্য ঘটিল; দুই প্রশাসকৰ মাজত ক্ষমতা দখলৰ কাজিয়াৰ ফলস্বৰূপে অসমীয়া জাতিয়ে পালে মানৰ আক্রমণ। অসমীয়া জাতিৰ পুলি পোখা মৰা দিন আহিল। মানৰ অত্যাচাৰত অসমীয়া মানুহ ৰক্ষা নোপোৱা হ'ল। দেশখন যেন ভাগিল। ভাগ্যে বিদেশী ইংৰাজ আহি বিদেশী মানক খেদি দেশখন সুস্থিৰ কৰিলে, কিন্তু স্বাধীনতা হৰণ হ'ল। আজিও দেশত বিদেশী সমস্যাৰ অন্ত নপৰিল।

বর্তমানেও দেশত বিদেশী নাগৰিকৰ অনুপ্রবেশে দেশৰ মাটি কঁপাই তুলিছে। কাকতি ফৰিঙৰ জাকৰ দৰে দলে দলে ৰাজ্যৰ সীমা অতিক্রম কৰি ভাৰতত বিদেশীয়ে প্রবেশ কৰিবলৈ ধৰিছে। অসমতো প্রবেশ কৰিছে। অদূৰ ভৱিষ্যতে এই ৰাজ্য স্বদেশীৰ নহৈ বিদেশীৰহে যেন হবগৈ। দুষ্ট ৰাজনৈতিক নেতাৰ উচটনিত এই দেশ দখলৰ অভিযান চলি আছে। কেইটামান ভোট ভিক্ষাৰী ৰাজনৈতিক দলৰ মৌন সম্মতিয়ে বিদেশীক যথেষ্ট সুযোগ দিছে। বিদেশীৰ অনুপ্রবেশে অসম ৰাজ্য থানবান কৰি দিয়াৰ যোগ দেখা গৈছে। দেশৰ মানুহ সজাগ হবৰ হ'ল। কেৱল দেশাত্মবোধৰ কবিতা বা গান গালেই দেশ ৰক্ষা নপৰে; তাৰ বাবে কার্য্যকৰী বাস্তৱ ব্যৱস্থা হাতত লব লাগে। দুর্নীতি আৰু ভ্রষ্টাচাৰত নিমগ্ন ৰাজনৈতিক দল বা নেতাৰ স্বার্থপূৰণৰ আহিলা হিচাবে ব্যৱহৃত হ'লে অসমীয়া জাতি টিকি-থাকিব নোৱাৰিব। এনে ৰকমৰ ৰাজনৈতিক নেতা বিলাকক সংযত কৰি বিদেশী প্রব্রজন বন্ধ নকৰিলে অসমীয়া জাতিৰ কাল চমু চাপি আহিব। এতিয়াও দেশৰ মানুহ সজাগ হৈ জনমত গঠন কৰি অহিংস ভাবে প্রতিৰোধ কৰিব লাগিব।

আমি দুর্নীতি, ভ্রষ্টাচাৰ, পাপাচাৰ দূৰ কৰিবলৈ কঁকালত টঙালি বান্ধি আগ বাঢ়িব লাগিব।

দুর্নীতি, অশান্তি আৰু নিৰাপত্তাহীনতাত ভুগি আজি মানুহ হতাশা-গ্রস্ত হৈ পৰিছে। ইফালে ভূতৰ ওপৰত দানহ স্বৰূপে সন্ত্রাসবাদ আহিছে। সন্ত্রাস বাদৰ কৰাল গ্রাসত পৰিছে দেশৰ মানুহ। এফালে বেচৰকাৰী সন্ত্রাসবাদ, আনফালে চৰকাৰী সন্ত্রাসবাদ। হত্যা, লুণ্ঠন, অপহৰণ, ধৰ্ষণ যেন আমাৰ নিত্য সহচৰ। নিৰয়ত্রজনক গুলীয়াই হত্যা কৰা হৈছে-নির্বিচাৰে, নির্বিবাদে। প্রতিবাদৰ কণ্ঠ ৰুদ্ধ আজি। বন্দুকৰ নলীত ন্যায় আৰু সত্য আজি কম্পমান। পলে পলে মৃত্যুক্ষণ গণি আছে দেশৰ নিঃসহায় জনতা। বেচৰকাৰী বন্দুকধাৰীৰ গুলীৰ আৱাজত জনসাধাৰণৰ মন ভীত, সংকুচিত। আনফালে, এই বেচৰকাৰী মাৰণাস্ত্র নিৰস্ত্র কৰিবৰ বাবে গর্জি উঠিছে চৰকাৰী মাৰণাস্ত্র। বেচৰকাৰী সন্ত্রাসবাদ নির্মূল কৰিবৰ বাবে চৰকাৰী মাৰণাস্ত্রৰ অবাধ প্রচলন চলিছে। বেচৰকাৰী সন্ত্রাসবাদ নির্মূল কৰিবৰ বাবে চৰকাৰী সন্ত্রাসবাদ আৰম্ভ হৈছে। দুই মহৰ যুঁজত বিৰিণাৰ মৰণ। কাৰণ অবিহনে কাৰ্য্য সংঘটিত নহয়। গতিকে সন্ত্রাসবাদৰ মূল কাৰণ উদঘাটন কৰি তাক নির্মূল কৰিব পাৰিলেহে সন্ত্রাসবাদৰ কাৰ্য্য বন্ধ হ'ব। দুর্নীতি আৰু দাৰিদ্র্যই সন্ত্রাসবাদৰ মূল কাৰণ। দেশৰপৰা দুর্নীতি ৰোধ কৰি দৰিদ্রতা দূৰ কৰিব পাৰিলেহে সন্ত্রাসবাদ দূৰ হব। যিমান দিন দুর্নীতি চলি থাকিব, সিমান দিন দৰিদ্রতা আঁতৰ নহব আৰু সন্ত্রাসবাদ চলিয়েই থাকিব। গতিকে প্রথমে দেশৰ দুর্নীতি দূৰ কৰক। যিমান দিন উৎকোচ গ্রহণ, স্বজনপ্রীতি, ক'লাবজাৰ, ধন আত্মসাৎ, ৰাজভাঁণ্ডাৰ লুণ্ঠন চলিব, সিমান দিন হত্যা, লুণ্ঠন, অপহৰণ, ধৰ্ষণ চলিব। সুখত শান্তিৰ শ্লোগান চলালে কি ফল হব? কেৱল মাত্র আইন শৃঙ্খলাৰ অবনতিহে ঘটিব। এতিয়া অসমীয়া জাতিসত্তাৰ বিলোপৰ তালিমহে চলিছে। চৰকাৰী-বেচৰকাৰী দুয়োটা সন্ত্রাসবাদকে আমি গৰিহণা সমানে বাধা দিব লাগিব। চৰকাৰী হওঁক কিম্বা বেচৰকাৰী সন্ত্রাসবাদেই হওক সকলো সন্ত্রাসবাদেই ঘৃণাৰ্হ। দুয়োটাই আমাৰ মুখৰ মাত আৰু পেটৰ ভাত বন্ধ কৰিছে। গণতান্ত্রিক দলৰ যিকোনো চৰকাৰেই প্রথমে ভাবে চৰকাৰী গাদীৰ কথা, তাৰ পিছত ভাবে দলৰ কথা। গাদী পাব লাগিলে দলৰ জয় হবই লাগিব। সেই বাবেই তেওঁলোকে ভাবে নিজৰ দলৰ কথা- ভোটৰ কথা; দেশৰ কথা পিছতহে ভাবে। স্বয়ম্ভু সন্ত্রাসবাদীয়ে প্রথমে ভাবে মনৰ কথা, অস্ত্র-শস্ত্রৰ কথা, পিছতহে ভাবে জনসাধাৰণৰ কথা। জনসাধাৰণৰ কথা প্রকৃততে কোনোৱে নেভাবে। কেৱল জনসাধাৰণৰ উপকাৰ কৰিম বুলি নিজৰ নিজৰহে উপকাৰ সাধন কৰে। বর্তমান জনসাধাৰণ কাৰো পৰা উপকৃত নহয়। নৈতিক অধঃপতন হলে জাতি বিপথগামী হয়। সুস্থ চিন্তা হব ক'ৰ পৰা? কিন্তু চিন্তা অবিহনে সুস্থ জাতি সৃষ্টি হব নোৱাৰে। সেইবাবে সাহিত্যিক, শিল্পী, সাংবাদিকসকলে এবাৰ দ'কৈ ভাবি চাবৰ সময় হ'ল।

প্রতিকূল পৰিস্থিতিক অনুকূল কৰিব পৰাতহে মানুহৰ কৃতিত্ব। আজি আমাৰ দেশত প্রতিকূল পৰিস্থিতিৰ সৃষ্টি হৈ দেশৰ বাতাবৰণ কলুষিত কৰি তুলিছে। সামাজিক পৰিবেশ আৰু মানসিক পৰিমণ্ডল ধোঁৱলী-কুঁৱলী হৈ জনসাধাৰণক বিভ্রান্ত কৰি তুলিছে। এই বিভ্রান্তি দূৰ কৰি দেশৰ শান্তি, সমৃদ্ধি ফিৰাই অনাৰ বাবে প্রত্যেক ব্যক্তিয়ে সৎভাবনাযুক্ত হৈ সৎ কর্মত নিজকে নিয়োজিত কৰিব লাগিব। এই ক্ষেত্রত মানসিক ভাৰসাম্য স্থিৰ ৰাখিবৰ বাবে প্রস্তুত আৰম্ভ কৰিব লাগিব।

আমাৰ ভাষা, সাহিত্য, সংস্কৃতি আৰু জাতীয় অস্তিত্ব ৰক্ষাৰ নতুন পদক্ষেপ দিব লাগিব। হতাশা, নিৰাশা আৰু দুর্বলতা ত্যাগ কৰি নৱ উদ্যমেৰে কর্মত প্রবৃত্ত হব লাগিব। দেশৰ মানুহ জাগি উঠক।

"উত্তিষ্ঠিত জাগ্রত প্রাপ্য বৰান্নিবোধতঃ।" উঠক, জাগ্রত দেশৰ মানুহ।

জাতি গঠনত ভাষাৰ প্রয়োজন অনস্বীকাৰ্য্য। জাতিৰ পিছতে আহি পৰে ভাষাৰ কথা। ভাষাৰ ক্ষেত্রত আমি উন্নাসিক হৈ কাৰো প্রতি আগ্রাসী নহয়। কিন্তু নিজৰ স্থিতি আৰু ভৱিষ্যতৰ অস্তিত্বৰ বাবে সতর্ক হব লাগিব। অসমীয়া ভাষাৰ স্থিতি দুর্বল কৰি এক শ্রেণীৰ ন্যস্ত স্বাৰ্থৰ লোকে নিজৰ নিজৰ স্বাৰ্থ বজাই ৰাখি জাতিৰ স্বাৰ্থ হেয় প্রতিপন্ন কৰিবলৈও কুণ্ঠবোধ নকৰা হৈছে। ফলস্বৰূপে

অন্য ভাষাৰ আগ্ৰাসনৰ তালিম চলি আছে। কেন্দ্ৰীয় চৰকাৰৰ ত্ৰিভাষিক সূত্ৰ অচল কৰি বহু ভাষিক ৰাজ্য কৰিবৰ বাবে তলে তলে অহৰহ চেষ্টা চলি আছে। অসমত অসমীয়া ৰাজ্য ভাষা হৈও অৱশেষত অসমীয়া ভাষা এলাগী হৈ পৰিব। আজি অসমৰ কোনো কোনো অঞ্চলত অসমীয়া ভাষা উপেক্ষিত হৈ আছে। তেনেদৰে অৰুণাচলত অসমীয়া ভাষা সংযোগী ভাষা হোৱা সত্বেও আজি তাত নিঃচিহ্ন হব লগা হ'ল। নগা খাচীয়া, গাৰো, মিজো ভাইসকলৰ মাজৰ পৰাও সংযোগী অসমীয়া ভাষা বিতাৰিত হ'ল। ইংৰাজীয়ে তাৰ ঠাই দখল কৰিলে। তেওঁলোকে আজি আমাক সম্প্ৰসাৰণবাদী বুলি ভাবে; অথচ তেওঁলোকৰ পূৰ্বপুৰুষসকলে অসমীয়া মানুহৰ মুখৰ মাত মাতি পেটৰ ভাত অসমীয়াৰ লগতে একেখন কাঁহীতে খাইছিল। ন্যস্ত স্বাৰ্থ জড়িত লোকৰ প্ৰৰোচনাত আৰু ইংৰাজীৰ দালাল সকলৰ ফুচুলনিত নতুন চামে আমাক অৱজ্ঞা কৰা হ'ল। কাঁহী বেলেগ কৰিলে আমি কিন্তু কাৰো ওপৰত ভাষা জাপি দিবলৈ নাযাওঁ। প্ৰয়োজনৰ খাতিৰত মানুহে ভাষা শিকে। ব্যৱসায়-বাণিজ্য আৰু আদান প্ৰদানৰ ফলত গোষ্ঠীৰ মানুহৰ মিলন ঘটে। কাকো বাধ্য কৰি ভাষা দান কৰিব নোৱাৰি। আমাৰ আৱহমান কালৰ প্ৰীতিৰ জৰীগছ কু-তৰ্কীসকলে ছিঙি দিলে। ইয়াৰ দ্বাৰা অকল আমিহে যে ক্ষতিগ্ৰস্ত হলো তেনে নহয়। তেওঁলোকো ক্ষতিগ্ৰস্ত হ'ল। আমি বুজাবুজিৰ মাজেৰে আলোচনাৰ জৰিয়তে পূৰ্বৰ সদ্ভাব ফিৰাই আনিব লাগিব। অসমীয়া ভাষাৰ প্ৰতি সহৃদয়তাৰ পৰিবেশ ৰচনা কৰি ভিন্ন ভাষী লোকৰ মন আকৰ্ষণ কৰিব পাৰিলে নিশ্চয় কৃতকাৰ্য্য হব পৰা যাব। তাৰ কাৰণে অসমীয়া মৌলিক গ্ৰন্থ কিছুমান ইংৰাজী, হিন্দী, বাংলা, উৰিয়া, নেপালী, তামিল, তেলুগু, কানাড়ী, মালায়লম আদি ভাষালৈ অনুবাদ কৰি অসমীয়া জাতিৰ হৃদয়ৰ খবৰ জনাব লাগিব; আৰু আমাৰ অসমৰ জনজাতি ভাই সকলৰ বিভিন্ন ভাষালৈও অনুবাদ আগবঢাব লাগিব। দৈনন্দিন জীৱনৰ অপৰিহাৰ্য্য বস্তু নিৰ্মাণৰ বাবে বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাৰ হাতপুথি লিখি প্ৰকাশ কৰিলে আৱশ্যকতাৰ কাৰণে তেওঁলোকে অসমীয়া কিতাপ কিনিব। ফলস্বৰূপে অসমীয়া ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰ বৃদ্ধি পাব। তাৰ কাৰণে অসমৰ পাঁচখন বিশ্ববিদ্যালয়, প্ৰকাশন পৰিষদ, বেচৰকাৰী প্ৰকাশন প্ৰতিষ্ঠান আৰু অসম সাহিত্য সভাই হাত ধৰা-ধৰি কৰি আগ বঢ়িলে নিশ্চয় সুফল পোৱা যাব। অসমত অনেক বেচৰকাৰী প্ৰকাশন প্ৰতিষ্ঠান আছে। এইবোৰে এই কাম হাতত ললে বৰ সুখৰ কথা হয়। কিন্তু চৰকাৰে পাঠ্যপুথিৰ ব্যৱসায় নিজৰ হাতলৈ নিয়াত তেওঁলোক আৰ্থিক দিশত বৰ নিশকতীয়া হৈ পৰিছে। যদি পাঠ্যপুথিৰ কিয়দাংশ তেওঁলোকৰ হাতত দিয়া যায় তেতিয়া তেওঁলোক কিছু উপকৃত হৈ এইবোৰ প্ৰকাশ কৰিবলৈ সমৰ্থ হব। এই বিষয়ে চৰকাৰ আৰু ৰাইজে এবাৰ চিন্তা কৰি চোৱা উচিত। পাঠ্যপুথিৰ বিষয়ে বাতৰি কাকতত বহুতো দুৰ্নীতিৰ কথা ওলাইছে। পাঠ্যপুথি নিগমে 'দেশৰ ছাত্ৰ-ছাত্ৰীক নিগমে মাৰিলে' বুলি অভিযোগ উঠিছে। উপযুক্ত সময়ত কিতাপ উলিয়াই দিব নোৱাৰে। প্ৰকৃত প্ৰতিযোগিতাৰে কিতাপ বাছনি নহয়। একশ্ৰেণী উচ্চপদস্থ কৰ্মচাৰীয়ে স্বজনপ্ৰীতি আৰু ধন আত্মসাতত লিপ্ত হৈছে। এইবোৰ অপ্ৰিয় সত্য। চৰকাৰী কৰ্মচাৰী সকলৰ দুৰ্নীতি বাধা দিব নোৱৰাটো জাতিৰ পক্ষে বৰ পৰিতাপৰ কথা। এই বিষয়ত চৰকাৰে বেচৰকাৰী অনুষ্ঠান, প্ৰতিষ্ঠান আৰু কিতাপ ব্যৱসায়ী সন্থাক কিছু দায়িত্ব দিলে বহু পৰিমাণে খেলিমেলি আৰু দুৰ্নীতিৰ শাম কাটিব বুলি আমাৰ ধাৰণা।

মানব জাতিৰ জন্মৰ লগে লগে ভাষাৰ সৃষ্টি। সেই সময়ত ভাষা লিখিত ৰূপত নাছিল। কথিত ৰূপত চলিছিল। ইয়াকে আমি দোৱান বুলি কওঁ। পিছৰ কালত মানুহে লিপি আবিষ্কাৰ কৰিলে আৰু কথিত ৰূপত লিখিত ৰূপত প্ৰকাশ কৰিলে। ব্যাকৰণ আৰু অভিধান ৰচনা কৰি লিখিত ৰূপত সাহিত্যৰো সৃষ্টি কৰিলে। ভাষা আগ, সাহিত্য পিছৰ সৃষ্টি।

জন্মতে মানুহৰ মুখত ভাষা ওলায়। এই ভাষা মানৱ জাতিৰ উমৈহতীয়া ভাষা। ই ইঙ্গিতধৰ্মী ক্ৰন্দনৰ ভাষা। ভুমিষ্ঠ হৈয়েই শিশুৱে ওৱা ওৱাকৈ কান্দে; তাৰ অৰ্থ আমি একো নুবুজো। এই

কান্দোন কিন্তু সকলো দেশৰে সকলো শিশুৱে আৰম্ভ কৰে। ই জন্মৰ লগতে লাগি আছে। পিছত এবছৰমান হলেহে মাকৰ ভাষা শিকিবলৈ চেষ্টা কৰে আৰু শিকিও লয়। মানুহৰ জন্মগত ভাষা অন্য জীৱ জন্তু, চৰাইৰ দৰে ইঙ্গিত ধৰ্মী। মাকে যি ভাষা শিকায় সিয়ে মাতৃ ভাষা। কিন্তু জন্মতে মাক মৰি গ'লে লালন পালন কৰা তিৰোতা গৰাকীৰ মুখৰ ভাষাহে শিকে। এইজনী তাৰ মাতৃ নহয় ধাত্ৰীহে, সেই ভাষা তাৰ ধাত্ৰীভাষা। ইয়াৰ পৰা দেখা গ'ল যে আমি কোৱা ভাষা আয়ত্ত কৰা ভাষাহে। প্ৰকৃতিৰ পৰা পোৱা জন্মগত ইঙ্গিতধৰ্মী ভাষা আমি পাহৰি যাওঁ আৰু মাতৃ বা ধাত্ৰীৰ পৰা আয়ত্ত কৰা ভাষাহে জীৱনত ব্যৱহাৰ কৰোঁ। এই প্ৰশ্নৰ অৱতাৰণা কৰাৰ অৰ্থ হ'ল এই যে মাতৃভাষা নাইবা ধাত্ৰীভাষা দুয়োটা আয়ত্ত কৰা ভাষাহে। যিহেতু মানুহে প্ৰয়োজনৰ তাগিদাতহে ভাষা কয় বা শিকে সেই হেতু জোৰ জুলুম কৰি কাকো একো শিকাব নোৱাৰি; আৰু তাকে কৰিবলৈ গ'লে সংঘৰ্ষহে হয়। এজন অনা অসমীয়া মানুহে অসমলৈ আহিলে তেওঁৰ মুখৰ মাতৃভাষাটো লগত লৈ আহিব। কিন্তু অসমত বাস কৰিব লাগিলে তেওঁ অসমীয়া কব লগা হব; তেতিয়া তেওঁৰ বাবে অসমীয়া ভাষা ধাত্ৰীভাষা হব, কাৰণ তেওঁ অসমৰ মাটিত লালিত পালিত হৈ দৈনন্দিন জীৱন যাপন কৰিব লগা হোৱাত প্ৰয়োজনৰ খাতিৰতে অসমীয়া ভাষা শিকিব লাগিব। তাকে নকৰি তেওঁ যদি তেওঁৰ মাতৃভাষা অসমত প্ৰচলিত কৰিব বিচাৰে তেন্তে সংঘৰ্ষৰ সৃষ্টি হব। আনফালে বলপূৰ্বক তেওঁক ধাত্ৰীভাষা অসমীয়া শিকাবলৈ গলে তাতো সংঘৰ্ষৰ সৃষ্টি হব। এই সংঘৰ্ষ অবাঞ্ছনীয়। পিছে আমাৰ ভাৰতীয় সংবিধান মতে যিহেতু ভাষাৰ ভেটিত ৰাজ্য গঠন প্ৰণালী চলিল, যিহেতু ৰাজ্যৰ লোকৰ মাতৃভাষা যি তাকে ৰাজ্যভাষা বুলি স্বীকৃতি দি শিক্ষাৰ মাধ্যম আৰু প্ৰশাসনীয় কাম কাজবোৰ চলোৱা নিয়ম কৰি দিলে। সেইবাবে অসমত বাস কৰিলে অসমীয়া ভাষা শিকিবই লাগিব। ভাষা ভাব প্ৰকাশৰ মাধ্যমহে। ইজনে সিজনৰ মনৰ ভাব প্ৰকাশ কৰে, ভাষাৰ মাধ্যমেৰে। পৃথিৱীত ২৭৬০ টামান ভাষা আছে। ভাৰতত ১৬৫২ টা ভাষা-উপভাষা আছে। কিন্তু সংখ্য গৰিষ্ঠতাৰ ভেটিত যোল্লটা ভাষাকহে সংবিধানে ৰাজ্য ভাষা হিচাপে আজিলৈ স্বীকৃতি দিছে। তাৰে এটা হ'ল অসমীয়া ভাষা। অসমীয়া ভাষী লোক সংখ্যাগৰিষ্ঠ হোৱা বাবে ১৯৬০ চনতে অসমৰ ৰাজ্যভাষা অসমীয়া কৰা হ'ল। এতিয়া কিন্তু বিদেশী প্ৰব্ৰজনকাৰীৰ প্ৰব্ৰজনৰ ফলত বাহিৰাগত সংখ্যা গৰিষ্ঠ হোৱাৰ উপক্ৰম হব বুলি অসমীয়া মানুহ নিজৰ জাতি আৰু ভাষাৰ অস্তিত্বৰ প্ৰতি সন্দিহান হৈ পৰিছে। সেই বাবেই ভীতিগ্ৰস্ত হৈ অসমীয়া মানুহ আবেগপ্ৰৱণ হৈ পৰিছে। তাৰ উপৰি যিসকল লোক ভাৰতৰ অন্য প্ৰান্তৰ পৰা আহিছে তেওঁলোকে যদি অসমত নিজৰ নিজৰ মাতৃভাষা ৰাজ্য ভাষা কৰিবলৈ চায় তেন্তে অসমখন এখন বহুভাষী ৰাজ্য হব আৰু চৰকাৰবো ভাষা-নীতি অৰ্থহীন হৈ পৰিব। সেইবাবে শিক্ষাৰ মাধ্যম আৰু চৰকাৰী কাম কাজ ৰাজ্যভাষা আইন মতে অসমীয়াতে চলাবলৈ কোৱা হৈছে।

এই ক্ষেত্ৰত আহোম ৰজাসকল বহু দূৰদৰ্শী আছিল। নিজৰ সংখ্যালঘিষ্ঠতা জানিব পাৰি সংখ্যাগৰিষ্ঠ প্ৰজাসকলৰ ভাষাকে ৰাজ্যভাষা হিচাপে চলাইছিল। আহোমৰ মাতৃভাষা আছিল টাই ভাষা। ১২২৮ খ্ৰীষ্টাব্দত চুকাফাই পাটকাই পৰ্বত অতিক্ৰম কৰি পুৰণি কামৰূপ দেশৰ চাৰিপীঠৰ পূৰ্বদিশত অৱস্থিত সৌমাৰ পীঠত ভৰি দি বৰাহী, মৰাণ, চুতীয়া, কছাৰী আদিক পৰাভূত কৰি সৌমাৰ পীঠত ৰাজত্ব কৰে। তেওঁৰ লগত মতা মানুহহে আহিছিল; কোনো তিৰোতা মানুহ অহা নাছিল। সৈন্যসকল সৌমাৰ পীঠৰ বৰাহী, মৰাণ, চুতীয়া আৰু কছাৰীসকলৰ জীয়ৰী বিয়া কৰাইছিল। তেওঁলোকৰ সতি-সন্ততিসকলে মাতৃৰপৰা বৰাহী বা কছাৰী নাইবা মৰাণ আদিৰ ভাষা শিকিছিল আৰু পিতৃৰপৰা 'টাই' ভাষা শিকিছিল। পাকঘৰৰ মাকৰ ভাষা বৰাহী বা কছাৰী আৰু চ'ৰাঘৰৰ বাপেকৰ ভাষা 'টাই' ভাষা। নিজৰ ঘৰতে দুটা ভাষা আয়ত্ত কৰিছিল। পিছত হাট-বজাৰত সংখ্যাধিক্য অজনজাতি লোকৰ সংস্ৰৱত শিকিছিল কামৰূপী ভাষা বা বৰ্তমানৰ অসমীয়া ভাষা। সেইবাবে কামৰূপী ভাষা ৰাজ্য ভাষা কৰি সুস্থিৰে ৰাজ্য শাসন কৰিবলৈ সক্ষম হৈছিল। আহোমে মাক-বাপেকৰ ভাষা বাইজৰ ভাষাকে গ্ৰহণ

কৰিছে। আহোমসকলৰ দূৰদৰ্শিতা আৰু উদাৰতাৰ পৰিচয় ইয়াতে।

এই অসমীয়া ভাষাৰ গুৰি ক'ত? বিচাৰিবলৈ গলে আমি লগ পাম কামৰূপী ভাষাক। আহোমসকলৰ পৰাই ইয়াৰ নাম অসমীয়া ভাষা হয়। এই কামৰূপী আৰ্য্যগোষ্ঠী ভাষাৰে এটা ৰূপ। খ্ৰীষ্টাব্দ সপ্তম শতিকাৰ ভাৰত সম্ৰাট হৰ্ষবৰ্দ্ধনৰ ৰাজসভাৰ পৰা চীনা পৰিব্ৰাজক হিউৱেনছাং কামৰূপ অধিপতি কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজসভালৈ আহে। তেওঁ কামৰূপৰ বিষয়ে লিখা টোকাটোত কৈছিল যে "কামৰূপৰ ভাষাটো মধ্যভাৰতৰ ভাষাৰপৰা অলপ বেলেগ"। ইয়াৰ কাৰণ আছিল কামৰূপী ভাষাত বিভিন্ন জনজাতি ভাষাৰ বহুত শব্দ সোমাইছে আৰু ভাষাৰ গঢ়ো ভালেখিনি বদলিছে। বাক্য গাঁথনিৰ ফালে লক্ষ্য কৰিলেও ইয়াত অনাৰ্য্যমূলীয় বাক্য গঠন ৰীতিৰ মিল থকা যেন দেখা যায়। এই কামৰূপী ভাষাটো কিন্তু আৰ্য্য মূলীয় ভাষা।

ভাষাতত্ত্বৰ গভীৰ অৰণ্যৰ মাজত বাট বিচাৰি উলিওৱা বৰ কঠিন। নানা মুনিৰ নানা মত। তাৰে মাজৰ দুই এজনৰ মতৰ বা বাটৰ বাটৰুৱা হৈ কব বিচাৰিছোঁ - ভাৰতবৰ্ষৰ আৰ্য্যেতৰ জাতিৰ ভাষাই সৰ্ব্ব সাধাৰণৰ ভাষা আছিল, আৰ্য্যসকলৰ আগমনৰ পিছত আৰ্য্য ভাষা প্ৰচলিত হ'ল। আৰ্যভাষাৰ (ইন্দো-ইউৰোপীয়) পৰিমাৰ্জিত পৰিশীলিত ৰূপ বৈদিক ভাষাত পোৱা যায়। আৰ্য ঋষিসকলে লিখা বেদৰ শ্লোক সমূহৰ ভাষাক বৈদিক ভাষা বুলি জনা যায়। পিছৰ কালত পাণিনিৰ "অষ্টাধ্যায়ী" ব্যাকৰণৰ কঠোৰ নিয়মৰ বশৱৰ্তী হৈ বৈদিক ভাষাৰ সংস্কাৰ হোৱাত সংস্কৃত ভাষাই ৰূপ পায়। সংস্কাৰৰ পৰা সংস্কৃত। পৰৱৰ্তী কালত বৈদিকৰ কথিত ৰূপৰ সৰলীকৰণৰ ফলস্বৰূপে পালি ভাষাৰ সৃষ্টি হয়। ই একপ্ৰকাৰ ধৰ্মীয় ভাষা। বৌদ্ধধৰ্মৰ প্ৰভাৱত ইয়াৰ প্ৰসাৰতা বৃদ্ধি পালে। অশোকৰ শিলালিপি আৰু বুদ্ধদেৱৰ বাণীসমূহ ইয়াৰ নিদৰ্শন। ভাৰতৰ বিভিন্ন প্ৰান্তৰ জনসাধাৰণৰ কথিত বৈদিক ভাষা আৰু দ্ৰাবিড়, অষ্ট্ৰিক আদি বিভিন্ন আৰ্য্যবহিৰ্ভূত লোকৰ ভাষাৰ সংমিশ্ৰণত প্ৰাকৃত ভাষাৰ সৃষ্টি হয়। প্ৰাকৃত ভাষা মানে প্ৰাকৃত জনৰ ভাষা। এই প্ৰাকৃতৰ পাঁচটা সাহিত্যিক ৰূপ সৃষ্টি হ'ল ভাৰতৰ বিভিন্ন স্থানত। এই ভাষা পাঁচটা হ'ল শৌৰসেনী, মহাৰাষ্ট্ৰী, পৈশাচী, মাগধী আৰু অৰ্দ্ধ মাগধী। প্ৰাকৃতৰ আকৌ চাৰিটা ঠাল হ'ল - ৰাঢ়, বাৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপী।

কামৰূপদেশতে ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ নামে চাৰিটা পীঠস্থান আছিল। এই কামৰূপী ভাষাই সমগ্ৰ কামৰূপৰ চাৰিটা পীঠতে প্ৰচলিত আছিল। ইয়াৰ পৰা গ'ল যে ৰাঢ়, বাৰেন্দ্ৰ বঙ্গ আৰু কামৰূপী ভাষা সহোদৰা ভগ্নী ভাষা আৰু তেওঁলোকৰ মাতৃ হ'ল পূৰ্বমাগধী। এতিয়া দেখা গ'ল যে অসমীয়া বাংলাভাষা সহোদৰা ভগ্নী ভাষা। কেতিয়াবা কেতিয়াবা দুয়ো ভাষাৰ কাজিয়া লগা মানে দুই সহোদৰা ভগ্নীৰ চুলিয়া চুলি। কোনোজন কোনোজনীতকৈ বয়সত ডাঙৰ নহয়; গাহে ডাঙৰ অৰ্থাৎ ভাষা-ভাষী লোকহে অধিক। সেইবাবে নৱম শতিকাৰ লিখিত 'চৰ্য্যাচৰ্য্যবিনিশ্চয়' পুথিখনি অসমীয়া আৰু বাংলাভাষাৰ গুৰি বুলি দুয়ো ভাষাৰ ভাষাতত্ত্ববিদ পণ্ডিতসকলে দাবী কৰে। 'চৰ্য্যা-চৰ্য্য বিনিশ্চয়'ৰ পুথিখন অসমীয়া আৰু বাংলাভাষাৰ গুৰি বুলি দুয়ো ভাষাৰ ভাষাতত্ত্ববিদ পণ্ডিতসলকলে দাবী কৰে। 'চৰ্য্যা-চৰ্য্য বিনিশ্চয়'ৰ কেইটামান চৰ্য্যাৰ লেখক কামৰূপৰ মীননাথ, লুইপা আৰু গোৰক্ষনাথ বুলি ঠাবৰ কৰা হৈছে। গতিকে অসমীয়া ভাষাৰ আঁতিগুৰি বিচাৰ কৰাসকলে নিশ্চয় বুজি পাব। কালক্ৰমত কামৰূপী ভাষাই নিটোল ৰূপ পৰিগ্ৰহ কৰাত পূৰ্বৰ জনজাতিৰ মুখৰ বিভিন্ন ভাষাৰ অনেক শব্দ এই ভাষাৰ লগত মিহলি হোৱাত কামৰূপী ভাষাৰ গঢ় বদলি গ'ল। এই অসমীয়া ভাষাত তিনিটা জনগোষ্ঠীৰ ভাষাৰ শব্দ আৰু বাক্যগঠন ৰীতি সন্মিলিত হৈ আছে। এটা হ'ল আৰ্য্য মূলীয় বাংলো, উড়িয়া, ৰাজস্থানী, হিন্দী আৰু মঙ্গোলীয় মূলৰ, তিব্বতবৰ্মীয় বড়ো, মিছিং, ৰাভা, তিৱা তাই আদি। আনটি অষ্ট্ৰিক গোষ্ঠীৰ খাচী, চাওতালী, মুণ্ডা, শবৰ আদি। এই তিনিগোষ্ঠীৰ ভাষাৰ শব্দৰাজি অসমীয়া ভাষাত সোমাই পৰিছে। ইয়াৰ উপৰিও বিদেশীসকলৰ ভাষাৰ শব্দ আমাৰ ভাষাৰ লগত যোগ হৈছে। উদাহৰণ হিচাপে "হাকিমৰ দপ্তৰখানাত হাকিমে দলিল পত্ৰ চাই আইনমতে মাটিখিনি

গোচৰীয়াই পাব বুলি উকিলক কলে আৰু চিয়াৰত বহি টেবিলৰ ওপৰত আনাৰস এটি কাটি লৈ দুয়ো খাবলৈ আৰম্ভ কৰিলে।” এই বাক্যটিত দপ্তৰ, দলিল, আইন, উকিল, আৰবী শব্দ, টেবিল, চিয়াৰ, ইংৰাজী শব্দ আৰু আনাৰস পৰ্টুগীজ শব্দ। এটা বাক্যতে আমি কিমানবোৰ বিদেশী শব্দ ব্যৱহাৰ কৰো এবাৰ ভাবি চাওঁকচোন? দেশজ আৰু বিদেশী শব্দ গ্ৰহণ কৰাত আমাৰ ভাষাৰ প্ৰকাশিকা শক্তি বৃদ্ধি হৈছে।

বহুতে ভাবে যে অসমত থকা মঙ্গোলীয় গোষ্ঠীৰ প্ৰজাতি বিলাকৰ ভাষাই উপনৈৰ দৰে আহি অসমীয়াত মিলিছে, এই ধাৰণা সঠিক নহয়। মঙ্গোলীয় প্ৰজাতিৰ বিভিন্ন ভাষাবোৰ নিজৰ নিজৰ সুঁতিৰে আগবাঢ়ি আছে। তাৰ মূল উদঘাটন কৰিবলৈ গলে দেখা যাব যে সেইবোৰ ভাষাই মঙ্গোলীয় গোষ্ঠীৰ ভাষাৰ পৰা উদ্ভৱ হৈ সেই গোষ্ঠীৰ লগতহে মিলিবলৈ প্ৰয়াস কৰিছে, অসমীয়ালৈ গতি কৰা নাই, মিলি যোৱা নাই। সেইবোৰ ভাষা উপনদীৰ দুই এচলু পানীহে চিটিকি আহি অসমীয়া ভাষা সুঁতিত পৰিছে। সেইবোৰ ভাষাৰ গোষ্ঠীগত স্বতন্ত্ৰতা পূৰ্বাপৰ নিৰ্বিবাদে চলি আছে। সেইবোৰৰ শব্দ অসমীয়া ভাষাত প্ৰবেশ কৰাৰ দৰে অসমীয়া ভাষাৰ শব্দও সেইবোৰ ভাষাত সোমাই পৰিছে। ইয়াত শব্দৰ দিয়া লোৱাহে চলিছে, ভাষাৰ পৰিবৰ্তন হোৱা নাই। গতিকে কোনো পক্ষ কাৰো ধৰুৱা নহয় আৰু কোনো ভাষাঁও কাৰো বুকুত জাহ যোৱাৰ শঙ্কা নাই। আমাৰ কিছুমান পণ্ডিতৰ ভিন্ন ধাৰণাৰ বাবেহে ভিন্নমত প্ৰকাশ কৰি বিভেদৰ জাল ৰচনা কৰা হৈছে। মঙ্গোলীয়, অষ্ট্ৰিক আৰু আৰ্য্যমূলীয় তিনিও গোষ্ঠীৰ ভাষাই সমান্তৰালভাৱে গতি কৰিছে আৰু নিজ নিজ স্বকীয়তা ৰক্ষা কৰি আগ বাঢ়ি গৈ আছে।

নিজৰ ভাষা সাহিত্যৰ উন্নতি নিজেহে কৰিব পাৰে, বাহিৰৰপৰা কোনেও তাৰ উন্নতি কৰি দিব নোৱাৰে। জনজাতিৰ ভাষাৰ উন্নতি কৰিব লাগিলে, সেই ভাষাভোগী লোকেহে কৰিব পাৰিব, আনে নোৱাৰে। অ--জনজাতিৰ মানুহে সহাযহে কৰিব পাৰে। তেনেদৰে অসমীয়া ভাষাৰ উন্নতি কৰিব লাগিলে অসমীয়া ভাষীয়েহে কৰিব পাৰিব আনে মাত্ৰ সহাযৰ হাতহে আগ বঢাব পাৰিব। যি জনজাতিৰ যি ভাষা সেই ভাষাভাষী মানুহে নিজৰ ভাষাৰ শব্দৰ উচ্চাৰণ কৰিবৰ বাবে কি লিপি ব্যৱহাৰ কৰিব তেওঁলোকেহে জানে। আনে তাত হস্তক্ষেপ কৰিব নেলাগে। তেনেদৰে ব্যাকৰণ আৰু অভিধান ৰচনা কৰি দোৱানৰ গণ্ডীৰ পৰা ভাষাৰ গণ্ডীলৈ উন্নীত কৰাৰ দায়িত্ব সেই সেই ভাষা ভাষী পণ্ডিতৰহে। বৰ্তমান সময়ত অসমত থকা জনজাতি ভাইসকলে নিজৰ নিজৰ ভাষাৰ উন্নতিৰ বাবে চেষ্টা কৰি আছে আৰু বহুতো আগ বাঢ়ি আছে। এতিয়া আমি হাতত ধৰা ধৰি কৰি আগ বাঢিব পাৰিলে সকলোৱে উপকৃত হব। এই আশা বুকুত বান্ধি লৈযেই আজি কেবাবছৰ আগতে অসম সাহিত্য সভাৰ মজিযাত “ভাষা সমন্বয় মঞ্চ, অসম” গঠন কৰা হৈছে। এই মঞ্চৰ সহাযত জনজাতীয় ভাষাবোৰৰ স্বতন্ত্ৰতা ৰক্ষা কৰি উত্তৰোত্তৰ উন্নতি সাধন কৰিবলৈ সক্ষম হব পৰা যাব বুলি আমাৰ বিশ্বাস আছে। এক ভাষা-ভাষী লোকে অন্য ভাষা-ভাষী লোকৰ লগত মিলিত হলে তেওঁ লীন নেযায়। ভাষাৰ ক্ষেত্ৰতো একেই কথা। এই বিষযত জনজাতি ভাইসকলৰ শঙ্কাৰ কোনো কাৰণ নাই। কোনো জনজাতীয় ভাষাই অসমীয়া ভাষাৰ লগত লীন নেযায়, জীন হৈ যায়, এই শঙ্কা অমূলক। লীন যোৱা আৰু জীন যোৱা প্ৰশ্ন আহে কেৱল সমগোত্ৰীয় ভাষাৰ ক্ষেত্ৰতহে, ভিন্নগোষ্ঠীৰ ভাষাৰ ক্ষেত্ৰত নহয়। জনজাতীয় ভাষা আৰু অসমীয়া সহযোগী বন্ধুহে, আত্মসাৎকাৰী শত্ৰু নহয়। সেইবোৰ তিব্বতবৰ্মী আৰু অষ্ট্ৰিক গোষ্ঠীৰ ভাষা। অসমীয়া ভাষা ইন্দো-ইৰাণীয় গোষ্ঠীৰ। প্ৰত্যেকটো সমান্তৰাল ভাবেহে আগবাঢি যাব। কতো লগ লগাৰ প্ৰশ্ন নাই। অৱশ্যে ইয়াৰ মাজত এটা চিন্তাৰ বিষয় নথকা নহয়। আজিৰ পাঁচবছৰীয়া জনজাতিৰ শিশুৱে বিশ বছৰ পাছত ডেকা হব। কিন্তু অসমীয়া ভাষা পঢ়িব নোৱাৰিব, কবও নোৱাৰিব। অসমীয়া ভাষা কলেও অসমীয়া সাহিত্য অধ্যয়ন কৰিব নোৱাৰিব। পিছৰ প্ৰজন্মই আমাৰপৰা আপোনা আপুনি বিচ্ছিন্ন হোৱাৰ শঙ্কা আছে। আজিৰ চাম জন-জাতি মানুহে

অসমীয়া কব আৰু লিখিব পাৰে। পিছৰ চামে নোৱাৰিব। তেওঁলোকৰ পৰিস্থিতিটো অসুবিধাজনক হব। তেতিয়া তেওঁলোক আমাৰ মাজত থাকিও যেন অৰুণাচল, মেঘালয়, নগালেণ্ড আদিৰ জনজাতিসকলৰ দৰে আঁতৰ হৈ পৰিব। এইটো এটা চিন্তানীয় বিষয়। সকলোৱে স্বতন্ত্ৰতা বিচাৰে। আত্মনিয়ন্ত্ৰণৰ অধিকাৰ সকলোৰে আছে আৰু কোনেও কাৰো আত্মনিয়ন্ত্ৰণত হস্তক্ষেপ কৰাটো উচিত নহয়। তেওঁলোকে স্বনিয়ন্ত্ৰণ লাভ কৰাটো আমি বিচাৰো, কিন্তু এইটো অপ্ৰিয় সত্য যে কুৰি বছৰ পিছত তেওঁলোকৰ আৰু আমাৰ মাজৰ সম্পৰ্ক চিন্তাৰ বিষয় হব। গতিকে আজি আমি সেই সমস্যা সমাধানৰ উত্তৰ উলিয়াই ৰাখিব লাগিব। এই বিষয়ত জনজাতি আৰু অজনজাতি উভয়ে সমাধান সূত্ৰ উলিয়াই থব লাগিব। এই সমস্যাৰ বিষয়ে ৰাইজে ভবাৰ সময় আহি পৰিছে।

ভাষা এটি বোৱতী সুঁতি। অতীতৰপৰা বৰ্তমানক মাজত ৰাখি ভৱিষ্যতলৈ গতি কৰি আছে আৰু থাকিব। যেতিয়ালৈকে এটা ভাষা-ভাষী মানুহ জীয়াই থাকিব তেতিয়ালৈকে সেই ভাষা জীয়াই থাকিব। সেই ভাষা ভাষী লোকৰ বিলুপ্তি ঘটিলে ভাষাটোও লুপ্ত হব। এটা ভাষা কোৱা মানুহ লগ লাগিয়ে এটা জাতি বুলি ধৰি ললে আচলতে সেই ধাৰণা শুদ্ধ নহব পাৰে। ইংৰাজী কোৱা লোক অধিক থাকে বাবে ইংলণ্ডৰ মানুহখিনিক ইংৰাজ জাতি বুলি কওঁ। কিন্তু পৃথিৱীৰ বিভিন্ন দেশৰ ইংৰাজী কোৱা লোকসকলক কি বুলি কম? তেওঁলোককো আমি ইংৰাজ বুলি কমনে? যদি ইংৰাজ জাতিৰ মানুহ নাইকিয়া হয় তেন্তে ইংৰাজী ভাষা লুপ্ত হবনে? ইংলণ্ডৰ মানুহ নাথাকিলেও ইংৰাজী ভাষা থাকি যাব; কাৰণ ইংৰাজী কোৱা মানুহ পৃথিৱীত বহু আছে। যদি ভাষাৰ ভাব প্ৰকাশিকা শক্তি থাকে তেন্তে তাৰ আদৰ সকলো দেশতে, সকলো সমাজতে থাকিব। ইংৰাজী শিকিলেই ইৰাজ নহয়, অসমীয়া শিকিলেই অসমীয়া হৈ নাযায়। আজি ভাৰতৰ সংস্কৃত ভাষা-ভাষী লোক তাকৰ হোৱা বাবে সংস্কৃতক বিলুপ্তিৰ পথত থকা বুলি ধৰিলে ভুল হব। প্ৰকাশিকা শক্তিৰে শক্তিমন্ত হোৱা বাবে সংস্কৃত ভাষা আজিও জীয়াই আছে।

যুগৰ পৰিবৰ্তনৰ লগে লগে ভাষাৰো-পৰিৱৰ্তন ঘটে। অসমৰ ডেৰশৰো অধিক ভাষাৰ মাজত অসমীয়া ভাষাই সংযোগী ভাষা ৰূপে ব্যৱহৃত হোৱাত ইয়াৰ প্ৰভাৱ তাহানি বৈষ্ণৱ যুগৰেপৰা প্ৰবাহিত হৈ আহিছে। বৈষ্ণৱ কবিসকলে অসমীয়া ভাষাত বৈষ্ণৱ ধৰ্মৰ বাণী আৰু আদৰ্শ প্ৰকাশ কৰি জনসমাজত বৈষ্ণৱ মত প্ৰচলিত কৰাৰ লগে লগে কামৰূপী বা অসমীয়া ভাষাই প্ৰসাৰতা লাভ কৰি অৱলীলা ক্ৰমে আজিও প্ৰবাহিত হৈ আছে। বৈষ্ণৱ গুৰুসকলে সাহিত্য প্ৰচাৰৰ বাবে কিন্তু পুথি লিখা নাছিল, ধৰ্ম প্ৰচাৰৰ বাবেহে সাহিত্য ৰচনা কৰিছিল। ধান বানে চাউলৰ কাৰণেহে কিন্তু চাউলৰ লগত মলো ওলায়। এই ক্ষেত্ৰত চাউল হ'ল ধৰ্ম আৰু মল হ'ল সাহিত্য। চৰ্য্যাপদৰ ভাষাৰ পিছতে বৈষ্ণৱ ধৰ্মগুৰুসকলৰ হাতত অসমীয়া ভাষাই নতুন ৰূপ ললে আৰু বৈষ্ণৱ সাহিত্য ৰচিত হ'ল। তেতিয়া কামৰূপী কথিত ভাষাই মান্য ভাষাৰ ৰূপ লৈছিল। পৰৱৰ্তী কালত বুৰঞ্জীৰ ভাষাই নতুন গঢ় ললে। ইংৰাজৰ আগমনৰ লগে লগে মিছনাৰী সকলৰ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ মাধ্যমৰূপে শিৱসাগৰত থকা পাদুৰী চাহাব সকলৰ জীপ পাই অসমীয়া ভাষাৰ গঢ় পৰিৱৰ্তিত হ'ল। আজি আমি কোৱা ভাষা পুৰণি কামৰূপীতকৈ বেলেগ। অসমত অসমীয়া কথিত ভাষাৰ দুটা উপভাষা প্ৰচলিত আছিল। এটা উজনিত আৰু আনটো নামনিত। নামনি অসমত বাহিৰৰ পৰা মানুহ আহি বসবাস কৰিবলৈ লোৱাত ইয়াৰ কথিত ভাষাৰ ৰূপ বদলি গৈছিল। উজনিৰো মঙ্গোলীয় গোষ্ঠীৰ সংশ্ৰৱত উজনিৰ ভাষাৰ গঢ়ো সুকীয়া হৈছিল। নামনিৰ মান্য ভাষাক আশ্ৰয় কৰিয়েই বৈষ্ণৱ গুৰুসকলে ধৰ্ম প্ৰচাৰ কৰিছিল। পিছৰ কালত উজনিৰ কথিত ভাষা শিৱসাগৰস্থ পাদুৰী চাহাব সকলৰ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ মাধ্যম ৰূপে ব্যৱহাৰ হৈছিল। উজনি অসমৰ কথিত ভাষাই মান্যতা পাই আগুৱাই আহি বৰ্তমানৰ ৰূপ পৰিগ্ৰহ কৰিছে। উজনি নামনি দুয়োটা অঞ্চলৰ দুটা উপভাষাই দুটা ধৰ্ম প্ৰচাৰৰ মাধ্যম হৈছিল আৰু দুয়োটা উপভাষাই দুটা সময়ত মান্যভাষাৰ মৰ্যাদা পাইছিল। দুয়োটাই কামৰূপী বা অসমীয়া

ভাষাৰ ৰূপ। বৈষ্ণৱ যুগৰ শেষ প্ৰান্তত আহোম সকলৰ বুৰঞ্জী লিখাৰ প্ৰচলন সৰ্ব্বব্যাপী হোৱাত বিভিন্ন প্ৰান্তীয় ভাষাৰ শব্দ প্ৰচুৰ পৰিমাণে ভাষাত প্ৰবেশ কৰিছিল। তাৰ পাছত বিদেশী ভাষাৰ শব্দ আহি যোগ হোৱাত আধুনিক অসমীয়া ভাষাৰ অৱয়ব বিশাল হয়। কথ্য ভাষাই পৰিশীলিত হৈ মান্য ভাষা হব। পৰিশীলনৰ যোগেদি কথ্য ভাষাই সৰ্বজন গ্ৰাহ্যৰূপ পৰিগ্ৰহ কৰি মান্য ভাষ্যত পৰিণত হয়। বৰ্তমানৰ অসমীয়া ভাষা উজনিৰ কথ্য ভাষা আৰু নামনিৰ কথ্য ভাষাৰ সংমিশ্ৰণত এটা নতুন ৰূপৰ প্ৰতিভূ। ভাষাৰ নদীত বহু জাঁজি বাজে, সোঁতও সলনি হয়, কিন্তু বন্ধ নহয়। ভাষা ক্ৰমবিকাশৰ সোঁতত চলি যায়। চৰ্য্যাপদৰ কালৰ ভাষাৰ ক্ৰমবিকাশৰ পাছতে দ্বাদশ-চতুৰ্দ্দশ শতিকাত কবি হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিত, মাধৱ কন্দলীৰ ৰামায়ণ আদি গ্ৰন্থই অসমীয়া ভাষাৰ গঢ় নিটোল কৰি তোলে। পঞ্চদশ-ষোড়শ শতিকাত বৈষ্ণৱ ধৰ্মগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ, ভট্টদেৱ আদিয়ে কীৰ্ত্তনঘোষা, নামঘোষা, কথা-ভাগৱত, কথা-গীতা ৰচনা কৰি অসমীয়া ভাষা টনকীয়াল কৰি থৈ যায়। শেষত ইংৰাজ অগমনৰ যুগত ভাষাৰ ঠাঁচ বদলি আনন্দৰাম ঢেকীয়াল ফুকনৰ কালত পূৰ্ব্বৰ 'অমিয়া মাত্ৰি ভাষা'ই বৰ্তমান যুগত অসমীয়া মাতৃভাষাৰ ৰূপ পালে। আনকি হেমচন্দ্ৰ, গুণাভিৰাম বৰুৱাৰ ভাষা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ভাষাৰ মাজতো পাৰ্থক্য পৰিলক্ষিত হয়। এনেভাবে ভাষাৰ ক্ৰমবিকাশৰ সোঁত প্ৰবাহিত হৈ আহিছে। আজি আধুনিক মুদ্ৰণ যন্ত্ৰৰ যুগত অসমীয়া ভাষাৰ বানান বদলিছে। কোনে জানে সুদূৰ ভবিষ্যতে কিজানি ভাষাৰো গঢ় বদলি যায়? ভাষাৰ বিষয়ে কবলৈ আমাৰ "অসম ভাষা বিজ্ঞান সমিতি" গঠন হৈছে। এই বিলাক কথা 'অসম ভাষা বিজ্ঞান সমিতি'ৰ পণ্ডিতসকলে এৰিলোঁ। আমি এটা কথা কিন্তু ন-দি কব পাৰোঁ যে অসমীয়া ভাষাৰ মৰণৰ ঘাট পাৰ হৈ গ'ল। এই ভাষা আৰু নমৰে। অসমীয়া ভাষা জীয়াই আছে আৰু চিৰদিন জীয়াই থাকিব, ইয়াত কোনো সন্দেহ নাই।

অসমৰ অন্তৰ্গত জিলা হিচাবে অবিভক্ত কাছাৰ জিলাত অসমীয়া ভাষা ৰাজ্যভাষা হিচাপে প্ৰচলিত হব লাগে। ৰাজ্যভাষা আইন পাছ হোৱাৰ পিছত দহবছৰলৈহে অবিভক্ত কাছাৰক ৰেহাই দিয়া হৈছিল যাতে কাছাৰৰ বাংলাভাষী লোকসকলে অসমীয়া ভাষা আয়ত্ত কৰিব পাৰে। কিন্তু আজি একুৰি পোন্ধৰ বছৰেও তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ নকৰিলে। ফলত এটা দ্বন্দ্বাত্মক মানসিকতাই গা কৰি উঠিছে। এতিয়া ভৱিষ্যতৰ বাবে সংঘৰ্ষ এৰাবৰ কাৰণে কি কৰা উচিত হব সকলোৱে ভাবিবৰ হ'ল। আজি যদি অবিভক্ত কাছাৰৰ পৰা অসমীয়া বিতাৰিত হব লগা হয় তেনেহলে কাইলৈ অইন জিলাবোৰতো তেনে ঘটনা ঘটিব পাৰে। ই এটা বিতৰ্কিত বিষয় হবগৈ। এই শঙ্কা দূৰ কৰিবৰ বাবে ৰাইজ আৰু চৰকাৰে সময় থাকোতে সুস্থিৰ চিন্তা আগ বঢ়াব লাগিব। অবিভক্ত কাছাৰত বাংলাভাষী সংখ্যা গৰিষ্ঠ হোৱা বাবে বাংলা ভাষা মাধ্যম হব লগা হলে কাইলৈ বঙালী প্ৰব্ৰজনৰ ফলত বিভিন্ন জিলাতো বাংলা মাধ্যমৰ দাবী উঠিব পাৰে। ইফালে বাংলাভাষীৰ আপত্তিতো অসমীয়া ভাষা প্ৰচলন কৰিবলৈ গলে তেওঁলোকে নামানিব। এই সমস্যাৰ কেনেকৈ সমাধান কৰিব? প্ৰত্যেক জিলাই জিলাই যদি সংখ্যাগৰিষ্ঠ বহিৰাগত ভিন্ন ভাষী সকলে নিজৰ নিজৰ ভাষা প্ৰচলন কৰিবলৈ প্ৰয়াস কৰে তেন্তে অসমীয়া ৰাজ্যভাষাৰ অৱস্থা কি হব এবাৰ ভাবি চাওঁকচোন। এই সম্ভাব্য বিপদৰ কথা ভাবি আমি সচেতন হব লগা হৈছে। বৰ্ত্তমান অবিভক্ত কাছাৰ জিলাই কেন্দ্ৰীয় বিশ্ববিদ্যালয় লাভ কৰিছে। মেডিকেল কলেজ আছেই, অভিযান্ত্ৰিক মহাবিদ্যালয় আছেই, উচ্চ ন্যায়ালয়ৰো শাখা দাবী কৰি আছে, বিভিন্ন অফিচ আদালত আছেই, এনেক্ষেত্ৰত ভাষাৰো যদি স্বীকৃতি পায় তেন্তে কি যুক্তিত কছাৰক এখন ৰাজ্য ঘোষণাৰ পৰা বাধা দিব পাৰিব? এই কথা যদি কাছাৰৰ ৰাজনীতিজ্ঞসকলে পাঙি আছে, তেতিয়া কি কৰিব? তেনেদৰে বিভিন্ন জিলাতো ৰাজনৈতিক বাতাবৰণ বিষাক্ত কৰি নুতুলিবনে? সেইবাবেই কাছাৰৰ অধ্যায়টোৰ সামৰণি মৰাৰ বাবে এতিয়াই ব্যৱস্থা কৰক।

বৰ্তমানে অসমৰ নগৰে চহৰে ইংৰাজী মাধ্যমৰ স্কুল যেনেভাবে পানীমেটেকাৰ দৰে বাঢ়ি

আহিবলৈ ধৰিছে অচিৰেই অসমীয়া ভাষাৰ প্ৰতি ভাবুকি হৈ পৰিব। মাহত পাঁচশ টকা খৰছ কৰি একোজন শিশুক সেই স্কুলত ভৰ্ত্তি কৰা হৈছে। অথচ অসমীয়া মাধ্যমৰ স্কুলত পাঁচ টকা ফিজ দিও পঢ়াব নোখোজে। সেই অভিভাকসকলে দান বৰঙণি দি অসমীয়া মাধ্যমৰ স্কুল বিলাকক ইংৰাজী মাধ্যমৰ স্কুলৰ দৰে গঢ়ি তুলিলে ৰাজ্যৰ কিমান উপকাৰ হ'লহেঁতেন। এই ভাবে চলি থাকিলে অসমীয়া ভাষা ভীষণ ক্ষতিগ্ৰস্ত হব। এতিয়াই ইয়াৰ সমুচিত ব্যাবস্থা নললে ভবিষ্যৎ অন্ধকাৰ। অসম সাহিত্য সভাই বাৰে বাৰে প্ৰস্তাৱ লৈ থাকিও আজিও এটা কাৰ্য্যকৰী ব্যাবস্থা লব পৰা নাই। ৰাইজে সেইবোৰ স্কুলৰ লেখীয়া অসমীয়া মাধ্যমৰ স্কুল খুলি এই অৱস্থাৰ প্ৰতিবিধান কৰিব লাগিব। সেইবোৰ স্কুল ব্যক্তিগত ব্যৱসায় ভিত্তিত তৈয়াৰ কৰিছে। নগৰ, চহৰৰ দম্পতীয়ে চাকৰি কৰে। ঘৰত থকা সৰু সৰু ল'ৰা ছোৱালীবোৰৰ কাম কৰা ল'ৰা বা ছোৱালীৰ হাতত এৰি থৈ যাব নোৱাৰে গতিকে নাছিং স্কুলত দি থৈ যায়। তাত ইংৰাজী শিকায় গতিকে ইংৰাজী শিকিব লগা হয়। অসমীয়া স্কুলকো তেনে লেখীয়া কৰি তুলিলে সুফল পোৱা যাব। ইংৰাজী স্কুলৰ পৰিপূৰক অসমীয়া মাধ্যমৰ স্কুল খুলিলে আপোনা আপুনি সেইবোৰ স্কুলৰ বল পৰিব। অসমীয়া মাধ্যমৰ স্কুলত ইংৰাজীৰ মানদণ্ড অতি নিম্নগামী হৈছে। স্কুলবোৰত ইংৰাজী বিষয়ৰ ওপৰত যথেষ্ট গুৰুত্ব দিব লাগে; তেহে অসমীয়া ল'ৰাই সৰ্ব্বভাৰতীয় পৰীক্ষাবোৰত প্ৰতিযোগিতা কৰিব পাৰিব। ইংৰাজী মাধ্যমৰ স্কুলবোৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰবেশিকা পৰীক্ষাত অসমীয়া মাধ্যমৰ ছাত্ৰ-ছাত্ৰীৰ দৰে অসমীয়া বিষয়টোৰ একে পাঠ্যক্ৰম হোৱা উচিত। যিহেতু ইংৰাজী বিষয়টোৰ পাঠ্যক্ৰম উভয় মাধ্যমত ছাত্ৰ-ছাত্ৰীৰ বাবে একে। উচ্চতৰ মাধ্যমিক আৰু স্নাতক পৰীক্ষাত ইংৰাজী মাধ্যমৰ স্কুলত পঢ়া ছাত্ৰ-ছাত্ৰীয়ে অসমীয়া ভাষাৰ সলনি ঐচ্ছিক ইংৰাজী বিষয় এটাহে দিয়ে। ই সঁচাকৈয়ে দুৰ্ভাগ্যৰ কথা। অসমীয়া ল'ৰা-ছোৱালীয়ে যদি আমাৰ শিক্ষানুষ্ঠানত অসমীয়া ভাষা নপঢ়ে তেন্তে বহিৰাগত বা অনা অসমীয়াসকলক অসমীয়া ভাষাটো পঢ়াবলৈ বাধ্য কৰাৰ নৈতিক অধিকাৰ কাৰো নাথাকে। বিশেষকৈ মেধাবী ছাত্ৰ-ছাত্ৰীয়ে যদি স্কুল, কলেজত অসমীয়া ভাষাটো বাধ্যতামূলক ভাষা হিচাপে নপঢ়ে তেন্তে তেওঁলোকৰ মেধাশক্তিৰপৰা অসমীয়া সাহিত্যৰ বেদীলৈ কোনো অৱদান আশা কৰিব নোৱাৰি।

ইংৰাজী মাধ্যমৰ স্কুলত ল'ৰা-ছোৱালীক পঢ়োৱাৰ অন্তৰালত অফিচৰ বৰমূৰীয়া কৰাৰ মতলব থাকে। অফিচবোৰত উচ্চ পদস্থ কৰ্মচাৰীসকলে আদেশ আধ্যাদেশবোৰ ইংৰাজীতে দিয়ে। এনে কৰাৰ এটা কাৰণ আছে। আচলতে তেওঁলোকে অসমীয়া ভাষা ভালকৈ নাজানে আৰু শুদ্ধ সুন্দৰ সাৱলীল অসমীয়া বাক্য লিখিবও নোৱাৰে। তেনে এচাম কৰ্মচাৰীয়ে নিজৰ অজ্ঞতা আৰু দুৰ্বলতা ঢাকিবলৈ ইংৰাজী ব্যৱহাৰ কৰে। আমি তেওঁলোকক অসমীয়া শিকাব লাগিব। যদি মই-মতালি কৰি নিশিকে তেন্তে বাধ্য কৰাব লাগিব। এচাম মুষ্টিমেয় কৰ্মচাৰীৰ কাৰণেই ১৯৬০ চনতেই অসমীয়া ভাষা ৰাজ্যভাষা ঘোষণা হোৱাৰ পয়ত্ৰিশ বছৰ পিছতো অসমৰ প্ৰশাসনিক ক্ষেত্ৰত অসমীয়া ভাষা উপেক্ষিত হৈ আছে। ই বৰ পৰিতাপৰ কথা। এই কৰ্মচাৰীক চৰকাৰে বাধ্য কৰাব নোৱাৰিলে অফিচ আদালতৰপৰা অসমীয়া ভাষা আপোনা আপুনি নাইকিয়া হৈ যাব। বৰ্তমান সেই অৱস্থাপ্ৰাপ্ত হৈছেই। ৰাজ্যভাষা নজনা বা ব্যৱহাৰ নকৰা কোনো কৰ্মচাৰী কোনো ৰাজ্যতে নাই। ৰাজ্যভাষা আইন মতেই ৰাজ্যৰ ঘোষিত ৰাজ্যভাষ্য নাজানিলে বা ব্যৱহাৰ নকৰিলে সেই ৰাজ্যত চাকৰি কৰাৰ কোনো অধিকাৰ নাই। কি অধিকাৰত তেওঁলোকে অসমত চাকৰি কৰি অসমীয়া ভাষা ব্যৱহাৰ কৰা নাই? অসমীয়াই হওঁক নাইবা অনা অসমীয়াই হওক সকলো কৰ্মচাৰীয়েই অসমীয়া ব্যৱহাৰ কৰিবই লাগিব। তাকে নকৰিলে চৰকাৰে তেওঁলোকৰ বিৰুদ্ধে বিহিত ব্যৱস্থা লব লাগে। চৰকাৰে যাতে ৰাইজক আকৌ এটা "ৰাজ্যভাষা প্ৰয়োগ" আন্দোলনৰ সম্মুখীন নকৰে তাকে আমি কামনা কৰিলোঁ।

সকলো জাতি-জনজাতিৰে নিজৰ-নিজৰ ভাষ্য-সাহিত্যৰ উন্নতিকল্পে কাম কৰাৰ সাংবিধানিক মৌলিক অধিকাৰ আছে; তাত কোনেও কাকো হকা বাধা কৰিবৰ অধিকাৰ নাই। মোৰ আইক মই

সেৱা কৰাৰ যি অধিকাৰ, আনৰ মাকক সেৱা কৰাৰো আনজনৰ সেই অধিকাৰ আছে। নিজৰ নিজৰ ভাষা সাহিত্যৰ উত্তৰোত্তৰ উন্নতিৰ হকে সকলোৱে কাম কৰি যাওঁক। কিন্তু তাকে কৰোতে যাতে কোনেও কাৰোপৰা বাধা প্ৰাপ্ত নহয় তাৰ কাৰণে নজৰ ৰাখক।

ভাষা উত্তৰণৰ পথত আগ বাঢ়িছে। আমাৰ জনজাতি ভাইসকলৰ ভাষা বহুখিনি আগ বাঢ়িছে। ই বৰ সুখৰ কথা। লিপি, ব্যাকৰণ আৰু অভিধানে একোটা দোৱানক ভাষাৰ মৰ্যাদা দান কৰে। আমাৰ জনজাতি ভাইসকলৰ কেইটামান ভাষাই সেই মৰ্যাদা লাভ কৰিছে আৰু আন কেইটাইও মৰ্যাদা লাভৰ পথত খোজ দিছে। অচিৰেই সকলো জনজাতীয় ভাষাই সমমৰ্যাদা সম্পন্ন হব তাত কোনো সন্দেহ নাই। ধৰ্মৰ গোড়ামী আৰু ভাষাৰ গোড়ামী দুয়োটাই সাম্প্ৰদায়িক। দুয়োটাই পৰিত্যজ্য। ধৰ্ম আৰু ভাষা দুয়োটাই আবেগিক আৰু স্পৰ্শকাতৰ। ইয়াৰ মাত্ৰা অধিক হলে উন্নাসিক হয় আৰু দুৰ্দ্ধৰ্ষ হৈ উঠে- নৰহত্যা পৰ্য্যন্ত কৰিবলৈও পৰাম্মুখ নহয়। তাৰ বাবে সাৱধান হব লাগে।

ভাষাতত্ত্ববিদৰ বাবে অসমখন ভূ-স্বৰ্গ। অতি প্ৰাচীন কালৰেপৰা বিভিন্ন ভাষা গোষ্ঠীৰ লোক ইয়াতে বসবাস কৰি আহিছে। এই গোষ্ঠীবিলাকৰ ভিতৰৰ ভাষা-অসমীয়া, বাংলা, হিন্দী, ওড়িয়া, নেপালী, বড়ো, ৰাভা, দেউৰী, ডিমাছা, গাৰো, কুকি, খাছি, তিৱা, মিছিং, কাৰ্বি, মিজো মুণ্ডা, নগা, চাওঁতালী, শবৰ, কৰ্কু, নিকোবৰী, পালং, ৱা, মনখেমৰ, ভাষা-ভাষী লোক অসমৰ বিভিন্ন অঞ্চলত বসতি কৰি আছে। 'অসম ভাষা বিজ্ঞান সমিতি'য়ে এই সকল লোকৰ ভাষাৰ চৰ্চাৰ বাবে ভাষাতত্ত্ব বিষয়ক উদ্বৈহৰ্তীয়া মঞ্চ এখন গঠন কৰি বিভিন্ন ভাষাৰ সমন্বয় আৰু উন্নতি কল্লে চেষ্টা কৰাটো আমি বিচাৰোঁ। সংহতি আৰু সমন্বয়ৰ সেতু এই ভাষাতত্ত্বৰ গৱেষণাইহে বান্ধিব পাৰে।

অসমীয়া ভাষাৰ এখন বৈজ্ঞানিক ভেটিত ৰচিত "ধাৰাবাহিক ইতিহাস" ৰচনা কৰাটো আমি বাঞ্ছা কৰোঁ। ভাষাতত্ত্ববিদ পণ্ডিতসকলক আমি এই অনুৰোধ জনাই থলোঁ।

অসমীয়া ভাষাৰ বিষয়ে আলোচনা আগ বঢ়োৱা পণ্ডিতসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনকে প্ৰথম বুলি কব পাৰি। তাৰ পাছত ভাষাতত্ত্ববিদ পণ্ডিত দেবানন্দ ভড়ালিয়ে ১৯১২ চনত ৰচনা কৰা "অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি" খনেই অসমীয়া ভাষাতত্ত্ব চৰ্চাৰ প্ৰথম নিদৰ্শন। তাৰ পৰৱৰ্তী কালত বৈয়াকৰণ পণ্ডিত কালিৰাম মেধিৰ "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব" ১৯৩৬ চনত প্ৰকাশ হয়। ১৯৪১ চনত ভাষাতত্ত্ববিদ পণ্ডিত ডক্টৰ বাণীকান্ত কাকতিৰ "এছামিজ ইটছ্ ফৰমেছন এণ্ড ডেভেলপমেণ্ট" বোলা অসমীযা ভাষাৰ কীৰ্তিস্তম্ভ স্বৰূপ কালজয়ী পুথিখনি প্ৰকাশ হয়। ইয়াৰ আগতে ব্ৰাউন, ব্ৰনছন, হেমচন্দ্ৰ বৰুৱা আদি পণ্ডিতসকলৰ অসমীয়া ভাষা বিষয়ক পুথি প্ৰকাশে অসমীয়া ভাষা বিকাশত সহায় কৰিছে। তেওঁলোকৰ পদাঙ্ক অনুসৰণ কৰি বিদ্বান পণ্ডিত ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰমুখ্যে পৰৱৰ্তী ভাষা বিজ্ঞানী সকলে ভাষাতত্ত্বৰ গভীৰ গৱেষণা আৰম্ভ কৰিছে। বৰ্তমানৰ ভাষাতত্ত্ববিদ পণ্ডিত সকলৰপৰা আমি ভাষাৰ বিষয়ে উত্থাপিত তিনিটা সমস্যাৰ সমাধান আশা কৰিছো - (১) অসমীয়া ভাষাৰ বানান বিভ্ৰাট দূৰীকৰণ (২) ব্যাকৰণৰ সমস্যা নিৰাকৰণ আৰু (৩) নতুন পদ্ধতিৰে অসমীয়া অভিধান প্ৰণয়ন।

হে মোৰ নমস্য ৰাইজ! ভাষাৰ বাটত আমি বহুদূৰ খোজ কাঢ়িলোঁ। এতিয়া আমি শ্ৰান্ত হৈ পৰিছো। আহক ৰাইজ, আমাৰ সাহিত্যৰ ৰসময় বৃক্ষৰ তলত ক্ষন্তেক সময় জিৰাই লওঁ।

অনেক পণ্ডিত, অনেক সমালোচকে সাহিত্যৰ অনেক সংজ্ঞা দিছে; তাতে ময়ো এটা জোৰা দি সংজ্ঞাৰ ভাৰখন গধুৰ কৰিবলৈ নেযাওঁ। সংস্কৃতৰ আলঙ্কাৰিক আৰু সমালোচক জগন্নাথ, দণ্ডী, ভামহ, মম্মট ভট, আদিৰ সংজ্ঞাৰ স্থিৰিকৃত ভাৰতীয় নন্দনতত্ত্বৰ ৰস নিষ্পত্তিৰ যুক্তি আৰু পাশ্চাত্যৰ আলঙ্কাৰিক পণ্ডিত সমালোচক প্লেটো, এৰিষ্টটল, হোৰেচ, লংগিনাচ আদিৰ ৰসঘন আলোচনাৰ যুক্তি জালেৰে ভৰা নৈৰ্ব্যক্তিক চেতনাবোধে মোৰ মন ধুঁৱলী-কুঁৱলী কৰি তুলিছে। এই ধূম্ৰাচ্ছন্ন, মোহাবিষ্ট মনেৰে মই কিঞ্চিৎ বুজিব পাৰিছোঁ যে মানৱকল্যাণাৰ্থে অৰ্থবহ মধুময় শব্দ চয়নেই সাহিত্য।

আলঙ্কাৰিক জগন্নাথৰ মতে "ৰমণীয়াৰ্থ প্ৰতিপাদকঃ শব্দঃ কাব্যম্।" ৰমণীয় অৰ্থ প্ৰতিপাদন কৰিব পৰা শব্দই কাব্য।

ভামহৰ মতে "শব্দাৰ্থ সহিতৌ কাব্যম্।" শব্দ অৰ্থ মিলিত হলে কাব্য হয়।

মম্মট ভট্টৰ মতে - ভদদোষৌ শব্দাৰ্থৌ গুণবনলংকৃতি, পুনঃ ৰাপি। দোষ ৰহিত আৰু গুণযুক্ত শব্দ যুগল কাব্য। পাশ্চত্যৰ পণ্ডিত প্লেটো, এৰিষ্টটল, হোৰেচ, লংগিনচ আদিৰ মত প্ৰায় একে দেখা যায়। কাব্যৰ আদৰ্শ আনন্দ আৰু শিক্ষাদান।

আমাৰ চিন্তাৰ পৰিমণ্ডল নান্দনিক ৰূপত যেতিয়া প্ৰতিভাত হয় তেতিয়াই সাহিত্যৰ জন্ম হয়। ব্ৰহ্মানন্দ শ্ৰেষ্ঠ আনন্দ কিন্তু কাব্যানন্দও তাৰে অনুগামী। সাহিত্যই জীৱনক নন্দন তত্ত্বৰ সন্ধান দি নতুন আলোকেৰে হৃদয় আলোকিত কৰে। যি সাহিত্য কৰ্মই সৰ্ব্বযুগৰ, সৰ্ব্বকালৰ মানৱ মন আকৰ্ষিত কৰি প্ৰেয়ৰ মাজেৰে শ্ৰেয়ৰ সন্ধান দিব পাৰে সেই সাহিত্য কৰ্মহে কালজয়ী। এই গুণান্বিত হোৱা বাবেই ভাৰতৰ মহাকাব্য দুখন ৰামায়ণ আৰু মহাভাৰত, ইউৰোপৰ ইলিয়াদ আৰু ওডিচী সৰ্ব্বযুগৰ সৰ্ব্বলোকৰ আকৰ্ষণীয়। ইয়ে কালজয়ী ধ্ৰুপদী সাহিত্য।

সাহিত্যই সত্য, শিৱ সুন্দৰৰ পূজাৰে য'ত নান্দনিক ৰূপৰ প্ৰকাশ কৰি মানবীয় প্ৰমূল্যবোধৰ জয়গান গাইছে তাতেহে কালজয়ী প্ৰকৃত সাহিত্যৰ জন্ম হৈছে। সাহ কৰি সত্য প্ৰকাশ কৰি মানুহৰ হিত সাধন কৰিব পৰাতহে সাহিত্যৰ প্ৰকৃত অৰ্থ প্ৰকাশ পায়। মানৱ কল্যাণৰ বাবে ৰচিত হোৱা সাহিত্য কৰ্ম্মইহে সু-সাহিত্য। ই যুগে যুগে অমৰ।

হৃদয়সংবাদী পাঠকৰ অন্তৰত সহৃদয়তা জগাই তুলিব পাৰিলেহে প্ৰকৃত সাহিত্য সৃষ্টি হোৱা বুলি কব পাৰি। সমধৰ্ম্মী মনৰ মাজত ভাবৰ আলোড়ন তুলি অনুভূতিৰ তন্ত্ৰত আঘাতেৰে একাত্মবোধ জগাই সংবেদনশীল মনৰ সংযোগ সাধন কৰি আহ্লাদিত কৰিব পৰাতহে সাহিত্যৰ পৰম সাৰ্থকতা আৰু ৰসবোধৰ চৰম পৰিণতি। সেইবাবেই সাহিত্য এখন সমাজৰ ছবি হৈয়ো বিশ্বৰ সৰ্ব্বসমাজৰ ছবি, এটা যুগৰ হৈয়ো সৰ্ব্বযুগৰ, একালৰ হৈয়ো সৰ্বকালৰ, এজনৰ হৈয়ো সৰ্ব্বজনৰ প্ৰাণৰ প্ৰকাশ, এজনৰ হৃদয়ৰ বতৰা সৰ্বজনৰ হৃদয়ৰ বতৰা। সেয়েহে প্ৰকৃত কালোত্তীৰ্ণ সাহিত্য সৰ্ব্ব মানৱৰ হৃদয় সংবাদী বাৰ্তা। হৃদয়ৰ লগত হৃদয়ৰ মিলনৰ মাধ্যম।

সৰ্ব্ব প্ৰকাৰ সংস্কাৰ মুক্ত হৈ ধৰ্মীয় সংকীৰ্ণতা, ৰাজনৈতিক কুটিলতা, মানসিক দুৰ্বলতা ত্যাগ কৰি উদাৰ ভাবে বিশ্বমানবক সাবটি লৈ সৰ্ব্বসাধাৰণৰ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনৰ ছবি ফুটাই তুলি মানৱ মুক্তিপথৰ নিৰ্দ্দেশ দি মানুহৰ আত্মবিশ্বাস আত্মচৈতন্য জাগৃত কৰি বিশ্বজনীন সত্য প্ৰকাশ কৰিব পাৰিলেহে কালজয়ী সাহিত্য ৰচনা হব পাৰে। মানবীয় প্ৰমূল্যৰ প্ৰবক্তা হৈ অন্যায়, অসত্য, অত্যাচাৰৰ বিৰুদ্ধে শাণিত বাক্যবাণ নিক্ষেপ কৰি মানবতাৰ জয়গান গাবপৰা সাহিত্যিকেহে যুগজয়ী সাহিত্য ৰচনা কৰিববৈলে সক্ষম। মানব মুক্তিৰ গানেই আজিৰ সাহিত্য।

মানৱমুক্তিৰ চিন্তাই আৰু মানৱ কল্যাণকাৰী কৰ্মই সত্যম, শিৱম, সুন্দৰম বুলি কলাকাৰ আৰু সাহিত্যিকে ঘোষণা কৰিছে। অসুন্দৰ বস্তুৰ মাজতো সুন্দৰৰ অস্তিত্ব অনুভৱ কৰি, অসত্যৰ অন্তৰালৰ পৰম সত্য দৰ্শন কৰি আৰু অমঙ্গল কাৰ্য্যৰ প্ৰতিক্ৰিয়াত মঙ্গলময় কৰুণাৰ প্ৰভাব অৱলোকন কৰি আজিৰ কবি সাহিত্যিকে পৰম্পৰাগতভাবে প্ৰচলিত অতীতৰ চিন্তাধাৰাৰ ওপৰত নতুন দৃষ্টিভঙ্গী দাঙি ধৰিছে। অতি নিচলা কৃষক বনুৱাৰ আশা আকাঙ্খা আৰু জীৱন যুদ্ধৰ প্ৰতিঘাতৰ ছবি আঁকি দুৰ্ব্বিসহ জীৱন পদ্ধতি জনসমাজৰ আগত দাঙি ধৰি অসুন্দৰৰ মাজতো সুন্দৰৰ অৱস্থিতি অনুভৱ কৰিববৈলে প্ৰয়াস কৰিছে। সমাজ জীৱনৰ জটিল মানসিক অন্তৰ্দ্বন্দ্বৰ বাবে দিকবিদিক শূন্য হোৱা অৱচেতন মনৰ ক্ৰিয়া প্ৰতিক্ৰিয়া আজিৰ সাহিত্যৰ বিষয় বস্তু হৈ পৰিছে। ফলস্বৰূপে আধুনিক সাহিত্যত ৰজা মহাৰজা আৰু সম্ভ্ৰান্ত বংশীয় লোকৰ কাহিনীৰ বিপৰীতে নিম্নশ্ৰেণীৰ লোক কৃষক, বনুৱা, ভিখাৰী, ৰুগুৱাৰ জীৱন যাপনৰ কাহিনী সাহিত্যত চিত্ৰিত হৈছে। আজিৰ ধ্যান ধাৰণাৰ জীৱন আদৰ্শৰ পৰিৱৰ্ত্তন সাধিত

হৈছে। ইয়াৰ ফলস্বৰূপে আজিৰ জনজীৱনৰ সাহিত্যত পৰিণত হৈছে।

লক, ৰুছো, ভল্টেয়াৰৰ ৰচনাৰ পৰাই ইউৰোপত নৱজাগৰণৰ আলোড়ন হয়। ৰাজতন্ত্ৰৰ পতন আৰু গণতন্ত্ৰৰ উত্থান হয়। ব্যক্তি স্বতন্ত্ৰতাৰ ৰুদ্ধদ্বাৰ মুক্ত হয়। মানুহৰ স্বাধীন চিন্তাৰ দ্বাৰ উদঘাটন হয়। ইয়াৰ পৰিণতিত ৰেঁণেচা বা নৱজাগৰণৰ যুগ আৰম্ভ হয়। ইউৰোপৰ সমাজ জীৱনৰ পৰিৱৰ্তনৰ লগে লগে সাহিত্যতো নৱজাগৰণ আৰম্ভ হয়। কাৰ্লমাৰ্ক্স, ফ্ৰয়েড আদিৰ চিন্তা আৰু আদৰ্শৰ প্ৰচলনৰ ফলত অতীতৰ ধৰ্মৰ ভেঁটিত গঢ়ি উঠা সাহিত্যৰ পৰিৱৰ্তে প্ৰগতিবাদী সাহিত্যৰ জন্ম হয়। প্ৰগতিবাদী সাহিত্য হ'ল মানৱ মুক্তিৰ সাহিত্য। বস্তুবাদী ভাবধাৰাৰ ভেটিত ৰচিত সাহিত্য। এই সাহিত্য একপ্ৰকাৰ নিৰীশ্বৰবাদী সাহিত্য। ধৰ্মৰ গোড়ামীৰ বিৰুদ্ধে ই জেহাদ ঘোষণা কৰিছিল। মাৰ্টিন লুথাৰৰ প্ৰৱৰ্ত্তিত প্ৰটেষ্টাণ্ট ধৰ্মই কেথলীক ধৰ্মৰ গোড়ামীৰ বিৰুদ্ধে পচান্নবৈ দফা সংস্কাৰ দাবী কৰি প্ৰথমেই গীৰ্জাৰ ওপৰত নটিচ জাৰি কৰিছিল। ইয়ে আছিল সংস্কাৰৰ পুৱতি-প্ৰভাতী ফেহুজালি। পৰৱৰ্তী কালত কাব্য জগতত টি, এছ, ইলিয়ট, এজৰা পাউণ্ডৰ কবিতাই এই সাহিত্যৰ এটা নতুন ধাৰা নিৰ্ণয় কৰে। দাৰউইনৰ ৰিৱৰ্তনবাদ, ফ্ৰয়েড, ইয়ুং এড্‌গাৰৰ মনস্তত্বৰ যৌনগন্ধী বিশ্লেষণ, কাৰ্লমাৰ্ক্সৰ সাম্যবাদ আৰু বিশ্বযুদ্ধৰ বিভীষিকাই মানৱ মনৰ পূৰ্বৰ ধ্যান ধাৰণাৰ পৰিৱৰ্তন ঘটালে। সাহিত্যত তাৰ প্ৰতিফলন হ'ল। এই সাহিত্যৰ ঢৌৱে সমগ্ৰ মহাদেশতে ভাব-প্লাৱনেৰে প্লাৱিত কৰিলে। তাৰ ঢৌ সুদূৰ আমেৰিকা পালেগৈ। ভাৰততো সেই জোৱাৰৰ ঢৌৰ খলকনি আহি চিন্তা জগতত আলোড়ন তুলিলে। ইংৰাজী শিক্ষাত শিক্ষিত শ্ৰেণীয়ে সেই লহৰতে সাঁতুৰি নাদুৰি ভাৰতীয় চিন্তা আৰু আদৰ্শ নেওচি ইউৰোপীয় চিন্তাত নিমগ্ন হ'ল আৰু সাহিত্যত প্ৰগতিবাদৰ আমদানি কৰিলে। ফলস্বৰূপে ভাৰতীয় চিন্তা আৰু আদৰ্শৰ তুমুল দ্বন্দ্ব আৰম্ভ হ'ল। ইফালে বৈজ্ঞানিক আবিস্কাৰ আৰু প্ৰযুক্তিবিদ্যাৰ যন্ত্ৰপাতিবোৰে বৃহৎ পৃথিৱীখন যেন ক্ষুদ্ৰ কৰি পেলালে। দেশ-বিদেশৰ ঘটনা আৰু দ্ৰব্যবোৰ চকুৰ পচাৰতে দেখিবলৈ পাই, মানুহৰ মনৰ গতি প্ৰসাৰিত হৈ পৰিল। পৃথিৱীখনৰ সমস্ত মানুহৰ লগত যোগাযোগ চল্যাত মানুহৰ মনৰ দিগন্ত বিস্তাৰিত হ'ল। ইয়াৰ ফলস্বৰূপে মানৱতাবাদী চিন্তাধাৰাই মানুহৰ মনত খোপনি পুতিলে। সাহিত্যৰ গতিধাৰা সলনি হ'ল। এই সাহিত্য জীৱ আৰু জগততে আৱদ্ধ থাকিল, ঈশ্বৰৰ ফালে গতি ৰুদ্ধ হ'ল। আদৰ্শৰ সংঘাত আহিল। সেই ৰমন্যাস যুগতেই ইউৰোপৰ ধৰ্মীয় চিন্তাধাৰাই আৰ্থ-সামাজিক সমস্যাত জৰ্জৰিত হৈ গীৰ্জাৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ হৈ ৰ'ল। পৃথিৱীৰ ধৰ্মবোৰৰ এচিয়াতে জন্ম হৈছিল। ইউৰোপত কেৱল ইয়াৰ সংশোধিত ৰূপৰহে সৃষ্টি হৈছিল। প্ৰটেষ্টাণ্টবাদ কেথলিকবাদ জুইলিংবাদ তাৰ নিদৰ্শন। এই সংশোধিত ৰূপবোৰে বহুক্ষেত্ৰত ধৰ্মৰ ঐহিক কালটো সংস্কাৰ কৰি মানুহৰ মনৰ অন্ধবিশ্বাস আঁতৰ কৰিবলৈ সমৰ্থ হৈছিল। সেই কাৰণেই পৰৱৰ্তীকালত নব্যচিন্তাধাৰাই নতুন সাহিত্যৰ সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল।

ভাৰতীয় ভাববাদী দৰ্শন আৰু পাশ্চাত্যৰ বস্তুবাদী দৰ্শনৰ সংঘৰ্ষৰ পিছত কোনো আপোচৰ চেষ্টা দেখা নগৈছিল। ভাৰতীয় ভাববাদী দৰ্শনৰ ভেটিত ৰচিত ভাৰতীয় কাব্য সাহিত্যৰ লগত ইউৰোপীয় বস্তুবাদী দৰ্শনৰ ভেটিত ৰচিত কাব্য সাহিত্যৰ সংঘৰ্ষৰ ফলত বৰ্তমানৰ ভাৰতীয় আধুনিক সাহিত্যই এটি নতুন মানসিকতা তৈয়াৰ কৰিবলৈ আগ বাঢ়িছে। ইয়াৰ ফলস্বৰূপে অসমীয়া সাহিত্যৰ এক নব্য চেতনাবোধ আৰু প্ৰগতিবাদী চিন্তাই গা কৰি উঠা দেখা গৈছে। কাৰ্লমাৰ্ক্স আৰু ফ্ৰয়েডৰ নিৰীশ্বৰবাদী বস্তুবাদী দৰ্শনৰ ছাঁত আধুনিক সাহিত্যৰ গঢ় বদলি গৈছে। ইলিয়টৰ কবিতাৰ নতুন প্ৰতীক আৰু ব্যঞ্জনাই কাব্য জগতত দুৰ্ব্বোধ্যতা সৃষ্টি কৰি পূৰ্ব্বৰ সকলো পৰম্পৰা বিচ্ছিন্ন কৰিবলৈ আগ বাঢ়ি আহিছে। পাশ্চাত্যৰ এই নিৰীশ্বৰবাদী মতবাদে ভাৰতীয় ঈশ্বৰবাদী মতবাদক ভালকৈ খুন্দা মাৰিছে। আৰু চিন্তা জগতত ভীষণ আলোড়নৰ সৃষ্টি কৰিছে। ফলস্বৰূপে নতুন প্ৰজন্মই পৰম্পৰাগত চিন্তাৰ আঁত হেৰুৱাই দিক্‌বিদিক ধুৱঁলী-কুঁৱলী দেখিছে। বৰ্তমানৰ কাব্য কানন যেন ত্ৰিশঙ্কুৰ স্বৰ্গ হৈ হৈছে। সেই কাৰণেই সৰ্বসাধাৰণে সাম্প্ৰতিক কবিতাৰ ৰস আস্বাদনত বাধা পাইছে। ভাৰতীয় আদৰ্শ আৰু

চিন্তাৰ লগত সামঞ্জস্য ৰাখি পাশ্চাত্যৰ চিন্তাৰ সমন্বয় ঘটাব নোৱাৰিলে বৰ্তমানৰ তথাকথিত প্ৰগতিবাদী চিন্তাই আমাৰ সমাজত খোপনি পুতিবলৈ টান হব। আমাৰ পৰম্পৰাগত চিন্তাৰ সমূলে নিৰ্মূল কৰি পাশ্চাত্য ভাবাদৰ্শ আৰু চিন্তাৰ প্ৰচাৰক হলে আধুনিক লেখকসকলে কৃতকাৰ্য্যতা লাভ কৰা দুৰূহ হব। কবি-সাহিত্যসকলে এই বিষয়ে চিন্তা-চৰ্চা কৰি নতুন পথ দিব বুলি আমি আশা কৰিলোঁ।

কবিতা, গল্প উপন্যাস আৰু নাটক এই চাৰিবিধ সৃষ্টিশীল সাহিত্যৰ ফালে নজৰ কৰিলে আমি অসমীয়া সাহিত্যৰ পূৰ্ণতাৰ দিশত কিছু উমান পাম। সংস্কৃত সাহিত্যত এই চাৰিওটা অঙ্গকে একত্ৰিত কৰি কাব্য বুলি অভিহিত কৰিছিল। বৰ্তমান যুগত ভিন্ ভিন্ ৰূপত আমি ভাগ কৰিছোঁ।

কবিতা হ'ল ছন্দ আৰু লয়ৰে সৃষ্টি এক বাঙ্ময় শিল্প, সকলো সাহিত্যৰ শ্ৰেষ্ঠতাৰ পৰিচায়ক। কবিতা কবিৰ প্ৰাণৰ স্পন্দন। এই স্পন্দনে পাঠকৰ হৃদয় দোলায়িত কৰি কাব্যনন্দন পৰিণতি ঘটায়। কবিতা অল্পকায় কিন্তু কথাৰ সাগৰ। গৰুৰ খোজৰ এচলু পানীতে সমস্ত নভোমণ্ডল দেখাৰ নিচিনা কবিতা বিশ্বদৰ্শনৰ দাপোন। ক্ষুদ্ৰৰ মাজেৰে বিৰাটক উপলব্ধি কৰি তাৰ প্ৰকৃত পৰিপক্কতাৰ পৰিচয় দিয়ে। ছন্দৰ যদি বন্ধনেৰে সীমায়িত, লয়ৰ সুষমাৰে সুষমামণ্ডিত কবিতাই মানৱ হৃদয়ত হেন্দোলনি তুলি ৰসসিক্ত হৃদয়ক আনন্দত আপ্লুত কৰে। সেইবাবে কবিতা সৰ্বজন প্ৰিয়। কবিতা যুক্তিৰ বস্তু নহয়। - ই হৃদয়ৰ আৱেগৰ বস্তু।

আধুনিক কবিতা যুক্তিসিদ্ধ হোৱা বাবে মগজু প্ৰক্ষালনৰ আহিলা হিচাপেহে ব্যৱহৃত হোৱা বুলি বহু সমালোচকে যুক্তি দিয়ে। সাধাৰণ মানুহৰ মন চুই যাব নোৱৰা বাবেই অভিযোগ। কবিতা ছন্দ আৰু লয়ৰ সুষম সমাহাৰ। ই ছন্দৰ মাধুৰ্য্য আৰু লয়ৰ সুষমামণ্ডিত মহিমাৰে মহামণ্ডিত হব লাগে। আধুনিক কবিতাত প্ৰাচীন ছন্দৰ মাধুৰ্য্য নাথাকিলেও লয়ৰ সুষমা আছে; নতুন কবিতাতো যুক্তক ছন্দ স্পন্দিত গদ্য আদি কৰি ছন্দ ব্যৱহাৰ হৈছে। পূৰ্বৰ ছন্দবৰ্জিত সাম্প্ৰতিক কবিতাই কুৰি শতিকাৰ পঞ্চম দশকৰপৰা অসমীয়া সাহিত্যত প্ৰবেশ কৰিছে। জটিল ভাষা আৰু অসংলগ্ন পংক্তিয়ে পাঠকৰ ভাবৰ আউল লগায়। অপৰিচিত প্ৰতীকৰ ব্যৱহাৰে পাঠকসকলক কাব্য গঠনৰ প্ৰতি বিমুখ কৰে। সেই বাবেই কবি সন্মিলন বিলাকত কবিতকৈ শ্ৰোতাৰ সংখ্য তাকৰ হোৱা দেখা যায়। নবীন আৰু চেমনীয়া কবিসকলে ৰাইজৰ হৃদয় জয় কৰিবলৈ চেষ্টা কৰিলে ভাল হয়। পাশ্চাত্যৰ আমদানী কবিতাই আমাৰ ৰাইজৰ মনৰ জুতি লগাব পৰা নাই। সমালোচক সকলেও এইবিধ কবিতাৰ জুতি লগাবৰ দিহা দিয়ক।

কাব্যেষু নাটকং ৰম্যম। সকলো কাব্য বা ৰস সাহিত্যৰ ভিতৰত নাটকেই ৰমণীয়। ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ সাধনৰ ধৰ্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গৰ সাধন নাটকৰ দ্বাৰা হোৱা বুলি পণ্ডিত সকলে কয়। এই নাটকৰ ক্ষেত্ৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ অঙ্কীয়া নাট বা ভাওনাৰ পৰা আৰম্ভ কৰি ঐতিহাসিক, সামাজিক, বাটৰ নাট, উদ্ভট নাট আদি বিভিন্ন ধৰণৰ ধাৰাবাহিকভাৱে সৃষ্টি হৈ আহিছে। আকাশবাণী, দূৰদৰ্শন, ভ্ৰাম্যমান থিয়েটাৰ আদিৰ বাবে লিখা নাটো দেখাৰ ওলাইছে। কিন্তু সাম্প্ৰতিক কালৰ কোনোখন নাটেই উচ্চমান বিশিষ্ট হোৱা নাই বুলি সমালোচকসকলে কোৱা শুনা যায়।

ভাৰতৰ কালিদাস আৰু ভৱভূতিৰ পৰা আৰম্ভ কৰি ইউৰোপৰ চেক্সপিয়াৰৰ পৰা ইবচেনলৈ বিশ্ববিখ্যাত নাট্যকাৰসকলৰ প্ৰভাৱৰ দ্বাৰা বিশ্ব সাহিত্যত শ্ৰেষ্ঠ নাটকৰ সৃষ্টি হৈছে। কিন্তু পৰৱৰ্ত্তী কালত নাট্য সাহিত্যৰ মনোৰঞ্জন আৰু শিক্ষা প্ৰদানেৰে মানৱ মনৰ উন্নিতকৰণৰ প্ৰক্ৰিয়াযুক্ত নাটৰ সৃষ্টি হোৱা নাই বুলি সাহিত্যৰ সমালোচকসকলে আক্ষেপ কৰে। মহাকাব্যৰ প্ৰসঙ্গত আলঙ্কাৰিক আচাৰ্য্য ভামহে কৈছিল-

ধৰ্মাৰ্থ-কামমোক্ষেষু বৈচক্ষ্যণং কলাষু চ।
কৰোতি, কীৰ্ত্তিং, প্ৰীতিঞ্চসাধুকাব্য নিষেধনম্।

সাধুকাব্য সেৱন কৰি মানুহে ধৰ্ম, অৰ্থ কাম মোক্ষ এই চতুৰ্থবৰ্গৰ লগতে কলাত বিচক্ষণতা লাভ কৰি যশয্যা আৰু প্ৰীতি লাভ কৰে। আজি সেই আদৰ্শৰ পৰিৱৰ্তন ঘটিছে। ধৰ্ম সাধন আজি আৰু কাব্যৰ উদ্দেশ্যৰ ভিতৰত নপৰে। কিন্তু বাকী ত্ৰিবৰ্গৰ সাধন হব পাৰে। পাশ্চাত্যৰ সাহিত্যৰ গতি বিধি আৰু আদৰ্শৰ ফালে নজৰ কৰিলে। তাকে অনুভৱ কৰা যায়।

নাটকৰ ক্ষেত্ৰত অসমীয়া নাট্য সাহিত্যই পূৰ্বতকৈ মন্থৰ গতি লৈছে। আগৰ চামৰ তুলনাত বৰ্তমান চামৰ হাতে লিখা নাটক প্ৰকাশ অতি তাকৰ। নাটক আৰু কবিতাৰ বিক্ৰী নাই বাবে প্ৰকাশকে নছপায়। ভ্ৰাম্যমাণ দলৰ বাবে বহু নাটক ৰচিত হৈছে, কিন্তু সুখপাঠ্য ৰচনা হিচাপে বৰ্তমানৰ নাট ৰচনাৰ গতি ৰুদ্ধ হোৱা বুলি কব পাৰি। নাটক দৃশ্যকাব্য হলেও শ্ৰুতকাব্যও। বহু ক্ষেত্ৰত শ্ৰব্যকাব্য হিচাপে নাটকহে সাহিত্য ভাণ্ডাৰত স্বীকৃতিপ্ৰাপ্ত হয়। আমাৰ নাট্যকাৰ সকল এই বিষয়ত সচেতন হব বুলি আশা কৰিলোঁ। অসম নাট্য সম্মিলনৰ দায়িত্ব এই বিষয়ত অধিক বুলি আমি বিবেচনা কৰোঁ।

গল্প আৰু উপন্যাসৰ ক্ষেত্ৰত সাহিত্যই ভাৰতৰ বিভিন্ন ৰাজ্যৰ লগত ফেৰ মাৰিব পৰা বিধৰ হৈছে, স্বীকৃতিও লাভ কৰিছে। আশা কৰোঁ আমাৰ গাল্পিক আৰু ঔপন্যাসিক সকলে বিশ্বসাহিত্যৰ ভঁৰাললৈও উপযুক্ত গল্প," উপন্যাস যোগান ধৰিব পৰা আশা বুকুত বান্ধি আগবাঢ়ক।

সমালোচনাই সাহিত্যৰ গতি পথ নিৰ্ণয় কৰি দিয়ে, কিন্তু বিষাক্ত সমালোচনাই লেখকক বধো কৰে। ইংৰাজী সাহিত্যত কীট্চ তাৰ সাক্ষী। বিৰূপ মন্তব্য আৰু পক্ষপাত দোষযুক্ত সমালোচনাই সাহিত্যিকক বৰ অন্যায় কৰে। এইবিধ সমালোচকৰ সংখ্যাই অসমীয়া সাহিত্যত অধিক দেখা গৈছে।

অসমীয়া সাহিত্যৰ ইতিহাস লিখা আলোচনাকাৰী সকলৰ বেছিভাগে পূৰ্ববৰ্তী সকলৰ লেখাখিনিৰে ইফাল সিফাল কৰি কিতাপ লিখে। বিস্তৃত অধ্যয়ন আৰু ঐতিহাসিক পটভূমিত বিচাৰ বিশ্লেষণ নকৰাৰ ফলত এইবোৰ চৰ্ব্বিত চৰ্ব্বন যেন অনুমান হয়। এই ক্ষেত্ৰত গ্ৰহণ আৰু বৰ্জনৰ ক্ষমতাৰ ওপৰত কিতাপৰ মান নিৰ্ভৰ কৰে। তেওঁলোক হয় সংযত হওক নতুবা বিৰত হওক।

সংবাদ সাহিত্যে আমাৰ ভাষাত গা কৰি উঠিছে। ই শুভ লক্ষণ। সংবাদ-সাহিত্যৰ ভাষাৰ ঠাঁচ সলনি হৈছে। সুন্দৰ শব্দচয়ন আৰু সীমিত বাক্য গাঁঠনিৰে একোটা সংবাদ মনোগ্ৰাহীকৈ পৰিবেশন কৰি সংবাদ মাধ্যমেৰে সাহিত্য ৰসৰো যেন আস্বাদ দিছে। কিন্তু অসত্য আৰু উদ্দেশ্যমূলক বাতৰিয়ে সমাজৰ প্ৰভূত অন্যায় সাধন কৰে। সাংবাদিকসকল যেন সংযত হয় তাকে কামনা কৰিলোঁ।

এই বিষয়ে অসম সাংবাদিক সংস্থাই চিন্তা কৰি দিক নিৰ্ণয় কৰাৰ আশা পোষণ কৰিলোঁ।

সাহিত্যৰ বিষয়ে যিবিলাক কথা বলকিলো সেইবোৰ ইন্দ্ৰৰ সভাত ফেঁচাৰ কুৰুলী যেন হ'ল বুলি মই বাৰুকৈয়ে বুজিব পাৰিছোঁ। আজিৰ এই বিদ্বান মণ্ডলীৰ আগত নন্দনতত্ত্বৰ তত্ত্ব উদঘাটন কৰিবলৈ যোৱাটো যে মোৰ বাবে ফেঁচাৰ কুৰুলী তাত কোনো সন্দেহ নাই। মোৰ বিদ্যা-বুদ্ধিৰ দৌৰ দেখি নিশ্চয় জ্ঞানী-গুণীজনে মনে মনে হাঁহিছে। কিন্তু "পখী সৱ উৰে যেন পখা অনুসাৰে"। মই মনৰ আবেগত কিবা-কিবি কলো। সদাশয় ৰাইজে যেন দোষ-ত্ৰুটি মাৰ্জনা কৰে।

"হে মোৰ সেৱাৰ থলী ৰাইজ"- আহক এইবাৰ আমি সংস্কৃতিৰ পথাৰখনিলৈ যাওঁ। তাতে এটা অঁভজা নাচকে দিও।

অসমীয়া সংস্কৃতি বাৰে-বৰণীয়া সংস্কৃতিৰ সমাহাৰ। সংস্কৃতি হ'ল মানুহৰ কৃতিৰে চানেকি। আমাৰ জনজাতীয় আৰু অজনজাতীয় সংস্কৃতিৰ মিলনে অপূৰ্ব সমন্বয়ৰ চানেকি দাঙি ধৰিছে। বিভিন্ন ধৰ্ম-ভাষা-জাতি-কৃষ্টিৰ সমন্বয়ত অসমীয়া সংস্কৃতি গঢ়ি উঠিছে। সংস্কৃতিৰ ক্ষেত্ৰত ধৰ্মই অধিক অংশ পূৰণ কৰে। ধৰ্মৰ ওপৰত ভিত্তি কৰিয়েই পৃথিৱীৰ সংস্কৃতিৰ জন্ম হৈছে। ভাৰততো পূৰ্বতে হিন্দু আৰু বৌদ্ধ ধৰ্মৰ মতবাদ আৰু দৰ্শনক ভিত্তি কৰি সৃষ্টি হৈছিল ভাৰতীয় সংস্কৃতিৰ। পিছত ইছলাম ধৰ্মৰ আগমনৰ লাগে লগে সংস্কৃতিৰ ধাৰা বদলি যায়; খৃষ্ট ধৰ্মৰ প্ৰভাৱত বৰ্তমান কালত ভাৰততো

সংস্কৃতিৰ ৰূপান্তৰ ঘটিছে। অসমৰ সংস্কৃতিতো ধৰ্মৰ প্ৰভাৱ পৰিলক্ষিত হয়। অসমত হিন্দু, বৌদ্ধ, জৈন, শিখ, ইছলাম, খৃষ্টান ধৰ্মৰ সহ অৱস্থান ঘটে আৰু সমন্বয়ৰ সংস্কৃতিৰ জন্ম হয়। অসমত মূলতঃ হিন্দু ধৰ্মৰ শাক্ত, শৈৱ আৰু বৈষ্ণৱ পন্থাৰ প্ৰচলন আছিল। তাৰ পাছত একেশ্বৰবাদী ধৰ্মৰ বৈষ্ণৱ পন্থাৰ একেশ্বৰবাদী মতবাদৰ লগত ইছলামৰ একেশ্বৰবাদী মতবাদ একেলগে প্ৰচাৰ হোৱাত কোনো বাধা নাছিল। শঙ্কৰদেৱ আৰু আজানফকীৰ প্ৰত্যেকে একেলকে ধৰ্ম প্ৰচাৰ কৰাত কোনো বাধাৰ সন্মুখীন হোৱা নাছিল। খৃষ্ট ধৰ্মৰো একেশ্বৰবাদী মতবাদে অসমৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত সমন্বয় অটুট ৰখাত সহায় কৰিছে। বৌদ্ধ ধৰ্মৰ সহনশীলনতাই সমন্বয়ত উৎসাহ যোগাইছিল। অসমত একেশ্বৰবাদী চিন্তাধাৰাৰ লগত জড়িত বৌদ্ধ ধৰ্মৰ সহনশীলতাই আজিও বৌদ্ধ, হিন্দু, মুছলমান, খৃষ্টানৰ মাজত সম্প্ৰীতিৰ সেতু নিৰ্মাণ কৰি আছে। বৰ্তমান এক শ্ৰেণীৰ সাম্প্ৰদায়িকতাবাদী ৰাজনৈতিক নেতাৰ প্ৰৰোচনাত সৰু-সুৰা অমিল হলেও মুলসুঁতি সুকলমে প্ৰবাহিত হৈ আছে। দুষ্ট চক্ৰৰ সাম্প্ৰদায়িক মনোভাব আঁতৰ কৰিবলৈ যত্ন কৰাটো আমাৰ কৰ্তব্য হৈ পৰিছে।

অসম ৰাজ্যত জনজাতিৰ উপাস্য বুঢ়া-ডাঙৰীয়াৰ থান, অজনজাতিৰ দৌল-দেৱালয়, মঠ-মন্দিৰ আদিয়ে আমাৰ অসমীয়া সংস্কৃতিৰ যেনেকৈ স্থাবৰ স্থাপত্যৰ চিনাকি দি আছে তেনেকৈ জনজাতিৰ বিহুনৃত্য আৰু অজনজাতিৰ সত্ৰীয়া নৃত্যই একেলগে অসমীয়া নৃত্যত অঙ্গাঙ্গীভাৱে মিলিত হৈ অপূৰ্ব নৃত্যৰ সৃষ্টি কৰিছে। বৰগীত, দেহবিচাৰৰ গীত, লোকগীত, বনগীত, বিহুগীত, আইনাম, বিয়ানাম গোপিনী নাম, সত্ৰীয়া নৃত্য, দেওধনী নৃত্য, ঝুমুৰ নৃত্য আদি বিভিন্ন গীত আৰু নৃত্যই আমাৰ জাতীয় জীৱন সঞ্জিৱত আৰু আনন্দমুখৰ কৰি ৰাখিছে। আমাৰ চকু পৰে থানত,. দেৱালয়ত; আমাৰ দেহ হালে-জালে নানা নৃত্যত আৰু আমাৰ মন মত্ত হয় প্ৰাণ উতলা গীতত। নানা বাদ্য খোল-তাল, খঞ্জুৰী, মৃদংগ, ঢোল, পেঁপা, গগণা, চিফুং, আদি বাদ্যযন্ত্ৰৰে আমাৰ হাত-মুখ ঝঙ্কাৰিত। গোসাঁইঘৰৰ ঢাৰি," বাটচ'ৰাৰ মণ্ডপ, পাকঘৰৰ পিৰা, মগিযাত বহি খোৱা গাখীৰ মিঠৈ-চিৰা, চোতাল সৰা বাঢ়নী, গা-ধোৱা টিয়নী, গা-মোচা গামোচা, ৰ'দ বৰষুণৰ বাবে জাপি, ভাত খোৱা কাঁহী-বাটি, লোটা-ঘটী, ধান জৰা কুলা-চালনী, গুড়া চালনী, মাছ মৰা জাল, পল, চেপা-চৰহা; গাভৰুৰ ৰিহা-মেখেলা, ডেকাৰ চুৰীয়া-চাপকন আদি দৈনন্দিন জীৱনৰ বিভিন্ন উপকৰণসমূহ আমাৰ সমন্বয়ৰ সংস্কৃতিৰে চানেকি। এনেহেন সমন্বয়ৰ সংস্কৃতিৰে অসমীয়া সংস্কৃতি সমৃদ্ধ। আজি কিন্তু এই সংস্কৃতিৰ ৰূপান্তৰ হোৱাৰ উপক্ৰম হৈছে। অৱশ্যে ৰূপান্তৰ ঘটিবই। সংস্কৃতিৰ বিনাশ নাই- ৰূপান্তৰ আছে। পিন্ধন উৰণৰ কাপোৰ বদলিছে, বহা সঁজুলিৰ ঢাৰি পিৰাৰ সলনি চকী-মেজ হৈছে। কৰ্মৰ পদ্ধতি বদলাৰ লগে লগে আহিলাৰো পৰিবৰ্তন হ'ল। বৰ্তমান যুগ পৰিবৰ্তনৰেই যুগ। জীৱন-ধাৰণৰ আহিলাবোৰৰ সলনি হোৱাৰ লগে লগে জীৱনৰ মানদণ্ডৰো পৰিবৰ্তন হয। আজি বিজ্ঞানৰ প্ৰগতিৰ লগে লগে সময়ৰো গতি দ্ৰুততৰ হৈছে। মিনিটৰ ভিতৰতে আমেৰিকা, ৰাছিয়াৰ খবৰ পাওঁ। দুৰদৰ্শনত পৃথিৱীৰ মানুহক মুহূৰ্ততে লগ পাওঁ। ঘৰৰ ভিতৰতে বহি আমেৰিকা, বিলাতৰ খেল চাওঁ। মুহূৰ্তৰ ভিতৰতে আকাশীযানেৰে দূৰ-দুৰণিৰ ঠাই পৰিভ্ৰমণ কৰিব পাৰোঁ। পৃথিৱীখন যেন এখন চুবুৰী হৈ পৰিছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই বিভিন্ন আৱিস্কাৰেৰে মানুহৰ দৈনন্দিন জীৱন ধাৰাৰ অভাৱনীয় পৰিবৰ্তন সাধিছে। এই যুগত বিভিন্ন জাতিৰ সংস্কৃতিৰ সংঘাত ঘটিব ধৰিছে। পাশ্চাত্য দেশৰ সভতা সংস্কৃতিয়ে আমাৰ ভাৰততো প্ৰৱেশ কৰি ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ পৰিবৰ্তন ঘটাইছে। খোৱা লোৱা, পিন্ধা, উৰা, লিখা পঢ়া কৰা আদি কামত আমাৰ পূৰ্বৰ পদ্ধতিৰ সলনি ঘটিছে। আচবাব পত্ৰও বদলিছে। ইয়াৰ ফলত আমাৰ বহু উপকাৰ হৈছে যদিও কিছু অপকাৰো নোহোৱা নহয়। গ্ৰহণ আৰু বৰ্জন দুটা পদ্ধতিৰে আমি পৰিমাৰ্জিত হব নোৱাৰিলেও আমাৰ সংস্কৃতি বিজতৰীয়া হোৱাৰ সম্ভাৱনা আছে। আমি শেনচকু ৰখিব লাগিব যাতে আমাৰ সৎ আৰু মহৎ আদৰ্শ আৰু আপুৰুগীয়া সংস্কৃতি দুস্কৃতিৰে পৰিপূৰ্ণ নহয়।

নাৰীৰ-উলংগ ৰূপ প্ৰদৰ্শন কৰা চিত্ৰ পশ্চিমীয়া সভ্যতাৰ আৱৰ্জনা; নাৰীৰ বীভৎস ৰূপ প্ৰকাশ কৰা পশ্চিমীয়া সাহিত্যৰ কদৰ্য ৰূপ। আমাৰ সভ্যতা আৰু সংস্কৃতিত ই খাপ নেখায়। এই অপসংস্কৃতি আমাৰ সংস্কৃতিতো প্ৰৱেশ কৰিছে। এই অশ্লীল সাহিত্যৰ আমাৰ সাহিত্যতো ঠাই পাইছে। এনে আবৰ্জনা আৰু কদৰ্য ৰূপৰ প্ৰদৰ্শন আৰু প্ৰয়োগ ৰোধ কৰিব লাগিব। বিচাৰ বিবেচনাহীন অন্ধ-অনুকৰণৰ পিছত দৌৰি আমাৰ ভাৰতীয় আদৰ্শ কলুষিত কৰা, ভাৰতীয় পৰম্পৰা বিনষ্ট কৰা এই অশ্লীল সাহিত্য আৰু অপসংস্কৃতি বৰ্জন কৰা ভাৰতীয় তথা অসমীয়া জাতিৰ আদিষ্ট কৰ্তব্য। অসমীয়া সংস্কৃতিত এই অপসংস্কৃতি প্ৰৱেশ কৰিছে; আমি তাক ৰোধ কৰিব লাগিব। অসমীয়া সাহিত্যত তাৰ প্ৰৱেশ নিষেধ কৰিব লাগিব। শিল্পী আৰু লেখকসকলে এইবোৰ প্ৰদৰ্শন কৰাৰ আগতে নিজৰ মাক-ভনীয়েকক মনত পেলোৱা ভাল হব। তেতিয়াহে নৃত্য স্তব্ধ হব; লিখনি স্থবিৰ হব। এই ক্ষেত্ৰত হিন্দী চিনেমা আৰু দূৰদৰ্শনে জাতীয় চৰিত্ৰ বিপথগামী কৰাত প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। ভাৰত চৰকাৰৰ চেঞ্চৰ বোৰ্ডে এইবোৰ বাৰু বন্ধ নকৰে কিয়?

পাশ্চাত্য সভ্যতাৰ বতাহজাক সোমাবৰ বাবে আমাৰ মনৰ খিৰিকিহে খুলি ৰাখিব লাগে, আমাৰ মনৰ দুৱাৰ খুলিব নেলাগেঁ। ভাৰতীয় আদৰ্শ আৰু সংস্কৃতিৰ বাবে মনৰ দুৱাৰ খুলি থব লাগে। খিৰিকিৰে ফুলৰ সুগন্ধ আৰু নৰ্দ্দমান দুৰ্গন্ধ দুয়োটাই সোমায়। আগতে বহু সুগন্ধি বতাহ সোমাল, এতিয়া দুৰ্গন্ধি সোমাব ধৰিছে; সেইবাবে অপসংস্কৃতিয়ে দেশ চানি ধৰিছে। অপসংস্কৃতি ৰোধ কৰিবলৈ দেশৰ মানুহ সাবধান হবৰ হ'ল। নতুন ডেকা সকল আজি ধনত মত্ত। সমাজত আজি ধনৰ পূজা চলিছে, গুণৰ পূজা নাই। উন্নয়নশীল দেশবোৰত এই নিম্নগামী চিন্তা প্ৰায়ে গা-কৰি উঠা দেখা গৈছে। অন্ন, বস্ত্ৰ আৰু বাসস্থানৰ ন্যূনতম চাহিদাখিনি পূৰণ নহলে এনে হীনমন্য চিন্তা স্বাভাৱিকতে আহি পৰে। আমাৰ ভাৰতবৰ্ষও উন্নয়নশীল দেশ হোৱা বাবে এই আদৰ্শহীন চিন্তাই সমাজ জীৱন কলুষিত কৰি তুলিছে। সাহিত্য-সংস্কৃতিৰ সাধকসকলে ইয়াৰ প্ৰতিবিধান নকৰিলে নৈতিক আদৰ্শবিহীন সাহিত্যই জাতিৰ অধঃপতন মাতি আনিব।

আমাৰ গীতিকাৰসকলে সাম্প্ৰতিক কালত ভাল ভাল গান ৰচনা কৰিছে। গায়ক সকলেও কোকিল কণ্ঠেৰে গীতমাত গাই জনসাধাৰণক তৃপ্তি দান কৰি আহিছে। কিন্তু ইয়াতে দুস্কৃতিও সোমাই পৰিছে। একো একোজন গায়কে দুটা চাৰিটা গান পৰিবেশন কৰিয়েই কুৰি-পঁচিশ হেজাৰ টকা দাবী কৰে। ফলত অনুষ্ঠান বিলাকে অত্যধিক দান বৰঙণি জনসাধাৰণৰপৰা আদায় কৰিব লগা হয়। চান্দা আদায়কাৰী দলবিলাকে জোৰ-জুলুম কৰি বেপাৰী, কৰ্মচাৰী আৰু মটৰগাড়ী আদিৰ পৰা টকা আদায় কৰে। এইবোৰো দুৰ্নীতিৰ ভিতৰতে পৰে। এই জোৰ-জুলুমবোৰ বন্ধ নকৰিলে সমাজ জীৱন অতিষ্ঠ হৈ পৰিব। এজন বা দুজন গায়কক বহুত টকা দিয়াটো যুক্তিৰ কথা নহয়। আজিকালি উঠি অহা গায়কককহে কিছু মাননি দিব লাগে। যাতে তেওঁলোক অৰ্থ সংকটৰ পৰা উদ্ধাৰ পাই সংগীতৰ দিশত আগবাঢ়িব পাৰে। তেলীৰ মূৰত তেল ঢালিব নালাগে। সমাজে এই বিষয়ে নজৰ কৰা ভাল। তাৰ উপৰি পশ্চিমীয়া বাদ্যযন্ত্ৰৰ ইমান পয়োভৰ তুলিছে যে অসমীয়া বাদ্যযন্ত্ৰৰ ব্যৱহাৰ প্ৰায় নাইকিয়া হৈ গৈছে। বৰগীতকো বিভিন্ন বাদ্যযন্ত্ৰেৰে পৰিবেশন কৰা হয়। আচলতে বৰগীতৰ বাবে খোল, তালহে ব্যৱহাৰ কৰা যুগুত। কাৰণ ইয়াৰ লগত অসমীয়া বাদ্যযন্ত্ৰৰ ঐতিহ্য বৈ আছে। সমাজে এই বিষয়ে নজৰ কৰা ভাল। সকলো প্ৰকাৰৰ দুষ্কৃতি নিধন হওক, এয়ে সমাজৰ সিদ্ধান্ত হোৱা উচিত। সাৰ-পানী পুলিতে দিয়ক; তেহে ডাঙৰত ভাল ফল আশা কৰিব পাৰিব। জাতি-মাটি, ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বহু বলকিলো; আপোনালোকে বৰ বিৰক্তি অনুভব কৰিছে। গতিকে আৰু আমনি নকৰোঁ। অসম সাহিত্য সভাৰ বিষয়ে কেইযাৰমান কৈ মোৰ এই অসাৰুৱা আনমিদায়ক ভাষণৰ সামৰণি মাৰিম।

অসম সাহিত্য সভা কাৰো ব্যক্তিগত সম্পত্তি নহয়। ই অসমৰ অসমীয়া জাতিৰ জাতীয়

অনুষ্ঠান। জাতি, ধৰ্ম, বৰ্ণ, ৰাজনৈতিক দল নিৰ্বিশেষে সকলোৱে ইয়াত অংশগ্ৰহণ কৰিব পাৰে আৰু সকলোৰে সমান অধিকাৰ আছে। কোনোৱে কাকো হকা-বধা কৰাৰ অধিকাৰ নাই। সাহিত্য সভাই আহ বুলি মাতিব পাৰে; কিন্তু যা বুলি কব নোৱাৰে। অসম সাহিত্য সভা এটা অৰাজনৈতিক অনুষ্ঠান। ইয়াত সকলো ৰাজনৈতিক দলৰ ব্যক্তি প্ৰৱেশ কৰিব পাৰে; কিন্তু কোনেও সাহিত্য সভাৰ মঞ্চ ৰাজনৈতিক উদ্দেশ্যত ব্যৱহাৰ কৰিব নোৱাৰে আৰু অনুষ্ঠানটোক কোনো ৰাজনৈতিক মতবাদ বহনকাৰী অনুষ্ঠান ৰূপে ব্যৱহাৰ কৰিব নোৱাৰে। সকলো জাতি, ধৰ্ম, ভাষা, ৰাজনৈতিক দলৰ সংগম স্থান হলেও অসম সাহিত্য সভা কোনো গোষ্ঠীৰে একাধিপত্য বিস্তাৰ কৰাৰ মঞ্চ নহয়। মূলতঃ সাহিত্য সংস্কৃতিৰহে মঞ্চ। এই মঞ্চত উপবিষ্ট হৈ কোনেও জাতিদ্ৰোহী, দেশদ্ৰোহী ভাব ব্যক্ত কৰিব নোৱাৰে।

অসম সাহিত্য সভা চৰকাৰ বিৰোধী অনুষ্ঠানো নহয়। সেইবাবে অনুদান পোৱাৰ যোগ্য আৰু পায়ো আছে। কিন্তু চৰকাৰী অনুদান পালে বুলিয়েই চৰকাৰৰ বহতীয়া অনুষ্ঠানো নহয় যে চৰকাৰৰ নিৰ্দেশ মতেহে চলিব। অসম সাহিত্য সভা স্বতন্ত্ৰীয়া, নিৰপেক্ষ, ৰাজহুৱা অনুষ্ঠানহে। এই কথা সকলোৱে মনত ৰখা ভাল। ইয়াত চৰকাৰ পক্ষ বা বিপক্ষ বোলা কোনো কথা উঠিব নোৱাৰে। দিনত গ্ৰন্থ ৰাতি কণ্ঠ - সাহিত্য সভা গ্ৰন্থ আৰু কণ্ঠৰ সমাৰোহ। দিনৰ ভাগত সাহিত্যৰ আলোচনা বিলোচনা হয় আৰু ৰাতিৰ ভাগত নৃত্যগীতৰ মধুৰ মূৰ্ছনাৰে চক্ষু-কৰ্ণৰ তৃপ্তি সাধন হয়। অহোৰাত্ৰ অতিবাহিত হয় নিৰৱচ্ছিন্ন আনন্দৰসেৰে।

সাহিত্য সভা অৰাজনৈতিক, বিদ্যায়তনিক আৰু সাংস্কৃতিক অনুষ্ঠান হোৱা বাবে সাহিত্য সংস্কৃতিৰ সাধনাই ইয়াৰ প্ৰধান লক্ষ্য। এই বিলাকৰ চিন্তা-চৰ্চা আৰু আলোচনাৰ জৰিয়তে সাহিত্য সংস্কৃতিৰ অৱক্ষয় ৰোধ কৰি সমাজখনক নিকা কৰাৰ উপৰিও এখন সুসংহত প্ৰগতিশীল অসমীয়া সমাজ গঢ়ি তোলাই ইয়াৰ অন্যতম লক্ষ্য। এই উদ্দেশ্যত ব্ৰতী হৈ সাহিত্য সংস্কৃতিৰ বিশাল বিষয়টি দিনে ৰাতি দুভাগ কৰি চিন্তন আৰু প্ৰদৰ্শনৰ জৰিয়তে চিন্তাৰ স্ৰোত প্ৰবাহিত কৰিবলৈ পৰোক্ষভাৱে চেষ্টা কৰা হয়। এই কাৰণেই ভিন্নজনৰ বিভিন্ন চিন্তাই বিতৰ্কৰ মুখা-মুখি কৰে। ই কোনো ক্ষয়ংকৰী চিন্তা নহয়, বৰং সুপ্ত মনক জাগৰিত কৰি চিন্তাৰ স্ৰোত প্ৰবাহিত কৰাৰহে সহায়ক হয়।

সাহিত্য সভাই জনসাধাৰণক সৃষ্টিশীল প্ৰক্ৰিয়াত মনোনিবেশ কৰি সাহিত্য সাধনাত ব্ৰতী হোৱা যুগুত বুলি ভাবে। এই বিশাল ঐতিহ্যপূৰ্ণ সংগঠনটোৱে অসম আৰু অসমীয়াৰ প্ৰগতি আৰু সংহতিৰ দিশতো কৰিব লগা অনেক কাম আছে। ভাৰতত অনেক ভাষা আছে; বিভিন্ন ধৰ্ম আছে আৰু বিভিন্ন সংস্কৃতি আছে। ভাষা-ধৰ্মৰ ফালে কোনো মিল নাই; কিন্তু সাংস্কৃতিক মিলনৰ ফলত ভাৰতবৰ্ষ এক ভাৰতীয় জাতি হৈ আছে। ঠিক তেনেদৰে অসমতো বিভিন্ন ভাষা-ধৰ্মৰ মিল নাথাকিলেও সংস্কৃতিৰ ফালেৰে আমি এক অসমীয়া হৈ মিলি থাকিব পাৰিম। জনজাতিৰ সংস্কৃতিৰ লগত অজনজাতিৰ সাংস্কৃতিক বিনিময়ৰ জৰিয়তে আমি অসমীয়া জাতি হৈ থাকিব পাৰিম। কিন্তু বৰ্তমান সময়ত সংহতি আৰু অস্তিত্ব ৰক্ষাৰ প্ৰশ্নটোৱে অসমীয়াৰ সন্মুখত জটিল প্ৰশ্ন হৈ দেখা দিছে। অসম বিৰোধী এচাম সাম্প্ৰদায়িক আৰু ভিন্ন ভাষিক লোকে বিভাজনকামী মনোবৃত্তিৰে অসমখন থান-বান কৰি ৰাজনৈতিক মুনাফা আদায় কৰাৰ ষড়যন্ত্ৰ আৰম্ভ কৰিছে। আমি তাক নিৰ্মম আৰু নিৰ্মোহভাৱে প্ৰতিৰোধ কৰিব লাগিব। অসমখন খণ্ড-বিখণ্ড কৰি শাসন কৰা যি ৰাজনৈতিক মানসিকতা গঢ়ি উঠিছে তাক দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গৈ বাধা দান কৰিব লাগিব। অসমখন কাৰো উত্তৰাধিকাৰ সূত্ৰে পোৱা ৰাজ্য নহয়। ই এখন গণতান্ত্ৰিক ৰাজ্য। ৰাইজৰ মতে ইয়াত চৰকাৰ গঠন কৰা হয়। সাম্প্ৰদায়িক বিষবাষ্প বিয়পাই দি একশ্ৰেণীৰ মৌলবাদীয়ে ইয়াত নৰমেধ যজ্ঞ আৰম্ভ কৰিলে আমি নিশ্চল হৈ নীৰৱে বহি থকাটো; কাপুৰুষালিৰে পৰিচায়ক হ'ব। অসম সাহিত্য সভা নিশ্চল, নিৰ্বিকাৰ আৰু নিষ্ক্ৰিয় অনুষ্ঠান নহয়। সাহসেৰে প্ৰতিবাদ কৰি ষড়যন্ত্ৰৰ কথা জনসমাজত বেকত কৰিব লাগিব। সাম্প্ৰদায়িক

আৰু বিভাজনকামী একাংশ বুদ্ধিজীৱীৰ যি চাতুৰী চলিছে তাক উন্মুক্ত কৰি ৰাইজৰ আগত দাঙি ধৰিব লাগিব। লগতে সমন্বয় আৰু সংহতি ৰক্ষাৰ বাবে নতুন কৰ্ম আঁচনি তৈয়াৰ কৰাব লাগিব। ই সময়ৰ প্ৰত্যাহ্বান। সাহিত্য সংস্কৃতিৰ নতুন দিশ উন্মোচন কৰাৰ পৰিবৰ্তে যেন ঐক্য আৰু সংহতি ৰক্ষাৰ বাবেহে আমি যুঁজ দিব লগা হৈছে। ই আমাৰ দুৰ্ভাগ্য।

সম্প্ৰীতি আৰু সংহতি পৰস্পৰৰ প্ৰেমেৰেহে হয়, শ্লোগানেৰে নহয়। সৌজন্যৰ বাবে কৰমৰ্দন কৰিবলৈ এজনে হাতখন আগবঢ়াই দিলে আনজনে যদি হাতখন কোচাই নিয়ে তেন্তে কৰমৰ্দন নহয়, সৌজন্য প্ৰদৰ্শনো নহয়। সম্প্ৰীতি আৰু সংহতিৰ বাবে দুয়োপক্ষই প্ৰেমৰ হাত আগ বঢ়াব লাগিব। ঐক্য আৰু সংহতিৰ উদ্দেশ্য আগত ৰাখি ভাষা, সাহিত্য, সংস্কৃতিৰ ৰক্ষাৰ অৰ্থে বৌদ্ধিক যুঁজ এখন চলাবলৈ দৃঢ় সংকল্পবদ্ধ হ'ব লাগিব। সীমিত বুদ্ধিমত্তাৰে হলেও কুবুদ্ধিজীৱীসকলৰ ইন্দ্ৰজাল মষিমূৰ কৰিবলৈ আগবাঢ়ি যাবৰ সাহস গোটাব লাগিব।

প্ৰায় আঠশৰো অধিক শাখাসভাবিশিষ্ট অসম সাহিত্য সভাৰ বহুতো শাখা বহুবছৰ আগৰ পৰাই নিস্ক্ৰিয় হৈ আছে। এইবোৰ হয় সজীৱ কৰি তুলিব লাগে নতুবা এইবোৰ বাতিল কৰিব লাগে। বছৰেকীয়া অধিৱেশনৰ সময়ত প্ৰতিনিধি প্ৰেৰণ কৰাই যেন শাখা সভাবোৰৰ উদ্দেশ্য। এই মনোবৃত্তি নিন্দনীয়। সংবিধান প্ৰদত্ত নিয়ম কানুন মানি কৰণীয় খিনি নকৰিলে দেখাত বা লেখত এখন শাখা সভা থকাৰ প্ৰয়োজন নাই। শাখা-সভাবোৰেহে স্থানীয় উদ্দীপনা আনিব পাৰে। স্থানীয় সাংস্কৃতিক সম্পদৰ বিষয়ে সমাজক অৱগত কৰাব পাৰে আৰু সাংস্কৃতিক ক্ষেত্ৰক উদ্দীপিত কৰিব পাৰে। জনজাতি অজনজাতি, সংখ্যা লঘিষ্ঠ, সংখ্যাগৰিষ্ঠসকলৰ মিলনসেতু নিৰ্মাণ কৰিব পাৰে। নতুন শাখা খুলি, সাহিত্য আলোচনাৰ বাট মুকলি কৰিব পাৰে, ইয়াৰ উপৰি জিলাসভাৰ পৰিসৰ বঢ়াব পাৰে। জিলাসভাবোৰ সক্ৰিয় হৈ উঠিলেহে মূল অসম সাহিত্য সভা শক্তিমন্ত হ'ব। সেইবাবে জিলাসাহিত্য সভাবোৰ কৰ্মতৎপৰ হ'ব লাগে। অসম সাহিত্য সভাত দৃষ্টিকটু নিৰ্বাচন অনুষ্ঠিত নকৰি জিলাসভা বিলাকৰ নিৰ্বাচনত নিৰ্বাচিত সদস্যই অধিবেশনৰ সময়ত আহি বিষয়ববীয়া নিৰ্বাচন কৰিলে বেছি ভাল হ'ব বুলি অনুমান হয়। সভাই চিন্তা কৰি নিয়মাৱলী সংশোধন কৰিলে ভাল হ'ব। শাখা-সভা, জিলা-সভা আৰু মূল সভা এই তিনি খলপীয়া ব্যৱস্থাৰে অসম সাহিত্য সভা নিয়াৰিকৈ চলিব লাগে।

ধনৰ অভাব হলে কোনো গৃহস্থালি নাইবা অনুষ্ঠান নচলে। কথাতে আছে ধনহীন পুৰুষ মৃত। জানা ধনঞ্জয় ধন নহলে কাৰ্য নিসিজয়। ধনৰ অভাৱত আমাৰ অনুষ্ঠান নিস্ক্ৰিয় হৈ পৰিব। পুঁজিৰ অভাৱত আমি কোনো কামতে আগ বাঢ়িব নোৱাৰিম। আত্মনিৰ্ভৰশীল হবৰ কাৰণে আমি ১৯৮০ চনৰ ডিফু অধিবেশনতে প্ৰস্তাৱ লৈছিলো এককোটি টকাৰ ন্যাসপুঁজি গঠন কৰিবলৈ। কিন্তু আজি চৈধ্যবছৰে ওঠৰ লাখ টকাহে উঠিল। জাতীয় ন্যাসপুঁজি পূৰণৰ চেষ্টা কৰিব লাগিব। সুদীৰ্ঘ চৈধ্যবছৰত মাথোন ওঠৰ লাখ টকাৰ বৰঙণিয়ে সাহিত্য সভাৰ দুৰ্বলতা আৰু ৰাইজৰ অনীহা প্ৰকাশকে সূচাইছে। বৰ দুখৰ কথা যে ১৯৮০ চনত চৰকাৰে অনুদান বন্ধ কৰোতে ৰাইজে নিজে সাহিত্য সভাক কৌটি টকীয়া পুঁজি নিৰ্মানৰ আঁচনি দিছিল। কিন্তু আজিকোপতি দান বৰঙণিৰে উপনীত হ'ব নোৱাৰিলে। সৰ্থেবাৰীৰ ল'ৰা হিচাপে মোৰ এটা কথা মনত পৰিছে। এই সৰ্থেবাৰীতে ১৯৪০ চনত সৰ্থেবাৰী হাইস্কুল নিৰ্মাণ কৰিবলৈ ধনৰ অভাব হোৱাত সৰ্থেবাৰীৰ ৰাইজে ধন সংগ্ৰহৰ এটা বুদ্ধি উলিয়ালে। প্ৰতিখন বিয়াত দৰাৰ পৰা ৩০.০০ টকা আৰু কইনাৰ পৰাৰ ৫.০০ টকা হিচাপে একোখন বিয়াৰপৰাই বৰঙণি আদায় কৰিছিল। সেই ধনেৰে স্কুলৰ শিক্ষক সকলক দৰমহা দিয়াৰ ব্যৱস্থা কৰিলে। স্কুলখন ঘাটি মঞ্জুৰী প্ৰাপ্ত নোহোৱা পৰ্যন্ত ব্যৱস্থা চলি আছিল। অসম সাহিত্য সভায়ো অসমৰ বিয়া-বাৰুৰ ক্ষেত্ৰত জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে এই ব্যৱস্থা গ্ৰহণ কৰিলে অচিৰে এই কোটি টকীয়া পুঁজি গঠন হ'ব; আৰু তাৰ সুতেৰে সাহিত্য সভাৰ কাম নিৰ্বিঘ্নে চলি যাব। এই কামৰ বাবে শাখা সভা বিলাকক অধিৱেশনৰ সময়তে ন্যাসপুঁজিৰ বহীবোৰ চমজাই দিলে ভাল হয়। এই ক্ষেত্ৰত সাহিত্য সভাৰ শাখা

বিস্তাৰ কৰিব লাগিব। চাহবাগিচাৰ অঞ্চল, চৰ অঞ্চল আৰু পাহাৰ ভৈয়াম সৰ্কলোতে শাখা সভা গঠন সভা কৰিব লাগে, যাতে অসমৰ কোনো অঞ্চল উপেক্ষিত নহয়। এই কামত তিনিটা উদ্দেশ্য সিদ্ধি হ'ব। প্ৰথমতে শাখা সভা বৃদ্ধি হ'ব। দ্বিতীয়তে ধন কোষ বৃদ্ধি হ'ব। তৃতীয়তে সম্প্ৰীতি আৰু সংহতি স্থাপন হ'ব। তাৰ উপৰি, ন্যাস পুঁজিৰ বাকছ একোটা কৰি অধিৱেশনৰ তোৰণৰ সম্মুখত ৰাখিলে ৰাইজে স্বতঃস্ফূৰ্তভাৱে দান আগ বঢ়াব। মাত্ৰ এটকাকৈ দান দিলেও কেবা লাখ টকা পোৱা যাব।

অসম সাহিত্য সভাই জনমানসত উচ্চস্থান লাভ কৰিছে। ইয়াৰ ভাবমূৰ্তি উজ্জ্বল কৰিবলৈ যত্নৰ ত্ৰুটি কৰিব নালাগে। এতিয়াও একাংশ লোকে সমালোচনাৰ দৃষ্টিৰে চাই ত্ৰুটি বিচ্যুতিৰ খবৰ আমাক জনাইছে। এই ক্ষেত্ৰত তেওঁলোকৰ উপদেশক উপেক্ষা নকৰি শ্ৰদ্ধা সহকাৰে গ্ৰহণ কৰিলে সভা উপকৃত হ'ব। মাননীয় প্ৰাক্তন সভাপতিসকলৰ আধৰুৱা কৰ্ম আঁচনিবোৰ সফল ৰূপায়ণৰ ব্যৱস্থা কৰিব লাগে। প্ৰত্যেকজন সভাপতিৰ আঁচনি অৰ্দ্ধসমাপ্ত হৈ ৰৈ গৈছে। এই আধৰুৱা আঁচনিবোৰ সফলতাৰে ৰূপায়ণ কৰিব পাৰিলে নিশ্চয় বহু সমালোচনাৰ হাত সাৰিব পৰা যাব; আৰু আমিও উপকৃত হম। সেইকাৰণে আমাৰ দ্বাৰা সংখ্যাগধুৰ আঁচনি লোৱা নহ'ব।

অসম সাহিত্যসভা এটা বিৰাট অনুষ্ঠান। কিন্তু অৰ্থনৈতিক দিশত ঋণগ্ৰস্ত। চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ আধৰুৱা কাম, প্ৰকল্পৰ কাম, ভাষা-সমন্বয় মঞ্চৰ কাম, জনজাতি-অজনজাতি মিলনৰ সেতু বন্ধন, চাহবাগান আৰু চৰ অঞ্চলৰ নিবাসী সকলৰ লগত নিবিড় সম্পৰ্ক স্থাপন আদি জাতীয় মিলনৰ কামবোৰ আধৰুৱা হৈ ৰৈ আছে। সেইবোৰকাম অতি জৰুৰী। এই বোৰ কাম কৰাৰ বাবে আত্মনিয়োগ কৰিবলৈ প্ৰস্তুত হ'ব লাগিব। তাৰ উপৰি, আমাৰ দাঁতি কাষৰীয়া, পাহাৰৰ জনজাতীয় ভাইসকলৰ লগত সৌহাৰ্দ্য পূৰ্ণ মিলনৰ সেতু নিৰ্মাণ কৰা অৱশ্য কৰ্তব্য। সকলোৰে ভাষিক, সাংস্কৃতিক ঐতিহ্য বজাই ৰাখি সমিলমিলৰ মাজেৰে হিয়া-দিয়া-লোৱা কৰি পৰস্পৰে মিলিব পাৰিলে আমাৰ বহু সামাজিক আৰু ৰাজনৈতিক সমস্যা সমাধান কৰাত সহায়ক হ'ব। আমি তেওঁলোকৰ শৰীৰ দেখিছোঁ, মন দেখা নাই। কৰমৰ্দন কৰিছোঁ, কিন্তু হৃদয় মন্থন কৰিব নাই। ইয়াতে বিভেদৰ সৃষ্টি হৈছে। এই কথা হৃদয়ঙ্গম কৰি আগ বাঢ়ি গ'লে নিশ্চয় কিছু সুফল পাম বুলি আমাৰ বিশ্বাস। অসমীয়া ভাষা সকলোৰে উমৈহতীয়া সংযোগী ভাষা আছিল। তাক আমি কাকো জাপি দিয়া নাছিলো। স্বতঃস্ফূৰ্তভাৱে জনসাধাৰণৰ মাজত প্ৰয়োজনৰ তাগিদাত প্ৰচলিত হৈছিল। ব্যৱসায় বাণিজ্যৰ আদান-প্ৰদানৰ মাজেৰে প্ৰয়োজনীয়তা প্ৰতিষ্ঠিত হৈছিল। কিন্তু আজি ৰাজনৈতিক বিভেদকামিতা প্ৰকট হোৱা বাবে আঁহফলা অৱস্থাপ্ৰাপ্ত হৈছে। আমি তাৰ নিৰাকৰণ কৰিব লাগিব। অৰুণাচল, মিজোৰাম, নগালেণ্ড আদিত কেনেদৰে আমি মন জয় কৰি সাতভনী ৰাজ্যত বিভেদৰ ভাব আঁতৰাই পূৰ্বৰ মিলনৰ মধুৰ গান ৰচনা কৰি পূৰ্বাঞ্চলৰ অৰ্থনীতিৰ উন্নয়ন ঘটাই সুখে সন্তোষে জীৱন যাপন কৰিব পাৰোঁ, তাৰেই চেষ্টা কৰিব লাগিব।

আজিৰ অসম, সংঘাতৰ অসম। আজিৰ অসমীয়া বিভ্ৰান্তিৰ দুৱাৰ দলিত। ৰাজনৈতিক বিভেদকামিতা আৰু অৰ্থনৈতিক অনগ্ৰসৰতাই ইয়াৰ মূল কাৰণ বুলি আমাৰ ধাৰণা হয়। অসম সাহিত্য সভা যিহেতুকে এটা অৰাজনৈতিক অনুষ্ঠান, সেই ক্ষেত্ৰত আমাৰ ভূমিকা সীমিত। ইয়াৰ মাজেৰে আমি উমৈহতীয়া সূত্ৰ আৱিষ্কাৰ কৰিব লাগিব। পৰ্বত আৰু ভৈয়ামৰ মাজত যাতে বৈৰীভাব নাহে তালৈ লক্ষ্য ৰাখি আগবাঢ়িব লাগিল। এইবোৰ কথা আৰু কাম বৰ স্পৰ্শকাতৰ, এবাৰ জিভা পিছলিলেই সৰ্বনাশ হ'ব। গতিকে সংহতভাৱে খোজ দিব লাগিব। সংযতভাৱে শব্দ উচ্চাৰণ কৰিব লাগিব।

আমাৰ মাজত থকা ভৈয়াম জনজাতি ভাইসকলৰ আশা আকাংক্ষাক সন্মান জনাই তেওঁলোকৰ অন্তৰৰ বেদনা অনুভৱ কৰিবলৈ চেষ্টা কৰিব লাগিব। তাতেহে বিভেদৰ ঠাইত অভেদৰ সৃষ্টি হ'ব।

এইবোৰ কৰ্ম সমাধা কৰিবলৈ চেষ্টা কৰা হ'ব। ৰাইজ আৰু ৰজাৰ মঙ্গলৰ আঁচনিকে লোৱা হ'ব। আমি যেন কোনো ৰাজনৈতিক দলীয় চক্ৰত নপৰো তেনে উপদেশকে ৰাইজে আমাক দিব লাগিব। এই ক্ষেত্ৰত বাতৰি কাকত সমূহৰ ভূমিকা অগ্ৰণী। সাহিত্য সভাই যাতে নিৰপেক্ষ চৰিত্ৰ অটুত ৰাখিব পাৰে, তাকেই বাতৰি কাকত বিলকে আৰু সাংবাদিকসকলে সঁকীয়াই থাকে যেন। সাহিত্য সভা যাতে বিতৰ্কিত অনুষ্ঠান হৈ নপৰে তাকে কামনা কৰিলোঁ।

**বিদেশীৰ প্ৰশ্নঃ** বিদেশী সমস্যা আজিও সমাধান হোৱা নাই। দেশৰ কাৰণে ই বৰ বিপদৰ কথা। দেশ বিভাজনৰ সময়ত ১৯৪৭ চনত অহা সকলো বিদেশীকে ভাৰতীয় নাগৰিক বুলি মানি লোৱা হৈছিল। তাৰ উপৰি ১৯৭১ চনৰ বাংলাদেশ সৃষ্টি হোৱাৰ আগতে অহা সকলকো অসম চুক্তিমতে ভাৰত চৰকাৰে ভাৰতীয় নাগৰিক বুলি মানি লৈছে। ১৯৭১ চনৰ পিছত অহা অবৈধ অনুপ্ৰৱেশকাৰীকহে বিদেশী বুলি ধৰি লোৱা হৈছে। এতিয়া এই বিদেশীসকলক চিনাক্ত কৰি ভাৰত তথা অসমৰ পৰা বহিষ্কাৰ কৰিব লাগে বুলি দাবি উঠিছে। এই সহজ কথাষাৰকে হৈ চৈ কৰি একশ্ৰেণীৰ স্বাৰ্থজড়িত ৰাজনৈতিক নেতাই বিঁধি পথালি দিছে। দেশৰ বাবে ই বৰ দুৰ্ভাগ্যৰ কথা। হিন্দুই হওঁক, কোনোবা মুছলমানেই হওঁক বিদেশী বিদেশীয়েই। তাত ধৰ্মৰ লেবেল লগাই স্বদেশী কৰা নেযায়। এক শ্ৰেণীৰ ৰাজনৈতিক মৌলবাদী দলে এই সহজ কথাষাৰ ধৰ্মৰ ৰংসানি বিকৃত কৰি তুলিছে। ৰাজনৈতিক মুনাফা আদায়ৰ বাবে এই শ্ৰেণীৰ মৌলবাদী লোকে নিজস্বাৰ্থ পূৰণহেতু দেশৰ স্বাৰ্থ বিসৰ্জন দিছে। ই বৰ পৰিতাপৰ কথা। এনেবোৰ লোকে আমাৰ ঘোৰ অন্যায় কৰিছে। বিদেশী সমস্যাৰ লগত অৰ্থনৈতিক সমস্যা জড়িত আছে। দেশত মানুহ বাঢ়ি গ'লে খেতিৰ নাটনি হ'ব। তাৰ কাৰণে জন্মনিৰোধৰ আঁচনি আমাৰ চৰকাৰে লৈছে। পিছে নিজৰ দেশৰ মানুহ জন্ম নিয়ন্ত্ৰণ কৰি বিদেশৰ লোকেৰে দেশ ভৰিলে কি সাৰ্থকতা হ'ব জন্ম নিয়ন্ত্ৰণ আঁচনিৰ? নিজৰ ল'ৰা কমালে লোকৰ ল'ৰাৰে ঘৰ ভৰালোঁ, পাকঘৰৰ ভাতে আতিব কিয়? দলে দলে অহা অবৈধ প্ৰব্ৰজনকাৰীক বাধা নিদিলে দেশৰ মানুহৰ মাটি বিদেশী মানুহৰ হাতলৈ যাব। ভোটৰ কাৰবাৰ খন কৰা ৰাজনৈতিক দলৰ ভোটবেংক হৈ দেশৰ মাটি আবাদি কৰিলে ভবিষ্যৎ দেশৰ সন্তানৰ বিপদ হ'ব। এই খন স্বদেশীৰ ৰাজ্য নহৈ বিদেশীৰহে ৰাজ্য হ'ব। গতিকে বিদেশী চিনাক্তকৰণ কৰি বহিষ্কাৰ কৰিব লাগে। কোনো দেশে বিদেশীক ঠাই নিদিয়ে, কেৱল ব্যতিক্ৰম অসমহে, ভাৰতহে।

**কৰ্ম্ম আঁচনিঃ** চাহে চৰে আমাৰ কৰ্ম, জনজাতি অজনজাতিৰ মিলনেই অসমীয়াৰ ধৰ্ম। আমাৰ চাহ বাগানত কাম কৰা বনুৱা ভাইসকলৰ মাজত আমি কৰিবলগীয়া বহুত কাম আছে। কৃষক বণুৱাক লৈ আমি অসমীয়া জাতি; চৰ অঞ্চলৰ কৃষক ভাইসকল আৰু চাহ বাগানৰ বনুৱা ভাইসকল আজিও নিষ্পেষিত, নিৰ্যাতিত আৰু অৱহেলিত হৈ আছে। এই দুখীয়া-নিচলা ভাইসকলক পেটৰ ভাতমুঠি, গাৰ কাপোৰখনি আৰু বাসগৃহটিৰ নিৰ্মাণৰ বুদ্ধি কৌশল দিব লাগিব। মধ্যস্বত্ব ভোগী দালাল শ্ৰেণীৰ শোষনৰপৰা তেওঁলোকক উদ্ধাৰ কৰিব নোৱাৰিলে তেওঁলোকৰ দুখৰ অন্ত নপৰিব। তেওঁলোকক বুজাই দিব লাগিব কাৰদ্বাৰা তেওঁলোক শোষিত হৈছে। কাৰ কূট-কৌশলত তেওঁলোকৰ আৰ্থিক প্ৰগতি লাভ হোৱা নাই।

অসমীয়া জাতিৰ দুটা খলপ-জনজাতি আৰু অজনজাতি। আমাৰ মাজত ভুল বুজা-বুজি হৈ খলপ দুটা বিভেদ হ'বৰ উপক্ৰম হৈছে। আমি বুজাই বঢ়াই সহনশীলতাৰে দুয়োটা খলপ পূৰ্ব্বৰ দৰে একলগ কৰি ৰাখিব লাগিব। খলপ দুটা বিচ্ছিন্ন হ'লে দুয়োৰে ক্ষতি হ'ব— এই সকলোৰে মনত ৰাখে। অসমীয়া জাতিৰ বৰ্ম বা কবচ হৈছে দুই খলপৰ মিলন। সেইবাবে অসম সাহিত্য সভাৰ কাম হ'ব চাহ বাগান, চৰ অঞ্চল আৰু জনজাতি অধ্যুষিত অঞ্চলত সম্প্ৰীতিৰ ভাব প্ৰগাঢ় কৰা। জাতি গঠনৰ প্ৰক্ৰিয়াতো গুৰুত্ব দিব লাগিব। সাহিত্য সভাৰ শাখা সভা প্ৰতি অঞ্চলতে গঠন কৰিব লাগিব, যাতে আমি মিলিত হোৱাৰ সুযোগ ঘটে।

অসমত সাতশৰো অধিক চাহবাগান আছে। চাহৰ কাৰণে অসম জগতত বিখ্যাত। এই চাহ বনুৱাসকলক ইংৰাজ চাহ খেতিয়কসকলে আজি প্ৰায় দুশ বছৰ আগতে ভাৰতৰ বিভিন্ন ঠাইৰপৰা আনিছিল। এই বাগানীয়া লোকসকল উত্তৰ ভাৰতৰ বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মধ্যপ্ৰদেশ, পশ্চিমবংগ আদিৰপৰা আৰু দক্ষিণ ভাৰতৰ তামিলনাড়ু, অন্ধ্ৰপ্ৰদেশ আদিৰপৰা অহা লোক। উত্তৰ ভাৰতৰ বনুৱা জনসংখ্যা অধিক আছিল। তেওঁলোক আজি হাড়ে হিমজুৱে অসমীয়া হৈ পৰিছে। তেওঁলোক অসমীয়া জাতিৰ মূলসুঁতিৰ লগত মিলি গৈছে। বাগানত বাস কৰা বাবে আমি বাগানীয়া বুলি কৈছোঁ। এই লোকসকল কিন্তু বাগিচাৰ নিয়ন্ত্ৰনতহে চলে। কিছুমান বাগিচাৰ মালিকসকলৰ স্কুলত হিন্দী মাধ্যমৰ ল'ৰা-ছোৱালী পঢ়ায়। বিভিন্ন ভাষা-ভাষী মানুহৰ সংমিশ্ৰণত, এওঁলোকৰ মাজত এটা উমৈহতীয়া ভাষাৰ সৃষ্টি হৈছে। তাৰেই নাম "সাদানী" ভাষা। এয়ে বাগানীয়া ভাষা। এওঁলোকৰ সংযোগী ভাষা অসমীয়া।

চাহ বাগিচাৰ মালিক গোষ্ঠীৰ শাসনতহে এওঁলোকৰ সমাজ চলে। চাহকৰ্মচাৰীৰ সংঘ আৰু এচাম নিম্ন বৰ্গৰ কৰ্মচাৰীৰ মৰ্জিত এওঁলোকৰ জীৱন নিৰ্ভৰ কৰে। অবিভক্ত কাছাৰ আৰু অবিভক্ত শিৱসাগৰ জিলাৰ বাগানৰ স্কুলবোৰ বৰ্তমান চৰকাৰে লৈছে। কিন্তু শিক্ষকসকল অৰ্হতাহীন, বাকীবোৰ চাহবাগানৰ মালিকৰ অধীনত চলে। শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত দুৰ্নীতিয়ে খোপনি পুতিছে। শিক্ষা বিষয়া বাগিচালৈ নেযায়েই। এওঁলোকৰ মাজত চাহ মজদুৰ সংঘ আছে। প্ৰতি বাগিচাত একোখনকৈ সংঘৰ সমিতি আছে। জিলা বা আঞ্চলিক সমিতিও আছে। কিন্তু সকলোবোৰ ৰাজনীতিত লিপ্ত বা মত্ত বুলি বাগানৰ বনুৱা ৰাইজে অভিযোগ কৰে। এইবোৰ সংগঠনৰ নেতাসকলে ভাষা সংস্কৃতি বিকাশৰ বাবে চিন্তা কৰা লোক বুলি মনে মনে নধৰে। অসম চাহ কৰ্মচাৰী সংঘ নামৰ এটি অনুষ্ঠানো আছে। কৰ্মচাৰীসকল অসমীয়া ভাষী লোক। বাগানত বাবু সংস্কৃতিহে চলে। সেইবাবে বাগানীয়া ৰাইজে গণতন্ত্ৰৰ সুফল পোৱা নাই। বাগানত তিনিটা শ্ৰেণীৰ লোক আছে। মালিক, বাবু আৰু বনুৱা। বাগিচাৰ কৰ্ম আঁচনিৰ ৰূপায়ণৰ বেলিকাহে ঐক্য দেখা যায়। তাৰ বাহিৰে কোনো সামাজিক সাংস্কৃতিক বিষয়ত এওঁলোকৰ কোনো যোগসূত্ৰ দেখা নেযায়। বহু অসমীয়া লোকৰো নিজা নিজা চাহবাগিচা আছে। সেই সমূহতো অসমীয়া ভাষা, সংস্কৃতিৰ দুৰ্গতি দেখা যায়। এওঁলোকে চান্দা বৰঙণি দিয়ে। কিন্তু নিজৰ বাগিচাত ভাষা, শিক্ষা, সংস্কৃতিৰ ক্ষেত্ৰত অনীহা প্ৰকাশ কৰা দেখা যায়। গীত আৰু শিক্ষামূলক বক্তৃতাৰ যোগে ভাষা সংস্কৃতিৰ সম্প্ৰসাৰণ কৰা উচিত। ভ্ৰাম্যমান গায়কৰ দল নিয়োগৰ আঁচনি কৰিব পাৰিলে বহুলাংশে সুফল লাভ কৰিবপৰা যায় বুলি আমাৰ বিশ্বাস। জাতীয় সংস্কৃতিৰ প্ৰশিক্ষণৰ বাবে শিক্ষক প্ৰেৰণ কৰা বিধেয়।

বাকপটু জাতীয় চেতনা সম্পন্ন আৰু সমাজ সংগঠক লোকৰ জৰিয়তে এই বিষয়ত খাটিব পাৰিলে সুফল পোৱা যাব। ভ্ৰাম্যমান থিয়েটাৰ আৰু আকাশবাণীৰ সংগীত বিভাগৰ গায়ক বা অভিনেতা সকল বৈচিত্ৰ্যপূৰ্ণ সমাজ গঢ়কা লোক। তেনেলোকক নিয়োগ কৰিলে কৃতকাৰ্য হ'ব পাৰি। আমাৰ চাহ বাগানৰ বনুৱা ভাইসকলৰ মাজত সাহিত্য সংস্কৃতিৰ চেতনা জগাই তুলিব পাৰিলে অসমীয়া জাতি শক্তিশালী হ'ব। চাহে অসম বিখ্যাত কৰিছে। চাহ বনুৱাই অসমীয়াক বিখ্যাত কৰিব। বহুকেইজন চাহ বনুৱা সন্তানে অসমীয়া সাহিত্যলৈ সুন্দৰ বৰঙণি যোগাব ধৰিছে। এতিয়া আমি উৎসাহ যোগাব পাৰিলে বনুৱা ভাইসকল আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ধৰুৱা হ'ব। সেই উদ্দেশ্যেৰে আমি চাহ বনুৱা ভাইসকলৰ মাজত সোমাব লাগিব। ঝুমুৰ নৃত্যই আজি অসমীয়াৰ প্ৰাণৰ নৃত্য হৈছে। অদূৰ ভবিষ্যতে চাহ বনুৱা ভাইসকলো আমাৰ প্ৰাণৰ ভাই হ'ব।

এই আশা পূৰণ কৰিবলৈ আমি চাহ বাগান সমূহত শাখা সাহিত্য সভা গঠন কৰিব লাগিব। সাতশ চাহ বাগিচাত সাতশখন শাখা সাহিত্য সভা গঠন হ'লে অসম সাহিত্য সভাৰ কলেৱৰ বিৰাট হ'ব আৰু সভাই হিয়া দিয়া লোৱাৰ মাজেদি বিৰাট অসমীয়া জাতি গঠন কৰি শিল্প, সাহিত্য,

সংস্কৃতিৰ বিপুল কৃতকাৰ্য্যতা লাভ কৰিব। সাতশ নহলেও এশখন শাখা সভা গঠন কৰা আঁচনি আমি ল'ব লাগে আৰু এই ক্ষেত্ৰত চাহ বাগান অৱস্থিত জিলা সাহিত্য সভাই ইয়াৰ দায়িত্ব ল'ব লাগে। এই ক্ষেত্ৰত নবীন লেখক লেখিকা আৰু শিল্পী সমিতিয়ে সাহিত্য সভাক সহায় কৰাটো আমি কামনা কৰোঁ। নবীন প্ৰবীণে একেচাৰে বঠা মাৰিলেহে নাও আগুৱাব।

চাহে চৰে অসম, জনজাতি নহয় যেন বিষম। চৰ অঞ্চলত অসমীয়া ভাষা তাহানি দিনৰে পৰা সঞ্চালনিকৈ চলি আছিল, আজিও আছে। চৰ নিবাসী অসমীয়া লোকসকলে অসমীয়া ভাষা গ্ৰহণ কৰি আমাৰ মাজৰ সৌহাৰ্দভাৱ টনকীয়াল কৰি ৰাখি আছে। বৰ্তমান পৰিস্থিতিত ৰাজনৈতিক কবলত পৰি চৰ অঞ্চলত অসমীয়া ভাষাক এলাগী কৰাৰ নতুন ষড়যন্ত্ৰ চলিছে। ইংৰাজী ভাষাৰ ওপৰত অধিক গুৰুত্ব দিয়াত ইংৰাজী মাধ্যমৰ স্কুলৰ প্ৰতি যি মানসিকতা গঢ়ি উঠিছে তাৰ অন্তৰালত এক আন্তঃৰাষ্ট্ৰীয় কুটাঘাটমূলক কাৰ্যই ক্ৰিয়া কৰিছে। এনে পৰিস্থিতিত অসম সাহিত্য সভাই সৰ্বস্তৰৰ জনসাধাৰণৰ মাজত জনমত গঠন কৰি বিভিন্ন স্তৰৰ ধৰ্মীয় আৰু ভাষিক সংখ্যালঘুসকলৰ মাজত সৌহাৰ্দৰ মনোভাব গঢ়ি তুলিবলৈ যত্নপৰ হ'ব লাগিব আৰু যিকোনো ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় কুটাঘাতমূলক কাৰ্য ৰোধ কৰিবলৈ ৰাজ্য জুৰি প্ৰতিবাদ কৰিব লাগিব; অন্যথা অসমীয়া ভাষা-সংস্কৃতি আৰু জাতীয় ঐতিহ্যৰ অস্তিত্ব সন্দিহান হৈ উঠিব। ইয়াক ৰোধ কৰাৰ বাবে অসম সাহিত্য সভাই তীক্ষ্ণ দৃষ্টি ৰাখিব লাগিব। এই কাৰ্য ব্যৱস্থাৰ দৰ্শনীয় দিশ আলোচনা কৰাটো অতীৱ প্ৰয়োজনীয়। ধৰ্মীয় ভাষিক সমস্যাই যাতে সমস্যা সৃষ্টি কৰিব নোৱাৰে তাৰ বাবে সজাগ থাকিব লাগিব। এই বিলাক আলোচনাৰ বাবে চাহ জনজাতীয় অঞ্চল আৰু চৰ অঞ্চলত অসম সাহিত্য সভাৰ শাখা গঠন কৰিব লাগিব। চৰ অঞ্চলত কমেও এশখন নতুন শাখা সভা গঠন কৰিব পাৰিলেহে আলোচনা চক্ৰ, সাহিত্য-সংস্কৃতিৰ গৱেষণা, চৰ-চাপৰিৰ জীৱন-পদ্ধতি, ভাষা সাহিত্য সংস্কৃতি সম্পৰ্কৰ গৱেষণামূলক সভা অনুষ্ঠিত কৰিব পৰা যায়। এই ক্ষেত্ৰত ৰাইজক সচেতন কৰিবৰ বাবে শিক্ষিত মহলে চেষ্টা কৰাটো বিধেয়। চৰ অঞ্চলত ইতিমধ্যে জনসংখ্যা বৃদ্ধি হৈছেই আৰু দুই দশকত ইয়াৰ জনসংখ্যা দুগুণ হ'ব। তেতিয়া মাটিৰ নাটনি হ'ব। মানুহে বাঢ়ি যায় কিন্তু মাটি বাঢ়ি নেযায়। তেওঁলোক খেতিয়ক মানুহ। মাটিৰ প্ৰয়োজন অনস্বীকাৰ্য। ইফালে কোনো লঘু উদ্যোগ নাই আৰু গুৰু উদ্যোগ গঢ়ি উঠাৰো কোনো সম্ভাৱনা নাই। শিক্ষিত নিবনুৱা চাৰে চাকৰি নেপাই হাবাথুৰি খাব লাগিব। নিবনুৱা সমস্যাই অচিৰে চৰ অঞ্চলত গা কৰি উঠিব। এই অশিক্ষিত, কৃষক আৰু শিক্ষিত নিবনুৱাই দেশৰ বাতাবৰণ বিষাক্ত কৰি তুলিব। সেই কাৰণেই চৰ অঞ্চলৰ আমাৰ কৃষক ভাইসকলে তেওঁলোকৰ উত্তৰ পুৰুষৰ ৰক্ষাৰ বাবেই বিদেশী প্ৰব্ৰজন কাৰীক প্ৰশ্ৰয় দিব নেলাগিব। চৰ-চাপৰি লোকে টিনকাল খেতি কৰি পেটৰ ভাতমুঠি উলিয়াব লাগিব। তেওঁলোকৰ বংশধৰসকলৰ মঙ্গলৰ কাৰণেই বিদেশীক চিনাক্ত কৰিব লাগিব। এই কথা যেন চৰচাপৰিৰ লোকে মনত ৰাখে। ৰাজনৈতিক মুনাফা খোৱা একশ্ৰেণীৰ লোকৰ চলাহী কথাত ভোল গৈ নিজৰ ভৱিষ্যৎ বংশধৰসকলৰ যাতে সৰ্বনাশ নকৰে তাকেহে আমি সকীয়াই থলো। তেনেদৰে চাহ বাগিচা আৰু শিলঙীয়া অসমীয়া মানুহৰ মাজতো বিদেশী নাগৰিক আছে। বিশেষকৈ টাউন-চহৰ অঞ্চলত বিভিন্ন ব্যৱসায়ত লিপ্ত বিদেশীসকলক চিনাক্তকৰণত চৰকাৰক সহায় কৰিব লাগিব।

আজি এটা শব্দৰ আখৰ মচি দিবলৈ আমি ৰাইজক অনুৰোধ জনাওঁ। চৰবাসী ৰাইজক বহু বছৰ আগতে ন-অসমীয়া বুলি অভিহিত কৰিছিল। আজি ইমান বছৰে 'ন' আখৰটোৱে গোলমাল কৰি আছে। ন-অসমীয়াৰ ন আখৰটো এই সাহিত্য সভাতে আপোনালোকে মচি দিয়ক। ইমান বছৰ পিছতো 'ন' আখৰটি পুৰণি হোৱা নাইনে? ন-দোৱাৰী যি'বা ছোৱালী হোৱাৰ পাছতো ন-দোৱাৰী হৈ থাকেনে? গতিকে ৰাইজে সাহিত্য সভাৰ মধ্যতে এই 'ন' আখৰটি মচি দিয়ক। ন-অসমীয়া নহয়, অসমীয়া। আমি একে অসমীয়া।

ভৈয়ামৰ অসমীয়া, পৰ্বৰ্তৰ অসমীয়া, বাগানৰ অসমীয়া, চৰবাসী অসমীয়া সকলো একে অসমীয়া।

অসমীয়া ভাষাৰ সম্পূৰ্ণ ইতিহাস এখন লিখি উলিয়াবলৈ পাঁচ-বছৰীয়া পৰিকল্পনা এটা যুগুতোৱা উচিত। তদুপৰি, সাধাৰণ মানুহে বুজি পোৱাকৈ এখন জনপ্ৰিয় অভিধান ৰচনা কৰাত গুৰুত্ব দিয়া প্ৰয়োজন। এই অভিধানত জনজাতীয় ভাষাৰ কিছুমান শব্দ আৰু স্থানীয় শব্দ সন্নিবিষ্ট কৰিব লাগে।

এসোপামান কিতাপ ছপাই প্ৰকাশনৰ দীঘলীয়া তালিকা তৈয়াৰ কৰাৰ কোনো প্ৰয়োজন নাই। সেইবোৰ কিতাপ অন্য প্ৰকাশন প্ৰতিষ্ঠানৰ হাতত দিলেও হ'ব। অসমৰ বিভিন্ন ক্ষেত্ৰ সামৰাকৈ পাঁচখনমান কিতাপ প্ৰকাশ কৰি বিতৰণ কৰিলে বেছি উপকাৰ হ'ব বুলি আমি ভাবোঁ। অসম সাহিত্য সভাৰ পত্ৰিকাখন নিয়মিত প্ৰকাশ কৰাহে বাঞ্ছনীয়। পত্ৰিকাখনৰ প্ৰতি সংখ্যাত একোটা বিষয়ৰ গভীৰ আৰু প্ৰামাণ্য তথ্য প্ৰকাশ কৰি পত্ৰিকাৰ মানদণ্ড উচ্চ কৰিব পাৰিলে উত্তৰ পুৰুষে এইখন পত্ৰিকা প্ৰামাণ্য গ্ৰন্থৰ শাৰীত ধৰি অধ্যয়ন কৰিব। সাহিত্য সভাৰ পত্ৰিকাত ভাষা সাহিত্যৰ গধুৰ আলোচনা সম্বলিত প্ৰবন্ধইহে জনমানসত সাহিত্য সভাৰ ভাবমূৰ্তি উজ্জ্বল কৰিব। ৰাজ্যত বিবিধ ধৰণৰ আলোচনী ওলাব ধৰিছে। গতিকে সাহিত্য সভাৰ আলোচনীখন এখন প্ৰামাণ্য গ্ৰন্থ যেন হব লাগে। ইয়াৰ জৰিয়তে অসমৰ বিষয়ে নতুন তথ্য প্ৰকাশ কৰি জাতীয় চেতনাৰ উদ্ৰেক কৰিবলৈ সক্ষম হ'ব লাগে। গভীৰ চিন্তা আৰু মননশীলতাৰে প্ৰবন্ধ, নিবন্ধ ৰচনা কৰি নতুন প্ৰজন্মক সাহিত্য, দৰ্শন আৰু বিজ্ঞানৰ ফালে ধাৱিত কৰিব লাগে।

দেশাত্মবোধৰ জুয়ে যাৰ অন্তৰ পুৰিছে সিহে দেশক চিনি পায়, দেশৰ মানুহক ভাল পায়। এই জুয়ে আমাৰ অন্তৰো পুৰিছে বাবেই এইবোৰ কথা ইমান সময় বলকিলো। সেৱাৰ থলী ৰাইজে আমাৰ দায়-দোষ মাৰ্জনা কৰিব বুলি দণ্ডৱতে প্ৰণিপাত কৰিলোঁ। অসম সাহিত্য সভাৰ তিনিগৰাকী বৰেণ্য সাহিত্যিকে অসমীয়া জাতিক জাতীয় প্ৰেৰণাৰে উদ্বুদ্ধ কৰি অসমীয়া জাতিৰ ঐক্য - সংহতি, আত্ম বিশ্বাস আৰু আত্মনিয়ন্ত্ৰণৰ সংকল্পলৈ আগবাঢ়ি যাবলৈ মহান বাণী ঘোষণা কৰিছিল। এই তিনিগৰাকী নমস্য সাহিত্যিক ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ পদাঙ্ক অনুসৰণ কৰি শত শত প্ৰণিপাত জনাই আমি গাই যাম ঃ

বাজক ডবা, বাজক শংখ, বাজক মৃদং খোল,<br>
অসম আকৌ উন্নতি পথত জয় আই অসম বোল।

জয়তু ভাষা জননী<br>
জয়তু অসম সাহিত্য সভা<br>
জয়তু সৰ্থেবাৰী অধিৱেশন।



# অভিনন্দন পত্ৰ

অসম সাহিত্য সভাৰ ৬১তম সৰ্থেবাৰী অধিবেশনৰ
নৱ-নিৰ্বাচিত সভাপতি মাননীয় শ্ৰীহিতেশ ডেকাৰ কৰকমলত

**হে ভাষা জননীৰ একনিষ্ঠ পূজাৰী,**

আপুনি ভাষা জননীৰ পূজাৰ বেদীত
পোন্ধৰখনকৈ অমূল্য উপন্যাস, চাৰিখন নাটক, পাঁচখন
গল্প সংকলন আৰু তিনিখন প্ৰৱন্ধ সংকলনৰ
অনবদ্য সম্ভাৰেৰে যি ভক্তি অৰ্ঘ নিবেদন কৰিলে
সেয়ে আপোনালৈ অমৰত্বৰ আশীৰ্বাদ কঢ়িযাই
আনিছে। দুবাৰকৈ অসম সাহিত্য সভাৰ উপ সভা
পতিৰ পদ আৰু কামৰূপ জিলা সাহিত্য সভাৰ
পলাশবাৰী অধিবেশনৰ সভাপতিৰ পদ অলংকৃত
কৰা আপোনাৰ দৰে অক্লান্ত সাহিত্যকৰ্মী আৰু
প্ৰথিতযশা সাহিত্যিকক অসম সাহিত্য সভাৰ ৬১ তম
অধিবেশনৰ সভাপতি নিৰ্বাচন কৰি যোগ্যজনক
যোগ্য আসন দিয়াত আমি অতিশয় আনন্দিত
হৈছো আৰু নৱাৰুণ সাহিত্য সভাৰ তৰফৰ পৰা
আপোনালৈ আমাৰ আন্তৰিক আদৰ আৰু অভিনন্দন জনাইছোঁ।

**হে সমাজ সচেতন শিক্ষাবিদ,**

আপুনি আজীৱন শিক্ষকতাৰে বিদ্যায়তনিক শিক্ষাৰ
শলিতা জ্বলাই পোহৰ বিলোৱাই নহয়, ব্যষ্টি জীৱন
আৰু ব্যক্তি জীৱনৰ নিভৃত অধ্যযন-লব্ধ সত্য আপোন
সৃষ্টিশীল সাহিত্যৰাজিৰে বিলাই সমাজত লোক শিক্ষাৰ
পোহাৰ মেলিও সাৰ্থক শিক্ষাব্ৰতীৰ সন্মানিত আসন
জনসাধাৰণৰ হৃদযত লাভ কৰি আমাৰ গৌৰৱৰ
পাঠ হব পাৰিছে।

**হে বিপ্লবী মুক্তি যোদ্ধা,**

দেশ মাতৃকাৰ মুক্তিৰ বাবে বিয়াল্লিচৰ বিপ্লৱত জপিয়াই
পৰি কৰা কাৰাবৰণেও আপোনাৰ অন্তৰৰ বিপ্লৱী সত্তা
আৰু সচা সাহিত্যিকজনকে আমাৰ সন্মুখত প্ৰতিভাত কৰে।
সাহিত্য ভড়াললৈ অধিকতৰ অৰিহণা যোগাই অসমী
আইৰ মুখ উজ্জলাবলৈ ভগৱানে আপোনাক সুস্থ জীৱন
দান কৰক এয়ে আমাৰ আজিৰ এই শুভদিনৰ কামনা

আপোনাৰ গুণমুগ্ধ

তাৰিখ ২৭—১২-৯৪ ইং

নৱাৰুণ সাহিত্য সভাৰ সদস্য বৃন্দৰহৈ.
শ্ৰী পবেন্দ্ৰ নাথ ভট্টাচাৰ্য—সম্পাদক
শ্ৰী কমলাকান্ত ঠাকুৰীয়া— সভাপতি

# অসম সাহিত্য সভাৰ নিৰ্বাচিত সভাপতি, প্ৰথিতযশা সাহিত্যিক শিক্ষাব্ৰতী শ্ৰী হিতেশ ডেকাৰ কৰকমলত—

শ্ৰদ্ধাস্পদেষু,

মৌলিক সাহিত্য সৃষ্টিৰে অসমীয়া সাহিত্য, বিশেষকৈ উপন্যাস সাহিত্যলৈ উল্লেখযোগ্য অৰিহণাৰে--অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ সেৱাত আত্মোৎসৰ্গ কৰি আপুনি অসমৰ জাতীয় জীৱনত এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। অসম সাহিত্য সভাৰ লগত সুদীৰ্ঘ কাল নিবিড়ভাবে জড়িত থাকি, উপ- সভাপতিৰ দৰে গুৰুত্বপূৰ্ণ পদ অলংকৃত কৰি আপুনি অসম সাহিত্য সভাৰ সাংগঠনিক দিশতো বিশেষ সেৱা আগবঢ়াইছে।

আপোনাৰ দৰে প্ৰবীণ, অভিজ্ঞতাপুষ্ট এজন সাহিত্যিক, অসম সাহিত্য সভাৰ দৰে সুবৃহৎ জাতীয় অনুষ্ঠানৰ সভাপতি নিৰ্বাচিত হোৱাত নগাঁও সাহিত্য সভাই পৰম আনন্দ লাভ কৰি আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছোঁ। আমাৰ একান্ত বিশ্বাস আপোনাৰ সৰল, সুচিন্তিত নেতৃত্বত অসম সাহিত্য সভাই গতিশীলতা লাভ কৰিব।

কৰুণাময় পৰমেশ্বৰৰ ওচৰত আমাৰ মিনতি আপোনাৰ কৰ্মময় জীৱন সুখ সমৃদ্ধিৰে পৰিপূৰ্ণ শ্ৰীময় হওক।

স্থান--- নেহেৰুবালি, নগাঁও
১১ মাঘ /১৪০১ ভাস্কৰাব্দ
১৫/ ১/ ৯৫

ইতি
আপোনাৰ গুণানুৰক্ত
শ্ৰী ইন্দ্ৰেশ্বৰ গোস্বামী- *সভাপতি*
শ্ৰী হোমেশ্বৰ দেৱশৰ্মা *সম্পাদক*

# অসম সাহিত্য সভাৰ নৱ নিৰ্বাচিত সভাপতি মাননীয় শ্ৰী হিতেশ ডেকাদেৱলৈ অভিনন্দন

মান্যবৰেষু,

অসম সাহিত্য সভাৰ নৱ নিৰ্বাচিত সভাপতি হিচাপে আপোনাক অভিনন্দন জনাবলৈ পাই গোৱালপৰা জিলা সাহিত্য সভাই গৌৰববোধ কৰিছে। জীৱনৰ বন্ধুৰ পথ পৰিক্ৰমাত আপুনি লগপোৱা সঁচা মানুহৰ জীয়া কাহিনীবোৰে প্ৰায় চাৰিটা দশক জুৰি আমাক মুগ্ধ কৰি আহিছে। আশা ৰাখিছো- আপোনাৰ বলিষ্ঠ নেতৃত্বত অধিক গতিশীলতা লাভ কৰি অসম সাহিত্য সভাই জনগনক নতুন পথৰ সন্ধান দিব। আপোনাৰ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰিলোঁ।

গোবালপাৰা (লক্ষীপুৰ)
ডিচেম্বৰ ২৯,১৯৯৭ ইং চন

ভৱদীয়
শ্ৰী দিবাকৰ দাস
*সম্পাদক*
গোৱালপাৰা জিলা সাহিত্য সভা

# 'চিৰচেনেহী মোৰ ভাষাজননী'
# অসম সাহিত্য সভা
# সত্যনাৰায়ণ চাহ বাগিছা সমিতি ঃ স্থাপিত ১৯৯৩

নাহৰকটীয়া, জিলা-ডিব্ৰুগড
তাং ইং ০২/০৯/৯৫

প্ৰতি,

অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত হিতেশ ডেকা ডাঙৰীয়াদেৱলৈ সশ্ৰদ্ধ আৰু সবিনীত এখনি মানপত্ৰ।

মাননীয় সভাপতি ডাঙৰীয়া সমীপেষু,

যোৱা ইং ২৮/ ১০/ ৯৩ তাৰিখে সত্যনাৰায়ণ চাহ বাগিছাৰ কাৰ্যালয়ত অসম সাহিত্য সভাৰ প্ৰাক্তন উপসভাপতি শ্ৰীযুত যতীন গোস্বমীদেৱ, নাহৰকটীয়া স্থানীয় সাহিত্য সভাৰ শ্ৰীযুত তিলেন্দ্ৰ মহন্তদেৱকে আদি কৰি কেইবাজনো বিশিষ্ট সাহিত্যসুধী ব্যক্তি তথা অসম সাহিত্য সভাৰ চাহ বাগিছাৰ উপসমিতিৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ পৃষ্ঠপোষকতাত সকলো চাহ বাগিছাতে সাহিত্য সভাৰ একো একোখন শাখা সমিতি স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। তাৰেই ফলশ্ৰুতিত নিজকে অসমীয়া বুলি গৌৰৱবোধ কৰাসকলো চাহ জনজাতিলোক আৰু বিভিন্ন সম্প্ৰদায়ৰ স্থানীয় লোকেৰে পৰিপূৰ্ণ সুপ্ৰাচীন অসমীয়া সমাজখনৰ মঙ্গলস্থলী এই সত্যনাৰাযণ চাহ বাগিছাতো সভাৰ এটা শাখা খোলা হয়। এই সভাই মূল সভাৰ স্বীকৃতি লাভ কৰে যোৱা ইং ৫ /২ /৯৪ তাৰিখে। কিন্তু বিভিন্ন কাৰণবশতঃ সাংগঠনিক ক্ষেত্ৰত এই সভাই কোনো পদক্ষেপ লব পৰা নাছিল।

আজিৰ এই দিনটো আমাৰ কাৰণে অতি পবিত্ৰ আৰু চিৰস্মৰণীয় হৈ ৰব। কাৰণ নিজ নিজ কলাকৃষ্টি আৰু জীৱন শৈলীৰে পৰিপুষ্ট টাই আহোম, সনোৱাল কছাৰী, কোচ ৰাজবংশী, বিভিন্ন চাহ জনজাতি,সৰ্বভাৰতীয় জাতি উপজাতি বিভিন্ন সম্প্ৰদাযৰ বাসভূমি তথা সংগমস্থলস্বৰূপ এই লুইতপৰীয়া জনগোষ্ঠীৰ সমতলভূমিত আমাৰ আমন্ত্ৰণ ক্ৰমে স্বনামধন্য সাহিত্যিক অসম সাহিত্য সভাৰ সভাপতি, শ্ৰীযুত হিতেশ ডেকা দেৱে পদাৰ্পণ কৰিছেহি।

অসমীয়া সাহিত্যৰ অক্লান্ত কৰ্মী শ্ৰীযুত ডেকা ডাঙৰীয়া দেৱৰ ৰচনাৰাজি বিশেষভাবে অসমৰ গাঁৱলীয়া সমাজৰ ঘাত- প্ৰতিঘাত, সুখ-দুখ, হাঁহি কান্দোনৰ দাপোণস্বৰূপ। সেইদৰে আধুনিক নগৰীয়া জীৱনৰ বিভিন্ন সমস্যা তথা জটিল জীৱনধাৰৰ নিটোল ৰূপো তেখেতৰ ৰচনাৱলীৰ মাজত সুন্দৰভাৱে মূৰ্তমান। এনে এজন মহান প্ৰতিভাশালী জনপ্ৰিয় কথা সাহিত্যিক শ্ৰীযুত ডেকা দেৱক এই আওহতীয়া অনগ্ৰসৰ অঞ্চলৰ ৰাইজৰ মাজত পোৱাটো আমাৰ বাবে অতি গৌৰৱৰ আৰু আনন্দৰ বিষয়। কেইবা পুৰুষো ধৰি অসমতে থাকি অসমকে আপোনভাবে লোৱা অসমীয়া ভাষাৰ সংস্কৃতিৰ প্ৰতি সহানুভূতিশীল সত্যনাৰায়ণ চাহ বাগিছাৰ

স্বত্বাধিকাৰী ডিব্ৰুগড় চহৰৰ প্ৰখ্যাত বণিক পৰিয়ালৰ সহৃদয়বান ব্যক্তি শ্ৰীযুত কেদাৰনাথ চহৰীয়াৰ এই বাগিছাত পোন প্ৰথমবাৰৰ বাবেএনে গাম্ভীৰ্য্যপূৰ্ণ অনুষ্ঠান তথা এই বিশাল জনসভাৰ আয়োজন সম্ভৱপৰ হৈ উঠা এই সভালৈ আহিবলৈ সম্মত হোৱা পৰম শ্ৰদ্ধেয় শ্ৰীযুত হিতেশ ডেকা দেৱৰ হে প্ৰাপ্য।

এই মহান ব্যক্তি গৰাকীলৈ আমাৰ সশ্ৰদ্ধ প্ৰণিপাত। আমি আশা কৰো তেখেতৰ লেখনিত এই অঞ্চলৰ জনজীৱনৰ নিখুট ছবি অংকিত হব আৰু ই দেশৰ চুকে কোণে প্ৰসাৰণ লাভ কৰিব।

শেষত তেখেতৰ স্‌-- স্বাস্থ্য ও দীৰ্ঘায়ু কামনা কৰিছো, লগতে এবছৰীয়া কাৰ্য্যকালৰ এই চুটি সময়ছোৱাত তেখেতৰ পৰিকল্পিত আঁচনি সফল ৰূপায়ণ হওক এয়াই ভগৱানৰ ওচৰত আমাৰ প্ৰাৰ্থনা।

ইতি———

সত্যনাৰায়ণ চাহ বাগিছা
শাখা সাহিত্য সভা সমিতিৰ বিষয়ববীয়া সকল

# অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সৰ্থেবাৰী অধিবেশনৰ সভাপতি শ্ৰীযুত হিতেশ ডেকাদেৱলৈ সম্বৰ্দ্ধনা

পৰম শ্ৰদ্ধেয় শ্ৰীযুত হিতেশ ডেকা দেৱ,

অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিচাপে আপোনাক সম্বৰ্দ্ধনা জনাবলৈ পাই আমি অত্যন্ত সুখ অনুভৱ কৰিছোঁ। যি আসন লক্ষীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁঞি বৰুৱা,কমলাকান্ত ভট্টাচাৰ্য্য আদিৰ দৰে যুগকাণ্ডাৰীয়ে শুৱনি কৰি থৈ গ'ল, সেইখন আসন আজি আপুনি পৰিপূৰ্ণ কৰিছে।

হে বিশিষ্ট গদ্য লেখক - কেৱল ঔপন্যাসিক হিচাপে নহয় আমি আপোনাক জানো এজন নাট্যকাৰ, গল্পকাৰ, প্ৰবন্ধকাৰ আৰু স্বাধীনতা সংগ্ৰামী হিচাপেও। আপোনাৰ প্ৰতিটো সৃষ্টিত খোদিত হয় মানুহৰ জীৱন সংগ্ৰামৰ তেজ ৰঙা ইতিহাস। জীৱনক উপৰ্যুপৰি গ্ৰহণ কৰিবলৈ শিকাই আপোনাৰ কালজয়ী উপন্যাসে।

হে যুগজয়ী শিল্পী--১৯২৪ চনত সৰ্থেবাৰীত জন্মগ্ৰহণ কৰি আজীৱন শিক্ষকতাৰে আজি আপুনি ধৰাত ধন্য হৈছে। কেৱল সৰ্থেবাৰী অধিবেশনৰ বাবে নহয়, সদৌ অসমৰ ৰাইজৰ বাবে, জাতিৰ বাবে সমাজৰ বাবে আপুনি থিয় দিব বুলি অফুৰন্ত আশা কৰি আমি সম্বৰ্দ্ধনা জনাইছোঁ। আপুনি দীৰ্ঘজীৱী হওঁক, আপোনাৰ হাতৰ তীক্ষ্ণতা দিনে দিনে বাঢ়ি যাওঁক- এই আশাৰে -------

ইতি

শ্ৰীজিতেন গগৈ- *সভাপতি*

শ্ৰীদিলীপ কুমাৰ ডেকা- *সাঃ সম্পাদক*

প্ৰিফেক্ট ফ'ৰাম

।। গুৱাহাটী বিশ্ববিদ্যালয় ।।

১০ ডিচেম্বৰ ১৯৯৪

# অসম সাহিত্য সভাৰ নৱ-নিৰ্বাচিত সভাপতি, প্ৰথিতযশা ঔপন্যাসিক শ্ৰীহিতেশ ডেকাৰ কৰ কমলেষু।।

হে সাহিত্য-সাধক,

আপোনাৰ নিৰলস সাহিত্য-সাধণাৰ গুণত মুগ্ধ আৰু অসম সাহিত্য সভাক মনে-চিতে ভালপোৱা ৰাইজে আজি আপোনাক অসমৰ এই মহৎ জাতীয় অনুষ্ঠানটোৰ কাণ্ডাৰী ৰূপে অধিষ্ঠিত কৰিব বিচৰাত আমিও আনন্দিত হৈছোঁ আৰু আপোনাক আমাৰ হিয়া ভৰা অভিনন্দন জনাইছোঁ।

স্বাধীনোত্তৰ কালত, আধুনিক অসমীয়া উপন্যাসক জনপ্ৰিয় কৰি তোলাত বৰঙণি যোগোৱা ঔপন্যাসিক সকলৰ ভিতৰত আপুনি অন্যতম। গাঁৱলীয়া সমাজ-জীৱনৰ প্ৰাত্যহিক ঘটনাৰ মাজেদি প্ৰতিফলিত হোৱা মানুহৰ সুখ-দুখ, হাঁহি- কান্দোন, প্ৰেম-বিৰহ আৰু আকাঙ্ক্ষাৰ ছবিয়ে আপোনাৰ উপন্যাসক মনোৰম কৰি তুলিছে, অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ বৰ্ণনা আৰু তাত ধ্বনিত হোৱা সমাজবাদী আদৰ্শাত্মক মনোভাবে আপোনাৰ সামাজিক দায়বদ্ধতা আৰু জীৱনাদৰ্শৰ কথাও প্ৰতিভাত কৰিছে। যোৱা চাৰিটা দশতৰো অধিক কাল জুৰি আপুনি আমাৰ সাহিত্যৰ ভঁৰাল-ঘৰলৈ অমূল্য অৰিহণা আগবঢ়াই আহিছে যি কলমেৰে, সেই কলম যেন থমকি নৰয়, তাকেই কামনা কৰোঁ। সৰ্বান্তঃকৰণে কামনা কৰোঁ-আপোনাৰ যোগ্য নেতৃত্বত অসম সাহিত্য সভাই উন্নত শিৰে আৰু এক নতুন খোজ পেলাওক আগলৈ । অসম সাহিত্য সভাই লাভ কৰক নতুন প্ৰেৰণা- নতুন গতি। আৰু আমাৰ লগতে অসমৰ সাহিত্যপ্ৰেমী ৰাইজৰ এই শুভ কামনা পূৰ্ণ কৰিবলৈ ভগৱানে আপোনাক দান কৰক সুস্বাস্থ্য আৰু দীৰ্ঘ জীৱন। কাৰদম্ ।

ইতি

বোকাজান ঃ ১২ ফেব্ৰুৱাৰী ৯৫ চন

ভবদীয়

শ্ৰীশৈলেন দাস- *সম্পাদক,*

কাৰবি আংলং জিলা সাহিত্য সভা,

ডিফু।। ৰাংছিনা ভৱন।।

# অসম সাহিত্য সভাৰ ৬১তম সৰ্থেবাৰী অধিবেশনৰ মাননীয় সভাপতি শ্ৰীযুত হিতেশ ডেকা দেৱলৈ যোৰহাট সাহিত্য সভাৰ সাদৰ সম্ভাষণ।

অসমীয়া ভাষা, সাহিত্যৰ সেৱক,ঔপন্যাসিক,গল্পকাৰ, নাট্যকাৰ আৰু প্ৰবন্ধলেখক মাননীয় শ্ৰীযুত হিতেশ ডেকা মহোদয়,

অসম সাহিত্য সভাতকৈয়ো পূৰ্বে প্ৰতিষ্ঠিত ঐতিহ্যপূৰ্ণ যোৰহাট সাহিত্যসভাই আজিৰ এই শুভক্ষণত আপোনাক সম্ভাষণ জনাবলৈ পাই লাভ কৰিছে পৰম আনন্দ। আপুনি আমাৰ সম্ভাষণ গ্ৰহণ কৰক। এই সুযোগতে নৱবৰ্ষ আৰু ৰঙালী বিহুৰ বাবেও আপোনালৈ আমি শ্ৰদ্ধা জ্ঞাপন কৰিছো।

অসমীয়া জাতি আৰু ভাষা, সাহিত্য-সংস্কৃতিৰ উন্নতিৰ হকে কাম কৰা একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনৰ সৰ্বোচ্চ সন্মানিত সভাপতিৰ আসনখনিত আপোনাৰ দৰে গুণী, জ্ঞানী বিশিষ্ট সাহিত্যিক এগৰাকীক অধিষ্ঠিত কৰাত আমি গৌৰৱ অনুভৱ কৰিছোহঁক।

অসমীয়া সাহিত্য জগতত তৃণমূল পৰ্য্যায়ৰ পৰা অতি কষ্টৰে নিজ চেষ্টা আৰু অধ্যবসায়ৰ বলত যিসকল সু-সন্মানেৰে গৌৰৱান্বিত হ'ব পাৰিছে, সেই সকলৰ ভিতৰত আপুনিও এজন। ১৯২৪চনত ঐতিহ্যমণ্ডিত সৰ্থেবাৰী অঞ্চলত জন্মগ্ৰহণ কৰি শিশু অৱস্থাৰ পৰাই জীৱিকা নিৰ্বাহৰ বাবে কহাৰ শালত অশেষ, কষ্ট কৰাৰ লগতে ছাত্ৰ অৱস্থাত হোমিওপেথিক চিকিৎসকৰ লগত কাম কৰিব লগা হৈছিল। অতি দুৰ্যোগৰ মাজতো আপুনি নিতৌ ৩০মাইলতকৈ অধিক বাট নলবাৰী মহাবিদ্যালয়লৈ খোজকাঢ়ি গৈছিল। তথাপিও আপুনি ক্লান্ত নহৈ কষ্টক কষ্ট নুবুলি নিজ পথত আগবাঢ়ি গৈছিল আৰু ইয়াৰ মাজতেই সৃষ্টি হৈছিল আপোনাৰ সাহিত্যিক জীৱন।

শিশু কালৰে পৰা কষ্টই এৰা নিদিয়া জীৱনৰ মাজতো আপুনি অতি ধীৰ স্থিৰ গতিত আগবাঢ়ি ৰচনা কৰিলে ১৯ খনকৈ উপন্যাস, ৬ খন গল্প পুথি, ৪ খন নাটক, ৩ খন প্ৰবন্ধ পুথি তথা ৰচনা কৰিলে অনেক প্ৰবন্ধ পাতি যাৰ ফলত অসমৰ সাহিত্যজগতত আপুনি প্ৰতিষ্ঠিত হ'ল প্ৰখ্যাত ঔপন্যাসিক তথা গল্পকাৰ হিচাবে।

আপুনি সুন্দৰ জীৱন আৰু সু-স্বাস্থ্য লাভ কৰক- অসম সাহিত্য সভাক আপোনাৰ সবল নেতৃত্বৰে আগবঢ়াই নিবলৈ সমৰ্থ হওঁক, আমি ইয়াকে কামনা কৰিলো । ইতি ।

ভৱদীয়

শ্ৰীধীৰেন বৰুৱা - *সম্পাদক*

ড° সুৰেন্দ্ৰ নাথ বৰদলৈ - *সভাপতি*

যোৰহাট সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট
২ মে, ১৯৯৫ খৃষ্টাব্দ।

# অসম সাহিত্য সভাৰ নৱ নিৰ্বাচিত সভাপতি মাননীয় শ্ৰীযুত হিতেশ ডেকাদেৱলৈ অভিনন্দন পত্ৰ

**হে ভাষা সাহিত্যৰ পূজাৰী**

আপুনি বিগত চাৰি দশকজুৰি অসমীয়া ভাষা-সাহিত্যৰ বেদীত একনিষ্ঠভাবে সেৱা আগবঢ়াই আহিছে। সাহিত্য চৰ্চাৰ সুদীঘ ´কালছোৱাত আপোনাৰ কাপৰপৰা নিগৰি ওলোৱা উপন্যাস,নাটক,গল্প আৰু বিভিন্ন প্ৰৱন্ধাৱলীয়ে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

**হে সাহিত্য সভাৰ নিষ্ঠাবান সাধক**

আপুনি প্ৰায় ৩০বছৰ কালজুৰি জালুকবাৰী সাহিত্য সভা,কামৰূপ জিলা সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ লগত ওতঃপ্ৰোতভাবে জড়িত হৈ আছে আৰু এই মহান অনুষ্ঠানসমূহে আপোনাৰ সাংগঠনিক আৰু প্ৰশাসনিক দক্ষতা তথা অৱদান শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছে। লগতে জালুকবাৰী অঞ্চলৰ প্ৰতি থকা আপোনাৰ শৈক্ষিক তথা সামাজিক সেৱাও আমি শ্ৰদ্ধাৰে সোঁৱৰিছোঁ।

**হে মহান**

আপোনাৰ জীৱন জোৰা সাহিত্য সাধনা আৰু কৃতিত্বৰ স্বীকৃতি স্বৰূপে অসম সাহিত্য সভাৰ আগন্তুক ৬১তম সৰ্থেবাৰী অধিবেশনৰ সভাপতি পদ অলংকৃত কৰিবৰ বাবে আপোনাক নিৰ্বাচিত কৰাত বৃহত্তৰ জালুকবাৰী অঞ্চলৰ ৰাইজ গৌৰবান্বিত হৈছে।

আশা ৰাখিছো আপোনাৰ বলিষ্ঠ নেতৃত্বই সাহিত্য সভাক অধিক গতিশীল কৰিব।

শেষত আপোনাৰ সুস্বাস্থ্য ভৰা দীৰ্ঘায়ু জীৱন কামনাৰে----

বৃহত্তৰ জালুকবাৰী অঞ্চলৰ ৰাইজৰ হৈ--
শ্ৰী নন্দেশ্বৰ ঠাকুৰীয়া
*সভাপতি* ---সম্বৰ্দ্ধনা সভা

জালুকবাৰী
গুৱাহাটী--১৪
ডিচেম্বৰ ১৯৯৪ইং

# অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি
# মাননীয় শ্ৰীহিতেশ ডেকা লৈ
# কবিতা কাননৰ
# মানপত্ৰ

সৰ্থেবাৰী যুগান্তকাৰী এটি নাম
কাঁহ- পিতলৰ সাঁজ গঢ়া চিৰাচৰিত কাম ।
ধন্য হেৰা ৰবিৰাম আৰু যে সুন্দৰীপ্ৰিয়া
এতিয়া যে অনুভৱে আমাৰ নভৰে হিয়া ।
সেয়া তাৰিখ ১৮ ফেব্ৰুৱাৰী, ১৯২৪ চন
সেইদিনটোৱেই হিতেশ ডেকাৰ জন্মৰ সুভক্ষণ।
ঘাট-প্ৰতিঘাটৰ চৰম সাক্ষী "মাটি কাৰ"
ৰাজৰোষেও লৰাব নোৱাৰা মন শক্তি যাৰ।
-নোহোৱানে সেই গৰাকী তুমিয়েই হিতেশ ডেকা
সংগ্ৰামভৰা জীৱনতো অবিচলিত হৈ---
শিক্ষকতাকে জীৱনৰ ব্ৰত কৰি লৈ ----
পাৰ কৰিলা বিৰামহীন সময় জীৱনৰ
সৃষ্টিৰ কৃতিৰেভৰা সপ্ত দশকৰ।
তোমাৰ হাতেৰে "ৰেণু" ছতিয়াই "নৱজাগৰণ" তুলি
প্ৰকাশিলা "প্ৰায়চিত্ত" মনৰ দুৱাৰ খুলি।
আৰু যে ৰচিলা "আজিৰ মানুহ", "এয়েতো জীৱন"
তোমাৰ সৃষ্টিত দেখো জীৱনৰ মহান দৰ্শন।
কৰ্মময় জীৱন ভাটিয়লী পৰত তোমাক
যাঁচিলে অসমে পদশীৰ্ষ সম্মানৰ।
সভাপতি ৰূপে অসম সাহিত্য সভাৰ
উজলাই মান সাহিত্য-সংস্কৃতি- ভাষাৰ
অক্ষুণ্ন ৰাখিবা যুগধৰ্ম সংহতি অসমৰ!
মহান আকাংক্ষা এয়েই কবিতা কাননৰ।
সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনাৰে---

জীৱন কুমাৰ ডেকা
*সম্পাদক*, কবিতা কানন

গোপাকান্ত তালুকদাৰ
*সভাপতি* কবিতা কানন

ইং ২১/ ১/ ৯৫ অসম ঃগুৱাহাটী

# মানপত্ৰ

সাহিত্যিক পেন্সনাৰ আৰু অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক প্ৰতিথযশা ঔপন্যাসিক শ্ৰীহিতেশ ডেকাদেৱৰ কৰকমলেষু,

**মান্যবৰ শ্ৰীডেকা,**

জয় জয়তে আপোনালৈ ভাৰতী অধ্যয়ন চক্ৰৰ তৰফৰ শুভেচ্ছা আৰু অভিনন্দন জ্ঞাপন কৰিলো। সৰ্থেবাৰীৰ দৰে পিছপৰা গাঁও এখনৰ গৰীব পৰিয়াল এটিত জন্ম গ্ৰহণ কৰি সকলো প্ৰকাৰৰ সুবিধাৰ পৰা বঞ্চিত্ত হৈও লৰালি কালৰ পৰাই আশাশুধীয়াভাবে ভাষা জননীৰ সেৱা কৰি ইয়াৰ ভড়াললৈ বিপুল সম্ভাৰৰ অৱদান আগবঢ়াই আপুনি যি কৰ্ম্ম বিচক্ষণতা আৰু কৃতিত্ব দাঙি ধৰিছেহি সি সচাঁকৈয়ে অতুলনীয়। সাহিত্যক জীৱনৰ যাত্ৰাকালতেই 'আজিৰ মানুহ'ৰদৰে কালজয়ী উপন্যাস লিখি আজিলৈকে ঐকান্তিকতাৰে অবিৰতভাবে হাতৰ কলম চলাই লিখা 'নতুন পথ', মাটি কাৰ?', 'ভাৰাঘৰ', 'এয়েতো জীৱন', 'আচল মানুহ', 'বৈৰী মানুহ' আদি সদাসমাদৃত হৃদয়গ্ৰহী উপন্যাসবোৰে আপোনাৰ বহুমুখী প্ৰতিভাৰ চানেকী। অদম্য মনোবল, কৰ্মতৎপৰতা আৰু নীৰব সাধনাৰে আপোনাৰ জন্ম ঠাইৰ দুজন সু-সন্তান পৰ্বসূৰী পণ্ডিত ঁকোহিৰাম দাস আৰু কথাশিল্পী ঁহলিৰাম ডেকাৰ আপুনি যোগ্য উত্তৰসূৰী হিচাপে পৰিচয় দিব পাৰিছে।

**হে কৃতী সন্তান,**

নিজ প্ৰতিভাৰে ভাস্বতঃ হৈ অবিভক্ত কামৰূপ জিলা সাহিত্য পৰিষদৰ সভাপতি অসম সাহিত্য সভাৰ দৰেবৃহৎ জাতীয় অনুষ্ঠানৰ উপ- সভাপতিৰ শুৱনি কৰোতা আপোনাৰ দৰে যোগ্য ব্যক্তিক অসম চৰকাৰে এইবাৰ সাহিত্যিক পেন্সন দিয়াত আমি পৰম গৌৰববোধ কৰিছো আৰু লগতে আপোনাক আমাৰ হিয়াভৰা অভিনন্দন, আন্তৰিক স্নেহ আৰু শুভাশীষ যাচিছোঁ।

**হে বৰেণ্য কথাশিল্পী,**

আজি এই পৱিত্ৰ শিল্পী দিৱসত ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো দেশৰ, দহৰ, জাতিৰ আৰু ভাষা জননীৰ সেৱা কৰিবলৈ ভগৱানে আপোনাক শক্তিমন্ত আৰু দীৰ্ঘায়ু কৰক । জয় আই অসম। জয়তুঃ ভাষা জননী। ইতি।

আপোনাৰ গুণমুগ্ধ

শ্ৰীমথুৰা মোহন গোস্বামী, সভাপতি

শ্ৰীমৃগেন্দ্ৰ নাথ ডেকা, সম্পাদক

ভাৰতী অধ্যয়ন চক্ৰ, সৰ্থেবাৰী

শনিবাৰ ১৯৮৭ ইং



নতুন দিল্লীত প্ৰখ্যাত কথাশিল্পী মামণি ৰয়ছম গোস্বামীৰ লগত অসম সাহিত্য সভাৰ সভাপতি হিতেশ ডেকা। ওচৰত শ্ৰীমতী বিভা গোস্বামী, ডক্টৰ মলয়া খাউন্দ আৰু শ্ৰীমতী সুভদ্ৰা।



হিতেশ ডেকাৰ স্মৃতিতৰ্পণ অনুষ্ঠানৰ
প্ৰতিকৃতিত পুষ্পাঞ্জলি।



স্মৃতিতৰ্পণৰ এক বিশেষ মুহূৰ্ত্তত প্ৰয়াত হিতেশ ডেকাৰ পত্নী
শ্ৰীমতী বাসন্তী ডেকা।



স্মৃতিতৰ্পণ কৰা মুহূৰ্ত্তত 'চন্দ্ৰ প্ৰকাশ'ৰ স্বত্বাধিকাৰী
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা।